# যতীন্দ্ৰ নাথ দুৱৰা ৰচনাৱলী



সম্পাদনা

লক্ষ্মীনাথ তামুলী

লয়াৰ্ছ বুক ষ্টল

পাণবজাৰ ঃ গুৱাহাটী ঃ অসম

**'Jatindranath Dowara Rasanawali'**- Complete works of Jatindranath Dowara (1892–1964) edited by Laxmi Nath Tamuly and published by Shri Khagendra Narayan Dutta Baruah, Lawyer's Book Stall, Panbazar, Guwahati-781001, Assam. First edition : 1997

---

প্ৰথম প্ৰকাশ ঃ নৱেম্বৰ, ১৯৯৭

ৰচনাৱলীৰ স্বত্ব
শ্ৰীবসন্তলাল দুৱৰা
শিৱসাগৰ

প্ৰকাশক ঃ
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ, গুৱাহাটী-৭৮১০০১
অসম

প্ৰচ্ছদপট
বঞ্জিৎ গগৈ

মূল্য ঃ

মুদ্ৰক ঃ
শৰাইঘাট অফছেট
ইণ্ডাষ্ট্ৰিয়েল ইষ্টেট
বামুণীমৈদাম ঃ গুৱাহাটী-২১

# সম্পাদকীয় কৈফিয়ৎ

যতীন্দ্রনাথ দুৱৰাৰ ৰচনাৱলী প্ৰকাশ কৰিবলৈ লৈ একপ্ৰকাৰৰ দুঃশ্চিন্তাত ভুগিব লগা হৈছে ঃ জানোচা স্বভাৱতে লাজকুৰীয়া, আবেগ-অভিমানত হঠাতে ভাগি পৰা আলফুলীয়া মনৰ কবিগৰাকীক কোনোবাই মৰনোত্তৰভাৱে ৰাজহুৱাকৈ আঘাত কৰে! জীৱন কালত তেখেতে তেনে বহু আঘাত পোৱাৰ কথা তেখেতৰ চিঠিবোৰৰ পৰা জনা যায়। তেনেকুৱা আঘাতত তেখেতে কেইবাবাৰো কবিতা নিলিখাৰ সংকল্প গ্ৰহণ কৰিছিল। তেখেতৰ গুণমুগ্ধ আৰু প্ৰিয়পাত্ৰ দুই-চাৰিজন অনুজে অনেক বঢ়াই-বুজাই, কেতিয়াবা দাবী-অভিমানেৰে জিদ্ ধৰি টানি-আজুৰিহে কবিতা লেখাৰ লগাত পৰিছিল। তেনে আঘাত সঘনে হোৱাৰ কাৰণেই বোধকৰোঁ চল্লিশৰ দশকৰ শেষৰ ফালৰ পৰা দুৱৰাই কবিতা লেখাৰ উৎসাহ আৰু প্ৰেৰণা আহৰণ কৰিব নোৱৰা হৈছিল। মনৰ আঘাতক অভিজ্ঞতালৈ ৰূপান্তৰিত কৰিব পৰা কলিজাৰ মানুহ দুৱৰা নাছিলেই।

ডঃ বাণীকান্ত কাকতিয়ে দুৱৰাৰ 'কথা-কবিতা'ৰ পাতনিত ১৯৩৩ চনতে মন্তব্য দিছিল যে "ঊনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শৰে গঠিত হোৱা সকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী আৰু কুৰি শতিকাৰ নানা বৰ্ণীয়া ভাবৰ সমাবেশেৰে পুষ্ট হোৱা আদৰ্শক সৌন্দৰ্য্যৰ মাজেৰে আমাৰ আগত দাঙি ধৰা সকলৰ ভিতৰত আদি শ্ৰেষ্ঠ কবি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা"। ডঃ কাকতিৰ এই অভিমতৰ বিৰুদ্ধে ৰাজহুৱাকৈ মাত মতাৰ খবৰ ডঃ কাকতি জীয়াই থকালৈকে পোৱা নাযায়। 'বনফুল'ৰ পাতনিত ১৯৫২ চনত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই লেখিছিল যে "দুৱৰাৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ সৰ্ব্বপ্ৰধান গুণ তেওঁৰ কবিতাৰ ভাষা। দুৱৰাৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্ব্বোধ্যতা, অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ-সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ। ইংৰাজ কবি ওৱৰ্ডছৱৰ্থে এনে ভাষাকেই কাব্যৰ উপযুক্ত বাহন বুলি নিৰ্দ্দেশ কৰি গৈছে। কবিৰ কাব্যপ্ৰেৰণাও সহজ আৰু স্বতঃপূৰ্ণ। ই অসমীয়াৰ জাতিগত ভাবনাৰ অনুকূল। দুৱৰাৰ কবিতাত পাহৰি যোৱা অসমীয়া বনগীতৰ কথা সুৰ নতুন ৰূপত নবীন ছন্দত ধ্বনিত হৈছে। সেয়ে তেওঁৰ কবিতাক গীতাত্মক 'লিৰিক' কবিতাৰ পৰ্য্যায়লৈ তুলিছে। দুৱৰা এই বিষয়ত আধুনিক অসমীয়া কাব্য বুৰঞ্জীত যুগ প্ৰৱৰ্তক কবি।" স্বাধীনতাৰ পৰৱৰ্তী কালত প্ৰকাশ হোৱা অসমীয়া ভাষাৰ গ্ৰন্থসমূহৰ

ভিতৰত আটাইতকৈ বিশিষ্ট গ্ৰন্থ হিচাপে বিবেচিত হৈ তেখেতৰ চতুৰ্থখন প্ৰকাশিত কবিতাৰ পুথি 'বনফুল'ৰ বাবে দুৱৰাক ভাৰত চৰকাৰে ১৯৫২ চনৰ সাহিত্য একাডেমী পুৰস্কাৰেৰে পুৰস্কৃত কৰিছিল। সাহিত্য একাডেমীৰ পুৰস্কাৰ পোৱা যতীন্দ্ৰনাথ দুৱৰাই প্ৰথম অসমীয়া সাহিত্যিক। ১৯৫৫ চনত গুৱাহাটী অধিবেশনৰ বাবে সভাপতি মনোনীত কৰি অসম সাহিত্য সভাই তেখেতক সেই সময়ৰ অসমীয়া ভাষা-সাহিত্যৰ সৰ্বোচ্চ সম্মান প্ৰদান কৰিছিল।

সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত আধুনিক মুক্তক ছন্দৰ অসমীয়া কবি আৰু কবিতাক মুকলিকৈ ৰাজহুৱা সমালোচনা কৰি দুৱৰা সেই সময়ৰ অসমীয়া ডেকা কবি সমালোচক সকলৰে এচামৰ তীব্ৰ প্ৰতিক্ৰিয়া আৰু বিদ্ৰুপৰ সম্মুখীন হৈছিল। আলফুলীয়া, আলগুৱা মনৰ কবি দুৱৰা দুখ-বেজাৰ আৰু হতাশত ভাগি গৈছিল। তেওঁৰ সমালোচক সকলে দুৱৰাৰ কবিতাক বিৰক্তিকৰ পেনপেননিৰ পুনৰাবৃত্তি বুলি অভিহিত কৰি তেওঁৰ কাব্য সৃষ্টিক সাহিত্যৰ ফচিল বুলি ঘোষণা কৰিছিল। সেই সমালোচনাই দুৱৰাৰ কাব্য-কৃতিক তেওঁৰ মৃত্যুৰ পিছতো গৰকি থাকিল। সেয়ে সংগতভাবেই আশংকা হয় যে যি ক্ষেত্ৰত কুৰি শতিকাৰ প্ৰথমাৰ্ধৰ শ্ৰেষ্ঠ অসমীয়া কবি হিচাপে স্বীকৃত আৰু শতিকাটোৰ দ্বিতীয়াৰ্ধৰ দ্বিতীয় বছৰটোত 'আধুনিক অসমীয়া কাব্য বুৰঞ্জীত যুগ প্ৰৱৰ্তক কবি'ৰ আখ্যা পোৱা আৰু অসমীয়া কবি-সাহিত্যিক সকলৰ ভিতৰত বিশিষ্টতম কবি হিচাপে সাহিত্য একাডেমীৰ পুৰস্কাৰেৰে পুৰস্কৃত কবি দুৱৰাৰ কবিতা তাৰ পৰৱৰ্তী তিনিবছৰত পেনপেনিৰ বিৰক্তিকৰ পুনৰাবৃত্তি বুলি সমালোচিত হৈছিল, সেইজন দুৱৰাৰ সেইবোৰ ৰচনাক শতিকাটোৰ একেবাৰে শেষ দশকটোৰ শেষৰ ফালে প্ৰকাশ কৰি উলিউৱাটোক আধুনিকতাৰ নিচাত বিভোৰহৈ থকাসকলে পুনৰ বিদ্ৰুপ-বিষোদগাৰেৰে বুৰাই পেলাইনেকি।

দুৱৰাৰ মৃত্যুৰ পিছত ষাঠীৰ দশকৰ শেষৰ ফালে হোমেন বৰগোহাঞিয়ে দুৱৰাৰ কাব্য-কৃতিৰ বিৰুদ্ধে মন্তব্য দি লেখিছিল যে "গণেশ গগৈৰ দৰে স্পষ্টভাবে অৱজ্ঞাৰ পাত্ৰ নহ'লেও আধুনিক বুদ্ধিবাদী আৰু তৰুণ পাঠক-গোষ্ঠীৰ চকুত যতীন্দ্ৰনাথ দুৱৰাও যে খুব শ্ৰদ্ধাৰ পাত্ৰ নহয়, সেইকথা বোধহয় দ্বিধাহীনভাৱে ক'ব পাৰি।" কাৰণ দৰ্শাই বৰগোহাঞিয়ে লেখিছিল যে "সমসাময়িক অসমীয়া চিন্তাত বুদ্ধিবাদিতা বা মননশীলতাৰ প্ৰভাৱ বাঢ়িছে। এই মননশীলতা যিমানেই বাঢ়িছে, ঠিক সিমানেই বৃদ্ধি পাইছে ভাবালুতাৰ প্ৰতি বিৰূপ প্ৰতিক্ৰিয়া। অসমীয়া ৰোমান্তিক কবিসকলৰ ভিতৰত যতীন্দ্ৰনাথ দুৱৰা বৰ্তমান কালত সবাতোকৈ বেছি উপেক্ষিত হোৱাৰ ঘাই কাৰণ হ'ল এয়েই যে সেই যুগৰ সকলো বিশিষ্ট কবিৰ ভিতৰত তেওঁৰ কবিতাতেই ভাবালুতাৰ পৰিমাণ আনসকলোতকৈ বেছি। দ্বিতীয় কাৰণ হ'ল, তেওঁৰ কাব্যচিন্তাত জীৱনৰ

মৌলিক সমস্যাসমূহৰ অতিমাত্ৰাই সৰলীকৰণ। একতাৰাত একসুৰীয়া বেপণীৰ দৰে তেওঁৰ কবিতাত প্ৰায় একে ভাবৰ একে ছন্দৰ পুনৰাবৃত্তিয়ে অতি ধৈৰ্যশীল পাঠককো ক্লান্ত নকৰাকৈ নেথাকে। বিস্ময়কৰ সাংগীতিক গুণ আৰু ৰূপ-বৈচিত্ৰ্য থকা সত্বেও চুইনবাৰ্ণৰ কবিতা যেনেকৈ মহৎ কাব্য-সৃষ্টিৰ শাৰীলৈ উঠাত বিফল হ'ল, যতীন্দ্ৰনাথ দুৱৰাৰ কবিতায়ো ঠিক তেনেকৈ ভাষা আৰু ছন্দৰ মনোহাৰীত্ব সত্বেও পাঠকৰ মনত স্থায়ী আৰু গভীৰ প্ৰভাৱ পেলাবলৈ ব্যৰ্থ হ'ল।" দুৱৰাৰ কবিতা সম্পৰ্কে চূড়ান্ত ৰায়দান কৰি বৰগোহাঞিয়ে লেখিছিল যে "কোনো লিখকৰ বিষয়েই ভবিষ্যদ্বাণী কৰা নিৰাপদ নহয়, কিন্তু দুৱৰাৰ বিষয়ে বোধহয় এই কথা ক'ব পাৰি যে অদূৰ ভবিষ্যতত তেওঁ পুনৰ্সংস্থাপিত হোৱাৰ বিশেষ আশা নাই।"[১]

অসমীয়া সাহিত্যত এই ৰায়দানক খাৰিজ কৰি দিয়া লেখা পঢ়া মনত পৰা নাই। বৰং বৰগোহাঞিৰো আগতে কবি দুৱৰাৰ বিয়োগৰ বছৰটোতে "যতীন্দ্ৰ দুৱৰাৰ প্ৰতি এটি শ্ৰদ্ধাঞ্জলি" জনাই তেতিয়াৰ পঁচিশ বছৰীয়া চফল ডেকা সমালোচক হীৰেন গোহাঁয়ে লেখিছিল যে "নিৰলাত বহি সকলো আহুকলীয়া সংস্পৰ্শৰ পৰা কাছৰ দৰে ঠেং মূৰ বচাই তেওঁ বেদনাৰ সুৰ বজাই সময় কটালে। এই সুৰ মধুৰ, মাজে মাজে মৰ্ম্মস্পৰ্শী — কিন্তু দুৰ্বল আৰু কুহমীয়া। ই মানসিক আৰু ইন্দ্ৰিয় আলস্যৰ লক্ষণ। এইবাবেই দুৱৰাৰ কবিতাত ইন্দ্ৰিয়ানুভূতিৰ তীব্ৰতা নাই, দুৱৰাৰ ভাষাৰ বিন্যাসত (texture) ঘনত্ব নাই। এইবাবেই প্ৰথাগত আৰু নতুনত্বহীন শব্দ আৰু উপমাৰ প্ৰতি তেওঁৰ লক্ষণীয় দুৰ্বলতা। এইবাবেই জোৰা-তাপলি মৰা শব্দ তেওঁৰ কাব্যত প্ৰচুৰ। কাৰণ তেওঁৰ প্ৰধান লক্ষ্য আবেগ প্ৰকাশ, কল্পনা প্ৰয়াস নহয়।"[২]

মনকৰিবলগীয়া কথা এয়ে যে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ দৃষ্টিত যিখিনি কাব্যৰ উল্লেখনীয় বৈশিষ্ট্য, ডঃ হীৰেন গোহাঁইৰ দৃষ্টিত সেইখিনি দোষ, — দুৰ্বলতা। সাধাৰণ পাঠক বিবুধিত পেপুৱা লাগিবলৈ বাধ্য। অৱশ্যে ইয়ো উল্লেখযোগ্য বাস্তৱ যে বিভিন্ন কবিৰ কাব্য-কৃতি সম্পৰ্কে বিভিন্ন সমালোচকৰ দৃষ্টিভংগী আৰু অভিমত সুকীয়া সুকীয়া হয়েই। দৃষ্টিভংগীৰ এনে বিভিন্নতাই যিদৰে কবিজনৰ কাব্য-কৃতিৰ মান আৰু মূল্য নকমায়, ঠিক তেনেদৰে সমালোচকজনৰো চিন্তাৰ বিসংগতি বা অসম্পূৰ্ণতা নুসূচায়। বায়ৰণে বৰ্ডছৱৰ্থক ৰিক্তৰসৰ কোঁৱৰ (Prince of dullness) বুলি অভিহিত কৰিছিল; মেথিউ আৰ্ণল্ডে লেখিছিল যে শ্যেলী এক সুন্দৰ অথচ নিস্ফল দেৱদূত, যিজনে অযথাই তেওঁৰ জ্যোতিৰ্ময় ডেউকাজোৰ শূন্যতেই কোবাই ফুৰিছিল। আনকি সমালোচক সকলেই কীট্‌চৰ মৃত্যুৰ কাৰণ বুলি কোৱা হয়।

দুৱৰাৰ কাব্য-সৃষ্টি সম্পৰ্কে নেতিবাচক মতামতবোৰে সমসাময়িক সময়ৰ এচাম পাঠক কিম্বা বিদ্বানৰ দৃষ্টিভংগীৰ প্ৰতিনিধিত্ব কৰিলেও সেয়াই শেষ কথা আছিল

বুলি ভাবিব নোৱাৰি। নকুল চন্দ্ৰ ভূঞাই লেখিছিল যে "দুৱৰা এজন কবি; কবিয়েই নহয়, তেওঁ যেন নিজেই এটা কবিতা।"[৩] মুনীন বৰকটকীৰ দৃষ্টিত দুৱৰা 'সম্পূৰ্ণ কবি' ঃ "এটা কথা বিনাবাক্যব্যয়ে ঘপহকৰে কৈ পেলাব পাৰি যে আমাৰ সৰ্বসাধাৰণৰ 'কবি'ৰ যিটো 'ইমেজ' বা ভাবমূৰ্তি, সেই 'ইমেজ' দুৱৰাৰ বাহিৰে কিজানি আন কোনো অসমীয়া কবিৰ গাতে তেওঁতকৈ পৰিপূৰ্ণভাবে মূৰ্তিমন্ত হোৱা নাই। .... এই হিচাবে কিজানি যতীন্দ্ৰ দুৱৰাই আধুনিক অসমীয়া কবিৰ আটাইতকৈ নিভাঁজ, আটাইতকৈ সম্পূৰ্ণ কবি।"[৪] পৰাগধৰ চলিহাই মন্তব্য দিছিল যে "থোৰতে ক'বলৈ হ'লে দুৱৰা কবিজন কবিয়েই। অসমীয়া সাহিত্যৰ গোটেই বুৰঞ্জীৰ ভিতৰতে আন এজন মানুহক মনে-প্ৰাণে, ভাৱে-ভাষাই, চলনে-ফুৰনে, হাড়ে-হিমজুৱে কবি বুলিব পৰা হোৱা নাই।"[৫] ডঃ প্ৰফুল্লদত্ত গোস্বামীৰ মতে "আজিকালি নতুন লেখকসকলে দুৱৰাক নৈৰাশ্যবাদী বুলি আওকাণ কৰিব খোজে, কিন্তু আশা আৰু উদ্যম যদি স্থায়ী অভিজ্ঞতা, তেনেহ'লে তাৰ ওলোটা ভাব নিৰাশা আৰু শ্ৰান্তিও কোনোগুণে কম স্থায়ী অভিজ্ঞতা নহয়। নৈৰাশ্য আৰু ব্যৰ্থতা স্থায়ী অভিজ্ঞতা আৰু সেই অভিজ্ঞতাৰ গুৰিত সামাজিক আবেষ্টনীৰ প্ৰভাৱো সমূলি অস্বীকাৰ কৰিব নোৱাৰি।"[৬]

যতীন্দ্ৰনাথ দুৱৰাৰ জন্ম ১৮৯২ চনৰ ৪ মাৰ্চত শিৱসাগৰত।[৭] ১৯০৯ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯১৩ চনত কলিকতাৰ স্কটিচচাৰ্চ কলেজৰ পৰা বি. এ. উপাধি লয়। আইন পঢ়িবলৈ লৈ অসমাপ্ত কৰি এৰে। ১৯১৮ চনৰ পৰা ১৯২১ চনলৈকে ডিব্ৰুগড় জৰ্জ ইন্সটিটিউচনত শিক্ষকতা কৰিছিল। তাৰ পিছতে কলিকতাৰ স্কটচচাৰ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰি ১৯৪৮ চনত ডিব্ৰুগড় কলেজত (বৰ্তমান কানৈ কলেজ) অসমীয়া বিভাগৰ মুখ্য অধ্যাপকৰ পদত যোগদান কৰি ১৯৬১ চনত অৱসৰ লৈছিল। ১৯৩৩ চনৰ পৰা ১৯৪৭ চনলৈকে তেখেত কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ স্নাতকোত্তৰ শ্ৰেণীৰ অধ্যাপক আছিল। ১৯৬৪ চনৰ ৫ জুলাইৰ দিনা তেখেতৰ বিয়োগ হয়।

অসমীয়া নিম্ন মধ্যবিত্ত পৰিয়ালে পঢ়াত কৃতকাৰ্য হোৱা সন্তানক কলিকতাত উচ্চ শিক্ষা দিয়াই আনি ভাল চাকৰিৰ মাৰফৎ নিজৰ যৌথ পৰিয়ালৰ আৰ্থিক অৱস্থাৰ নিৰাপত্তা সন্ধান কৰাৰ লগে লগে সামাজিক সম্ভ্ৰম নিশ্চিত কৰাৰ হাবিয়াসত ভুগিছিল। কিন্তু তেনে বহু সন্তানে পৰিয়ালৰ সেই আকাংখ্যা পূৰণ কৰিবলৈ অসমৰ্থ হৈছিল। কলিকতালৈ গৈ নগৰীয়া প্ৰলোভনৰ হাতবাউলীত থিৰেৰে থাকিব নোৱাৰি তেওঁলোকৰে বহু সংখ্যক হেৰাই গৈছিল। ইয়াৰ ইংগিত তথা প্ৰমাণো দুৱৰাই লেখা চিঠিবোৰত আছে। উল্লেখযোগ্য যে নিজৰ পৰিয়ালৰ সমসাময়িক দৃষ্টিত বিপথগামী হৈ বিফল হোৱা তেনে কেইবাজনো সন্তানেই অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি চৰ্চাৰ জগতত

স্বনামধন্যৰ প্ৰমাণ ৰাখি থৈ যাবলৈ সক্ষম হৈছিল। দুৰৰাক লৈ কৰা পৰিয়ালৰ সপোনো বাস্তৱত পৰিণত নহ'ল। ইফালে দুৰৰাও নিজে সপোন দেখাত ব্যস্ত হৈ পৰিল। ওচৰা-ওচৰিকৈ দুৰৰাৰ দুজন ককায়েক আৰু দুগৰাকী বৌয়েকৰ অকাল মৃত্যু হোৱাত পৰিয়ালটো ভাগি পৰিছিল। দুৰৰা নিজেও মানসিকভাবে বিধ্বস্ত আৰু নিসংগ হৈ পৰিল। ১৯৩৭ চনত ওকালতি কৰা ককায়েকজনৰ মৃত্যুৰ পিছত দুৰৰাৰ পৰিয়ালটোৱে যি আৰ্থিক দায়িত্ব আশা কৰিছিল, দুৰৰাই তাতো নিজৰ ব্যৰ্থতাহে প্ৰমাণ কৰিছিল। ১৯২১ চনত ডিব্ৰুগড়ৰ শিক্ষকতা এৰি কলিকতাৰ হাইস্কুলত শিক্ষকতাৰ সংস্থান বিচাৰি লোৱাটোৱেই দুৰৰা আৰু তেওঁৰ পিতৃ-পৰিয়ালৰ ব্যৱধানৰ ইংগিত দিয়ে। পৰিয়ালটোৰ দুৰ্যোগৰ সময়ত তেওঁ দায়িত্ব ল'ব নোৱৰাটোৱে সেই ব্যৱধান বৃদ্ধি কৰিছিল। ১৯৩৩ চনৰ মটৰ দুৰ্ঘটনাৰ সময়ত তেওঁৰ পৰিয়ালৰ কোনোৱেই কলিকতালৈ গৈ তেওঁক পৰিচৰ্যা কৰিব নোৱাৰাটোৱে অভিমানী দুৰৰাক অধিক অভিমানী কৰি তুলিছিল। তেওঁ অধিক নিঃসংগ অনুভৱ কৰিছিল। তেওঁৰ চিঠিবোৰত তেওঁৰ অভিমান, নিঃসংগতাবোধ আৰু বিষাদ বেছ স্পষ্ট। অসমীয়া সমাজত থকা সেই সময়ৰ সংৰক্ষণশীলতাত দুৰৰাৰ সপোন দিঠকত পৰিণত হোৱাৰ সম্ভাৱনাও নাছিল। তেওঁৰ কবিতাত তেওঁৰ জীৱনৰ অভিজ্ঞতাই অতি কোমল অথচ মৰ্মস্পৰ্শীৰূপত প্ৰকাশ পাইছে।

ইংৰাজ ৰোমান্টিক কবিৰ কবিতাৰ জীৱনবোধৰ গভীৰ উপলব্ধি, জীৱন সংগ্ৰামৰ পৌৰুষ, অভিজ্ঞতাৰ দ্বন্দ্ব আৰু সংঘাতৰ উত্তাপ, প্ৰেমত ইন্দ্ৰিয়ানুভূতিৰ তীব্ৰতা, বিষাদ প্ৰকাশৰ সংযম দুৰৰাৰ কবিতাতত আৱিষ্কাৰ কৰিবলৈ বিফল হৈ আমাৰ সমালোচকে দুৰৰাৰ কাব্যৰ অপ্ৰাসংগিকতালৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে। কিন্তু সোঁৱৰাই দিয়া উচিত হ'ব যে নিজৰ মাটিৰ জলবায়ুৱে জন্ম দিয়া ভাবাদৰ্শৰ তাড়না বা প্ৰেৰণাতহে ইংৰাজ কবিয়ে ৰোমান্টিক আন্দোলনৰ জন্ম দিছিল। ভাবাদৰ্শগত দিশটোত তেওঁলোক ফ্ৰান্স আৰু জাৰ্মানীৰ ৰোমান্টিচিজমৰ পৰা অনুপ্ৰাণিত হৈছিল যদিও স্বদেশৰ আৰ্থ-সামাজিক জলবায়ু আৰু পৰিস্থিতি তাৰ বাবে অনুকুল আছিল কাৰণেই তাৰ বিকাশ আৰু বিস্তাৰ সম্ভৱ হৈছিল। তাৰ বিপৰীতে জন্মভূমিত ৰোমান্টিক আন্দোলনটোৰ ইতি পৰাৰ পৰা এক শতিকা কালৰো অধিক পিছত ইংৰাজ ৰোমান্টিক কবিৰ কাব্য অধ্যয়ন কৰি তাৰ অনুপ্ৰেৰণাহে দুৰৰাই কাব্য-চৰ্চা কৰিছিল। ইংৰাজ ৰোমান্টিক কবিৰ কাব্যৰ তেজ দুৰৰাৰ কবিতত সন্ধান কৰিলে তেওঁৰ প্ৰতি অবিচাৰ কৰাহে হ'ব। এইটোও অনস্বীকাৰ্য যে ওমৰ-তীৰ্থই হওক বা কথা-কবিতাই বা তেখেতৰ আন কবিতাই হওক, তেখেতৰ সমগ্ৰ কাব্য-কৃতিয়েই ইংৰাজী ভাষাৰ কাব্য চৰ্চাৰ অনুপ্ৰেৰণাৰ পৰা আহৰণ কৰা। পোনপতীয়া অনুবাদৰ সংখ্যাও কম নহয়।

ইউৰোপত বুদ্ধিবাদ বা যুক্তিবাদৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া বা বিদ্ৰোহ হিচাবেহে ৰোমান্টিক আন্দোলনৰ ভাবাদৰ্শ গঢ় লৈ উঠিছিল। ১৭৩০ চনৰ পৰা ১৭৬০ চনলৈকে

প্ৰায় এক পুৰুষ ধৰি ফ্ৰান্সত যুক্তিবাদৰ যুগৰ দপদপনি অব্যাহত আছিল। বয়ল, ফন্টেনেলী আদিয়ে প্ৰতিষ্ঠা কৰা যুক্তিবাদে ভল্টেয়াৰৰ চিন্তা আৰু সৃষ্টিত পূৰ্ণাংগ ৰূপ পাইছিলগৈ। যুক্তিবাদী প্ৰজন্মটোৱে তেওঁলোকৰ পিতৃ-পিতৃব্যৰ মতবাদ আৰু ধ্যান-ধাৰণাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া তথা অনীহা প্ৰকাশ কৰিছিল, ধৰ্মবিশ্বাসক ক্ষতিকাৰক বুলি গন্য কৰিছিল; ভাবাবেগৰ পৰিবৰ্তে যুক্তিক অধিক মূল্য দিছিল, চাৰ্চৰ বিৰোধীতা কৰিছিল, প্ৰতিষ্ঠাক উপেক্ষা কৰিছিল আৰু সংশয়বাদত উদ্বুদ্ধ হৈছিল। ১৭৬১ চনৰ পৰা শতিকাটোৰ শেষলৈকে বিস্তৃত পৰৱৰ্তী প্ৰজন্মই যুক্তিবাদৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হিচাবে নীতিশাস্ত্ৰৰ সূত্ৰ অনুসৰি চিন্তা কৰাটো পৰিহাৰ কৰিছিল, মস্তিস্কতকৈ (head) হৃদয়ৰ (heart) ওপৰত বেছি নিৰ্ভৰশীল হৈছিল, ব্যক্তিগত আবেগ প্ৰকাশত উৎসাহী হৈছিল, ভাবালুতাক (sensibility) উৎসাহ দিছিল, প্ৰচুৰ পৰিমাণে কান্দিছিল আৰু পিতৃ-পিতৃব্যই বীভৎস বুলি নাকচ কৰাবোৰ গ্ৰহণ কৰি তৃপ্তি পাইছিল। ৰুচো এইটো প্ৰজন্মৰ প্ৰফেট আছিল।*

উইল ডুৰাণ্টে লক্ষ্য কৰিছিল যে উঠন শ্ৰেণী (rising class) এটাৰ বাবে যেতিয়া প্ৰচলিত বিধি-বিধান বা পৰম্পৰা (law or custom) অসুবিধাৰ কাৰণ হৈ উঠে, মানুহৰ পৰস্পৰ-বিৰোধী আকাংখ্যাই চিন্তাৰ স্ফুলিংগ প্ৰজ্বলিত কৰি তোলাৰ দৰে তেতিয়া সিয়েই তেওঁলোকক পৰম্পৰাৰ পৰিবৰ্তে যুক্তি (reason) আৰু বিধি-বিধানৰ পৰিবৰ্তে প্ৰকৃতিৰ প্ৰতি আকৰ্ষিত কৰি তোলে। সম্পদশালী বুৰ্জোৱাসকলে ভল্টেয়াৰৰ যুক্তিবাদ (rationalism) আৰু ৰুচোৰ প্ৰকৃতিবাদৰ (naturalism) এই কাৰণেই সমৰ্থন কৰিছিল।* উল্লেখযোগ্য যে ৰুচোৰ প্ৰকৃতিবাদৰ তত্বতে এনলাইটেন্টমেন্ট যুগৰ যুক্তিবাদৰ বিপৰীতে ৰোমাণ্টিক বা নৱন্যাস আন্দোলনৰ বীজ অংকুৰিত হৈছিল। যুক্তিবাদৰ সৰ্বশ্ৰেষ্ঠ প্ৰবক্তা ভল্টেয়াৰে কৈছিল যে যি দাৰ্শনিকে কপালৰ কোঁচ খোৱা ৰেখা হাঁহিৰে উৰুৱাই দিব নোৱাৰে তেওঁৰ জীৱন অভিশপ্ত হয়। বিষাদময় গাম্ভীৰ্যক তেওঁ ৰোগ বুলি গণ্য কৰিছিল। আনহাতে ৰোমাণ্টিক ভাবাদৰ্শৰ অন্যতম বৈশিষ্ট্যই আছিল সীমাহীন ভাবালুতা আৰু পাৰাপাৰহীন আবেগ প্ৰকাশ। ভাবালুতাৰ তত্বৰ সমৰ্থনত ৰুচোৱে মানুহক প্ৰকৃতিলৈ প্ৰত্যাবৰ্তনৰ বাবে আহ্বান জনাইছিল। ৰুচোৰ 'Back to the nature' — প্ৰকৃতিলৈ প্ৰত্যাবৰ্তনৰ তত্বই ব্যক্তি-স্বাধীনতাৰ ওপৰত গুৰুত্ব দিছিল আৰু মহান বৰ্বৰৰ (noble savage) তত্বই সভ্যতা-পূৰ্ব-অৱস্থাৰ গুণানুকীৰ্তন কৰিছিল। যুক্তিবাদৰ কঠোৰ, কটকটীয়া অনুশীলনত মানুহৰ জীৱনযাত্ৰা নিৰস আৰু বিৱশ হৈ পৰিছিল। নৈতিকতাবোধৰ এশ-এবুৰি বাধা-নিষেধত মানুহৰ ভোগৰ আকাংক্ষা পংগু হৈ পৰিছিল। ৰুচোৰ তত্ব সেয়ে তেনে জীৱনবোধ আৰু জীৱনযাত্ৰাৰ পৰা মুক্তিৰ মাৰ্গ হিচাবে বিবেচিত হৈছিল। ৰোমাণ্টিক আন্দোলনটোৰ ফলাফল সুদূৰপ্ৰসাৰী আৰু বহুধা

হৈছিলগৈ। ব্যক্তিৰ আবেগক সামাজিক আৰু নৈতিকতাৰ বান্ধোনৰ পৰা মুক্ত কৰাৰ আহ্বান আমেৰিকাৰ বিপ্লৱ আৰু ফৰাচী বিপ্লৱৰ দৰে যুগান্তকাৰী ঘটনাৰ সূচনা হৈছিল সঁচা, কিন্তু তাৰ নেতিবাচক পৰিণাম কেতবোৰ ব্যক্তি, সমাজ আৰু ৰাষ্ট্ৰৰ বাবে ভয়াবহ বুলি প্ৰমাণিত হৈছিল। জাতীয়তাবাদ ৰোমান্টিক আন্দোলনৰে ফলশ্ৰুতি। নাজীবাদ তাৰেই ঐতিহাসিক পৰিণাম আছিল। জাতীয়তাবাদে আজিও বিশ্বৰ চুকেকোণে তেজৰ ফাকু খেলা অব্যাহত ৰাখিছে। উগ্ৰজাতীয়তাবাদক ৰোমান্টিক ভাবাদৰ্শৰ জঘন্যতম ৰূপ বুলি সকলোৱেই স্বীকাৰ কৰি লৈছে।

ৰোমান্টিকচিজমৰ ভাবাদৰ্শৰ পূৰ্ণাংগ প্ৰচলন অসমৰ কথা বাদেই, ভাৰতবৰ্ষৰ কোনো প্ৰান্ততে তেনে পৰিবেশ-পৰিস্থিতি অনুপস্থিত আছিল কাৰণে তেনে ভাবাদৰ্শ অচিনাকি হৈ ৰৈছিল। ভাৰতবৰ্ষক ধৰ্মৰ শিক্ষা আৰু অনুশাসনৰ মাৰফৎ অদৃষ্টবাদে এনেদৰে গৰকি আছিল যে ইংৰাজ ৰোমান্টিক কবিৰ দৰে উদ্দাম প্ৰেমিক হ'বলৈ, প্ৰেমানুভূতিৰ উদগ্ৰতাক আঁৰ-বেৰ ভাঙি প্ৰকাশ কৰিবলৈ সামাজিক পৰিবেশৰ উদ্ভৱেই নহৈছিল। যিখন অসমীয়া সমাজৰ প্ৰেমিক-প্ৰেমিকাই এই শতিকাৰ সত্তৰৰ দশকলৈকে তৃতীয় পক্ষৰ দৃষ্টি নপৰাকৈ প্ৰেমপত্ৰ সংৰক্ষণ কৰিব পৰাতেই প্ৰেমৰ সাৰ্থকতা বুলি ভাবিবলৈ বাধ্য হৈছিল, সেই সমাজত ৱৰ্ডছৱৰ্থ, বায়ৰণ, শ্বেলী আদিৰ দৰে উন্মুক্ত আৰু নিষিদ্ধ প্ৰেম-কেলি কৰি তাৰ অভিজ্ঞতাৰে ৰোমান্টিক কবিতা লেখাটো অকল্পনীয় আছিল। তেনে এখন সমাজত দুৰৰাৰ ধাৰাৰ বাহিৰে ৰোমান্টিক কবিতা লেখাটো গ্ৰহণীয় হোৱাৰ বিপৰীতে গৰিহণাৰ বস্তু হোৱাৰ সম্ভাৱনাহে অধিক আছিল। ইংৰাজ ৰোমান্টিক কবিয়ে প্ৰেমানুভূতিৰ উদ্‌ভ্ৰান্ততাত প্ৰেয়সীৰ পিছত প্ৰেয়সী, পত্নীৰ পিছত পত্নীৰ সোৱাদত জীৱনযাত্ৰা উটুৱাই দিয়াৰ বিপৰীতে আমাৰ কবিয়ে কয়, — "কেতিয়াবা কোনোজনে আহি/অযাচিতে ঢালি দিয়ে হিয়াৰ সম্ভাৰ/খন্তেকীয়া লগ লই পথ উজলায়/ মুখত বিৰিঙে মোৰ হাঁহি/আহি আহি থাকোতেই/কেনিবাদি হঠাতে লুকায়/ মুখৰ হাঁহিটি মাৰ যায়।" প্ৰেমাবেগৰ উত্তাপত দুৰৰায়ো কৈছে, — "মানুহৰ আও, মানুহৰ ভাও, নুবুজো মানৱী ৰীতি/ নোৱাৰো মানিব কঠোৰ শাসন নেলাগে সমাজ নীতি।" কিন্তু সমাজক আওকান কৰাৰ সাহস কবিয়ে গোটাব পৰা নাই। শতাব্দী জোৰা সংস্কাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ মানসিকতা তেওঁৰ বাস্তৱতাই যোগোৱা নাছিল কাৰণেই তেওঁৰ প্ৰেমৰ পূৰ্ণতা বিচাৰিছে সমাজৰ পৰা নিলগত, — "আহাঁ দুয়ো যাওঁ এখনি নাৱতে, তৰি দি শুকুলা পাল/অচিন দেশত, অচিন বেশত, ৰঙেৰে কটাম কাল।"

উত্তৰ-আধুনিক যুগত দুৰৰাৰ কবিতাই আকৰ্ষণ আৰু প্ৰাসংগিকতা হেৰুৱাইছে বুলি ক'লেও অসমীয়া সাহিত্যৰ ইতিহাসৰ ধাৰাবাহিকতা ৰক্ষাৰ স্বাৰ্থতে সাহিত্যৰ বুৰঞ্জীয়ে দুৰৰাৰ কবিতাক উপেক্ষা কৰিব নোৱাৰে। এটা বিষয়ত কাৰোবোই দ্বিমত

থাকিব নোৱাৰে যে অসমীয়া সাহিত্যৰ ইতিহাসত দুৰৰাৰ কাব্য-সৃষ্টি উল্লেখযোগ্য স্মৰণীয় মাইলস্তম্ভ হৈ ৰ'ব। ইতিহাসত দুৰৰাৰ ৰচনাৱলী প্ৰকাশৰ প্ৰাসংগিকতাৰ ইয়ো এটা কাৰণ। দ্বিতীয়তে, আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিয়ে সৃষ্টি কৰা আধুনিক মানুহৰ জীৱনযাত্ৰা আৰু অতিপাত যান্ত্ৰিকতাত আজিকালি উত্তৰ-আধুনিক মানৱ সন্তান বৰ নিৰুকণভাৱে নিসংগ হৈ পৰিছে। তেওঁৰ নিৰাপত্তাহীনতাৰ অনিশ্চয়তাৰ পৰিধিও ক্ৰমে বৃদ্ধি পাই আহিছে। সামাজিক সম্পৰ্কৰ বান্ধোন, সামাজিক দায়বদ্ধতা আৰু সামাজিক নিৰাপত্তা দূৰৰে কথা, নিজৰ ৰক্ত-মাংসৰ নিকটতম আত্মীয়জনৰ ওচৰতে মানুহৰঅনাত্মিয়তা অভাৱনীয়ভাৱে বৃদ্ধি পাই আহিছে। বিজ্ঞান আৰু প্ৰযুক্তিকৌশলে বিশ্বখন যিমানেই ঠেক কৰি আনিছে, মানুহৰ সম্পৰ্কৰ ব্যৱধান তাতকৈ অধিক হাৰত বৃদ্ধি পাই আহিছে। বৰ্তমানৰ ৰুদ্ধশ্বাস ব্যস্ততাৰ মাজত মানুহে চৌপাশৰ আনসকলৰ চেহেৰা আৰু উপস্থিতি পৰ্যন্ত পাহৰি গৈছে। ব্যস্ততাৰ গতিবেগ যিমানেই বৃদ্ধি পাই আহিছে, সিমানে মানুহৰ অনিশ্চয়তাৰ আতংকও বাঢ়ি আহিছে। পশ্চিমীয়া উন্নত দেশত ইতিমধ্যে মানুহৰ জীৱনৰ প্ৰতিটো খোজৰ, প্ৰতিটো নিশ্বাসৰ নিৰাপত্তা, আনকি শেষ-নিশ্বাসৰ পৰৱৰ্তী পৰ্যায়ৰ সামাজিক দায়-দায়িত্ব পৰ্যন্ত বীমা কোম্পানীৰ বীমা আঁচনিৰ আশ্ৰয়তহে নিশ্চিত হৈছে। আমাৰ বাবেও সেই দূৰত্ব বেছি দিনৰ যাত্ৰা নহ'ব। সেয়ে চিৰন্তন নতুনৰ সন্ধানী মানৱ সন্তানক আজি নতুনত্বৰ সন্ধানে নিজৰে ভৱিষ্যত অনিশ্চিত কৰি তুলিছে। বহুতকে যেন নতুনত্বয়ো আমুৱাইছে। জীৱনযাত্ৰাৰ ৰুচিবোধতো এই আমনিৰ উমান নোপোৱা নহয়। ওঠৰ শতিকাত আৰম্ভ হোৱা ইংৰাজী সাহিত্যৰ ৰোমান্টিক আন্দোলনটো জন্মৰ পৰৱৰ্তী তিনিটা দশকৰ পাছত জন্মভূমিতে অৱহেলিত হৈছিল যদিও সেই দেশৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ভাগ্যৰেখাদালৰ সমান্তৰালকৈ বিভিন্ন ৰূপত ৰোমান্টিকতাই তেওঁলোকৰ জাতীয় জীৱনত ভুমুকি মাৰি থাকিল। কঠোৰ ভাবালুতাৰ তত্ত্ব আৰু প্ৰকৃতিলৈ প্ৰত্যাবৰ্তনৰ আহ্বানত যিদৰে যুক্তিবাদৰ ইতি নপৰি কেৱল যতিহে পৰিছিল, ফৰাচী বিপ্লৱে সৃষ্টিকৰা ৰোমান্টিকতাৰ উত্তাপেও পৰৱৰ্তী কালৰ সাহিত্য আৰু শিল্প-সৃষ্টিত ভুমুকি মাৰি থাকিল। শিল্প-সাহিত্যত নব্য-ক্লাচিচিজিম, নব্য-ৰোমান্টিচিজিম, ৰিয়েলিজিম, অস্তিত্ববাদ আদিৰ মাৰফৎ হৃদয় আৰু মস্তিস্কৰ উত্থান-পতন ঘটি থাকিল। ৰোমান্টিক যুগৰ কবিতাৰ ছন্দ হেৰাল সঁচা, ব্যঞ্জনাময় গদ্যৰে যি 'আধুনিক' কবিতাৰ ধাৰা ১৯১৮ চনত টি. এচ. এলিয়টে আৰম্ভ কৰিছিল, য'ত বুদ্ধিৰ চৰ্চাই সৰ্বাধিক গুৰুত্ব লাভ কৰিছিল, সেইটো ধাৰাত আজিকালি ৰোমান্টিকতাৰ প্ৰভাৱ ক্ৰমে বৃদ্ধি পাই আহিছে।

মানৱ জাতিৰ বৌদ্ধিক ইতিহাস মস্তিস্ক আৰু হৃদয়ৰ, — যুক্তি আৰু আবেগৰ উত্থান-পতনৰ ইতিহাস। অসন্তুষ্টি মানুহৰ সাৰ্বিক চৰিত্ৰ। যুক্তিত ক্লান্ত হৈ মানুহে

আবেগৰ আহ্বানত ঢাপলি মেলিছে, আকৌ আবেগৰ অতিশয্যত চিৎকাৰ কৰি পুনৰ যুক্তিৰ ওচৰত আশ্রয় বিচাৰিছে। কোনোটোৰেই এদনীয়া আধিপত্য স্থায়ী হোৱা নাই। ইয়াৰ মাজেৰেই মানৱ সমাজৰ বৈজ্ঞানিক আৰু বৌদ্ধিক অগ্রগতি অব্যাহত আছে। ৰোমান্টিক আন্দোলন আৰম্ভ হোৱাৰ বহুপূৰ্বেই বিজ্ঞানী পাস্কেলে (Pascal) কৈছিল যে "the heart has reasons of its own, which the head can never understand,"[১০] — হৃদয়ৰো নিজা যুক্তি আছে, যাক মস্তিষ্কই কেতিয়াও বুজিব নোৱাৰে। হয়তো সঁচা যে হৃদয় বা আবেগৰো নিজা যুক্তি আছে। আবেগৰ প্রতি আকৰ্ষণৰ সাৰ্বিকতাই তাৰ প্ৰমাণ, — বোধকৰোঁ সেই আকৰ্ষণেই তাৰ যুক্তি। কেৱল আবেগ বিবৰ্জিত সমাজ ব্যৱস্থাতহে যতীন্দ্রনাথ দুৱৰাৰ কবিতা উপেক্ষিত হ'ব। আবেগক শৃংখলিত কৰাৰ অভ্যাসেই বোধকৰো যুক্তি। আবেগবিহীন মানুহ কল্পনা কৰাও অসম্ভৱ। নেতিবাচক আবেগক শৃংখলিত কৰাতেই মানৱ সমাজ আৰু সভ্যতাৰ শান্তি আৰু অগ্রগতি নিৰ্ভৰ কৰি আছিছে। দুৱৰাৰ কবিতাত আবেগৰ শৃংখলিত ৰূপ মনোগ্ৰাহীকৈ প্ৰকাশ পাইছে। তেনে আবেগৰ কদৰ চিৰকাল থাকিব।

দুৱৰাৰ কাব্য-বিচাৰ আমাৰ উদ্দেশ্য নহয়। যোগ্য বিদ্বানসকলে ইতিমধ্যে তেখেতৰ কাব্যৰ বিভিন্ন দিশ আলোচনা কৰিছে। তেখেতৰ প্ৰকাশিত ছখন কবিতা পুথিৰে পাঁচখনৰ পাতনি অসমীয়া সাহিত্যৰ পাঁচগৰাকী বিখ্যাত বিদ্বানে লেখিছিল। তাত দুৱৰাৰ কাব্য-কৃতি যথোপযুক্তভাৱে আলোচিত হৈছে আৰু আঠাইকেইখন পাতনি এই সংগ্ৰহত অন্তৰ্ভুক্ত হৈ আছে কাৰণে দুৱৰাৰ কাব্য-চৰ্চা সম্পৰ্কীয় আলোচনা ইয়াত পৰিহাৰ কৰা হৈছে। যতীন্দ্ৰনাথ দুৱৰাৰ পূৰ্ণাংগ জীৱনী প্ৰকাশ হোৱা নাই যদিও তেখেতৰ গুণমুগ্ধ অনুজৰ বহুকেইজনে তেখেতৰ জীৱনৰ আৰু কাব্য-চৰ্চাৰ বিভিন্ন দিশ অন্যত্ৰ আলোচনা কৰিছে কাৰণে ইয়াত পুনৰাবৃত্তি পৰিহাৰ কৰা হ'ল।

সংকলনটোৱে দুৱৰাৰ সকলোখিনি ৰচনা সামৰি লৈছে বুলি দাবী কৰিব নোৱাৰে। তেখেতৰ মৃত্যুৰ কেইবছৰমানৰ পিছত তেখেতৰ ভতিজা শ্ৰীবসন্তলাল দুৱৰাই বাতৰি কাকতত বিজ্ঞাপন দি দুৱৰাৰ কবিতা, প্ৰবন্ধ, চিঠিপত্ৰ আদি সংগ্ৰহ কৰিছিল। তেতিয়াৰ সংগৃহিত কবিতাখিনি থুপাই ১৯৭৬ চনত "মৰমৰ সুৰ" শীৰ্ষক ষষ্ঠখন কবিতাৰ পুথি প্ৰকাশ কৰিছিল। বাকীখিনি লেখা এই সংগ্ৰহত ঠাই দিয়া হৈছে। প্ৰকৃততে এই সংগ্ৰহৰ প্ৰকাশিত পুথি, সিঁচৰতি হৈ থকা প্ৰকাশিত অনান্য লেখা আদি সংগ্ৰহ কৰা আৰু সেইবোৰৰ পাণ্ডুলিপি প্ৰস্তুত কৰাৰ সম্পূৰ্ণ কৃতিত্ব কবি দুৱৰাৰ ভতিজা শ্ৰীবসন্তলাল দুৱৰাৰ প্ৰাপ্য। তেখেতৰ চেষ্টা আৰু পৰিশ্ৰম অবিহনে যতীন্দ্ৰনাথ দুৱৰাৰ ৰচনাৱলী প্ৰকাশ কৰা সহজ নহ'লহেঁতেন। কবিতা পুথি কেইখনৰ বাদে সংগৃহিত লেখাখিনিৰ পাণ্ডুলিপি প্ৰস্তুত কৰি দিছিল শ্ৰীবসন্তলাল দুৱৰাৰ ভনীয়েক

অনুৰাগপা বৰুৱা আৰু জীয়েক গীতিকা দুৱৰাই। আটাইকেইজন কৃতজ্ঞতাৰ পাত্ৰ-পাত্ৰী। যতীন্দ্ৰনাথ দুৱৰাৰ ৰচনাৱলী প্ৰকাশৰ শুবিৰ মানুহজন শিৱসাগৰৰ বিদ্যানুৰাগী আৰু কবি দুৱৰাৰ প্ৰিয়পাত্ৰসকলৰে এজন শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বেজবৰুৱা। তেখেতৰ উদ্যোগ অবিহনে দুৱৰাৰ ৰচনাৱলী কেতিয়া ৰাইজৰ আগলৈ ওলাব পাৰিলেহেঁতেন সেইটো অনিশ্চিত। তেখেত সকলোৰে ধন্যবাদৰ পাত্ৰ।

দুৱৰাই যতিনাৰায়ন শৰ্মা আৰু অমূল্য বৰুৱালৈ লেখা চিঠিসমূহ যতিনাৰায়ন শৰ্মাৰ পৰিয়ালৰ পৰা সংগ্ৰহ কৰা হৈছে। এইখিনি চিঠিৰ তথ্যগত মূল্য অপৰিসীম। চিঠিখিনি সংগ্ৰহৰ ক্ষেত্ৰত যথেষ্ট সহায়-সহযোগিতা কৰিছিল যতিনাৰায়ন শৰ্মাৰ জোঁৱায়েক মোৰ অন্তৰংগ বন্ধু শ্ৰীভুৱন চন্দ্ৰ খাইগুে। শ্ৰীখাউণ্ড আৰু যতিনাৰায়ন শৰ্মাৰ পৰিয়ালবৰ্গ নিঃসন্দেহে কৃতজ্ঞতাৰ পাত্ৰ। ডঃ মহেশ্বৰ নেওগ, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডঃ সূৰ্যকুমাৰ ভূঞালৈ লেখা চিঠিসমূহ আৰু নকুল চন্দ্ৰ ভূঞাই ডঃ মহেশ্বৰ নেওগলৈ লেখা চিঠিখিনি ডঃ নেওগৰ পুত্ৰ বন্ধুবৰ শ্ৰীপ্ৰনব স্বৰূপ নেওগে বিশেষ যত্নেৰে বাচি বিচাৰি উলিয়াই দিয়াৰ কাৰণে তেখেতৰ ওচৰত কৃতজ্ঞ হৈ ৰ'লো। লক্ষ্মীনাথ বেজবৰুৱালৈ লেখা চিঠিখিনি বেজবৰুৱাৰ "পত্ৰলেখা"ৰ পৰা সংগ্ৰহ কৰা হৈছে।

দুৱৰাৰ অপ্ৰকাশিত কবিতাসমূহ কাঠ পেঞ্চিলেৰে লেখা। সেইবোৰৰ পাঠ প্ৰস্তুত অলপ কষ্টসাধ্য। চিঠিপত্ৰবোৰৰে কিছুমানৰ কাষবোৰ ফাটি উৰুলি যোৱা। পাঠ উদ্ধাৰ দুস্তৰ। অশেষ যত্ন আৰু কষ্ট কৰি কুমুদসঞ্চয় সঞ্চালকালয়ৰ সহকাৰী প্ৰচাৰ বিষয়া সৰ্বশ্ৰী বিৰিঞ্চি কুমাৰ বৰকটকী, হেমেন দাস আৰু পৰেশ দেৱচৌধুৰীয়ে সেইখিনিৰ প্ৰাৰম্ভিক পাঠোদ্ধাৰ আৰু চূড়ান্ত পাণ্ডুলিপি প্ৰস্তুত কৰি দিয়াৰ কাৰণে তিনিয়োজনলৈকে কৃতজ্ঞতা জনালো। যতীন্দ্ৰনাথ দুৱৰাৰ ৰচনাৱলী প্ৰকাশৰ প্ৰস্তাৱ দিয়াৰ লগে লগে লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰী সুসাহিত্যিক শ্ৰীখগেন্দ্ৰনাৰায়ন দত্তবৰুৱাই বিনাদ্বিধাই প্ৰকাশৰ দায়িত্ব লোৱাৰ বাবে তেখেত অসমীয়া সাহিত্যপ্ৰেমী ৰাইজৰ অকুণ্ঠ কৃতজ্ঞতাৰ পাত্ৰ। সংকলনটো প্ৰস্তুত কৰাৰ ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্ৰীৰঞ্জিত কুমাৰ দেৱগোস্বামী আৰু ডঃ প্ৰদীপজ্যোতি মহন্তৰ পৰা নানাভাৱে দিহা-পৰামৰ্শ লৈছিলো। দুয়োজনেই ধন্যবাদৰ পাত্ৰ।

সংকলনটোত কবি দুৱৰাৰ শব্দ-বিন্যাস আৰু বাক্য-বিন্যাসত অকণো হাত নিদিয়াকৈ প্ৰকাশ কৰা হৈছে। আজিৰ বিচাৰত কিছুমান শব্দ-বিন্যাস অপ্ৰচলিত বা ভুল বুলিয়ো প্ৰমাণিত হ'ব। কিন্তু অসমীয়া ভাষা-সাহিত্যৰ বিকাশত সিয়ো এক ঐতিহাসিক স্তৰ বুলি বিবেচিত হ'বলৈ বাধ্য কাৰণে সেইখিনি শুধৰাই দিয়াৰ পৰা বিৰত থাকিলো।

যতীন্দ্ৰনাথ দুৱৰাৰ ৰচনাৱলীয়ে অসমীয়া পাঠকৰ পৰা আশানুৰূপ সমাদৰ পাব বুলিয়েই আমাৰ আশা।

লক্ষ্মীনাথ তামুলী
সম্পাদক
গুৱাহাটী
১৫ নৱেম্বৰ, ১৯৯৭

---

(১) হোমেন বৰগোহাঞি ঃ ধূসৰ দিগন্ত, ১৯৭০, পৃঃ ৫৩-৫৫।

(২) ডঃ হীৰেন গোহাঁই ঃ সাহিত্যৰ সত্য, ১৯৭০, পৃঃ ১৪৯।

(৩) ডঃ লীলা গগৈ (সম্পা:) ঃ যতীন্দ্ৰনাথ দুৱৰা ঃ কবি আৰু প্ৰতিভা, ১৯৮৮, পৃঃ ৪৬।

(৪) - ঐ - পৃঃ ৫৭।

(৫) - ঐ - পৃঃ ২২।

(৬) - ঐ - পৃঃ ২৩১-২৩২।

(৭) ৰংপুৰ সাহিত্য সভা ঃ দুৱৰাৰ কাব্য প্ৰতিভা, ১৯৯৩, পৃঃ ১৬৫-৬৬। দুৱৰাৰ জন্ম বছৰ সম্পৰ্কে সন্দেহৰ অৱকাশ আছে যদিও সেই বছৰটোৱেই গ্ৰহণীয় হৈ আহিছে।

(৮) Harold Nicolson : The Age of Reason, 1960, P. 387-88.

(৯) Will Durant : The Story of Philosophy, P. 201.

(১০) Will Durant : The Story of Philosophy, P. 278.



যতীন্দ্রনাথ দত্তবন্ধ

জন্ম ১৮৯২ মৃত্যু ১৯৬৪

# সূচীপত্র



## কথা কবিতা

## আপোন সুৰ

## বনফুল

# উচৰ্গা

শ্ৰদ্ধাষ্পদ

শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা
ডাঙৰীয়াৰ শ্ৰীচৰণেষু

'যতীন'

# নিবেদন

কবিয়ে নিজৰ প্ৰাণৰ বীণত এনে সুৰ বজায় যি সুৰ গোটেই মানৱজাতিৰ হৃদয়তে প্ৰতিধ্বনিত হয়। প্ৰতি মানৱৰ হিয়া যি সুৰৰ কাৰণে বিয়াকুল, যি সুৰ মানৱৰ ক্ষুদ্ৰ দুখ-সুখৰ বাহিৰত, অথচ যাৰ বিকাশ সেই দুখ-সুখৰ ভিতৰেদিয়েই হয়। এই বিশ্বজনীন সুৰ যাৰ প্ৰাণত বাজে সেয়ে কবি। কবিক মানুহে ভাল পায়, আপোন বুলি ভাবে, কাৰণ কবিয়ে মানুহৰ প্ৰাণৰ কথা কয়, হৃদয়ৰ গভীৰতম স্থানৰ বাতৰি মানুহক দিয়ে। কবি মানৱজাতিৰ সম্পত্তি আৰু গৌৰৱ আৰু সেই কাৰণেই কবিৰ স্থান মানৱ-সমাজৰ শিৰত।

ওমৰক মানুহে ভাল পায়, কাৰণ ওমৰ প্ৰকৃত কবি। ওমৰৰ ভিতৰেদি মানৱ জাতিৰ হৃদয়ৰ অব্যক্ত অথচ অতি কৰুণ সুৰটি প্ৰকাশ হৈছে। ওমৰে মানুহক তাৰ প্ৰকৃত স্বভাৱলৈ চকু মোকোলাই দিছে। সেই দেখিয়েই ওমৰ কবি আৰু ওমৰ কবি দেখিয়েই মানুহে তেওঁক ভাল পায়,– আপোন বুলি ভাবে।

আমি যাক ভাল পাওঁ তেওঁৰ বিষয়ে জানিবলৈ আমাৰ স্বভাৱতে ইচ্ছা হয়। কিন্তু জগতৰ শ্ৰেষ্ঠ কবি সকলৰ শাৰীত ঠাই পোৱা ওমৰৰ বিষয়ে আমি জানো কিমান? ভাৱ ৰাজ্যৰ সম্ৰাট ওমৰে তেওঁৰ প্ৰকৃত সত্ত্বা আমাক দি গৈছে তেওঁৰ কাব্যত, কিন্তু তেওঁৰ জীৱনৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ঘটনাৰ সম্ভেদ আমাৰ পাবৰ উপায় নাই। প্ৰশ্ন হব পাৰে ওমৰে যেতিয়া নিজৰ শ্ৰেষ্ঠ দান, তেওঁৰ প্ৰকৃত স্বৰূপ, তেওঁৰ ভাব দি গৈছে তেওঁৰ বিষয়ে অন্য কথা জানিবৰ আৱশ্যক কি? কিন্তু আমি যাক ভাল পাওঁ তেওঁৰ প্ৰতি কথাই যে আমাৰ কাণত মধুৰ। কিন্তু ওমৰৰ জীৱনৰ প্ৰায় সকলো কথাকে অতীত ইতিহাসে নিজৰ গৰ্ভত স্থান দি তেওঁৰ বিষয়ে আমাৰ জানিবৰ ইচ্ছা বিফল কৰিছে। আমি জানো তেওঁ খৃঃ ১১ শ শতাব্দীৰ শেষ ভাগত খোৰাচানৰ নিচাপুৰত জন্ম গ্ৰহণ কৰি উপযুক্ত বয়সত বিখ্যাত অধ্যাপক ইমাম মোয়াফিকৰ শিষ্যত্ব লাভ কৰে। আমি জানো তেওঁ এজন বাল্যবন্ধুৰ সহায়ত নিচাপুৰত বহি বিজ্ঞান অনুশীলন কৰিবৰ সুবিধা পায়। সময়ত তেওঁ এজন বৈজ্ঞানিক হৈ উঠে। আৰু আমি জানো ১১২৩ চনত

নিচাপুৰত তেওঁৰ মৃত্যু হয়। এই সামান্য কথাৰ বাহিৰে তেওঁৰ বিষয়ে প্ৰায় সকলো কথাকে অতীতে এন্ধাৰ ঢাকনিৰে ঢাকি থৈছে। তেওঁৰ জীৱনৰ গতি, তেওঁৰ জীৱনৰ প্ৰভাৱ, তেওঁৰ বিষয়ে অন্যান্য প্ৰায় সকলো কথা কোনেও নেজানে। ভাবৰ সাধক ওমৰে আমালৈ কেৱল তেওঁৰ জীৱনৰো জীৱন নিজ ভাবৰাশি থৈ গৈছে আৰু আমি কৃতজ্ঞ হিয়াৰে তাকে গ্ৰহণ কৰি সন্তুষ্ট থাকিব লগাত পৰিছোঁ।

অনন্ত প্ৰয়াসী মানৱ আত্মাৰ চিৰন্তৰ প্ৰশ্ন– 'ক'ৰ পৰা আহিছোঁ? 'ক'লৈ যাম?' ওমৰৰ ভিতৰেদি পূৰ্ণৰূপে প্ৰকাশ হৈছে। সংসাৰ চক্ৰত পৰি মানুহে ক্ষন্তেকলৈ জীৱন সমস্যাৰ এই গভীৰ প্ৰশ্ন পাহৰিব পাৰে কিন্তু সদায় সকলো মানুহৰ মনৰ এচুকত এই প্ৰশ্নই ভূমুকি মাৰে। 'ক'ৰ পৰা আহিছোঁ? ক'লৈ যাম?' এই দুটি প্ৰশ্নৰ সমাধানৰ চেষ্টাই সকলো ধৰ্ম্মৰ, সকলো দৰ্শনৰ মূল। 'ক'ৰ পৰা আহিছোঁ? 'ক'লৈ যাম? এই দুটাই সকলো প্ৰশ্নৰ মূল প্ৰশ্ন,– ঈশ্বৰ, জগৎ, সৃষ্টি সকলো প্ৰশ্নৰ উদয় হয় ইয়াৰ পৰাই। এই প্ৰশ্নই কাৰবাক সাধু-সন্ন্যাসী কৰে, কাৰবাক নাস্তিক কৰে। কোনোবাই বিশ্বাস কৰে যে ঈশ্বৰৰ পৰা আমি আহিছোঁ আকৌ সংসাৰ ত্যাগ কৰি ঈশ্বৰানুৰক্ত হলেই ঈশ্বৰৰ কাষলৈ যাম। তেওঁ সন্ন্যাসী হয়, তেওঁ ত্যাগী হয়। কোনোবাই আকৌ বিশ্বাস কৰে যে জীৱন এটা আকস্মিক ঘটনা; হঠাৎ স্বাভাৱিক গতিত আমি আহিছোঁ, এদিন মৰিম; শেষ, আৰু একো নাই। তেওঁ নাস্তিক হয়। কিন্তু নাস্তিকেই হোৱা বা সন্ন্যাসীয়েই হোৱা এই প্ৰশ্নৰ হাতৰ পৰা তোমাৰ মুক্তি নাই। তুমি সীমাবদ্ধ, কিন্তু তোমাৰ ভিতৰত অসীমৰ প্ৰয়াস। মানৱ মনৰ এই অনন্ত অভিযান, সীমাৰ এই অসীম ৰাজ্যৰ প্ৰতি গতি, মানৱ চেষ্টাৰ অসীমৰ সীমা বিচৰা এই ব্যৰ্থ চেষ্টা কি কৰুণ, কি বিষাদপূৰ্ণ! অথচ এই চিৰন্তন চেষ্টা এই চিৰন্তন প্ৰশ্নৰ হাতৰ পৰা মুক্তি মানুহে নেপায়। এয়ে মানৱৰ জীৱনৰ গভীৰতম দুখ। দুখৰ মাজেদি সত্য আৰু মধুৰৰ বিকাশ। এই দুখৰ ভাৰত ওমৰৰ প্ৰাণ আকুল, অস্থিৰ হৈ উঠিছিল আৰু তেওঁৰ সেই দুখৰ দানেই তেওঁৰ ভাবৰাশি, তেওঁৰ কৰুণ মধুৰ প্ৰাণস্পৰ্শী সাধনাৰ ফল,– তেওঁৰ কবিতা।

ওমৰে সাধনাৰ ফলত কি পালে, কি আমাক দি গ'ল? বহুতে কয় ওমৰে ভগৱৎ প্ৰেম লাভ কৰি তাক সুচাৰুৰূপে বৰ্ণাই গৈছে, বহুতে কয় ওমৰ নাস্তিক, বহুতে আকৌ কয় ওমৰ আস্তিক। কিন্তু যেতিয়া আমি ভাবুকৰ ভাব ৰাজ্যত

প্ৰবেশ কৰোঁ তেতিয়া নিজৰ মনৰ গতিৰে তেওঁৰ মনৰ গতিক জুখি চাবলৈ যোৱাটো উচিত নহয়। তেওঁৰ ভাবত প্ৰবেশ কৰিব নোৱাৰিলে তেওঁৰ কথাৰ প্ৰকৃত তথ্য বুজা টান। ওমৰৰ সাধনাৰ ফল বিচাৰিবলৈ যাওঁতে নিজৰ কল্পিত ফল এটা তেওঁৰ হাতত যেন আমি তুলি নিদিওঁ।

ওমৰে আমাক সত্যৰ আভাস দিছে, এয়ে তেওঁৰ শ্ৰেষ্ঠ দান। এটি গভীৰ বিষাদ– এটি গভীৰ কাৰুণ্যপূৰ্ণ তেওঁৰ কবিতাৰ ৰাশি। প্ৰশ্ন, অনন্ত প্ৰশ্ন, কিন্তু উত্তৰ ক'ত? উত্তৰতো তেওঁ পোৱা নাই, দিব ক'ৰ পৰা? বৈজ্ঞানিকৰ বিশ্লেষণ প্ৰথা, ভাবুকৰ সামঞ্জস্যকৰণ প্ৰথা, কবিৰ গভীৰ দৃষ্টি, দাৰ্শনিকৰ জ্ঞান সকলো গোটাই লৈ সৃষ্টি তথ্যৰ গভীৰতম প্ৰদেশলৈ ওমৰে চাই দেখিলে তাৰ আদি আৰু অন্ত দুয়ো আন্ধাৰ, গভীৰ আন্ধাৰ। মানৱ মনৰ অসীমৰ প্ৰতি ব্যৰ্থ অভিযান এয়ে ওমৰ আৰু ওমৰৰ অভিযানৰ ব্যৰ্থতাৰ কাৰুণ্যই তেওঁৰ মানৱ জাতিৰ প্ৰতি শ্ৰেষ্ঠ দান। প্ৰাচ্য ভাবুক ওমৰৰ মাজেদি দৈব বলৰ মহীয়ান শক্তিত বিশ্বাসটি সময়ে সময়ে ফুটি ওলাইছে; সময়ে সময়ে জীৱনৰ অসাৰত্ব কথা ফুটি ওলাইছে- মনৰ বিশ্বাস অবিশ্বাসৰ মাৰাত্মক খেলাৰ ভাব ওমৰৰ মাজেদি প্ৰকাশ পাইছে; কিন্তু সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে- ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ কৰুণ সুৰ। এই সুৰ শুনি মানুহ চমক খাই ৰয়, ভাবে যেন ক'ৰবাত শুনিছে আৰু বাহিৰৰ জঞ্জাল নিস্তব্ধ হ'লেই নিজৰ প্ৰাণতে এই সুৰ বাজি উঠা শুনে! এনে ওমৰৰ শ্ৰেষ্ঠ এয়ে ওমৰৰ বিশ্বজনীন ভাব। এই সুৰত মুগ্ধ হৈ আজি আমি অসমীয়া ৰাইজৰ ওচৰত নিজৰ ক্ষুদ্ৰ শক্তিৰে ওমৰৰ ভাৱৰ এটি চানেকি, এটি ছাঁ দাঙি ধৰিব খুজিছোঁ। ইয়াৰ অসম্পূৰ্ণতা আমাৰ, ওমৰৰ নহয়, কিন্তু ইয়াৰ মাহাত্ম্য আমাৰ নহয়, ওমৰৰ। এই জীৱন বীণৰ-সুৰে যদি এটি অসমীয়াৰ প্ৰাণতো প্ৰতিস্পন্দন লাভ কৰে তেন্তে আমি নিজকে গৌৰৱান্বিত বুলি ভাবিম।

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

সোণালী ৰথত আলোকি বিমান
মাৰিলে সূৰুযে সোণৰ কাঁড়
পলাল আন্ধাৰ-হৰিণিয়ে যেনে
হয় নিমিষতে চকুৰ আঁৰ।

ৰাজ কাৰেঙক চুমিছে পোহৰে
উঠিছে মঙ্গল প্ৰভাতী গান
জীৱন্ত জগৎ উঠা উঠা হেৰা
এতিয়াও কিয় নিৰ্জীৱ প্ৰাণ।

মিচিকি হাঁহিৰে উষা দেবী আহে
নীল আকাশৰ ওৰণি ল'ই
আলহী ঘৰৰ দুৱাৰ মুখত
কোনে যেন আহি মাতিছে অ'ই।

কয় চেনেহেৰে "পিয়লা তোমাৰ
থাকোঁতে সময় ভৰাই লোৱা
জীৱনৰ মধু শুকালে এবাৰ
আৰু জানো তাক দুনাই পোৱা?"

পুৱা বিহগৰ মধুৰ সুৰত
শত আলহীয়ে সাদৰি কয়
"মেলাঁহে দুৱাৰ নবীন পথিক
আহিছোঁ উলাহে বাঁহীটি লই।

খন্তেক থাকিম ধেমালি কৰিম
ধেমালি শেষত কেনিবা যাম
সোঁতৰ মুখত উটিলে এবাৰ
পুৰণি সুখ কি পুনৰ পাম?”

নৱ বৰষত উঠিছে প্ৰাণত
কত অতীতৰ বিফল আশা
ভাবুকৰ প্ৰাণ ভাবে ভৰপূৰ
কোনে বুজে সেই নীৰৱ ভাষা।

নিৰলা বিচাৰি যায় ধীৰে ধীৰে
গছ লতা বন হাবিৰ মাজ
প্ৰভু পৰশত প্ৰকৃতিয়ে য'ত
পিন্ধিছে নতুন শ্যামল সাজ।

ক'ত আজি সেই এৰেম্ ফুলনি
হাজাৰ গোলাপ ফুলিছে য'ত
জাম্-চৈয়দৰ সাত বৰণীয়া
ভুবন বিজয়ী পিয়লা ক'ত?

এতিয়াও আছে আঙুৰৰ বন
চালে এতিয়াও ৰাঙলী ধাৰা
আছে তটিনীৰ কুলুকুলু গান
—নাই সেই প্ৰাণ উলাহ ভৰা।

দায়ুদৰ সʼতে মোৰ গʼল আজি
অতীত ছন্দ পুৰণি তান
মাথোঁ কেতেকীৰ আকুল কণ্ঠত
বাজি উঠে সেই পাহৰা গান।

কয় কাণে কাণে গোলাপী সখীক
কওঁ কওঁ বোলা গুপুত কথা
আঙুৰ বসৰ ৰাঙলী ৰসেৰে
পাহৰোবা সখী অতীত বেথা।

আজি বসন্তৰ মধুৰ পৱন
বইছে ধীৰেৰে জুৰাই প্ৰাণ
ঢালোঁ ইয়াতেই অনুতাপ ৰাখি
জাৰৰ কুঁৱলী বিষাদ গান।

পিয়লাটি মোৰ ধৰাহি মুখত
আহা প্ৰাণ সখা সময় নাই
পাখি মেলি সৌ জীৱন পখিটি
অনন্তৰ পিনে উৰি যে যায়।

পুৱা কিৰণত লাখে লাখে ফুল
ফুলিছে মলয় পৰশ পাই,
কাষতেই তাৰ আৰু অসংখ্যাত
নীৰলে লেৰেলি শুকাই যায়।

যাৰ পৰশত লাজুকী গোলাপে
নাচিছে ৰঙেৰে ওৰণি থ'ই
সেই পৰশতে শত জামচেদ্
শত কৈকোবাদ কালত লয়।

পাহৰি সকলো খায়মৰ স'তে
ওলোৱা উদাস পৰাণ ল'ই
বুৰঞ্জী পাতত থক নিশবদে
খচুৰু কোবাদে ৰঙেৰে শুই।

ৰুস্তামৰ কথা ভাবিলে কি হ'ব—
ভাবিলে ভাৱনা বাঢ়িহে যায়।
এৰি দিয়া সেই বিষাদ ৰাগিণী
হেৰাল যিদৰে হাতেম্ তাই।

সৌ যে দেখিছা দূৰ দূৰণিৰ
মৰুৰ দাঁতিত এখনি পাম
সেউজীয়া গছ লতাই বেৰিছে
সেয়ে মোৰ চিৰ পবিত্ৰ ধাম।

ৰজা প্ৰজা তাত সকলো সমান
নাই বাদ্‌চাৰ গজ্‌নী পুৰ
তাতে বহি আমি আকাশ তলত
নীল অসীমত মিলাম সুৰ।

সেই নিৰলাত থাকিম নিজানে
কাষত তোমাৰ মধুৰ গান
কটি এটুকুৰা সুৰাৰ পিয়লা
কবিতা কুঁৱৰী আকুল প্ৰাণ।

সি সুৰ পুৰীৰ এয়েই সপোন
এয়ে হৃদয়ৰ বাসনা মোৰ
মৰুৰ মাজত নামিব সৰগ
জীৱন যাতনা পৰিব ওৰ।

ৰাজ সুখ আশে কোনোবা বলিয়া
কোনোৱে বিচাৰে সৰগ সুখ
ছাঁৰ পিচে পিচে লৰোঁতে সদায়
ইফালে নভৰে ঘৰত মুখ।

লোৱা ততালিকে যি পোৱা হাতত
নোপোৱা যিখিনি থাকক বাকী
দূৰৰ বাজনা শুনিলে কি হ'ব
মাজত তোমাৰ তেনেই ফাঁকি।

সৌ যে দেখিছাঁ গোলাপ কুৱঁৰী
ঢালিছে ৰঙেৰে সুধাৰ ধাৰা
কয় হাঁহি হাঁহি পাহি মেলি মেলি
চোৱা মোৰ হিয়া চেনেহ ভৰা।

প্ৰেমৰ বাতৰি দিম জগতত
তোলা মোক হেৰা যতন কৰি
শুকাম যেতিয়া ঢুকাম তেতিয়া
চিন স্মৃতি যাব কেনিবা উৰি।

সংসাৰৰ সুখ আশা কৰি নৰে
আপোন পাহৰি লৰিছে হায়
কাৰোবা ভাগ্যত ফলিছে সপোন
কাৰোবা ভাগ্যত একোৰেই নাই।

কি লাভ ইয়াত খন্তেকীয়া সুখে
খন্তেকৰ পাচে আঁতৰি যায়
মৰুৰ মাজত নিয়ঁৰৰ কণা
পলাই পুৱাৰ পৰশ পায়।

সোণৰ ধানেৰে ভঁড়াল ভৰালে
যি জনে অশেষ যতন কৰি
একে উশাহতে উৰালে সকলো
যি জনে মনৰ সোঁতত পৰি।

হ'ল দুয়ো লয় এই মাটিতেই
একেদৰে শেষ জীৱন খেলা
ইয়াৰ পাচত আহি মৰতত
আৰু কি পাতিব মোহন মেলা?

এই পৃথিৱীৰ আলহী ঘৰত
দিন ৰাতি দুয়ো দুৱৰী যাৰ
সুখদুখ ভৰা অতীত ৰাগিণী
বাজিছে কতনো বুকুত তাৰ।

ত্ৰিভুবনজয়ী কত ৰজা আহি
কালৰ কোলাত মিহলি হ'ল
জলিল চাকিটি নুমাল আকৌ
পোহৰৰ মাথো স্মৃতিটি ৰ'ল।

আছিল যি ঠাইত জাম চৈয়দৰ
আলোক শোভিত অলকা পুৰি
বাঘ ভালুকৰ ধেমালিৰ ঠাই—
ফুৰে আজি তাত ৰঙেৰে ঘূৰি।

ক'ত শুলে আজি ৰজা বেইৰাম
নিপুণ চিকাৰী ৰণুৱা বীৰ
বনৰীয়া ঘোৰা গাধই বিহৰে
সুখেৰে আজি সি তটিনী তীৰ।

ভাবোঁ কেতিয়াবা ফুলিছে গোলাপ
কাৰ তেজেৰে নো ৰাঙলি হই
কোন প্ৰেমিকৰ ব্যথিত হিয়াৰ
নিৰাশ প্ৰেমৰ চানেকী লই।

ফুলনি শুৱাই ফুলে যত ফুল
হৰিষে মলয়ে চুমিছে যাক
কোন কুঁৱৰীৰ অধৰৰ পৰশে
কৰিছে এনুৱা ধুনীয়া তাক।

তটিনী তীৰৰ এই যে কোমল
দূবৰি ঘাঁহৰ দলিচা খনি
বহা সখা মোৰ বহা ধীৰে তাত
নিদিবা চৰণ আঘাত আনি।

কোন সুন্দৰীৰ অতৃপ্ত বাসনা
নীৰৱ চকুলো বুকুত লই
কৰুণ ৰসৰ সেউজীয়া সাজে
মাটি ভেদি চোৰা উঠিছে অ'ই।

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া
অতীত ভবিষ্য শোক দুখ ভয়
আজিৰ ভাবনা উটাই নিয়া।

আজিয়েই দিয়া কালিলৈ কিয়
কোনে জানে মোৰ কালি কি হ'ব?
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ'ব।

কত প্ৰিয়জন যতনেৰে যাক
চেনেহৰ মালা পিন্ধালোঁ আহি
কত ভাগ্যবান জগতত যাৰ
গোটেই জীৱন মধুৰ হাঁহি।

খন্তেকৰ আগে জীৱনৰ সুধা
ঢালি আপোনাৰ পিয়লা ভৰি
কোন দেশলৈ গ'ল তেওঁলোক
আলহী ঘৰৰ আসন এৰি।

তেওঁলোকে সেই এৰা আসনতে
যত লগৰীয়া ৰঙতে আজি
হাঁহিছোঁ গাইছোঁ পিয়লা ভৰাই
মিলিছোঁ ৰঙৰ সাজেৰে সাজি।

দুদিনৰ পাচে সকলোৰে শেষ
মিলনৰ ঠাই মৰণ পুৰী
আমাৰ পাচতো আৰু কত জনে
বহিব ই দৰে আসন জুৰি।

ধুলিৰ লগতে মিলিব যেতিয়া
খন্তেকীয়া ই জীৱন মোৰ
যাওক তেন্তে ভাহি সুৰাৰ সোঁতত
নপৰক যেন সুখৰ ওৰ।

আহিলে মৰণ যাবই লাগিব
আন্ধাৰ পুৰীৰ কোনোবা দেশ
নাই য'ত সুৰা নাই য'ত গান
অজান দেশৰ কতনো শেষ।

কোনোবা বলিয়া সুখ সুখ কৰি
এই পৃথিৱীকে সাৱটি ধৰি
কোনোৱে ভাবিছে মৰণৰ পাচে
পাম সঁচাকৈয়ে সুখৰ পুৰী।

তইঁতৰ সুখ নাই ক'তো হেৰ
নিঠুৰ মৰণে চিঞৰি কয়
মূৰ্খ তইঁত অলীক ভাবনা
ভাবি কৰ কিয় জীৱন ক্ষয়?

ইপুৰী সিপুৰী বুজালে বহুত
জ্ঞান গভীৰ তৰ্ক কৰি
ক'ত আজি সেই সাধু-মহাজন
কোনে আজি মাত নিলেনো হৰি?

ক'ত সি সবৰ অতীত বিধান
হাঁহি টিলিকিতে কেনিবা গ'ল
—মাটিৰ মানুহ মাটিয়ে ঢাকিলে
মাটিৰ লগতে মিহলি হ'ল।

আহাঁ তেন্তে হেৰা খায়ামৰ স'তে
এৰা জ্ঞানীলে জ্ঞানৰ ঠাই
এটি কথা মোৰ ৰাখিবা মনত
পলে পলে সখা জীৱন যায়।

এই জগতত এয়ে মাথোঁ সঁচা
বাকী সকলোটি তেনেই ভুল।
এবাৰ সৰিলে সৃষ্টিৰ বুকুত
নুফুলে দুনাই জীৱন ফুল।

শিকিবৰ আশে প্ৰথম পুৱাতে
কত পণ্ডিতৰ কাষত গই
শুনিলো বহুত তৰ্ক বিতৰ্ক
এই মাথোঁ এটি বিষয় লই।

নেদেখিলোঁ ক'তো বিচাৰৰ শেষ
তৰ্কই থাকে জীৱন জুৰি
শেষ লাভ মোৰ গ'লো যেই বাটে
সেই বাটে দিয়ে আহিলোঁ ঘূৰি।

তেওঁবিলাকৰ লগতে কলোঁ
জ্ঞানৰ পুলিটি গোপন কৰি
ঢালিলোঁ যতনে নিজ হাতে পানী
ৰাখিলোঁ হিয়াৰে আবৰি ধৰি।

গছ মোৰ বাঢ়ি উঠিল যেতিয়া
গুটিটি দেখিয়ে বুজিলোঁ মই
সোঁতৰ দৰেই বই বই আহি
যাওঁ বতাহতে মিহলি হ'ই।

ধৰণীৰ এই সেউজীয়া কোলা
ইয়াতে জনম লভিলোঁ মই
কিয়বা আহিলোঁ কিহৰ সোঁতত—
কি কাম ইয়াত সাধিম অ'ই।

এই কোলা খনি উদঙাই পুনু
কাৰনো উদ্দেশে উধাও হই
মৰুৰ মাজৰ বতাহৰ দৰে
কোন অসীমত মিলিম গ'ই।

ইয়াৰ আগেয়ে ক'ত বা আছিলোঁ
কাকনো সুধিম কথাটি মোৰ?
ইয়াৰ পাচত কোন দেশলৈ—
নোৱাৰোঁ বুজিব ৰহস্য ঘোৰ?

ঢালা তেন্তে সখা জীৱনৰ সুধা
চিন্তা ভাৱনা দূৰতে থক
ধৰিব নোৱৰা নিয়তিৰ লীলা
পিয়লা ভৰাই পাহৰা যক।

সেই দিনা উঠি কল্পনা ৰথত
এৰি নৰলোক-সৰগ পাই
সপ্তৰ্ষি মণ্ডল দেৱৰ আসন
আৰু কত কি যে ফুৰিলোঁ চাই।

আহোঁতে বাটত সংশয় ছেদ
কতনো নিজেই কৰিলো মই
জীৱন মৰণ অদৃষ্টৰ গাঁথি
নোৱাৰিলোঁ মাথোঁ মেলিব হায়।

সন্মুখত দেখোঁ এখনি দুৱাৰ
কাঠিটি বিচাৰি নেপালোঁ তাৰ
ঢাকিছে সমুখ আন্ধাৰ ঢাকোনে
জুমি চাবলৈকো সাধ্য কাৰ।

শুনিলোঁ খন্তেক 'তুমি' আৰু 'মই'—
হ'ল লাহে লাহে সুৰটি ক্ষীণ
দুদিনীয়া মাথোঁ 'তুমি' আৰু 'মই'—
শেষত সকলো একতে লীন।

এই পৃথিৱীয়ে কত যুগ ধৰি
কত ঋষি মুনি জনম দিলে
কত সাগৰৰ নীৰৱ বুকুত
শত লহৰীয়ে নিৰলে খেলে।

কত জোন বেলি দশোদিশ জুৰি
　　গ্ৰহ তৰা লই লগেৰে ফুৰে
সকলোৰে মূল কালৰ চকৰি
　　ঠিক একেদৰে সদায় ঘূৰে।

অশেষ যতনে নোৱাৰিলে কেওঁ
　　অসীম ৰহস্য কৰিব ভেদ
ক্ষীণ মানৱৰ ক্ষীণ বুদ্ধি বল
　　জীৱন সংশয় নহ'ল ছেদ।

কত পণ্ডিতৰ জ্ঞানৰ পোহৰ
　　অনন্ত পোহৰে পেলালে জঁয়
প্ৰতি মুহূৰ্ত্তে সৃষ্টিৰ বিকাশ
　　প্ৰতি মুহূৰ্ত্তে ঘটিছে লয়।

যুৰি দুই কৰ সৰগ থিয়াই
　　সুধিলো কাতৰে জীৱন স্বামী
কোন পোহৰত যাওঁ আগবাঢ়ি
　　তিমিৰ পথৰ যাত্ৰী আমি।

গৰ্জ্জিলে সৰগে গহীন সুৰেৰে
　　"নাই নাই ক'তো আলোক পথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
　　চলে মানৱৰ জীৱন ৰথ।"

উভতি তেতিয়া পিয়লাটি চুমি
　　　　সুধিলোঁ "চেনেহী পিয়লা মোৰ
কোনে আতবাৰ মায়া জাল খনি
　　　　ৰহস্যৰ জানো পৰিব ওৰ।"

ক'লে পিয়লাই "ইয়াতে সকলো
　　　　ইয়াৰ সিপাৰে একোৱেই নাই
পান কৰাঁ সখা থাকোঁতে জীৱন
　　　　নহলে জীৱন বিফলে যায়।"

কোনোবা যুগত কাৰ দেহা খনি
　　　　মাটিৰ লগতে মিহলি হ'ল
গঢ়িলে পিয়লা সেই মাটিৰেই—
　　　　অতীতৰ স্মৃতি বুকুতে ৰ'ল।

কত প্ৰণয়ীৰ প্ৰেমৰ সপোন
　　　　কত বিৰহীৰ আকুল তান
কত পূৰ্ণিমাৰ জোনাক জেউতি
　　　　কত বসন্তৰ মধুৰ গান।

কত "বচৰাৰ" গোলাপৰ গোন্ধ
　　　　কত শত হিয়া উলাহ ভৰা
কত সুন্দৰীৰ গোলাপী ওঠৰ
　　　　পৰশে পৰাণ আকুল কৰা।

চেনেহৰ স্মৃতি কত অতীতৰ
আছে পিয়লাতে মিহলি হই
অতীতৰ সাথী এই পিয়লাটি
অতীতৰ সুৰে কথাটি কয়।

ফুৰোঁতে সিদিনা সন্ধিয়া পৰত
গই পালোঁগৈ কুমাৰ গাওঁ
দুহাতে কুমাৰে সানিলে বোকা
কেনেকৈ মাটি খঁচিছে চাঁও।

নিকৰুণ ভাৱে খচোঁতে খচোঁতে
মাটিৰ মুখত ওলালে মাত
কয় কাতৰেৰে "লাহে লাহে হেৰা
আৰু কত দিয়া আঘাত গাত।"

যুগে যুগে এই একেটি কাহিনী
ঠিক এনেদৰে আহিছে বই
যিদিনা সৃষ্টিৰ প্ৰথম পুৱাতে
বিধাতাই মাটি হাতেৰে লই।

পেলালে চাকত গঢ়িলে মানুহ
কত ৰকমৰ যতন কৰি
উঠিলে সিদিনা প্ৰকৃতি বুকুত
বিষাদৰ সুৰ বসুধা জুৰি।

দুখ শোক হৰা অমৃতৰ ধাৰা
ঢালিবা যেতিয়া পিয়লা ভৰি
পেলাবা এটোপা ধৰাৰ বুকুত
খাটিছোঁ তোমাক মিনতি কৰি।

পাব শান্তি দেহি সেই অভাগাই
যিজন ধৰাত মিহলি হ'ল
শত যুগ আগে পৃথিবীৰ পৰা
চিৰকাললৈ আঁতৰি গ'ল।

পুৱা সূৰুযৰ কিৰণ নামিলে
পদুম পাহিয়ে ৰঙেৰে চায়
পোহৰৰ কণা হিয়াৰে সাৰটি
জীৱন মৰণ পাহৰি যায়।

সৰগৰ সুধা আঙুৰৰ ৰসে
থাকিলে গোটেই হৃদয় ভৰি
কৰুণা কণিকা আকাশী নিয়ৰ
নামিব জীৱন উপচি পৰি।

অতীত ভবিষ্য ভাবিলে কি হ'ব
ভাৱনাৰ দেখো বিৰাম নাই!
ঢালা সুৰা ঢালা পিয়লা ভৰাই
প্ৰতি নিমিষতে সময় যায়।

"আজি" যদি মোৰ ৰঙতেই যায়।
অতীতৰ "কালি" দূৰতে থক
"কাইলৈ" কি হ'ব?— ভৱিষ্য ভাৱনা
সুৰাৰ সোঁতত্তে উটোৱা যক।

গোলাপী ওঁঠৰ চুমাৰ সোৱাদ
এই পিয়লাতে লভিম মই
মিছা সপোনৰ মিছা লীলা খেলা
কৰিম কিয়নো জীৱন ক্ষয়।

আছিলো যি দৰে থাকিম সি দৰে
মাজতে মিছাতে মায়াৰ জাল
কালৰ চকৰি ঘূৰিছে সদায়
চলিব ইদৰে অনন্ত কাল।

চোৱা হেৰা সৌ ফুলিছে গোলাপ
জুৰিটিৰ কায ৰাঙলী কৰি
ৰাঙলী ৰঙৰ আঙুৰৰ ৰস—
পান কৰা সখা পৰাণ ভৰি।

জীৱনৰ শেষ পিয়লা ভৰাই
চাপিলে মৰণ কাষত আহি
হাঁহি মুখে তাকো পান কৰি সখা
যাবা উলাহেৰে সোঁতত্তে ভাহি।

জড় আবৰণ পৰিহাৰ কৰি
যাব পাৰে যদি আতমা উৰি
অসীম অনন্ত মুক্ত আকাশত
আপোন জেউতি প্ৰকাশ কৰি।

কিয় তেন্তে আহি জড় জগতৰ
মাটিৰ দেহত কৰিব বাস?
দুদিনীয়া এই সংসাৰৰ লীলা
দুদিনৰ পাচে সকলো নাশ।

আলহীৰ ঘৰ এই দেহা খনি
খন্তেকৰ মাথোঁ জিৰণি ঠাই
মৰণৰ শিঙা বাজিলে এবাৰ
নিজৰ বাটেদি আলহী যায়।

বাটত ভাগৰি আৰু আন জনে
জিৰণিৰ ঠাই বিচাৰি আহে
এজনৰ পাচে যায় আন জন
যোৱা জন আৰু দুনাই নাহে।

জগতত হেৰা নঘটে প্ৰলয়
তুমি আৰু মই আঁতৰি গ'লে
কোন তুমি মই— নহলেও আমি
সংসাৰৰ হাট সমানে চলে।

উঠিছে পৰিছে শতেক লহৰী
সাগৰত কত যুগৰে পৰা
অনাদি অনন্ত কালৰ পিয়লা
বইছে সদায় সুৰাৰে ভৰা।

সংসাৰৰ খেলা সামৰি যেতিয়া
কালৰ কোলাত পৰিম ঢলি
কোনে জানে হেৰা আৰু কত দিন
সংসাৰ ভাবনা থাকিব চলি।

নাভাবে সাগৰে এটি বালু-কণা
বতাহত যদি মিহলি হয়
আমাৰো জীৱন মৰণতো কাৰো
হৰণ ভগন অকণো নাই।

খন্তেকীয়া এটি সুখৰ মুহূৰ্ত্ত
জীৱনত বৃথা নকৰা ক্ষয়
ভোগ সাগৰত মাৰা এটি বুৰ—
প্ৰতি নিমিষতে ঘটিছে লয়।

জীৱনৰ তৰা ধীৰে মাৰ যায়
উষাৰ নতুন পোহৰ পায়।
নিজকে বিলাই পুৰা কিৰণত
ব'লা আগুৱাই সময় নাই।

সঁচাকৈয়ে যদি বুজিব খুজিছোঁ
নিয়তিৰ এই নিৰ্ম্মম লীলা
আৰু জীৱনৰ গভীৰ ৰহস্য
আহা তেন্তে হেৰা নকৰি হেলা।

চুলি এডালিৰ সূক্ষ্ম ব্যৱধানে
সঁচা আৰু মিছা দুভাগ কৰে।
চলিছে তাতেই মানৱ জীৱন
মাজতে মায়াই আৱৰি ধৰে।

চুলি এডালিৰ সূক্ষ্ম ব্যৱধানে
সঁচা আৰু মিছা দুভাগ কৰে।
মাথোঁ এটি ৰেখা একোটি আখৰে
ৰহস্যৰ ভেদ কৰিব পাৰে।

ভাগ্যবান জনে এই প্ৰমাণতে
অনন্ত জ্যোতিৰ পৰশ পায়
দেখে সমুখত অনাদি পুৰুষ
মায়াজাল খনি আঁতৰি যায়।

বিজুলী সঞ্চাৰে নিমিষতে তেওঁ
বিশ্ব চৰাচৰ ভ্ৰমণ কৰে
অদৃশ্য দেহৰ অসীম শকতি
তিনিও ভুৱন বিয়পি পৰে।

নিতে নিতে কত নতুন ৰূপেৰে
জগতত নিজে প্ৰকাশ হয়।
সকলোৰে লয় বিশ্বৰ খেলাত
—নিজে মাথোঁ তেওঁ অটুট ৰয়।

অনন্ত জ্যোতিৰ খন্তেক বিকাশ
তাৰ পাচতেই আন্ধাৰ ঘোৰ
ভীষণ ধুমুহা প্ৰলয় সূচনা
জীৱন নাট্যৰ পেলায় ওৰ।

বিধাতাই নিজে ভাঙিছে গঢ়িছে
কৰিছে ধেমালি জীৱন ল'ই
আহিছে মানুহ গইছে মানুহ
আছে প্ৰকৃতিয়ে থিবেৰে ৰ'ই।

সেউজীয়া গছ লতাই আবৰা
ধৰণীৰ এই কোমল কোলা
পাবানে ইয়াত— নতু ওপৰত
আকাশত য'ত তৰাৰ মেলা?

মিছাকৈয়ে আজি বিচাৰি ফুৰিছা
থাকোঁতে জীৱন কৰিছা ক্লেশ
ঢুকাব সকলো তোমাৰ লগতে
হ'লে কাইলৈ জীৱন শেষ।

দিনে ৰাতি কিয় হাবাথুৰি খাই
কিহৰ আশাত মৰিছা ঘূৰি।
দীঘল বাটৰ ক'ত আছে শেষ
আছে সি অনন্ত অসীম জুৰি।

বিফল বাসনা ছাঁয়াবাজী সিটো
ছাঁৰ পাচে পাচে কতনো লৰা
আহা মোৰ সখা গোলাপী ৰসৰ
পিয়লা ভৰাই উলাহ কৰা।

এৰিলোঁ সকলো যুক্তি তৰ্ক আজি
কত দিন আৰু থাকিম ধৰি
নিতে নিতে কত আকুল উদ্বেগ
কত সখা আৰু সহিব পাৰি।

মুক্ত এবে মই আজি শুভ দিন
বজোৱা শঙ্খ উৰুলি দিয়া
নতুন প্ৰিয়াক পিয়লা ভৰাই
আনিছোঁ উলাহে ভৰিছে হিয়া।

তৰ্ক বাঘ জাল কত পণ্ডিতৰ
শুনিলোঁ অশেষ গভীৰ জ্ঞান
ছত্ৰে ছত্ৰে শ্লোক কৰিলোঁ মুখস্থ
সকতে আছিল শ্লোকেই ধ্যান।

দিনে দিনে জ্ঞান বাঢ়িলে যেতিয়া
শিকিলোঁ আচল কথাটি সঁচা
জীৱনত মাথো সাৰ সুৰাপান
বাকী সকলোটি তেনেই মিছা।

শুনো মুখে মুখে জ্যোতিষত হেনো
অসামান্য মোৰ প্ৰতিভা জ্বলে
পুৰণা বিধান এৰি সকলোৱে
মোৰ বিধানকে আদৰি ললে।

মিছা কথা ইটো— পাঁজি পুথি মেলি
চাই যতনেৰে দেখিলোঁ মই
অতীতৰ "কালি" আৰু "ভৱিষ্যৎ"
গণনাৰ মোৰ মাজত নাই।

মুকলি দুৱাৰ আলহী ঘৰত
আছিলোঁ সিদিনা অকলে বহি
নিজান ৰাতি সৰগৰ পৰা
কোনে যেন নামি ক'লেহি আহি-

"সৰগৰ সুধা পান কৰা সখা
আনিছোঁ অশেষ যতন কৰি"
আচৰিত ই যে আঙুৰৰ ৰস
চুমিলোঁ যেতিয়া পিয়লা ধৰি।

তোমাৰ অমোঘ যুক্তিৰ আগত
সকলো ধৰ্ম্মৰ একতে লয়
ধন্য তোমাৰ ন্যায়ৰ বিধান
জগত মাজত সুৰাৰ জয়।

সঁচাকৈয়ে তুমি সেই অতীতৰ
পৰশ মণিনে? নহলে কোন?
কিহৰ বলত এটি পৰশত
জীৱনৰ সীহ কৰিলা সোণ।

ভুল ভ্ৰান্তি যত এই জীৱনৰ
শোক দুখ ভয় আতমা নাশী
মামুদৰ দৰে বিজয়ী তেজেৰে
সকলোকে তুমি পেলালা গ্ৰাসি।

লুকাল কেনিবা বিষাদ কালিমা
উদিলে সুখৰ সুৰুয হাঁহি
নীল সাগৰৰ জেউতি চৰাই
ফুলিলে সোণৰ পদুম পাহি।

বিধাতাৰ দান সৰগৰ সুধা
কোন অগিয়ানে অসূয়া কৰে
সেউজীয়া মোৰ আঙুৰ লতাই
আদৰে জীৱন মেৰাই ধৰে।

মোহ পাশ ইটো?— কোনে কয় হেৰা!
ই যে চেনেহৰ আশীষ ধাৰা
ই যে ভোগৱতী ঢালিছে করুণা
পাতাল পুৰীৰ বুকুৰ পৰা।

জীৱনৰ মোৰ শান্তি দায়িনী
এনুৱা সুৰাক কিয়বা এৰি
ছাঁয়াময়া কোন সৰগৰ আশে
কিয়বা মিছাতে মৰিম ঘূৰি?

হ'লে অৱসান এই জীৱনৰ
অমৰ হ'বৰ বাসনা নাই
আশাৰ ছলনা পৰিলে ফান্দত
লাভে মূলে তাৰ সকলো যায়।

যুগে যুগে কত গ'ইছে মানুহ
আন্ধাৰ পুৰীৰ অজান দেশ
উভতি কোনোৱে কৈছেহি জানো
অসীম পথৰ ক'তনো শেষ?

নজনা নুশুনা সেই বাটে দিয়ে
আমিও এদিন লাগিব যাব
হাতৰ লখিমী ঠেলিম কিয়নো
কিহৰ আশাত কোনেনো ক'ব?

কত জ্ঞানী জনে কত সাধনাৰে
সিপুৰীৰ কথা প্ৰকাশ কৰি
হ'ই এটি এটি দেৱতাৰ দৰে
আঁতৰিল নিজে আসন এৰি।

কেচুৱা ল'ৰাই গুৰুৰ আগেয়ে
শুনে যেনে সাধু কাষত বহি
আমাৰ আগতো ক'লে সাধু কথা
তেওঁলোকে যেন খন্তেক আহি।

সি পুৰীৰ কথা জানিবৰ আশে
যায় আত্মা মোৰ উলাহে উৰি
নীল আকাশত পাখি মেলি বেগে
অনন্তৰ পিনে বাসনা কৰি।

নিমিষতে উৰি উলটি আহিল
হাঁহি কাণে কাণে কথাটি কয়
"মনৰ মাজতে সৰগ নৰক
বিচাৰি বেলেগ নাপালোঁ মই।"

পৃথিৱী মাজত পুৰিলে বাসনা
ধৰিবা তাকেই সৰগ বুলি
বিফল বাসনা কঠোৰ নিৰাশে
ধৰে নৰকৰ ছবিটি তুলি।

এয়ে বিধতাৰ চিৰন্তন ৰীতি
নুবুজি মানুহে কণাৰ দৰে
সৰগ নৰক বিচাৰি বিচাৰি
হাবাথুৰি খাই মিছাতে মৰে।

থাকক জ্ঞানীয়ে শাস্ত্ৰৰ মাজত
সৃষ্টি প্ৰকৰণ ব্যাখ্যা কৰি
যাওঁ হেৰা আহা তুমি আৰু মই
আপদীয়া হাই-উকমি এৰি।

বহি নিৰলাত নিয়তিৰ খেলা
বুৰাওঁ পিয়লা হাতত ল'ই
ভাগ্যৰ পুতলা আমি সকলোটি
তাৰ স'তে আজি ওমলোঁ গ'ই।

বাহিৰে ভিতৰে তলে ওপৰেদি
দেখিছো যিথিনি সকলো ফাঁকি
ভোজবাজী খেল পুতলাৰ নাচ
—মাজতে সূৰুয মায়াৰ চাকি।

তাৰ চৌপাশে নাচিছে পুতলা
গোটেই জগত মায়াৰ খেলা
চামে চামে জীৱ আহিছে গ'ইছে
চলিছে ইদৰে সংসাৰ লীলা।

দিন ৰাতি ল'ই আন্ধাৰে পোহৰে
অকাঁ এই খনি পাশাৰ ঢাল
মানুহক লৈ পাৰটি খেলিছে
বহি নিয়তিয়ে অনন্ত কাল।

সোমাই নতুন গুটিটি চালত
কোনোটিবা প'কি ওলাই যায়
কাৰোবা কেঁচাতে কাটিলে গুটিটি
—ই খেলা সদায় খেলিছে হায়।

গুটিটিৰ জানো আছে নিজা মত
লৈছে যি জনে খেলাৰ ভাৰ
ইফালে সিফালে ৰৈছে গৈছে
চলায় চালকে সকলো তাৰ।

মানুহক লৈ ভাগ্যৰ খেলাত
যি জনে আমাক নমালে আনি
জয় পৰাজয় তেওঁৰ হাতভেই
তেৱেঁই আমাক ফুৰায় টানি।

নিয়তিয়ে নিজ হাতেৰে যি দিনা
কপালত যিটি লিখিলে আহি
নাই লৰচৰ সেই আখৰৰ
সিদৰে জীৱন চলিব ভাহি।

চকুৰ পানীৰে নৈ বৈ যক
হিয়া যদি ভাগে শোকতে হায়
তথাপিতো জানো পাৰেনে গুচাব
কপালৰ ছাপ লগতে যায়।

লুটিয়াই থোৱা সৌ পিয়লাটি
আছে ওপৰত সৰগ বোলা
তাৰ তলতেই অসংখ্য জীৱই
খেলিছে জীৱন মৃত্যুৰ খেলা।

এখনি হাতকো নুতুলিবা হেৰা
সেই পিনে চায়— আশাটি ক্ষীণ
নিয়তি চাকত সিও নিৰুপায়
আমাৰ দৰেই শকতি হীন।

যি দিনা পোনতে বিধাতাই নিজে
মাটিৰে মানুহ সাজিলে আহি
যি দিনা পোনতে পুৱা কিৰণত
সৃষ্টি শতদলে মেলিলে পাহি

সেই দিনা তেওঁ ভাগ্য ফলাফল
লেখিলে নিজেই লেখনী লʼই
দুদিনলৈ আহি উমলি জামলি
যাব অনন্ত মিহলি হʼই।

আপোন পাহৰি বলিয়াৰ দৰে
কিহৰ পাছত ফুৰিছা ঘূৰি
আশা নিৰাশাৰ ভৱিষ্যৰ ভয়
আছে যি গোটেই জীৱন জুৰি।

অতীত পাতত শাৰীয়ে শাৰীয়ে
লেখা সকলোটি বাতৰি তাৰ
দুদিনীয়া এই জীৱন আমাৰ
—জীৱনত সুৰা-পানেই সাৰ।

কওঁ হেৰা শুনা যিদিনা পোনেই
আহিলোঁ সন্ধিয়া সৰগ এৰি
চকুৰ পানীৰে মাগিলোঁ মেলানি
জীৱন যাত্ৰা আৰম্ভ কৰি।

কাৰ শাপতেই আহি ইয়ালৈ
এনুৱা অৱস্থা ঘটিল মোৰ
হৃদয়ত কাৰ চৰণত ছাপ—
যাত্ৰা কেতিয়া পৰিব ওৰ।

জীৱনৰ মোৰ হাড় কেডালিকো
আঙুৰ লতাই মেৰাই ধৰে
কি গুণ ইয়াৰ কওঁ যদি মই
শুনি কোনোৱাই হাঁহিব পাৰে।

সি সৱৰ কিন্তু চিয়ঁৰ ৰাখৰে
নোৱাৰে দেখাব মুক্তিৰ পথ
মোৰ ই হাড়ৰ গঢ়া কাঠিটিয়ে
মুক্তিৰ বাটত চলাব ৰথ।

অনন্ত জ্যোতিৰ এটি ক্ষুদ্ৰ কণা
পৰে যদি সখা হিয়াত মোৰ
খণ্ডতেই নতু প্ৰেমতেই হওক
গুচাব হিয়াৰ আন্ধাৰ ঘোৰ।

তাৰে যদি এটি সামান্য আভাস
আলহী ঘৰত খন্তেক পাওঁ
আন্ধাৰেৰে ঢকা মন্দিৰ মাজত
কিয়বা তাকেই বিচাৰি যাওঁ।

পাপ পুণ্য প্ৰভু কোনে সৰজিলে?
সুধিছোঁ কাতৰে কোৱাচোঁ মোক
সুখ সাগৰত এজনে সাঁতোৰে
ইজনে কিয়নো ভুগিছে শোক?

নিষিদ্ধ ভোগৰ গুপুত বাসনা
ইয়াতেই যদি সাৰটে নৰে
কোন বিধানত সিপুৰীত তাৰ
নৰকৰ ছবি আগত ধৰে?

আকাশ তলৰ এই ধৰা খনি
কাৰনো হাতৰ কঠোৰ চিন
কিয় ৰাতি দিনে বাজিছে ইয়াত
শত হৃদয়ৰ বিষাদ বীণ?

নিৰ্ম্মম কালৰ চকৰি ঘূৰিছে
তিলেকে জগত কৰিছে চুৰ
দয়াৰ সাগৰ নাম যদি তজু
নকৰা কিয় এই কলঙ্ক দূৰ?

জীৱনৰ বাট নানা প্ৰলোভনে
তুমিয়েই কৰি ৰাখিছা পূৰ
আনা পথিকক সেই বাটেদিয়ে
তুমিয়েই কৰি আলোক দূৰ।

পাপৰ গাঁতত পৰে যদি তেওঁ
আন্ধাৰ বাটত পিছলি পৰি
কিয় দিবা তাক দোষৰ বোজাটি
তুমিয়েই দোষ সৃজন কৰি।

মাটিৰে মানুহ সৰজিলা তুমি
পাপৰ কালিমা তুমিয়েই দিলা
অসীম অনন্ত বিশ্ব জগতত
দেখালা পঞ্চ ভূতৰ লীলা।

পাপৰ ছাঁয়াটি ঘূৰি দিনে ৰাতি
আবৰি ধৰিছে মৰত ভূমি
মানুহে তোমাক ক্ষমিছে দেৱতা
মানুহকো দেৱ ক্ষমিবা তুমি।

তুমি যদি মোক সৰজিলা নিজে
কৰিম কিয়নো পাপক ভয়
তোমাৰ অসীম কৰুণা গুণত
হ'ব পাপ তাপ সকলো লয়।

তোমাৰ নামৰ আলোক শিখাই
উজলাই যদি হিয়াক মোৰ
জীৱন পথত কিয় উলটিম
দেখি সমুখত আন্ধাৰ ঘোৰ।

সংসাৰ হাটত উমলি জামলি
ধূলি মাকটিৰে লেতেৰো হই
গধূলি পৰত ভাগৰি-জুগৰি
তোমাৰ ওচৰ চাপিলে মই,

জানো তুমি প্ৰভু হাত মেলি মোক
নিবা কাষলৈ মৰম কৰি
জীৱনৰ মোৰ পাপৰ কালিমা
ধুৱঁবা তুমিয়েই যতন কৰি।

সিদিনা সন্ধিয়া পৰৰ শেষত
অকলে উদাসী পৰাণ লই
এখুজি দুখুজি কৰি ধীৰে ধীৰে
কুমাৰৰ ঘৰ পালোঁগে মই।

আকাশতো জোনে নাই দিয়া দেখা
ঘৰতো কেনিও নুশুনো মাত
চাৰি কাষে মাথোঁ দেখোঁ খাপে খাপে
মাটিৰ পাত্ৰ সজোৱা তাত।

নানান গঢ়ৰ আছে পাত্ৰ তাত
দীঘল কোনোটি কোনোটি ছুটি
কোনোটি মাটিতে বাগৰি পৰিছে
কোনোটি বা আছে চাঙতে উঠি।

কথাত চহকী তাৰে দুটি এটি
কথাতে জগত কৰিব জয়
ভাবি কোনোটিয়ে আপোন কাহিনী
নেমাতি একোকে নীৰবে ৰয়।

তাৰে এটি উঠি কয় ধীৰে ধীৰে
"নাভাবা মিছাতে জনম বুলি
মিছাতে কুমাৰে গঢ়া নাই হেৰা
নিজে মাটি খাঁচি হাতত তুলি;

খেলাৰ চলতে গঢ়িলে আমাক
যিজনে অশেষ যতন কৰি
খেমালি শেষত তেৱেঁই আমাক
সেই মাটিলৈকে ঠেলিব ধৰি।"

আন এটি তাৰে উঠি লাহে লাহে
হাঁহি হাঁহি মিঠা মুখেৰে কয়
"কেচুৱা ল'ৰায়ো খোৱা পাত্ৰটিক
অতি আদৰেৰে লগতে থয়।

যি জনে আমাক গঢ়িলে যতনে
কৰিলে কতনো মনত আশ
কোনটো সতেৰে নিজ হাতে তেওঁ
নিজৰ কামৰ কৰিব নাশ।"

এই কথা শুনি নিমাত সকলো
তৰ্ক জালখনি সামৰি থ'লে,
খন্তেক পাচতে নিচেই অভজা
উঠি পাত্ৰ এটি খঙেৰে ক'লে:

"দেখি মোৰ এনে আপচু গঢ়ন
কৰে পৰিহাস সকলো মিলি
মোৰ পালতেই কঁপিছিল হাত।
দিলে দূৰ কৰি হাতেৰে ঠেলি।"

তাৰ মাজৰেই আৰু এটি উঠি
নিজকে নিজেই ৰবাই কৰে
দেখোঁতে নিচেই খুদকণিমান
গপতে কিন্তু ওফন্দি পৰে।

"নোৱাৰোঁ বুজিব তৰ্ক জাল এনে
মিছা মাথোঁ মোৰ সময় যায়।
কোননো কুমাৰে ক'ৰ মাটি আনি
কাকনো গঢ়িলে বুজোৱাঁ ভাই।"

আকৌ এটিয়ে উঠি কয় তাৰে
"সঁচা মিছা হেৰা নোৱাৰোঁ ক'ব
শুনিছোঁ সিদিনা উৰা বাতৰিটি
শেহত আমাৰ কি গতি হ'ব।

আপচু অভজা সকলোকে টানি
দিব নৰকত কুমাৰে ঠাই
এনুৱা নিৰ্দ্দয় হ'ব পাৰে জানো
কথাটিত মোৰ সজাত নাই।"

আনটিয়ে ক'লে "যিহকেই হওক
সেই ভাবনাত কি লাভ মোৰ
আৰু কত দিন শুকাই থাকিম
পিয়াহতে প্ৰাণ পৰিব ওৰ?

সেই অতীতৰ সৰগৰ সুধা
ঢালা আজি মোৰ প্ৰাণত আহি
তাৰ পৰশতে হিয়াত দুনাই
ফুলক চেনেহ কুসুম পাহি।”

থাকোঁতে ইদৰে ইটোৱে সিটোৱে
নিজৰ কথাতে বলিয়া হই
নীল সাগৰত মিচিকি হাঁহিৰে
দিলে আহি দেখা জোনায়ে অই।

তৰ্কৰ জাউৰি কেনি উৰি গ'ল
ল'লেহি কুমাৰে পাচীত তুলি
এনেটি পৰত বিশ্বৰ হাটত
উচিত বেচত বেচিব বুলি।

জীৱনৰ শেষ হ'লে সখা মোৰ
ঢালিবা দেহত সুৰাৰ ধাৰা
মেৰাবা দেহাটি আঙুৰ লতাৰে
সেউজীয়া পাতে— চেনেহ ভৰা।

দিবাহি সমাধি নিৰলে নিজনে
আঙুৰ কুঞ্জৰ এচুকে আনি
পথৰ পথিক আছে যদি কোনো
পেলাব এটোপা চকুৰ পানী।

সমাধি কাষৰ বতাহ সদায়
থাকিব মধুৰ গোন্ধেৰে পূৰ
আকুল আবেগে পথৰ পথিক
কৰিব ইয়াতে ভাগৰ দূৰ।

পাব জীৱনত প্ৰেমৰ পৰশ
শান্তিৰে পৰাণ পৰিব ভৰি
দূৰ ভৱিষ্যতৰ সঙ্গীতৰ সুৰ
বাজিব জীৱন মধুৰ কৰি।

অতদিন মোৰ হিয়াৰ মাজত
যাৰ মূৰুতিৰ কৰিলো ধ্যান
যাৰ পূজাতেই অতদিন মই
নিজকে নিজেই কৰিলো দান।

শেহত মিছাতে অখ্যাতি ওলাল
শুনো চাৰিওফালে কলঙ্ক ঘোৰ,
দুটি এটি মাথোঁ গানৰ সুৰেৰে
সুৰাতে সুনাম বুৰালে মোৰ।

সকলো এৰিলোঁ প্ৰতিজ্ঞা কৰিলোঁ
অনুতাপে হিয়া দহন কৰে,
ভাঙ্গিলোঁ পিয়লা নিজ হাতেৰেই—
দুধাৰে চকুলো বাগৰি পৰে।

কিন্তু যিদিনাই বসন্ত বতাহ
বলিলে পৰাণ বলিয়া কৰি,
ক'ৰ অনুতাপ কেনিবা লুকাল
পলাল প্ৰতিজ্ঞা কেনিবা উৰি।

সুৰাপায়ী বুলি জগতত মোক
কৰে অবিশ্বাস সকলো জনে,
যশ খ্যাতি মোৰ কোনে কাঢ়ি নিলে
ভাবোঁ কেতিয়াবা আপোন মনে।

নুবুজিলে কেৱে মৰ্ত্ত্যত সুৰাই
অনন্ত প্ৰেমৰ বাতৰি আনে,
সামান্য মানুহে বেচে ই অমৃত
কি লাভত হায় কোনেনো জানে?

বসন্ত বতাহ কেনি উৰি যাব
লগতে শুকাব গোলাপ কলি,
বাৰিষা আহিব পিতনি নাচিব
—জীৱন যৌৱন পৰিব ঢলি।

লুকাব কুলিৰ কোন কাননত
প্ৰেমৰ সুৰগী মধুৰ তান,
নিৰাশ প্ৰেমৰ বিষাদ ৰাগিনী
বাজিব হিয়াত— উদাস প্ৰাণ।

মৰুৰ মাজত তপত বালিত
বইছে শীতল নিজৰা ধাৰা,
নোহে মৰীচিকা অলীক কল্প
ইয়ে পুণ্য বাৰি ক্লান্তি হৰা।

শ্ৰান্ত বাটৰুৱা যায় হেঁপাহেৰে,
ঢালাহি প্ৰেমৰ শীতল পানী,
অশান্ত মনক শান্ত কৰা প্ৰভু
তোমাৰ চেনেহ পৰশ দানি।

ভাবোঁ কেতিয়াবা কোনো দেৱতাই
ভাগ্যৰ চকৰি হাতেৰে ধৰি
থাকোতে সময় নিদিয়ে ঘূৰিব
নিয়তিৰ গতি অচল কৰি।

কেনোবা যুগত হয় যদি এনে
চলিব কি দৰে সংসাৰ লীলা,
জগতৰ গতি বোধ হই যাব
লগতে কালৰ কুটীল খেলা।

প্ৰিয়তম মোৰ, দুয়ো যদি মিলি
বিধাতাৰ সতে মন্ত্ৰণা কৰি
পাৰিলোহেঁতেন ৰচিব এখনি
নতুন জগত কল্পনা ভৰি,

নতুন জেউতি সাদৰে সাৱটি
কৰিলোহেঁতেন পূৰণা দূৰ;
শান্তি শীতল সমীৰে উলাহে
বজালেহেঁতেন মুক্তিৰ সুৰ।

প্ৰাণ প্ৰিয় মোৰ শৰতৰ জোন
হৃদয় আকাশ উজ্জল কৰা
পাতৰ মাজেদি আৰু এটি জোনে
চোৰাছোঁ ঢালিছে অমিয়া ধাৰা।

যিদিনা তোমাৰ প্ৰাণৰ কবিয়ে
দূৰ অসীমত মিলিব গই;
কাকনো এনুৱা ৰূপহী হাঁহিৰে
আহি মোৰ জোনে চাবহি অই।

যিদিনা আকৌ লগৰী লগত
মিলন কুঞ্জত মিলিবা আহি,
দূৰ আকাশৰ তৰাটিৰ দৰে
মিলন সভাৰ মাজত বহি।

বোৱাবাঁ এবাৰ অমৃত নিজৰা
সমাধিৰ মোৰ কাষত গই,
চিৰ সখা মোৰ কৰিবা তৰ্পণ
সুৰাৰ পিয়লা হাতত লই।

# এখনি চিঠি

মৰমৰ বন্ধু,

মানুহে জীৱনৰ বাটত যিমানেই আগ বাঢ়ি যায়, সিমানেই অতীতৰ ঘটনাবিলাকে মনৰ মাজত বেছিকৈ ভুমুকিয়াবলৈ ধৰেহি। তেতিয়া তেওঁলোকে বৰ্ত্তমান পাহৰি অতীতৰ মধুৰ সপোনত জীৱনৰ বাকী কাল ভোখৰো কটাই দিবলৈ ইচ্ছা কৰে কিন্তু সি হৈ নুঠে– বৰ্ত্তমানে তেওঁলোকক অনিশ্চিত ভৱিষ্যতৰ ফালে টানি লৈ যায়। সেই খন্তেকীয়া মধুৰ সপোন ডাৱৰৰ বুকুৰ পৰা ওলোৱা সুৰুযৰ কিৰণৰ দৰে তেওঁলোকৰ জীৱনকো খন্তেকৰ কাৰণে ৰঙেৰে বোলাই যায়- তাকেই বুকুৰে সাৱটি তেওঁলোকে নিজৰ বাটেদি আগুৱাবলৈ ধৰে।

সেই দিনা পুৱা তিনি ঠাইৰ তিনিজন ল'ৰাই একে লগে ৰং মনেৰে লুইত চাবলৈ যোৱা কথাটো আজি মোৰ বৰকৈ মনত পৰিছে। সুৰুযৰ নতুন কিৰণত বাট উজলি উঠিছিল। সেই বাটেদি তিনিজন নতুন বাটৰুৱাই বুকুত উছাহ বান্ধি বহুত দিনৰে পৰা শুনি অহা লুইতক চাই মনৰ হাবিয়াস পূৰাবলৈ বাট বুলিছিল। তাৰ পিছত লুইতৰ পাৰ পাই তাৰ বালিত বালি ভাত খাই উলাহতে নিজক পাহৰি ৰং মনেৰে ধেমালি জুৰি দিছিল– বতাহেও তেওঁলোকৰ সেই ধেমালিত যোগ দিছিল আৰু লুইতৰ সোঁতেও সেই আনন্দক বুকুত লৈ বৈ গৈছিল। ...তিনিওজনে তিনিখন নাওত উঠি লুইতৰ বহল বুকুত নাও মেলি দিলে, -তেওঁলোকৰ উলাহ চায় কোনে? ভাবিছিল, সদায় এনেকৈয়ে থাকিব, কিন্তু.....।

এনে দৰে গৈ থাকোঁতে হঠাতে এজনৰ নাওখনি চাঁত কৰে কেনিবাদি আঁতৰি গ'ল– আন দুজনে বহুত পৰ বিচাৰিও তাৰ একো উৱাদিহ নাপালে। তেওঁলোকৰ আনন্দৰ জ্যোতি ম্লান হৈ পৰিল,– পুৱাৰ সেই উছাহ কমি আহিল। অলপ পৰ গৈ এটা ঘাট পাই আনজনেও তাতে তেওঁৰ নাওঁ বান্ধিলে– কিন্তু ইজনে নোৱাৰিলে। সোঁতৰ টানে তেওঁৰ নাও উটাই লৈ গ'ল। এতিয়াও তেওঁ সোঁতৰ মাজত নাওৰ বুকুত। লাহে লাহে বেলি ভাটি দিছেহি, কব নোৱাৰে, কেতিয়া ক'ত তেওঁৰ যাত্ৰা শেষ হব।

তুমি এতিয়া দেশৰ দহজনৰ এজন হৈ সুখৰ সংসাৰত কাল নিয়াইছা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক,– সুখৰ জেউতিয়ে তোমাৰ জীৱন উজলাই দিয়ক। তাহানিখনৰ সেই দুটিমান এৰা-বোটলা মনৰ ভাব চেনেহৰ চিন স্বৰূপে আজি তোমাৰ হাতত তুলি দিলোঁ। পাহৰি যোৱা অতীতৰ মধুৰ কিৰণৰ কণিকা এটিয়েও খন্তেকলৈ যেন

তোমাৰ মনত ভুমুকি মাৰে, ইয়াকে আশা কৰিলো।

আনজন এতিয়া ক'ত কেনেভাবে আছে, ক'ব নোৱাৰোঁ– জীৱনত দুনাই দেখা হ'ব নে নহয়, তাকো নাজানো, কবিৰ ভাষাৰে মাথোন ইয়াকেই কওঁ,-

One. port, methought, alike they sought,

One purpose hold where'er they fare,--

O bounding breeze. O rushing seas!

At last, at last, unile them there!

মৰম লবা। আশা কৰোঁ ভালে আছা। ইতি

তোমাৰ মৰমৰ

যতীন

# পাতনি

'কথা কবিতা' শ্ৰীযুক্ত যতীন্দ্ৰনাথ দুৱৰাৰ প্ৰকাশিত কবিতাৰ দ্বিতীয় পুথি। পহিলাখন ওমৰ খায়ামৰ সুন্দৰ অসমীয়া ভাঙনি।

'কথা কবিতা' নোহোৱা নোপোজা কবিতাৰ পুথি। এনে ধৰণৰ গদ্যত লিখা কবিতাৰ পুথি জনাৰ ভিতৰত আন কোনো ভাৰতীয় ভাষাত নাই, ইংৰাজীতো বিৰল। চিৰকালেই কবিতা পদ্যতহে লিখা হৈ আহিছে। কবিতাৰ উৎপত্তি গীতৰপৰা, সেই কাৰণে কবিতাক বাঙ্ময়ী গীতি বুলিয়েই জন-সমাজে স্বীকাৰ কৰি আহিছে।

কথা-কবিতা উনৈশ শতিকাৰ সৃষ্টি। ৰুছিয়াৰ বিখ্যাত সাহিত্যিক ইবান টুৰ্গেনেৱে জীৱনৰ শেষ অৱস্থাত ৰাজহাড়ৰ দুৰাৰোগ্য কেন্সাৰ ৰোগত ভুগি প্ৰতি ক্ষণতেই মৰণলৈ বাট চাই থাকি আচহুৱা অনুভূতিপূৰ্ণ "Poems in Prose"– কথাত কবিতা বুলি পুথি এখনি প্ৰকাশ কৰি উলিয়ায়। তাৰ ইংৰাজী ভাঙনি ততালিকে প্ৰচাৰ হয়।

বিজ্ঞান, সাহিত্য,– সকলো ক্ষেত্ৰতেই উনৈশ শতিকা নানা উদ্ভাৱনাৰ যুগ।

কবিতা বাঙ্ময় গীত, গীতৰ স্পন্দন ছন্দৰ হেন্দোলনিত পোৱা যায়। কিন্তু কবিতা বাঙ্ময় চিত্ৰও হব পাৰে; ছন্দৰ সহায় নহলেও চিত্ৰক ভাষাময় কৰি তুলিব পাৰি। ছন্দোময়ী কবিতাতো চিত্ৰ থাকিব পাৰে, কিন্তু ছন্দোময়ী কবিতাৰ প্ৰাথমিক উদ্দেশ্য ধ্বনি, চিত্ৰ নহয়; চিত্ৰ আনুষঙ্গিক হব পাৰে। কথা-কবিতাৰ প্ৰাথমিক উদ্দেশ্য চিত্ৰ, ইয়াৰ ধ্বনি ভাষাৰ ব্যঞ্জনা মাথোন। ছন্দোময়ী কবিতাৰ প্ৰধান লক্ষ্য গীত বা শ্ৰাব্য বিষয়ক মূৰ্ত্ত কৰি তোলা। কথা কবিতাৰ লক্ষ্য হৈছে ৰূপ বা দৃশ্য বস্তুত সজীৱতা আৰোপ কৰা। কথা-কবিতাত এটি মাথোন কেন্দ্ৰস্থ ভাব থাকে, আৰু সেই ভাৱক ডাঙৰ সৰু কেতবোৰ তলতীয়া চিত্ৰেৰে সজীৱ কৰি তোলা হয়। কিন্তু এইটো মনত ৰাখিবলগীয়া যে কথা-কবিতা আৰু কবিত্বময়ী কথা একে নহয়। কথা-কবিতা এবিধ কবিতাই, কিন্তু কবিত্বময়ী কথা লিখাৰ ভঙ্গী বা ভাষাৰ ৰীতি মাথোন।

কথা-কবিতাত ৰূপৰ সমাবেশ থাকে, আৰু ই প্ৰায়েই ৰূপকাত্মক। প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাব একোটা থাকে।

কথা-কবিতাৰ সকলো উপাদান দুৱৰাৰ 'কথা-কবিতা'ত বিৰাজ কৰিছে। আলোচ্য পুথিখনি লিখকৰ এসময়ৰ ৰচনা নহয়। কবিতাবোৰ যেনেকৈ সজোৱা হৈছে, তাৰপৰাই কোনটো আগৰ, কোনটো পিছৰ ৰচনা, ধৰিব পাৰি। 'কথা-কবিতা' দুৱৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰ কালব্যাপী নানান সময়, আৰু নানান অৱস্থাৰ অনুভূতিৰ চিত্ৰৰ সমাবেশ। ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বালিৰ নিজৰাৰ দৰে। দুই এটি বিষয়

বিদেশী মূলৰ পৰা অনা হৈছে, কিন্তু সেইবোৰকে বুকুৰ তপত তেজৰ উমনি দি সজীৱ কৰি তোলা হৈছে।

গ্ৰন্থকাৰৰ জীৱনৰ মূল ধাৰা নাজানিলে বহুত সময়ত ভাৱাত্মক সাহিত্য বুজিব নোৱাৰি। 'কথা কবিতা'ৰ মৰ্ম্ম মনত লগাকৈ বুজিব লাগিলে দুৱৰা ডাঙৰীয়াৰ কথা অলপ জানিব লাগে। দুৱৰা ডাঙৰীয়াৰ জীৱন ঘটনা-বহুল নহয়, ভাৱ-বহুল। কুৰি বছৰ আগেয়ে আমি যেতিয়া প্ৰেচিডেন্সী কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীৰ ল'ৰা, দুৱৰা ডাঙৰীয়া তেতিয়া আইন কলেজৰ ছাত্ৰ। শ্ৰীযুক্ত লক্ষ্মীনাথ বেজবৰুৱাই তেতিয়া হাওৰাৰপৰা 'বাঁহী' উলিয়াই অসমীয়া সমাজত প্ৰবল দেশাত্মবোধৰ সোঁত এটি বোৱাইছিল। প্ৰবসুৱা অসমীয়া ছাত্ৰ সকলৰ মনত বেজবৰুৱাৰ প্ৰভাৱৰ ছাব নপৰাকৈ নাছিল। দুৱৰা বেজবৰুৱা ডাঙৰীয়াৰ অন্তৰঙ্গ বন্ধু আছিল, আৰু যদিও স্বদেশৰ হুকে বেজবৰুৱা ডাঙৰীয়াৰ উগ্ৰ যুজাৰু প্ৰকৃতিৰ লগত তেখেতৰ প্ৰকৃতিৰ মিল নাছিল, বেজবৰুৱা ডাঙৰীয়াৰ একনিষ্ঠ সাহিত্য সেৱাৰ আদৰ্শ, আৰু অন্তৰৰ চিৰকলীয়া সেউজীয়া তৰুণতাৰ দ্বাৰা দুৱৰা সম্পূৰ্ণভাৱে বিমোহিত হৈছিল।

আইন কলেজত তিনি বছৰ খৰালি খোৱা হৈ গ'লত, অসমীয়া ছাত্ৰসমাজত জনাজাত হ'ল যে দুৱৰাই আৰু আইন ব্যৱসায় নকৰে, আৰু কোনো চাকৰিলৈও চেষ্টা নকৰে। তেখেত স্কটিছ চাৰ্চ্চ কলেজিয়েট স্কুলৰ শিক্ষক হিচাপে কলিকতাতেই থাকিব। দুৱৰা অসীয়া সমাজৰ নামজ্বলা পৰিয়ালৰ ল'ৰা; তেতিয়াৰ দিনত ইচ্ছা কৰিলেই হাকিম বা মুঞ্চুপ এটি সহজে হব পাৰিলেহেঁতেন। তেতিয়াৰপৰাই দুৱৰাৰ জীৱনী সাধাৰণৰ মানত এটি সাঁথৰ।

বয়সত চল্লিশৰ দুৱাৰ দলি পাৰ হলেও দুৱৰা চিৰ-তৰুণ, —হাঁহি-বিৰিঙা মুখ, কোমল প্ৰাণ, অনাবিল চৰিত্ৰ, লাজুকী লতাতকৈও লাজকুৰীয়া। কামৰ ভিতৰত দেশ-বিদেশৰ কাব্য চৰ্চ্চা, আৰু অসমীয়াত কবিতা ৰচনা।

কিন্তু চৰ্চ্চা আৰু ৰচনাৰ জোখাৰে পুথি ছপালে কেইখন? তেখেতৰ ৰচনা ভালেখিনি, কিন্তু তেখেত লাজকুৰীয়া, ছপাবলৈ লাজ কৰে। ফটুৰে ধৰা দুই এখনি পদ-পুথি ছপাই, সেইবোৰেই আৰু পাঠ্য পুথি নোহোৱাত সাময়িক পত্ৰিকাৰ পিঠি বখলা-বখল কৰা দুই এজন কবিটিলিকাৰ লগত দুৱৰাৰ প্ৰকৃতিৰ কি বৈপৰীত্য! আন এজনে পাতনি এখনি জোৰা দিবলৈ গাত লোৱাতহে দুৱৰাই 'কথা-কবিতা' ছপাখানাত দিবলৈ মান্তি হৈছে। প্ৰকৃত কবিৰ স্বাভাৱিক লাজকুৰীয়া প্ৰকৃতিক লক্ষ্য কৰিয়েই ৱাৰ্ডসৱাৰ্থে লিখিছে,—

He is retired as noon-tide dew
Or fountain in a noon-day grove:

And you must love him, ere to you
He will seem worthy of your love.

--Wordsworth

"তেওঁ (কবি) দুপৰীয়াৰ নিয়ৰ কণিকাৰ দৰে চকুত নপৰা; বা দিন দুপৰৰ জোণাৰ ভিতৰত থকা ফোৰাৰাৰ দৰে। তুমি তেওঁক ভাল পাবই লাগিব— তেওঁ তোমাৰ ভাল পোৱাৰ উপযুক্ত বুলি প্ৰতীয়মান হোৱাৰ আগতেই।"

ৰূপকৰ ছলেৰে দুৱৰাই তেখেতৰ প্ৰহেলিকাময় জীৱনৰ ব্ৰতৰ কথা ঠায়ে ঠায়ে ঠাৰেৰে কৈছে। ভাৱময় জীৱনত আদৰ্শ আৰু সৌন্দৰ্য্যৰ কি ঘাত-প্ৰতিঘাত হয়, ভাবুকত বাজে আনে তাক উপলব্ধি কৰিব নোৱাৰে। ওঠৰ শতিকাৰ শেহ ভোখৰত সোতৰ বছৰীয়া কলেজৰ ল'ৰা এটি জহৰ বন্ধত ঘৰলৈ আহিছিল। এদিনাখন ৰাতি গাঁৱলীয়া নাচ-ভাওনা চাই বিহান পুৱাই ঘৰলৈ উভতিব লাগিছে, হঠাৎ সন্মুখত দেখিলে,—

--Magnificent

The morning rose, in memorable pomp,

.......................................................................................

The sea lay laughing at a distance; near,

The solid mountains shone, bright as the clouds,

.......................................................................................

And in the meadows and the lower grounds.

Was all the sweetness of a common dawn.

--Prelude, IV. 323 et seq.

সন্মুখত দেখিলে, "পাহৰিব নোৱাৰা সৌন্দৰ্য্য-বিভৱ লৈ অৰুণৰ উদয় হ'ল; দূৰৈত, সাগৰ ওপৰত হাঁহিৰ জিলিঙনি ফুটি উঠিছে; ওচৰত, উজ্জ্বল ডাৱৰৰ দৰে গোট গোট পৰ্ব্বতবোৰে সোণালী ৰঙেৰে শোভা কৰিছে; তলত, পথাৰ আৰু ভৈয়ামত সাধাৰণ দোকমোকালিৰ মধুৰতা ছানি পাৰিছে।" ল'ৰাটোৱে নজনা দেশৰ সন্ধান পালে, নেদেখা সৌন্দৰ্য্যৰ আভাস দেখিলে, আৰু তেতিয়াৰ পৰাই সেই সৌন্দৰ্য্যৰ সেৱাতেই জীৱন উছৰ্গা কৰি দিলে,-

Ah! need I saw, dear friend! that to the brim

My heart was full; I made no vows, but vows

Were then made for me;.......................................

...............That I should be, else sinning greatly,

A dedicated Spirit On I walked

In thankful blessedness, which yet survives.

--Prelude, IV. 333 et seq.

'অ' মৰমৰ বন্ধু, মই আৰু কব লাগিছে নে, মোৰ বুকু আনন্দেৰে উপচি পৰিল। মই শপত লোৱা নাই, কিন্তু মোৰ হকে যেন অন্তৰাত্মাই শপত ললে যে সৌন্দৰ্য্য-সেৱাত মই প্ৰাণ উছৰ্গা কৰিম —নহলে পাপ লাগিব। কৃতজ্ঞতাপূৰ্ণ শান্তিৰে আগ মুখে খোজ ললোঁ। সেই শান্তি এতিয়াও অন্তৰত বিৰাজ কৰিছে।" এই সোতৰ বছৰীয়া ল'ৰাটিয়েই প্ৰকৃতিৰ সৌন্দৰ্য্য-উপাসক ভৱিষ্যতৰ বিখ্যাত কবি ৱাৰ্ডস্‌ৱাৰ্থ।

ভাৰতীয় সভ্যতাৰ বুৰঞ্জীত ভাবৰ আবেশত বৈৰাগ্য অবলম্বন কৰি ঘৰ দুৱাৰ এৰি যোৱাৰ কথা শুনা যায়; কিন্তু সৌন্দৰ্য্য-সাধনাত সংসাৰৰ প্ৰতি বৈৰাগ্য ভাৰতীয় বুৰঞ্জীত অতি বিৰল।

দুৱৰাৰ জীৱনতো কিবা এটি ঘটনাই তল-ওপৰ কৰিব পায়। সাঁথৰৰ ভাষাত পহিলা কবিতাতেই তেখেতে ইয়াৰ আভাস দিছে— "হে যৌৱন লাৱণ্যময়ী সুন্দৰী, তুমি জীৱনৰ বসন্তৰ প্ৰথম পুৱাতে দেখা দিছা। মই তোমাক চিনিব পাৰিছোঁ, তুমি মাজে মাজে মোক এই দৰে দেখা দি যোৱাহি।" এই মোহিনী মূৰ্ত্তি খন্তেক দেখা দি "যিখিনিতে নাইকিয়া হ'ল, সেইখিনিতে আকাশে অলপ হেঙুলী বৰন সানি ললে" (দেৱী); "অৰুণোদয় জীৱনৰ এটি শুকতৰা মাথোন" (বাটৰুৱা)। —অৰুণোদয়ৰ তাৎপৰ্য্য কি? ই ৱাৰ্ডস্‌ৱাৰ্থৰ নৱ প্ৰভাত নে বিয়েট্ৰিছৰ উদয়ত ডাণ্টেৰ নৱ জীৱন? এদিন হয়তো যথাৰ্থতে জনা যাব।

ইয়াতেই কৈ থোৱা উচিত, দুৱৰা এতিয়াও কৌমাৰ্য্যব্ৰতী— "মই অকল- শৰীয়া,- - চিৰকালেই অকলশৰীয়া" (এহালি পাৰ)।

'শিল্পী' বোলা কবিতাটোক দুৱৰাৰ কাব্য-জীৱনৰ মূল-মন্ত্ৰৰ স্বীকাৰোক্তি বুলিব পাৰি। "আজীৱন সৌন্দৰ্য্য-সাধনাই তেওঁৰ জীৱনৰ লক্ষ্য।" "আৰু এনে দৰে সৌন্দৰ্য্যৰ নীৰব সাধনাতেই তেওঁৰ জীৱন ঢালি দিছে।" "শিল্পীয়ে সময়ৰ চিন-চাবলৈ মন নকৰি নিজৰ অন্তৰৰ সেউজীয়া ভাব সজীৱ কৰি থব পাৰিছে- তেওঁৰ একোলৈকে ভ্ৰূক্ষেপ নাই— সময়েও যেন তেওঁৰ কাষত হাৰ মানিলে।" এই স্বীকাৰোক্তিৰ ধাৰা আন আন কবিতাতো বিয়পি পৰিছে। "মনৰ এধাৰি সোঁত, যি ফালেই চাপৰ, সেই ফালেই বৈ যায় —কোনো হানি-বিঘিনিৰ লেখ নেলেখে" (সীমায়ো দিয়েহি ধৰা)। "চাকিৰ হয়তো ইচ্ছা নহয়, যে জাকে জাকে চগাই আহি তাৰ ৰূপৰ জুইত আত্ম-বলিদান কৰেহি- - কিন্তু চগাই এই আত্মদানকেই জীৱনৰ ধ্ৰুৱ-সত্য বুলি মানি লৈছে" (ব্যৰ্থতা) "এদিন দেখিব, মোৰ কথা ফলিয়াব। পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব। তেতিয়াহে বুজিব, মই বলিয়া নহওঁ (পোহৰ)।

এদিনাখন অসমৰ পঢ়াশালিবোৰত অসীমযাৰ ঠাইত বঙালী পঢ়োৱা হৈছিল। বিদেশী চিত্ৰৰ উপাদানেৰে সেই করুণ দৃশ্যক লক্ষ্য কৰিয়েই হৃৱলা কোৱা হৈছে, "হায়! চৈনেহৰ মোৰ মাতৃভাষা!" "কোনো এটা অইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজস্ব মাতৃভাষাক বুকুৰে আকোঁৱালি ধৰি থাকে, তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সাঁচাৰ কাঠিটি তেওঁলোকৰ হাতৰপৰা নাপায়— এই কথাষাৰ কেতিয়াও পাহৰা উচিত নহয়" (মোৰ শেষ পাঠ)।

সকলো প্ৰকৃত কবিতাই কবিৰ ব্যক্তিগত অনুভূতিৰ ভাষাময় চিত্ৰ বা ছন্দোময় স্পন্দন। এই ব্যক্তিগত অনুভূতিক বিশ্ব জীৱন ৰচনাৰ উপাদান কৰিব পৰা শক্তিতহে কবিৰ কৃতিত্ব প্ৰকাশ হয়। সেই কৃতিত্ব দুৱৰা ডাঙৰীয়াই কেতবোৰ কবিতাত সম্পূৰ্ণভাৱে লাভ কৰিছে।

'শিল্পী', 'প্ৰলয়', 'সোণ বৰণীয়া দেশ', 'মোৰ শেষ পাঠ', 'বাটৰুৱা', 'সীমায়ো দিয়েহি ধৰা', 'কেতেকী, 'পোহৰ', আদি কবিতা কল্পনাৰ উল্লাসনা, ৰচনাৰ সৌষ্ঠৱ, ভাষাৰ মৃদু ব্যঞ্জনা, আৰু ৰূপৰ বিচিত্ৰ সমাবেশত সোণৰ কাঠামেৰে বন্ধোৱা, নিপুণ চিত্ৰকৰৰ জীৱন্ত ছবিৰ দৰে অসমীয়া সাহিত্যত চিৰকাল জিলিকি থাকিব।

দুৱৰা ৰচনাত পৈণত আৰু সাঁচি থোৱা ৰচনাৰ ভঁৰালেৰে চহকী হলেও, ছাপাখানাৰ চিয়াহিৰ ডাৱৰ ভেদ কৰি তেওঁৰ প্ৰতিভাৰ পূৰ্ণ বিকাশ নহয় মানে, তেওঁৰ কাব্য-প্ৰতিভাক আমি দ্বিতীয়াৰ জোন বুলিহে সম্ভাষণ জনাইছোঁ। কাব্য-প্ৰতিভাৰ ষোল কলা বিকাশ নহয় মানে, তাৰ সকলো ৰং সমালোচকৰ বৰ্ণ-বিশ্লেষণ যন্ত্ৰত ধৰা নপৰে! কিন্তু যি বৰ্ণচ্ছটাৰ দাগ পৰিছে, সি মুছিব নোৱাৰা, আৰু সি অসমীয়া সাহিত্যত নতুন যুগৰ আগ-বাতৰি জনাইছে। ঊনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শেৰে গঠিত হোৱা সকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত ৰঘুনাথ চৌধুৰী আৰু কুৰি শতিকাৰ নানা বৰণীয়া ভাৱৰ সমাবেশেৰে পুষ্ট হোৱা আদৰ্শক সৌন্দৰ্য্যৰ সাজেৰে আমাৰ আগত দাঙি ধৰা সকলৰ ভিতৰত আদি শ্ৰেষ্ঠ কবি শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা। "পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব", "এদিন দেখিব, মোৰ কথা ফলিয়াব"। —কবিৰ আশ্বাসবাণী সফলতা লাভ কৰক, কবিৰ প্ৰতিভাত আমাৰ ৰাজ্য সুন্দৰ হৈ পৰক— এয়ে আমাৰ কামনা।

শ্ৰীবাণীকান্ত কাকতি

# কথা কবিতা

## দেৱী

ৰাতি পুৱাওঁ পুৱাওঁ হৈছে, ভালকৈ পোহৰ হবলৈ এতিয়াও বাকী আছে, এতিয়াও পুৱাৰ সূৰুযৰ কণক কিৰণে ধৰণীৰ গছ-লতাৰ গাত সোণোৱালী ৰহণ সনা নাই, এই মাথোন পুৱাৰ শীতল সমীৰ ধীৰে ধীৰে ববলৈ ধৰিছে।

মই মোৰ খোঁটালীৰ মেলি থোৱা খিড়িকিৰ ফালে মুখ কৰি বহি আছোঁ- ফাগুন মাহ, বতৰ ফৰকাল, ক'তো অকণো ডাৱৰৰ ৰেখা নাই।

ওচৰৰ ফুলনি খনিৰপৰা পুৱাৰ বতাহে ফুলৰ গোন্ধ চুৰ কৰি মোৰ চাৰিওফালে বিলাই দিছে, গোন্ধতেই প্ৰাণ ভৰপূৰ— কি সুন্দৰ! মই যেন মৰতৰপৰা বহুত দূৰত এখন বৰ্ণাব নোৱাৰা সৌন্দৰ্য্য ৰাজ্যতহে আছোঁ, কি যেন এটি মধুৰ স্বৰ্গীয় ভাৱে মোৰ মন প্ৰাণ আবৰি থৈছে।

হঠাৎ মোৰ খিড়িকিয়েদি এটি ধুনীয়া চৰাই উৰি আহি মোৰ খোটালীত সোমোৱাৰ শব্দ শুনিলো। মই চকু মেলি চালোঁ। দেখিলো, চৰাই নহয়— এজনা পাখি থকা মাইকী মানুহ— দেৱী নে মানৱী কব নোৱাৰোঁ।

তেওঁৰ গাটো এটা বগা ঢপ্‌ঢপীয়া সাজেৰে ঢকা আছে— মাথোন বুকুৰ ওচৰত অলপমান, ৰঙা যেন এপাহি গোলাপ ফুলহে ফুলিছে। এধাৰি পদুমৰ মালাই তেওঁৰ কেকোঁৰা কেকোঁৰা চুলিখিনিক সাবটি ধৰিছে, আৰু তেওঁৰ মূৰত এটা ম'ৰা-পাখিৰ মুকুট। তেওঁ মোৰ খোঁটালীৰ চাৰিওফালে উৰিবলৈ ধৰিলে, তেওঁৰ মুখত মধুৰ মন প্ৰাণ হৰা হাঁহি, তেওঁৰ চকুজুৰি হীৰাৰ দৰে উজ্জ্বল আৰু তাতো হাঁহিৰেখা জিলিকি পৰিছে।

তেওঁৰ হাতত নানা তৰহৰ ধুনীয়া কিছুমান সুগন্ধি ফুল, তেওঁ উৰি উৰি তাৰে এবাৰ মোৰ কপালত ছুই গ'ল। মই উঠি তেওঁৰ ফালে আগবাঢ়ি গ'লো— কিন্তু তাৰ আগেয়ে তেওঁ খিড়িকিয়েদি বাহিৰলৈ উৰি গ'ল। ফুলনিত থকা এহালি কপৌৱে সিহঁতৰ পুৱাৰ প্ৰথম কুৰুলিৰে তেওঁক সম্ভাষণ কৰিলে, আৰু যিখিনিতে তেওঁ নাইকিয়া হ'ল, সেইখিনিতে আকাশে অলপ হেঙ্গুলী ৰহণ সানি ললে।

হে দেৱী, কল্পনা সুন্দৰী! মই তোমাক চিনিব পাৰিছোঁ, তুমি মাজে মাজে মোক এই দৰে দেখা দি যোৱাহি— মোৰ নিৰাশ দুৰ্ব্বল হৃদয়ক, আশাৰ কিৰণ ঢালি সবল কৰা। কবিৰ কোমল প্ৰাণে সদায় তোমালৈ বাট চাই থাকে।

আহাঁ তেন্তে কবিতাৰ ৰাণী, হে যৌৱনৰ লাৱণ্যময়ী সুন্দৰী, তুমি জীৱনৰ বসন্তৰ প্ৰথম পুৱাতে দেখা দিছা, তোমাকে সাদৰেৰে অভ্যৰ্থনা কৰোঁ।

এই মুকলি হৃদয়ে তোমালৈকে বাট চাই আছে— এই মুকলি পৰাণে মুক্তকণ্ঠে তোমাৰেই স্তৱগান কৰিছে।



# এজনী বুঢ়ী

এখন মুকলি পথাৰৰ মাজেদি মই অকলে গৈ আছিলোঁ, হঠাৎ মোৰ পাছত লাহে লাহে পৰা ভৰিৰ খোজ শুনিবলৈ পালো— কোনোবা যেন মোৰ পাছে পাছে আহিছে।

মই চাৰিওফালে চাই পঠিয়ালোঁ। পুৰণি চিৰলি ফটা কাপোৰেৰে গোটেই গাটো ঢাকি অহা এজনী কুঁজী বুঢ়ীক দেখিবলৈ পালোঁ— তাইৰ গাল সোতোৰা-সোতোৰ, নাক দীঘল, মুখখন শেতা আৰু দাঁত এটিও নাই।

মই তাইৰ কাষলৈ আগবাঢ়ি গলোঁ— তাই থিয় হৈ ৰ'ল। "তই কোন? তোক কি লাগে? তই মগনিয়াৰ নে কি?" বুঢ়ীজনীয়ে একোকে নামাতিলে। মই তাইৰ চকুলৈ চাই পঠিয়ালত দেখিলোঁ যে পোহৰত চকু ঢাকিবলৈ যেনেকৈ কিছুমান চৰাইৰ এখন ছাল থাকে, ঠিক তেনেকুৱা এখন ছালেৰে তাইৰ চকু দুটা ঢকা, কিন্তু এই বুঢ়ীজনীৰ চকুৰ চালখন অলপো লৰা নাই— একেবাৰে থিৰ হৈ আছে। ভাবিলো, মানুহজনী কাণী।

মই আকৌ সুধিলোঁ, "তোক কি লাগে? তই কিয় মোৰ পাছে পাছে আহিছ?" তাই আগৰ দৰেই মনে মনে থাকিল, মাথো মোৰ ওচৰৰপৰা অলপ আঁতৰি গ'ল।

মই তাইৰ কাষৰ পৰা আহি আকৌ আগৰ দৰেই বাট বুলিবলৈ ধৰিলোঁ, আকৌ মই সেই ভৰিৰ খোজবোৰ পাছে পাছে শুনিবলৈ পালোঁ— কোনোবা যেন চোৰৰ দৰে মোৰ পাছে পাছে আহিছে। নিশ্চয় সেই বুঢ়ীজনীয়েই,— কিয় তাই মোৰ পাছে পাছে আহিছে? মোৰ মনেৰে তাই বাট হেৰুৱালে, আৰু সেই কাৰণে খোজৰ মাত শুনি শুনি কোনোবা গাওঁৰ মাজত ওলাবলৈ আহিছে।

কিন্তু মোৰ মনত অলপ ভয় লাগিবলৈ ধৰিলে— মই ভাবিলোঁ যে মানুহজনী যে অকল মোৰ পাছে পাছে আহিছে এনে নহয়, তাইহে দেখোন মোক বাট দেখুৱাই দিছে, আৰু মই আপোনা আপুনি তাই দেখুৱাই দিয়া বাটেদি আগবাঢ়িলৈ ধৰিছোঁ।

যি হ'ক মই এখোজ দুখোজ কৰি আহিবলৈ ধৰিলোঁ, মোৰ আগত সৌখন নৈ আৰু তাৰ পাৰত সৌডোখৰ আন্ধাৰ, ভয় লগা ঠাই, সেইখন কি ঠাই— সৰ্ব্বনাশ! এইখন মৰিশালি অ' মই বুজিলোঁ এতিয়া, তাই মোক ইয়ালৈকে আনিছিল। মই লৰালৰিকৈ উভতিলোঁ, এইবাৰ ঠিক তাইৰ মুখে মুখে পাবিলোঁ। ...... ইকি! তাই চকুৰে দেখে। তাই দেখোন মোলৈ খঙেৰে বাঘে চোৱাৰ দৰে একেথৰে চাই আছে- দেখিলেই ভয় লাগে।

মই কেৰাহিকৈ তাইৰ চকুলৈ চালোঁ, তাই আকৌ ছাল খনেৰে চকু দুটা ঢাকি পেলালে আৰু আগৰ দৰেই কাণী-বুঢ়ী হ'ল।

মই এতিয়া বুজিলোঁ, এই বুঢ়ীজনীয়েই মোৰ নিয়তি। এই নিয়তিৰ হাতৰপৰা সাৰিবলৈ মানুহৰ কোনো উপায় নাই।

সাৰিবলৈ কোনো উপায় নাই! পৰিত্ৰাণ নাই!!

বলিয়াৰ দৰে এবাৰ চেষ্টা কৰা যাওক।

মই অইন ফালে লৰ মাৰিলোঁ। মই বেগেৰে যাবলৈ ধৰিলোঁ— কিন্তু আকৌ আগৰ দৰে মোৰ পাছে পাছে ভৰিৰ খোজ আৰু সমুখত সেই আন্ধাৰ ভয় লগা মৰিশালি।

আৰু এবাৰ অইন ফালে পলালোঁ— কি হব!

পাছত সেই ভৰিৰ খোজ, আগত মৰিশালি।

কি হ'ল, মই য'লৈকে পলাবলৈ যাওঁ ত'তে এনে অবস্থা, সকলো ঠাইতে একে দশা।

বাৰু, এইবাৰ মই ফাঁকি দিম, আৰু ইয়াকে ভাবি তাতে বহি পৰিলোঁ- সেই বুঢ়ীজনীও মোৰপৰা ঠিক দুহাতমানৰ আঁতৰতে থিয় হ'ল। মই যদিও তাইৰ ভৰিৰ খোজ শুনা নাই, তত্ৰাচ মই বুজিছোঁ, তাই মোৰ পাছত থিয় হৈ আছে।

আগত আকৌ সেই আন্ধাৰ ভয় লগা মৰিশালি,—ভীষণ মূৰ্ত্তিৰে মোক গ্ৰাসিবলৈ খেদি আহিছে।

হৰি! হৰি! মই কি কৰোঁ, ক'লৈ যাওঁ। ভয়ত চাৰিওফালে চাবলৈ ধৰিলোঁ।

সেই বুঢ়ীজনীয়ে চকুদুটা তেজ যেন ৰঙা কৰি গোঙোৰা মুখেৰে মোৰ ফালে একে থৰে-চাই আছে, তাইৰ চকু দুটাৰপৰা যেন জুইৰ ফিৰিঙতিহে ওলাবলৈ ধৰিছে। সৰ্ব্বনাশ! পলাবৰ ঠাই নাই। সাৰিবৰ উপায় নাই! নাই, ৰক্ষা নাই!



# চহকী মানুহ

ধনকুবেৰ ৰথচাইল্ডৰ কথা মই বহুত দিনৰপৰা শুনি আহিছোঁ, তেওঁৰ সেই অগাধ সম্পত্তি দুখীয়াৰ উপকাৰ, দেশত শিক্ষা বিস্তাৰ, জাতীয় উন্নতি ইত্যাদি নানা সৎকাৰ্য্যত তেওঁ অকাতৰে ব্যয় কৰিছে। তেওঁৰ যেতিয়া এইবিলাক পৰহিতকৰ কাৰ্য্যলৈ মন কৰোঁ, সঁচা-সঁচিকৈয়ে তেতিয়া তেওঁলৈ মনত অসীম শ্ৰদ্ধা আৰু ভক্তিৰ উদ্ৰেক হয়।

কিন্তু সেই বুলিয়েই সেই দিনাখন সেই দুখীয়া পৰিয়ালৰ কথমপি দুসাজ খাবলৈ পোৱা দুখীয়া খেতিয়কটোৰ মাউৰা ভাগিনীয়েকক নিজৰ ভগা-পজাত আশ্ৰয় দিয়া কথাটো মই পাহৰিব নোৱাৰোঁ।

খেতিয়কৰ ঘৈণীয়েকে ৰং মনেৰে আহি মাক-বাপেক নোহোৱা ছোৱালীটিক কোলাত তুলি আথেবেথে দুৱাৰমুখৰ পৰা নি ঘৰত থলেগৈ আৰু গিৰিয়েকক কলে, "এই বাৰৰ পৰা আমি আৰু আধাপেটীকৈও দুসাজ খাব নোৱাৰোঁ।"

খেতিয়কে হাঁহি মুখেৰে মাত লগালে, 'একো কথা নাই, আমি এসাজ খায়েই থাকিম।" ৰথচাইল্ড এতিয়াও এই দুখীয়া পৰিয়ালৰ বহুত পাছ-পৰা।



# শেষ দেখা

আমি এসময়ত দুয়ো নলে গলে লগা বন্ধু আছিলো। কিন্তু কি কুক্ষণত আমাৰ দুয়োৰো মাজত দন্দ লাগিল— শেহত লগ এৰা এৰি হ'ল। বহুত বছৰ পাৰ হৈ গ'ল, এদিন তেওঁ থকা ঠাইখনলৈ আহি শুনিলো যে তেওঁৰ বৰ টান নৰিয়া, মোক চাব খুজিছে। মই একেবাৰে তেওঁৰ খোটালীতে থিয় হলোগৈ,- আমাৰ চকুৰে চকুৰে দেখাদেখি হ'ল। মই তেওঁক কথমপিহে চিনিব পাৰিলো। হৰি, হৰি। তেওঁক বেমাৰে কেনে কৰিলে। তেওঁৰ গাত এটুপিও তেজ নাই, বৰণ শেতা, গাৰ হাড়-ছাল ওলাল আৰু মূৰৰ চুলি প্ৰায়খিনিয়েই সৰি গ'ল। তেওঁৰ গাত মাথোন এখন চেলেং আছে- তেওঁ তেতিয়া এখন সামান্য চেলেং কাপোৰেৰে ভৰ সহিব নোৱাৰা হ'ল।

তেওঁ কোনো মতে হাড়-ছাল লগা শুকান হাতখন মোৰ ফালে আগ বঢ়াই দিলে আৰু মুখৰ ভিতৰতে কিবা দু আষাৰমান কথা কলে— ভালেই নে বেয়াই, মই বুজিব

নোৱাৰিলো।.....তেওঁৰ সোমোৱা চকুৰপৰা দুধাৰি চকুলো গলেদি বৈ গ'ল আৰু তেওঁ ঘনে ঘনে উসাহ লবলৈ ধৰিলে। মই এনে শোক-লগা দৃশ্য দেখি থিয় হৈ থাকিব নোৱাৰিলো– তাতে বহি পৰিলো, মোৰ হাত ভৰি কঁপিবলৈ ধৰিলে। এনে বেজাৰৰ ছবিৰ আগত দুনাই চকু মেলিব নোৱাৰি মই তেওঁৰ ফালে মোৰ হাতখন আগবঢ়াই দিলো। কিন্তু মোৰ মনত হ'ল, যেন সেইখন তেওঁৰ হাত নহয়, অইন এখন হাতেহে মোৰ হাতখন ধৰিলে।

আমাৰ দুয়োৰে মাজত বগা সাজ পিন্ধি যেন কোনোবা এজনী মাইকী মানুহ থিয় হৈ আছে। সাজটোৱে তাইক মূৰৰপৰা ভৰিলৈকে ঢাকি থৈছে।.. তাই এটা কঠোৰ উদাস দৃষ্টি শূন্যৰ ফালে এৰি দিছে– মুখৰপৰা এটাও মাত ওলোৱা নাই– অইন কি ওঁঠ দুটাও লৰা নাই।

এই মাইকী মানুহজনীয়েই আমাৰ দুয়োখন হাত একে লগে কৰি দিলে- তায়েই আমাৰ ভিতৰত চিৰকাললৈ মিলন ঘটালে। সঁচা কথা–মৃত্যুৱেই আমাৰ মিলন ঘটালে।



# মগনিয়াৰ

মই বাটেদি গৈ আছিলোঁ– এটা বুঢ়া বেমাৰী হাড়-ছাল ওলোৱা মগনিয়াৰ আহি মোৰ ওচৰত থিয় হ'লহি।

তাৰ ওঁঠ শেতা, চকু দুটা ৰঙা আৰু গাত ফটা কাপোৰ....হৰি হৰি! সি দুখত পৰি কেনেকুৱা হৈছে– চকুৰ আগতে দৰিদ্ৰতাৰ কেনে জ্বলন্ত শোক লগা দৃশ্য! সি সেই উখহা অপৰিষ্কাৰ হাতখন মেলি মোক সহায় খুজিলে। মই চোলাৰ মোনত হাত সুমাই একোকে নাপালোঁ– টকা নাই, ঘড়ী নাই, অইন কি এখন উৰ্মালো নাই, মই মোৰ লগত একোকে অনা নাছিলোঁ। মগনিয়াৰটোৱে তেতিয়াও মোৰ ওচৰতে হাত পাতি থিয় হৈ আছে– আৰু তাৰ দুৰ্ব্বল শৰীৰ কঁপিবলৈ ধৰিছে।

মই এনে দৰে থাকিব নোৱাৰি লৰালৰিকৈ তাৰ হাত দুখন সাবটি ধৰিলোঁ আৰু কলোঁ– "ককাই, মোৰ ওপৰত খং নকৰিবা,মোৰ হাতত একোৱেই নাই।" মগনিয়াৰটোৱে আচৰিত হৈ মোৰ ফালে এবাৰ চালে –শেঁতা ওঁঠ দুখনেৰে অলপ হাঁহিলে– আৰু সিও মোৰ হাত দুখন ধৰি অতি কষ্টেৰে মাত লগালে, "কি হ'ল, একো কথা নাই– ইয়াৰ কাৰণে অশেষ ধন্যবাদ– ইও যে এটা দান।"

ময়ো বুজিলো যে মোৰ এজন লগৰীয়াৰপৰা ময়ো এটা দান পালোঁ।



# কথা-বাৰ্ত্তা

ওখ ওখ পৰ্ব্বতশাৰী পৃথিৱীৰ বুকু ফালি গগন ভেদিবলৈ উঠিছে, যেনিয়েই চোৱা, তেনিয়েই শিলাময় পৰ্ব্বত— মানুহৰ ভৰিৰ চিন এতিয়াও ইহঁতৰ বুকুত পৰাহি নাই।

পৰ্ব্বতবোৰ হিমেৰে ঢকা, সদায় কণকণীয়া শীতল বতাহ বৈ আছে, ওপৰত অনন্ত নীৰৱ নীল আকাশ, তলত এখন বিস্তীৰ্ণ শুভ্ৰ বৰফৰ ৰাজ্য।

দুফালে দুটা প্ৰশস্ত পৰ্ব্বতৰ টিং বাক্কসৰ দৰে থিয় হৈ আছে, এটাই আনটোক সুধিলে "ককাই, নতুন বাতৰি কি আছে? তুমি মোতকৈ ভালকৈ দেখিবলৈ পোৱা, কোৱাচোন তলত নো কি হৈছে?" কত হাজাৰ হাজাৰ বছৰ পাৰ হৈ গ'ল, এক মিনিট,-- আনটোৱে তেতিয়া উত্তৰ দিলে, "গোটেইখন পৃথিৱী ডাৱৰেৰে ঢকা— অলপমান ৰবা।" হাজাৰ হাজাৰ বছৰ পাৰ হৈ গ'ল, এক মিনিট। আকৌ আগৰটোৱে সুধিলে "এতিয়া কেনে?" "এতিয়াও আগৰ দৰেই আছে, তাৰ মাজত অকণ অকণ দুঠেঙীয়া পোক কিছুমানে ছটফটাই লৰি ফুৰিছে,— ইফালে গৈছে এবাৰ, সিফালে গৈছে এবাৰ, সিহঁতে এতিয়াও আমাৰ কাষ চাপিব পৰা নাই।"

"মানুহৰ কথা কৈছা নেকি?"

"এৰা, মানুহৰ কথাকে কৈছো।

হাজাৰ হাজাৰ বছৰ পাৰ হৈ গ'ল, এক মিনিট। ইটোৱে আকৌ সুধিলে "তাৰ পিছত এতিয়া?" আনটোৱে উত্তৰ দিলে, "সেই পোকবোৰ অলপ কমিছে, তলখন অলপ মুকলি হৈছে, পানীও শুকাইছে, আৰু হাবিও লাহে লাহে নাইকিয়া হৈ গৈছে।" আকৌ হাজাৰ হাজাৰ বছৰ পাৰ হৈ গ'ল, এক মিনিট। 'এতিয়া কি দেখিছা?"

আনটোৱে উত্তৰ দিলে "আমাৰ তলৰ ঠাই গোটেইখন মুকলি, কিন্তু দূৰৈত এতিয়াও অলপ ক'লা ক'লা চিন আছে আৰু দেখোন কিবাকিবি কিছুমান লৰি ফুৰিছে।" হাজাৰ হাজাৰ বছৰ পাৰ হৈ গ'ল, এক মিনিট। "এতিয়া কেনে দেখিছা?" বুলি আনটোৱে মাত লগালে। সিটোৱে উত্তৰ দিলে, "এতিয়া গোটেইখন মুকলি, ক'তো একোৱেই চিন নাই, চাৰিও ফালে বৰফৰ ৰাজ্য— সকলো নিমাত, নিস্তব্ধ!"

ইটোৱে তেতিয়া মাত লগালে "ভাল কথা, কিন্তু ককাই, আমি দুয়ো বহুত বেলি কথা পাতিলো, আহা, এতিয়া অলপ শোওঁ।" "এৰা, এতিয়া শোৱা য'ক।" ওখ ওখ পৰ্বত শুলে– অনন্ত নীল আকাশ শুলে –অসীম বিশ্ব নিতাল মাৰি শুলে, জগত নিস্তব্ধ- -প্ৰকৃতি নীৰৱ।



# কাইলৈ

আমাৰ প্ৰায়েই প্ৰত্যেকে যোৱা দিনবোৰ কেনে অলাগতিয়াল কামত মিছাকৈয়ে নষ্ট হৈছে, সময়-বালিত ইহঁতে কিবা অলপো চিন থব পাৰিছে নে? মাথোন জীৱনৰ ঘৰ শূন্যৰেই পূৰাই দিনৰ পাছত দিন গৈয়ে আছে।

তথাপি মানুহে থাকিবলৈ ইচ্ছা কৰে, তেওঁ জীৱনক মৰম কৰে, বৰ ভাল পায় আৰু বুকুত আশা বান্ধি ভৱিষ্যতৰ ফালে চাই থাকে,– মনে মনে ভৱিষ্যত-পটত কত ধুনীয়া সুখৰ ছবি আঁকিবলৈ ধৰে।

কিন্তু কিয়নো তেওঁ, অহা দিনবিলাক তেওঁৰ যোৱা দিনবিলাকৰ দৰে নহয় বুলি আশা কৰে। তেওঁ তাৰ বিপৰীত ভাবিবলৈ ভাল নাপায়, অইন কি তেনে ভাব মনলৈকো আনিব নোখোজে, "কাইলে, কাইলৈ" বুলি তেওঁ নিজকে নিজেই সান্ত্বনা দিয়ে আৰু এই দৰেই প্ৰত্যেক "কাইলৈ" আহি তেওঁক দিনে দিনে মৰণৰ ফালে আগবঢ়াই নি থাকে, আৰু যেতিয়া মৰণ আহে, সকলো শেষ হয়, জীৱনৰ নাট-লীলাৰ অবসান হয়, বাছনিবো অন্ত হয়, ভাবনাবো শেষ হয়। শেষ– সব শেষ।



# এজন বুঢ়া মানুহ

তুমি নিজে দুৰ্বল, গাত শকতি নাই আৰু দিনে দিনে তোমাৰ মৰমৰ পাত্ৰ সকলৰ দুখ বাঢ়ি যোৱা দেখিছা— তোমাৰ জীৱনত বিষাদৰ সুৰ বাজি উঠিছে। আন্ধাৰ আৰু ভয় তোমাৰ জীৱনৰ বাকী কেইটা দিনকো ঢাকিবলৈ আগ বাঢ়ি আহিছে। তোমাৰ আদৰৰ সম্বল চকুৰ আগত লাহে লাহে ভাগিছিগি নাইকিয়া হৈ গৈছে। দুৰ্গম জীৱনৰ বাট পৰ্বতৰ দাঁতিয়েদি তললৈ নামি গৈছে।

তুমি কি কৰিবা বেজাৰ বা ওজৰ আপত্তি কৰিও নিজক বা আনক একো সহায় কৰিব নোৱাৰা। ভগা বা শুকান গছতো নিচেই তাকৰ আৰু সৰু পাত থাকে—কিন্তু সেইবোৰ আন গছৰ পাতৰ দৰেই সেউজীয়া।

তুমি তোমাৰ অন্তৰৰ চকু মুকলি কৰা, অতীতৰ স্মৃতি-পটত তোমাৰ জীৱনক তুলি ধৰি নিজক বুজিবলৈ চেষ্টা কৰা, বহিৰ্জগতৰপৰা অন্তৰ্জগতলৈ সোমাই তোমাৰ জীৱনক তোমাৰ হাতত থকা সাঁচাৰ-কাঠিৰে মুকলি কৰি দিয়া। তোমাৰ জীৱনত আকৌ আগৰ দৰেই মধুৰ বসন্তৰ বা বলিব। এই বুঢ়া বয়সতো তুমি আকৌ সবল হবা, তোমাৰ জীৱনৰ মাজেদি এটি নতুন আনন্দৰ সোঁত বৈ যাব। কিন্তু সাৱধান-আশা কৰি বেছি আগবাঢ়ি নাযাবা।



# এপাহি গোলাপ

চ'ত মাহৰ শেষ পষ...। বসন্তৰ জেউতিয়ে এতিয়াও ধৰাৰপৰা মেলানি মগা নাই।

বেলি মাৰ যাওঁ যাওঁ হৈছে। অলপ আগতে এজাক ডাঙৰ বৰষুণ হৈ গ'ল, ঘৰৰ আগত থকা ফুলনিখনে বৰষুণত গা ধুই চিকমিকাব লাগিছে আৰু তিতি থকা গছ লতাবিলাকৰ মাৰ যোৱা সুৰুষৰ শেষৰ কিৰণত জিলিকি পৰিছে।

তেওঁ অকলে চ'ৰাৰ ফুলনিত গালে-মুখে হাত দি ফুলনিৰ ফালে চাই বেজাৰ মনেৰে বহি আছে। তেওঁৰ মুখত বিষাদৰ ৰেখা, আৰু দেখিলেই বোধ হয়, যেন কিবা এটা আন্তৰিক বেদনাৰ প্ৰতিকাৰ কৰিব নোৱাৰি নীৰৱে নিমাতে সহিব লাগিছে, কিন্তু

অন্তৰ দেই পুৰি গৈছে। তেওঁৰ আউলী হৈ থকা চুলিখিনিয়ে অকলে আপোন মনে বতাহৰ লগত ধেমালি কৰিছে।

অলপ পৰৰ পিছতে তেওঁ ফুলনিৰ ফালে বাট ললে আৰু লাহে লাহে চকুৰ আঁতৰ হ'ল।

প্ৰায় বহুত পৰ হৈ গ'ল। ....তেওঁ এতিয়াও উভতি অহা নাই। ময়ো লাহেকৈ বাহিৰলৈ আহি তেওঁ যোৱা বাটেদি যাবলৈ ধৰিলোঁ।

মোৰ চৰিওফালে আন্ধাৰ- সন্ধ্যা লাগি গ'ল কিন্তু ফুলনিলৈ যোৱা মাজবাটৰ দাঁতিতে কিবা এটা বগা ঘূৰণীয়া বস্তু তেতিয়াও দেখা পোৱা গৈছিল।

তললৈ চালত দেখিলো যে ই এপাহি ন-কৈ ফুলা গোলাপ ফুল। ঠিক এই ফুলপাহিকে মই অলপ পৰ আগেয়ে তেওঁৰ বুকুত দেখিছিলোঁ। সেই বোকাত পৰি থকা ফুলপাহি মই তুলি আনি ঘৰলৈ আহি তেওঁ বহি থকা ঠাই ডোখৰৰ আগতে তাক থৈ দিলোঁ।

তেওঁ উভতি আহিল— এখুজি এখুজি কৰি আগৰ বহা ঠাই ডোখৰত আকৌ বহিলহি।

তেওঁৰ মুখখন আগতকৈ বহুত শেতা হ'ল আৰু দুধাৰি চকুলো বৈ গৈছে।

ওচৰত থকা গোলাপ ফুল পাহিলৈ তেওঁৰ চকু পৰিল— তাক তুলি ললে আৰু তাৰ বোকা লগা পাত কেইটালৈ চাই মোৰ ফালে একে থিৰে চাবলৈ ধৰিলে আৰু আগতকৈ দুগুণ বেগেৰে চকুলো বৰলৈ ধৰিলে।

মই সুধিলোঁ "তুমি কান্দিছা কিয়?"

তেওঁ কলে "চোৱাচোন, গোলাপ পাহিৰ কেনে অৱস্থা হ'ল? সমিধান স্বৰূপে মই গহীন সুৰেৰে মাত লগালোঁ। "তোমাৰ চকুৰ পানীয়ে তাৰ বোকা ধুই দিব।" তেওঁ মাত লগালে "চকুৰ পানীয়ে নোধোৱে, মাথোন পোৱেহে।" এই বুলি কাষৰ জুহালত জ্বলি থকা জুইৰ মাজত সেই ফুলপাহি পেলাই দিলে। "জুইয়ে চকুৰ পানীতকৈও ভালকৈ পোৱে।" এই বুলি তেওঁ অকলে অকলে হাঁহিবলৈ ধৰিলে, অথচ দুধাৰে চকুলো বৈয়ে আছে।

মই বুজিলোঁ যে তেওঁৰো অন্তৰত একুৰা জুই জ্বলি আছে।



# ভিক্ষা

এখন ডাঙৰ নগৰৰ ৰাজবাটেদি এজন বুঢ়া বেমাৰী মানুহ অকলে অকলে গৈ আছিল, বাটত যাওঁতে তেওঁৰ গাটো কঁপি কঁপি গৈছিল, ভৰি দুখনে তেওঁৰ দুৰ্বল শৰীৰৰ ভাৰটো কথমপিহে সহিব পাৰিছে আৰু কোনোমতে চুচৰি-বাগৰি তেওঁ লাহে লাহে বাট বুলিছে। তেওঁৰ গাত ফটা কাপোৰ, মুখ খন শেঁতা আৰু খীণোৱা।

বাটৰ কাষত থকা এডোখৰ শিলৰ ওপৰতে তেওঁ গালে মূৰে হাত দি বহিলগৈ। দুখ-বেজাৰৰ চিন্তাই তেওঁক বেঢ়ি ধৰিলে— তেওঁৰ শুকান হাড়-ছাল লগা আঙুলি কেইটাৰ মাজেদি বাগৰি বাগৰি চকুলো মাটিত পৰিবলৈ ধৰিলে।

হায়! তেওঁৰ মনত পৰিছে.....। তেওঁৰ সেই অতীতৰ সুখ সম্পদৰ কথা মনত পৰিছে— তেওঁ সেই হাতেৰে দুখীয়াক দান কৰিছিল— কেনেকৈ অইনৰ সুখৰ কাৰণে নিজৰ ধন—সম্পত্তি, অইন কি বহুমূলীয়া স্বাস্থ্যও হেৰাল, আজি তেওঁ বাটৰ মগনিয়াৰ--খাবলৈ খুদকণ এটিও নাই। তেওঁৰ সুখৰ সময়ৰ বন্ধু সকল এতিয়া ক'ত?

এয়ে সংসাৰৰ নিয়ম। দুদিনীয়া ধন-সম্পত্তি, দুদিনীয়া সুখ—সকলো পানীৰ মাজত উঠা বুৰবুৰণিৰ দৰে খন্তেকতে মাৰ যায়। যাক তুমি আজি বুকুৰ বান্ধ বুলি হিয়া মোকোলাই দিছা, কাইলৈ তোমাৰ দুৰৱস্থাত তেৱেঁই তোমাৰ প্ৰধান শত্ৰু হব। হায়! দুদিনীয়া বন্ধু-বান্ধব! তোমালোকে বসন্তৰ কুলিৰ দৰে দেখা দি বাৰিষা কেনি আঁতৰি যোৱা? তেওঁক এতিয়া সকলোৱে এৰিলে ...শেহত জানো তেওঁ ঘৰে ঘৰে মাগি খাব লাগিব? বেজাৰত তেওঁৰ ধাৰাসাৰে চকুলো ববলৈ ধৰিলে।

হঠাৎ কোনোবাই যেন তেওঁক নাম কাঢ়ি মাতিলে। তেওঁ মূৰ তুলি চালে আৰু দেখিলে যে এজন অচিনাকী মানুহ তেওঁৰ সমুখত থিয় হৈ আছে।

তেওঁৰ স্থিৰ সৌম্য মূৰ্ত্তি, প্ৰশান্ত বদন আৰু উজ্জ্বল মৰমীয়াল চকু। তেওঁ শান্ত আৰু মধুৰ স্বৰেৰে মাত লগালে "তুমি অইনৰ উপকাৰৰ নিমিত্তে তোমাৰ সকলো ধন-সম্পত্তি বিলাই দিলা আৰু সেই কাৰণে নিশ্চয় তুমি এতিয়া শোক কৰা নাই।"

বুঢ়াজনে এটি দীঘল হুমুনিয়াহ কাঢ়ি মাত লগালে "হয়, মই তাৰ কাৰণে শোক কৰা নাই, কিন্তু মই যে এতিয়া খাবলৈ নাপাই মৰিবলৈ ধৰিছোঁ।"

আকৌ সেই অচিনাকী মানুহজনে কলে, "তোমাৰ সুখৰ সময়ত কোনো দুখীয়া বা মগনীয়াই যদি তোমাৰ ওচৰত হাত নাপাতিলেহেঁতেন তেন্তে তুমি পৰোপকাৰৰ

এই মহৎ সুযোগটি নাপালাহেঁতেন আৰু তোমাৰ মনৰ সৎ ইচ্ছাটিও কামত লগাব নোৱাৰিলাহেঁতেন।”

বুঢ়া মানুহটিয়ে একো নামাতি তলমূৰ কৰি ভাবিবলৈ ধৰিলে।

অচিনাকী মানুহজনে তেতিয়া আকৌ কবলৈ ধৰিলে “যোৱা তেন্তে তুমিও তোমাৰ মিছা লাজ আৰু বেজাৰ কাতি কৰি থৈ অইনৰ ওচৰত হাত পাতি অইনকো পৰোপকাৰৰ এটি সুযোগ দিয়াগৈ।”

বুঢ়া মানুহজনে আচৰিত হৈ মুৰ তুলি চালে— কিন্তু অচিনাকী মানুহজন আৰু তাত নাই, দূৰৈত এজন মানুহ সেই ফালে আগবাঢ়ি আহিব ধৰিছে।

বুঢ়া মানুহজনে তেওঁৰ ওচৰলৈ গৈ হাত পাতিলে, কিন্তু বাটৰুৱাজনে গোঙাৰামুৰা হৈ একো নিদি আন ফালে গুচি গ'ল।

তাৰ পিচত আৰু আন এজন মানুহ সেই ফালে আহিল— তেওঁ বুঢ়া জনক দুটামান পইচা দি গ'ল।

বুঢ়াজনে তেতিয়া তাৰে অলপ খোৱা বস্তু কিনি আনিলে, আৰু মাগি পোৱা পইচাৰে কিনা সেই বস্তুখিনি তেওঁৰ মুখত অমৃত যেন লাগিল।

তেওঁৰ মনত আৰু এতিয়া লাজ নাই— শান্তি আৰু আনন্দ আশীৰ্বাদ স্বৰূপে সৰগৰ পৰা নামি আহিল— কি এক নতুন স্বৰ্গীয় ভাবেৰে তেওঁৰ মন পৰিপূৰ্ণ হ'ল! কি সুখ। কি শান্তি! কি অনিৰ্বচনীয় আনন্দ!



# এটা মূৰ্খ মানুহ

এসময়ত এটা মূৰ্খ মানুহ আছিল। বহুত দিন সি খাই বৈ শান্তিৰে কাল কটাইছিল। কিন্তু লাহে লাহে সি শুনিবলৈ পালে যে তাৰ ওচৰ-চুবুৰীয়াবিলাকে তাক মাথোন এটা সামান্য নিৰ্বোধ বুলিহে ভাবে। সি মনে মনে বৰ লাজ আৰু বেজাৰ পাই, কি কৰিলে নো তাৰ এই বদনামটো যাব তাকে ভাবিবলৈ ধৰিলে।

হঠাতে এদিন তাৰ মনত এটা বুদ্ধি খেলালে আৰু ততালিকে সি তেনে দৰে কৰিবলৈ ঠিক কৰিলে।

বাটত যাওঁতে তাৰ এজন বন্ধুৰ লগত দেখা হ'ল, আৰু কথাৰ প্ৰসঙ্গে তেওঁ এজন বিখ্যাত চিত্ৰকৰক খুব প্ৰশংসা কৰিবলৈ আৰম্ভ কৰিলে।

মূৰ্খটোৱে তেতিয়া মাত লগালে, "কি কোৱাঁহে, তুমি তেওঁক এতিয়াও প্ৰশংসা কৰিছানে? তেওঁৰ পট আজিকালি কোনোৱে ভাল নাপায়। এইটো সকলোৱে জানে। এ ৰাম! এই কথাটো তুমি এতিয়াও নাজানা নে?—মই কেতিয়াও এইটো তোমাৰপৰা আশা কৰা নাছিলো, যোৱা, তুমি সকলোৱে পাছ পৰা।" বন্ধুজনে তেতিয়া ভয়ত লৰালৰিকৈ সেই মূৰ্খৰ লগতেই মত দিলে।

আন এজন বন্ধুৱে তাক কৈছিল "কালি যে এনে এখন সুন্দৰ কিতাপ পঢ়িছিলো, কি কম। এনে কিতাপ মই খুব কমেইহে পঢ়িছো।"

নিৰ্বোধটোৱে তেতিয়া মাত লগালে "আচৰিত কথা, আপুনি অলপো সঙ্কোচ নোহোৱাকৈ এই কথাটো কব পাৰিলে। সেই কিতাপটো একেবাৰেই যে বেয়া, তাত কিছুমান অসাৰ কথাৰ বাহিৰে আন একো নাই, তাক জগতৰ সকলোৱে জানে, মাথোন আপোনাৰ বাহিৰেহে। কিতাপটো পঢ়া দূৰৈত থাওক তাৰ নামকে কোনোৱে নলয়। সঁচাকৈয়ে আপুনি এই কথাটো নাজানে নে? চাওকচোন, আপুনি এতিয়াও সকলোৱে কিমান পাচপৰা।" এই মানুহজনেও ভয়তে তাৰ মততে মত দিলে।

আৰু এজন বন্ধুৱে তাক এদিন কৈছিল "অমুক মানুহজন বৰ ভাল মানুহ। সকলো সজগুণেই তেওঁৰ গাত আছে, মই এনে এজন সাধু পুৰুষ ক'তো দেখা নাই।"

মূৰ্খটোৱে মাত লগালে "যাওক, আপুনি এইবোৰ কি কথা কৈছে! সি যে একটা নামজ্বলা দুষ্ট আৰু সি যে বংশ পৰিয়াল সকলোকে ঠগিলে তাক এই সংসাৰৰ সকলোৱে জানে। নিশ্চয় আপোনাৰ এই বৰ্ত্তমান যুগৰ লগত কোনো সম্বন্ধ নাই।"

এই তৃতীয় মানুহজনেও ভয়তে তাৰ মততে মত দিলে আৰু আগৰ বন্ধুজনৰ লগ এৰি দিলে। এই দৰে যদি কোনোবাই কোনো মানুহক বা কোনো বিষয়ে নিৰ্বোধটোৰ প্ৰশংসা কৰে, তেতিয়াকে সি খুব সাহেৰে এইদৰেই তাৰ উত্তৰ দিয়ে।

কেতিয়াবা সি তাচ্ছিল্য ভাৱেৰে ব্যক্তিগত মতৰ বিৰুদ্ধে ঠাট্টা কৰি কয় এতিয়াও মানুহে তাক বিশ্বাস কৰে।

তাৰ বন্ধুবিলাকে তাৰ বিৰুদ্ধে কবলৈ ধৰিলে "মানুহটো বিশ্বনিন্দুক আৰু চকুচৰহা।......কিন্তু কথাৰ ধাৰ কোনে বুজে.....!"

"কোনে কথা কব জানে?" বুলি অইনবিলাকেও তাতে যোগ দিয়ে আৰু কয় "সঁচাসঁচিকৈয়ে মানুহটোৰ কি বুদ্ধি!"

শেহত এদিন এখন বাতৰি কাকতৰ সম্পাদক এজনে আহি তাক তেওঁৰ বাতৰি কাকতৰ সমালোচক হবলৈ ধৰিলে, আৰু তাৰ নিজৰ চিৰকলীয়া ধৰণেৰেই সকলো মানুহকে বা সকলো বিষয়ৰেই সমালোচনা কৰি যাবলৈ তাক কলে।

যি এসময়ত ব্যক্তিগত মতৰ ঠাট্টা কৰিছিল, সি নিজেই এতিয়া সকলো বিষয়তে তাৰ নিজৰ মত নিঃসঙ্কোচে দিয়ে, আৰু ডেকাবিলাকে তাক বৰ ভয় আৰু ভক্তি কৰে।

বেচেৰা ডেকাবিলাকে ইয়াকে নকৰি নো কি কৰিব? যদিও কাকো ভয় বা ভক্তি নকৰাই তেওঁবিলাকৰ সাধাৰণ নিয়ম, কিন্তু ইয়াত সেই নিয়ম নচলে, কাৰণ তেতিয়া হ'লে তেওঁবিলাক "মান্ধাতাৰ আমোল" হৈ সকলোৰে পাছ-পৰা হ'ব।

ভীৰুৰ দলত মূৰ্খ মানুহৰ ভাল প্ৰতিপত্তি হয়।



# বাতৰি কাকতৰ সংবাদদাতা

দুজন বন্ধুৱে একেলগে বহি চাহ খাই আছিল— হঠাৎ তেওঁবিলাকে বাটত এটা ডাঙৰ গণ্ডগোল হোৱা শুনিবলৈ পালে, – কোনোবাই যেন কাৰবাক ধৰি খুব গালি পাৰিছে আৰু মাৰিছে।

এজন বন্ধুৱে খিড়িকি দুৱাৰেদি মুখ উলিয়াই চাই কলে, "সিহঁতে কাৰোবাক মাৰিছে।"

আন জনে মাত লগালে "কাক মাৰিছে? সি নিশ্চয় এটা খুনী বা পলাই অহা দোষী মানুহ। যাওহঁক ব'লা, আমি তাক সহায় কৰোঁগে। এনে অন্যায় কাম আমি আমাৰ চকুৰ আগতে হ'বলৈ দিব নোৱাৰো।"

আনজনে মাত লগালে "নহয়, সিহঁতে কোনো খুনীক মৰা নাই।"

"খুনী নহয়? তেন্তে সি নিশ্চয় চোৰ। ব'লা, একো কথা নাই, তাক আমি মানুহবোৰৰ হাতৰপৰা সৰুৱাই আনোঁগে।"

"সি চোৰ নহয়।"

"কি সি চোৰো নহয়? তেন্তে সি নিশ্চয় টকাৰ গোলমালত পৰি ভয় খাই অহা বা পলাই অহা খাজাঞ্চী বা ৰেলৰ কৰ্ম্মচাৰী নতুবা কোনো সমাজ সংস্কাৰক বা পুৰণি ধৰণৰ বাতৰি কাকতৰ সম্পাদক—যেয়ে হ'ক, ব'লা আমি তেওঁক সহায় কৰোঁগে।"

"নহয়, তেওঁ এইবিলাক একো নহয়, মাথোন তেওঁ এজন বাতৰি কাকতৰ সংবাদদাতা।"

"অ' এজন সংবাদদাতা। ৰবা, কথাটো কি মই তোমাক পিছত কম। আহা, আমি আগেয়ে চাহটোপা খাই লওঁ।" ◆

# মোৰ লগৰীয়া

মই অকলশৰীয়া, মোৰ কোনো লগৰীয়া নাই। মই নিজেই নিজৰ কামত ব্যস্ত থাকোঁ, অইনৰ ফালে চাবলৈ মোৰ সময় নাই। মই অকলে ফুৰোঁ, হাঁহো, কান্দো আৰু অকলে আপোন মনেৰে নিজেই নিজৰ লগত কথা পাতোঁ। জীৱনত মোৰ ইয়াকেই ভাল লাগে, অইনৰ লগত বিশেষ মোৰ একো সম্বন্ধ নাই। ভাবিছিলো, অইনৰ সুখ-দুখলৈ আওকাণ কৰি এনে দৰেই জীৱনটো কটাই দিম।

কিন্তু হঠাতে এদিন বসন্তৰ প্ৰথম পুৱাতে সাৰ পাই উঠি দেখোঁ যে মোৰ ধেমালি কৰা ঠাই ডোখৰৰ ওচৰতে আৰু এজন কোনোবা আহি বহি আছেহি।

মই সুধিলো "তুমি কোন? তোমাক কি লাগে? ইয়াৰ পৰা গুচি যোৱা।" তেওঁ দেখোন মোৰ কথাৰ উত্তৰকে নিদিলে, মাথোন অলপপৰ মিচিকিয়াই হাঁহিলে, অলপ পিছতে মোৰ মনত হ'ল যে তেওঁক খেদাই দিবৰ কোন আৱশ্যক নাই। তেওঁ তেওঁৰ কাম কৰক, ময়ো মোৰ কাম কৰোঁ। এদিন তেওঁক কলোঁ "বাৰু তুমি মোৰ ধেমালি কৰা ঠাই ডোখৰৰ অকণমান লব পাৰা; কিন্তু বাকী ডোখৰ মোৰ, তাত তোমাৰ অধিকাৰ নাই।"

তেওঁ মাথোন অলপ হাঁহিলে। এদিন দেখিলোঁ যে তেওঁ মোৰ ঠাই ডোখৰতো সোমালহি। মই তেতিয়াই তেওঁক তাৰপৰা খেদাই দিলো, তেওঁ কান্দিবলৈ ধৰিলে। বৰ বেজাৰ লাগিল; গোটেই ডোখৰ ঠাই এৰি দিলো, কলো "তুমি ইয়াতে থাকা, মই যাওঁ।

তেওঁ কলে, "ময়ো তোমাৰ লগতে যাম।" "সেইটো হব নোৱাৰে।"

এই বুলি মই অকলে গুচি আহিলোঁ। জহ কালি, দুপৰীয়া। বৰ ঘাম, পিয়াহত তত নাই। হায়! হায়! কিয় মই ঘৰ এৰি আহিলোঁ?

দুপৰীয়াৰ সূৰুযে লাহে লাহে পশ্চিমলৈ ঢাল ললে। নিৰ্জ্জন মুকলি পথাৰত লাহে লাহে আন্ধাৰ নামিবলৈ ধৰিলে। মই অকলেই সেই আধা পোহৰ আধা ছাঁত ভাগৰত লাল-কাল হৈ পৰি আছো এবাৰ ভাবিলো যে তেওঁ যদি এতিয়া কাষত থাকিলেহেঁতেন!

আকাশ ডাৱৰে ঢাকিলে, ঘনে ঘনে বিজুলিয়ে চিকমিকাবলৈ ধৰিলে, ভয়ত প্ৰাণ কঁপিবলৈ ধৰিলে, মুখত মাত নোলোৱা হ'ল। তথাপি বলেৰে এবাৰ প্ৰাণ ৰক্ষাৰ কাৰণে তেওঁক মাতিলো।

তেওঁ আহিল। এবাৰ মাতোতেই তেওঁ কৰপৰা আহি মোক আদৰেৰে সাৱটি ধৰিলেহি, মই কব নোৱাৰো। নিজস্ব ভনীৰ দৰে, মাতৃৰ দৰে, প্ৰিয়তমাৰ দৰে মোক যত্ন কঁৰিবলৈ ধৰিলে, এবাৰ ভাবিলো এওঁ কোন?

সুধিলোঁ. "তুমি কোন? তোমাক কি লাগে?" তেওঁ মোৰ কথাৰ উত্তৰ নিদি মোক আথেবেথে তাৰপৰা তুলি আনি এটা পুখৰীৰ পাৰৰ এখন ফুলনিৰ মাজত বহুৱালেহি, আৰু কলে "মই কোন তোমাক পিছত কম।"

মই আকৌ সুধিলোঁ "তুমি কোন? মোক ইমান যত্ন কৰিছা কিয়? তোমাক কি লাগে?"

কোনো যেন ক'ৰবাৰপৰা গহীন সুৰেৰে মাত লগালে "তোমাৰ প্ৰাণ।"

"উহুঁ, সেইটো হ'ব নোৱাৰে– প্ৰাণ দিব নোৱাৰোঁ।" "তেন্তে একোকে নালাগে"।

কিন্তু অলপমান কিবাকিবি এটা দিয়া উচিত, ইয়াকে ভাবি মই মোৰ হাতৰ আঙুঠিটো সোলোকাই দিলোঁ। তেওঁ তাক পুখুৰীৰ পানীত দলিয়াই তাৰপৰা গুচি গ'ল।

মই আকৌ ভাবিলো, প্ৰাণ মোৰ সৰ্বস্ব, তাক দিব নোৱাৰো।

গোটেই ৰাতি সেই ফুলনিৰ ভিতৰতে কটালো; পুৱা যেতিয়া জগতে নতুন সূৰুযৰ কিৰণত হাঁহিবলৈ ধৰিলে, আকাশ-বতাহ্ কতো বিপদৰ অকণো সম্ভাৱনা নাই, তেতিয়া মোৰ তেওঁলৈ মনত পৰি বৰ বেজাৰ লাগিল। আকৌ এবাৰ তেওঁলৈ মোৰ মনত পৰিল আৰু মাতিলোঁ, তেওঁ আহিল। মই কলো "মই মোৰ প্ৰাণ তোমাক দিম।"

তেওঁ সুধিলে হাঁহি হাঁহি মৰিব পাৰিবানে? জগতৰ এই সুন্দৰ সময়ত, জীৱনৰ এই শুভ মুহূৰ্ত্তত যেতিয়া কোনোৱে মৰিবলৈ ইচ্ছা নকৰে তেতিয়া মই নিৰ্ভয় মনেৰে সমিধান দিলো– তোমাৰ কাৰণে মই হাঁহি হাঁহিও মৰিব পাৰিম।" তেওঁ তেতিয়া উত্তৰ দিলে "মোৰ নাম প্ৰেম, তুমি মৰিব নালাগে।"

বাঁহী–৮ম বছৰ ১ম সংখ্যা



# বৰষুণ

আজি গোটেই দিনটো বৰষুণ। সোঁ সোঁ কৰে বতাহ আহিছে। বৰষুণৰ শব্দৰ বাহিৰে ক'তো একো শুনা নাযায়।

আকাশ ডাৱৰেৰে ভৰা, বতাহ বলিয়া হৈছে, লগে লগে গছবোৰো বলিয়া হৈছে।

পথাৰ পুখুৰী, আলিবাট– সকলোতে পানী ভৰি পৰিছে, চাৰিও ফালেদি পানী অবাধে বাগৰি যাবলৈ ধৰিছে। নতুন পানী পাই ভেঁকুলীবোৰে মহা ৰঙেৰে চিঞৰিবলৈ ধৰিছে। সিহঁতৰ মাত গোটেই জগত ভেদি গৈছে, কোনোৱে সিহঁতৰ আনন্দত বাধা দিব পৰা নাই। সিহঁতে মুকলি মনেৰে জগতৰ এই আনন্দত যোগ দিছে।

আকাশত বিজুলী জিলিকি উঠিছে, কোনোৱে বাধা দিব পৰা নাই। পুখুৰীত মাছৰ পোনাজাকে মুকলি মনেৰে ধেমালি কৰি ফুৰিছে।

ফুলনিৰ ফুলখিনিয়ে বতাহত হালিছে জালিছে, সিহঁতৰ ৰঙা, হালধীয়া– নানাবৰণত ফুলনি খনি উজ্জ্বল হৈ পৰিছে, সিহঁতে ৰঙতেই মুকলি মনেৰে নিজ নিজ শোভা বিলাই দিছে। সিহঁতৰ ৰঙৰো সীমা নাই, সৌন্দৰ্য্যৰো সীমা নাই। সকলোৱেই মুক্ত, ক'তো অকণো বাধা-বন্ধন নাই।

মাথোঁ মই এই জগতত নিজেই নিজৰ বান্ধত পাক খাই আছোঁ, মোৰ শক্তি নাই, সামৰ্থ নাই। আজি প্ৰকৃতিৰ সকলোৱেই মুক্ত। কেনে মুকলি মনেৰে সকলোৱে নিজক জগতৰ আনন্দৰ মাজত বিলাই দিছে।

মই মাথোঁ দেখিছোঁ, বুজিছো, কিন্তু ক'তা সিহঁতৰ দৰেতো হব পৰা নাই।

আজি গোটেই জগত আনন্দত বলিয়া, সকলোৱেই মুকলি, মাথোন মই নিজেই গঢ়া শিকলিৰে নিজকে বান্ধি থৈছো।

বাঁহী-৮ম বছৰ ১ম সংখ্যা



# এটি টিপচি চৰাই

মই চিকাৰৰপৰা উভতি আহি ফুলনিখনৰ মাজেদি গৈ আছোঁ, কুকুৰটো মোৰ আগে আগে লৰি গৈছে। হঠাতে সি মাজ বাটৰ পৰা আঁতৰি কিবা এটা ধৰিবলৈ যোৱা দি লাহে লাহে যাবলৈ ধৰিলে। গছৰ সুৰুঙাইদি চাই পঠিয়ালত হালধীয়া ঠোঁটেৰে সৰু চৰাই পোৱালী এটি মোৰ আগতে মাটিত পৰি থকা দেখিবলৈ পালো। সি অলপতে এতিয়া তাৰ বাহৰপৰা বতাহত সৰি পৰিল। তেতিয়া বতাহ বৰ বেগেৰে বৈছিল আৰু কাষৰ গছ-গছনিবোৰ বতাহত কঁপিবলৈ ধৰিছিল। সি মাটিত পৰি ছটফটাই তাৰ কাঁড়-পাখি গজা পাখিদুখনেৰে মিছাকৈয়ে উঠিবলৈ চেষ্টা কৰিছিল।

মোৰ কুকুৰটো লাহে লাহে তাৰ ওচৰ পাইছিলগৈ কিন্তু এনেতে ওচৰৰ গছ এজোপাৰপৰা এটা চৰাই দলিটো অহা দি কুকুৰটোৰ আগতে পৰিলহি আৰু ভয়ত পাখি জোকাৰি চিঞৰি চিঞৰি বাৰে পতি কুকুৰটোৰ মুখৰ ওচৰলৈ বাগৰি যাবলৈ ধৰিলে। সি তাৰ পোৱালীটোক ধৰি ৰখাবৰ কাৰণে গছৰপৰা জাপ মাৰি পৰিল, আৰু কুকুৰটোৰ আগত ছটফটাবলৈ ধৰিলে....চিঞৰত তাৰ মাত ভাগি গৈছে....শেহত ভয়ত আধামৰা হৈ পোৱালীটোক আঁৰ কৰি নিজকেই শত্ৰুৰ মুখত পেলাই দিলে। তাৰ মনত কুকুৰটো কিবা এটা ডাঙৰ ভীষণ ৰাক্ষসৰ দৰে বোধ হৈছিল। কিন্তু তত্ৰাচ সি নিজেই বিপদক দূৰত থৈ গছৰ ওখ ডালটোত বহি থাকিব নোৱাৰিলে। তাৰ ইচ্ছাতকৈও এটা প্ৰবল নেদেখা শক্তিয়ে তাক ওপৰৰপৰা তললৈ নমাই আনিলে। মোৰ কুকুৰটোৱেও উচপ খাই দুখোজমান পিছুঁহকি আহি একে থৰে ৰ' লাগি চাই আছিল— সিও সেই শক্তিটোক বুজিব পাৰিছিল।

মই সেই ভয় খোৱা কুকুৰটোক লৰালৰিকৈ তাৰপৰা মাতি আনি ভক্তিপূৰ্ণ হৃদয়েৰে সেই ঠাই ডোখৰৰপৰা গুচি আহিলোঁ। সঁচাকৈয়ে কথাটো উৰাই নিদিবা। সেই টিপচি চৰাইটোৰ প্ৰেমৰ এনে এটা আচৰিত শক্তি দেখি মোৰ হৃদয় আপোনা আপুনি সম্ভ্ৰমেৰে সৈতে তাৰ ওচৰত দোঁ খাই পৰিল। মই ভাবিলোঁ, মৃত্যুতকৈও প্ৰেম ডাঙৰ আৰু মৰণৰ ভয়তকৈও প্ৰেমৰ শক্তি প্ৰবল।

এই প্ৰেমতেই জীৱন চলি আছে আৰু এই প্ৰেমতেই জীৱনৰ উন্নতি। সঁচাকৈয়ে-

"প্ৰেমত ঘূৰিছে ভূমণ্ডল
প্ৰেমত ফুলিছে শতদল।"



# এটা ভগা দ'ল

নৈৰ পাৰেদি ঘৰলৈ যোৱা বাটত, ওচৰতে ভগা দ'লটো, তাৰ চাৰিওকাষে হাবি, দ'লৰ ভিতৰত একো নাই, তাৰ এফাল ভাগি-খহি মাটিত পৰিছে। কিন্তু সেই পুৰণি আঁহত গছজোপাই সহস্ৰ শিপাৰে ছাটি পেলাই বুকুৰ মাজত ধৰি থকাৰ দৰে তাক ধৰি আছে।

কোনোৱে তাৰ ভিতৰলৈ নাযায়— ভিতৰলৈ যোৱা দূৰতে থাওক, তাৰ কাষেদিও নাযায়। মাথোন ৰাতি হলে তাত শিয়ালে সবাহ পাতে। কেতিয়াবা দিনত দুজনী এজনী চিলনীয়ে তাৰ ভগা কলচীটোৰ ওপৰত ধ্যানমগ্ন যোগীৰ দৰে বহি থাকে।

এদিন খুব ডাঙৰ ৰবষুণ হৈছিল, সেই দিনাখনেই মই সেই বাটটোৰেদি ঘৰলৈ আহিছিলো। আহোতে দেখিলোঁ যে এনে ৰবষুণৰ মাজতো দ'লটো থিয় হৈ আছে, কিন্তু বোধ হ'ল যে সি বেছি দিন আৰু এনেদৰে নোৱাৰে; অলপতে যেন ভাগি মাটিত পৰিব— আহত গছজোপাৰ হাজাৰ বান্ধোনেও তাক ৰাখিব নোৱাৰিব। গছজোপা বতাহত লৰি আছে। কচুপাতবোৰৰ ওপৰত পানী পৰি অলপ পৰ টলবল কৰি থাকি আকৌ মাটিত বাগৰি পৰিছে, বতাহৰ লগতে সাপে ধৰা ভেঁকুৰ এটাৰ কৰুণ কান্দোন উৰি অহা শুনিবলৈ পাইছিলোঁ। নৈ খনৰ পানীবোৰ বতাহত লৰিবলৈ ধৰিছে। মই দ'লটো পাছত এৰি ঘৰমুৱা হৈ গৈ আছিলো।

অলপমান আগবাঢ়োঁতেই মোক যেন কোনোবাই পাছৰপৰা মতা শুনিবলৈ পালো, উভতি চালো, একো নেদেখিলোঁ। আকৌ যাবলৈ ধৰিলোঁ— কিন্তু আকৌ যেন কোনোবাই কাণৰ ওচৰত নাম কাঢ়ি মতা শুনিবলৈ পালোঁ— চকুৰ আগত কাকো দেখিবলৈ নাপালো, অথচ বোধ হ'ল যেন মোক কিবা এটাই টানিবলৈ ধৰিছে। মই তাৰ পাছে পাছে আহিবলৈ ধৰিলো।

আকৌ এৰি অহা বাটটোৰেদি আহি ভগা দ'লটোৰ ওচৰ পালোঁহি। তাতে যেন মোক কোনোবাই থিয় হৈ থাকিবলৈ কলে।

মই তাতে থিয় হৈ আছিলোঁ। কাৰবাৰ লগত কথা পাতিছিলোঁ নে নাই পতা কব নোৱাৰো কিন্তু মই হলে বহুত কথা শুনিবলৈ পাইছিলো।

কিছুমান পৰ তেনেদৰে থিয় হৈ থাকি যেতিয়া গোটেই গাটো ৰবষুণত তিতিল, তেতিয়া মনত হ'ল— মই বলিয়া নে কি যে এনেকৈ এডোখৰ ঠাইত অকলে থিয়

হৈ তিতি থাকিম, মোক কোনে ইয়াত থাকিবলৈ কৈছিল? তেতিয়া যেন কোনোবাই মোৰ সমুখলৈ আহি বতাহৰ লগতে সুৰ মিলাই কলেহি, "মই"। তেতিয়াও সেই সাপে ধৰা বেঙটোৰ মাত সৰু হৈ অহা শুনিবলৈ পাইছিলোঁ। চাৰিওফালে চাই কাকো নেদেখিলোঁ, সৰু বাটটোৰ ওপৰেদি পানী বাগৰি গৈছিল। তেতিয়া মোৰ মনত ভাৱ কেনে হৈছিল কব নোৱাৰো, কিন্তু, এইটো বেছ মনত আছে যে মই লাহে লাহে চকুৰে কম দেখিবলৈ ধৰিছিলোঁ। কিছুমান পৰৰ মূৰত দেখিলোঁ যে তাত একোৱেই নাই। মাথোন মই আছোঁ আৰু মোৰ সমুখত সেই ভগা দ'লটো দাঁত নোহোৱা জটীয়ামুৰীয়া বুঢ়াটোৰ দৰে থিয় হৈ আছে।



# আনন্দ

গোটেই ৰাতিটো বৰষুণ হৈ গ'ল। পুৱা যেতিয়া শুই উঠি গাওঁৰ মাজেদি ফুৰিবলৈ আহিলো, তেতিয়া কাৰো টোপনি ভগা নাছিল।

গছবোৰ গোটেই ৰাতিটো তিতি এতিয়া লৰচৰ নোহোৱা কৰি থিয় হৈ আছে। পুখুৰীটোৰ পুণিবোৰ এদতীয়া হৈ আঁতৰি যোৱাত মাজত পানীবোৰ ফটফটীয়াকৈ ওলাই পৰিছিল। নতুন পানী পাই মাছবোৰে উলাহতে খলখলাই ফুৰিছিল।

আকাশৰপৰা ডাৱৰ আঁতৰা নাই, লাহে লাহে বতাহত ধোঁৱাৰ দৰে উৰি উৰি এখন ক'লা ঢাকনিৰে আকাশখন ঢাকি পেলালে, চাৰিওফালে নিমাত, নীৰৱ। এতিয়ালৈকে কোনোৰে সাৰ পোৱা নাই। মই মাথো অকলে অকলে ভূতৰ দৰে গৈ আছো।

অলপমান দূৰত এজোপা শিমলু গছ নিতাল মাৰি গহীন ভাবেৰে থিয় হৈ আছে। তলতে এখন মৰিশালি— কিছুমান ভগা কলহ, পোৰা কাঠ, দুডোখৰ ফটাকানি মাথোন তাত পৰি আছে। সেই মৰিশালিখনৰ এচুকত অলপমান পানী বন্ধ হৈ আছে। তাতে দুটামান ভেকুলীয়ে মনৰ আনন্দেৰে ডিঙি মেলি মাতিবলৈ ধৰিছে। ওচৰৰ বিৰিণা জোপাবিলাকৰ পৰা কিছুমান ফৰিং আৰু কুমটি ইত্যাদিয়ে সুৰ মিলাই সেই গানতে যোগদান দিছেহি।

চাৰিওফালে বিষাদৰ দিন, বতাহেও যেন বেজাৰতে হুমুনিয়াহ কাঢ়িছেহি, কিন্তু সেই ভেকুলী আৰু পোকবিলাকে এই বিষণ্ণতাৰ মাজতে কি আনন্দৰ ৰাজ্য পাতিছেহি! সিহঁতৰ কি উলাহ! পৃথিবীত যেন সিহঁতেই মাথো ৰজা।

কথাটো দেখি মোৰো মনত খেলালে, যে আমিও ঠিক তেনেকৈয়ে টোপনিত অৱসন্ন বিষাদময় দুদিনীয়া পৃথিৱীৰ এচুকত সাৰ পাই উঠি মনৰ আনন্দেৰে দুদিনৰ কাৰণে জগতত কোঢ়াল লগাই দিছোঁ— যেন সংসাৰ গোটেইখন আমাৰেই, গোটেই পৃথিৱীখনেই যেন আমাৰ ৰাজত্ব আৰু আমি যেন গোটেই পৃথিৱীখনৰো ৰজা।



# সপোন

এদিন সপোনত মই কিছুমান লগৰীয়াৰে সৈতে এটা বহল মুকলি খোঁটালীত বহি থকা যেন দেখিছিলোঁ। আমাৰ লগত কিছুমান ল'ৰা-ছোৱালী আৰু বুঢ়া মানুহো আছিল, আমি সকলোৰে হাঁহি মাতি ৰং মনেৰে নানা তৰহৰ কথা পাতি হাই-উৰুমি কৰি কটাইছিলোঁ।

হঠাতে বাহিৰৰপৰা ভোঁ ভোঁ শব্দ কৰি ডাঙৰ পোক এটা ভিতৰলৈ উৰি আহি ঘূৰি ঘূৰি বেৰখনৰ ওপৰতে পৰিলহি। ই এটা নতুন ধৰণৰ পোক, দেখিবলৈ বৰলটোৰ দৰে হলেও তাতকৈ কেবাগুণেও ডাঙৰ আৰু দীঘল। তাৰ পাখি দুখন হালধীয়া, গাটো ক'লা, মূৰটো আৰু দীঘল শুং দুডাল একেবাৰে তেজৰ দৰে ৰঙা— যেন ক'ৰবাৰপৰা তেজেৰে বোলাইহে আহিছে।

সি আমাৰ চাৰিওফালে তাৰ দীঘল শুং দুডাল জোকাৰি উৰি উৰি আকৌ বেৰখনত পৰি এটা আচৰিত ৰকমৰ মাত মাতিবলৈ ধৰিলে।

আমাৰ ভিতৰত এনেকুৱা এটা পোক আগেয়ে কেতিয়াও কোনোৱে দেখা নাছিল। সেই কাৰণে, ইয়াক দেখি আমাৰ সকলোৰে ভয় লাগছিল। আমি ভয়ত চিএঞৰি চিএঞৰি কবলৈ ধৰিলোঁ "এই ভয় লগা জন্তুটোক খোটালীটোৰ পৰা উলিয়াই দে।" সকলোৱেই তাৰ ফালে নিজ নিজ চেলেঙৰ আগবোৰ জোকাৰিবলৈ ধৰিলে, কিন্তু ভয়ত কেৱেঁ কাষ চাপিব নোৱাৰিলে। শেহত যেতিয়া সি আকৌ উৰিবলৈ আৰম্ভ কৰিলে তেতিয়া আটাইবোৰে তাৰ কাষৰপৰা আঁতৰি ফুৰিবলৈ ধৰিলে।

কিন্তু আমাৰ ভিতৰৰ এজন ডেকাই এইবোৰ একোকে বুজিব নোৱাৰি আমাৰ ফালে আচৰিত হৈ চাই আছিল। আমাৰ ভয়ৰ কাৰণ কি, আৰু কিয়নো আমি এনেকুৱা চিএঞৰ-বাখৰ লগাইছোঁ, একোকে বুজিব নোৱাৰি তেওঁ মাথোন আমাৰ ফালে চাই

হাঁহিবলৈ ধৰিছিল আৰু ভাবিছিল যে আমি ধেমালিহে কৰিছো। তেওঁ সেই পোকটো দেখা নাছিল, আনকি তাৰ মাতো শুনা নাছিল।

সেই ডেকাজনে আমালৈ তেনেকৈ চাই থাকোতেই সি হঠাতে তেওঁৰ ফালে উৰি গ'ল আৰু ঠিক চকুদুটাৰ মাজৰ কপালৰ ঠাই ডোখৰতে কামোৰ মাৰি দিলেগৈ। তেওঁ তেতিয়াই এটা চিঞৰ মাৰি মাটিত পৰি মৰি থাকিল আৰু লগে লগে সেই পোকটোও খিড়িকি দুৱাৰেদি বাহিৰলৈ উৰি গ'ল। তেতিয়াহে মাথোন আমি আমাৰ কাৰলৈ কোন আহিছিল বুজিব পাৰিছিলোঁ।



## উৎসাহ

কত সময়ত নিচেই সামান্য সৰু সৰু ঘটনা একোটায়ো মানুহৰ গোটেই জীৱনটো পৰিবৰ্ত্তন কৰি দিয়ে।

মই বেজাৰ মনেৰে তললৈ মূৰ কৰি অকলে অকলে আলিবাটেদি গৈ আছিলোঁ, এটা গভীৰ দুখৰ আশঙ্কাই মোৰ গোটেই হৃদয়খন আবৰি থৈছিল, নিৰাশাত গোটেই শৰীৰ অৱসন্ন আৰু কেনিও চাবৰ মন নগৈছিল। অলপ পৰৰ পিছত মই মূৰ তুলি চালোঁ। দেখিলোঁ, মোৰ সমুখত দুশাৰী নাহৰ গছৰ মাজেদি আলিবাটটো দহখোজমান আঁতৰত, জহকালিৰ পুৱা সূৰুযৰ চিকমিকোৱা সোণালী কিৰণত কিছুমান টিপচি চৰায়ে উলাহতে নাচি নাচি ফুৰিছে। সিহঁতে নিজৰ ওপৰতেই নিজেই নিৰ্ভৰ কৰি আৰু নিজৰ ভাবতে বিভোৰ হৈ নিজৰ গপতেই নানান ভঙ্গীৰে নাচিবলৈ ধৰিছিল।

সিহঁতৰ ভিতৰতে এটাই আকৌ একোলৈকে ভয় নাৰাখি উৎসাহতে নিজৰ সৰু বুকুখন আগবঢ়াই লৰি লৰি বৰ সাহেৰে চিঞৰ-বাখৰ কৰিছিল– যেন কব খুজিছিল "চোৱা মই একোলৈকে ভয় নকৰো।"

সঁচাকৈয়ে সি এটা সৰু সাহিয়াল যুঁজাৰু।

ইফালে আকৌ তাৰ মূৰৰ ওপৰতে আকাশত এটা শেন উৰিবলৈ ধৰিছিল। বোধ হয় আমাৰ-এই সৰু যুঁজাৰুটোক থাপ মৰাই তাৰ উদ্দেশ্য।

আকৌ এবাৰ চালোঁ, আৰু দেখি পেলাই হাঁহিবলৈ ধৰিলোঁ। বৰ ভাল লাগিল, বিষাদৰ দুশ্চিন্তাবিলাক গাৰপৰা কেনিবাদি আঁতৰি গ'ল। আকৌ মোৰ ভিতৰলৈ নতুন তেজ, সাহ, জীৱনৰ উন্নতিৰ উৎসাহ উভতি আহিল। মই যেন আকৌ নতুন জীৱন পালোঁ।

মোৰ জীৱনৰ শেনেও মূৰৰ ওপৰেদি ঠিক তেনেকৈয়ে উৰিছে, উৰিবলৈ দিয়া।

আমি বাটেদি যুঁজি যুঁজি জয়ী হৈ গৈ সকলো বাধা বিঘিনি ভয়ক হাঁহি-টিলিকি মাৰি উৰাই দিম।



# কুকুৰ

আমি দুয়ো খোঁটালীটোৰ ভিতৰতে, মই আৰু মোৰ কুকুৰটো। বাহিৰত ধুমুহা বতাহৰ হো-হোৱানি আৰু মেঘৰ গাজনি।

কুকুৰটোৱে মোৰ আগতে বহি মুখৰ ফালে চাই আছে। ময়ো তাৰ মুখৰ ফালে চালোঁ, দেখিলোঁ সিও মোক কিবা কব খুজিছে। কিন্তু সি কথা কব নাজানে, তাৰ ভাষা নাই, তাৰ মনৰ কথা সি নিজেই নুবুজে— মই হলে তাৰ মনৰ ভাব বুজিব পাৰিছোঁ।

মই বুজিছোঁ যে ঠিক এই মুহুৰ্ত্ততে তাৰ আৰু মোৰ মনৰ ভিতৰত একেটা ভাৱেই খেলাইছে। আৰু বুজিছো, এতিয়া তাৰে মোৰে কোনো প্ৰভেদ নাই। আমি দুয়ো একে, আৰু দুয়োৰো অন্তৰতে একেটি কঁপি থকা দীপ্তিয়েই জ্বলিছে। মৃত্যুৱে তাৰ হিমৰ দৰে শীতল বহল পাখি দুখনি মেলি দশোদিশ কঁপাই নামি আহিছে।

এইবাৰ সকলো শেষ।

আমাৰ দুয়োৰো ভিতৰত যে কিহৰ দীপ-শিখা জ্বলিছিল, তাক কোনে বুজিব? এই যে আমি দুয়ো দুয়োৰে ফাল চাই আছোঁ, আমি মানুহ আৰু নহওঁ— মাথোন দুটি প্ৰাণী, আৰু যি দুজোৰা চকুৱে দুয়োৰো ফালে চোৱা চুই কৰিছে, এই দুজোৰা চকু একে লগৰীয়াৰ চকু।

এই পশু আৰু মানুহৰ একেটি প্ৰাণেই ভয়ত আনটিৰ কাষ চাপিছে।



# প্ৰকৃতি

এদিন অকলে অকলে ফুৰি ফুৰি ভাগৰ লাগিলত জুৰাবৰ মনেৰে এটা পৰ্বতৰ কাষতে বহিলোগৈ। ভাগৰত চকু দুটা মুদ খাই গৈছিল আৰু কেতিয়া যে টোপনি আহিল মই কবই নোৱাৰিলো।

টোপনিতে দেখিলোঁ, মই পৰ্ব্বতটোৰ ভিতৰলৈ নামি গলোঁ। আৰু এটা মন্দিৰৰ সমুখত থিয় হলোঁগৈ। মন্দিৰটোৰ ভিতৰত বৰ বেচি পোহৰ নাই, বাট দেখিবৰ কাৰণে মাথোন অলপমান পোহৰ আছিল।

মন্দিৰৰ ঠিক সোঁ-মাজতে সেউজীয়া পোছাক পিন্ধি গম্ভীৰ মূৰ্ত্তিৰে এগৰাকী তিৰোতা বহি আছিল। তেখেতে কপালত হাত দি তলমূৰ কৰি কিবা এটা বৰ গভীৰ ভাৱনাত মগ্ন আছিল।

মই দেখিয়েই বুজিলোঁ যে এই গৰাকী তিৰোতা প্ৰকৃতি দেৱী নিজেই। ভয় আৰু ভক্তিত মোৰ গোটেই অন্তৰাত্মা কঁপি উঠিল।

মই এখুজি দুখুজি কৰি কাষ চাপিলোঁগৈ আৰু এটি সেৱা কৰি কলোঁ "হে বিশ্বজননী। কি এনে গভীৰ চিন্তাত আপুনি আজি মগ্ন আছে? আপুনি মানুহ জাতিৰ ভৱিষ্যৎ চিন্তাতেই কিভাৱে আছে নে কি, নাইবা কেনেকৈ তেওঁবিলাকে নিজৰ পূৰ্ণতা উপলব্ধি কৰি জগতত সুখৰ অধিকাৰী হব পাৰিব, তাৰ ভাৱনাকেই ভাবিছে?"

তেখেতে লাহে লাহে ভয় লগা খঙাল চকুজোৰেৰে মোলৈ চাই গহীন শব্দেৰে গোটেই মন্দিৰটো প্ৰতিধ্বনিত কৰি মাত লগালে "এটা ডাঁহৰ পাচ ঠেং দুটা কিমান শকত হলে সি তাৰ শত্ৰুৰ হাতৰপৰা পলাই সাৰিব পাৰিব, মই অত বেলি তাকে ভাবি আছিলোঁ, আক্ৰমণ আৰু ৰক্ষাৰ ভিতৰত সামঞ্জস্য নোহোৱাত পৰিছে— এই সামঞ্জস্য পুনৰ ঠিক কৰি দিব লাগিব।" মই আচৰিত হৈ ভয়ে ভয়ে উত্তৰ দিলোঁ। "আপুনি ইয়াকে ভাবিছে? কিয়, আমি মানুহ জাতি সকলোতকৈ আপোনাৰ প্ৰিয়পাত্ৰ আৰু মৰমৰ সন্তান নহওঁ জানো?"

তেখেতে আকৌ এবাৰ মোলৈ খঙেৰে চাই উত্তৰ দিলে "সকলো প্ৰাণীয়েই মোৰ সন্তান, সকলোকে মই একেদৰেই যত্ন কৰোঁ আৰু সকলোকে মই এই দৰেই নাশ কৰোঁ।

ভয়ত মোৰ মুখৰ মাত নাইকিয়া হ'ল, তত্ৰাচ কঁপি কঁপি অসংলগ্ন ভাৱেৰে কবলৈ ধৰিলো "কিন্তু সত্য.... যুক্তি....ন্যায়।"

মোৰ কথাৰ ওৰ নপৰাকৈয়ে তেখেতে আকৌ গহীনাই মাত লগালে "সেইবোৰ মানুহ জাতিৰ কথা, মই ভাল বেয়া একো নুবুজোঁ, যুক্তি মোৰ ওচৰত একো নিয়ম নহয় আৰু ন্যায়েই বা কি?— মই তোমাক জীৱন দিছো, আৰু মই কাঢ়ি লৈ যাম, তাক হয়তো মই অকণমাণি পোক পৰুৱাক বা আন মানুহক দিমগৈ। মই কালৈকো ভয় নকৰোঁ, তুমি তোমাৰ নিজৰ কাম কৰাগৈ, মোৰ কামত আছি বাধা নিদিবাহি।

মই আকৌ কিবা এটা উত্তৰ দিব খুজিছিলোঁ— কিন্তু মন্দিৰৰ ভিতৰত এটা বৰ ডাঙৰ শব্দ আৰু হ'ল গোটেইটো পৰ্ব্বত কঁপিবলৈ ধৰিলে।... মই সাৰ পাই উঠিলোঁ।



# এটি গীত

বেলি মাৰ গ'ল, পশ্চিম আকাশ এতিয়াও হেঙ্গুলী বৰণেৰে ৰাঙলী হৈ আছে, তাৰ ৰঙালী জেউতি বতাহত নাচি থকা ব্ৰহ্মপুত্ৰৰ পানীত পৰি তিৰবিৰাব লাগিছে। সমুখত পোহৰ, পাচৰ ফালে লাহে লাহে আন্ধাৰ নামি আহিছে, দিন আৰু ৰাতিৰ সন্মিলন,—বিদায়ৰ শেষ করুণ দৃশ্য।

বহল বালিৰ ওপৰত তুমি আৰু মই।

দুয়োৰো মুখত কথা নাই—দুয়ো যেন একেটি ভাৱতে ভোল গৈ আছোঁ।

লাহে লাহে সন্ধ্যা লাগিল। নাৱৰীয়াবিলাকে নাও বান্ধি ৰাতিৰ কাৰণে যো-যা কৰিছে, আকৌ পুৱা হলেহে নাও মেলি যাবগৈ, দিনৰ হাই-উৰুমি লাহে লাহে মাৰ গৈছে— এনেতে পানীৰ সোত কঁপাই কঁপাই বহুত দূৰৰপৰা বতাহত উটি অহা সুমধুৰ সুৰ কাণত পৰিল— দূৰৰ নাৱৰপৰা নাৱৰীয়াই ৰিঙিয়াই ৰিঙিয়াই সুৰ ধৰি গোৱা গীতৰ এফাঁকি মাথোন।

বাৰীৰ চুকৰে জাতিবাঁহ এজুপি,

অ' সেহিসে সোদৰৰ ভাই।

জীয়াই থাকোঁতে কৰ কাঠি কামি,

মৰিলেও লগতে যায়

অ' মনাই ভাই, মৰিলেও লগতে যায়।

গীতত নাৱৰীয়াৰ অন্তৰৰ ভাৱ ফুটি উঠিছে, বৰ ভাল লাগিল, একাণপতীয়া হৈ শুনি আছিলোঁ, চাওঁতে চাওঁতে গানৰ সুৰতেই ভোল গলোঁ— ইকি! হঠাৎ চকুৰ আগতে ইমানবোৰ নাও ক'ৰপৰা ওলাল? নাওবোৰ সৰু সৰু ঢপঢপীয়া বগা কাপোৰেৰে ঢকা, প্ৰত্যেক নাৱতেই একোজন একোজনকৈ নাৱৰীয়া— তেওঁবিলাকে হাঁহি হাঁহি গান গাই ৰং মনেৰে ধেমালি কৰি সোঁতত নাও এৰি দি গৈ আছে।

তুমি যেন মোক কলা "বলা, আমিও দুয়ো দুখনি নাওলৈ এওঁবিলাকৰ লগতে যাওঁ।—কিন্তু নাও কত?

এনেদৰে থাকোঁতেই আমাৰ আগতে ঠিক তেনেকুৱা দুখনি নাও উটি উটি ওলালহি। নাও দুখনিত কোনো মানুহ নাই। আমি দুয়ো ৰং মনেৰে সেই নাও দুখনিত উঠি উলাহেৰে সোঁতত উটি যাবলৈ ধৰিলোঁ।

আমাৰ আগতো বহুত যাত্ৰী, পাছতো বহুত যাত্ৰী, এই যাত্ৰীৰ মেলা কেতিয়া ওৰ পৰিব, হায়! কোনে কৈ দিব? আমাৰ নাও দুখনি পানীৰ সোঁততে আপোনা আপুনি গৈ আছে, কেনি গৈছে, ক'লৈ যাব, একো ঠিক নাই। আমিও ৰঙতে গা এৰি দি গৈ আছো।

হঠাৎ কেনিবাদি করুণ আৰ্ত্তনাদ শুনি চক খাই উঠিলোঁ, দেখিলোঁ। কেবাখনিও নাও পানীৰ চাকনৈয়াত পৰি তললৈ গ'ল— আৰু সেই নাৱৰীয়াবোৰৰ চিঞৰ আহি আমাৰ কাণত পৰিছে, কিন্তু কি আচৰিত! ওচৰৰ দুজনমান নাৱৰীয়াই সেই করুণ কান্দোনলৈ পিঠি দি হাঁহি মাতি নিজ নিজ নাৱৰ গুৰি এৰি দি সোঁতত উটি গৈ আছে- চকুৰ আগতে এই নাও কেইখনিও তললৈ গ'ল— মাথোন দুজন এজন কোনো মতে সাৰি আঁতৰি গ'ল।

কি কৰোঁ— সোঁতে নাও বৰকৈ কঁপাবলৈ ধৰিলে, আগেয়ে ৰঙতে উটি অহা সোঁতৰ ধাৰা এতিয়া ক'ত? নৈখনে কি ভীষণ মূৰ্ত্তি ধাৰণ কৰিছে! হৰি হৰি! এনে টান সোঁত, এতিয়া কেনি যাওঁ! সমুখত নৈৰ বুকুতে এটা পৰ্ব্বত- তাৰ দুয়ো ফালে নৈখনি বৈ গৈছে, সেইখিনিতো পানী বৰ ঠেক, সোঁতৰ কোব বৰ বেছি। শিলত লাগি নাও চুৰমাৰ হব। পৰ্ব্বতৰ গাত এতিয়াও বহুত ভগা নাওৰ চিন আছে ! ইপিনে আকৌ অলপ আঁতৰি আহিলেই চাকনৈয়া!

আমি দুয়ো বিবুদ্ধি— নাও দুখন যে একে লগে যাব নোৱাৰে, দুয়ো দুফালে আঁতৰিব লাগিব। তুমি কলা, "ভয় কি? এই পৰ্ব্বতটো পাৰ হলেই আকৌ বহল মুকলি পানীত পৰিমগৈ।"

মনটোত বৰ বেয়া লাগিল। কিয়নো মিছাকৈয়ে নাৱত উঠিছিলোঁ!

আন উপায় নাই, শেহত সেয়ে ঠিক হ'ল। বৰ ভয় লাগিল— দুৰত আকৌ কেবাখনো নাও চাকনৈয়াত সোমাল আৰু কেবাখনো শিলত লাগি ভাগিল, কোনো মতে সেই ডোখৰ পাৰ হবলৈ চেষ্টা কৰিলোঁ— কেনেকৈ পাৰ হলোঁ, কব নোৱাৰোঁ- মাথোন দেখিলোঁ দুয়ো আকৌ নাওৰ বুকুত— পানীৰ মাজত। যেনিয়ে চোৱা, তেনিয়ে পানী, পাৰ নাই—অসীম, অনন্ত।

আমাৰ আগৰ আৰু পাছৰ নাওবোৰ ক'লৈ গ'ল—কতো অলপো চিন নাই। সেই হাঁহি ৰং-ধেমালি ক'ত, কেনিও কাৰো এবাৰি মাত শুনিবলৈ নাই। নিমাত, নিতাল, শূন্য, এক মহৎ নীৰৱতা, একো বুজিব পৰা নাই। হায়! এই অনন্ত অসীম নীৰৱতাৰ মাজত আমি কোন, কেনি, যাম, কোনে বুজাব?......

হঠাৎ চকখাই উঠিলোঁ দেখিলোঁ— আমি আগৰ দৰেই দুয়ো বালিৰ ওপৰতে- তুমি মোৰ কোলাত মূৰ দি ওপৰলৈ চাই আছা,— সমুখত ব্ৰহ্মপুত্ৰ আগৰ দৰেই বৈ গৈছে— ওপৰত অনন্ত আকাশ পূৰ্ণিমাৰ জোনাকত জগত জিলিকি উঠিছে।

এতিয়াও গীত মাৰ যোৱা নাই। তাৰ সুৰ দূৰৰপৰা ৰিণিকি ৰিণিকি কাণত পৰিছেহি।

কাৰো মুখত এটিও মাত নাই। বহুত পৰ এনে দৰে বহি আছিলোঁ। ৰাতি বহুত হৈ গ'ল— লাহে লাহে দুয়ো যাবলৈ ঘৰমুৱা হলোঁ।

গীত শেষ হ'ল, তাৰ কৰুণ সুৰ এতিয়াও বতাহৰ বুকুত উটি উটি ফুৰিছে। বতাহে যেন বিনাই বিনাই গাইছে— "মৰিলেও লগতে যায়, অ' মনাই ভাই, মৰিলেও লগতে যায়।"



# মৰম-ফুলনি

বৰ সুন্দৰ ৰাতি, মুকলি আকাশৰপৰা ৰূপালী জোনৰ ৰূপালী কিৰণে ধৰণীক স্নাদৰেৰে চুমা যাচিছেহি। নীৰৱ জগত– কাৰো ক'তো সাৰ সুৰ নাই– সকলো আজি টোপনিৰ কোলাত অচেতন। এনে সময়তে মই মোৰ পঁজাৰপৰা ওলাই, কাষৰ পৰ্ব্বতীয়া জুৰিটিৰ দাঁতিতে বহিলোঁগে। জুৰিটিয়ে কুলু কুলু সুৰে অফুট ভাষাৰে জগতৰ কোন অতীত ৰাজ্যৰ সপোন কাহিনী বৰ্ণাইছে, আজি এই সুন্দৰ ৰাতি মুকলি মনেৰে, মুকলি পৰাণ লৈ, মুকলি আকাশ-তলত বহি, মই তাক কি বুজিব পাৰিম– মাথোঁ নিজৰ ভাবতে নিজে ভোল গৈ এই অসীম সৌন্দৰ্য্যৰ ফালে ৰ' লাগি একেথৰে চাই ইয়াৰ অধীশ্বৰ সেই মহান পুৰুষলৈ ভক্তি ভাবে মূৰ দোৱালোঁ–নিজৰ ধন্য কৰিলোঁ।

কত পৰ যে এনেদৰে আছিলোঁ কব নোৱাৰোঁ, হঠাতে যেন কোনোবাই আহি মোৰ গাত হাত দিলেহি– দেখিলোঁ চকুৰ আগতে এটি মোহিনী মূৰ্ত্তি যেন সৰগৰপৰা নামি আহিছে–দেৱী নে মানৱ কব নোৱাৰো, তেওঁ হাতৰ ঠাৰেৰে মোক পাছে পাছে যাবলৈ কলে, মই যাবলৈ ধৰিলোঁ–অলপ দূৰ গৈয়ে দেখিলোঁ–এখনি সুন্দৰ ফুলনি, নানা তৰহৰ সুগন্ধি ফুলে ৰমক জমককৈ ফুলনিৰ জেউতি চৰাইছে– বতাহ গোন্ধেৰেই ভৰা, তাৰ চাৰিও কাষে পকা সুৱদি ফলেৰে ভৰা গছৰ শাৰী–ফলৰ ভৰতে গছ দোঁ খাই আছে–এনে ধুনীয়া ঠাই! এয়ে নে কি স্বৰ্গৰাজ্য?

আহি আহি এখনি দুৱাৰৰ ওচৰ পালোঁহি। আমি থিয় হলতে দুৱাৰখন মুকলি হৈ গ'ল–দুয়ো ভিতৰলৈ সোমাই গলোঁ, অলপ পৰ আহিয়েই আমি ধুনীয়া বস্তুৰে সজোৱা এখন দোকানৰ ওচৰ পালোঁহি। এটি অপ্সৰাই সেই দোকানতে বহি বস্তু বেচিছে। দোকানৰ বস্তুবোৰ একোখনি ঢপঢপীয়া বগা কাপোৰেৰে বান্ধি একো একোটি টোপোলা কৰি তাৰ ওপৰত নাম লেখি সজাই থৈছে। বস্তুবোৰৰ নাম–চেনেহ, মৰম, দয়া, প্ৰীতি, ধৰ্ম্ম ইত্যাদি। দোকানৰ ওপৰত বৰ ডাঙৰ ডাঙৰ আখৰেৰে লেখা আছে- - " ইয়াৰ পৰা নিয়া বস্তুখিনিৰ সদ্ব্যবহাৰ নকৰিলে, তাৰপৰা আকৌ ওভোতাই অনা হয়।" দোকানত মানুহৰ বৰ ভিৰ নাই। বোধ হয় কেতিয়াবাহে এটি বা দুটি আহে। বস্তুবোৰৰ দাম নাই। মাথোন নিজ ইচ্ছামতে বাছি নি সদ্ব্যবহাৰ কৰিব পাৰিলেই হ'ল। আমি তাত থাকোতেই এজন মানুহ আহি তাৰপৰা বাছি বাছি এটি "মৰমৰ" টোপোলা লৈ গ'ল, আমিও তেওঁৰ পাছে পাছে গলোঁ।

অলপ পৰ গৈয়ে দেখিলোঁ, আৰু এখনি দোকান আৰু কিনোতা অলেখ দোকানত এজন ডেকা মানুহ বহি অনৰ্গল চিঞৰি চিঞৰি তাৰ নিজৰ বস্তুবোৰৰ গুণ বখানি

মানুহৰ মন ভুলাইছে। মানুহবোৰেও যেয়ে যিহকে পাইছে, তাকে লৈ লৰালৰিকৈ নোপোৱাই পোৱাৰ দৰে পাই দিহাদিহি লৰ মাৰিছে। কোনো মতে মানুহৰ মাজেদি সোমাই দোকান পালোঁগৈ। ইয়াৰ বস্তুবোৰৰ নাম—ধন, বল, কাম, ক্ৰোধ, লোভ, মোহ ইত্যাদি। বস্তুবোৰ ধুনীয়া ৰঙীন কাগোৰেৰে বান্ধি সজাই থোৱা হৈছে। আমাৰ আগৰ চিনাকী মানুহটিকো ইয়াতে দেখিলোঁ। তেওঁৰ হাতৰ টোপোলাটো দেখি এই দোকানীটোৱে সেইবোৰ যে বেয়া অসাৰ বস্তু— ঠাৰে টিয়াৰে তেওঁক বুজাবলৈ ধৰিলে আৰু তেওঁক ইয়াৰ বস্তুবোৰ যাচি দিবলৈ ধৰিলে। তেওঁ আগৰ টোপোলাটি এৰি ইয়াৰ বস্তুখিনি লব খোজোতেই, কোনোবাই যেন গহীনাই কলে, "বাটৰুৱা, সাৱধান। মাণিকৰ সলনি কাচ নেবেহাৰ।" তেতিয়া মানুহটোৱে চকুখাই আগৰ টোপোলাটিকে হাতত লৈ লৰালৰিকৈ দোকানৰপৰা গুচি আহিল। বাটত আহোঁতে ফুলনিৰ ফুলবোৰে বতাহত হালি জালি তেওঁৰ আগত ধেমালি কৰিবলৈ ধৰিলে। তেওঁ বৰ হেঁপাহেৰে এপাহি গোলাপ ফুলত হাত দিলে, ততালিকে ফুল পাহি এটি সুন্দৰ দিপ্ লিপ্ কন্যা হৈ তেওঁৰ আগত থিয় দিলে। তেওঁ সুধিলে "তোমাক কি লাগে?" ছোৱালীটিৰে উত্তৰ দিলে, "তোমাৰ টোপোলাটিৰ বস্তুৰ বাহিৰে মোক একোকে নালাগে।" তেওঁ তেতিয়া ছোৱালীটিক লগত লৈ ঘৰ পালেহি। দুয়ো ৰং মনেৰে একে লগে থাকিল।

মানুহটিয়ে টোপোলাৰপৰা দুটামান বস্তু উলিয়াই ঘৰৰ চাৰিও কাষে ছটিয়াই দিলে। চকুৰ আগতে তেওঁৰ ঘৰৰ চাৰিও ফালে ধুনীয়া সুগন্ধি ফুলেৰে ভৰা এখনি ফুলনি হৈ পৰিল। ফুলনিখনিৰ নাম হ'ল "মৰম-ফুলনি।" সেই ফুলনি খনিলৈ আহিলেই কোনো মানুহেই বেজাৰ মনেৰে বিমুখ হৈ যাবলৈ নাপায়। যেতিয়াই তেওঁ তাৰপৰা এটি ফুল চিঙি আনক দিয়ে, তেতিয়াই এপাহিৰ ঠাইত তিনি চাৰি পাহি ফুল তাত ফুলি উঠে। মৰম-ফুলনিৰ ফুল কেতিয়াও অন্ত নহয়।

চকুৰ আগতে যেন কেবা বছৰো পাৰ হৈ গ'ল। এদিন মানুহজনে টোপোলাটি অসাবধান ভাবে এঠাইত এৰি থৈ ক'ৰবালৈ গৈছিল। এনেতে ছেগ চাই ক'ৰপৰা এজনী জাটলি বুঢ়ী আহি তাৰপৰা কিছুমান বস্তু উলিয়াই লৈ তাৰ ঠাইত অইন বস্তু ভৰাই দি গ'ল....

তেওঁ বিলাকৰ সুখৰ সংসাৰত ক'লা ডাৱৰৰ ৰেখাই দেখা দিলে... সুখৰ ঘৰত অশান্তিয়ে বাঁহ ললে। ফুলনিৰ ফুলবোৰ লেবেলিবলৈ ধৰিলে। চল পাই অইন এটা চোৰে গোটেই টোপোলাটোলৈ আন কিবা কিছুমান তাৰ ঠাইত পেলাই থৈ গ'ল।.....

অশান্তিয়ে পূৰ্ণ মাত্ৰাই তেওঁৰ ঘৰত ৰাজত্ব কৰিবলৈ ধৰিলে। ফুল লেবেলি মৰহি শুকাই গ'ল। ফুলনিলৈ অহা মানুহবিলাকে গৰাকিৰ কেটেৰা মাত শুনি বেজাৰ মনেৰে উভতিব লগা হ'ল। তেওঁ এতিয়া নিজৰ বাহিৰে কাকো চিনি নোপোৱা হ'ল। বেজাৰত

তেওঁৰ লগৰীটি শুকাই খীণাই যাবলৈ ধৰিলে। তেওঁৰ মুখৰ মাত নাইকিয়া হ'ল। তেওঁ উঠিব নোৱাৰা হ'ল। মানুহটি এতিয়া বিমোৰ— কি কৰিব, কেনি যাব, উপায় নাপাই বেজাৰত তলমূৰ কৰি থাকিবলৈ ধৰিলে— শোকে তেওঁৰ হিয়া দহি নিছে। এনেতে যেন কোনোবাই এদিন তেওঁৰ কাণে কাণে কলে—"তোমাৰ টোপোলাত থকা বস্তুৰ বাহিৰে আন একোৱে তেওঁক ভাল কৰিব নোৱাৰে।" কিন্তু হায়! তেওঁৰ টোপোলা ক'ত? ইফালে তেওঁৰ লগৰী মৃত্যু-শয্যাত।...

তেওঁ টোপোলা বিচাৰি বিচাৰি বাটে বাটে বলিয়াৰ দৰে লৰি যাবলৈ ধৰিলে। বাটত যাকে পায়, তাকে সুধিবলৈ ধৰিলে, কিন্তু কোনোৱে তেওঁক সঠিক বাতৰি দিব নোৱাৰিলে। মাথোন বলিয়া বুলি ওচৰৰপৰা দূৰ কৰি দিলে। হায়! হায়! তেওঁ এতিয়া ক'লৈ যাব, কি কৰিব?

আহি আহি আকৌ সেই আগৰ দুৱাৰৰ ওচৰ পালেহি; কিন্তু দুৱাৰ বন্ধ- সোমাব নোৱাৰিলে—বেজাৰত তাতে বহি কান্দিবলৈ ধৰিলে। বতাহে তেওঁৰ কাণে কাণে কবলৈ ধৰিলে "ইয়াৰ পৰা নিয়া বস্তুবিলাকৰ যি সজ ব্যৱহাৰ নকৰে, সেইবোৰ তেওঁৰপৰা আকৌ ওভোতাই অনা হয়।" অলপ পৰৰ পিছতে ক'ৰবাৰপৰা এটি কেঁচুৱা ল'ৰা আহি কান্দি কান্দি তেওঁক, খাবলৈ কিবা খুজিলে— তেওঁৰ কি আছে, কি দিব? তেওঁৰ শোক দুগুণে উথলি উঠিল। ল'ৰাটি বুকুত লৈ তেওঁ উচুপি উচুপি কান্দিবলৈ ধৰিলে। বহুত পৰৰ মূৰত তেওঁ মূৰ তুলিলে, কিন্তু ল'ৰাটি তেওঁৰ বুকুত নাই, মাথোন বুকুৰ মাজত তেওঁৰ সেই হেৰোৱা টোপোলাটি! তেওঁ হেৰোৱা ৰতন পুনৰ পাই নিমিষতে লৰি ঘৰ পালেহি। ঘৰৰ সমুখত তেওঁ আকৌ শুনিলে "সাৱধান! এইবাৰ নেহেৰুৱাবা" তেওঁৰ ঘৰৰ ফুলনি আকৌ আগৰ দৰে ফুলি উঠিল- আকৌ আগৰ দৰে জেউতি চৰিল- মানুহৰ মন ভুলালে। তেওঁৰ লগৰীৰ ওঁঠত আগৰ দৰে আনন্দৰ হাঁহি জিলিকি উঠিল, শান্তিৰ পবিত্ৰ কিৰণেৰে দুনাই তেওঁৰ ঘৰ উজলি উঠিল। চাৰিওফালে সুখ, শান্তি, আনন্দৰ কিৰণেৰে জগত উদ্ভাসিত।

মই উভতি চালোঁ—মোৰ লগৰীটি নাই, কেনি গ'ল কব নোৱাৰোঁ। বিচাৰিবলৈ যাওঁতেই চক খাই সাৰ পাই উঠিলো। দেখিলো— মই আগৰ দৰেই সেই মোৰ পঁজাৰ কাষৰ জুৰিটিৰ দাঁতিতেই বহি আছো। ওপৰত অসীম অনন্ত জোনালী জেউতিয়ে তলত বহল মুকলি সুন্দৰ জগতখনি। সুবিমল জোনৰ জেউতিয়ে জগতত এটি আনন্দৰ সোঁত বোৱাই দিছে— সমুখৰ জুৰিটিয়ে অবিৰাম গতি ধৰি কুলু সুৰে বৈ যাব লাগিছে।



# কব নোৱাৰোঁ

নানা তৰহৰ ধুনীয়া সেউজীয়া গছ-লতাৰে ভৰি থকা পৰ্ব্বতটিৰ দাঁতিতে সৰু গাওঁ খনি। সেই পৰ্ব্বতৰেপৰা জুৰিটি ওলাই একা-বেঁকা হৈ গাওঁখনিৰ কাষেদি বৈ গৈছে। জুৰিটি সৰু, ফটফটীয়া আৰু বুকুত কেবা বৰণীয়া সৰু সৰু শিলগুটিবোৰ পৰি পৰি জিলিকি আছে, গাৱঁৰ মানুহে সেই জুৰিটিক "সৰু নৈ" বোলে, কিয় যে বোলে কব নোৱাৰোঁ।

আবেলিৰপৰা ৰাতি নোহোৱালৈকে সৰুনৈৰ পাৰত বহি পানীৰ পৰা শিলগুটিবোৰ তুলি একে ঠাইতে গোটা খুৱাই আকৌ এটি দুটিকে পানীৰ বুকুলৈ পেলোৱাই মইনীৰ জীৱনৰ দৈনিক কাম। মইনী বাপেক মাকৰ একেটি ছোৱালী, —বৰ আলসুৱা আৰু গাৱঁৰ মানুহবো এটি বৰ মৰমৰ বস্তু। ছোৱালীটি ধুনীয়া, দেখিলেই মোহ লগা। কেতিয়াবা কেতিয়াবা মইনীয়ে সৰুনৈৰ পাৰৰ হাবিৰ লতা আৰু পাত আনি হাতত মেৰাই লৈ অকলে অকলে হাঁহি অফুট ভাষাৰে বতাহৰ লগত কি কথা পাতে আমি ক'ব নোৱাৰোঁ।

গাৱঁৰ ভিতৰত ভগা দ'লটিৰ কাষতে এটি জুপৰি ঘৰত বাপেক আৰু পুতেক দুয়ো থাকে। সিহঁত গাৱঁৰ মানুহ নহয়, চাৰি পাঁচ বছৰ মাহ হ'ল, কৰবাৰপৰা উঠি আহি সেই গাৱঁতে আছেহি। বাপেকে দিনৰ দিনটো মুখতে বাঁহীটো লৈ গাঁৱৰ ভিতৰত খুজি মাগি যি দুমুঠি-এমুঠি পায়, তাৰে দুয়ো কোনো মতে পেট প্ৰৱৰ্ত্তাই থাকে। দৰাচলতে কবলৈ গলে সিহঁতৰ আকালো নাই, ভঁৰালো নাই। পোনতে সিহঁতক গাৱঁৰ মানুহবোৰে বৰ লগ সঙ্গ নিদিছিল, কিন্তু শেহত গঞাইঁতে সিহঁতক তেওঁবিলাকৰ লগৰে এঘৰ যে বুলি নধৰিছিল, সেইটো আমি ডাঠি ক'ব নোৱাৰোঁ।

চাওঁতে চাওঁতে এদিন বাপেকে মোহনক একেবাৰে দলনিত পোণা মেলা দি চিৰকাললৈ এৰি গ'ল। গঞাইঁতৰ বুদ্ধিমতে মোহনেও বাপেকৰ বৃত্তিটোকে ধৰি কাল নিয়াম বুলি থিৰ কৰিলে। মোহনেও বাপেকৰ দৰে টালি-টোপোলা ঘৰত থৈ, দিনৰ দিনটো বাঁহীটো লৈ ঘূৰি ফুৰাৰ পিছত সৰুনৈৰ পাৰত মুকলি মনেৰে মুকলি আকাশৰ তলত মন্দ্ৰিয়া বেলিকা এবাৰ বাঁহীটো বাই নাহিলে মনত সুখ নালাগিছিল, এইটো মোহনৰ কি ৰোগ আমি কব নোৱাৰোঁ।

দিনৰ পিছত দিন, মাহৰ পিছত মাহ গৈ বছৰত সোমাই কেইবা বছৰো অতীত হ'ল। মইনীও লাহে লাহে ডাঙৰ হ'ল। কিন্তু তাই ল'ৰাকালৰ ধেমালি একেবাৰে পাহৰা

নাছিল। মাজে মাজে সন্ধিয়া বেলিকা মইনীক সৰুনৈৰ পাৰত দেখা যায়। বাপেক মাকৰ একেটি ছোৱালী—দূৰৈত বিয়া দিবৰ মন নাই। কাজে কাজেই ওচৰত গাওঁ এখনৰ এটি ডেকাৰ সৈতে তেওঁলোকে মইনীৰ বিয়াৰ ঠিক কৰিলে। জোৰোণৰ দিনা মইনীক কেৰু-মণি পিন্ধাওঁতে সখীয়েক তৰাই মাত লগালে "সখি, পৰহিলৈ তোমাৰ বিয়া, তুমি আৰু আমাক এৰি থৈ গ'লা।" মইনীয়ে কলে, "মই কলৈকো নাযাওঁ, তোমালোকে কি কৰিছা, মই কব নোৱাৰো।"

বিয়াৰ দিনাখন মোহনে ৰাতিপুৱাই গা ধুই যি দুডোখৰ এডোখৰ ভাল কানি-কাপোৰ আছিল তাকে পিন্ধি কোঁচত কিছুমান ফুল আৰু গছ-পাত লৈ মইনীহঁতৰ ঘৰৰ ফালে আহোঁতে বাটতে সৰুমন গুৱালে লগ পাই সুধিলে "কি অ' মোহন, ৰাতিপুৱাই কলৈ যাব?" মোহনে এটা হাঁহি মাৰি কলে "কিয়, মোৰ বিয়ালৈ।" সৰুমন গুৱালে একো বুজিব নোৱাৰি মনে মনে ভাবিলে, ইয়াৰ কি হ'ল কেবাদিনৰপৰা ইয়াৰ অৱস্থা ভাল দেখা নাই,—এই বুলি আকৌ এটা কথা সুধিবৰ কাৰণে ইফালে উভতি চাওঁতেই দেখিলে যে মোহন তাৰপৰা টোপা-কাঁড় যোৱাদি গুচি গ'ল। সিনো তাৰপৰা ইমান বেগেৰে কেনি গ'ল বা ক'লৈ গ'ল, আমি কব নোৱাৰোঁ।

সেইদিনা ৰাতি হোমৰ গুৰিত কইনা বহুৱাওঁতে কেনিবাদি বাঁহীৰ মাত আহি মইনীৰ কাণত পৰোঁতে মইনী চক্ খাই উঠিল। তাকে শুনি ৰভাৰ তলত বহি থকা মঙ্গলা গাওঁবুঢ়াই ৰাতিয়া মেধিৰ ফালে চাই কলে, "শুনাচোন হে, বাপেকতকৈ পুতেকহে ছাৰ, ইয়াকনো এই মাজ ৰাতি বাঁহী বাবলৈ কিহে পাইছে?" ৰাতিয়া মেধিয়ে ক'লে, "এঃ, কিনো বৰ কথাটো হ'ল, গাৱঁত বিয়াখন হৈছে, তাৰ মনত জানো ৰং লাগিব নাপায়?" তাত বহি থকা গঞাহঁতৰপৰা লগে লগে ইয়াৰ ওপৰত নানা ৰকমৰ মন্তব্য বাহিৰ হ'ল। তেওঁবিলাকৰ যাৰ যি ইচ্ছা, কৈ থ'ক, আমি হলে এই বিষয়ে একোকে কব নোৱাৰোঁ।

ফুল শুকাল। সংসাৰত যদি ধন-বস্তু থাকিলেই মানুহ সুখী হয় তেন্তে মইনীৰ এনে অৱস্থা কিয় হ'ল? মুখ সদায় কিয় বিষাদেৰে ভৰা? শহুৰেকৰ ঘৰলৈ আহিবৰ দিনাৰপৰা মইনীৰ মুখৰ হাঁহিটি কোনে হৰি নিলে? পোনতে ঘৰৰ মানুহে এই বিষয়ে বৰ মন নকৰিছিল। শেহত দিনে দিনে মইনী শুকাই-খীণাই যোৱা দেখি তেওঁবিলাকে দৰৱ-পাতিৰ ব্যৱস্থা কৰিলে। কিন্তু একোতে একো নহ'ল, গিৰিয়েকে মইনীৰ এনে অৱস্থা দেখি এদিন কি হৈছে বুলি সোধাত মইনীয়ে ক'লে "মোৰ কি হৈছে মই নিজেই কব নোৱাৰোঁ!"

তাত কোনোৱে একোকে বুজিব নোৱাৰি মইনীক বাপেক মাকৰ ঘৰলৈ পঠাই দিলে। ঘৰ পালত মইনী অলপ আগৰ দৰে টনকিয়াল আৰু প্ৰায়েই হাঁহি মাতি

ফুৰিবলৈ ধৰিলে। এদিন আকৌ আগৰ দৰেই সন্ধিয়া বেলিকা সকলৈৰ পাৰত অলপ পৰ ফুৰি আহিল। সেই দিনা খনেই ৰাতি মইনীৰ বৰ টান জ্বৰ হ'ল। নানা ৰকম চিকিৎসাৰপৰা একো ফল দেখা নগ'ল, জ্বৰৰ শেহ দিনা গিৰীয়েক আহি চাবলৈ যাওঁতে মইনীয়ে দেখি মূৰটো অলপমান দোঁৱাই সেৱা কৰিলে, মুখেৰে একোকে মাতিব নোৱাৰিলে, কেবল দুধাৰি চকুলো বৈ গ'ল, কিয় যে তেনে হ'ল কব নোৱাৰোঁ।

কিছুমান দিনৰ পিছত এদিন সন্ধিয়া বেলিকা তৰাৰ মাক আৰু আহিনী বাই দুয়ো একেলগে পানী নিবলৈ আহোঁতে ঘাটতে এটা বলিয়া বহি থকা দেখা পালে। তাৰ কোঁচত কিছুমান শুকান ফুল আৰু গছৰ পাত। সি অকলে তাতে কিবাবোৰ বিংবিং-বাংবাংকৈ বকি আছিল, তেওঁ বিলাকক দেখি সি তাৰপৰা উঠি গুচি গ'ল। তেওঁবিলাকে দেখিয়েই ভয় খাইছিল, কিন্তু সি উঠি যোৱা দেখি নিশ্চিন্ত মনেৰে পানী আনিবলৈ ঘাটলৈ নামি গ'ল। কিন্তু উভতি আহোঁতে তাক আকৌ মইনীহঁতৰ নঙলা মুখত ঘৰকিটালৈ চাই থিয় হৈ থকা দেখা পালে। তৰাৰ মাকে যাবলৈ অলপ হোহোঁকা পিছলা কৰোঁতেই আহিনী বায়ে মাত লগালে "কিনো ভয় কৰাহে, সৌটো গ'লেই দেখোন।" তেনেতে তৰাৰ মাকে সুধিলে "সিনো ইয়াত কি কৰিছিল?" আহিনীয়ে মাত লগালে "জানো কি কৰিছিল, কব নোৱাৰোঁ।"

এদিন সকমন গুৱালে নৈৰ কাষেদি ম'হ চৰাবলৈ যাওঁতে মইনীৰ মৰিশালিৰ ওচৰতে এটা মৰা শ পৰি থকা দেখা পালে। মৰণত শৰণ দি ওচৰলৈ আহি সকলকণে দেখে যে সেইটো মোহনৰ মৰা শ। তাৰ কোঁচত কিছুমান শুকান ফুল আৰু গছৰ পাত। ইয়াকে দেখি সকমন গুৱালে কি ভাবিলে বা কি ঠাৱৰ কৰিলে কব নোৱাৰোঁ।



# এহালি পাৰ

মই পৰ্ব্বতটোৰ ওপৰৰ হেলনীয়া ঠাই ডোখৰতে বহি আছোঁ। ওপৰত অনন্ত আকাশ, সমুখত অনন্ত সাগৰ। এতিয়া মাথোন আবেলি। —সুৰুযৰ পোহৰ পৰি সাগৰৰ পানী সোণালী হৈ জকমকাব লাগিছে।

কিন্তু সাগৰত ঢৌ নাই— একে বাৰে স্থিৰ। অইন কি বতাহ অকণো বলি পানী কঁপোৱা নাই। গুৰিত এডোখৰ ক'লা ডাৱৰ উটি লাহে লাহে গোটেই আকাশখনি ছাটিবলৈ আহিছে— অলপতে এটা বৰ ভীষণ ধুমুহা হব। চাৰিওফালে নিমাত। প্ৰকৃতি নিস্তব্ধ। কাৰো ক'তো মাত বোল নাই। অইন কি সৰু টিপচি চৰাইবোৰেও কেনিবাদি পলাই ফাট মাৰিলে। সকলোৰেই যেন এটা ভাবী বিপদৰ আশঙ্কাত উদ্বিগ্ন হৈ আছে।

মই আকৌ এবাৰ পছিমলৈ চালোঁ– দেখিলোঁ, সেই ক'লা মেঘ চপৰাই গোটেই আকাশখনিকে ঢাকি পেলালে– সূৰুযৰ শেষ কিৰণ-ৰেখাও নাইকিয়া হ'ল।

এনে উদ্বিগ্ন হৈ থকাত বৰ আমনি লাগিল। আপোনা আপুনি কবলৈ ধৰিলো "ধুমুহা, ভীষণ কোবেৰে আহি পৃথিৱী ঢোবাই নিয়াহি– পৃথিৱী উটি য'ক। সাগৰে উত্তাল তৰঙ্গমালা তুলি প্ৰলয়ৰ ভয়ঙ্কৰ মূৰ্ত্তি ধৰক। বজ্ৰ, তুমি ভীষণ শবদেৰে পৃথিৱী চূৰ্ণ বিচূৰ্ণ কৰা। যি হয় এটা সোনকালে হৈ যাওঁক। এনেকৈ থাকিব নোৱাৰি।" কিন্তু ধুমুহা নাহিল, মাথোন ক'লা ডাৱৰে ঘনকৈ আকাশখন ঢাকি আৰু ক'লা কৰি পেলালে।

কিন্তু এই ক'লা ডাৱৰৰ মাজেদি এটা ঢপঢপীয়া বগা পাৰ কাঁড় অহাদি গাঁৱৰ ফালৰপৰা উৰি আহিল– যেন বগা উৰ্মাল এখনহে বতাহত উৰিছে। সি উৰি উৰি গৈ দূৰৰ হাবি পালেগৈ, আৰু তাৰ মাজতে অদৃশ্য হ'ল। ..প্ৰকৃতি এতিয়াও ভাবী বিপদৰ আশঙ্কাত ব্যাকুল। অলপ সময়ৰ পিছতে আকৌ দুখনি বগা উৰ্মালৰ দৰে দুটা পাৰ হাবিৰ ফালৰ পৰা ঘৰমুৱা হৈ উৰি আহিল।....অৱশেষত প্ৰবল বেগেৰে ধুমুহা আৰম্ভ হ'ল। মই কথমপিহে ঘৰ পালোঁগৈ। বতাহ বৰ বেগেৰে বৈ গছ-গছনি ভাঙি উভালি পেলাবলৈ ধৰিলে। বৰষুণ আৰম্ভ হ'ল। বতাহৰ হো-হোৱনিয়ে, গছ-গছনিৰ হৰ-হৰণিয়ে গোটেই প্ৰকৃতি খলক লগালে। চকুৰ আগতে প্ৰলয়ৰ ভীষণ মূৰতি।

কিন্তু মোৰ ঘৰৰ আওলাৰ তলত ওলোমাই থোৱা পেৰাটোৰ ওপৰত পাৰহালিয়ে ইটিয়ে সিটিৰ পাখিত মূৰ  সুমুৱাই নিতাল মাৰি বহি আছে। পোনতে উৰি যোৱা পাৰটোৰ মনত কি সুখ– সি তাৰ লগৰীক এই ধুমুহাৰপৰা—সম্ভৱতঃ মৃত্যুৰ হাতৰপৰা ৰক্ষা কৰিব পাৰিলে। এতিয়া দুয়ো আনন্দতে পাখিত পাখি লগাই কেনে ৰং মনে বহি আছে। বাস্তৱিকতে সিহঁত এতিয়া কেনে সুখী– সিহঁতৰ সুখতে ময়ো সুখী– যদিও মই অকলশৰীয়া– চিৰকালেই অকলশৰীয়া।



# এখনি মেলা

এদিন অসীম সৌন্দৰ্য্যৰ অধীশ্বৰে, তেওঁৰ অনন্ত সৌন্দৰ্য্যৰ ৰাজ্যত এখনি মেলাৰ আয়োজন কৰিলে।

সেই মেলালৈ তেওঁ সকলো গুণৰ দেৱীসকলক নিমন্ত্ৰণ কৰিলে। মাথোন তেওঁলোকলৈহে এইখন মেলা, আনলৈ নহয়।

তাত সকলোবিলাক উপস্থিত হ'ল। ডাঙৰ সৰু— সকলোৱেই বাই-ভনীৰ দৰে মিলা-প্ৰীতিৰে মন খুলি আমোদ প্ৰমোদত মত্ত হ'ল।

কিন্তু মেলাৰ গৰাকীয়ে সেই সকলৰ ভিতৰত দুজনক একেবাৰে আচহুৱা হৈ থকা দেখি ইজনৰ লগত সিজনৰ চিনাকি নথকা যেন ভাবি তেওঁবিলাক দুইকো চিনাকি কৰিবলৈ আগবাঢ়ি গ'ল। তেওঁবিলাকৰ ওচৰলৈ গৈ 'দয়া' আৰু 'কৃতজ্ঞতা' এই বুলি তেওঁলোক দুয়োকো চিনাকি কৰি দিলে। তেতিয়া দুয়ো দুইকো চিনি পাই বৰ আচৰিত হ'ল— মুখেৰে নামাতি দুয়ো দুইৰো ফালে ৰ' লাগি চাই থাকিবলৈ ধৰিলে।

সৃষ্টিৰ আদি পাতনিৰেপৰা বোধ কৰোঁ এওঁলোকৰ পৰস্পৰৰ চিনা-পৰিচয় নাছিল।

কেতিয়ানো ভালকৈ হব, হায়! কোনে কৈ দিব?



# শত্ৰু আৰু মিত্ৰ

সি এটা গোতাশালৰ বন্দী।

তাৰ আজীৱন গোতাশালতেই কটাব লাগিব। প্ৰাণৰ কাতৰতাৰে লৰ মাৰি পলাইছে— মুকুলি আকাশৰ তলত, মুকলি বতাহত খন্তেকলৈ দেহি উশাহ লৈছে। ইফালে তাক বিচাৰি তাৰ পাছে পাছে মানুহ আহিব লাগিছে।

সুমুখত এখন নৈ। নৈখন সৰু কিন্তু বৰ দ আৰু সোঁত বৰ বেছি। দুয়োফালে ওখ ওখ গৰা পাৰ হবৰ আন একো উপায় নাই, মাথোন এডাল কাঠৰ সাকো, সিও পচা— মানুহৰ ভৰ সহিব নোৱাৰে, নৈৰ সিপাৰে আকৌ দুজন মানুহ বহি আছে- এজন তাৰ মিত্ৰ, আনজন ঘোৰ শত্ৰু।

নৈখন পাৰ হ'বই লাগিব— নহ'লেই তাৰ মৰণ সি সেই সাঁকোডালৰ ওপৰত উঠিল। তাৰ বন্ধুজনে চিঞৰি চিঞৰি কবলৈ ধৰিলে "সৰ্ব্বনাশ! কি কৰা? নামা নামা- নুঠিবা। এনে বলিয়ালি নকৰিবা। দেখা নাইনে সাঁকোডাল পচা, তুমি উঠিলেই ভাগি থাকিব।" শত্ৰুজনে একোকে মতা নাই, মাথোন তলমূৰ কৰি মনে মনে আছে। বন্দীটোৱে বেজাৰতে কান্দি কান্দি কলে, "কি কৰিম, উপায় নাই বন্ধু, শুনা নাইনে ঘোঁৰাৰ খুৰাৰ শব্দই মোক পাছে পাছে খেদি আহিছে, যাবই লাগিব।" এই বুলি সাঁকোডালেদি যাবলৈ ধৰিলে। "নাই, সেইটো হ'ব নোৱাৰে, মই জীয়াই থাকোঁতে কোনোমতে তোমাক মৰিবলৈ এৰি দিব নোৱাৰোঁ" বুলি বন্ধুজনে সাঁকোডাল টানি দিলে আৰু মানুহটো ততালিকে পানীত পৰি সোঁতৰ লগত কেনিবাদি উটি গ'ল। কিন্তু বন্ধুজনে পাৰত বহি দুৰ্কপলীয়া বন্ধুজনৰ কাৰণে হিয়া-মূৰ ভুকুৱাই কান্দিবলৈ ধৰিলে— তাৰ মৃত্যুৰ কাৰণে নিজকে দুষিবলৈ খন্তেকো তেওঁৰ মনত ভাব ন'হ'ল।

"মই কিঁ কৰিম— তেওঁ মোৰ কথা নুশুনিলে।" মাথোন ইয়াকে কৈ উচুপি উচুপি কান্দিবলৈ ধৰিলে। শেষত কলে "পোতাশালৰ যন্ত্ৰণা ভোগ কৰি আজীৱন মৰাতকৈ এইটোৱেই বোধ হয় ভাল হ'ল; সি এতিয়া সকলো জ্বালা-যন্ত্ৰণাৰ অতীত। এয়ে কিজানি তাৰ কপালত লিখা আছিল।"

"অস্ অস্! কি দুৰ্কপাল— হায়! কি ঘটনাটো হৈ গ'ল— খন্তেকৰ ভোজ খাওতা নাই।"

বেজাৰতে তেওঁ তেওঁৰ সেই দুৰ্ভগীয়া বন্ধুজনৰ কাৰণে বহুত পৰ তাতে বহি উচুপি উচুপি কান্দি আছিল।



(১)

তেওঁ এজন শিল্পী, পৰ্ব্বতৰ ওখ টিঙৰ ওপৰৰ নিৰলাত তেওঁৰ পঁজা। তেওঁ তাতেই অকলে পুৱা-গধুলি প্ৰকৃতিৰ ৰেহ-ৰূপ চাই নিজৰ ভাৱতেই কটাই দিয়ে। আজীৱন সৌন্দৰ্য্য সাধনাই তেওঁৰ জীৱনৰ লক্ষ্য। নিতে নিতে মুহূৰ্ত্তে জগতৰ যত সৌন্দৰ্য্যৰ খেলা চলিছে, সকলোৱেই তেওঁৰ মনৰ মাজত এটি আনন্দৰ ৰেখা বহুৱাই যায়। আন্ধাৰ পোহৰৰ কুক্-ভা খেলা, বতাহ-ডাৱৰৰ ধেমালি, বাৰিষাৰ ক'লা ডাৱৰৰ বুকুত বিজুলীৰ চিক্‌মিক্ হাঁহি, পূৰ্ণিমাৰ ৰূপৰ জোনাক— সকলোৱেই তেওঁৰ হৃদয়ত আনন্দৰ ঢৌ তোলে। জগতৰ এই সকলোখিনি সৌন্দৰ্য্যকেই, বিশ্বৰ এই সকলোখিনি মনমোহা ছবিকেই দুটি-এটি ৰঙৰ দাগেৰে বা শিলৰ বুকুতেই সজীৱ কৰি লবৰ চেষ্টাই তেওঁৰ জীৱনৰ প্ৰধান কাম। হ'ব পাৰে অসাধ্য-সাধন, কিন্তু ভাবুক শিল্পীৰ অসাধ্য-সাধনেই তেওঁৰ জীৱনৰ ব্ৰত।

পৰ্ব্বতৰ নামনিত সৰু জুৰিটি বৈ গৈছে, খৰালি ই এটি নিছিগা ফটিকম ধাৰা, বাৰিষা ফেনে-ফোটোকাৰে দুকুল ডকা ভৰপুৰ যৌৱনৰ প্ৰতিমূৰ্ত্তি। প্ৰায়ে আবেলি বেলিকা বেলি মাৰ যোৱাৰ সময়ত শিল্পী আহি তাৰ পাৰৰ শিলটোৰ ওপৰত বহি পশ্চিমৰ হেঙুলী ৰহণ সনা আকাশলৈ চাই তন্ময় হৈ বহি থাকে। মাজে মাজে জুৰিৰ সিপাৰৰপৰা অহা হাতচাপৰি আৰু হাঁহিৰ কিৰিলিতহে তেওঁ সাৰ পাই উঠাৰ দৰে চক খাই উঠে। এটি ছোৱালীয়ে লগত এটি পহু-পোৱালী লৈ ধেমালি কৰি থাকোতে কেতিয়াবা পাৰৰ কাঁইটত কাপোৰ লাগি পিছলি পৰিলে বা হাতৰপৰা পহু-পোৱালীটো লৰ মাৰি দূৰলৈ গলে ছোৱালীটিয়ে উলাহতে হাত চাপৰি মাৰি হাঁহিবলৈহে ধৰে। শিল্পীয়ে তেতিয়া এই এটা নতুন সৌন্দৰ্য্যৰ আভাস পাই বহুত পৰলৈ ৰ' লাগি তাকে চাই থাকে। কেতিয়াবা তেওঁ বহুত পৰলৈকে অকলশৰীয়া হৈ জুৰিৰ পাৰতে বহি থাকে বা কেতিয়াবা সন্ধ্যা লগাৰ অলপ পিছতে উঠি নিজৰ পঁজালৈ খোজ লয়। এয়ে তেওঁৰ জীৱন। আৰু এনে দৰে সৌন্দৰ্য্যৰ নীৰৱ সাধনাতেই তেওঁৰ জীৱন ঢালি দিছে।

(২)

কত দিন এনে দৰে পাৰ হৈ গ'ল, কত বসন্ত, জহ, জাৰ শিল্পীৰ জীৱনৰ ওপৰেদি গ'ল, কিন্তু শিল্পীৰ জীৱনৰ খেলা সমান ভাৱেই চলি আছে। নিজৰ পঁজাৰ মুখত পুৱা গধূলি সৌন্দৰ্য্য-বিভোল তন্ময় ভাৱ বা কেতিয়াবা মাজে মাজে জুৰিৰ ইপাৰৰ শিলৰ ওপৰত ধ্যান-মগ্ন সৌন্দৰ্য্যোপাসকৰ প্ৰতিমূৰ্ত্তি। সময়ে সকলোৰে ওপৰতে চৰণৰ চাব বহুৱাই যায়, কিন্তু আমাৰ শিল্পীয়ে সময়ৰ চাবলৈ মন নকৰি নিজৰ অন্তৰৰ সেউজীয়া ভাৱ সজীৱ কৰি থব পাৰিছে— তেওঁৰ একোলৈকে ভ্ৰূক্ষেপ নাই— সময়েও যেন তেওঁৰ কাষত হাৰ মানিলে।

সেইদিনাও তেওঁ শিলৰ ওপৰত বহুত পৰলৈকে বহি আছে। পশ্চিমত বেলি মাৰ গ'ল। মাথোন মাৰ যোৱা সূৰুযৰ কিৰণ ৰেখায় পছিমৰ আকাশ এতিয়াও হেঙুলী কৰি থৈছে। ইফালে লাহে লাহে পূৰ্ণিমাৰ জোনেও আকাশত দেখা দিছেহি। তেওঁ আগৰ দৰেই বহি থাকোতে হঠাতে সিপাৰৰ হাত-চাপৰি আৰু হাঁহি শুনি চক খাই দেখিলে যে তেওঁৰ আগৰ সেই সৰু ছোৱালীটি নাই। তেওঁৰ ঠাইতে এটি মাত্ৰ সুন্দৰী তৰুণী, তেওঁৰ হাততো সেই পহু-পোৱালীটি। তাকে লৈ তেওঁ ধেমালি কৰি আছে। তেওঁ আচৰিত হ'ল— ই কি! —জীৱন্ত সৌন্দৰ্য্যৰ পূৰ্ণ প্ৰতিমূৰ্ত্তি। ইমান দিন ক'ত লুকাই আছিল— তেওঁতো কব নোৱাৰে। তেওঁৰ হিয়া আনন্দত নাচিবলৈ ধৰিলে-- যেন কিবা এটা নোপোৱাই পোৱা বস্তু পালে। তেওঁ ভাৱত বিভোল। ওপৰত পূৰ্ণিমাৰ জোনে ৰূপহ জোনাকেৰে জগত টোৱাই দি সৌন্দৰ্য্যৰ পূৰ্ণ বিকাশ কৰিছে। জুৰিয়েও উলাহতে দুই পাৰ উপচি পৰি হৃদয়ৰ পূৰ্ণ বেগেৰে নৈৰ ফালে লৰি গৈছে— নৈয়েও

সেই বেগেৰে গৈ সাগৰত মিহলি হৈছেগৈ। এই মুহূৰ্ত্তত জগতত যেন সকলোৰেই পূৰ্ণ-মন আনন্দেৰে, জগত সৌন্দৰ্য্যেৰে।

(৩)

এইদৰে মাহৰ পিছত মাহ গৈ বছৰত পৰিল আকৌ এদিন শিল্পীয়ে আবেলি শিলৰ ওপৰত বহি সিপাৰলৈ চাওঁতে দেখা পালে যে সেই তৰুণীৰ ওচৰত আৰু এটি নতুন তৰুণ মূৰ্ত্তি লগ লাগিছেহি— এই বাৰ তৰুণীয়ে অকলে আগৰ দৰে পহু পোৱালী লৈ ধেমালি কৰা নাই, দুয়ো সেই ধেমালিত যোগ দিছে। কিন্তু শিল্পীৰ মনত হ'ল, সেই আগৰ আনন্দৰ পূৰ্ণ প্ৰতিমূৰ্ত্তি যেন লুকাবলৈ যো-যা কৰিছে। শিল্পীৰ মনত আচম্বিতে এটি বিষাদ ৰেখা পৰিল— তেওঁ ভাবিলে যে এই আনন্দৰ প্ৰতিমূৰ্ত্তি ধ্বংস হবলৈ এৰি দিব নোৱাৰি— ধৰি ৰাখিবই লাগিব। তাত সময়ৰ চিন চাব থাকিব নোৱাৰে। যি সুন্দৰ সি চিৰ সুন্দৰ— সদায় একেৰাহে অটুট থাকিব লাগিব- সদায় সজীৱ আৰু নতুন। কি উপায়েৰে তেনে কৰা যায়, এই ভাৱেই শিল্পীৰ মূৰত খেলাবলৈ ধৰিলে আৰু— সেই ভাব লৈয়েই বেজাৰ মনেৰে শিল্পীয়ে সেইদিনা লাহে লাহে তেওঁৰ পঁজালৈ উলটি গ'ল— লগে লগে ইফালেও এডোখৰ ক'লা ডাৱৰ আহি আকাশৰ জোনটিক ঢাকি পেলালেহি।

(৪)

তাৰ পিছত বহুত দিন, আগৰ দৰে শিল্পীৰ আৰু দেখা-সাক্ষাত নাই। তেওঁ অকলে ঘৰৰ ভিতৰত সোমাই থাকে, মাথোন কাচিৎহে বাহিৰলৈ আহে। তলৈতো জুৰিৰ কাষলৈ নানামেই। মুখত সদায় এটা উদ্বেগ আৰু উৎকণ্ঠাৰ ভাব— যেন কিবা এটি বিশেষ কামত ব্যস্ত। পঁজাৰ ভিতৰত সদায় এটা শব্দ শুনা যায়, যেন শিলৰ ওপৰত কিবা এটা কাটিছে.... সঁচা কথা। শিল্পীয়ে এটি শিলৰ প্ৰতিমূৰ্ত্তিত তেওঁৰ সৌন্দৰ্য্যৰ ভাৱৰাশি ঢালি দি আনন্দৰ পূৰ্ণ বিকাশ সজীৱ কৰি ৰাখিব খুজিছে— মনে মনে ভাবিছে, এই আনন্দৰ প্ৰতিমাত প্ৰাণ প্ৰতিষ্ঠা কৰি জগতৰ সকলো সৌন্দৰ্য্যকে বন্দী কৰি চিৰকাললৈ এই মোহিনী মূৰ্ত্তি চিৰ সুন্দৰ, চিৰ-নতুন, চিৰ সজীৱ কৰি ৰাখিব। কোনে জানে শিল্পীৰ এই আশা কেতিয়াবা সফল হ'ব নে?— সেই বিষয়ে ভাবিবলৈ শিল্পীৰ অলপো সময় নাই— সৌন্দৰ্য্যই আকাৰে ইঙ্গিতে তেওঁক মহা-সমুদ্ৰৰ তীৰলৈ মাতিছে, সৌন্দৰ্য্যৰ সাধক তেওঁ যাবই লাগিব— পাছলৈ চাবৰ তেওঁৰ আৱশ্যক নাই। মাথোন তেওঁ বেগেৰে সৌন্দৰ্য্যৰ পাছে পাছে লৰি গৈছে— এই মহা-সমুদ্ৰত জাপ দিব লগীয়াও হব পাৰে, একো কথা নাই— তেওঁৰ 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল'— তাত কাৰো হানি-বিঘিনি নাই।

(৫)

প্ৰতিমা শেষ হ'ল। লগে লগে শিল্পীৰ মুখৰ উদ্বিগ্ন আৰু উৎকণ্ঠাৰ ভাৱো আঁতৰিল। তেওঁ তেওঁৰ পঁজাৰ একাষেদি এই মূৰ্ত্তিৰ প্ৰতিষ্ঠা কৰিলে। পুৱা-গধূলি তেওঁ মূৰ্ত্তিৰ আৰাধনাতে বিভোল। এই মূৰ্ত্তিৰ প্ৰাণ প্ৰতিষ্ঠা কৰাটোৱেই তেওঁৰ এতিয়া একমাত্ৰ ধাউতি। তেওঁ ভাবিছে, এই মূৰ্ত্তি সকলো সৌন্দৰ্য্যৰ আধাৰত যেতিয়া, এদিন নহয় এদিন ইয়াৰ প্ৰাণ প্ৰতিষ্ঠা হবই। মাথোন লাগে হৃদয়ৰ আৰাধনা আৰু নীৰৱ সাধনা। কত দিন কত ৰাতি উজাগৰে থাকি তেওঁ এই প্ৰতিমাৰ পূজাতেই নিজৰ মন প্ৰাণ ঢালি দিছে কোনে জানে? তেওঁৰ এতিয়া একমাত্ৰ লক্ষ্য—প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা। কেবা বছৰো এই দৰেই গ'ল। শিল্পীৰ সাধনা এতিয়ালৈকে সফল হোৱা নাই। কত গধূলি তেওঁ হেপাহেৰে গৈ প্ৰতিমাক সাৱটি ধৰে, কিন্তু শিলৰ শীতল স্পৰ্শই তেওঁৰ প্ৰাণত স্পন্দন তুলিব নোৱাৰে- সেই শীতল আলিঙ্গনত তেওঁৰ প্ৰাণত আনন্দৰ ঢৌ নুঠে-- বেজাৰত তেওঁ আঁতৰি আহে। হায়! তেওঁৰ জানো সাধনা সফল নহব? এই কথা ভাবিবলৈকো বেয়া লাগে।

দিন যোৱাৰ লগে লগে তেওঁৰ সাহো কমি আহিছে, তেওঁৰ মুখৰ হাঁহি লাহে লাহে নাইকিয়া হইছে, তেওঁৰ চকুত সদাই এটা শূন্য উদাস দৃষ্টি। এতিয়াও মাজে মাজে তেওঁ জুৰিৰ পাৰত বহেগৈ, এতিয়াও তেওঁ আগৰ দৰে পছিম আকাশলৈ চাই থাকে, এতিয়াও মাজে মাজে তেওঁ সিপাৰৰ হাঁহি-খলকনিত চক্ খাই উঠে, কিন্তু আগৰ সেই অদম্য উৎসাহ, আগৰ ভাব আৰু নাই। এতিয়া তেওঁ সিপাৰলৈ চাই দেখে যে সেই তৰুণ-তৰুণীৰ ঠাইত আন এটি সৰু ছোৱালীয়ে পহু-পোৱালী লৈ ধেমালি কৰে- তৰুণ তৰুণী লগত থাকে, কিন্তু খেলাত যোগ নিদিয়ে, মাথোন সৰু ছোৱালীটিৰ ধেমালি দেখি মিচিকি মিচিকি হাঁহে, তেওঁবিলাকৰ চকুত আনন্দৰ জেউতি বিৰিঙি উঠে— হব পাৰে তেওঁবিলাকৰ হৃদয়ত অতীতৰ ঘটনাৰ ছাঁ পৰেহি। শিল্পীয়ে সকলো শুনে, কিন্তু আগৰ সেই প্ৰাণৰ অনুভূতি ক'ত?

(৬)

শিলৰ পুতলা— মানুহৰ প্ৰাণত কি স্পন্দন দিব? পাষাণ প্ৰতিমা মানুহৰ প্ৰেমৰ প্ৰতিদান দিলে যে প্ৰতিমাৰ গৌৰৱ কমিব— দেৱী মানৱীৰ শাৰীলৈ নামিব। শিল্পীৰ সকলো আনন্দৰ আবেগ, প্ৰাণৰ পৰশ আওকাণ কৰি পাষাণ প্ৰতিমাই নিজৰ প্ৰতিমাৰ দাবী অক্ষুণ্ণ ৰাখিছে। শিল্পীয়ে নিতৌ আবেগতে সাৱটি ধৰে, নিতৌ শিলৰ শীতল পৰশে তেওঁক ঠেলি দিয়ে। লাহে লাহে শিল্পীৰ প্ৰাণৰ সকলো উৎসাহ কমি আহিবলৈ ধৰিলে। শিল্পীয়ে বুজিবলৈ ধৰিলে, সকলো সৌন্দৰ্য্যৰ আধাৰেই হক বা আন যিহেই হ'ক-

শিল শিলেই, পাষাণ প্ৰতিমা পাষাণ প্ৰতিমাই। এতিয়াও অভ্যাসত পুৰা গধূলি সাৱটি ধৰেগৈ, আকৌ বিফল মনোৰথ হৈ উভতি আহে।

সেই দিনাও শিল্পী তললৈ আহি জুৰিৰ পাৰত বহিছিল— সেই দিনাও সিপাৰৰ ধেমালি চাইছিল আৰু লগে লগে ভাবিছিল, কেনেকৈ প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিব পাৰিব, ই জানো সম্ভৱ?— সেইদিনা কেৰাডোখৰমান ক'লা ডাৱৰে পশ্চিম আকাশক হেঙুলী হবলৈ নিদিলে, বোধ হয় ধুমুহাৰ পূৰ্ব্ব লক্ষণ। লাহে লাহে বতাহ বেগেৰে বৰলৈ ধৰিলে, শিল্পীও ঘৰলৈ উভতি আহিল, ভাবিলে যেনেকৈয়ে হ'ক, আন কি হৃদয়ৰ ৰক্তেৰেই হ'ক, প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিব লাগিব। আকাশত বিজুলীয়ে হাঁহিলে আৰু মেঘে গাজিলে— ধুমুহাও আৰম্ভ হ'ল। শিল্পীৰ মন এক নতুন ভাৱেৰে পূৰ্ণ-হৃদয়-ৰক্তেৰে প্ৰতিমাৰ প্ৰাণ প্ৰতিষ্ঠা কৰিব। ধুমুহাৰ কোব লাহে লাহে চৰিবলৈ ধৰিলে, শিল্পীয়ে প্ৰাণৰ নতুন আনন্দেৰে প্ৰতিমাক সাৱটি ধৰিলে। ধুমুহাৰ বেগ বৰ বেছি হ'ল। ই কি ! প্ৰতিমা লৰিছে— শিল্পীৰ মন উলাহত নাচি উঠিল— শিল্পীয়ে যেন দেখিবলৈ পালে, প্ৰতিমাই হাঁহিছে আৰু আঙুলিয়াই যেন তেওঁক অনন্ত সৌন্দৰ্য্যৰ ফালে মাতিছে। শিল্পী জানো আৰু থিৰে থাকিব পাৰে? উলাহেৰে প্ৰতিমাক দুনাই সাৱটি ধৰিলে, ভাবিলে প্ৰাণ প্ৰতিষ্ঠা কৰিব— হৃদয়-ৰক্তেৰে প্ৰাণ প্ৰতিষ্ঠা। প্ৰতিমা আকৌ এবাৰ লৰি যেন তেওঁৰ মনৰ ভাৱৰ সফলতাত যোগ দিলে। ভীষণ ধুমুহা আৰম্ভ হ'ল, বতাহত পঁজা লৰিবলৈ ধৰিলে— এটা ভীষণ শব্দ— তাৰ পিছত শেষ— সকলো শেষ।

(৭)

ৰাতিপুৱাওঁ পুৱাওঁ হওঁতেই কাষৰ গাওঁৰ মানুহবোৰে ধুমুহাত কাৰ ক'ত কি হানি হ'ল চাবলৈ আহিল। ধুমুহা কেতিয়াবাই শেষ হ'ল— কিন্তু তাৰ চিন গছ-গছনিত এতিয়াও জিলিকি আছে। বতৰ আকৌ মুকলি হ'ল। গঞাবিলাকে আহোঁতে আহোঁতে বাটত দেখিবলৈ পালে যে পৰ্ব্বতৰ টিং খহি পৰিল, আৰু তলত শিলৰ প্ৰতিমা এখন বুকুত লৈ এজন মানুহ পৰি আছে— চাৰিওফালে তেজৰ চিন— বুকুৰে তেজ— আৰু ওপৰৰপৰা পানী বাগৰি বাগৰি সেই তেজৰ দাগবোৰ অলপ অলপকৈ ধুৱাই নিছে। মানুহ জনৰ মুখত এতিয়াও এটি শান্ত ম্লান হাঁহিৰ চিন আছে— যেন কৈছে হৃদয়-ৰক্তেৰে প্ৰাণ প্ৰতিষ্ঠা হ'ল— প্ৰকৃতি নীৰৱে ৰ' লাগি চাই আছে— আকাশৰপৰা কৃষ্ণপক্ষৰ সপ্তমীৰ জোনৰ শেষ কিৰণ ৰেখায়ো সেই ম্লান হাঁহিটিক আৰু ম্লান কৰিছে।

গঞাবিলাকে আগ বাঢ়ি গৈ গৈ সেই জুৰিটিৰ কাষ পালে গৈ। জুৰিটিৰ পানী দুই পাৰলৈকে উপচি পৰিছে— সিপাৰত সেই সৰু ছোৱালীটিয়ে পুৱাই গছ-পোৱালীটি

লৈ খেমালি কৰিবলৈ আহিছে— লগতে সেই তৰুণ-তৰুণীও। পছ পোৱালীটি এবাৰ হাতৰপৰা লৰ মাৰি দুৰলৈ যাওঁতে ছোৱালীটিয়ে ধৰিবলৈ গৈ পিছল খাই বলৰ ওপৰত পৰি হাত-চাপৰি মাৰি হাঁহিবলৈ ধৰিলে। লগতে তৰুণ-তৰুণীয়েও হাঁহিলে — জুৰিটিয়েও উলাহতে কুলু কুলু কৰি সেই হাঁহিতে যোগ দিলে— পুৱাৰ সুৰুযৰ কণক কিৰণেও সেই উলাহৰ হাঁহিটিক আৰু উজ্জ্বল কৰি দিলে।



## প্ৰলয়

ইও এটা সপোন। এখন মুকলি পথাৰৰ মাজত টিলা এটাৰ ওপৰত থকা ঘৰ এটাৰ ভিতৰত যেন মই আছোঁ। ঘৰটো বেচ্ আহল-বহল আৰু মুকলি, তললৈ চালে মাথোন চাৰিও ফালে সেউজীয়া পথাৰ। ওপৰত অনন্ত আকাশ ডাৱৰে ক'লাকৈ থৈছে, বতাহ অলপো বলা নাই। প্ৰকৃতি স্থিৰ আৰু গম্ভীৰ।

ঘৰটোত মই— আৰু দহ বাৰ জনমান মোৰ লগতে আছে; তেওঁলোক মোৰ লগৰে নিচেই সাধাৰণ তৰপৰ সৰল প্ৰকৃতিৰ মানুহ, তেওঁবিলাকে কিন্তু কোনোৱে কাৰো লগত কথা পতা নাই, মাথোন ঘৰৰ ভিতৰতে অহা-যোৱা কৰি ফুৰিছে।.... ভয় আৰু বেজাৰেৰে ইটোৱে সিটোৱে চোৱা-চুই কৰিছে।

তেওঁলোকে কোনোৱে কাকো চিনি নাপায়। আৰু কবও নোৱাৰে কিয়নো ইয়ালৈ আহিছে। কিন্তু সকলোৰে মুখত একোটি নিৰাশাৰ ছাঁ।.... সকলোটিয়ে একো একোবাৰ খিড়িকি দুৱাৰৰ মুখলৈ গৈ কিবা এটা যেন চাই চাই আহিছেগৈ। আৰু প্ৰত্যেক মুহূৰ্ত্ততেই যেন কিবা এটা বিপদ আহি তেওঁলোকৰ গাত পৰিবহি, সেই ভয়তে যেন সকলো অস্থিৰ।

আমাৰ ভিতৰত এটি সৰু ল'ৰাও আছে। সি মাজে মাজে কান্দি কান্দি কৈছে "মোৰ বৰ ভয় লাগিছে, মোৰ বৰ ভয় লাগিছে।" তাৰ কান্দোন শুনি মোৰ নিজৰ বুকুখন চক খাই গ'ল আৰু মোৰো ভয় লাগিবলৈ ধৰিলে— কিন্তু কিহৰ কাৰণে, মই নিজেই কব নোৱাৰো মাথোন বুজিছোঁ, কিবা এটা যেন বৰ ডাঙৰ বিপদ লাহে লাহে ওচৰ চাপি আহিছে।

ল'ৰাটোৱে ভয়ত উচুপি উচুপি কান্দি আছে। হায়! এই ঠাইৰপৰা যদি এবাৰ পলাব পৰা হ'লহেঁতেন— কি বেজাৰৰ কথা! এই বিপদৰ হাত সাৰিবৰ উপায় নাইনে?

নাই, একোৱেই.....উপায়? —অসম্ভৱ!

আকাশ ডাৱৰে ওন্দোলাই থৈছে, বতাহ কেনিও অকণিও বলা নাই– এটা যেন ভীষণ ভয়ৰ ভাৱে গোটেইখন জগত আৱৰি থৈছে।

আমাৰ লগৰ সেই সৰু ল'ৰাটোৱে লৰি গৈ খিৰ্ড়িকি দুৱাৰেদি চাই "পানী, পানী" বুলি চিএঞৰি উঠিল– আমিও ভয়তে উচপ খাই উঠিলোঁ। আমাৰ ঘৰটোও কঁপিবলৈ ধৰিলে– ভূঁইকঁপ আহিল। পৃথিবীৰ কঁপনিত থৌকি-বাথৌকি লাগিল। আমিও ভাবিলোঁ, এয়ে শেষ।

কঁপনি মাৰ গ'ল। আমি বাহিৰলৈ চাই দেখিলোঁ, আমাৰ সমুখৰ পথাৰৰ আধাডোখৰ কেনিবা গ'ল– তাৰ ঠাইত মাথোন পানী– চাৰিওফালে পানী দেখিছোঁ।

"সাগৰ, সাগৰ" বুলি আমি আটায়ে চিএঞৰি উঠিলোঁ– ডাঙৰ ডাঙৰ ক'লা ঢৌবোৰে সৈতে সাগৰে আমাক গ্ৰাস কৰিবলৈ আহিছে– এয়ে মহাপ্ৰলয়– পৃথিবীৰ ইমানতে শেষ।

সৌৱা আকাশে পৃথিবীয়ে মিলি গ'ল, চাৰিও ফালে ক'লা ধোঁৱা; কেনিও একোকে দেখা নাযায়। পানী ওফন্দি উঠিল। নাই- আৰু আশা নাই। আমাৰ সমুখৰ পথাৰ নাইকিয়া হ'ল।

কি ভীষণ শব্দ– মেঘৰ গাজনিতকৈও শত-সহস্ৰ গুণে ডাঙৰ, পৃথিবীয়ে যেন ভয়ত চিএঞৰিবলৈ ধৰিছে।

কেনিও একোকে নুশুনা হ'ল– মাথোন প্ৰলয়ৰ ভীষণ গাজনি।

সাগৰ টিলাৰ ওচৰ চাপিলহি। আকৌ এবাৰ কঁপিবলৈ ধৰিলে ল'ৰাটোৱে শেহবাৰ ভয়ত চিএঞৰ মাৰি উঠিল। আমিও ভয়ত ইটোৱে সিটোৱে সাৱটি ধৰিবলৈ বিচাৰিছিলোঁ; কিন্তু ঢৌ আহি ওপৰতে পৰিলহি। শেষ, সকলো শেষ। কি হ'ল– কোন কেনি গ'ল একোকে কব নোৱাৰিলোঁ। আন্ধাৰ, চাৰিও ফালে আন্ধাৰ, অনন্ত আন্ধাৰ।.....চক্ খাই সাৰ পাই উঠিলোঁ। ভয়তে গোটেই গাটো ঘামিবলৈ ধৰিলে।



# ব্যৰ্থতা

ছাঁ-জুইৰ পাছে পাছে ফুৰি মানুহে মাথোন লাভ কৰে ব্যৰ্থতা। ছাঁ-জুয়েতো মানুহক পাছে পাছে ফুৰাবলৈ ইচ্ছা নকৰে। মানুহে নিজেই আপোন ইচ্ছাৰে তাৰ পাছ লৈ ব্যৰ্থতাৰ দুখক মাথোন মাতি আনে। চাকিৰ হয়তো ইচ্ছা নহয় যে জাকে জাকে চগাই আহি তাৰ ৰূপৰ জুইত আত্ম বলিদান কৰেহি– কিন্তু চগাই এই আত্মদানকেই জীৱনৰ ধ্ৰুৱ সত্য বুলি মানি লৈছে।

ছাঁ-জুয়ে যেনেকৈ আন্ধাৰত মানুহক বাট হেৰুৱায়, চাকিয়েও তেনেকৈ চগাক পুৰি মাৰে।

প্ৰেমেও ঠিক তেনেকৈয়ে প্ৰেমিকৰ আত্মদান বিচাৰে– ইয়াত কাৰ লাভ লোকচান তাক নুবুজে– প্ৰেমিকে কয়, তোমাক দেখিলে মোৰ প্ৰাণ জুৰায়– মনত ৰং লাগে-- মোৰ শিৰে শিৰে তেজ বেগেৰে বৈ যায়, মোৰ হিয়া কোন অজান পুলকত স্পন্দিত হৈ নাচি উঠে। জানিব নোখোজোঁ কিয় ভাল পাওঁ, কাৰণ ইয়াৰ উত্তৰ নাই। মোৰ এই পুলক যদি পুলকিত অন্তৰেৰে গ্ৰহণ কৰিব পাৰা, মোৰ সৌভাগ্য। নহলে যি দুৰ্ভাগ্য, সিও মোৰ পক্ষে তোমাক ভাল নোপোৱাতকৈ শ্ৰেয়ঃ।

প্ৰেমাষ্পদে কয়, মোক দেখিলে যে ভাল পোৱা, তাক মই তোমাৰ উলাহ-ভৰা চকুত, উপাসনা-বিভোৰ তন্ময় ভাৱত, তোমাৰ আবেগ ভৰা হিয়াত, তলমূৰ কৰি লাজত কওঁ কওঁ বুলি কব নোৱাৰো কথাত,– বুজো; কিন্তু যি মনৰ সুৰুঙাইদি ইমান বেগেৰে আহি মোৰ অন্তৰ পোহৰাই দিয়ে, অনুভূতিৰ নিভৃত গোপন মন্দিৰত তাক যদি নাপাও– সেই দোষ জানো মোৰ? তোমাৰ পূজাই মোক গৰ্ব্বিত কৰে, কিন্তু নম্ৰ নকৰে– মোৰ বিজয়-বাৰ্ত্তা ঘোষণা কৰে, কিন্তু আত্মহাৰা নকৰে।

তেন্তে জানো প্ৰেমিকৰ প্ৰেম ব্যৰ্থ? যি সূৰ্য্যমুখী ফুলে গোটেই দিন ওপৰলৈ মুখ কৰি সূৰ্য্যৰ উপাসনাৰ তাপ-ক্লেশ সহ্য কৰি শান্ত সন্ধিয়াৰ নীৰব আন্ধাৰৰ কোলাত শান্তিময় মৰণক আনন্দেৰে আলিঙ্গন কৰে সিও জানো ব্যৰ্থ? প্ৰেমৰ শ্ৰেষ্ঠ দান জানো ব্যৰ্থতা?



# চোৰ

তুমি কোন?

মই।

মই মানে? তুমি কি কৰিবলৈ আহিছা?

চুৰ কৰিবলৈ।

আচৰিত কথা! কোনো চোৰে এনেকৈ চুৰ কৰিবলৈ নাহে তুমি ডকাইত নেকি?

হব পাৰে।

তোঁমাক কি লাগে? মোক?

হয়, তোমাকেই লাগে।

কিন্তু মোকতো কোনোৱে নিবিচাৰে— সকলোৱে মাথোন মোৰ ধন-সোণ মণি-মুকুতা লৈ যায়— সকলোৱে মোৰ সকলোখিনি বিচাৰে, কিন্তু ক'তা? কোনোৱেতো মোৰ ফালে উভতি নাচায়। তুমি মিছা কথা কৈছা।

নহয়, সঁচাকৈয়ে মোক তোমাক লাগে।

ইমান দিনে মোক কোনোৱে বিচৰা নাই, আন কি মোৰ নিজৰ মানুহেও মোক নিবিচাৰে।

সেই দেখিহে মই বিচাৰিছোঁ।

কিয়?

আপোন কৰি লবলৈ।

এৰি দিয়া। মোক আপোন কৰিব নোৱাৰা। যিমান দূৰে দূৰে থাকোঁ, সিমান ভাল। যিমান দিন মই তোমাৰ ওচৰত নুবুজা হৈ থাকিম, সিমান দিন মোৰপৰা কাম পাবা, কিন্তু যিদিনাখনেই মোক বুজিবা, সেই দিনাই মোক এডোখৰ ফটাকানিৰ দৰে পেলাই দিবা। নাই, মোক কাষলৈ নাটানিবা— মোক বুজিবলৈ নিবিচাৰিবা। মোক আপোন নকৰিবা।

তেন্তে পৰ কৰিবলৈ

তাত তোমাৰ লাভ?

তোমাৰ বা লোকছান? ওলোৱা। মিছাতে কিয় বেলি কৰিছা?

কেনি যাম?

কিয়? সমুখৰ পিনে—

সমুখত যে তেনেই আন্ধাৰ—।

কিন্তু সৌ যে আন্ধাৰৰ বুকু ফালি যি পোহৰৰ ৰেখাটি আহি পৰিছে, সেয়ে আমাৰ বাট।

অকলে অকলে এই আন্ধাৰৰ মাজৰ অকণমান পোহৰৰ ৰেখ ধৰি—

অকলে কিয়? মোৰ লগত।

যদি নাযাওঁ?

নোযোৱাকৈ নোৱাৰা— যাবই লাগিব। ধৰা, মোৰ হাতত ধৰা।

ক'তা? মই তোমাৰ হাত দেখা নাই।

দেখিবৰ আৱশ্যক নাই। মাথোন ধৰা, ব'লা যাওঁ।

নিয়া, এই মোৰ হাত—

যাবই লাগিছে— ওপৰে আন্ধাৰ, তলে আন্ধাৰ, চাৰিও পিনে আন্ধাৰ— কোনোৱে কাকো দেখা নাই— মাথোন বুজিছে, দুয়ো একেলগে বাট বুলিছে- আন্ধাৰৰ বুকু ফালি ওলোৱা সেই অকণমান পোহৰৰ ৰেখা ধৰি যাবই লাগিছে- ক'ত, কেতিয়া শেষ হব?



# সোণ বৰণীয়া দেশ

(১)

আবেলি ফুলনিৰ মাজে মাজে কোঁৱৰ আৰু কুঁৱৰীয়ে ৰং মনেৰে ফুৰিছে। পছিমমুখীয়া সূৰুজৰ সোণোৱালী আভাৰে ফুলনি জকমকাব লাগিছে। নানা বৰণীয়া নানা তৰহৰ ফুল ফুলি ফুলনি জাতিষ্কাৰ হৈ পৰিছে। মাজে মাজে একোটা পুখুৰী। তাৰ ঘাট আৰু পাৰবোৰ বগা শিলেৰে বন্ধোৱা আৰু পানী ফটফটিয়া— পদুম ফুল ফুলি ফুলি পুখুৰী শুৱাই পৰিছে। বতাহত নাচি থকা পানী সূৰুযৰ কিৰণত চিকমিকাব লাগিছে। ৰিব্‌ৰিব্‌কৈ বতাহ বৈছে,— ফুলৰ গোন্ধ চুৰ কৰি চাৰিওফালে বিলাই দিছে। দশোদিশ গোন্ধতে আমোলমোল। ৰঙতে ফুলনিত ফুলে নাচিছে, পানীত পদুমে নাচিছে, লগে লগে ছাঁবোৰে নাচি নাচি জগতৰ এটি আনন্দৰ ঢৌ বোৱাই দিছে। চাৰিওফালে সুখ চাৰিওফালে শান্তি।

সোণ বৰণীয়া দেশ— ৰোগ, শোক, দুখ বেজাৰ ইয়াত নাই— ইয়াত সদায় আনন্দ। ইয়াত আন্ধাৰ নাই। বেলি মাৰ গলেও সোণ বৰণীয়া পোহৰৰ জিলিকনিত আন্ধাৰে ভুমুকি মাৰিবলৈ সাহ নকৰে— ইয়াত জাৰ নাই, ঘাম নাই সদায় বসন্তৰ

বতাহ বলিব লাগিছে— অনন্ত সুখ সৌন্দৰ্য্যৰ আধাৰ সপোন পুৰীৰ দৰে এই সোণবৰণীয়া দেশ।

কোঁৱৰ কুঁৱৰীয়ে ৰং মনেতে ফুৰোঁতে কত চেনেহৰ, কত হেঁপাহৰ কত কথা পাতিছে— ভাগৰ লাগিলে মাজে মাজে বন্ধোৱা ঘাটত বহিছে আৰু অলপ পৰ জিৰাই আকৌ ফুৰিছে। ফুলনিৰপৰা এপাহ ধুনীয়া ডাঙৰ গোলাপ ফুল আনি কুঁৱৰীয়ে কোঁৱৰক দিলেহি— কোঁৱৰে ফুলপাহি হাতত লৈ চুমা খাই হাঁহি হাঁহি কলে, “প্ৰেম অনন্ত, অজেয়— চিৰমিলনত বিচ্ছেদ নাই, খন্তেক ডাৱৰে ঢাকিলেও আকাশ সূৰুয অনন্ত কালৰেপৰা আছে আৰু থাকিবও।”

কুঁৱৰীয়ে হাঁহি হাঁহি মাত লগালে “সদায় যেন মনত থাকে—” কোঁৱৰে কলে, “প্ৰেমৰ পবিত্ৰ কুঞ্জত পাহৰণিৰ প্ৰৱেশ নাই।”

এনেদৰে কথা পাতি গৈ থাকোতে ক'ৰপৰা পকা পাত এখিলা বতাহত উৰি কুঁৱৰীৰ গাত পৰিলহি। কুঁৱৰীয়ে আচৰিত হৈ কলে “এইটো কি? মই এনে বস্তু কেতিয়াও দেখা নাই।” কোঁৱৰে তেওঁৰ গাৰপৰা পাতখিলা গুচাই দি কলে “এই খিলা পকা পাণ। সিপাৰৰ পৃথিবীৰপৰা আহিছে।” কুঁৱৰীয়ে কলে, “অ', তুমি যে মোক কৈছিলা, সেই দেশখন— য'ত মানুহ ওপজে, বুঢ়া হয় আৰু মৰে,— আৰু য'ত ভাল পায় আৰু পাহৰে—” হঠাৎ কুঁৱৰীৰ মুখখন ভয়ত ক'লা পৰি গ'ল। এনেতে আৰু এখিলা পকা পাত আহি তেওঁৰ গাত পৰিলহি। কোঁৱৰে সেই খিলা গুচাই দিওঁতে হাঁহি হাঁহি “বোধহয় পৃথিবীয়ে তোমাক মাতিছে।” কিন্তু কুঁৱৰীৰ মুখৰ ফালে চাই তেওঁ ভয় খোৱা যেন দেখি ক'লে, “ই কি? মিছাকৈয়ে ইমান ভয় খাইছা কিয়?” কুঁৱৰীৰ ওঁঠ দুখন অলপ কঁপি উঠিল আৰু কোঁৱৰক সাৱট মাৰি ধৰি কলে “কোৱা কোৱা, আমাৰ মৰম চিৰকলীয়া— সদায় অটুট থাকিব।” কোঁৱৰে মিচিকিয়াই হাঁহি কলে, “মই আগেয়ে কৈছো নহয় প্ৰেম অনন্ত—”

(২)

নজাৰ অনাথ আশ্ৰমৰ চিকিৎসালয়ত এজনী বনুৱা বুঢ়ী মৰো মৰো হৈ পৰি আছে। তাই বৰ বুঢ়ী, দাঁত এটাও নাই, মূৰৰ চুলি সৰি সৰি নাইকিয়া হ'ল। মাথোন কেইডালমানহে পকা চুলি অৱশেষ আছে। গাত মঙহ নাই, ছাল সোতোৰা সোতোৰ- - কোনোমতেহে হাড়কেইডালক জোৰা দি ঢাকি থৈছে। চকুৰ জেউতি একেবাৰে নাইকিয়া হ'ল। উশাহ ঘনে ঘনে লৈছে...। বেমাৰীবোৰক মৰম কৰি ফুল দিবলৈ অহা কোনোবা মানুহে দিয়া এপাহ গোলাপ ফুল তাইৰ কাষতে পৰি আছে।

আবেলি বেমাৰী চাবলৈ অহা চিকিৎসকজনে তাইক পৰীক্ষা কৰি, বেমাৰীৰ আল-পৈচান ধৰা ওচৰত থকা তিৰোতা গৰাকীৰ ফালে চাই কলে, “আৰু সৰহ সময় নাই।” তিৰোতা গৰাকীয়ে উত্তৰ দিলে —“এৰা, আজি দিনৰ দিনটো ভ্ৰম বকিছে।

সেই ফুলপাহ হাতৰ মাজত লৈ "সোণ বৰণীয়া দেশ" "সোণ বৰণীয়া দেশ" বুলি কিবাবোৰ বকিব লাগিছে।" চিকিৎসকে বেজাৰ মনেৰে কলে, "বেছেৰীয়ে দেহি জীৱনত বহুত ঠাই দেখিছিল হবলা।" এই বুলি অলপ পৰ নিতাল মাৰি তাতে থিয় হৈ থাকি সুধিলে "অ", সেই বুঢ়াটো কেনে আছে?" "সি অলপ আগতে মৰিল।" তাৰপৰা দুয়ো সেই মানুহটো থকা চুকলৈ গ'ল। তাৰপৰা উভতি আহোঁতে দেখিলে যে বুঢ়াৰ শেষ হ'ল...। পুহ মাহ, বৰ জাৰ আৰু মাজে মাজে ফেৰফেৰীয়া বতাহ বলি জাৰৰ কোব দুগুণে চৰাইছে। গছৰ পাত সৰি নাইকিয়া হ'ল— বাট পদূলি পকা-পাতেৰেই ভৰি পৰিছে।..... সেই গধূলি অনাথ আশ্ৰমৰ পৰা দুটা শ সংকাৰ কৰিবলৈ পঠিয়াই দিয়া হ'ল।

(৩)

.....পুৱা। সূৰুযৰ সোণালী কিৰণে জগতক নতুন চেতনা দিছে। উলাহতে গছৰ চৰায়ে নানা সুৰ ধৰি নতুন পোহৰক সাদৰ-সম্ভাষণ জনাইছে। নতুন নতুন ফুল ফুলি ফুলনিৰ জেউতি দুগুণে চৰাইছে। শীতল মলয়া ৰিব্ ৰিব্ কৰি কৰি বৈ গৈছে। আকাশ বতাহ, সকলোতে নতুন চেতনাৰ সঞ্চাৰ হৈছে— জগতে যেন নতুন জীৱন লাভ কৰিছে। কোঁৱৰ কুঁৱৰীয়ে পুৱা ফুৰিবলৈ ওলাই পৰ্ব্বতৰ দাঁতিয়েদি বৈ যোৱা নৈখনিৰ পাৰতে বহিছেহি। পৰ্ব্বতৰ টিং পুৱাৰ কিৰণত জিলিকি উঠিছে আৰু তেওঁলোকে দুয়ো একে থিৰে ৰ' লাগি সেই ফাললৈকে চাই আছে। কাৰোমুখত এটিও কথা নাই— দুয়ো যেন একেটি কথাতে বিভোৰ— চকুৰ টোপনি এতিয়াও আঁতৰা নাই.....অলপ পৰৰ পিছত কুঁৱৰীয়ে লাহে কৈ কোঁৱৰৰ ফালে চাই হাঁহি মুখেৰে কলে, "আমি বহুত পৰ শুলোঁ, নহয়নে?" কোঁৱৰে মিচিকিয়াই কুঁৱৰীক নিজৰ বুকুলৈ টানি চেনেহেৰে সাৱটি ক'লে, "এৰা বহুত পৰ শুলোঁ হবলা।"



## মন্দিৰ

বহুদিনৰ আগেয়ে এজন বাটৰুৱাই ভৈয়ামৰ মাজেদি বাট বুলি গৈছিল। দূৰৰ ওখ ওখ পৰ্বত শাৰীৰ মাজৰ আটাইতকৈ ওখ পৰ্ব্বতৰ টিঙত থকা মন্দিৰটিয়েই আছিল তেওঁৰ লক্ষ্য। কত দিন ধৰি যে তেওঁ বাট বুলিছিল, কত জহ, জাৰ, ধাৰাষাৰ যে তেওঁৰ মূৰৰ ওপৰেদি বৈছিল, তাৰ কোনো খবৰেই তেওঁ নোৰাখিছিল। ওখ পৰ্ব্বত বগোৱা যে কিমান টান কাম, তাক তেওঁ বেচ্‌কৈয়ে বুজিছিল; তথাচ তেওঁ আহিছিল,

হৃদয়ৰ অদম্য উৎসাহ দমাব নোৱাৰি তেওঁ সেই ফালেই বাট বুলিছিল। তেওঁ ভাবিছিল যে মৰণৰ আগেয়ে অন্ততঃ তেওঁ এবাৰ হৃদয়ৰ ওখ ওখ আদৰ্শ শ্ৰেণীৰ দৰে সেই ওখ ওখ পৰ্ব্বত শাৰীয়ে বেড়ি থকা ওখ পৰ্ব্বতৰ টিঙৰ মন্দিৰটিৰ কাষ চাপিবগৈ। এয়েই তেওঁৰ জীৱনৰ ধাউতি আছিল। তেওঁ সময়ৰ সীমা পাহৰি পেলাইছিল। মাথোন নাপাহৰিছিল হৃদয়ৰ অদম্য উৎসাহ আৰু অন্তৰৰ অনন্ত আশা। "হবও পাৰে, মই বাটতে মুছ-কঁছ যাবও পাৰোঁ, বা সেই মন্দিৰৰ কাষ নাপাবগৈও পাৰোঁ, কিন্তু ওখ আদৰ্শৰ বাটেদি যোৱাই এটা গৌৰৱৰ কাম।" এই বুলি তেওঁ নিজেই নিজক প্ৰবোধ দিছিল। এদিন সঁচাকৈয়ে পৰ্ব্বত বগাই বগাই ভাগৰি-জুগৰি কোনোমতে সেই মন্দিৰৰ কাষ চাপিলগৈ আৰু দুৱাৰ মুখত আঁৰি থোৱা কাঁহখন বজাবলৈ ধৰিলে।

তেওঁৰ চকুত এটি অপৰ্ব্ব জেউতি আৰু মুখত এটি উলাহৰ ভাব জিলিকি উঠিছিল। সেই শব্দ শুনি এজন সৌম্য-মূৰ্ত্তি বুঢ়া সন্ন্যাসীয়ে দুৱাৰ মেলি ওলাই আহি তেওঁক দেখি আপোনা আপুনি কবলৈ ধৰিলে "ইয়াৰ মানে কি? আৰু এজন ওলালহি।" বাটৰুৱাই কিন্তু তেওঁৰ কথা শুনিবলৈ নাপালে, আৰু সন্ন্যাসীৰ ফালে চাই মাত লগালে "সন্ন্যাসী, মই আহিছোঁ– বহুদিন ধৰি বহুত বাট বুলি শেহত এই ওখ ওখ আদৰ্শৰ দৰে ওখ ওখ পৰ্ব্বত শাৰীয়ে বেঢ়া ওখ টিঙত থকা এই পবিত্ৰ জ্ঞানৰ মন্দিৰৰ কাষ চাপিলোঁহি। মোৰ আজীৱন সাধনা আজি সফল হ'ল, মোৰ দুখ কষ্ট সাৰ্থক হ'ল। সন্ন্যাসী, কিমান কষ্টৰ মাজেদি যে আহিছোঁ, কোনে বুজিব?

সন্ন্যাসীৰ মুখত বিষাদৰ ৰেখা বিৰিঙি উঠিল। তেওঁ বাটৰুৱাৰ গাত হাত দি বেজাৰেৰে কলে "ই জ্ঞানৰ মন্দিৰ নহয় আৰু ওখ পৰ্ব্বতৰ শাৰী উচ্চ আদৰ্শ নহয়। উচ্চ আদৰ্শ ভৈয়ামত আৰু তাৰ মাজতেই পবিত্ৰ জ্ঞানৰ মন্দিৰ। বাটৰুৱা, তুমি ভুল বাটেদি আহিলা।

নিমিষতে বাটৰুৱাৰ চকুৰ জেউতি ম্লান হ'ল। তেওঁৰ অন্তৰৰ আশা নুমাল। তেওঁৰ মুখ ক'লা পৰিল– তেওঁ একেবাৰে বুঢ়া হৈ গ'ল আৰু গাও সোতোৰা-সোতোৰ হ'ল। ভাগৰতে তেওঁ লাখুটি ডালত আউজি বেজাৰেৰে সুধিলে, "কোনোবাই ইয়াত জুৰাব পাৰে নে?

"নোৱাৰে।"

"পৰ্ব্বতৰ সিপিনেদি নামি যাবলৈ কোনো বাট নাই নে?

"নাই।"

"এই পৰ্ব্বত শাৰীৰ নাম কি?"

"একো নাম নাই।"

"এই মন্দিৰৰ নো নাম কি?"

"ইয়াৰো একো নাম নাই।"

"তেন্তে মই ইয়াক 'হিয়া ভগা নিৰাশাৰ মন্দিৰ' নাম দিলোঁ।"

তাৰপৰা তেওঁ উলটি আহিল আৰু সন্ন্যাসীও তেওঁৰ পাছে পাছে আহিল। সন্ন্যাসীয়ে মাত লগালে, "বাটৰুৱা, শুনা– তুমিয়েই ইয়ালৈ প্ৰথমে অহা নাই। তোমাৰ

আগেয়েও কেবা জনো আহিছিল আৰু পিছতো হয়তো অইন আহিছে বা আহিবলৈ যো-যা কৰিছে। যোৱা, ভৈয়ামলৈ নামি যোৱা আৰু তাৰ মানুহক কোৱাগৈ যে প্ৰকৃত জ্ঞানৰ মন্দিৰ তেওঁলোকৰ মাজতেই— যাবে মন যায় সেয়ে সোমাব পাৰে। তাৰ দুৱাৰো জপোৱা নহয়। এই মন্দিৰ সদায় ভৈয়ামতে— মানুহৰ জীৱনৰ মাজত—কামৰ মাজত--ভাবৰ মাজত—জীৱনৰ সাধাৰণ বাটৰ কাষতেই এই প্ৰকৃত জ্ঞানৰ মন্দিৰ। জ্ঞানী দাৰ্শনিকলৈ এই মন্দিৰৰ দুৱাৰ যেনে মুকলি, সাধাৰণ শিলাকুটীয়া এটালৈকো তেনে দৰেই মুকলি। তোমাৰ জীৱনৰ প্ৰতি দিনে ইয়াৰ কাষেদি বাট বুলিছিল—ই এটি সাধাৰণ গহীন মন্দিৰ মাথোন— কোনো চকুৰ চমক লগোৱা আড়ম্বৰপূৰ্ণ শূন্য মন্দিৰ নহয়।"

বাটৰুৱাই মাত লগালে "মই সৰু ল'ৰাবোৰে তাৰ কাষত ধেমালি কৰা দেখিছিলোঁ! আৰু সৰুতে ময়ো তাৰ কাষতেই ধেমালি কৰিছিলো! হায়! তেতিয়াই যদি মই বুজিলোহেঁতেন!! অতীত অতীত হ'ল প্ৰাণৰ মাজত—" তেওঁ কাষৰ শিল এডোখৰতে বহি অলপ পৰ জিৰাব খুজিছিল; কিন্তু সন্ন্যাসীয়ে বাধা দি ক'লে, "ইয়াত নবহিবা। যদি এবাৰ তুমি ইয়াত বহা, তেন্তে ভাগৰত লালকাল হৈ আৰু উঠিব নোৱাৰিবা।"

বাটৰুৱাজনে আকৌ ক'লে "মোৰ আৰু বাট বুলিবৰ মন নাই। মোৰ যাত্ৰা শেষ হ'ল। হব পাৰে, ভুল বাটেদি আহিলোঁ। এবাৰ যেতিয়া আহিলো আৰু আহিলোঁৱেই। মোৰ পুনৰ নামিবৰ শকতি নাই।

সন্ন্যাসীয়ে ক'লে, "নহয়, তুমি ইয়াত অলপো নৰবা। যদিও নিৰাশাত তোমাৰ বুকু ভাগি গৈছে, বেজাৰত অন্তৰ দেই পুৰি গৈছে, তত্ৰাচ তুমি আনক এনে নিৰাশা আৰু কঠিন আঘাতৰপৰা ৰক্ষা কৰিব পাৰিবা। যিবিলাক এই পিনে আহিছে তেওঁবিলাকক ওভোতাই লৈ যাব পাৰিবা। আৰু যি আহিবলৈ যো-যা কৰিছে তেওঁকো জন-প্ৰাণীহীন, বিপদজনক,—মানুহে উঠিব নোৱাৰা এটা এখ পৰ্ব্বতৰ টিঙত জ্ঞানৰ মন্দিৰ থকা কথাটো যে এটা বলিয়াৰ সপোন মাথো, অন্ততঃ ইয়াকে বুজাব পাৰিবা। তেওঁবিলাকক কোৱা গৈ, যে ঈশ্বৰক পোনতে যিমান টান বা কঠোৰ বুলি মনে ধৰে, প্ৰকৃত পক্ষে তেওঁ তেনে নহয় আৰু তেওঁৰ বিধানো তেনেকুৱা নহয়। আৰু কোৱা গৈ যে ওখ পৰ্ব্বতৰ শাৰী উচ্চ আদৰ্শ নহয়— উচ্চ আদৰ্শ ভৈয়ামত—মুকলি পথাৰৰ সেউজীয়া ধাননিৰ মাজত ল'ৰাৰ ধেমালি আৰু চৰাইৰ গানত—জহ-জাৰ-বাৰিষাৰ মাজেদি সুখে-দুখে জীৱনৰ বাট বোলা মানুহৰ সংসাৰত।"

"মই আকৌ উলটি যাম।" এই বুলি বাটৰুৱাই বাট বুলিবলৈ ধৰিলে। সমুখত পৰ্ব্বতৰ গাইদি তেওঁ এৰি অহা পুৰণি দীঘল বাট তললৈ নামি গৈছে। কিন্তু সেই বাটেদি নামি যোৱা যে কিমান টান! তাতে তেওঁ বুঢ়া হ'ল, তেওঁৰ ভাগৰ লাগিছে। আৰু বেলিও পৰোঁ পৰোঁ হৈছে— জীৱনৰ নতুন উৎসাহ আৰু নতুন আশা লৈ পোনতেই

সেই বাটেদি উঠা টান আছিল। আৰু এতিয়া নিৰাশ অন্তৰেৰে—মনৰ শক্তি হেৰুৱাই সেই বাটে নমা যে একেবাৰে অসম্ভৱৰ দৰেই। তথাচ তেওঁ লাহে লাহে তললৈ নামিছিল—কোনে কব আকৌ ভৈয়াম পালেহি নে নাই—! পাওকেই বা নাপাওকেই তেওঁ সেই বাটেদিয়েই নামিবলৈ চেষ্টা কৰিছিল— বহুতে আকৌ তাকো কৰিব নোৱাৰে।



# মোৰ শেষ পাঠ

সেই দিনা পুৱা মোৰ পঢ়াশালিলৈ যোৱাত বৰ পলম হ'ল। পঢ়াশালিলৈ যাবৰ মন এনেয়ে মোৰ বৰ নাছিল, তাত আকৌ অধ্যাপকে ব্যাকৰণৰ বিভক্তি সুধিব বোলাত বৰ ভয় লাগিছিল। কাৰণ, মই বিভক্তিৰ 'ব'টোও নাজানো। পঢ়াশালিত যে সেই দিনা দুৰ্দ্দশাৰ সীমা নোহোৱা হব, তাক মই বঢ়িয়াকৈ বুজি পাইছিলোঁ। সেই কাৰণে পোনতে পঢ়াশালিলৈ নাযাওঁ বুলি ভাবি বাহিৰতে ধেমালি ধুমুলা কৰি পুৱাটো কটাই দিবৰ মন কৰিছিলোঁ। গোটেই ৰাতি বৰষুণৰ পিছত বেলিৰ পোহৰত গছৰ পাতবোৰ তিৰবিৰাব লাগিছে। ওচৰৰ হাবিৰ পখী চৰাইবোৰে আনন্দত আৰাৱ কৰিছে। সকলোৱে যেন মুকলি বতাহত উশাহ লৈছে। পৃথিবীয়েও যেন গা ধুই ৰ'দ-কাচলিত বহি চুলি মেলাইছে। দূৰৰ কল ঘৰত কাম আৰম্ভ হৈ গ'ল। তাৰ কাষৰ পথাৰত প্ৰুছিয়ান সেনাবিলাকে কাৱাজ কৰিছে। চাৰিওফালে যেন এটা মুকুলি ভাব। এইবোৰ দেখি শুনি মোৰো পঢ়াশালিৰ ভিতৰত বন্ধ হৈ থকাতকৈ বাহিৰৰ ৰ'দ কাচলিতহে থাকিবৰ মন গৈছিল কিন্তু কোনো ৰকমে মনক দমাই পঢ়াশালিলৈ বেগাবেগিকৈ খোজ ললো।

যেতিয়া মই ৰাজহুৱা মেল-ঘৰৰ কাষেদি যাওঁ, তাত তাৰ বেৰত আঁৰি দিয়া বাতৰি কাকত বহুত মানুহে পঢ়ি থকা দেখিলোঁ। যোৱা দুবছৰৰপৰা দেশৰ সকলো বেয়া খবৰ—যেনে, যুঁজত হৰা, সেনাপতিৰ কিবা জৰুৰী হুকুম বা সেনাবোৰে যুঁজত পিছ হুহঁকি অহা—ইত্যাদি সকলোবোৰ বাতৰিতেই পোৱা যায়। এতিয়া আটাইবোৰ মানুহে তাত জুম খাই থকা দেখি ভাবিলোঁ "আকৌ নো কি খবৰটো ওলালহি?" সেইবোৰ কথালৈ বৰ কাণ নিদি তেওঁলোকৰ কাষেদি মোক বেগা-বেগিকৈ যোৱা দেখি আমাৰ গাওঁৰ বাঢ়ৈজনে মাত লগালে "ইমান নো খৰখৰকৈ কলৈ গৈছ, মোৰ বোপাই? পঢ়াশালি ঠিক সময়তে পাবিগৈ, কোন ভয় নাই।" তেওঁ মোক ঠাট্টা কৰিছে বুলি ভাবি বেগাবেগিকৈ গৈ পঢ়াশালিৰ দাঁতিৰ ফুলনি বাৰীখন পালোঁগে।

সাধাৰণতে পঢ়াশালিত বহিলে লৰাই চিঞৰি চিঞৰি পঢ়াৰ শব্দ, মাজে মাজে অধ্যাপকৰ ডাবি, দুৱাৰ মেলা আৰু জপোৱাৰ কেৰকেৰীয়া মাত— ইত্যাদিয়ে পঢ়াশালিত

ঘমঘন্ট লগাই দিয়ে। কিন্তু কব নোৱাৰোঁ কিয় আজি পঢ়াশালিখন এনে নিমাত।" ভাবিছিলোঁ যে হাই উৰুমিৰ মাজেদি কোনোৱে নেদেখাকৈ মই মোৰ ঠাইত বহিম গৈ, কিন্তু আজি দেখোন পঢ়াশালিত দেওবাৰৰ পুৱাৰ দৰে সাবসুৰ নাই। খিড়িকিয়েদি মই মোৰ লগৰীয়াবিলাকক নিজৰ ঠাইত বহি থকা আৰু অধ্যাপকক সিহঁতৰ মাজে মাজে চেকনি লৈ ফুৰা দেখিলোঁ। কি কৰিম? উপায় নাপাই দুৱাৰ মেলি তেওঁলোকৰ মাজেদি লাজত ৰঙা পৰি আৰু ভয়তে কঁপি কঁপি মোৰ ঠাইত বহিলোগৈ। ক'তা, আজি অধ্যাপকে মোক ডাবি নিদিলে? মাথোন মোৰ ফালে চাই মৰমেৰে ক'লে, "যা মোৰ বোপাই, সোনকালে নিজৰ ঠাইত বহগৈ, আমি পঢ়া আৰম্ভ কৰিলোঁৱেই তোৰহে পলম হ'ল।"

নিজৰ ঠাইত বহি ভয় ভগাৰ পিছত চাওঁ যে আজি অধ্যাপকে পূজা পাৰ্ব্বত বা কোনো ডাঙৰ মানুহে পঢ়াশালি চাবলৈ আহিলে বা কোনো সভাসমিতি হলে পিন্ধা তেওঁৰ ধুনীয়া পোছাকটি পিন্ধি আহিছে। আজি পঢ়াশালিৰ সকলোখিনিয়েই মোৰ মনত আচৰিত যেন লাগিছে। সকলোতকৈ আচৰিত এয়ে যে এনেই খালি হৈ পৰি থকা শেহৰ বেঞ্চবোৰত গাওঁৰ বুঢ়া-মেঠা, হালোৱা-চহা- সকলোৱেই হাতত একোখনি কিতাপ লৈ বহিছেহি। তেওঁলোকৰ সকলোৰে মুখ গম্ভীৰ আৰু মনত বেজাৰ। আন কি আমাৰ গাওঁৰ কোঙা বুঢ়াটোৱেও কোনোমতে তাৰ হাত দুখনেৰে কিতাপখন মেলি আঠুৰ ওপৰত থৈ বিতচকুজোৰ লগাই পাতবোৰলৈ একেথিৰে চাই আছে।

এইবোৰ নো কি হৈছে মই বুজিব নোৱাৰি পেপুৱা লাগি চাই থাকোঁতেই আমাৰ অধ্যাপকে তেওঁৰ বহা ঠাইলৈ গৈ থিৰ হৈ কবলৈ ধৰিলে "মোৰ বোপাইহঁত, আজি মই তোমালোকক শেষ পাঠ পঢ়াম। বাৰ্লিনৰপৰা হুকুম আহিছে যে আল্‌ছেছ্ আৰু লোৰেইনৰ পঢ়াশালিবিলাকত ফ্ৰেঞ্চ ভাষাৰ সলনি জাৰ্ম্মান ভাষা শিকাব লাগিব আৰু তোমালোকৰ নতুন শিক্ষক কাইলৈ পাবহি। এয়ে তোমালোকৰ ফ্ৰেঞ্চ ভাষাৰ শেষ পাঠ। সেই কাৰণে আজি মন দি শুনিবাহঁক।

হৰি! হৰি! মই কি কথা শুনিবলৈ পালোঁ! মোৰ মাতৃভাষাৰ শেষ পাঠ! ক'তা, মই দেখোন ফ্ৰেঞ্চ ভালকৈ লিখিবলৈকো নিশিকিলোঁ! হায় হায়! আৰু মোৰ মাতৃভাষা শিকিব নোৱাৰিলোঁ—মোৰ এইখিনিতে সকলো শেষ হ'ল। কিয় মই আগেয়ে পঢ়াৰ সময়ত পঢ়াশালিলৈ নাহি চৰাইৰ কণী বিচাৰি বাহিৰত ধেমালি কৰি সময় কটাইছিলোঁ? মোৰ শিক্ষাই সম্পূৰ্ণ নহ'ল। যিবোৰ কিতাপ মোৰ আগেয়ে আপদ যেন লাগিছিল-ব্যাকৰণ, বুৰঞ্জী,—যিবোৰ দেখিলে মোৰ গাত জ্বৰ উঠিছিল, এতিয়া সেইবোৰেই মোৰ বৰ আপুৰুগীয়া বস্তু হ'ল। যেন মোৰ প্ৰাণৰো প্ৰাণ! আমাৰ অধ্যাপকক যে আৰু দেখিবলৈ নাপাওঁ। তেওঁ আমাৰ কাষৰপৰা একেবাৰে যাবগৈ, তেওঁৰ কাষত আৰু পঢ়িবলৈ নাপাওঁ— এই ভাবেই মোক তেওঁৰ ডাবি-ধকি, চেকনিৰ কোব সকলো পাহৰাই দিলে।

দেহি ঐ! সেই দেখিহে তেওঁ আজি শেষবাৰলৈ পঢ়ুৱাৰ বুলি তেওঁৰ ধুনীয়া পোছাকটি পিন্ধি আহিছে। এতিয়াহে বুজিলোঁ কিয় গাওঁৰ বুঢ়া-মেঠা সকলোৱে হাতত

একো একোখনি কিতাপ লৈ শেহৰ বেঞ্চত বহি আছেহি। আগেয়ে পঢ়াশালিলৈ আহি ভালকৈ নিশিকাৰ কাৰণে তেওঁলোকৰ মনত দেহি বেজাৰ লাগিছে। এনেদৰেই তেওঁবিলাকে তেওঁবিলাকৰ মাজতে দুকুৰি বছৰ কাম কৰা অধ্যাপকৰ শলাগ লৈছে আৰু নিজৰ হেৰোৱা দেশৰ প্ৰতি সন্মান দেখুৱাইছেহি। তেওঁলোকৰ দেশ গ'ল। লগে লগে মাতৃভাষাও যাব লগীয়াত পৰিছে।

এইবোৰ ভাবি থাকোতেই পঢ়া সুধিবলৈ মোৰ নামটো মতা শুনিলোঁ। মই কবলৈ থিয় হলোঁ, কিন্তু মোৰ মনত বেমেজালি লাগিল, মই একোকে কব নোৱাৰি লাজত তলমূৰ কৰিলোঁ, সেই দিনাখনৰ পাঠৰ কাৰণে মই সকলোখিনি এৰি দিবলৈ সাজু আছিলোঁ। এনেতে অধ্যাপকে মাত লগালে "মই তোমাক আজি একোকে নকওঁ। তুমি নিজেই ভাবি চোৱা" তোমাৰ মনত কিমান বেজাৰ লাগিছে। সময় আছে, সময় আছে বুলি আমি শিকিব লগীয়াখিনি সদায় পিছদিনাখন শিকিম বুলি পেলাই থওঁ। এতিয়া চোৱা আমি ক'ত পৰিলোঁহি। এইটোৱেই এই দেশৰ বৰ ডাঙৰ দোষ— সকালোখিনিকে কাইলৈ কৰিম বুলি পেলাই থয়। সৌ বাহিৰত থকা মানুহবোৰে আমাক হাঁহিব আৰু কব "তোমালোক জানো ফ্ৰান্সৰ মানুহ নহয়? ক'তা, দেখোন নিজৰ মাতৃভাষাকে লিখিবও নাজানা, কবও নাজানা।" মই যে অকল তোমাকেই দোষ দিছোঁ এনে নহয়। আমাৰ সকলোৰে দোষ আছে। তোমাৰ খেতিৰ কামত লগাই বা কলঘৰৰ কামত সুমুৱাই কোনোমতে দুপইচা ঘৰলৈ অনাতহে তেওঁলোকৰ ধাউতি সৰহ। মোৰ গাতো যে দোষ নাই এনে নহয়; পঢুৱাৰ সলনি কত বাৰ মই তোমালোকক মোৰ ফুলনিত পানী দিবলৈ লগাইছিলোঁ! কত বাৰ মই মাছ মাৰিবলৈ যাওঁতে পঢ়াশালি বন্ধ দিছিলোঁ।"

এইদৰে তেওঁ ইটোৰ পিছত সিটো—কত কথা কবলৈ ধৰিলে। তাৰ পিছত তেওঁ ক'লে— ফ্ৰেঞ্চ ভাষা পৃথিবীৰ সকলো ভাষাতকৈ শুৱলা আৰু মনমোহা। ইয়াক আমি চাৰিওফালে বেঢ়ি সাৱটি থকা উচিত। কাৰণ, কোনো এটা অইনৰ তলতীয়া জাতিয়ে যেতিয়ালৈকে নিজৰ মাতৃভাষাকে বুকুৰে আকোঁৱালি ধৰি থাকে, তেতিয়ালৈকে শত্ৰুৱে বন্দীশালৰ দুৱাৰৰ সচাঁৰ-কাঠিটি তেওঁলোকৰ হাতৰপৰা নাপায়— এই কথাষাৰ কেতিয়াও পাহৰা উচিত নহয়"— ইত্যাদি বহুতো সজ উপদেশ দিলে। তাৰ পিছত তেওঁ ব্যাকৰণ মেলি আমাক পঢুৱাবলৈ ধৰিলে। কি আচৰিত! আজি তেওঁ পঢুৱা সকলোখিনি বিষয় সুন্দৰকৈ বুজিলোঁ। আগেয়ে কেতিয়াও মই ইমান মন দি শুনা নাছিলো, আৰু তেৰো ইমান হেঁপাহেৰে কেতিয়াও পঢুৱা নাছিল। আজি— তেওঁ যাবৰ দিনা তেওঁ জনা সকলোখিনি বুজাই আমাৰ মনত যেন একেবাৰে সুমাই দি যাব খুজিছে।

তাৰ পিছত আখৰ লিখিবৰ পাল আহিল।

তেওঁ একো একোখনি সৰু কাকতত নতুনকৈ "আলছেছ্ আৰু লোৰেইন" এই

কথা কেইআষাৰ লিখি আমাক লিখিবলৈ দিলে। আমি সেই কাকতবোৰ আমাৰ আগত পেন্সিলত আওঁজাই লিখিবলৈ ধৰিলোঁ। যতাহত সেইবোৰ একো একোখনি নিছানৰ দৰে দেখিবলৈ হৈছিল। পঢ়াশালি এঁকেবাৰে নিজম, মাথোন কলমৰ খচ্‌খচনিৰ বাবিহুৰে একো শব্দই কাণত নপৰিছিল। দুটা-এটা ভোমোৰা ফুলনিৰ পৰা উৰি ঘৰত সোমাইছিলহি, কিন্তু তালৈ কোনোৱে, আন কি আটাইতকৈ সৰু ল'ৰাটিয়েও মন কৰা নাছিল। ঘৰৰ চালত কপৌৱে কুৰুলিয়াইছিল, আৰু মই মনে মনে ভাবিছিলোঁ- "ইহঁতকো জাৰ্ম্মান ভাষাত কুৰুলিয়াবলৈ শিকাব নেকি?"

যেতিয়াই মই লিখাৰপৰা মূৰ দাঙি চাওঁ, আমাৰ অধ্যাপকক চকীখনত একেথিৰে বহি এবাৰ ইফালে এবাৰ সি ফালে—এনেকৈয়ে পঢ়াশালিটোৰ চাৰিওফালে চোৱা দেখো। আজি চল্লিশ বছৰ তেওঁ এই একে ঠাইতে একে দৰেই আছিল। বাহিৰত ফুলনিখন। সমুখত পঢ়াশালিটো। পঢ়াশালিৰ প্ৰত্যেক বস্তুৰেই যেন তেওঁৰ প্ৰাণেৰে সৈতে গোঁথা। চল্লিশ বছৰ— সকলোৱেই যেন একে আছে, মাথোন গছবোৰ ডাঙৰ হ'ল আৰু পঢ়াশালিৰ চকী-মেজবোৰ পুৰণি হ'ল আৰু এই মৰমৰ ঠাইখন, এই মৰমৰ বস্তুবোৰ এৰি যাবলৈ দেহি তেওঁৰ বুকু ভাগি গৈছে। তেওঁৰ মনত কি ভয় খেলাইছে— কোনে বুজিব।

কিন্তু মনৰ ভাব লুকাই তেওঁ সকলোকে পঢ়া সুঁধিলে আৰু যাৰ য'ত যি ভুল হৈছিল, শুধৰাবলৈ দিলে। লিখাৰ পাছত আখৰ জোঁটনিৰ পাল আহিল। সৰু সৰু ল'ৰাবোৰে এটা এটাকৈ আখৰ জোটাই চিঞৰি চিঞৰি পঢ়িবলৈ ধৰিলে। শেহৰ বেঞ্চৰ সেই কোঙা বুঢ়ায়ো বিতচকু লগাই গলগলীয়া মাতেৰে ল'ৰাৰ লগতে আখৰ জোটাই পঢ়িবলৈ লাগি গ'ল। তাৰ দুধাৰে চকুৰ পানী বৈ গৈছে, বেজাৰতে মাত থোকা-থোকি হৈছে। আমি সকলোৱেই হাঁহিবলৈ চেষ্টা কৰিছিলোঁ। কিন্তু হাঁহিৰ ঠাইত আমাৰ চকুৰ পানীহে সৰহকৈ ববলৈ ধৰিলে। হায়! আজি মোৰ শেষ পাঠৰ দিন— মোৰ মনত বাৰুকৈয়ে সাঁচ বহুৱাই থৈ গ'ল।

তেনেতে দুপৰীয়াৰ ঘন্টা পৰিল আৰু লগে লগে প্ৰুছিয়ান সেনাৰ বেণ্ড বাজানৰ সুৰ আমাৰ খিড়িকি দুৱাৰৰ কাষ পালেহি। অধ্যাপক চকীখনৰ পৰা থিয় হৈ কলে "মোৰ চেনেহৰ ল'ৰাহঁত, মই—মই—" আৰু তেওঁৰ মুখৰ কথা নোলাল। চকু ছলছলীয়া হৈ গ'ল, আমাৰ ফালে পিঠি দি বোৰ্ডত লিখি দিলে "ফ্ৰান্সৰ জয় হ'ক।" তাৰ পিছত বেৰত আউজি তলমূৰ কৰি হাতৰ ঠাৰেৰে আমাক বুজাই দিলে— "স্কুল বন্ধ হ'ল। তোমালোক যোৱাগৈ—"

এই পঢ়াশালিত আজি মোৰ পাঠ শেষ— হায়! চেনেহৰ মোৰ মাতৃভাষা।



# এটি সৰু ল'ৰা

পুৱা জুৰ বতাহত কলা চুলি তাৰ মেলি মুকলি খিড়িকিয়েদি তেওঁ তালৈ চাই আছে। কাষতে জীৱনে টোপনিয়াই আছে। জ্ঞানে ঘৰৰ চুকত খচ্‌মচ কৰি কিবা এটা কৰি ফুৰিছে, এনেতে তেওঁ হঠাৎ জীৱনৰ ফালে চাই কলে, "হেৰা, চোৱাচোন সৌ দুৱাৰ মুখত থকা অকণমান লৰাটি কেনে ধুনীয়া"! "মই দেখোন সদায় তাৰ লগতে থাকোঁ, বুজিব নোৱাৰোঁ, ভাবিবৰ মন নাই আৰু আৱশ্যক যেনো নেদেখোঁ" বলেৰে চকু দুটা মেলি ইয়াকে কৈ জীৱনে আকৌ টোপনিয়াবলৈ ধৰিলে। জ্ঞানে ঘৰৰ চুকৰ পৰা মাত লগালে "অ" সি মৰম, তাক তেনেকৈয়ে থাকিবলৈ দিয়া বাঢ়িবলৈ নিদিবা, সি অকণমান সৰু লৰাটি সঁচাকৈয়ে মোহলগা, দেখিলেই বুকুত সুমাই আপোন কৰি লবৰ মন যায়। তাৰ ধুনীয়া ক'লা ক'লা কেঁকোৰা চুলিবিলাক বতাহত নাচি নাচি তাৰ মুখৰ জেউতি দুগুণে চৰাইছে। জ্ঞানৰ উত্তৰলৈ বাট নেচাই একেবাৰে দুৱাৰ মুখলৈ গৈ তাক সাবটি ধৰিলে। সি মাথোন এটি মন হৰি নিয়া ধুনীয়া হাঁহি মাৰি নিমিষতে তেওঁৰ অন্তৰ উজলাই তুলিলে। ফুলৰ সুগন্ধিৰে ঘৰটো ভৰাই সমীৰে মৃদু পৰশেৰে তেওঁক জনালে "বলা আমি বাহিৰলৈ যাওঁ" নাচি নাচি কুঁহি পাতবোৰে মাতিলে আহাঁ, "আহা আমি ধেমালি কৰোঁগৈ", বসন্তয়ো শুৱনী সম্ভাৰেৰে তেওঁক লগৰী হবলৈ মাতিলে। অকণমান ল'ৰাটিয়ে তাৰ মনমোহা চাৱনিৰে তেওঁক কলে "আহা মোৰ লগত ধেমালি কৰাহি।" তেওঁ সুধিলে "কেনি যাম?" "হাবিয়ে বননিয়ে" বুলি সি উত্তৰ দিলে, "কি কৰিবলৈ?" সমীৰে ক'লে। "মোৰ লগত নাচি নাচি গাত পুৱাৰ কিৰণ সানি ফুলে ফুলে উৰিফুৰা নানা তৰহৰ ধুনীয়া পখিলাবোৰ চাই ফুৰিবলৈ," সৰু লৰাটোৱে মিচিকীয়া হাঁহিৰে তেওঁৰ ফালে চাই কলে "নহয় ব'লা, মোৰ লগত ব'লা।" তেওঁ 'মৰমৰ' লগত ওলাল— গাত সেউজীয়া বোল সানি হাবিয়ে বননিয়ে নাচি ফুৰিবলৈ— সি চুলি জোকাৰি নাচি নাচি গৈ আছে, তেৱোঁ তাৰ লগতে গৈছে। জগত সুৰুযৰ সোণালী কিৰণত্— এওঁৰ অন্তৰ মৰমৰ মধুৰ পৰশত উজলি উঠিছে। "কি অকঁৰা" বুলি সমীৰে আপোন মনেৰে কৈ বৈ গ'ল। "একোকে নুবুজে একোকে নেজানে" বুলি শালিকা কেইজনীয়েও গছৰ পাতৰ আগত চেকচেকাবলৈ ধৰিলে। চকু দুটা মেলি হাত দুখন মোহাৰি মোহাৰি জীৱনে কলে "মই আগেয়ে কৈছিলো দেখোন। জ্ঞানে কিন্তু একোকে নেমাতিলে কাৰণ তেওঁ তাত নাছিলেই।

(২)

"মই গোটেই জীৱনটো কি মূৰ্খৰ দৰে কটালোঁ।" বুলি এটি দীঘল হুমুনিয়া কাঢ়ি তেওঁ মাত লগালে। মই তোমাকে সেইটো আগেয়ে ক'ব পাৰিলোহেঁতেন" বুলি

জীৱনে সমিধান দিলে। "চাওঁ খিড়িকিখন জপাই দিয়া, চেঁচা বতাহ মাৰিছে—এতিয়া জাৰকালিহে—বসন্ত কেতিয়াবাই গ'ল। তোমাৰ গাৰো তেজ কমি আহিছে। আগেয়ে যেনে আছিলা এতিয়া আৰু তেনে নাই।" কথা কেইষাৰ জীৱনে বৰ নিকৰুণ ভাৱেই ক'লে। তেওঁ উঠি গৈ ওলোমাই থোৱা আৰ্চীখন চাই কৰলৈ ধৰিলে "ইমান দিনৰ মূৰত মই কি পালোঁ? মুখত বয়সৰ চাপ, চকুত চকুলো, অন্তৰত আঘাত—সময়ৰ লগে লগে দাগবোৰ ক'লা পৰি গৈছে। জীৱনে টোপনিয়াই মাত লগালে "এয়ে পৰিণতি"। তেওঁ সুধিলে "কিহৰ"? "শূন্য সপোনৰ পাচে ঘূৰি ফুৰা ব্যৰ্থতাৰ আৰু নিৰাশাৰ"? "দোষ কাৰ"? বুলি ক'ববাৰ পৰা জ্ঞানে হঠাতে আহি সুধিলেহি "মই আগেয়ে সাৱধান কৰা নাছিলো নে? তাক বাঢ়িবলৈ নিদি ডাঙৰ নকৰি অকণমান সৰু ল'ৰাটি কৰি থবলৈ কৈছিলো নহয়?" "ইমান মৰম লগা ধুনীয়া লৰাটি। ভাবিছিলো ডাঙৰ হ'লে আৰু কিমান মোহলগা হব! সময়ৰ লগে লগে ডাঙৰ হৈ, মোৰ সকলো খিনি লৈ মোক এৰি কেনিবা গুচি গ'ল। মোৰ এতিয়া একোৱেই নাই।" জীৱনে সাৰ পাই ক'লে, "বেচ কৰিলে; চোবাচোঁন মোৰ সময়খিনি তুমি কেনেকৈ অনাহকতে নষ্ট কৰিলা"। এই বুলি আকৌ চকু মুদিলে। জ্ঞানে ক'লে, "খিৰিকি খনৰ ফালে চোৱাঁচোন"। তেওঁ চাই দেখিলে সেই দুনীয়া সৰু ল'ৰাটি আকৌ আন এজনৰ লগে লগে গৈছে'। তেওঁৰ ডিঙিতে এধাৰি শৰতৰ শেৱালীৰ মালা, বুকুত এপাহি ধুনীয়া গোলাপ ফুল, মাজে মাজে তেওঁ চেনেহৰ চকুৰে তালৈ চাই কেতিয়াবা গালে মূৰে হাত ফুৰাইছে। সিও তেওঁৰ লগে লগে হাঁহি হাঁহি নাচি নাচি গৈ আছে। জ্ঞানে ক'লে "তেৱেঁই ঠিক কৰিছে। তেওঁ মৰমক অনাদৰ কৰা নাই কিন্তু গোটেই জীৱন তেওঁ তাক নিজৰ ঠাইতে থব। সি সদায় তেওঁৰ ওচৰত সেই অকণমান ধুনীয়া ল'ৰাটি হৈয়েই থাকিব—মাজে মাজে তেওঁ তাক আদৰ কৰিব, কেতিয়াবা তাৰে সৈতে ধেমালিও কৰিব, লগত ফুৰাবলৈকো যাব কিন্তু কেতিয়াও তাক বাঢ়ি ডাঙৰ হবলৈ নিদিয়ে। তেওঁ হুমুনিয়া কাঢ়ি ক'লে, "হায়, মই আগেয়ে যদি জানিলোহেঁতেন! "মই তোমাক দেখোন আগেয়ে কৈছিলো" বুলি লগে লগেই জীৱনে মাত লগালে,– কিন্তু জ্ঞান জ্ঞানী বুলিয়েই একো নকৈ নীৰৱে থাকিল।



# আচৰিত দেশ

নিজ নিজ কামৰ পিছত জীৱনৰ সন্ধিয়া পৰত জয়-পৰাজয়—দুয়ো পৃথিৱীৰপৰা আঁতৰি গৈ সাত সাগৰ তেৰ নৈৰ সিপাৰে দূৰ দূৰণিত থকা কোনোবা এখন দেশ পালেগৈ। জয়ৰ মুখ সফলতাৰ আনন্দৰ গৌৰৱেৰে পৰিপূৰ্ণ, চকুত অপৰূপ সুন্দৰ জ্যোতি আৰু ডিঙিত অপৰাজিতাৰ জয়—মালাধাৰি মাজে মাজে একো একোটি মিচিকীয়া হাঁহি মাৰি আছে— যেন নিজে কৰা কামৰ মোল বুজি নিজকে এই সকলোখিনি সন্মানৰ উপযোগী বুলি ভাবিছে।

পৰাজয়ে মুখ আমোলাই ব্যৰ্থতাৰ ব্যথা বুকুত লৈ বেজাৰত তলমূৰ কৰি থিয় হৈ আছে। তেওঁৰ শেঁতা চকুৰ এটা শূন্য উদাস সৃষ্টি। মালা দূৰত থাওক, খোপাত ফুল এপাহিও নাই। কিন্তু তেওঁ সদায় এনে নাছিল। এসময়ত, জীৱনৰ প্ৰথম পুৱাতে তেওঁৰো মুখত আনন্দৰ হাঁহি জিলিকিছিল, আশাৰে বুকু বান্ধি মনত অদম্য উৎসাহ লৈ ৰং মনেৰে বাট বুলিছিল। কিন্তু বহুত দিন হ'ল, সেই আশা আৰু উৎসাহ কেনিবাদি আঁতৰিল, মুখৰ হাঁহিটি লুকাল, চকুৰ জ্যোতি কমিল—শেহত আহি এই দেশ পালেহি।

এই দেশৰ ৰজাৰ লগত দেখা কৰিব বুলি দুয়ো একে লগে ৰাজকাৰেঙৰ সমুখৰ ফুলনিতে থিয় দি আছে। অলপ পৰৰ পিছত এজন পকা-চুলীয়া বুঢ়া কাষলৈ আহি তেওঁলোকৰ নাম সুধিলেহি।

মিচিকীয়া হাঁহি মাৰি নিজৰ মূৰৰ মালাধাৰিলৈ আঙুলিয়াই জয়ে অলপ আগবাঢ়ি গৈ নিজক জয় বুলি পৰিচয় দিলে। বুঢ়া জনে মূৰ জোকাৰি কলে, "ৰবা মোৰ আই, বৰ আশা কৰি বেছিকৈ আগ নাবাঢ়িবা। এইখন আচৰিত দেশ, ইয়াৰ ঘটনাবিলাকেই বিপৰীত। যাক তোমালোকে পৃথিৱীত জয় বুলি, সফলতাৰ আনন্দত মতলীয়া হৈ নাচি ফুৰা, আমি তাক ইয়াত পৰাজয় বোলো। যাক তোমালোকে পৰাজয় বুলি, ব্যৰ্থতাৰ লাজ আৰু বেজাৰত কাষৰপৰা দূৰ কৰিবলৈ চেষ্টা কৰা, তাক আমি ইয়াত জয় বুলি আনন্দেৰে আকোঁৱালি ধৰোঁ। তোমাৰ সমুখৰ ফালে চোৱা, সৌ দুজন মানুহ থিয় হৈ আছে। তাৰে এজন পৃথিৱীত ভাল বুলি জনাজাত আছিল আৰু ইজনক সকলোৱে বেয়া বুলিছিল, কিন্তু ইয়াত ঠিক তাৰ বিপৰীত হ'ল; বেয়া জনক আমি ভাল বুলি ধৰিলোঁ আৰু ভাল জনক বেয়া বুলি ধৰিলোঁ। এইবিলাক দেখি তোমাৰ চাগৈ বৰ আচৰিত লাগিছে— ইয়াত এনেকুৱা ঘটনা প্ৰায়েই হয়; কাৰণ ইয়াৰ নাম আচৰিত দেশ। আৰু সৌ যে মানুহজন দেখিছা, তেওঁক তোমালোকে পৃথিৱীত আশাশুধীয়া ভাবে দেশৰ আৰু দহৰ উপকাৰ কৰা বুলি ভাবিছিলা, কিন্তু আমি ইয়াত

তাৰ বিপৰীতটোহে ভাবোঁ। আৰু সৌজন মানুহৰ কাম বা তেওঁৰ কথা বা লিখা,- তোমালোকে তাক একেবাৰে বেয়া আৰু কোনো কামৰ নহয় বুলি তেওঁক ঘিণাইছিলা; ইয়াত কিন্তু তেওঁকেহে আটাইতকৈ ওখ আসন দিছোঁ। আৰু চোৱা, সৌ ধুনীয়া সৰু সৰু ফুলবোৰ কেনে গোন্ধাইছে, আৰু আমি কিমান যত্নেৰে তাক কাষত ৰাখিছোঁ। পৃথিৱীত সেই ফুলবোৰ আলিয়ে পদূলিয়ে ফুলি উপচি পৰি গোন্ধাই থাকে; তাক যত্ন কৰা দূৰত থাওক, তোমালোকে তাৰ কাষলৈকে নোযোৱা। সেই দেখিহে কৈছোঁ, এইখন আচৰিত দেশ আৰু ইয়াৰ কামবিলাকো আচৰিত।"

তাৰ পিছত তেওঁ বেজাৰত তলমূৰ কৰি থকা পৰাজয়ৰ ফালে চাই মাত লগালে, "তোমাৰ নাম কি, মোৰ আই?" পৰাজয়ে কোনোমতে তেওঁৰ পৰিচয় দি একেবাৰে নিমাত হৈ থাকিল। বুঢ়াজনে তেতিয়া তেওঁৰ মূৰত হাত ফুৰাই কলে, "তুমিয়েই জয়, মোৰ আই—তুমিয়েই জয়— তোমাতেই জয়ৰ বীজ লুকাই আছে। কিয় বেজাৰ কৰিছা? ব'লা, আমাৰ ৰজাৰ কাষলৈ লৈ যাওঁ।"

পৰাজয়ে তেতিয়া নিজৰ নতুন নাম শুনি আচৰিত হৈ এবাৰ ওপৰলৈ মূৰ তুলি চাই এটি মিচিকিয়া হাঁহি মাৰিলে— লগে লগে তেওঁৰ হেৰোৱা সৌন্দৰ্য্য উভতি আহিল, তেওঁৰ বুকু আকৌ আশাৰে ভৰি উঠিল। আশাৰ লগে লগে তেওঁৰ আগৰ শক্তি সামৰ্থ্যই দুনাই দেখা দিলে— তেওঁৰ মন উৎসাহেৰে পৰিপূৰ্ণ হ'ল, চকুৰ জেউতি আকৌ চৰি উঠিল।

তেওঁ তেতিয়া বুঢ়া জনক বেজাৰেৰে সুধিলে— "সৌ তেওঁৰ অৱস্থা কি হ'ব? তেওঁ বাহিৰতে থাকিব নেকি?" বুঢ়াজনে তেওঁৰ কাণে কাণে ক'লে— "তেওঁ আনন্দত উত্ৰাৱল হৈছিল, অলপ ৰ'ক, বুজক আৰু শিকক— সৌৱা, তেওঁ অলপ শিকিছেই—।"

এইদৰে তেওঁ নতুন নামেৰে ৰজাৰ কাষ পালেগৈ। ৰজাই তেওঁৰ ফালে চাই এটি মধুৰ হাঁহি মাৰি মৰমেৰে মাত লগালে "আহা মোৰ আই, পৰাজয়তেই আমাৰ জয়। পৃথিৱীতে তোমাৰ আৱশ্যক হৈছে, এবাৰ আকৌ পৃথিৱীলৈ যোৱা। তুমি এতিয়া তোমাৰ নতুন নাম জানিলা, কাজে কাজেই আনৰ কথালৈ কাণ নিদিবা। যোৱা পৃথিৱীলৈ যোৱাগৈ—নিজ মনেৰে নিজৰ বাটেদি কাম কৰি গৈ থাকিবা। তোমাৰ লগত এইবাৰ এই অফুৰন্ত আশাৰ ভৰালটিও দিলো, লৈ যোৱা।"

তেওঁ পৃথিৱীলৈ উভতি আহিল। সেই অফুৰন্ত আশাৰ ভৰালটি লৈ নতুন উৎসাহেৰে দুনাই কাম কৰিবলৈ ধৰিলে— ৰজাৰ সেই মধুৰ আশ্বাসবাণী আৰু মৰমৰ হাঁহিটিয়ে তেওঁৰ জীৱনৰ বাট পোহৰাই গৈছে— নিজৰ নতুন নামৰ মধুৰ ধ্বনিটি এতিয়াও কাণত পৰি আছে।

আৱাহন-১ম বছৰ, ১০ম সংখ্যা



# বাটৰুৱা

নিচেই পুৱাতে বাটৰুৱা বাটেদি ওলাল। কত দুখ সুখৰ স্মৃতি বুকুত লৈ সমুখত দীঘল বাট পৰি আছে। দ'লটোক বাওঁহাতেদি এৰি থৈ গাৱঁৰ ভিতৰেদি গৈ, নামঘৰৰ দাঁতিয়েদি ওলাই আকৌ পথাৰৰ মাজেদি গৈ এই বাট যে কত দূৰত শেষ হৈছে গৈ, কোনে জানে! বাটৰুৱাই এই বাটেদিয়েই বাট ললে....। তেতিয়াও ভালকৈ পোহৰ ওলোৱা নাই। এখুজি দুখুজিকৈ বাটৰুৱাই আপোনমনে বাটেদি আগবাঢ়িবলৈ ধৰিলে। লাহে লাহে সম্পূৰ্ণ পোহৰ হ'ল। গছৰ পাতৰ আগত পুৱাৰ বেলিৰ পোহৰ জিকমিকাব লাগিছে। ধীৰে ধীৰে পুৱাৰ বতাহ বৰলৈ ধৰিছে। গোটেই ৰাতিৰ ক্লান্তি অবসাদ দূৰ কৰি নতুন পুৱাত সজীৱ হৈ উঠিছে। বাটৰুৱাই গৈ গৈ এখনি জুৰিৰ পাৰ পালে গৈ। জুৰিৰ পাৰতে এটি অকণমান ধুনীয়া ল'ৰাই কিছুমান ফুলপাত লৈ ধেমালি কৰি থকা দেখা পালে। সি তাৰ থুনুক-থানাক্ মাতেৰে বাটৰুৱাক তাৰ ধেমালিত যোগ দিবলৈ মাতিলে। বাটৰুৱাইয়ো খন্তেকলৈ নিজক পাহৰি মন প্ৰাণ ঢালি দি তাৰ লগত উমলিবলৈ ধৰিলে। লাহে লাহে বেলিৰ পোহৰ অলপ চৰা হ'ল। ধেমালি কৰি থাকোঁতেই বাটৰুৱাই হঠাৎ দেখিলে যে তেওঁৰ কাষত সেই সৰু ল'ৰাটি নাই। তেওঁ তাক চাৰিওফালে বিচাৰিবলৈ ধৰিলে কিন্তু ক'তো তাক চাৰিওফালে বিচাৰিবলৈ ধৰিলে কিন্তু কতো অকণো চিন চাব নাপালে। তেওঁৰ বৰ বেজাৰ লাগিল। আৰু মনেৰে বাটেদি আগ বাঢ়িবলৈ ধৰিলে।

বেলিৰ তেজ লাহে লাহে চৰি আহিছে। অলপ পৰ গৈয়েই বাটৰুৱাই দুটামান গৰখীয়া ল'ৰাক দেখা পালে। সিহঁত পথাৰত গৰু মেলি দি বিলৰপৰা ভেটফুল তুলি মালা গাঁথি ডিঙিত পিন্ধি লৈ, গছৰ তলত ধানৰ নৰাৰ পেপাঁ বজাই ধেমালি কৰি আছে। সিহঁতে বাটৰুৱাক দেখি হাত চাপৰি মাৰি তেওঁক সিহঁতৰ লগলৈ বহি সিহঁতৰে এজন হৈ পৰিল। এনেদৰে ৰংধেমালি কৰি থাকোতেই দুপৰ হ'ল। এনেতে বাটৰুৱাই দেখিলে যে তেওঁৰ লগৰ সেই ল'ৰাটোৰ তাত নাই। মাথোঁ তেওঁ অকলে গছৰ তলত বহি আছে।.... সিহঁত কেনি গ'ল বা ক'লৈ গ'ল তেওঁ তাৰ একো গমকে নাপালে।

তেওঁ লাহে লাহে তাৰ পৰা উঠি দুনাই আগ বাঢ়িবলৈ ধৰিলে। অলপ দূৰ গৈয়ে বাটত এজন বেচ সুন্দৰ সুস্থ সবল ডেকা হালোৱাৰ লগত দেখা হ'ল। তেওঁ পথাৰৰপৰা কাম কৰি ঘৰলৈ উভতিছে। তেওঁৰ লগত কথা পাতি পাতি আহি থাকোতে হঠাৎ তেৱোঁ চকুৰ আগৰপৰা কেনিবা আতৰি গ'ল।... বাটৰুৱাই আকৌ বেজাৰ মনেৰে বাট বুলিবলৈ ধৰিলে। অলপ দূৰ গৈয়ে কেনিবাদি ৰং ধেমালি আৰু হাঁহিৰ খিলখিলনি আহি তেওঁৰ কাণত পৰিল। তেওঁ দেখিলে যে সেই বাটেদি এটি তৰুণ আৰু এগৰাকী তৰুণী ৰং মনেৰে বাট বুলিবলৈ লাগিছে। বাটৰুৱাইয়ো তেওঁলোকৰ লগতে ৰং-ধেমালি

কৰি আগ বাঢ়িবলৈ ধৰিলে। লাহে লাহে দুপৰ পাৰ হৈ গ'ল। আবেলি কাষ চাপো চাপো হ'লহি। তেওঁৰ সমুখত আৰু সেই তৰুণ তৰুণী নাই। ....তাৰ ঠাইত অলপ পৰ গৈয়ে দেখিলে যে এটি পৰিয়াল সেই বাটেদি আগ বাঢ়িবলৈ ধৰিছে। গিৰিহঁতজন আদহীয়া—লগত তেওঁৰ পৰিয়াল আৰু ছোৱালী তিনটি। তেওঁবিলাকে বেচ গহীনভাবে লাহে লাহে বাটেদি খোজ কাঢ়ি গৈ আছে। বাটৰুৱাইয়ো তেওঁলোকৰ লগতে খোজ ললে। যাওঁতে যাওঁতে হঠাতে সেই পৰিয়ালৰ সৰু ল'ৰাটি বাটৰ দাঁতিত পৰিল আৰু অলপ পৰ চটফটায়ে মুখৰ মাত নাইকিয়া হ'ল। তেওঁবিলাকে অলপ পৰ তাতে বৈ ল'ৰাটিৰ ফালে চাবলৈ ধৰিলে কিন্তু বেচি সময় তাত ৰব নোৱাৰিলে। বাটৰুৱাৰ লগতে দুনাই খোজ ললে।...

লাহে লাহে আবেলি হ'ল। বেলিৰ তেজ কমি আহিল। অলপ পৰ গৈয়েই আলিৰ কেকুঁৰিটো পাৰ হওঁতে নৌ হওঁতেই বিৰিণাজোপাৰ কাষতে ল'ৰা-ছোৱালী দুটিৰ তাতে বৈ ৰব বেছিকৈ বেজাৰ কৰিবলৈ ধৰিলে। কিন্তু সৰহ পৰ ৰব নোৱাৰিলে। বাটে তেওঁলোকক মাতিছে—আকৌ আগুৱাবলৈ ধৰিলে। আবেলি পাৰ হৈ গ'ল, এনেতে তেওঁলোকো বাটৰুৱাৰ চকুৰপৰা আঁতৰিল—বেজাৰ মনেৰে বাটৰুৱাই অকলে অকলে এই দীঘল নিৰ্জ্জন বাটেদি আগ বাঢ়িবলৈ—দূৰ দূৰণিৰ এটি মধুৰ সুৰে বতাহত উটি আহি লাহে লাহে যেন তেওঁক আৰু কাষলৈ টানিলে।

বেলি মাৰ গ'ল। সন্ধিয়া লাগো লাগো হৈছে। বাটৰুৱাই উভতি চাই দেখে যে তেওঁৰ পাছ ফালে তেওঁ অহা বাটটো লাহে লাহে আন্ধাৰে ঢাকি আনিলে।....সমুখত এতিয়াও পোহৰৰ জিলিঙনি আছে।—বাটৰুৱাই গৈ গৈ শেহত এখন নৈৰ পাৰ পালেগৈ। সন্ধিয়া লাগি পাৰ হ'ল। নৈৰ পাৰত কেবাজোপাও ডাঙৰ আঁহত গছ আছে। তাৰে এজোপাৰ গুৰিত বহি এটা বুঢ়া মানুহে নৈৰ সিপাৰলৈ একে থিৰে চাই থকা বাটৰুৱাই দেখা পালে। তেওঁ যে কি ভাবিছে বা কি চাইছে বাটৰুৱাই বুজিব নোৱাৰিলে। বাটৰুৱাইয়ো ওৰে দিনটো বাট কুৰি বাহি ভাগৰ লগাত আন এজোপা আঁহত গছৰ তলত বহিলহি। তেওঁ ইমান ক্লান্ত হৈ পৰিছিল যে তেওঁ মনে মনে ভাবিলে— তেওঁৰ আৰু উঠিবলৈ শকতি নাই।... আন্ধাৰ নামি আহিল। অহা বাটটো আৰু চকুৰে নমনা হ'লহি। তেওঁ নৈৰ ফালে একেথিৰে চাই আপোন মনেৰে কিবা কিবি ভাবিবলৈ ধৰিলে। দূৰ দূৰণিৰ সেই সুৰটি যেন আৰু কাষ চাপি আহিল।

ৰাতি হোৱা দেখি নাওবোৰ কাষলৈ চপাই বান্ধি থৈ নাৱৰীয়াবিলাকে খোৱা-লোৱাৰ দিহা-পোহা কৰিছে। দূৰৰ নাওবোৰে লাহে লাহে আহি নৈৰ পাৰত চাপিল। বাটৰুৱাই দেখিলে—এখন নতুন নাৱে আন এখন পুৰণি ভগা নাৱক লগতে টানি আনি নৈৰ পাৰত তুলি থৈ গ'ল।...সেই নাওখনিৰ বোধ কৰো, কাম শেষ হ'ল। নতুন খনিয়ে তাক তাতে এৰি অলপ দূৰগৈ কাষত লাগিল। পুৱা হলেই এই নাওবোৰ দুনাই নিজৰ কামত লাগি যাব। কিন্তু সেই ভগা নাওখনি হয়তো তাতেই পৰি থাকিব। বোধ কৰোঁ জগতত কোনো কামতেই ই নালাগিব। বাটৰুৱাই বহি বহি ভাবিবলৈ ধৰিলে। দিন গ'ল, ৰাতি আহিল। আকৌ ৰাতি পুৱাল—নতুন দিন আহিব। নতুন উছাহেৰে নতুন

পুৱাত সকলোৱে আকৌ জগতৰ কামত লাগি যাব। এই দৰে দিনৰ পিছত দিন আৰু ৰাতিৰ পিছত ৰাতি আহি জগত চলি থাকিব। একে সন্ধ্যাতেই বা একে পুৱাতেই জগত শেষ হৈ নাযায়—অৰুনোদয় জীৱনৰ এটি শুকতৰা মাথোন।



# "সীমায়ো দিয়েহি ধৰা"

কিনো অমাতৰে মাতে হৰিনাম কিনো অমাতৰে মাত।

কাঠৰ টোকাৰীয়ে লয় হৰিনাম মনিচে নাপায় তাক।

জহকালি দুপৰীয়া খাই লৈ উঠি ঘৰৰ পিৰালিত দীঘল চকীখন পাৰি অকলে অকলে জুৰণি লৈছোঁ। বাহিৰত বৰ গৰম। মাজে মাজে একো একোবাৰ বতাহ বৈ আছে— সি চেঁচা নহয়। বাটত মানুহ-দুনুহ এটিও দেখিবলৈ নাই। গৰু ছাগলী ইত্যাদি পোহনীয়া জন্তুবোৰেও গছৰ ছাঁৰ তলত জুম পাতি আছেহি, আৰু চৰাইবোৰেও নিজকে গছৰ পাতৰ আঁৰত লুকাই থৈছে—মাথোন নিজৰ মাতৰপৰাহে সিহঁত তাত থকাটো বুজিব পাৰি। চাৰিও ফালে নিমাত নিতাল— মোৰো চকুত অলপ চিলমিলকৈ টোপনি আহিব খুজিছে, এনেতে ওপৰৰ গীতটো শুনি চক খাই চকু মেলি দেখোঁ যে টোকাৰীখন লৈ সেই বৰাগীটোৱে মোৰ চোতালতে থিয় হ'লহি। আচৰিত কথা—এই গৰমত পশু পক্ষী এটিও বাহিৰত ওলোৱা নাই, অথচ বৰাগীটোৱেই এই ভৰ দুপৰীয়া ৰ'দ কাতি কৰি গীত গাই গাই মানুহৰ চোতালে চোতালে ফুৰিছেহি। তাক ৰ'দৰপৰা মাতি আনি হাতৰ ঠাৰেৰে পিৰালিত বহিবলৈ কলোঁ— কাৰণ, সি ধুম কলা—কাণৰ ওচৰলৈ মুখ নি কথা কলেহে শুনে। মই ইয়াক চাৰি আলিৰ মূৰৰ আঁহত জোপাৰ তলত টোকাৰীখন লৈ গুণগুণাই বহি থকা দেখো। সি মোৰ কাষত আহি বহিলহি, কিন্তু তাৰ গীত এতিয়াও মাৰ যোৱা নাই। মই মনে মনে ভাবিলো যে এই মানুহটোৱে কাণেৰে একোকে নুশুনে, অথচ সি নো নিজেই গোৱা গান শুনে নে? নুশুনিলে সি নো এনেই গাই ফুৰে কিয়? ক'তা? মোৰ কাষতো বহি তাৰ গীত শেষ হোৱা নাই—

অলপ পৰৰ পিছতে তাৰ গীত শেষ হ'ল। তেতিয়া সি তাৰ গামোছাৰ আগেৰে কপালৰ ঘাম মচি মোৰ ফালে চাই মূৰ দোঁৱাই হাঁহিলে। মই তাক আৰু মোৰ কাষলৈ আহিবলৈ কলত সি মোৰ কাষ পালেহি। মই তাৰ কাণৰ ওচৰলৈ মুখ নি সুধিলোঁ "এই দুপৰীয়া, গৰমতো তুমি মাগিবলৈ আহিছানে?" সি মোৰ কথা শুনি মাথোন মিচিকীয়াই হাঁহি ওপৰলৈ চাই হাত-যোৰ কৰি কপালখন দেখুৱালে, আৰু একোকে নকলে। মই আকৌ এবাৰ সুধিলো "তুমি যে গান গাই ফুৰা, তুমি জানো নিজে তোমাৰ গান শুনিবলৈ পোৱা? মিছাকৈয়ে চিঞৰি ফুৰা—ইয়াত নো তোমাৰ কি লাভ?"

এই বাৰ বৰাগীৰ চকুযোৰ আনন্দত উজলি উঠিল আৰু হাঁহি মাৰি কলে, "দেউতা, লাভ-লোকচান বিচাৰি জীৱনত কোনো দিন কাম কৰিবলৈ নিশিকিলো, আৰু আগলৈ যে শিকিম, তাৰো কোনো আশা নাই। মনৰ এধাহি সোঁত—যিফালেই চাপৰ, সেইফালেই বৈ যায়—কোনো হানি-বিঘিনিৰ লেখ নেলেখে। হাবিৰ মাজত ফুলপাহি অকলে ফুলে, হয়তো বতাহৰ লগত খন্তেক ওমলে, তাৰ পিছত আপোনা আপুনি সৰি যায়। ইয়াত নো ফুলৰ কি সুখ— জগতৰ বহীত কিবা জানো লাভ লোকচানৰ দাগ পৰিল? ওপৰত ডাৱৰ হয়, ধুমুহা মাৰে, বৰষুণ পৰে, তাৰ পিছত পানীৰ লগত মিহলি হৈ যায়—পুৰণি পাত সৰি নতুন কুঁহিপাত হ'ল, তাৰ আঁৰত চৰায়ে কুকলিয়ালে, জাৰকালি আহিল, সেই পাত পুৰণি হৈ সৰি নতুনক ঠাই দিলে, পুৰণি জগত নতুন হৈ চলিবলৈ ধৰিলে— হৰণ-ভগনৰ ফালে মনো নিদিলে।... মন গ'ল, গীত গাইছোঁ। হব পাৰে, মই মোৰ নিজৰ গীত নুশুনিব পাৰোঁ। কিন্তু এই গানৰ ঢৌ উঠি ওপৰত যি অনন্ত তৰঙ্গৰ সৃষ্টি কৰে, হয়তো তাক মই শুনিবলৈ পাওঁ আৰু অন্তৰেৰে অনুভব কৰোঁ আপোনালোকৰ মতেৰে যিটো শুনা বোলে, সেই দৰে মই নুশুনিব পাৰো, কিন্তু তাতকৈ বেচি ৰকমে শুনো, যিটো আপোনালোকে শুনিব নোৱাৰে। কাৰণ, আপোনালোকৰ কাণ আছে, আৰু কোনোবাই গান গালে আপোনালোকে তেওঁৰ মুখৰ কথাবিলাককে শুনে, আৰু তাতেই সন্তুষ্ট—তাৰ সিপাৰে যাব নোৱাৰে। ফুলপাহি ফুলা দেখি মনত ভাল লাগিল, ৰং পালে, আৰু সিমানতেই শেষ, তাৰ সিফালে যাব নোৱাৰে। আপোনালোকে তাক লৈ দেখিলোঁ শুনিলোঁ বুলি সন্তুষ্ট হয়। কিন্তু দেউতা, এজন কণা বা কলা মানুহে আপোনালোকতকৈ বেচি দেখে আৰু বেচি শুনে। কাৰণ, আপোনালোকৰ সেই শক্তি আছে দেখি তাৰ সীমাতেই আবদ্ধ হৈ আছে— তাৰ সিপাৰে যাবলৈ মন নকৰে বা সামৰ্থ্য নাই। দেউতা হৰি মোৰ পৰম দয়ালু। আমি হয়তো এফালে যিটোক হানি বুলি ভাবোঁ, আনফালে তেওঁ সেইটোক আন ৰকমে পূৰাই দিয়ে। তেওঁৰ সৃষ্টিত সকলো সমানে চলে। তেওঁৰ লেখত হৰণ-ভগন নাই। মই এই টোকাৰী লৈ গীত গাওঁ— বতাহৰ চেৱে চেৱে ঢৌ তুলি তুলি মোৰ গীত ওপৰলৈ অনন্তৰ অনন্ত সঙ্গীত-তৰঙ্গত মিহলি হৈ মোৰ অন্তৰত বাজি উঠে—আনন্দত নিজকে পাহৰি যাওঁ— কাঠৰ টোকাৰীয়েও সেই নাম লৈ নিজেই নিজৰ ৰঙতে ভোল যায়- -সীমাৰ শেষ অসীমত—সঙ্গীতৰ শেষ সেই অনন্ত সঙ্গীত-তৰঙ্গত—যি জগতত আবহমান কাল চলি আছে আৰু চলিও থাকিব— শুনাই শুনিব, বুজাই বুজিব।"

ইয়াকে কৈ বৰাগী নীৰৱ হ'ল—তেওঁৰ মুখত এটি আনন্দৰ হাঁহি চকু থাকিও কণা আৰু কাণ থাকিও কলা নেকি? মূৰ তুলি চাওঁ, বৰাগীয়ে টোকাৰী লৈ বাটে বাটে গাই গৈছে—

হাঁহি ৰেখা জিলিকি উঠিল।

বহুত পৰ নিতাল মাৰি ভাবিবলৈ ধৰিলোঁ—সঁচাকৈ আমি চকু থাকিও কণা আৰু কাণ থাকিও কলা নেকি?—মূৰ তুলি চাওঁ, বৰাগীয়ে টোকাৰী লৈ বাটে বাটে গাই গৈছে—

কি খেলা খেলিছা হৰি মোৰ দয়াময়
ঘূৰে জোনে বেলি তৰা;
অসীমৰ বুকুতে সাঁতুৰি ফুৰোঁতে
সীমায়ো দিছেহি ধৰা,
মোৰ প্ৰভু, ঐ সীমায়ো দিয়েহি ধৰা।

গান শেষ হ'ল, বৰাগী লাহে লাহে বহুত দূৰলৈ আঁতৰি গ'ল— কিন্তু তাৰ গীতৰ ধ্বনি এতিয়াও কাণত পৰি আছে—

সীমায়ো দিয়েহি ধৰা মোৰ প্ৰভু ঐ
সীমায়ো দিয়েহি ধৰা।



# সৰগৰ দান

এদিন সৰগৰ অধীশ্বৰে দেৱতাসকলৰ হাতত মৰতৰ মানুহলৈ একো একোটি দান পঠাবলৈ আয়োজন কৰিলে। সকলো দেৱতাই দিগলগীয়া দান বাচি লবলৈ সিংহাসনৰ কাষত থিয় হলগৈ।

এজন দেৱতাই সুধিলে "মই সৰু লৰাবিলাকলৈ কি লৈ যাম?" সৰগৰ অধিপতিয়ে মাত লগালে— "উমলি ফুৰিবলৈ বৰষুণ—বাদল নোহোৱা মুকলি ফৰকাল বতৰ।"

আন এজনে সুধিলে— "মই নাৰী জাতিলৈ কি লৈ যাম?" তেওঁলোকৰ বুকুলৈ একো একোটি কেচুৱাৰ মধুৰ পৰশ।" আৰু আন এজন আগবাঢ়ি আহি সুধিলেহি- - "মই পুৰুষলৈ কি লৈ যাম?"

"তেওঁলোকৰ সকলোবোৰেই আছে— মাথোন উপভোগ কৰক।" তাৰ পাছত আকৌ আন এজনে সুধিলে "মই কবিলৈ কি লৈ যাম?" অলপ পৰৰ কাৰণে সৰগ নিমাত নীৰৱ।

তাৰ পাছত গহীন সুৰেৰে ধীৰে ধীৰে উত্তৰ আহিল— "কবিৰ কাৰণে সাৰসুৰ নোহোৱা গভীৰ টোপনি..তেওঁ ভাগৰত লালকাল হৈ পৰিছে... চকু মুদ খাই আহিছে...।" দেৱতাবিলাকেও নিজা নিজা দান লৈ মৰতত বিলাবলৈ নামি আহিল।



# ফুল কোঁৱৰ

বাটৰ দাঁতিত অকলে অকলে ফুলপাহি ফুলি আছে। ফুল কোঁৱৰে সেই বাটেদি যাওঁতে ফুলপাহি দেখি মাত লগালে—'আহাঁ, মোৰ মৰমৰ ফুল, তোমাক তুলিবলৈ যাও" "তোমাৰ শিপা আৰু মাটিৰে সৈতে তোমাক মই আলফুলকৈ ধৰিবলৈ যাম-- অলপো ভয় নাখাবা। মোৰ ফুলনিত তুমি ৰংমনেৰে ফুলি থাকিবা।"

ফুল পাহিয়ে ক'লে, "নহয়, মই নাযাওঁ—মোক নিনিবা। তোমাৰ হাতে মোৰ শিপা লৰাব—তোমাৰ তপত উশাহত মোৰ পাহি মৰহি যাব—মোৰ পাত লেৰেলি শুকাব। চোৱা, মই বাটৰ দাঁতিত মোৰ ৰূপৰ পোহাৰ মেলি কেনেকৈ ফুলি আছোঁ--সকলোৱেই মোৰ ফালে চাই যায়। মোৰ ৰূপহ জেউতিয়ে সকলোৰে মনত আনন্দৰ সোঁত বোৱাই দিয়ে। তুমি তোমাৰ বাটেদি গৈ থাকা—মোৰ ফালে চকু নিদিবা—মই নাযাওঁ।" বহুত দিন পাৰ হৈ গ'ল।



জাৰকালি আহিল—গছৰপাত সৰি নাইকীয়া হ'ল। ফুল পাহিও জাৰত কোঁচ খাই বাটৰ দাঁতিত পৰি আছে। এবাৰ মাতিলে— "ফুল কোঁৱৰ, আহা, মোক তোমাৰ ফুলনিলৈ লৈ যোৱাহি। জাৰত মোৰ জীৱ যায়—তোমাৰ তপত উশাহেৰে মোক আকৌ আগৰ দৰে ফুলাই দিয়া। মই এনেদৰে থাকিব নোৱাৰো।"

ফুল কোঁৱৰে কলে, "নাই, তোমাক মই এতিয়া আৰু নিব নোৱাৰো। চোৱা, মোৰ দুয়োখন হাত আন ফুলেৰেই ভৰা— মই এতিয়া তোমাৰ কাৰণে একোকে কৰিব নোৱাৰোঁ।" এই বুলি ফুল কোঁৱৰে বেজাৰ মনেৰে তলমূৰ কৰি ফুল পাহিলৈ চাই থাকিল। তেওঁৰ চকুৰ পৰা দুটোপা তপত চকুৰ পানী ফুল পাহিৰ বুকুত পৰিল।



খন্তেকৰ কাৰণে জীপ খাই আকৌ আগৰ দৰে পুৰঠ হৈ ফুল পাহি ফুলি উঠিল-- খন্তেকীয়া বসন্তৰ পৰশে যেন গাত হাত বুলাই দি গ'ল। তাৰ পাছত ফুল কোঁৱৰে নিজৰ বাটেদি গুচি আহিল।



লাহে লাহে পাহি জাপ খালে—পাত লেৰেলি পৰিল। আৰৌ আগৰ দৰে জাৰত কোঁচ খাই ঠৰঙা হৈ ফুল পাহি বাটৰ দাতিত পৰি থাকিল।

...জাৰকালিৰ চেঁচা বতাহ ৰবলৈ ধৰিলে... কুঁৱলীয়ে ....জগত আবৰি পেলালে।



# পখিলা

ফুলনি খনত নানা তৰহৰ পোক পৰুৱা আছে। কিছুমান ফুলৰ ওপৰেদি বগাই ফুৰে। কিছুমান আকৌ ফুলনিৰ তলত মাটিৰ ওপৰত বগাই ফুৰে। সিহঁতে সিহঁতৰ অকণমাণি ৰাজ্যৰ অকণ অকণ কথা লৈয়েই ব্যস্ত। কত আহিছে কত গৈছে কোনে কাৰ খবৰ ৰাখে। বগাই বগাই ভাগৰ লাগিলে ফুলৰ পাহিতেই শোৱে বা কেতিয়াবা নামি আহি নিজৰ গাঁততেই জিৰণি লয়— কিছুমানৰ হয়তো তাতেই শেষ....।

পলুটোৱে বগাই বগাই ভাগৰ লাগিলত সেই দিনাখন ফুলৰ পাততেই ডৰক ধৰি বল। আনবোৰ তললৈ নামি গ'ল— সি নোৱাৰিলে। নিজেই নুবুজিলে তাৰ কি হ'ল— মাথো জোমা ধৰিয়েই থাকিল.....।

কেইদিন মানৰ পাছত তাৰ দুখনি পাখি গজিল। সি এটা সুকীয়া পখিলা হৈ ফুলৰ ওপৰে ওপৰে উৰি ফুৰিবলৈ ধৰিলে। তাৰ লগৰীয়া বিলাকে তাকে দেখি "কেনে ধুনীয়া, কেনে ধুনীয়া" বুলি শলাগিলে। সি কলে—"ইয়াৰ কাৰণেই মই তোমালোকৰ ওচৰৰ পৰা আঁতৰি আছিলোঁ। ইয়াৰ কাৰণেই মই জোমা ধৰিছিলো।" এই বুলি সি উলাহতে নাচি নাচি উৰি ফুৰিলে। সুৰুযৰ কিৰণত তাৰ পাখি দুখন তিৰবিৰাই উঠিল।

তাৰ পিছত সি তাৰ আটাইতকৈ মৰমৰ লগৰীয়াটোৰ ওচৰলৈ গৈ কলে— "বলা, আমি ওপৰলৈ যাওঁ। দুয়ো ফুলৰ পাহিত পৰি ধেমালি কৰোঁগৈ।" সি মাত লগালে- -"মই ওপৰলৈ উঠিব নোৱাৰোঁ। মোৰ বৰ ভাগৰ লাগে। মোৰতো তোমাৰ দৰে পাখি নাই, তুমি অকলে অকলে যোৱাগৈ।" পখিলাটোৱে ক'লে— "ময়ো তোমাৰ লগতে যাম।" সিটোৱে ক'লে— "মই এতিয়া মোৰ গাঁতটোলৈ যাওঁ।" পখিলাটোৱে তাৰ পাখি দুখন জপাই তাৰ লগে লগে যাবলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে— তাৰ পাখি দুখন ঘুণীয়া হব লগা হ'ল, তেওঁ নোৱাৰিলে—লগৰীয়াটো তাৰ কাষৰ পৰা আঁতৰি গ'ল....।

তেতিয়া সি বেজাৰ মনেৰে তাৰ পৰা উলটি আহি তাৰ আন এটা লগৰীয়াৰ ওচৰলৈ গৈ কলে, —"আহা, আমি দুয়ো একেলগে ধেমালি কৰোগৈ।" সি কলে "বাৰু, তোমাৰ পাখি দুখন দেখি মোৰ বৰ ভাল লাগিছে। ব'লা, আমি দুয়ো খোজকাঢ়ি

গৈ থাকো। তুমি পাখি দুখন নলৰাবা আৰু উৰি নেযাবা।" তেতিয়া সি তাৰ পাখি দুখন নলৰাই লাহে লাহে লগৰীয়াৰ লগত বাট বুলিবলৈ ধৰিলে। অলপ পৰৰ পাছত তাৰ লগৰীয়াটোৱে ক'লে– "এহ, তুমি বৰ বেগাই গৈছা, তোমাৰ পাখিত বতাহে কোবাইছে– মই তোমাৰ লগত খোজ দিব পৰা নাই– অলপ লাহে লাহে যোৱা।" পখিলাটোৱে তেতিয়া তাৰ পাখি দুখন জপাই যিমান লাহে লাহে পাৰে যাবলৈ ধৰিলে, অলপ পিছত তাৰ লগৰীয়াটোৱে আকৌ মাত লগালে– "পাখি দুখন অলপ টানকৈ জপোৱা—মোৰ গাত লাগি লাগি গৈছে।" বেচেৰা পখিলাটোৱে খুব টানকৈ পাখি জপাই তাৰ লগত যাবলৈ ধৰিলে। কিন্তু আগবাঢ়িব নোৱাৰিলে– তাৰ গা বিবাবলৈ ধৰিলে--সি লাহে লাহে পাচ পৰি গ'ল। তেতিয়া তাৰ লগৰীয়াটোৱে মাত লগালে– "এহ তুমি দেখোন পাছ পৰি গলা। মই আগেয়ে ভাবিছিলো যাৰ পাখি আছে সি বৰ বেগাবেগিকৈ যাব পাৰে। তুমি যেতিয়া ওপৰত উৰিছিলা তোমাক মই বৰ ধুনীয়া দেখিছিলো—মোৰ বৰ মৰম লাগিছিল, এতিয়া কিংবা আপচুটো হলা—তেন্তে তোমাৰ পাখি দুখন নো কেলৈ?" পখিলাটোৱে শুনিলে, বুজিলে—আঁতৰি আহিল।

বেজাৰত পাখি মেলি ওপৰলৈ উৰিল– বহুত দূৰলৈ উৰি গ'ল। সকলোৱে পৰা আঁতৰত অকলে অকলে ফুলৰ মাজে মাজে উৰি ফুৰিবলৈ ধৰিলে। তেতিয়া তাৰ আন লগৰীয়া বোৰে ক'লে, "চোৱাচোন সৌ পখিলাটো কেনে ধুনীয়া– কেনে ৰং মনেৰে ফুলৰ মাজে মাজে নাচি উৰি ফুৰিছে– সি কেনে সুখী। পাখি দুখন লৈ সি গপতেই আঁতৰি ফুৰিছে।" উৰি উৰি ভাগৰ লাগিলত পখিলাটোৱে এদিনাখন এপাহ গোলাপ ফুলৰ বুকুতেই জুৰণি লৈ চিৰকাললৈ চকু মুদিলে। আনবোৰে ভাবিলে বৰ বেটিকৈ মৌখোৱাৰ কাৰণেই বোধহয় তাৰ মৰণ আহিল.... কিন্তু কেইজনে বুজিলে যে কি অন্তৰ জলোৱা জুইৰ বুকুত সি জাহ গল...... তাৰ হিয়া ভগা বেথাৰ করুণ কান্দোন জগতত কেইজনেই বা শুনিলে...।



# কেতেকী

## (১)

"মই কেতেকী", "মই কেতেকী" বুলি গোটেই জগততে উলাহৰ জাননী দি বগুৰ সোঁত বোৱাই গছে গছে চৰাইজনী উৰি ফুৰে। কি জহ, কি জাৰ—সকলো সময়তে তাইৰ আনন্দৰ ধ্বনি শুনিবলৈ পোৱা যায়। তাইৰ মাতত জাৰৰ কুঁৱলী বা বিষাদৰ কালিমাৰ আভাস নাই। অসীম সৌন্দৰ্য্যৰ আধাৰ, ৰূপ-ৰস-গন্ধেৰে ভৰা এই ধৰাখনিৰ আনন্দৰ শেষ কণাটিও তাই যেন প্ৰাণে প্ৰাণে উপভোগ কৰি যাব। সঁচাকৈয়ে তাই এটি উলাহৰ জেউতি, আনন্দৰ সপোন।

(২)

আজি কেবাদিনো হ'ল, ৰজাৰ কোঁৱৰৰ মুখখনি বিষাদৰ ছাঁই আৱৰি ধৰিছে। তেওঁৰ সদায় লাগি থকা হাঁহিঁ আৰু আগৰ ৰাংঢালী ভাৱ নাই। তেওঁ অকলে অকলে বেজাৰ মনেৰে ঘূৰি ফুৰে, কাৰো লগত কথা নকয়— কথা কোৱা দূৰত থাওক, মানুহ দেখিলেও আঁতৰি যায়— কোনোৱে একো সুধিবলৈ সাহ নকৰে। ৰজাৰ মনতো শান্তি নাই—ৰাজ্যৰ ৰং-ধেমালিও আঁতৰি গৈছে। ৰজাৰ একেটি কোঁৱৰৰ জীৱন-সঙ্গিনী আজি মৃত্যু-শয্যাত। বেমাৰ ভাল হওক ছাৰি দিনে দিনে বেয়াৰ ফালেহে ঢাল লৈছে। বহুত দেশৰ ভাল ভাল বেজ আহিও বেমাৰ ধৰিব পৰা নাই। দৰবেও একো গুণ দিয়া নাই।

সেই দিনাখন পুৱা ৰজাৰ ঘাইজন বেজে কোঁৱৰক মাতি নি কলে, "বোপা, আজি বেমাৰ বৰ টান। আমাৰ দৰব-পাতি সকলো অথলে গ'ল। আজি ৰাতিটো কথমপি টানিলেও কাইলৈ পুৱালৈকে টানিব পাৰে নে নোৱাৰে, সন্দেহ। উপায় নাই বুলিলেই হয়— যদিও এটা আছে, সেইটোও একেবাৰে অসম্ভৱ।" "কি উপায়, মোক কওক, মই শেষ বাৰ চেষ্টা কৰি চাওঁ, বুলি কোঁৱৰে বেজৰ হাতত ধৰি কান্দিবলৈ ধৰিলে। "বোপা, সেই উপায় হৈছে কেতেকী ফুলৰ ৰেণু—যদি নতুনকৈ ফুলা কেতেকী ফুলৰ ৰেণু আনি কুঁৱৰীৰ গাত সানি দিয়া যায়, তেতিয়া হলে কুঁৱৰীৰ বেমাৰ ভাল হব। কিন্তু এই জাৰকালি তুমি কেতেকী ফুল ক'ত পাবা? সেই দেখিহে কৈছোঁ—উপায় একেবাৰে অসম্ভৱ।" এই বুলি বেজ বেজাৰতে নিমাত থাকিল।

(৩)

কোঁৱৰৰ মূৰতো চৰগ ভাগি পৰিল—হায়! যিটো উপায়ৰ কথা ক'লে, সি একেবাৰে অসম্ভৱ। তেওঁৰ জীৱনৰ সুখ শান্তি —ইমানতে সকলো শেষ। তেওঁ এখুজি দুখুজি কৰি আগবাঢ়িবলৈ ধৰিলে— ক'লৈ যাব, কব নোৱাৰে, লক্ষ্যহীন। গৈ গৈ নৈৰ পাৰতে বহিল গৈ। কুঁৱলী ভাঙি জাৰকালিৰ মিঠা ৰ'দ ওলাই আহিছে—গছৰ পাতৰ আগে আগে সুৰুযৰ কিৰণ চিকমিকাব লাগিছে। উলাহতে কেতেকী চৰাইজনীয়ে গছৰ ইটো সিটো ডালত পৰি মাতি ফুৰিছে। তেনে দৰে উৰি ফুৰোঁতে তাই এবাৰ তললৈ চাই দেখিলে যে কোনোবা এজনে বেজাৰতে তলমূৰ কৰি নৈৰ পাৰত বহি আছে। অলপ পৰৰ পিছতে তেওঁৰ কোঁৱৰ বুলি তাই চিনিব পাৰিলে। চৰাইজনীৰ মনত বৰ বেজাৰ লাগিল। তাই আজি কেবাদিনো তেওঁক এই দৰে বেজাৰ কৰি ফুৰা দেখিছে; আৰু মুখলৈ চাই, আজি যে তেওঁৰ বেজাৰ বৰ বেছি, সেইটো তাই বুজিব পাৰিলে। তাই কেবা বাৰো কোঁৱৰক মাতি মুখৰ মাত নাপালে। আকৌ এবাৰ কলে "কোঁৱৰ,

তোমাৰ কি হৈছে, মোক কোৱা।" কোঁৱৰে এইবাৰ মূৰ তুলি ওপৰলৈ চাই দেখিলে যে তেওঁৰ সেই চিনাকী কেতেকী চৰাইজনী। তেওঁ তেতিয়া কলে, "মোৰ সৰ্ব্বনাশ হ'ল। মোৰ জীৱনৰ সুখ-শান্তি সকলো আঁতৰিল —মোৰ আৰু জীৱনত সকাম কি? কাইলৈ পুৱা সকলো শেষ।" এই বুলি আকৌ তলমূৰ কৰি তেওঁ মনে মনে থাকিল।

কেতেকীয়ে আকৌ কলে, "মোক বুজাই কোৱা, মই একো বুজিব পৰা নাই।" কোঁৱৰে মাত লগালে "বনৰ চৰাই, বনে বনে চিঞৰি ফুৰ, তই মানুহৰ মনৰ ভাৱ কি বুজিবি?"

"হব পাৰো বনৰ চৰাই, কিন্তু সকলোৰে সুখ-দুখ বুজিব পৰা ক্ষমতা ঈশ্বৰে আমাকো দিছে। কি হ'ল তোমাৰ, মোক কোৱা।' এই বুলি নেবানেপেৰাকৈ ধৰাত কোঁৱৰে তেতিয়া গোটেইখিনি কথা কান্দি কান্দি তাইৰ আগত কলে।

বহুত পৰ টলকা মাৰি থাকি শেহত চৰাইজনীয়ে ক'লে, "কোঁৱৰ, আজি ৰাতিয়েই তোমাক মই কেতেকী ফুল দিম, তুমি বেজাৰ নকৰিবা।" কোঁৱৰে অবিশ্বাসেৰে মূৰ জোকাৰি কলে "মিছা কথা, মিছাকৈয়ে মনক বুজনি দিয়াত কি লাভ? অসম্ভব কেতিয়াও সম্ভৱ নহয়।"

"মই অসম্ভৱকে সম্ভৱ কৰিম— লগে লগে মোৰ প্ৰাণো দিম। আজি ৰাতি থাই বৈ তুমি ইয়ালৈ আহিবা। মই তোমাক সৌ হাবিখনৰ মাজত থকা কেতেকী ফুলজোপাৰ ওচৰলৈ লৈ যাম। তাৰ পাতৰ মাজত বহি কাঁইটেৰে মোৰ বুকু ফুটাই মই গোটেই ৰাতি গান গাই থাকিম —আৰু শেহ নিশা দেখিবা যে পাতৰ মাজতে এটি কেতেকী ফুল নতুনকৈ ফুলি উঠিব আৰু লগে লগে মোৰ দেহাটিও ঢাল খাই মাটিত বাগৰি পৰিব। তুমি সেই ফুল লৈ গৈ তাৰ কেশু কুঁৱৰীৰ গাত সানি দিবা। তেওঁৰ গা ভাল হব।"

"তোমাৰ কি হব?--তোমাৰ প্ৰাণ লৈ মোক ফুল নালাগে—মোৰ যি হয়,—আগেয়ে কোৱা, তোমাৰ প্ৰাণ বঁচাবৰ কিবা উপায় আছে নে নাই?" "আছে —কিন্তু তুমি হয়তো নোৱাৰিবা বা তোমাৰ সময় হৈ নুঠিবও পাৰে।" "মিছা কথা। মোৰ প্ৰাণ দিও তোমাৰ প্ৰাণ ৰখাম— যদিহে মই জানিব পাৰোঁ।" কেতেকীয়ে সুহুৰি এটি মাৰি কলে "সিমান দূৰলৈ যাব নালাগে। যেতিয়া মোৰ গাটো ঢাল খাই মাটিত বাগৰি পৰিব, তেতিয়া যদি তুমি মোক তুলি বুকুৰ মাজত লৈ তোমাৰ বুকুৰ উমেৰে মোৰ গা তপত কৰি, আৰু মোৰ মুখত মুখ দি তোমাৰ ওঁঠৰ তপত উশাহৰ স্পৰ্শ দিয়া, তেনেহলে তেতিয়াই মোৰ প্ৰাণৰ স্পন্দন হব—মই আকৌ সজীৱ হৈ উঠিম—লাগে মাথোন অন্তৰ আৰু হৃদয়ৰ ভাব আৰু ভালপোৱা। কিন্তু —যাওক, ৰাতিকৈ আহিবা। সকলো ঠিক হৈ যাব।" এই বুলি কৈয়েই চৰাইজনী তাৰপৰা উৰি গ'ল।

কোঁৱৰে বহুত পৰ তাতে অকলে বহি থাকি লাহে লাহে ঘৰমুৱা হ'ল। তেওঁৰ মুখত বিশ্বাস আৰু অবিশ্বাসৰ ছাঁৰ সান-মিহলি—অন্তৰত আশা নিৰাশাৰ হেন্দোলনি।

(৪)

আৰকালি আন্ধাৰ ৰাতি, কুঁৱলীৰে বাট নেদেখাৰ দৰেই—অইন কি আকাশকো যেন কুঁৱলীয়ে ঢাকি পেলাইছে। কোঁৱৰ আহি নৈৰ পাৰ পালেহি। চৰাইজনী গছতেই আছিল। তেওঁক অহা দেখি তাই কলে "বলা, আমি এই সৰু বাটটোৰেদি হাবিৰ মাজলৈ সোমাই যাওঁ।" কোঁৱৰ আৰু চৰাইজনী অৱশেষত হাবিৰ মাজৰ কেতেকী ফুল জোপাৰ ওচৰ পালে গৈ। চৰাইজনীয়ে তেওঁক গছ এজোপাৰ তলতে বহিবলৈ কৈ নিজে কেতেকীৰ কাঁইটীয়া পাতৰ মাজত বহি মাতিবলৈ ধৰিলে। কাঁইটেৰে বুকু ফুটি গৈছে, পাতৰ আগেদি টোপাটোপে তেজ পৰিব লাগিছে— কিন্তু মাতৰ বিৰাম নাই। কোঁৱৰে চৰাইজনীলৈ একেথৰে চাই গছৰ তলতে বহি আছে।

কত পৰ যে এনেকৈয়ে গ'ল, কোনোৱে কব নোৱাৰে। মাজ নিশাও পাৰ হ'ল। এনেতে কোঁৱৰে দেখে যে কুঁৱলী লাহে লাহে আঁতৰি গ'ল, আকাশত জোনে দেখা দিলে। আন্ধাৰ হাবি পোহৰত ফটফটীয়া হ'ল। গছ-লতা, পশু-পক্ষী, সকলোৱে যেন টোপনিৰপৰা সাৰ পাই উঠিল। পুৰণি পাতৰ ঠাইত গছত নতুন পাতে দেখা দিলে, জাৰ আঁতৰি জুৰ বতাহ বলৈ ধৰিলে। চৰাইবোৰেও আনন্দতে কুৰুলিয়াই উঠিল। গাঁতৰপৰা সাপো ওলাই আহি ফুল জোপাৰ চাৰিওফালে পাক মাৰি গ'লহি। এটি উলাহৰ ভাব যেন হাবিখনৰ চাৰিওফালে বিয়পি পৰিল। জাৰৰ অন্তত যেন বসন্ত আহিল।

কেতেকীৰ গান মাৰ যোৱা নাই, কিন্তু মাত লাহে লাহে সৰু হৈ আহিছে। ক্ষীণ সুৰেৰে এবাৰ ক'লে "অলপতে ফুল ফুলিব, কোঁৱৰ, ভয় নাই।"—আকৌ তাই মাতিবলৈ ধৰিলে। লাহে লাহে মাত নোহোৱাৰ দৰে হ'ল, মাথোন কোনো মতে শেষবাৰলৈ ক'লে, "ফুল ফুলিল—মোৰ শেষ—কোঁৱৰ—বি-দা-য়" পাতৰ মাজত ফুল ফুলি উঠিল। কেতেকীৰ দেহা মাটিত ঢাল খাই পৰিল। ....কোঁৱৰে আনন্দত বলিয়া হৈ একে জাপে গৈ পাতৰ মাজৰপৰা ফুলটো কাটি আনি বেগাবেগিকৈ ঘৰমুৱা হ'ল— কেতেকীৰ দেহা তাতে পৰি থাকিল। ক'ৰবাৰ পৰা এচপৰা ক'লা ডাৱৰ আহি আকাশখন ঢাকি পেলালেহি। হাবিৰ মাজত এটি বিষাদৰ সুৰ বাজি উঠিল। ফুলজোপা হাউলি পৰি কেতেকীৰ দেহাটিক আবৰি ধৰিলে। বতাহে তলৰ শুকান পাতবোৰ নি তাত গোটাই দিলে গৈ। চৰাইবোৰে বেজাৰত চিঞৰি উঠিল। গছৰ পাতৰ আগৰপৰা নিয়ৰৰ টোপালবোৰ চাৰিওফালে ঘূৰি শেষত বেজাৰত গাঁতত সোমাল গৈ। পোহৰ পলাল। আকৌ আগৰ দৰে আন্ধাৰ আৰু কুঁৱলীয়ে হাবিখন ঢাকি পেলালে। খন্তেকীয়া সুখৰ ছায়াবাজীত বেজাৰৰ ক'লা ঢাকনি পৰিলহি।.....

সেই দিনা পুৱা ৰাজ কাৰেঙত আনন্দৰ খলকনি উঠিল। সুখৰ জেউতি বিৰিঙি পৰিল— ৰাজ্যত আকৌ আগৰ দৰে উলাহৰ সোঁত বৈ গ'ল।



# পোহৰ

এতিয়াও ধৰণীৰ বুকুৰপৰা আন্ধাৰ আঁতৰা নাই। গছৰ পাতৰ আগত পোহৰৰ জিলিঙনি পৰিবলৈ এতিয়াও বাকী। চাৰিওফালে আন্ধাৰ। তাৰ মাজতে যেন জগতে সাৰসুৰ নোহোৱাকৈ নিমজ মাৰি পৰি আছে। বতাহো বলা নাই। এটি গহীন নিস্তব্ধ ভাবে যেন সকলোটি আবৰি থৈছে।

অনন্ত মহাসাগৰৰ পাৰত মহাকাল নীৰৱে থিয় হৈ আছে। তেওঁৰ মুখত এটি বুজিব নোৱাৰা ভাব, চকুত শূন্য উদাস দৃষ্টি। তেওঁ নিজৰ ভাৱতে নিজে ভোল গৈ আছে। মহাসাগৰৰ ঢৌৱে যে ঘনে ঘনে তেওঁৰ চৰণ ধুৱাই দিছেহি, তালৈ ভ্ৰূক্ষেপেই নাই। লাহে লাহে পৃথিৱীৰ বুকুত প্ৰাণৰ স্পন্দনৰ আভাস পোৱা গৈছে— প্ৰকৃতিয়ে যেন টোপনিৰ কোলাৰপৰা সাৰ পাই উঠিবলৈ যো-যা কৰিছে। মাজে মাজে অলপ অলপ জুৰ বতাহ বৰলৈ ধৰিছে। এটি যেন সজাগ ভাবে জগতৰ মাজত নতুনকৈ দেখা দিছেহি। গোটেই জগত যেন কিবা এটি নতুনৰ আশাত উদ্গ্ৰীৱ হৈ আছে। মহাসাগৰৰ পানীৰ ওপৰত নানা বৰণে আহি ধেমালি জুৰি দিছেহি। পানীবোৰ একো একোবাৰ নীলা, একো একোবাৰ হালধীয়া, ৰঙা বা সেউজীয়া হৈছে। কেতিয়াবা আকৌ সকলো বৰণৰ সান-মিহলি হৈ এটা নতুন বৰণৰ সৃষ্টি কৰিছে। বতাহত পানী কঁপাৰ লগে লগে নানা বৰণৰ ঢৌবোৰো কঁপিবলৈ ধৰিছে। কেনে বিচিত্ৰ বৰণৰ সমাবেশ— সুন্দৰক আদৰিবলৈ সুন্দৰৰ যেন মধুৰ প্ৰয়াস।

চাওঁতে চাওঁতে পানীৰ বুকুৰপৰা পোহৰে মূৰ দাঙি উঠি জগত খনলৈ চাই পঠিয়ালে। গোটেই জগত আনন্দত বিভোৰ হ'ল— পৃথিৱী সজীৱ হ'ল। দশোদিশে এটা আনন্দৰ সোঁত বৈ গ'ল। গছ-লতা, পশু-পক্ষী সকলোৱে আনন্দেৰে পোহৰক আৱাহন জনালে। পৃথিৱীৰ বুকুৰপৰা মধুৰ ধ্বনিৰে পোহৰৰ স্তুতি উঠিল।

উদয়ং গিৰিমুপেতং ভাস্কৰং ৰুক্মবৰ্ণং
নিখিল ভুৱননেত্ৰমজ্ঞানধ্বান্তহৰম্।
প্ৰোজ্জ্বলজ্ঞানঘনং চৰাচৰ প্ৰাণধৰং
নমাম্যহং তং সবিতুৰ্বৰেণ্যম।।

গম্ভীৰ সুৰেৰে মহাকালৰ মুখৰপৰা উচ্চাৰিত হ'ল "স্বস্তি"। গোটেই জগতত সেই ধ্বনি বিয়পি পৰিল।

পোহৰে মহাকালক সেৱা জনাই মুখলৈ চাই অলপ পৰ বৈ কলে "ময়েই জগতৰ প্ৰাণ— সকলো ঠাইতে মোৰ চৰণৰ চাব পৰিছে। আপোনাৰ নিয়মতেই কালৰ চকৰি

ঘূৰিছে, নগৰ সাগৰ হৈছে, সাগৰ নগৰ হৈছে। আপুনি আজি ইয়াত কিয়?" "প্ৰয়োজন আছে— কাৰ্য্যকাৰণৰ সম্বন্ধ ক'ত শেষ হয়, কোনে জানে? এতিয়াও এনে ঠাই আছে, য'ত তোমাৰ চিন পৰা গৈ নাই।" "আচৰিত কথা" বুলি পোহৰে তলমূৰ কৰি ৰ'ল। "সেই কাৰণেই তোমাক লৈ যাবলৈ আহিছোঁ,— বলা।" "আপুনিয়েই সকলো" এই বুলি মহাকালৰ লগে লগে পোহৰে আগুৱাবলৈ ধৰিলে।

হাবিৰ মাজেদি দুয়ো গৈ আছে— অটব্য অৰণ্য— বাট-পথ নাই কিন্তু এওঁলোক আগুৱাই যোৱাৰ লগে লগে আপোনা আপুনি বাট ওলাই গৈছে।

চাৰিওফালে পৰ্ব্বতে বেঢ়া এখন প্ৰকাণ্ড পুৰী। হাবি, বন, পৰ্ব্বতে এনেকৈ ছাটি থৈছে যে পোহৰ সোমাবলৈ সুৰুঙা এটিও নাই। সেই, ৰাজ্যত আন্ধাৰৰ অসীম প্ৰতাপ--তাত পোহৰৰ নাম গোন্ধেই নাই, ৰজা, প্ৰজা, সৈন্য সামন্ত— সকলোৰেই আছে, মাথোন নাই পোহৰ। কত দিন ধৰি তাত এনে দৰে চলি গৈছে, তাক কোনোৱে কব নোৱাৰে। তাত গছ-লতা আছে, কিন্তু তাৰ পানীত সোঁত নাই— বৰণো আন্ধাৰত ক'লা হৈ গৈছে। তাত চৰাই নাই, চৰাইৰ গান নাই, পখিলা নাই, ফুলো নাই। তাত অইন জন্তু আছে,— সিহঁতো আন্ধাৰৰ লগতে মিহলি হৈ আছে। তাৰ মানুহবিলাক ইয়াতেই সুখী। তাত থকা বস্তুবোৰৰ বাহিৰে যে আন ক'ৰবাত কিবা আছে, তাক তেওঁলোকে নাজানেও বা জানিবলৈ ইচ্ছাও নকৰে। তেওঁলোকে ভাবে যে তেওঁলোকৰ তাত যি যি আছে, সেয়েই আচল বস্তু আৰু তেওঁলোকৰ নিয়মেই আচল নিয়ম। কোন সময়ত ক'ৰপৰা গৈ যে তেওঁলোকৰ মাজত কেনেকৈ এজন কবি সোমাল, তাক তেওঁলোকে কবই নোৱাৰে। পোনে পোনে তাৰ মানুহবোৰে তেওঁক আচহুৱা বুলি লগ-সঙ্গ দিছিল, কিন্তু লাহে লাহে তেওঁৰ লগত কথাবাৰ্ত্তাত মিল নোহোৱা দেখি তেওঁৰ লগৰপৰা তেওঁলোক আতৰি আহিল। তেওঁলোকে মানুহজনক বলিয়া বুলি ভাবি পুতৌ কৰে; কাৰণ, তেওঁ পোহৰ, সেউজীয়া গছৰ পাত, ফটিকৰ ধাৰ যেন পানী, ধুনীয়া ধুনীয়া চৰাইৰ গান, নানা তৰহৰ সুগন্ধি ফুল আৰু নানা বৰণীয়া পখিলা, জোন, বেলি, তৰা আৰু নীল বৰণীয়া আকাশৰ কথা কয়। তেওঁৰ কথাত ৰজাই হাঁহে, প্ৰজাই হাঁহে। ৰজাই কয় "তুমি এইবোৰ বলিয়ালি নকৰি আমাৰ লগতে আমাৰ দৰে থাকা, তেতিয়া মঙ্গল হব। দেশত নোহোৱা নোপজা কথাবোৰ কিয় মিছাতে ভাবি ভাবি মৰিছা?" তেওঁ কয় "মহাৰাজ, মিছা নহয়। এদিন দেখিব মোৰ কথা ফলিয়াব। পোহৰ পৰি আপোনাৰ ৰাজ্য সুন্দৰ হৈ পৰিব। তেতিয়াহে বুজিব, মই বলিয়া নহওঁ।"

মহাকাল আৰু পোহৰ দুয়ো আহি প্ৰকাণ্ড পুৰীৰ কাষ চাপিলহি, আৰু দুৱাৰত ঢকিয়াবলৈ ধৰিলে। ভিতৰৰপৰা শব্দ হ'ল "কোনে দুৱাৰত ঢকিয়াইছে?" "আমি, দুৱাৰ মেলি দিয়া।"

"কোন তোমালোক?"

'পিছত বুজিবা—আগে দুৱাৰ মেলা।"

"নাই, আমি দুৱাৰ মেলিব নাজানো—আমাৰ দুৱাৰ সদায় বন্ধ। এই দুৱাৰৰ কাষতেই মোৰ বোপা, ককা ইত্যাদি সকলো পুৰুষানুক্ৰমে দুৱৰীয়ে হৈ গ'ল। ময়ো বুঢ়া হব লগীয়া হলোঁহি, ইমান দিনে কোনোৱে আমাক দুৱাৰ মেলিবলৈ কোৱা নাই বা কোনোৱে আহি আমাক দুৱাৰ মেলিবলৈ শিকোৱাও নাই। মিছাতেই দুৱাৰ নঢকিয়াবা—য'ৰ মানুহ তা'লৈ গুচি যোৱা—দুৱাৰ মেলা নহয়।"

"বেছ কথা, আমি তেন্তে দুৱাৰ ভাঙিম।"

"অলপ ৰবা, মই ৰজাক কওঁ গৈ— ৰজাই সৈন্য-সামন্ত লৈ দুৱাৰ আৰু পুৰী ৰক্ষা কৰক।"

এওঁলোকে বাহিৰৰপৰা হাঁহি মাৰি কলে "বেছ কথা, ৰজাক সাজু হবলৈ কোৱাগৈ, আমিও দুৱাৰ ভাঙিবলৈ সাজু হওঁ।"

ৰজাৰ কাষলৈ খবৰ গ'ল, ৰাজ্যত হুলস্থূল লাগিল। ভয়ত সকলো বিতত হ'ল--ল'ৰা-তিৰোতাবোৰে ভয়ত কান্দিবলৈ ধৰিলে। ৰজাই সৈন্য-সামন্ত লৈ দুৱাৰ আৰু পুৰী ৰক্ষা কৰিবলৈ আগবাঢ়ি আহিল। সকলো বিফল হ'ল—দুৱাৰ ভাঙি পোহৰ সোমাল।

ৰাজ্য চলিবলৈ ধৰিলে,—মাথোন আগৰ দৰে নহয়। গছে গছে সেউজীয়া পাতে দেখা দিলে। বুকুত ফটিকৰ ধাৰ যেন পানী লৈ নৈ সাগৰলৈ বৈ যাবলৈ ধৰিলে। নানা তৰহৰ ফুলৰ গোন্ধেৰে ৰাজ্য আমোলমোল হ'ল। ফুলাম পাখিৰে নানা বৰণৰ পখিলা ফুলে ফুলে উৰি ফুলৰ জেউতি চৰালে। সকলো সুন্দৰ হ'ল। মানুহৰ মুখে মুখে হাঁহি। নানা তৰহৰ চৰাই আহি গছৰ ডালত পৰি কুৰুলিয়াবলৈ ধৰিলে—ৰাজ্যৰ আনন্দ চায় কোনে? চাৰিওফালে জয় জয়, ময় ময়— সুন্দৰ ই ধৰাখনি সুখৰ আধাৰ। কবি আৰু এতিয়া বলিয়া নহয়— তেওঁ সকলোৰে মৰম আৰু চেনেহৰ পাত্ৰ সকলোৰেই তেওঁক ভাল পায়, তেওঁৰ লগত ফুৰে ল'ৰা-বুঢ়া সকলোৰেই তেওঁ সমান লগৰীয়া। কোনোৱে তেওঁৰ লগ এৰিবলৈ নিবিচাৰে।

ৰাতিপুৱা খাই-বৈ ল'ৰাবোৰে গৰু চৰাবলৈ লৈ যায়। সেউজীয়া পথাৰত গৰু এৰি দি দুপৰীয়া গছৰ ছাঁত সিহঁতে পেঁপা বজাই বজাই গান গাই ৰং-ধেমালি কৰি থাকে। কেতিয়াবা মাজে মাজে এজো ডোখৰ ক'লা ডাৱৰ আহি বেলিটো ঢাকি পেলালে সিহঁতে ওপৰলৈ চাই সিহঁতৰ দেশৰ অতীতৰ দুখৰ কাহিনী কৰুণ সুৰেৰে বিনাবলৈ ধৰে। সন্ধিয়া মাৰ যোৱা বেলিৰ হেঙুলি ৰহণেৰে ঢকা পছিম আকাশলৈ

চাই সিহঁতে ভবিষ্যতৰ পটত নিজৰ দেশৰ উজ্জ্বল মূৰ্ত্তি কল্পনা কৰি ৰং মনেৰে গান গাই গৰু লৈ ঘৰলৈ উভতি আহে— বাটেদি আহোঁতে ৰাজ্যৰ ল'ৰা বুঢ়া সকলোৱে হাঁহি হাত-চাপৰি মাৰি সিহঁতৰ আনন্দৰ গানত যোগ দিয়েহি।



# জীৱনৰ দান

জীৱন মোৰ কাষলৈ আহি মোক এপাহি ফুল দি গ'ল। মই সেই ফুলপাহি সাৱটি বুকুত থলোঁ। জীৱনে আকৌ এবাৰ আহি মোক এটি ধুনীয়া মুকুতা দিলেহি; মই তাক সোণেৰে বন্ধাই বুকুত আঁৰি ললোঁ। মোৰ বৰ পিয়াহ লাগিল....প্ৰাণ যায় যায় যেন হ'ল....জীৱনে মোৰ কাষলৈ আহি এপিয়লা পানী দি গ'ল....তাক মই বৰ হেঁপাহেৰে খাই শেষ কৰিলোঁ। এইবাৰ জীৱন আহি মোলৈ এটি ধুনীয়া উজ্জ্বল পোহৰ পেলালে; মই এই পোহৰ ধৰিবলৈ যত্ন নকৰি মাথোন কলোঁ "ধুনীয়া পোহৰ; আৰু ধুনীয়া হৈ দূৰদূৰণিৰ বাট উজলাই দিয়া। তুমি হাতৰ মুঠিৰ মাজত থকা বস্তু নহয়। তোমাৰ কাম দূৰ—সুদূৰৰ বাট উজলাই আগুৱাই লৈ যোৱা...আগলৈ ....আৰু আগলৈ।"



# জীৱনৰ সাঁতোৰ

সহায় সাৰথি বিহীন হৈ দুখ বেজাৰত অকলে অকলে এনি তেনি ঘূৰি ফুৰি ভাগৰত লাল কাল হৈ আবেলি বেলিকা এজোপা অশোক গছৰ তলতে আঁউজি বহিলোঁ, ঠাই ডোখৰ মোৰ বৰ ভাল লাগিল—আমগছ, বকুলগছ, আৰু আন কেবা জোপামান গছে ঠাই ডোখৰক ছাঁৰে শীতল কৰি ৰাখিছে। তলৰ দুবৰিখিনিও ঘন ঘন কৈ গজি ঠিক যেন এখনি দলিচা পাৰি থোৱাৰ দৰে হৈছে। মাজে মাজে অলপ বতাহো বলিছে। কেতিয়া যে টোপনি আহিল মই কবই নোৱাৰিলোঁ। দেখিলোঁ মই যেন এখন নৈৰ পাৰৰ ঘাঁহনিত শুই আছোঁ— লাহে লাহে দেখোন মোৰ জীৱটো দেহাৰ পৰা ওলাই গৈ নৈৰ পাৰত কিবা এটা বিচাৰি খপজপাই ফুৰিছে। এবাৰ কৰবাৰ পৰা খাগৰি এডাল আনি খুপি খুপি নৈখন পাৰ হব খুজিছিল—তেনেতে খাগৰি ডাল ভাগি থাকিল। তাৰ পাছত আকৌ কৰবাৰ পৰা এডাল জোং আনি নৈ খন পাৰ হব খুজিছিল - -অলপ মান গৈ পানীৰ মাজ পাওঁতেই জোং ডাল বোকাত সোমাই লাগি ধৰাত টানি উলিয়াবলৈ যাওঁতে উফাল খাই আহি কেনিবাদি পাৰত পৰিলহি— তাৰ অলপ

পাছতে এডোখৰ কাঠ উটি অহা দেখি ধৰি আনি তাত হাতেৰে ভেজা দি পাৰ হ'ব খুজিলে— অলপ মান ধৰি যাওঁতেই সেই কাঠডোখৰো হাতৰ পৰা আঁতৰি সোঁতত উটি গ'ল। তেতিয়া নিৰুপায় হৈ ইফালে সিফালে চাবলৈ ধৰিলে—কোনোবাই যেন কেনিবাদি মাত লগালে, "নিজৰ বাউসীৰ বলেৰে সাঁতুৰি আঁহা" দুবাৰ মান আন ৰকেম চেষ্টা কৰি বিফল হৈ শেষত নিজৰ বাউসীৰেই সোঁতত পাৰি দি সিপাৰ পালেগৈ-
তেনেতে মই সাৰ পালোঁ বৰ ভাল লাগিল...প্ৰাণত এটা নতুন উচাহ আহিল। মনৰ পৰা দুখ বেজাৰ গ্লানি সকলো আতৰি গ'ল। লাহে লাহে ঘৰমুৱা হলোঁ। বেলি মাৰ গৈছে, কিন্তু তাৰ হেঙুলী আভাই পশ্চিম আকাশ এতিয়াও ৰাঙলী কৰি থৈছে।



# শেহত দুয়োটি একতে লীন

কবি আৰু দাৰ্শনিক।

আলিবাটটোৰ দুয়ো ফালে দুয়ো যাব লাগিছে— সত্যৰ অনুসন্ধানত, গৈ গৈ দূৰৈৰ পৰ্ব্বতটোৰ কাষ চাপিলেগৈ। ওপৰলৈ চাই দেখিলো ওপৰৰ পৰা দুখন হাতে তেওঁলোক দুয়োকে যেন কাষলৈ মাতিছে। এখন সোওঁ ফালে, আনখন বাওঁফালে। সোঁহাতখন যেন নামি আহিছে শূন্য নীল আকাশৰ পৰা আৰু বাওঁখন যেন এচপৰা ধীৰ ডাৱৰৰ বুকুৰ পৰা, দুয়ো দুয়োফালেদি পৰ্ব্বত বগাবলৈ ধৰিলে। যি জন শূন্য নীল আকাশৰ তলৰ বাটেদি বগাবলৈ ধৰিলে তেওঁক আনজনে কলে, "তুমি ভুল কৰিছা বন্ধু। বহুত পৰ ৰ'দত বাট বুলি তোমাৰ মূৰ আচন্দ্ৰাই কৰিছে। তোমাৰ ওপৰত যি দেখিছা সি মাথোন শূন্য, তুমি ইয়াৰ মাজত সোমালেই দেখিবা তাত একোৱেই নাই, শূন্য, আনকি তুমি উশাহ লবলৈকে টান পাবা। মোৰ মূৰৰ ওপৰত বুকুত বিজুলীয়ে চিকমিক কৰা যি চপৰা কলা ডাৱৰ দেখিছা, যাৰ বুকুত গাজনি শুনিছা আৰু য'ত মাজে মাজে পোহৰ জিলিকি পৰিছে, সেই পোহৰতেই মোক বাট দেখুৱাই মাতিছে। মই তালৈকে উঠি যাম।" নীল আকাশৰ বুকুলৈ চাই বাট বোলাজনে উত্তৰ দিলে, "তুমিও ভুল কৰিছা বন্ধু, তোমাৰ ওপৰত মাথোন এচপৰা কলা ডাৱৰ কুঁৱলী আৰু পনীয়া বতাহেৰেই ভৰা। এবাৰ তাত সোমালে আৰু ওলাবৰ বাট নোপোৱা, তাতে ঘূৰি ফুৰিব লাগিব। মোৰ ওপৰত থকা অনন্ত নীল আকাশে মোক মাতিছে, মই তালৈকে যাম।" দাৰ্শনিকে মাথোন কলে, "অন্ধ"। কবিয়ে মাত লগালে—"নিৰ্ব্বোধ"। দুয়ো দুফালেদি বগাবলৈ ধৰিলে, শেহত যেতিয়া ভাগৰত লালকাল হৈ পৰ্ব্বতৰ টিং পালেগৈ, ঈশ্বৰে সোঁ হাতখনেৰে কবিক বাওঁহাতেৰে দাৰ্শনিকক, দুয়োকে বুকুত সাবটি ললে। যেতিয়া তেওঁলোক দুয়ো সাৰ পালে তেতিয়া বুজিলে যে দুয়ো একেখনি বুকুৰ দুফালেদি

আছে। এজনে মাত লগালে "মই সোওঁ ফালে", আনজনে ক'লে, "মই বাওঁ ফালে", অথচ আমি একে ঠাইতে, আৰু তাতেই দুয়ো সত্যৰ ধ্বনি শুনিবলৈ পালে।



# সেই হালধীয়া ফুলপাহি

এদিন ৰজাৰ ফুলনিৰ-পহৰীয়াজনে ভুলতেই ফুলনিৰ দুৱাৰখন মুকলি কৰি কেনিবাদি ওলাই গৈছিল। সেই ছেগতে এজন প্ৰেমিক আহি তাত সোমাইছিলহি। এনেতে কৰবাৰ পৰা এটি ৰূপালী পোহৰ ধাৰাৰ মাজেদি এজন কোনোবা নামি আহি সুধিলেহি, "তুমি কোন আৰু ইয়াত কি কৰিছাহি, ইয়াৰ পৰা আঁতৰি যোৱা, মৃত্যুৰ অনুমতি নোপোৱালৈ ইয়ালৈ কোনো সোমাব নোৱাৰে"। মানুহজনে উত্তৰ দিলে, "মই এতিয়াই যাম, মোৰ ইয়াত থাকিবৰ অকণো মন নাই", কাৰণ তেওঁৰ প্ৰেমিকা মৰতততহে আছে আৰু তাতেই তেওঁৰ সৰগ। তেওঁৰ কাৰণেই ফুল তুলিছে। মোক মাথোন ইয়াৰ পৰা কেই পাহ মান ফুল, তুলি নিবলৈ দিয়া", ফুলনিৰ পহৰীয়া দেৱদূত জনে কলে, "বাৰু নিয়া"—আৰু নীৰৱে তললৈ চাই দুটি প্ৰাণৰ মিলনৰ অটি আকুল আকাঙ্খা দেখি মাথোন এবাৰ মিচিকিয়াই হাঁহিলে।

প্ৰেমিক জনে তাৰপৰা নানা তৰহৰ, নানা বৰণৰ সোণালী ৰূপালী ৰঙৰ ফুলবোৰ তুলিলে, যেনে, প্ৰেমৰ পৰশ, যৌৱনৰ উন্মাদনা, চেনেহী চাৱনি, কেৰাহী কটাক্ষ, মিলনৰ আকুলতা, সপোন বলিয়া, ভবিষ্যতৰ আশা ইত্যাদি ফুলবোৰ তুলি ৰংমনেৰে মৰতলৈ নামি আহিব খুজিলে।

কিন্তু দেৱদূত জনে তেওঁক মাতি আনি "তুমি আটাইতকৈ ভাল পাহকে এৰি গলা," বুলি কলে। "চোৱাচোন সৌ গছৰ গুৰিত সেই অকণমান হালধীয়া ফুলপাহি কেনেকৈ ফুলি আছে! তাকো লোৱা, কাৰণ তুমি যিবিলাক ফুল তুলিলা সেই ফুলবিলাক সৰগতহে ফুলে, মৰতত মৰহি যায়। সেই ফুলপাহিকো প্ৰেমিক জনে তেতিয়া তুলি লগতে লৈ মৰতলৈ নামি আহিল.......।



ডেৰ কুৰি বছৰ পাৰ হৈ গ'ল....মৃত্যুৱে এদিন জীৱনৰ বাট শেষ হোৱা এগৰাকী অকলশৰীয়া নাৰীৰ ওচৰ চাপিলগৈ। মৃত্যুৰ আগত কোনো আঁৰবেৰ নাই— তেওঁ সকলোটি দেখে। তেওঁ সেই অকলশৰীয়া নাৰীৰ অন্তৰলৈ চাই পঠাই দেখিলে, তেওঁৰ অন্তৰৰ ফুলবিলাক শুকাই গ'ল। "প্ৰেমৰ পৰশ মৰহি গ'ল....যৌৱনৰ উন্মাদনা জীৱন-সংগ্ৰামৰ ঘাত প্ৰতিঘাতত কেনিবা পলাল.. চেনেহী চাৱনি পাহৰণিৰ বুকুত, কেৰাহী

কটাক্ষ অৱস্থাৰ বিপৰ্য্যয়ত বিপৰীত, মিলনৰ আকুলতা ......সংসোৰৰ বাধা বিঘিনিত জঁয় পৰি ব্যাকুলতাত পৰিণত... ভৱিষ্যতৰ আশা অতীতৰ সামৰণি,...সপোন বলিয়া দিঠকত নিৰুপায়...।”

কিন্তু মৃত্যুৱে দেখিলে যে তেওঁৰ শুকান অন্তৰৰ মাজত এপাহি ফুল সেইদিনা তুলি অনাৰ দৰে সজীৱ হৈ জেউতি চৰাই এতিয়াও ফুলি আছে। সেয়েই সেই হালধীয়া ফুল পাহি—বিশ্বাস, শান্তি।।



# প্ৰকাশকৰ আপোন কথা
## (প্ৰথম সংস্কৰণ)

শ্ৰীযুত যতীন্দ্ৰ নাথ দুৱৰাদেৱৰ বহুত কবিতা সিঁচৰিত হৈ পৰি আছিল। দুই এটা মাহেকীয়া কাকতত প্ৰকাশ হৈছে, বাকীবোৰ হোৱা নাই। যি দুই এটা কবিতাই ৰাইজৰ আগত মুখ দেখুৱাইছে সিয়ে তাৰ পৰা সমাদৰ পাইছে। আৱাহনত দুই এজন ডেকা সাহিত্যিকে দুৱৰা কবিতাৰ প্ৰশংসাপূৰ্ণ সমালোচনা লিখাও আমাৰ চকুত পৰিছে; সাতে-সোতৰে আমাৰ মনত এনে ধাৰণা হৈছে যে দুৱৰাৰ কবিতাবিলাকৰ প্ৰতি পঢ়ুৱৈ সমাজৰ আগ্ৰহ উপজিছে আৰু সি দিনকদিনে বাঢ়িছে। এনে সুযোগতে কিছুমান ভাবৰ মিল থকা কবিতা একেলগে গোটাই ৰাইজৰ আগত দাঙি ধৰিলে সমাদৰ পাব বুলি ভাবি 'আপোন সুৰ' ছপাই উলিয়ালোঁ। আদৰ-উৎসাহ পালে আগলৈ সৰহীয়াকৈ উলিয়াবলৈ মন মেলিছোঁ। উদ্দেশ্য আন একো নহয়, ভাল বস্তুৰ যাতে মোল বাঢ়ে তাৰে দিহা কৰা মাথোন।

এই পুথি যুগুত কৰোঁতে মোৰ ছাত্ৰ উঠি-অহা উৎসাহী ডেকা শ্ৰীমান শিৱপ্ৰসাদ বৰুৱা আৰু শ্ৰীমান নৰেন্দ্ৰনাথ শৰ্ম্মাই অশেষ সহায় কৰিছে, বিশেষকৈ শ্ৰীমান নৰেন্দ্ৰই অক্লান্ত পৰিশ্ৰম নকৰাহেঁতেন ইমান সোনকালে আপোন সুৰ ৰাইজে শুনিবলৈ নাপালেহেঁতেন। কলিকতাৰ এল্‌ম প্ৰেছৰ গৰাকীসকলেও আন বন কাতি কৰি থৈ এই খনি পুথি আগতে উলিয়াই দিছে, তেওঁলোকৰ প্ৰতি প্ৰকাশক কৃতজ্ঞ।

আৰু কবলৈ একো নাই, গুণীৰ গুণ প্ৰচাৰ হওক, অসমীয়া সাহিত্য-ভঁৰাল চহকী হওক, এয়ে কামনা। ইতি—

নিবেদক

**বিৰিঞ্চি কুমাৰ বৰুৱা**

# আপোন সুৰ

## পৰিচয়-লিপি

কোনো এজন লিখকৰ সাহিত্যিক অৱদানৰ সম্যক মূল্যাঙ্কন কৰিবলৈ হ'লে কি পৰিবেশ, কেনেকুৱা পাৰিপাৰ্শ্বিক অৱস্থা, কেনে অনুকূল বা প্ৰতিকূল পৰিস্থিতিৰ মাজত সেই অৱদান দিব পাৰিলে তাৰ বিষয়েও এটি স্পষ্ট ধাৰণা থকা নিতান্ত বাঞ্ছনীয়। ঁযতীন্দ্ৰনাথ দুৱৰা ৰংপুৰৰ সম্ভ্ৰান্ত দুৱৰাবংশৰ সৌম্যমূৰ্ত্তি, শ্ৰদ্ধাভাজন শ্যামসুন্দৰ দুৱৰাৰ কনিষ্ঠ পুত্ৰ আছিল। তেওঁৰ জন্ম হৈছিল ৰংপুৰত ১৮৯২ চনৰ মাৰ্চ মাহত। তেওঁ সৰুৰে পৰা লাজকুৰীয়া স্বভাৱৰ আৰু সকলোৰে আদৰৰ পাত্ৰ আছিল; বিশেষকৈ মাক-বাপেকৰ তেওঁ আছিল আলাসৰ লাড়ু। শিৱসাগৰৰ চৰকাৰী হাইস্কুলত ছাত্ৰ জীৱন কটাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ স্কটিচ্ চাৰ্চ কলেজত পঢ়িবলৈ যায়। ছাত্ৰাবস্থাতে তেওঁ শিৱসাগৰৰ নাট্যমন্দিৰত (তেতিয়াৰ) গোঁহাই-বৰুৱাৰ 'জয়মতী' নাটকত আজলী নাগিনী 'জিনু'ৰ চৰিত্ৰ নিখুঁতকৈ ৰূপায়িত কৰা আমাৰ এতিয়াও বঢ়িয়াকৈ মনত পৰে। কলিকতাতত কলেজৰ ছাত্ৰ হৈ থাকোঁতে তেওঁ তাৰ খৃষ্টান মিশ্যনেৰী অধ্যক্ষ, অধ্যাপক আদিৰ আৰু বঙালী, উৰিয়া, বিহাৰী, এংলো-ইণ্ডিয়ান আদি সহপাঠীসকলৰ বিপুল আদৰ-চেনেহ লাভ কৰে। লগতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সৈতে দুৱৰাৰ ঘনিষ্ঠ সম্পৰ্ক ঘটে। বেজবৰুৱাই তেওঁৰ কবিত্ব শক্তিৰ উমান পাই তেওঁক যথেষ্ট উদ্‌গনি দিলে আৰু 'বাঁহী'ত 'যদু' ছদ্মনামেৰে কবিতাবোৰ সততে প্ৰকাশ কৰি থাকে। শ্ৰীমতী অৰুণা (পিছত মুখাৰ্জী), ৰত্না (পিছত বৰুৱা), দীপিকা (পিছত নান্ হয়), এই জীয়ৰীসলৰ সৈতেও দুৱৰাৰ মিলা-প্ৰীতি ঘটে। দুৱৰাৰ প্ৰেমমূলক কবিতাবোৰৰ অন্তৰালত নিৰ্ম্মল প্ৰেমৰ প্ৰতিদান নোপোৱাৰ আবেগ লুকাই নথকা নহয়।

কলিকতা প্ৰবাসী ছাত্ৰ হৈ থাকোতেই দুৱৰাৰ অলপ বৈৰাগ্যৰ ভাৱ পৰিলক্ষিত হৈছিল। তেওঁৰ অন্তৰঙ্গ আৰু সহপাঠী বন্ধু বলীন্দ্ৰৰাম খাওন্দ (যি

'বৰাখাওঁ' নামেৰে 'বাঁহী'ত কেইটামান সুন্দৰ গল্প লিখিছিল) সন্ন্যাসী হৈ 'ডাওাহ্ হোষ্টেল'ৰ পৰা অন্তৰ্দ্ধান হ'ল। দুৱৰাৰ কাৰণেও আমি অতি উদ্বিগ্ন হৈছিলোঁ। কালক্ৰমত বি.এ. ডিগ্ৰী লৈ দুৱৰাই ভালেমান বছৰ স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত শিক্ষকতা কৰে আৰু লগে লগে কলেজৰ ছাত্ৰাবাসবো চুপাৰিণ্টেণ্ডেন্ট পদত অধিষ্ঠিত হয়। লগে লগে তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ অধ্যাপক আৰু পৰীক্ষকৰ পদত ভালেমান বছৰ অধিষ্ঠিত থাকি সুখ্যাতি অৰ্জন কৰে।

কলিকতা-প্ৰবাসী হৈ থকা কালতে তেওঁ 'ওমৰতীৰ্থ', 'কথা-কবিতা', 'আপোন সুৰ', 'বনফুল', 'মিলনৰ সুৰ', এই পাঁচখনি গ্ৰন্থ ৰচে। 'বনফুল' এ সাহিত্য একাডেমিৰ পুৰস্কাৰ লাভ কৰে। ভালেমান কবিতা অপ্ৰকাশিত অবস্থাতে তেওঁ থৈ গৈছে বুলি জানিবলৈ পাইছোঁ। সেইবোৰ পোহৰলৈ ওলালে স্বভাবকবি দুৱৰাৰ প্ৰতিভা জ্বলজ্বল পটপটকৈ জিলিকি উঠিব।

কিবা এটি মনৰ বেজাৰত তেওঁ ভালেমান বছৰ অসমলৈ নাহি আত্মীয়-স্বজনৰ পৰা আঁতৰি আছিল। একমাত্ৰ লগৰীয়া আছিল 'সাধন' নামৰ এটি বঙালী বিশ্বাসী লগুৱা-বান্ধনি। এবাৰ তেওঁ সাঙ্ঘাতিক ট্ৰেন দুৰ্ঘটনাত বিষম আঘাত পায়। কলিকতাৰ এল্‌ম প্ৰেছৰ গৰাকী শ্ৰীদেৱপ্ৰসাদ মিত্ৰ আছিল তেওঁৰ পৰম বন্ধু। দুৱৰাই এই লিখক আৰু যাদৱপ্ৰসাদ চলিহাৰ লগত কলিকতাত তাহানিখন নিতৌ আবেলি আবেলি ফুৰা-চকা কৰিছিল। বাটে বাটে তেওঁ কবিতা গাই যায়। যাদৱে কেতিয়াবা জোকালে গাত নিৰ্দ্দোষ ঢকা একোটা মৰা দৃশ্য আজিও মানস-পটত ভাঁহি উঠে। ১৯৪৮ চনত তেওঁ কানৈ কলেজৰ অসমীয়াৰ অধ্যাপক হয়। ১৯৫৫ চনত অসম সাহিত্য সভাই গুৱাহাটীৰ অধিবেশনত তেওঁক সভাপতি পাতি সন্মান প্ৰদৰ্শন কৰে। পিচত কলেজৰ পৰা অৱসৰ লৈ শেষছোৱা শিৱসাগৰ আমোলাপটীৰ নিজ ঘৰত ভতিজাক শ্ৰীবসন্তলাল দুৱৰা আদিৰ অক্লান্ত সেৱা-শুশ্ৰূষাত শয্যাগত হৈ থাকে। ভালেমান দিন বাৰ্দ্ধক্যজনিত ৰোগত ভুগি ১৯৬৪ চনৰ ৫ জুলাইৰ দিনা তেওঁ শেষ নিশ্বাস ত্যাগ কৰে। এয়াই কবি দুৱৰাৰ চমু জীৱনী-কাহিনী।

কবি কাক বোলে? কবিতা কি? মূল সংস্কৃত 'কবি' শব্দৰ অৰ্থ দূৰদৰ্শী ভৱিষ্যত-বক্তা, ঋষি। "Seer, Prophet, Sage"। গতিকে ই গুৰুত্বপূৰ্ণ। ৰামায়ণ, মহাভাৰত, ইলিয়ড, ওৱেষ্টলেণ্ড আদি কাব্যত কবিয়ে মানস চকুৰে

অতীত আৰু ভৱিষ্যত দেখাৰ উমান নোপোৱাকৈ নাথাকে। ইংৰাজ কবি উইলিয়াম ৱৰ্ডছৱৰ্থৰ মতে কবিতা হৈছে নীৰলে সোঁৱৰা হিয়াৰ আবেগ (Emotion recollected in tranquility)। কবিতাৰ এই সুন্দৰ সূত্ৰটি দুৱৰাৰ কবিতাবোৰত বৰ্তিয়াকৈ ৰক্ষিতা থাই পৰে। আৰু এগৰাকী বিশ্ববিশ্ৰুত কবি ছেলীৰ মতে—

"We look before and after
and pine for what is not.
Our sincerest laughter with some
pain is fraught,
Our sweetest songs are those that
tell of saddest thought."

ইয়াৰ ভাবাৰ্থ হৈছে আমি এবাৰ অতীতলৈ, এবাৰ ভৱিষ্যতলৈ দৃষ্টিপাত কৰোঁ, আৰু কিবা এটি যেন নাই বুলি অনুভৱ কৰি তাক পাবলৈ হাবিয়াস কৰোঁ। আমাৰ প্ৰাণভৰা হাঁহিটিতো কিবা যেন বেদনাৰ সুৰ এটি নিহিত থাকে আৰু বিষাদৰ ভাব প্ৰকাশ কৰা করুণ সুৰৰ গীতবোৰ আমাৰ আটাইতকৈ মধুৰ যেন লাগে।

এগৰাকী পাশ্চাত্য মনীষীৰ মতে কবিতা হৈছে সঙ্গীতময় বাক্য (musical speech)।

দুৱৰাৰ সৰহভাগ কবিতাত এটি শূন্যতা, এটি নিৰাশা, এটি কাতৰ আকুতিৰ করুণ, কোমল পৰশ থকা বাবে সহজতে আমাৰ হৃদয়-বীণত সহানুভূতিৰ জোকাৰ উঠে; আমাৰ অন্তৰৰ অন্তঃস্থলত এটি মচ নোযোৱা সাঁচ বহি যায়। কবিয়ে নিজকে অকলশৰীয়া, সকলোৰে অনাদৰ অৱহেলাৰ পাত্ৰ বুলি ভাবি জন-সমাজৰ হাই-উৰুমি দন্দ-খৰিয়ালৰ পৰা আঁতৰি পাহৰণি নৈৰ পাৰত এটি সৰু পঁজা সাজি তাতে থাকিবলৈ নাইবা সংসাৰ-নদীত জীৱনৰ নাওখনি মেলি সাগৰৰ সিপাৰৰ সোণোৱালী দেশৰ ফালে অকলে, অকলশৰে নাৱৰীয়া হৈ অবিৰাম গতিৰে নাও বাই গৈ থাকিবলৈ হেঁপাহ কৰে। থূলমূলকৈ এয়েই তেওঁৰ জীৱন-দৰ্শন বুলিব পাৰি। অৱশ্যে ইয়াত ভাৰতীয় জীৱন-দৰ্শনৰ, বিশেষকৈ উপনিষদ, সাংখ্য, বেদান্ত দৰ্শনৰ আৰু লগতে বিশ্বকবি ৰবীন্দ্ৰনাথৰ মানৱাত্মাৰ 'অনন্তযাত্ৰা'ৰ কল্পনাৰ প্ৰভাৱ নপৰাকৈ থকা নাই যেন লাগে। এই কবিতাৰ সঙ্কলন 'আপোন

সুৰ'তে নাৱৰীয়া (ক), (খ), (গ), শিতানত আৰু 'নাৱৰীয়া নিয়া নাও বাই' শিতানত মুঠতে চাৰিটাকৈ কবিতা আছে। ৰঘু চৌধুৰী যেনেকৈ 'বিহগী কৰি', বিনন্দ বৰুৱা 'ধ্বনি কবি', আনন্দ বৰুৱা 'বকুলবনৰ কবি', কমালাকান্ত ভট্টাচাৰ্য্য 'অগ্নি-কবি' বুলি জনাজাত হৈছে, দুৱৰাকো 'বনফুলৰ কবি' বোলাতকৈ 'নাৱৰীয়া কবি' আখ্যা দিলেহে তেওঁৰ ঘাই জীৱন-দৰ্শনৰ লগত বঢ়িয়াকৈ ৰজিতা খাই যাব যেন লাগে। এইজনা কবিয়ে অকলে, অকলশৰে নিজৰ গান গাই গাই নিজে শুনি শুনি নিজে কেতিয়াবা তল গৈ অনন্ত প্ৰেমৰ, সোঁতত জীৱনৰ নাওখনি মেলি ভটিয়াই গৈ আছে। ই এটি অতি সুন্দৰ, অতি মধুৰ অথচ অতি মহৎ কল্পনা, এটি অবিস্মৰণীয় মানস-চিত্ৰ। কেতিয়াবা নিশাদেৱীয়ে কলীয়া চুলি মেলি জগতক আবৰি ধৰিলে, আন্ধাৰ নামিলে, কোনোবা দেৱীয়ে যদি তেওঁক পুতৌ কৰি নিশাটো তেওঁৰ বহাত কটাবলৈ মাতে, কবিয়ে এই বুলি সমিধান দিয়ে-

"মানুহৰ ভালপোৱা? আছে যদি থক
নাই তাত মোৰ প্ৰয়োজন;
জগতক ভাল পাওঁ জগততে ফুৰোঁ
সকলোটি মোৰ প্ৰিয়জন।
ধন সোণ দেৱী মোক একোকে নালাগে
যি আছে তাতেই সুখীয়া;
আহিছিলোঁ সুদাহাতে যামো সুদাহাতে
ধন বস্তু মাথোঁ দুদিনীয়া।"

নাৱৰীয়া কবিয়ে আৰু গাইছে—

"সুখ দুখ একো নাই সকলোটি মিছা
ই এটি মনৰ কল্পনা;
যিটিয়ে তোমাৰ সুখ হব পাৰে সিটি,
অইনৰ দুখৰে ভাৱনা।"- নাৱৰীয়া (ক)

তেওঁ য'তে ৰাতি হয় ত'তে কাটি হৈ মুকলিমুৰীয়া হৈ গছৰ তলতে পৰি থাকিবলৈ ভাল পায় আৰু কয়—

"ফাকি ফুকা য'ত নাই আৰু নাই য'ত
সমাজৰ কঠোৰ শাসন

সেয়ে মোৰ থকা ঠাই এই জগতত
সেই ঠাই অতি নিৰজন।”

কবিয়ে মাথোন সুন্দৰৰ চৰণত মুকলি মনেৰে ভক্তিৰ আঁজলি যাচিবলৈ হেঁপাহ্ কৰে ঃ-

“মুকলি আকাশ তল মুকলি তটিনী জল
উদাৰ প্ৰকৃতি আজি জগত মুকলি;
মুকলি পৰাণ মোৰ মুকলি মনেৰে দিওঁ
সুন্দৰৰ চৰণত ভক্তিৰ অঞ্জলি।” —নাৱৰীয়া (ক)

দুৱৰাৰ কবিতাবোৰ তন্নতন্নকৈ অধ্যয়ন কৰিলে তেওঁক পলায়নবাদী (escapist) নাইবা দুৰ্ঘোৰ নৈৰাশ্যবাদী (pessimist) বুলিলে তেওঁৰ প্ৰতি অবিচাৰ কৰা হ'ব। নিৰাশাৰ কলীয়া ডাৱৰৰ মাজতো তেওঁ আশাৰ ৰেঙণি দেখে, আন্ধাৰতো পোহৰৰ সন্ধান পায়, বিচ্ছেদতো মিলনৰ সুৰ শুনে। জীৱনৰ নাও বাই গৈ থাকোঁতেই যুগৰ আহ্বান, সংসাৰৰ কৰ্ত্তব্যৰ চিন্তা-ভাৱনাই তেওঁৰ মন অধিকাৰ নকৰাকৈ থকা নাই। সেই হে তেওঁ গাইছে-

“জগতৰ আবাহন কাণত পৰিছে শুনা
কাচি-পাৰি সকলোৱে দিহাদিহি যোৱা;
কবি তেন্তে উঠি আহাঁ মুখত বাঁহীটি লই
নতুন সুৰেৰে তুমি জগত জগোৱা।”—নাৱৰীয়া (খ)

দুৱৰাৰ নিচিনা শান্ত প্ৰকৃতিৰ সৌন্দৰ্য্যসাধকে সেইকালৰ ৰাজনৈতিক আন্দোলনৰ লগত ঘনিষ্ঠভাৱে সংশ্লিষ্ট নথকাটো একো আচৰিত কথা নহয়।

নাৱৰীয়া কবিৰ লক্ষ্যস্থান সাগৰৰ সিপাৰৰ কবিৰ আপোন দেশলৈ গৈ থাকোতে যদিও উত্তাল তৰঙ্গ উথলি উঠি খলকনি লগায়, মেঘৰ প্ৰচণ্ড গাজনিয়ে চতুৰ্দ্দিশ নিনাদিত কৰে; তত্ৰাচ আশাবাদী কবিৰ আতঙ্ক নাই—

“আহক বিশাল ঢৌ— স্থিৰ গতিহীন
উথলি উঠক পানী— নীৰৱ নিমাত;
আনিলে যি ঢৌৱে মোক অনন্তৰ পৰা
ৰঙমনে ঘৰলই উঠি যাম তাত।” —নাৱৰীয়া (খ)

"দেশ-কাল-সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহুদূৰলই,
ভয় নাই, —নাৱৰীয়া বহি কাষতেই
নাইখনি নিব মোৰ নিজ দেশলই।" —নাৱৰীয়া (গ)

সাগৰৰ সিপাৰত আশাৰ চাকিটি জ্বলি একেবাহে পোহৰ বিলোৱা উলাহ-সোঁতত পৰি বিষাদ বিননি উটি মৰমৰ জেউতি চৰোৱা কবিয়ে দেখি অনন্ত সঙ্গীতৰ লহৰীত উল্লাসিত হৈছে—

"অনন্ত সঙ্গীত উঠে অমৃত লহৰী তুলি
আকাশ বিয়পি বই যায়;
সুমধুৰ ধ্বনি তাৰ বিশ্বৰ বুকুত বাজে
অসীমত সীমা হেৰুৱাই।
অহা আহে যোৱা যায়, নতুন পুৰণি হয়
জগতৰ নতুন প্ৰকাশ;
আৱাহন বিসৰ্জ্জন কালৰ সোঁতত ঘূৰে
জীৱনৰ নতুন বিকাশ।"

—নাৱৰীয়া নিয়া নাও বাই

যেতিয়া বেলি বুৰিল, নিজান দেশৰ নাৱৰীয়াক নাও বাই যাবলৈ কবিয়ে আকুতি জনাইছে। কবিৰ এই জীৱন-দৰ্শনৰ গভীৰ তত্ত্ব আৰু আধ্যাত্মিক মূল্য মন কৰিবলগীয়া।

'শূন্য পৰিচয়' কবিতাটি উপমা, প্ৰতীক, মানস-চিত্ৰ, ভাবাবেগ আদিৰ সুন্দৰ নিদৰ্শন। কবিৰ হিয়াখনি জেতুকা পাতৰ দৰে সেউজীয়া বননিৰ বৰণেৰে ঢকা, বুকুৰ ৰঙা তেজেৰে জ্বলি থকা ছবি তেওঁৰ অন্তৰত আঁকা আছে। কোনো প্ৰেয়সীৰ ভালপোৱা তেওঁ আশাও নকৰে, কামনাও নকৰে, বিশ্বাসো নকৰে। তাক মাথোন এটি অলীক সপোনৰ ৰেখা বুলিহে গণ্য কৰে।

"তুমি মোক ভালপোৱা শুনিলেও হাঁহি উঠে
হব পাৰে ইও এটি সপোনৰ ৰেখা;
সপোনৰ শেষ হ'লে মোহ জাল আঁতৰিলে
দুনাই এনুৱা ভাবে দিবা জানো দেখা?" —শূন্য পৰিচয়

এইখিনি কথা কবিৰ হিয়াৰ তেজেৰে ৰচা।

কবিয়ে আনাদৰ অৱহেলা সকলো গোটাই লৈ জীৱনৰ কুসুম কানন ৰচিব খোজে, পাহৰণি নৈৰ পাৰত পঁজা এটি সাজি নীৰলে থাকিবলৈ লৈ, ধুনীয়া জোনাক ৰাতি বীণখনি লৈ জীৱন-গীতি শুনাবলৈ বাঞ্ছা কৰে। মানৱী দেহা অনন্তত লয় গলেও সংসাৰৰ বেচা-কিনা সদায় একেদৰেই চলি থাকিব। কবিৰ পঁজাৰ কাষেদি বৈ যোৱা 'পাহৰণি নৈ খনিয়ে তেওঁৰ 'শূন্য পৰিচয়' দিব। কিন্তু কবিয়ে নিজকে 'শূন্য' বুলি ভাবিলেও আমি একৰ পিচত কেইবাটাও শূন্য দিহে তেওঁক বিচাৰ কৰিব খোজোঁ আৰু কবিক 'সোঁৱৰণি' নৈৰ পাৰত হে এটি নিগাজী ঘৰ সাজি দি তাতে তেওঁৰ স্মৃতিৰ প্ৰতি হিয়াভৰা শ্ৰদ্ধাঞ্জলি যাচি থাকিবলৈ হেঁপাহ কৰোঁ।

প্ৰকৃত শিল্পীৰ দৰে দুৱৰা কবি সৌন্দৰ্য্যৰ পূজাৰী, সৌন্দৰ্য্যৰ অনন্ত নিজৰা তেওঁ আজীৱন বিচাৰি ফুৰিছে – যাতে তাত এটি বুৰ মাৰি চিৰকাললৈ তেওঁৰ মানস-প্ৰতিমাতেই আপোন পাহৰা হব পাৰে। গানে গানে ছন্দে ছন্দে যিদিনা কবিৰ বীণৰ সুৰত সেই প্ৰতিমাক আপোন কৰি লব, প্ৰতি অণু পৰমাণু তেওঁৰ সৈতে মিলিব, তেতিয়াহে তেওঁৰ জীৱন-সপোন ফলিয়াই দিঠকত পৰিণত হব, সংসাৰৰ লীলাখেলা সামৰি সুতৰি থৈ হাঁহিমুখে কবি প্ৰয়াণ কৰিব। অতদিনে বৈ অহা প্ৰেমৰ কবিতা-ধাৰাৰ সেইদনাহে অৱসান ঘটিব। এই প্ৰসঙ্গতে এটি কথা উনুকিয়াব পাৰি যে দুৱৰা কবিয়ে ভালেমান প্ৰেমৰ কবিতা ৰচিলে, সেই প্ৰেম অতীন্দ্ৰয় বা 'প্লেটনিক' ধৰণৰ প্ৰেম বুলিহে আমাৰ ধাৰণা হয়। তেওঁ ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমতকৈ বিশ্বপ্ৰেমক অধিক ওখ আসন দিয়াটোহে কবিতাবোৰে প্ৰতিপন্ন কৰে।

কবিতাৰ ঘাই উপকৰণ– কল্পনাৰ উৰণ, ভাবৰ স্ফুৰণ, আবেগৰ স্পন্দন আৰু সৌন্দৰ্য্যৰ বহন– দুৱৰা কবিতাত জিলিকি আছে।

দুৱৰাৰ কবিতা নিজৰাৰ নিৰ্ম্মল সোঁতৰ দৰে। সুললিত ছন্দৰ অবাৰিত, লীলায়িত গতিত সি বৈ বৈ গৈ থাকে, ক'তো ঠেক নাখায়। কোনো কোনো ঠাইত ভাবৰ খেলিমেলি আৰু আবেগৰ সংঘাত থাকিলেও সাধাৰণতে ক'তো দুৰ্বোধ্যতা বা জটিলতা নাই। প্ৰত্যেকটিয়েই বোধগম্য, সহজ, সৰল নিৰহ-নিপানী। আৰু এটি বিশেষত্ব এই যে প্ৰায় আটাইবিলাক কবিতাকে গীতিকবিতা (lyric)ৰ শ্ৰেণীত পেলাব পাৰি। প্ৰায় আটাইবিলাকেই সঙ্গীতধৰ্ম্মী সঙ্গীতৰ

ৰণন, ছন্দৰ নেপুৰ ধ্বনি কাণত বাজি উঠে। সুদক্ষ সুৰকাৰৰ হাতত পৰিলে দুৱৰাৰ চুটি কবিতা কিছুমান একোটি সুন্দৰ গীতলৈ ৰূপায়িত হব পাৰে। সেয়ে হ'লে কবিতাবোৰ অধিক মৰ্ম্মস্পৰ্শী হব বুলি লিখকৰ ধাৰণা। 'আপোন সুৰ' দৰাচলতে আমাৰ সকলোৰে অতি আদৰৰ, অতি হেঁপাহৰ 'আপোন সুৰ'। ৰবীন্দ্ৰনাথৰ ভাষাত কবলৈ হলে 'আপোন সুৰে', আমাৰ প্ৰাণত সুৰৰ জুই জ্বলাই দিয়ে– সেই জুইকুৰাৰ ফিৰিঙতি চাৰিওফালে বিয়পাই দিয়ে, অন্তৰৰ অন্ধকাৰ, বিষাদৰ ক'লা ছাঁ, হতাশাৰ আবৰণ সকলো নিমিষতে পুৰি পেলায়। সেই সুৰৰ লহৰীয়ে কোনো এখন সপোন-পুৰীলৈ আমাক আগুবাই লৈ যায়।

দুৱৰাৰ কবিতাৰ বাহিৰেও অসমীয়া সাহিত্যত এনে ভালেমান কবিতা, চুটি গল্প, কথা কবিতা, প্ৰবন্ধ আৰু গ্ৰন্থ আছে, যিবোৰ অন্য ভাষালৈ অনূদিত হলে বিশ্বসাহিত্যৰ দৰবাৰত সন্মানিত আসন লাভ কৰিব বুলি ভাবিবৰ যথেষ্ট থল আছে। উপযুক্ত প্ৰচাৰ আৰু উদ্যমৰ অভাৱত সেইবোৰে আন্তৰ্জ্জাতিক সমাদৰ নোপোৱাটো অতি দুৰ্ভাগ্য আৰু পৰিতাপৰ কথা। তদুপৰি, আমাৰ সাহিত্য-সম্পদৰ প্ৰকৃত মূল্যাঙ্কন তথা সূক্ষ্ম, সম্যক নিৰপেক্ষ আৰু নিৰ্ভীক সমালোচনাৰো অভাৱ পৰিলক্ষিত হয়। এই অভাৱ পূৰণ কৰিবলৈ আমাৰ উচ্চ-শিক্ষিত সম্প্ৰদায়ৰ, গুণগ্ৰাহী পঢ়ুৱৈ সমাজৰ আৰু সহৃদয় ৰাইজৰ মনোযোগ আকৰ্ষণ কৰিবলৈকে এই দু-আষাৰ লিখা হ'ল।

শ্ৰীপদ্মধৰ চলিহা

নিয়া মোৰ ফুল পাহি বুকু শুদা কৰি,
মালতীৰ মালা নিয়া খোপা সোলোকাই,
ধুনীয়া জোনাক ৰাতি যোৰা আগবাঢ়ি,
তৰাই হাঁহিৰে দিব বাট দেখুৱাই।

## আপোন সুৰ

অকলে আপোন মনে বহি নিৰলাত
বচোঁ মই নিজানৰ গান;
সঙ্গীহীন বিহগীৰ আকুল সুৰত
আকাশত ভাঁহি উঠে তান।
জহ জাৰ বাৰিষাই যোগায় সমল,
সেউজীয়া ধৰণী কোলাত;
শৰতে গোটাই আনে শুকুলা ডাৱৰ,
বসন্তই কুঁহি ফুল পাত।

হহাঁ কন্দা জগতৰ ৰীতি চিৰন্তন;
বিষাদত উলাহৰ গান,
পোহৰত আন্ধাৰৰ অন্ধ আৱৰণ,
নিয়তিৰ বিচিত্ৰ বিধান।
সকলো সামৰি লই বুকুৰ মাজত
বাটৰুৱা যায় বহুদূৰ,
ঘনে ঘনে অভিমানী অন্তৰ কঁপাই
বাজি উঠে আপোনাৰ সুৰ।



## পাহৰা সুৰ

খন্তেকলৈ এৰি দিয়া তোমালোক যোৱাঁ গই,
বহু দূৰ বাট বুলি আহিছোঁ ভাগৰি মই।
মুকলি পথাৰ কেনে চাৰি কাষে গছ লতা,
ফুলে ফুলে পাতে পাতে প্ৰাণৰ কথাটি গাঁথা।
নুমুৱা জেউতি এটি অতীতৰ কবলই
হেঁপাহেৰে আশা পালি আছে মুখ তুলি ৰই।
সপোনৰ সুখৰাশি লৰালিৰ লৰাখেলা,
দিঠকত ছঁয়াময়া উদাস প্ৰাণৰ মেলা।

একে একে সকলোটি পৰিছে মনত আজি,
হিয়াৰ মাজত উঠে পাহৰা সুৰটি বাজি।
কি এটি হেৰাল মোৰ বিচাৰিছোঁ অকাতৰে
পৰ্ব্বতে ভৈয়ামে নামি মানুহৰ ঘৰে ঘৰে।
হাবি বন পথাৰতো নেপালোঁ বিচাৰি হায়,
জগতৰ ভিতৰতো মনৰ মাজতো নাই;
আহি আহি পথাৰতে বহিছোঁ নীৰলে মই
সুখ দুখ জীৱনৰ ভাবোঁ আজি অকলই।

সিঁফালে নামিছে ধীৰে শেষ ৰেখা পোহৰৰ
ইফালে উঠিছে আহি ক'লা ধোঁৱা আন্ধাৰৰ
লগে লগে মাৰ গ'ল হৃদয়ৰ সুখ গান
ধীৰে ধীৰে উঠি আহে বিষাদ বিননি তান।
এনেকৈয়ে চাইছিলোঁ 'ৰংপুৰ'ৰ হাবি বন

নিজকে পাহৰি হওঁ উলাহতে নিমগণ।
কেনেনো অময়া ভাব দেখিছিলোঁ সকলোতে
মোহিনী মাধুৰী যেন উৰি ফুৰে উলাহতে।

তেতিয়াৰে এতিয়াৰে হায় কত ব্যৱধান
সৰলতা হাঁহি সনা সেই সুখো অৱসান!
এতিয়া বুৰিল বেলি লুকাল সুখৰ দিন,
শূণ্য পৰাণত বাজে নিৰাশ শোকৰ বীণ।
আজিও উজলে ধৰা সূৰুয কিৰণ পৰি,
পুৱাতে চৰায়ে গায় সুমধুৰ সুৰ ধৰি,
আজিও উঠিছে জোন আকাশত হাঁহি হাঁহি,
আজি ফুলিছে ফুল ফুলনিত মেলি পাহি।

সকলোটি একে আছে মাথো যেন কিবা এটি
কোনোবাই নিলে হৰি— অতীতত জেউতি সিটি।
সেই সুখ সেই আশা সেই ভাব শৰতৰ
নিমিষতে ডুবালেহি আহি বান বাৰিষাৰ।
জগতত এবে মই যেতিয়া যিপিনে চাওঁ
নীৰস নীৰৱ এটি ছাঁয়া মাথো দেখা পাওঁ।
দীঘল খোজেৰে যেন ঘূৰি ফুৰে আন্ধাৰত
অকলে আপোন মনে মানুহৰ আঁতৰত।

আগে আগে গৈ থাকে পিছে পিছে ময়ো যাওঁ,
যত আঁতৰিব খোজো তত বাৰ পাক খাওঁ।
কিহেনো টানিছে মোক নিজেই নোবাবো কব,

কোন সুদূৰত গই এই টান শেষ হ'ব,
কেতিয়ানো পামগৈ মহাসাগৰৰ পাৰ
সুখ দুখ সকলোটি য'ত হয় একাকাৰ?
নাই য'ত দুখ ৰাশি, শোক ছবি বিষাদৰ,
চিৰ সুখ চিৰ শান্তি বিৰাজিছে কি সুন্দৰ।
হৃদয় মুকলি হ'ব পবিত্ৰ কিৰণ পৰি
উঠিছে প্ৰেমৰ গান সৰগ মৰত জুৰি।



## জীৱনৰ সুৰ

জীৱনৰ দুখৰ ৰাশিৰ
এটি এটি কণা তুলি লই।
বাঁচো মই অন্তৰৰ গান
শুনো তাকে বহি অকলই।

অকলই ওমলোঁ-জামলোঁ
অকলই পাতিছোঁ সংসাৰ।
অকলই শূন্য মন্দিৰত,
যাচোঁ মোৰ হৃদয় সম্ভাৰ।।

সুৰবোৰে প্ৰাণৰ মাজত,
অকলই থাকিব নোৱাৰি।
উৰি গ'ল সৰগৰ পিনে,
জগতত হৃদয় বিচাৰি।।

আকাশত পুৱাৰ অৰুণে
ধৰণীৰ গোলাপী গালত
চেনেহৰ চুমাটি দিলেহি,
জগতে হাঁহিলে উলাহত।।

মৰমৰ সাদৰী হাঁহিটি
বিশ্বৰ বুকুত বিয়পিল।
নতুন প্ৰাণৰ পৰশত,
গছ্ লতা জিলিকি উঠিল।।
হেঁপাহেৰে আগবাঢ়ি গ'ল
সুৰে মোৰ সুৰুয চুমিব।
সাঁচি থোৱা মনৰ কথাটি
গুপুততে ধীৰে কই দিব।।

কিনো বিধাতাৰ শাওপাত,
আশা তাৰ কলিতে ছিগিল,
নিমিষতে দেই পুৰি গ'ই
নিৰাশাত লেৰেলি পৰিল।।

তথাপিতো অবুজন সুৰ
সেইদিনা জোনালী ৰাতিত
সমীৰণ স'তে উৰি গই
বহিছিল জোনৰ পাটীত।।

ভাবিছিল মনে মনে দেহি
এইবাৰ আশাটি পূৰিব,
চেনেহৰ ধুনীয়া জোনক
এইবাৰ সাৱটি ধৰিব।।

ওপৰত হাঁহিলে বিধিয়ে
বাওনাৰ হাত মেলা দেখি
দুটি এটি ৰেখাৰ আঁচেৰে
কপালত কিবা থলে লেখি।।

নিকৰুণ শীতল পৰশে
একেবাৰে দিলে দূৰ কৰি,
বেজাৰত উভতি আহিল
অন্তৰৰ আবেগ সামৰি।।

এনেদৰে আকউ এদিন
মনে মনে উৰি আকাশত,
মৰমৰ বাতৰিটি লই
চাপিছিল তৰাৰ কাষত।।

এটি এটি জুই ফিৰিঙতি
দূৰতহে দেখি বিতোপন,
কাষ চাপি আহিল যেতিয়া
আঁতৰিল সুখৰ সপোন।।

তাৰ পাচে প্ৰকৃতি বুকুত
বেজাৰেৰে বীণখনি লই
কলে তাৰ কৰুণ কাহিনী,
বতাহৰ কাষলই গই।।

জুৰিটিয়ে তাকে তুলি লই
গাই গ'ল বিষাদৰ বাণী,
জগতত উঠিল এবাৰ
এটি মাথো শূন্য প্ৰতিধ্বনি।।

সুৰ মোৰ উলটি আহিল
জগতত হৃদয় নেপাই,
অন্তৰতে বহি মোৰ নিতে
বিষাদৰ বাঁহীটি বজায়।।



## তোমালৈ

সপোনৰ প্ৰথম পুৱাত
সাৰ পাই উঠিলোঁ যেতিয়া,
দেখিছিলোঁ তোমাৰ ছবিটি
জীৱনত প্ৰেমৰ অমিয়া।

ধীৰে ধীৰে বলিছে বতাহ
কাণে কাণে বাতৰি বিলাই,
আকাশত তৰাৰ পোহৰ
এতিয়াও মাৰ যোৱা নাই।

খোজ ললোঁ আপোন পাহৰি,
তুমি মোৰ চকুৰ আগত,
কাষ চাপি আহিলোঁ যেতিয়া
তুমি মোৰ প্ৰাণৰ মাজত।

লয় পায় মলয়াৰ মেলা
লাহে লাহে তটিনী বুকুত,
উৰি যায় গোলাপৰ গোন্ধ
ছবি যেন সপোন মাজত।

কু-উ কু-উ বিষাদৰ সুৰ
মাৰ গ'ল পুৱতি নিশাত,
চোৱা কেনে সুন্দৰ সময়
সকলোটি নীৰব নিমাত।

প্ৰাণ মোৰ পৰিছে ভাগৰি
আথে বেথে তুলি লোৱাঁ মোক,
শেষ হক তোমাৰ কোলাতে
জীৱনৰ যত দুখ শোক।

ক'তো নাই মৰমৰ চিন
মিছাকৈয়ে ফুৰিলোঁ বিচাৰি
তুমি যদি এৰি দিয়া মোক
কোনে তেনে ধৰিব সাদৰি?

নিৰাশাত ভগা হিয়া খনি
জুৰোৱাঁহি মধুৰ মাতেৰে,
শুকোৱা লেৰেলা ফুল পাহি
তিওৱাঁহি চুমি সাদৰেৰে।

তুলি লোৱাঁ এবাৰ বুকুত
সমুখত বহল সংসাৰ
দুখ শোক যাতনাৰে ভৰা
ই জীৱন দুখৰ আধাৰ।

কান্দি কান্দি লাগিল আমনি,
কান্দিবৰ শকতিও নাই,
তোমাৰ চেনেহী হাত খনি
চেনেহৰে দিয়াহি বুলাই।

চকুযুৰি মুদাৰ আগেয়ে
ঢালোঁ আহি তোমাৰ মৰম,
মৰণৰ আগেয়ে এবাৰ
হক মোৰ সাৰ্থক জনম।

মাৰ যক তোমাৰ বুকুতে
অন্তহীন সুৰ বিষাদৰ,
হাঁহি মুখে মাগিলোঁ মেলানি
তুমি মোৰ প্ৰতিমা প্ৰাণৰ।



## তেন্তে

তেন্তে কি জীৱন এনেকুৱা কৰি
নিৰাশ বিফল হ'ব?
চিৰকাল হায় বুকুৰ মাজত
শোকৰ ধাৰাটি বব!
সপোনত নতু কল্পনা আঁৰত
সৰগ ফুলৰ দৰে
নীল আকাশত কি জানি ডাৱৰে
জীৱন লুকাই ধৰে।

তেন্তে নোৱাৰিম তোমাক সেৱিব
হিয়াৰ মাজত ধৰি,
যাবানেহে তুমি চিৰকাললৈ
মোক একেবাৰে এৰি?

সাগৰৰ দাঁতি পাইছোঁহি আহি
চোৰাঁ সৌ ঢৌ ৰোৰ;
গুজৰি গুমৰি তাৰ মাজতেই
পেলাব জীৱন ওৰ।

আঁতৰিব যত মনৰ কামনা
বিফল বাসনাৰাশি
মৃত্যুৰ শীতল অন্ধ আৱৰণে
পেলাব জীৱন গ্ৰাসি।

তেন্তে কি বিদায় এই জীৱনত
এয়ে নেকি শেষ দেখা,
ইয়াৰ সিপাৰে কোনে কব পাৰে
কি জানি কি আছে লিখা।

সন্ধ্যা সুৰুযৰ সোণালী কিৰণে
সাগৰ বুকুত পৰি
লহৰী লগত উমলি-জামলি
নাচে চিক্ মিক্ কৰি।
যতনেৰে তুলি মুকুতাৰ ৰাশি
দিছেহি পোহৰে আনি,
মৰতত যেন নামে তৰা বছা
নিশাৰ আকাশখনি।

গোটেই জগত উঠিছে বিয়পি
এটি সকৰুণ তান,
কোনেনো বুজিব পৰাণৰ মোৰ
নিৰাশ শোকৰ গান?
দুখ ভাগৰৰ বোজাটি কতনো
লম এনেদৰে ফুৰি,

থলোঁ আজি তাক ব্যাকুল বুকুতে,
জুৰণিৰ আশা কৰি।

জগতত আৰু নোৱাৰো ফুৰিব
লাগিল আমনি মোৰ,
দিনে দিনে মাথোঁ আশাৰ ছলনা
নপৰে দুখৰ ওৰ।

তেন্তে শেষ গোথা চেনেহ সূতাৰে
মালতীৰ মালা ধাৰি
নোৱাৰিলোঁ হাঁয় পিন্ধাব ডিঙিত,
আদৰ যতন কৰি।

অপূৰ্ণ বাসনা থাকিল অশেষ
নামিল আন্ধাৰ আহি
নুফুলিল আৰু হৃদি ফুলনিৰ
প্ৰেমৰ কুসুম পাহি।
পূৰ্ণিমা পোহৰ বসন্ত মলয়া
দুদিনতে উৰি গ'ল,
স্মৃতি শ্মশানত অতীত ভবিষ্য
সুখ-দুখ শেষ হ'ল।

লুকাল যেতিয়া আশাৰ পোহৰ
নিৰাশাৰ ছাঁত পৰি,
তেন্তে আঁতৰিলোঁ মাগিলোঁ মেলানি
দিলোঁ সকলোটি এৰি।



# মিলন

ক'ত মোৰ মৰমৰ মিলন মাধুৰী
ক'ত তাৰ সুৰদি বাতৰি,
সংসাৰৰ ধূলি বালি জোকাৰি কেতিয়া
লম মই তোমাক আদৰি?
মৰতৰ বান্ধ ছিঙি উৰি যাব খোজে
মন মোৰ সৰগ ধিয়াই,
চেনেহ সঁফুৰা মেলি আছা য'ত তুমি
মোৰ কাৰণেই বাট চাই।

তোমাৰ চেনেহী বাণী আকাৰে ইঙ্গিতে
আহি যদি পৰেহি কাণত,
অনন্তৰ সিপাৰৰ জিলিঙনি এটি,
ঢালিব ৰহন পৰাণত।
জড় আবৰণ ভেদি উঠিব আতমা
পাৰ হৈ জীৱন মৰণ;
অসীমত মাৰ যাব সীমাৰ ৰেখাটি
উজ্জলিব নতুন কিৰণ।

দেশ কাল সময়ৰ সীমাৰ ওপৰে
উৰি যাম পোহৰতে মই,
দুদিনীয়া সুখ দুখ সমূলি পাহৰি
থাকোঁ যেন তোমাৰেই হই।
টালা প্ৰভু টালা অপাৰ কৰুণা
দিয়া আজি বিশ্ব বিয়পাই

বতাহৰ আগে আগে বলোক বাতৰি
আন্ধাৰত পোহৰ বিলাই।

এতিয়া বুৰিল বেলি তোমাৰ বীণত
বাজে ধীৰে মৰণৰ সুৰ—
জীৱনৰ সন্ধ্যাবেলা আহাঁ কাষলই
সেই সুৰ হক সুমধুৰ।
এৰাতি— এৰাতি মাথোঁ এবাৰ বুকুত
তুমি মোক লোৱা যতনেৰে;
জিলিকিব গাল মোৰ নতুন পুৱাতে
যৌৱনৰ ৰাঙলী ৰেখাৰে।

ৰাজ-ৰাজেশ্বৰ বেশে আহাঁ কাষলই—
চাই লওঁ মূৰতি তোমাৰ—
শুনি লওঁ অন্তিমৰ বীণৰ জোকাৰ
মৰণৰ আগেয়ে এবাৰ।
সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন
মৃত্যু কিনো? —ইও এক তোমাৰ করুণা,
আত্মাৰ প্ৰকৃত মিলন।



## নাৱৰীয়া (ক)

দিনৰ দিনটো ঘূৰি আকাশী ৰথত
বেলিটিয়ে মাগিছে মেলানি,
আধা আলো আধা ছাঁই ধৰিছে আৱৰি
পৃথিৱীৰ গছলতা খিনি।
তৰাবোৰ ওপৰত চিক্ মিক্ কৰি
মিচিকিয়া হাঁহিটি মাৰিছে,
মিলনৰ এটি সুৰ বতাহ কোলাত
শূন্যে শূন্যে ওপঙি ফুৰিছে।
এনে সময়তে আহি তটিনী তীৰৰ
ফুলি থকা ফুলনি মাজত,
মনমোহা মাধুৰীৰ 'মালতী' ছবিটি
ফুৰিছেহি কেনে উলাহত।
বহোঁনে নবহোঁ কৰি খন্তেক বহিছে,
কেতিয়াবা ধীৰেৰে উঠিছে।
সন্ধিয়াৰ মলয়াক ধীৰেৰে কঁপাই
এটি যেন সুমধুৰ গান;
কেনিবাদি কুঁৱৰীৰ কাণত পৰিল
ততালিকে মুগুধ পৰাণ।
"কোন তুমি গীত গাই নাও বাই বাই
চাপিছাহি ঘাটৰ কাষত?"
"পথৰ পথিক মই ফুৰোঁ ঘূৰি ঘূৰি
অসীমৰ সীমাৰ মাজত।"
"অকলশৰীয়া দেখোঁ ৰাতি হ'ল আজি
থাকিবানে আমাৰ ঘৰত?

আদৰিব সকলোৱে থাকিব কতনা
দাসদাসী তোমাৰ লগত।”
“ক্ষমা কৰাঁ দেৱী মোক ক্ষুদ্ৰ প্ৰাণী মই
আদৰৰ নোহো যোগ্য জন,
ক্ষুদ্ৰ প্ৰয়োজন মোৰ নিজেই সাধিম
নাই মোৰ একো অনাটন।”

“কেনি যোৱা বাটৰুৱা? আন্ধাৰ নামিছে,
চোঁৱাচোন সমুখৰ ফালে,
লক্ষ্যহীন গতি ধৰি অবাবতে তুমি
যাবা কিয় অকলে অকলে?”
“নহয় অকলে দেৱী জগত মাজত
আছে মোৰ শত লগৰীয়া,
পশু-পক্ষী গছ-লতা প্ৰকৃতি বুকুৰ
সকলোটি কেনেনো ধুনীয়া।।”

“গই থাকোঁ নিজ মনে নাও বাই বাই
কাতি হওঁ য'তে ৰাতি হয়,
পুনৰ পুৱাত দেৱী দুগুণ উছাহে
নাও মেলি যাওঁ ভটিয়াই।”

“নিৰাশ পথিক হেৰা, মানুহৰ তুমি
নুবুজানে মৰমৰ ধাৰ?
কেতিয়াও জ্বলা নাই তোমাৰ হিয়াত
মনমোহা ছবিটি আশাৰ?”
“মানুহ ভাল পোৱা? আছে যদি থক,
নাই তাত মোৰ প্ৰয়োজন;
জগতক ভাল পাওঁ, জগততে ফুৰোঁ,
সকলোটি মোৰ প্ৰিয়জন।

ধন সোণ দেৰী মোক একোকে নেলাগে
যি আছে তাতেই সুখীয়া,
আহিছিলো সুদা হাতে যামো সুদা হাতে
ধন বস্তু মাথো দুদিনীয়া।

"আশা কি নো? সংসাৰত নিয়ৰৰ কণা
লাগি থকা পাতৰ আগত;
কেনিবাদি উৰি যায় কোনেও নেদেখে
দুপৰীয়া ৰ'দৰ তাপত।"
"নিবিচাৰা সংসাৰত সুখৰ কণিকা?
জানো মই সুখৰ লগত
ৰাতি জুই খেদা দৰে বাটৰুৱা বোৰে
বিপদত পৰেহি শেষত।"

"সুখ দুখ একো নাই সকলোটি মিছা
ই এটি মনৰ কল্পনা,
যিটিয়ে তোমাৰ সুখ হব পাৰে সিটি
অইনৰ দুখৰে ভাৱনা।।"

"যেতিয়া ৰাতিত হয় নিতাল জগত
ক'ত থাকা তুমি বাটৰুৱা?"
"নিজৰ পঁজাত নতু গছৰ তলত
থাকো মই মুকলি-মুৰীয়া।

"ফাকিফুকা য'ত নাই আৰু নাই য'ত
সমাজৰ কঠোৰ শাসন,
সেয়ে মোৰ থকা ঠাই এই জগতত
সেই ঠাই অতি নিৰজন।"

লাজৰ ৰাঙলী ৰেখা জিলিকি পৰিল
মালতীৰ গোলাপী গালত,
নিয়ঁৰত তিতি থকা গোলাপ পাহিটি
হয় যেন পুৱা কিৰণত।

খন্তেক নিতাল মাৰি থাকিল মালতী
চকুৰ আগতে ছঁয়াময়া,
কওঁ কওঁ বুলি তেওঁ কব নোৱাৰিলে
আবেগেৰে পূৰ্ণ হ'ল হিয়া।
"মাগিছে বিদায় দেবী পথৰ পথিকে",
শুনি সেই করুণ বচন;
সামৰিব নোৱাৰিলে হিয়াৰ আবেগ,
পুনৰ সুধিলে তেতিক্ষণ।

"দুনাই হবনে দেখা বাটৰুৱা হেৰা,
কেতিয়াবা তোমাৰ লগত?"
"থাকো মই সিপাৰত নীৰলে নিজানে
তুমি দেবী আছা ইপাৰত।

"ইপাৰত থাকি থাকি আমনি লাগিলে
বিচাৰিবা শান্তি সিপাৰত,
সিপাৰত উঠিলেই তেতিয়াই মোক
দেখা পাবা শান্তিৰ লগত।"



# নাৱৰীয়া (খ)

পথিকৰ শেষ বাণী লাহে লাহে লয় পালে
ৰিব্ ৰিব্ বই থকা মলয়া কোলাত,
ধীৰে ধীৰে নাওখনি সোঁতৰ লগত যায়
নজনা দেশৰ পিনে নতুন আশাত।
চাওঁতে চাওঁতে হাঁয় নেদেখা যেতিয়া হ'ল
চেনেহ ছবিটি আহি ঢাকিলে আন্ধাৰে,
এখুজি দুখুজি কৰি উদাস পৰাণ লৈ
উলটিল মালতীও উদাস মনেৰে।

জোনৰ পোহৰ নামি নিজকে বিলায় নিজে
ৰঙেৰে কৰিছে খেলা তটিনী বুকুত,
সৰু সৰু লহৰীয়ে চিকমিক কৰি কৰি
তালে তালে থেও ধৰি নাছে হৰষত।
দুয়ো কাষে গছলতা নিৰলে নিমাতে থাকি
গভীৰ ভাবনা কিবা ভাবিছে মনত;
বতাহ কটকী স'তে মাজে মাজে পঠিয়ায়
অস্ফুট মনৰ ভাব জড় জগতত।

মুকলি আকাশ তল, মুকলি তটিনী জল,
উদাৰ প্ৰকৃতি আজি, জগত মুকলি;
মুকলি পৰাণ মোৰ, মুকলি মনেৰে দিওঁ
সুন্দৰৰ চৰণত ভক্তিৰ আঁজলি।
কোনোবা দেশৰ পৰা নজনা পখীটি আহি
কাণে কাণে মিঠা সুৰে কিবা গান গালে,

হিয়াৰ মাজত এটি আনন্দৰ ৰোল তুলি
ধীৰে ধীৰে উৰি উৰি কেনিবা পলালে।

সাগৰৰ সিপাৰত আছেনেকি বাহ তাৰ
নতুবা থাকেনে সিটো ধীৰ মলয়াত?
মেঘৰ মাজত নতু ফুলৰ হাঁহিত থাকে
নহলে পামনে দেখা বিজুলী কোলাত?
জীৱনৰ যত কাম সকলোকে কাতি কৰি
কি এক সোঁতত যেন উটিছো বুৰিছোঁ,
কতনো বালিৰ ঘৰ নিমিষতে পৰি যায়
দুনাই নতুন কৰি কতনো সাজিছোঁ।

সুখৰ দুখৰ গান শুনিছে পৰাণে কত
গভীৰ শবদ মাথোঁ নাই তাৰ ভাষা,
দুটি এটি হুমুনিয়া হৃদয় তলিৰ পৰা
লাহে লাহে উঠি তোলে আকুল নিৰাশা।
প্ৰবল মনৰ সোঁত ঠেলিব নোৱাৰি হায়
লৰিছোঁ সদায় মই কিহৰ পাছত;
কেতিয়া পৰিব ওৰ দীঘলীয়া যাত্ৰা মোৰ
চাপিব কেতিয়া তৰী জুৰণি ঘাটত?

আজলী ছোৱালী দেহি মনৰ আবেগ ঢাকি
কত আদৰেৰে ক'লে থাকা থাকা বুলি,
নেভাবিলে হৃদয়ৰ অতুল ই ভাল পোৱা
সীমাৰ মাজত হায় নেথাকে সমূলি।

জগতৰ আৱাহন কাণত পৰিছে শুনা
কাচি পাৰি সকলোৰে দিহাদিহি যোৱা,

কবি তেন্তে উঠি আহাঁ মুখত বাঁহীটি লই
নতুন সুৰেৰে তুমি জগত জগোৱাঁ।

অনাদি প্ৰেমৰ সোঁত একেৰাহে বই আছে
চিৰকাল একেদৰে চলিয়ে থাকিব,
অনন্ত ৰহস্যময় তোমাৰ সৃজন প্ৰভু
অবোধ মানৱ মই নোৱাৰোঁ বুজিব।
দেখিছোঁ আগতে এক মহামিলনৰ ছবি
প্ৰেমৰ সপোন যেন লাগিছে মনত,
সৰগ মৰত দুয়ো একে লগে একে সুৰে
মিলনৰ গান কেনে ধৰে উলাহত।

যত সুখ আছে মোৰ ঢালি দিওঁ অকাতৰে
সুখৰ জেউতি যেন পৰে ঘৰে ঘৰে,
মুকলি হৃদয় এই খুলি দিছোঁ জগতক
যত ইচ্ছা সকলোৱে চক হেপাহেৰে।
সপোন দিঠক কৰি নিজৰ ভাবতে দেহি
নাৱৰীয়া ভোল গ'ল নাৱৰ বুকুত,
নিৰলে গইছে নাও নিতাল সোঁতৰ স'তে
নীৰৱে জোনৰ জ্যোতি পৰিছে মুখত।



# নাৱৰীয়া (গ)

মাৰ গলে ৰঙা বেলি সৰু তৰাটিয়ে
দিয়ে মোক সাদৰৰ শেষ আহ্বান,
ওলাম যেতিয়া মই সাগৰৰ পিনে
নুশুনো ঘাটত যেন করুণ কান্দোন।
আহক বিশাল ঢৌ— স্থিৰ গতি-হীন,
উথলি উঠক পানী— নীৰৱ নিমাত,
আনিলে যি ঢৌৱে মোক অনন্তৰ পৰা
ৰঙ মনে ঘৰলই উটি যাম তাত।

সন্ধিয়াৰ ডবা শঙ্খ— তাৰ পাছে ধীৰে
ঢাকিব ধৰণীখনি আন্ধাৰে তেতিয়া,
বিদায়ৰ বেথা যেন নাথাকে অকণো
মেলানিৰ নাওখনি মেলিব যেতিয়া।
দেশ কাল সময়ৰ সীমা হেৰুৱাই
সোঁতে যদি নিয়ে মোক বহুদূৰলৈ,
ভয় নাই — নাৱৰীয়া বহি কাষতেই
নাও খনি নিব মোৰ নিজ দেশলৈ।



# নাৱৰীয়া নিয়া নাও বাই

## (নিজান দেশলৈ)

দূৰ দূৰণিৰ সউ নিজান দেশৰ পিনে,
কোনে মোক নিব আগুবাই,
পশ্চিমৰ আকাশক আন্ধাৰে আবৰি ধৰে
দিব কোনে বাট দেখুৱাই।
শত শত ভগা হিয়া এনি তেনি পৰি আছে
স্মৃতিহীন বালিৰ বুকুত,
আলফুলকই ধৰি চেনেহ যাচিব কোনে
পমি যাব কাৰ পৰশত।

সাগৰৰ সিপাৰত আশাৰ চাকিটি জ্বলি
একেবাহে পোহৰ বিলায়,
উলাহ সোঁতত পৰি বিষাদ বিননি উটি
মৰমৰ জেউতি চৰায়।
অনন্ত সঙ্গীত উঠে অমৃত লহৰী তুলি
আকাশ বিয়পি বই যায়,
সুমধুৰ ধ্বনি তাৰ বিশ্বৰ বুকুত বাজে
অসীমত সীমা হেৰুৱাই।

সেই সুৰে মাতে মোক আহাঁ আহাঁ আহাঁ বুলি
ছিঙি দিয়া মায়াৰ বান্ধোন,
দুদিনীয়া ভাল পোৱা, পাহৰণ, সোঁৱৰণ,
ক্ষন্তেকীয়া সুখৰ সপোন।

অতদিন মিছাকৈয়ে মুখত বাঁহীটি ল'ই
গাইছিলা জীৱনৰ গান,
কোনোবাই সাদৰেৰে মাতিলেনে কাষল'ই,
দিলেনেকি কিবা সম্বিধান?

দুটি এটি লগৰীয়া পাইছিলা পুৱাতেই
দুপৰতে গ'ল লগ এৰি,
নতুন আলহী আহি ঘৰৰ দুৱাৰ মাৰি
আবেলিতে দিলে বাজ কৰি।
নিজান দেশৰ সুৰে মন বিয়াকুল কৰে
চাপিছোঁহি ঘাটৰ কাষত—
আন্ধাৰ পিছত থক, মাথোঁ সমুখৰ পথ
উজলক সন্ধিয়া পৰত।

অহা আহে যোৱা যায়, নতুন পুৰণি হয়,
জগতৰ নতুন প্ৰকাশ;
আৱাহন বিসৰ্জ্জন কালৰ সোঁতত ঘূৰে
—জীৱনৰ নতুন বিকাশ।
সেইদিনা ইয়াতেই পুৱাৰ কিৰণ স'তে
তুলি মোক গ'লা ভটিয়াই।
এতিয়া বুৰিল বেলি, নিজান দেশৰ পিনে
নাৱৰীয়া নিয়া নাও বাই।



(আৱাহন ৯ম বছৰ, ১ম সংখ্যা, পুহ ১৮৫৯শক)

## মৰম ভিখাৰীলৈ

মিছাতেই কিয় জগত মাজত
বলিয়া বতিয়া হই,
মৰম ভিখাৰী ফুৰ ঘৰে ঘৰে
হিয়াৰ বেহানি লই।

জীৱনৰ পোন প্ৰথম পুৱাতে
এৰিলি আপোন ঘৰ,
দূৰৰ ছবিটি সাৱটি ধৰিলি
নিজকো কৰিলি পৰ।

হিয়া উজৰাই বিলালি মৰম
যাকে য'তে তই পালি
তোৰ কাৰণেযে অলপো নৰল
তাকো তই নাভাবিলি।

তোৰ চেনেহৰ জেউতি চৰিল
জগত উজল কৰি
মাথো তোৰ নিজা পাহৰণি পঁজা
ৰ'ল আন্ধাৰত পৰি।

তোৰে পথাৰৰ সোণালী ধানেৰে
বান্ধিলে ভঁৰাল ঘৰ;
খেতিৰ শেষত জোলোঙা জোকাৰি
তোকেই কৰিলে পৰ।

এতিয়াও ভাব সপোন পুৰীৰ
কোনোবা কুঁৱৰী আহি,
তোৰ অন্তৰৰ আশা কুসুমৰ
যতনে মেলাব পাহি।

যা হেৰ' ঘূৰি থাকোঁতে সময়
ডুবিটিৰ পাৰে পাৰে,
পঁজাটিৰ ফালে অকলে অকলে
সন্ধিয়াৰ আঁৰে আঁৰে।

আহোঁতে বাটত দীঘল ৰাতিটি
আন্ধাৰে ঢাকিব কুল,
মৰম ভিখাৰী মৰুৰ মাজত
নুফুলে চেনেহ ফুল।



## সুখৰ সপোন

জীৱন সাৰথি মোৰ সুখৰ সপোন
কাষ এৰি নেযাবা দুনাই,
চিক্‌মিক্ বিজুলীৰ ছঁয়ামায়া ৰেখ
থোৰাঁ থোৰাঁ দূৰতে লুকাই।

সেইদিনা সন্ধিয়াৰ আন্ধাৰ তলিত
চেনেহৰ চুমাটি যাচিলা,
বতাহৰ স'তে আহি বতাহৰ দৰে
নিমিষতে কেনি আঁতৰিলা

ভালপাওঁ বুলি জানা তথাপি কিয়নো
এনি তেনি ফুৰিছা দূৰত,
আকাশত পূৰ্ণিমাৰ জোনটিৰ দৰে
উমলিছা মেঘৰ আঁৰত।

কত ৰাতি উজাগৰে আছোঁ বাট চাই
চেনেহৰ মালাধাৰি ল'ই,
শুকাল পুৱাত মোৰ মালতীৰ মালা
তুমিতো নাহিলা কাষলই।

উৰি গ'ল বতাহত গোলাপৰ গোন্ধ
আঁতৰিল আশাৰ ছবিটি,
বিয়পিল বসুধাত বিষাদৰ সুৰ
মাৰ গ'ল জোনাক জেউতি।
জানো তুমি বেয়া পোৱা বিষাদ ৰাগিনী
তুমিয়েই দিছাহি যোগান,
নহ'লে কিয়নো মোৰ জীৱন বীণত
বাজে মাথোঁ বিষাদৰ গান।

আহাঁ মোৰ কাষলই কটোৱা ৰাতিটি,
দুখীয়াৰ টোকোৰা পঁজাত,
চেনেহৰ চুমাটিয়ে নতুন আশাক
জিলিকাব নতুন পুৱাত।

বাজিব বীণত মোৰ উলাহ সঙ্গীত
জীৱনৰ সোঁত উলটিব,
আকাশী নিয়ৰ দৰে সৰগৰপৰা
দেৱতাৰ আশীষ নামিব।

ৰৰ ভাল পাওঁ মই শুৱনী ধৰণী
সূৰুযৰ সোণালী কিৰণ,
গছৰ তলত কোনে বাঁহীটি বজাই
দুপৰত হৰে মোৰ মন।

অকলে পঁজাত বহি চাওঁ হেঁপাহেৰে
তৰাবচা সৰগ-ফুলনি
নিজম ৰাতিত শুনো তটিনী বুকুত
কুলু কুলু মধুৰ ৰাগিনী।

ভালপাওঁ শৰতৰ শুকুলা ডাৱৰ
বসন্তৰ প্ৰেমৰ সপোন,
বতাহে বিলাই ফুৰা নতুন বাতৰি,
জগতৰ নতুন জীৱন।
ভালপাওঁ বাৰিষাৰ মেঘৰ গাজনি
ধাৰাষাৰে বৰষুণ পৰা,
বিধাতাৰ আশীৰ্ব্বাদ ধৰণী বুকুত
ব'ই অহা কৰুণাৰ ধাৰা।

ভালপাওঁ জাৰকালি জীৱন সন্ধিয়া
জুহালৰ কাষ চাপি বহা,
নেদেখা দেশৰপৰা বিদায় সঙ্গীত
শূন্যে শূন্যে শুনো উটি অহা।

ভালপাওঁ অসীমত নাওখনি মেলি
যাবলই কুঁৱলী আঁৰত,
নজনা নুশুনা সেই অচিন বাটেদি
সাজু হৈ তোমাৰ লগত।

বীণখনি লই মই নাৱৰ বুকুত
উলাহতে যাম গীত গাই,
চাপিলে ঘাটত মোৰ জীৱনৰ তৰী
নিবা তুমি বাট দেখুৱাই।

ভালপাওঁ জগতৰ সুখ-দুখ ৰাশি,
ভালপাওঁ মানব জীৱন,
ভালপাওঁ অসীমৰ দূৰৰ আভাস,
ভালপাওঁ সুখৰ সপোন।



## হেৰোৱা সপোন

সেইদিনা এনেদৰে— জোনৰ হাঁহিটি
পৰিছিল ধৰাৰ বুকুত,
এনেদৰে কাণে কাণে বসন্ত সমীৰে
কইছিল কথা গুপুতত।

আকাশে বতাহে এটি নতুন পৰশ
এটি যেন মধুৰ সপোন,
অসীমত জিলিকিল মিলন মাধুৰী
জগতক কৰিলে আপোন।

জগতৰ এনে এটি শুভ মুহূৰ্ত্তত
ধৰিছিল মিলনৰ তান,
বীণখনি তুলি লই বলিয়া কবিয়ে
গাইছিল জীৱনৰ গান।

এখুজি দুখুজি কৰি আগবাঢ়ি গই
বহিছিল জুৰিৰ কাষত,
মনে মনে জগতৰ মিলনৰ ছবি
আঁকিছিল কল্পনা পটত।

দেখা দিলে সপোনৰ মানস প্ৰতিমা
দিঠকত কবিৰ প্ৰাণত,
অনন্ত আলোক ৰাশি অসীম সৌন্দৰ্য্য
উথলি উঠিল জগতত।

হেঁপাহেৰে প্ৰতিমাক— বুকুৰে সাৱটি
উলাহত গালে কত গান,
ওঁঠতে লগাই ওঁঠ কবিতা ৰাণীয়ে
চেনেহৰ দিলে সমিধান।।

নিমিষতে ভোল গ'ল বলিয়া কবিয়ে
প্ৰণয়ৰ পাই প্ৰতিদান,
মেলি দিলে অন্তৰৰ প্ৰেমৰ সফুঁৰা
লগতেই ঢালি দিলে প্ৰাণ।

বিয়পিলে দশোদিশে মিলন বাতৰি
ব'লে ধীৰে মধুৰ মলয়;
সেইদিনা যৌৱনৰ সাগৰ তীৰত
প্ৰণয়ৰ অৰুণ উদয়।

খন্তেকীয়া সপোনক ধৰিব নোৱাৰি
ভাবিছিল যাউতিযুগীয়া;
ঢালি দিয়া অন্তৰৰ আকুল আবেগ
*ভাবিছিল হব যুগমীয়া।*

এনেদৰে সপোনৰ মধু মিলনত
থাকোঁতেই আপোন পাহৰি,
সাৰপাই উঠি দেখো হঠাতে হেৰাল
কেনিবাদি কবিতা কুঁৱৰী।

উদাৰ অসীম বিশ্ব আছে সমুখত
ক'তো নাই সপোনৰ চিন,
নাই ক'তো মিলনৰ মধুৰ গুঞ্জন
নুশুনিলো প্ৰতিধ্বনি ক্ষীণ।

সেইদিনা ধৰি কবি বলিয়া বৰাগী
ঘূৰি ফুৰে স্মৃতি শ্মশানত;
বিচাৰি ফুৰিছে সেই হেৰোৱা সপোন
অকলই জগত মাজত।

এতিয়া বুৰিল বেলি আশাৰ কণিকা
তেনেদৰে নজলে দুনাই,
তথাপিতো আন্ধাৰত বীণখনি লই
অকলই যাই আগুৱাই।

এনেদৰে নিজমনে বাট বোলোঁতেই
জীৱনৰ সন্ধিয়া পৰত,
লভিছিল তেনে এটি মধুৰ পৰশ
সেইদিনা আকাশ তলত।

সাদৰে সাৱটি ধৰি আগৰ দৰেই
কইছিল ভাল পাওঁ বুলি,
তেনেদৰে চেনেহৰ চুমাটি যাচিলে
কঁপি থকা ওঁঠ দুটি তুলি।

অতীতৰ মধুস্মৃতি জিলিকি উঠিল
নিজভোলা কবিৰ প্ৰাণত,
হেৰোৱা পোহৰ তেওঁ দেখিলে দুনাই
খন্তেকীয়া সপোন মাজত।

দুদিনীয়া সপোনত ঢালি নিজ প্ৰাণ
গাই যাওঁ দুদিনৰ গান;
সপোনৰ শেষ হলে হেৰাব চেতনা
হব মোৰ অবশ পৰাণ।

আঁতৰিব ধীৰে ধীৰে প্ৰেমৰ পোহৰ
বাট পথ আন্ধাৰে ঢাকিব;
বলিয়া কবিয়ে পুনু বীণখনি লই
শ্মশানত দুনাই ঘূৰিব।

তাৰ পাছে সন্ধিয়াত নাওখনি আহি
চাপিলেহি জুৰণি ঘাটত,
নেদেখোঁ তোমাক মাথোঁ যাম অকলই
জীৱনৰ অচিন বাটত।

যুগমীয়া বিৰহৰ আগেয়ে এবাৰ
কৰি লওঁ তোমাক আপোন;
ঢালি দিওঁ অন্তৰৰ চেনেহ নিজৰা
তুমি মোৰ হেৰোৱা সপোন।



## সপোনৰ সুৰ

আজি মোৰ হঁহা ফুল পাহি
কালিলৈ লেৰেলি শুকায়,
আজি যাক বুকুৰে সাবটো
কালিলৈ কেনিবা পলায়।

সংসাৰৰ সুখৰাশি ক'ত?
খন্তেকীয়া বিজুলী পোহৰ,
আজি মাথো মিচিকিয়া হাঁহি,
কালিলৈ ধেমালিৰ ওৰ।

ভাল পোৱা— হাঁহি উঠা কথা,
মৰমৰ বিচনী আঁৰত,
বিশ্বাসৰ নিজৰা শুকায়
নিৰাশাৰ ৰদৰ তাপত।

পাপ-পুণ্য দূৰৰ বাতৰি,
সিপাৰৰ অন্ধ আবৰণ;
ছঁয়াময়া বন্ধুৰ চেনেহ,
কোনো কাৰো নহয় আপোন।

তথাপিতো যায় ভটিয়াই
সময়ৰ সোঁতৰ লগত,
শোক দুখ বেজাৰৰ বোজা
লুকুৱাই মনৰ মাজত।

আকাশত ঘূৰে জোন বেলি.
মৰতত কিৰণ বিলায়,
সেউজীয়া প্ৰকৃতি বুকুত
ফুলে ফুল ফুলনি শুৱাই।

মিঠা সুৰে বাঁহী বাই কোনে
সপোনৰ মায়াজাল মাৰে,
নিমিষতে পোহৰ পলায়
চকুযুৰি মুদ খাই পৰে।
অন্তৰৰ প্ৰেম-পুতলীয়ে
সপোনতে চেনেহ যাচিব
দেখা দেখা সুখৰ সপোন,
সাৰ পাই কান্দিব লাগিব।



## সোণোৱালী বালিৰ এমুঠি

চেনেহৰ চুমাটি যাচোঁতে
হেঁপাহেৰে সাৰটি হিয়াত,
সঁচা কথা ক'লাযে সাদৰী
আজি এই বিদায় বেলাত।

"জগতত আছিলা অকলে
কাকো তুমি নেপালা আপোন,
তোমাৰ ই জীৱনৰ ধাৰা—
এটি মাথো নিৰাশা সপোন!"

যদিওবা আশা উৰি গ'ল,
সূৰুযৰ সোণালী কাঁড়ত,
নহলেবা নিশাৰ আন্ধাৰে
লুকুৱাই ৰাখিলে আঁৰত।

সুদূৰৰ এছাটি বতাহে
যদি তাক নিয়ে উৰুৱাই,
ব'ই থকা কালৰ সোঁতত
কিবা জানো চিন ৰাখি যায়?

অনন্তৰ সাগৰ পাৰত
আছোঁ অকলই থিয় হ'ই,
সোণোৱালী বালিৰ এমুঠি
হাতৰ মুঠিতে আছোঁ ল'ই!

বালিকণা জুৰ জুৰ কৰি
সৰে আঙুলিৰ সুৰুঙাই,
বন্ধা মুঠি বন্ধাতে থাকিল
বালি মোৰ কেনি উৰি যায়।

মুঠি মোৰ টান কৰি পুনু
বেজাৰতে কতনো কান্দিলোঁ
কত মোৰ প্ৰাণৰ মিনতি
সৰগৰ উদ্দেশে পঠালোঁ।

তথাপিতো এটি বালিকণা
নেথাকিল হাতৰ মাজত,
সঁচাকৈয়ে কবানে লাহৰী
ইকি মোৰ নিজৰ দোষত?

পাৰোতেনো কওঁ বেজাৰেৰে
সমুখত মায়াৰ দাপোণ,
ছঁয়ামায়া পুতলাৰ নাচ
সপোনতে দেখিছোঁ সপোন।



# চকুলো

কোন সুদূৰৰ সপোন পুৰীৰ
বিৰহ বাতৰি লই,
চকুলো দুধাৰি পৰিছে বাগৰি
বুজিব নোৱাৰাকই।
বুকুৰ মাজৰ আশা নিৰাশাৰ
গুপুত বেথাৰ বাণী,
হেৰোৱা মাধুৰী দূৰ অতীতৰ
ধৰিছে আগত আনি
শৰতৰ শেৱালি সৰে তলে ভৰি
বুটলি আনোঁতা নাই,
নতুন ধাননি সেউজীয়া বোল
বতাহে বোলাই যায়।
চাওঁতে চাওঁতে তাহানিখনৰ
ছবিটি আগতে ভাঁহে,
লৰালি কালৰ সোণালী সপোন
আৰু কি দুনাই আহে?

নতুন পুৱাৰ নতুন কিৰণ
জিলিকে জগত জুৰি,
নতুন বেশেৰে আহিছে আলহী
আনিছে আদৰ কৰি।
হাঁহি-ধেমালিতে গোটেই দিনটি
কেনিনো আঁতৰি গ'ল,
সন্ধিয়া নামিলে আলহী উঠিলে
যাবৰো সময় হ'ল।

সূৰুযৰ শেষ হেঙুলী ৰহণ
আন্ধাৰে আবৰি ধৰে,
আৰু কি আহিব অচিন আলহী
চকুলো বাগৰি পৰে।

মিলনৰ পোন প্ৰথম চুমাটি
হিয়া আবেগেৰে ভৰা
ভাবৰ লহৰী চেনেহ চানেকি
উলাহ উপচি পৰা।
এখনি বীণত এখনি হিয়াৰ
একেটি মধুৰ তান,
ধীৰে বই অহা হৃদয় তলিৰ
একে নিজৰাত স্নান।
যেতিয়া কালৰ নিদাৰুণ সোঁতে
বিৰহৰ বাণ মাৰে,
মৰণ সমান স্মৃতিটি সাৱটি
চকুলো বাগৰি পৰে।

শুৱনি ধৰণী চেনেহৰ খনি
জীৱনৰ লীলাভূমি,
নিতে নিতে মোৰ লাহবিলাহৰ
যোগোৱা সমল তুমি।
কিন্তু সেইদিনা কমিব যেতিয়া
চকুৰ জেউতিকণ,
ছয়াঁময়াকই দেখিম যেতিয়া
ওচৰৰ হাবি বন।
পুৱা বিহগৰ সুমধুৰ সুৰ,
লাহে লাহে ক্ষীণ হ'ব;
নেদেখা নুশুনা হ'ম সকলোটি
চকু যুৰি মুদ খাব।

সেই দিনা মোৰ জীৱন সফল
চকুলো দুধাৰি লই,
তোমাৰ কাষত চেনেহী জননী
মেলানি মাগিম গই।

◆ ◆ ◆

বেলিৰ কিঁৰণ সানি উৰি আকাশত
জগতৰ জেউতি চৰাওঁ,
নুফুলা ফুলৰ কলি চুমি সাদৰেৰে
সপোনৰ বাতৰি বিলাওঁ।
শুৱনী ধৰণীখনি ৰূপে ৰসে ভৰা
বিধাতাৰ অনুপম দান,
অকণি পখিলা মই আপোন পাহৰা
গাই ফুৰোঁ উলাহৰ গান।
নাই তাত মৰতৰ বিষাদ বিননি
জীৱনৰ সুখ দুখে ভৰা,
আছে তাৰ সৰগৰ অমিয়া মাধুৰী
সৌন্দৰ্য্যৰ অনন্ত নিজৰা।
বতাহে উৰাই আনি ঢালি দিয়ে তাত
চেনেহৰ সুমধুৰ তান,
সোণালী কিৰণ জালে আবৰে জীৱন
আবেগত কঁপি উঠে প্ৰাণ।
এনেদৰে নিতে নিতে নতুন ভাবত
উৰোঁ মই অকলশৰীয়া,
আকাল ভঁৰাল মোৰ নাই অকণিকে
নাই মোৰ কোনো লগৰীয়া।

আলাসতে থাকোঁ মই তাতে ঘৰ-বাৰী
মৰতৰ বান্ধ একো নাই,
শূন্যত জিলিকে উঠি বিজুলীৰ ৰেখা
শূন্যতেই যেন মাৰ যায়।
কতজনে বেজাৰেৰে সোধে কাষ চাপি
কিনো হব বিলাই জাৰত,
(পখিলাৰ) খন্তেকীয়া জীৱনৰ ক্ষুদ্ৰ অভিনয়
শেষ হ'ব কালৰ হাতত।
সৰিব গছৰ পাত শুকাব ফুলনি
কুঁৱলীয়ে ঢাকিব কিৰণ,
পুৰণিক আঁতৰাই পাতিব জগতে
নতুনৰ নব আয়োজন।
আঁতৰিম হাঁহি মুখে পুৰণিৰ স'তে,
জীৱনৰ খেলা সাং কৰি;
মিছাতে বেজাৰ কিয়? ঘূৰিছে সদায়
জগতত কালৰ চকৰি।
অনন্তৰ যিটি সোঁতে আনিলে আমাক
সেই সোঁতে নিব উটুৱাই;
যুগে যুগে জগতত ফুৰে ৰং মনে
পখিলাই হাঁহিটি বিলাই।



# অনন্ত

এই ধৰাখনি কোনেনো শুৱনি
কত সৌন্দৰ্য্যৰ ধাৰা,
চকু জুৰ কৰি বইছে বাগৰি
কোন অতীতৰে পৰা।

কোনোবা কাহানি হাবিৰ মাজত
এজাৰে মেলিলে পাহি,
কিনো গীত গালে বন কুঁৱৰীয়ে
নিজৰা পাৰত বহি।

সেই নিজৰাটি হিমৰ মাজেদি
কেতিয়ানো নামি আহি,
ৰূপালী সোঁতেৰে জগত বুৰাই
কোন দিশে গল ভাহি!

ইন্দ্ৰধনুখনি কোনেনো আঁকিলে
আকাশ শুৱনি কৰি,
সাত বৰণীয়া বোলেৰে মৰত
বোলালে সাৰটি ধৰি।

বনৰ চৰায়ে সুমধুৰ সুৰে
কেতিয়ানো গালে গান,
ফুল কুঁৱৰীয়ে জেউতি চৰাই
মুহিলে মানৱ প্ৰাণ।
আদি মানৱৰ মুখত কোনেনো
কেতিয়া দিলেহি ভাষা,

সুখৰ দুখৰ কাপোৰখনিৰে
বান্ধিলে বুকুত আশা।

সেইদিন ধৰি বসুধা বুকুত
বাজিল নতুন সুৰ,
সৃষ্টি পাতনিৰ আঁচনি টানিলে
উলাহতে ভৰপূৰ।

সেই সুৰতেই বীণখনি বান্ধি
চামে চামে আগুৱাই,
নতুন পুৰাৰ নতুন পোহৰে
দিয়ে বাট দেখুৱাই।

আন্ধাৰ নামিলে ক'লা ঢাকনিয়ে
চকুযুৰি ঢাকি ধৰে,
সিমানতে শেষ জীৱনৰ পথ
ধেমালিবো ওৰ পৰে।

পুনৰ পুৱাত আন এটি দলে
সেই বাটটিকে ধৰি,
একেটি সুৰতে যায় হাঁহি মাতি
বৰ হাবিয়াস কৰি।
ৰাতিৰ আন্ধাৰে বাট ঢাকি ধৰি
দিয়ে আশা আঁতৰাই,
ঠন্ ধৰি উঠা ফুটুকাৰ ফুল
দুনাই মৰহি যায়।
জগত মাজত বয় ধীৰে এটি
নিছিগা সোঁতৰ ধাৰ;

অনন্তকালৰ ওখ বালিগড়া,
বুঢ়া লুইতৰ পাৰ।



## প্ৰেমৰ সুৰ

সাগৰত আছে মুকুতাৰ ৰাশি
সৰগত জ্বলে তৰা,
মৰততো মোৰ এই হিয়াখনি
অতুল প্ৰেমেৰে ভৰা।
অসীম অনন্ত সৰগ সাগৰ
তাতোকে' বহল হিয়া,
প্ৰেমৰ পোহৰে তৰা মুকুতাৰ
জেউতি নুমাই নিয়া।
দূৰ দূৰণিৰ প্ৰেমৰ কঁপনি
ইয়াতেই মাৰ যায়,
চেনেহ ভিখাৰী বিৰহী হিয়াৰ
এয়ে মিলনৰ ঠাই।
আহাঁ কাষলই বীণখনি লই
গোৱাঁ গীত সুমধুৰ,
দিনে ৰাতি মোৰ বাজক হিয়াত
অনন্ত প্ৰেমৰ সুৰ।



## শেষ মিনতি

সঙ্গীতৰ শতধাৰে চেনেহৰ শতদলে
বান্ধিছিলা সেইদিনা জোনালী ৰাতিত,
মিলন মাধুৰী মউ ঢালিছিলা অন্তৰত
অযাচিতে সেইদিনা সাগৰ দাঁতিত।

সেয়ে মোৰ জীৱনত হক শেষ দান,
হয় যদি হক শুনা সেয়ে শেষ গান।
থই যাবা চিন তাৰ ফাগুনৰ ফুলনিত,
গছে গছে পাতে পাতে বতাহৰ বিননিত,
ৰূপে ৰসে গন্ধে ভৰা সেউজীয়া ধৰণীত,
আপুনি উঠিব বাজি পৰাণৰ কঁপনিত।
মাথোঁ এয়ে কাষত তোমাৰ
শেষ মোৰ মিনতি এবাৰ।

নহ'লেবা সিপাৰৰ আন্ধাৰ পুৰীৰ পৰা
এটি এটি মৰণৰ কণা তুলি লৈ
সৰ্বহাৰা জীৱনৰ শূন্য মোৰ পিয়লাটি
পূৰ্ণ কৰি দিয়া সখা শেষবাৰলই।
ক্ষুদ্ৰ এই, তুচ্ছ এই, অখ্যাত জীৱন,
ধীৰে ধীৰে মৰণক কৰক বৰণ!
এই দেহা সেইদিনা উলাহতে নাচিছিল,
সুৰৰ সোঁতত পৰি উটি বুৰি ফুৰিছিল,
চেনেহৰ পৰশতে হালি জালি পৰিছিল,
আপোনাকে হেৰুৱাই ভয়তেই কঁপিছিল।

এটি দুটি ৰেখা তাৰ অতীতৰ সপোনত,
আপুনি জিলিকে যদি সোঁৱৰণী দাপোণত,
চোঁৱা যেন তাকে শেষবাৰ,
শেষ মোৰ মিনতি এবাৰ।

নহ'লেবা সন্ধিয়াৰ হেঙুলীয়া আকাশত
এখনি সোণৰ থাল পৰে পছিমত,
ঘৰমুৱা পখিটিৰ আকাশত উঠা সুৰ
লাহে লাহে মাৰ যায় দূৰ দিগন্তত।
আন্ধাৰ নামিছে ধীৰে ওৰণি উৰাই,
ম্লানমুখে ৰঙা বেলি মাগিছে বিদায়।
জীৱনৰ তটিনীৰ তীৰত বহোঁতে আহি,
পাহৰা পুৰণি সুৰ বতাহত ভাহি ভাহি,
পেলায় মনত যদি শুকুৰা ফুলৰ পাহি,
ফুলিছিল যিটি ফুল তাহানিয়ে হাঁহি হাঁহি;
দূৰণিৰ বননিৰ বনৰীয়া ফুল তুলি
পানীত উটাই দিবা অতীতৰ স্মৃতি বুলি।
হ'ব সেয়ে শেষ উপচাৰ।
এয়ে মোৰ কাষত তোমাৰ,
শেষ মোৰ মিনতি এবাৰ।।



## শূন্য হুমুনিয়া

সন্ধিয়াক বাট দেখুৱাই
সূৰুযৰ শেষৰ কিৰণে
হেঁপাহেৰে ধৰণীক চুমি
মাৰ যায় পশ্চিমৰ পিনে।

বাজি উঠে কৰুণ সুৰেৰে
বিদায়ৰ পূৰবী ৰাগিণী,
শেষ হল মিলনৰ মেলা
মলয়াই দিছেহি জাননী।

কোন সৌ বাটৰুৱাটিয়ে
বিদায়ৰ শেষ মুহূৰ্ত্তত
সজল নয়নে বাট চাই
আছে দেহি তটিনী তীৰত।

ধীৰে ধীৰে নামিছে আন্ধাৰ
নাওখনি কঁপে বতাহত,
সাজু হ'ল নবীন পথিক
যাবলৈ নতুন বাটত।

বুকুপাতি লোৱা সুখ দুখ
কত শত চেনেহ বান্ধনি,
অনাদৰ অবহেলা কত,
আৰু কত অতীত কাহিনী।

আজি এই বিদয়াৰ দিনা
সকলোটি পৰিছে মনত,
সকলোকে কৰিলোঁ প্ৰণাম
নাও মোৰ চলিছে সোঁতত।

মিলিছিলোঁ যত লগৰীয়া
জীৱনৰ ওমলা ঘৰত,
সকলোটি ভাগিছিগি গ'ল
নাই চিন সন্ধিয়া পৰত।

শেষ হ'ল অভিনয় ৰাতি,
আনন্দ উৎসৱ মাৰ গ'ল,
ফুলকলি লেৰেলি সৰিল,
স্মৃতিৰ সৌৰভ পৰি ৰল।

আঁতৰিলো নীৰৱে নিমাতে
একেদৰে থাকিল সংসাৰ,
প্ৰতি পুৱা সূৰুয কিৰণে
উজলায় জেউতি ধৰাৰ।

নিতে নিতে ৰাতি আকাশত
সৰু সৰু সহস্ৰ তৰাই
কত যুগ চিকমিক্ কৰি
মৰতত পোহৰ বিলায়।
বসন্তৰ ফুলৰ হাঁহিটি,

সুমধুৰ বিহগৰ গীতি,
শৰতৰ শুভ্ৰ মেঘমালা,
পূৰ্ণিমাৰ জোনাক জেউতি।

প্ৰকৃতিৰ শত লীলাখেলা
জগতত একেদৰে ৰ'ল,
মাথোঁ এটি শূন্য হুমুনিয়া
অনন্তত ধীৰে মাৰ গ'ল।



## স্মৃতি খন্তেকীয়া

শুকুলা ডাৱৰ নামি পৰ্ব্বত কোলাত
কটালেহি এৰাতি মাথোন
পুৱা সমীৰৰ স'তে পুনু উৰি গ'ল
এৰি থৈ নিশাৰ সপোন।
সৰু সৰু পানীকণা শিলনি বুকুত
পৰি ৰ'ল সোঁৱৰণী চিন
পৰ্ব্বতৰ হুমুনীয়া জুৰি হই বায়
ভৈয়ামত বিষাদৰ বীণ।



# অতীতক যোৱাহে পাহৰি

নাৱৰীয়া মেলি দিয়া নাওখনি মোৰ
মিছাকৈয়ে আছা বাট চাই,
কোন আছে কেনি মোৰ আহি কাষলই
চেনেহেৰে দিবহি বিদায়।

দুদিনীয়া সংসাৰৰ আলহী ঘৰত
দুদিনৰ মাথোঁ লীলা খেলা;
দুদিনৰ জনা শুনা মৰম চেনেহ,
শেষ হয় দুদিনৰ মেলা।

দুধাৰি চকুলো লই যায় আগুৱাই
আধাকৰা কাম এৰি থই,
জগতৰ এচুকেদি কেনিবা অকলে
কালৰ কোলাত মিলে গই।

জুৰণি জুৰণি বুলি বিয়াকুল হই
ফুৰে মাথোঁ হাবাথুৰি খাই,
শেষ হয় তিলেকতে অথিৰ জীৱন
জগতত জুৰণি নেপাই।

ইফালে সিফালে চায় কাতৰ ভাবেৰে
হেঁপাহেৰে চেনেহ বিচাৰি,
সুখৰ সোঁতত ভাহে দুখৰ নাৱত
ছঁয়াময়া চেনেহ ভিখাৰী।

মধুৰ বাঁহীৰ তান আহে ৰতাহত
দূৰতেই শুনা পাতি কাণ,
দূৰতে সৌন্দৰ্য্য তাৰ দূৰতে মাধুৰী,
ওচৰত প্ৰাণ শূন্য তান।

ক'ৰনো পখীটি আহি গছৰ ডালত
কই গ'ল মৰমৰ কথা;
নীৰৱ গছৰ ডাল নীৰৱে থাকিল
নুবুজিলে হৃদয়ৰ বেথা।

গঢ়িছিলা ৰঙমনে শিলৰ প্ৰতিমা,
পূজিছিলা ধূপ-ধূনা লই,
ৰাখিছিলা মন্দিৰৰ গুপুত কোণত
মানুহৰ চকু আঁৰকই।

ঢালি দিলা অন্তৰৰ ভকতিৰ ধাৰা,
আবেগত গালা কত গান,
কতবাৰ হেঁপাহেৰে সাৱটি ধৰিলা
প্ৰতিমাৰ পালা জানো প্ৰাণ?

সুঁৱৰি সুঁৱৰি কিয় অতীতৰ স্মৃতি
মিছাতেই নিজে দুখ পোৱাঁ,
মুখানি মোলান কিয়, মিছাতে চকুলো,
অতীতক পাহৰি পেলোৱা।

ছিঙি দিয়াঁ চেনেহৰ মায়াজৰী গছ,
নুশুনিবা সপোনৰ বাণী,
হৃদয়ৰ হুমুনিয়া শূন্যে মাৰ য'ক
চিতা জুই নুম'ক আপুনি।

সময়ৰ প্ৰতিশোধ, কোনে বাধা দিব?
জগতত অকলশৰীয়া,
যাওক উটি যেনি তেনি সোঁতৰ লগত
মেলি দিয়া নাও নাৱৰীয়া।



## অতীতক নেযাবা পাহৰি

চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নেযাবাঁ পাহৰি;
সমাপি জীৱন খেলা বসুধা বুকুত
যাম গৈ যিদিনা আঁতৰি।
অতীতক নেযাবা পাহৰি।।

সুখে দুখে জীৱনৰ ফুৰে পাছে পাছে
অতীতৰ মধুৰ সপোন,
নিমিষতে বিষাদত ধৰেহি আগত
এৰি অহা প্ৰেমৰ দাপোণ।
অতীতৰ মধুৰ সপোন।।

কঁপি থকা ওঁঠ দুটি নোৱাৰে ফুটাব
যাওঁ বোলা বিদায়ৰ বাণী,
দুগালে বাগৰি যায় চকুলো দুধাৰি,
মাগে মাথোঁ শেষৰ মেলানি।
যাওঁ বোলা বিদায়ৰ বাণী।।

বিষাদ ডাবৰে ঢাকে জীৱন আকাশ,
পোহৰৰ লেশ মাথোঁ নাই,
এখুজি দুখুজি কৰি ধীৰে ধীৰে দেহি
বাটৰুৱা যায় আগুৱাই।
পোহৰৰ লেশ মাথোঁ নাই।।
আন্ধাৰ-মুধাৰ বাট নমণি একোকে
সমুখত স্মৃতিৰ শ্মশান,
কতনো প্ৰেমৰ ছবি লয় গই তাতে
তোলে এটি সকৰুণ তান।
সমুখত স্মৃতিৰ শ্মশান।।

তাৰ মাজে দিয়ে যায় বাটৰুৱা মোৰ,
সুখৰ দুখৰ গান শুনি,
আশা নিৰাশাৰ ৰেখ বুকুৰ মাজত
আঁকি লই অকলে আপুনি।
সুখৰ দুখৰ গান শুনি।।

শুকুলা পাখিৰে সৌ নাওখনি লই
নাৱৰীয়া আছে বাট চাই,
উঠিম যেতিয়া মই নাৱৰ বুকুত,
নাও মেলি যাব ভটিয়াই।
নাৱৰীয়া আছে বাট চাই।

দূৰত গৰজে শুনা অনন্ত সাগৰ
পৰ্ব্বত প্ৰমাণ ঢৌ তুলি,
বাহু তোলা মৰণৰ শেষ আলিঙ্গনে
চিন-চাব নেৰাখে সমূলি।
পৰ্ব্বত প্ৰমাণ ঢৌ তুলি।।

অনাদৰ অৱহেলা যত জগতৰ
সুখ দুখ সকলো পাহৰি,
সকলোকে অন্তৰৰ প্ৰণাম জনাই
নাও মেলি আহিলোঁ আঁতৰি
সুখ দুখ সকলো পাহৰি।।

সন্ধিয়াৰ আকাশৰ সৰু তৰাটিৰ
সাদৰৰ শেষ আৱাহন,
সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত
খেলা মোৰ হ'ল সমাপন
সাদৰৰ শেষ আৱাহন।।

নাও মেলি আহিলোঁ আঁতৰি,
অতীতক নেযাবা পাহৰি।।



## শূন্য পৰিচয়

মোৰ এই হিয়া খনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা;
অন্তৰ জ্বলোৱা ছবি অতীতৰ স্মৃতি লই
বুকুৰ তেজেৰে আছে অন্তৰতে আঁকা।

কত জন কাষলই কত ভাবে আহি মোৰ
তোলাই হিয়াত মাথো সকৰুণ তান,
শূন্যত বিয়পি পৰি শূন্যতেই যায় মাৰ
ভাগ্যহীন জীৱনৰ সুৰহীন গান।

বিষাদ বিননি মোৰ গুঞ্জৰি গুমৰি উঠি
আপোনা-আপুনি হয় অন্তৰতে লীন,
কেতিয়াবা শুনা যায় সুদূৰত ৰিণি ৰিণি
হিয়াভগা নিৰাশাৰ প্ৰতিধ্বনি ক্ষীণ।

তুমি মোক ভাল পোৱা, শুনিলেও হাঁহি উঠে
হ'ব পাৰে ইও এটি সপোনৰ ৰেখা;
সপোনৰ শেষ হ'লে মোহ জাল আঁতৰিলে
দুনাই এনুৰাভাবে দিবা জানো দেখা?

জীৱনৰ আঁৰতেই আছোঁ মই সংসাৰত
ছাঁয়া মাথোঁ কায়াহীন বিফল বাসনা;
উটাই বুৰাই সোঁতে টানি লই ফুৰে মোক
প্ৰেমৰ মধুৰ ছবি অলীক কল্পনা।
অনাদৰ অৱহেলা সকলো গোটাই লই
ৰচোঁ মই জীৱনৰ কুসুম কানন,
ইযে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
এয়ে মোৰ জীৱনৰ কাঁইটীয়া বন।

নীৰলে থাকিম বুলি সাজিছোঁ ইয়াতে পঁজা
দাঁতিয়েই বৈ যায় পাহৰণি ন'ই,
ধুনীয়া জোনাক ৰাতি বহি তাৰ পাৰতেই
শুনাম জীৱন গীতি বীণখনি লই।

আকুল উদাস সুৰে উঠিব জগত জুৰি
গভীৰ বেদনা ৰাশি অন্তৰ মাজৰ,
নেলাগে চেনেহ কাৰো নিবিচাৰে হমুনিয়া
সাগৰেতে মাৰ যায় ঢৌ সাগৰৰ।

দিনে দিনে দিন গৈ মাহত মিলিব আহি
মাহ আহি শেষ হয় বছৰ বুকুত;
কালৰ পুতলা আমি পাতো নতুনৰ মেলা
নতুন ৰহণ সানি পুৰণি চকুত।

এনেদৰে থাকোঁতেই হঠাতে এদিন আহি
কাল পচোৱাই দিব চাকিটি নুমাই,
নিচিনা বাটেদি মোক নজনা দেশৰ পিনে
নিয়তিয়ে হাত ধৰি নিব আগুৱাই।
আকাশৰ জোন বেলি চিৰকাল একেদৰে
ওলাব সোমাব নিতে সন্ধিয়া পুৱাত,
জহ জাৰ বাৰিষাত বন ফুল কুঁহি পাতে
নিতউ নতুন বেশ বিলাব ধৰাত।

সংসাৰৰ বেচাকিনা চলিব সদায় একে
মাথোঁ মোৰ দেহা হব অনন্তত লয়;
পাহৰণি নৈ খনি পঁজাৰ কাষেদি বই
দিব জগতত মোৰ শূন্য পৰিচয়।



# আজি মোক যোৱাহে পাহৰি

(১)

আজি ক্ষমা কৰা মোক,
নেবাজে বীণত মোৰ
মনমোহা সুমধুৰ তান,
সুৰ ভুলা জীৱনৰ গান;
বিষাদৰ বিননি,
সাগৰৰ সুদূৰ পাৰত
উঠি আহে বাঁহীৰ সুৰত,
দুনাই উজাৰি তোলে
জীৱনৰ যত দুখ শোক,
আজি ক্ষমা কৰা মোক।

(২)

আছিল এদিন মোৰ,
অভিসাৰিকাৰ বেশে
সেইদিনা শুৱনি ধৰণী,
কুমলীয়া সুনীলবৰণী,
প্ৰেমৰ সঁফুৰা
উলাহতে আহি মেলিছিল,
হিয়া ভৰা প্ৰীতি যাচিছিল,
ঢালিছিল উপযাচি
চেনেহ চানেকি চকুলোৰ;
আছিল এদিন মোৰ।

(৩)

লগৰী লগত লই,
সোণোৱালী কিৰণত,
নিতে নিতে নতুন ভাবত
নিজে সজা ওমলা ঘৰত,
নতুন খেমালি,
পাতিছিলোঁ কেনে ৰংমনে,
হাঁহি মাতি নাচি ঘনে ঘনে,
নজনা দেশত নিজে,
নিজৰ ভাবতে ভোল গই
লগৰী লগত লই।

(৪)

কোন আহি কেনি গ'ল,
ললিত বীণৰ তান
ঝিণি ঝিণি পৰিছে কাণত,
নাচি উঠে স্মৃতি পৰশত
ভগা হিয়াখনি;
খন্তেকীয়া মধু পৰশন,
আঁতৰিল মোহ আবৰণ;
আন্ধাৰে ঢাকিলে ধৰা,
মধুৰ জোকাৰ পৰি ৰ'ল;
কোন আহি কেনি গ'ল।

(৫)

দিন ৰাতি আহে যায়
অৱসান কৰমৰ,

লুইতৰ বহল বুকুত,
উটি যক কোবাল সোঁতত
নাওখনি মোৰ;
কোনে তাক কৰিব আপোন,
(জীৱনত) যৌৱনৰ প্ৰেমৰ সপোন
এবাৰ লুকায় যদি
আৰু দেখা নিদিয়ে দুনাই;
দিন ৰাতি আহে যায়।

(৬)

মাতিছোঁ কাকুতি কৰি,
সপোনৰ বেহা লই
জীৱৰ ভুল বাট ধৰি
আহিছিলোঁ আপোন পাহৰি,
অকলে অকলে;
আজি এই সন্ধিয়া পৰত,
মিলনৰ অপূৰ্ব ক্ষণত,
মেলানি মাগিছোঁ নিজে,
আজি মোক যোৱাঁহে পাহৰি;
মাতিছোঁ কাকুতি কৰি,
দুই হাত যুৰি,
আজি মোক যোৱাঁহে পাহৰি।



## শেষ

দূৰ আকাশৰ পৰা তৰা এটি খহি
মাজ ৰাতি পৰিলে ধৰাত;
সৰগত ফুলা যেন প্ৰেমফুল পাহি
লেৰেলি সৰিল নিৰলাত।

ঠন ধৰি উঠি অহা কুঁহিপাতখিলা
নাচি নাচি লাগিল আমনি;
বতাহত বাঢ়ি উঠি বতাহৰ সতে
ধীৰে নামি চুমিলে ধৰণী।

ৰঙ মনে চৰি ফুৰে শৰালি হালিয়ে
প্ৰেমেৰেই ভৰা দুটি প্ৰাণ,
খেলা অৱসান হ'ল নামিলে সন্ধিয়া,
গাই গ'ল জীৱনৰ গান।

মৰতত মৰহিল সৰা পাতখিলা,
তৰাটিও জ্বলি পুৰি গ'ল,
শৰালিৰ শেষ গান উঠিল পৰিল,
—প্ৰকৃতি বুকুত লীন হ'ল।



(আৱাহন - ১ম বছৰ, ৯ম সংখ্যা, বহাগ ১৮৫২ শক)

## অৱসান

(১)

দিনে দিনে দিন গণি অকলে আপুনি মাথোঁ
আগুৱাওঁ জীৱন পথত,
হোৱা নাই সমাপন প্ৰেমৰ কবিতা মোৰ
উৰি ফুৰা কল্পনা ৰথত।

(২)

আকাশ কুসুম দৰে মানস প্ৰতিমাখনি
এতিয়াও সপোন মাজত,
অকণি আবাস তাৰ নতু এটি জিলিগুনি
পৰা নাই হৃদয় পটত।

(৩)

তাৰ কাৰণেই মই যত কাম কাজ এৰি
ঢালি দিলোঁ গোটেই জীৱন,
কত যুগ যুগান্তৰ বিচাৰি ফুৰিছোঁ সেই
যুগমীয়া মধুৰ সপোন।

(৪)

ভুটিল পৰিল কত শতেক যৌৱন মোৰ
ফুলিলে শুকালে কত ফুল;
অনন্ত যৌৱন ল'ই ফুৰিছোঁ ধৰাত মই
বিৰহত পৰাণ আকুল।

(৫)

কত দিন কত ৰাতি কতনো কবিতা ৰচি
তোলোঁ এটি সকৰুণ তান;
উঠিলে আকুল সুৰ ভাবোঁ নিজে নিজে মই
এইবাৰ ভেদিব পৰাণ।

(৬)

এই দৰে নিতে নিতে কতনো নতুন সুৰ
অনন্তৰ উদ্দেশ্যে পঠাওঁ,
ক'ত তুমি আছা কেনি নোৱাৰোঁ ধৰিব একো
মাথোঁ মোৰ বেদনা জনাওঁ।

(৭)

ক'ত সি ৰহস্য পুৰী পৰ্ব্বত কন্দৰ ভেদি
উঠে য'ত তোমাৰ বন্দনা,
বীণধ্বনি তুলি য'ত মধুৰ সুৰেৰে তুমি
জগতৰ জনোৱা চেতনা।

(৮)

আজীৱন ধৰি মই বিচাৰি ফুৰিছোঁ সেই
সৌন্দৰ্য্যৰ অনন্ত নিজৰা,
এটি বুৰ মাৰি তাতে হওঁ চিৰকাললই
তোমাতেই আপোন পাহৰা।

(৯)

গানে গানে ছন্দে ছন্দে যিদিনা সুৰত বান্ধি
কৰি ল'ম তোমাক আপোন,

প্ৰতি অণু পৰমাণু মিলিব তোমাৰ স'তে
জীৱনত ফলিব সপোন।

(১০)

সংসাৰৰ লীলাখেলা সামৰি সুতৰি থ'ই
হাঁহিমুখে কৰিম প্ৰয়াণ;
অতদিনে বই অহা প্ৰেমৰ কবিতা ধাৰা
সেই দিনা হ'ব অৱসান।



হাঁয় অভিমানী মোৰ,
কোনে তোৰ ভাঙি অভিমান
চেনেহৰে ধৰিব যোগান?
মিছাকৈয়ে কিয় গাব গান,
পাষাণৰ নগলে পৰাণ।

বনফুল কেৰলীয়া গ্ৰন্থকাৰৰ আপডাল নোপোৱা অন্তৰ বকৰানিত আপোনা-আপুনি ফুটি ওলোৱা ফুলৰ কৰণি। বনফুল বেতিয়া গোন্ধৰ বাবে কবি দায়ী হ'ব নোৱাৰে। কোন ফুলৰ গোন্ধৰ কেনে বাণী পঢ়ুৱৈয়ে শুণ্ডি চাব। কবিৰ নাড়ীজ্ঞান থকা পাতনি লিখকৰ মতে কিন্তু গন্ধৰ সৌৰভে কবিক উন্মনা কৰি তুলিছে—যেনেকৈ 'নাভিকমলত' ফুটি ওলোৱা গন্ধ-কস্তুৰীৰ গোন্ধে গন্ধ পহৰ দিক্‌বিদিক জ্ঞান হেৰুৱায়।

—বাণীকান্ত কাকতি

# পাতনি

দুৱৰাৰ কাব্যৰ পাতনি লেখিবলৈ যোৱা ধৃষ্টতা নহলেও মোৰ পক্ষে যে দুঃসাহসিকতা তাক নকলেও হয়। তথাপি বাধ্য হ'লো অনুৰোধ ৰক্ষা কৰাতকৈ কবিৰ লগত ব্যক্তিগত ঘনিষ্ঠতা ছেদৰ আশঙ্কাতহে। দুৱৰাৰ পূৰ্ব-প্ৰকাশিত 'আপোন সুৰ' আৰু আজিৰ 'বনফুল'— দুয়োখিনি কবিতাৰ পুথি মোৰ 'অত্যাচাৰত' প্ৰকাশ হৈছে। 'বনফুল'ৰ পাতনি লেখোৱাই কবিয়ে সেই অত্যাচাৰৰ প্ৰতিশোধ লবলৈ বিচাৰিছে—"...এইখনেই মোৰ শেষ কবিতাৰ পুথি। নতুনকৈ লেখাও নাই আৰু নোৱাৰিম; কাৰণ অৱস্থা প্ৰতিকূল। তুমি জানাই যে মই অৱস্থাৰ দাস আৰু তুমি নোহোৱাহেঁতেন মোৰ কবিতাবোৰ হাতে লিখা অৱস্থাতে মৰহি গ'লহেঁতেন।

....'অত্যাচাৰী' আৰু 'নিপীড়িত'ৰ মাজৰ মধুৰ সম্বন্ধ অটুত ৰখাবৰ কাৰণেই তোমাৰ পৰা পাতনি এখন লাগিবই.....।" লাগ বোলা বস্তুটো নেপাই সৰু ল'ৰাৰ দৰে ওফোন্দ পতা দুৱৰা কবিৰ অভ্যাস। ঠেহ লাগিবলৈ দিয়াতকৈ ভুৰুকুৱাই নিচুকুওৱা উত্তম পন্থা। তাৰ ফলতে এই পাতনি।

দুৱৰাৰ কবিতা সৰ্ব্বজন সমাদৃত হোৱাৰ সৰ্ব্বপ্ৰধান গুণ তেওঁৰ কবিতাৰ ভাষা। দুৱৰাৰ কবিতাত ভাষাৰ জটিলতা, শব্দৰ দুৰ্ব্বোধতা, অৰ্থৰ অস্পষ্টতা নাই। তেওঁৰ কাব্যৰ ভাষা শিশুৰ দৰে সৰল, স্বভাৱ সুন্দৰী ৰমণীৰ দৰে নিৰলঙ্কাৰ। ইংৰাজ কবি ওৱৰ্ডছৱৰ্থে এনে ভাষাকেই কাব্যৰ উপযুক্ত বাহন বুলি নিৰ্দ্দেশ কৰি লৈছে। কবিৰ কাব্যপ্ৰেৰণাও-সহজ আৰু স্বতঃপূৰ্ণ। ই অসমীয়াৰ জাতিগত ভাবনাৰ অনুকূল। দুৱৰাৰ কবিতাত পাহৰি যোৱা অসমীয়া বনগীতৰ কথা সুৰ নতুন ৰূপত নবীন ছন্দত ধ্বনিত হৈছে। সেয়ে তেওঁৰ কবিতাক গীতাত্মক 'লিৰিক' কবিতাৰ পৰ্য্যায়লৈ তুলিছে। দুৱৰা এই বিষয়ত আধুনিক অসমীয়া কাব্য বুৰঞ্জীত যুগ প্ৰবৰ্ত্তক কবি। তেওঁৰ প্ৰতিটি কবিতাতে কাব্যতকৈ কবিৰ পৰিচয় অধিকভাৱে পৰিস্ফুট; প্ৰতি ফাঁকি কবিতা হৃদয় বীণৰ ঝঙ্কাৰহে মাথোন। আপোন অন্তৰত সৃষ্টি পাতনিৰ ভঙ্গা পতা ছবি আঁকি কবি আপোন ভাবতে আপুনি বিভোৰ। আত্মনিমগ্ন কবিয়ে নিজেই গাইছে নিজেই শুনিছে-

মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ
গানৰ শেষত
শুনোতা গাওঁতা দুয়ো

একে হৈ পাহকে নাপাওঁ।
(মোৰ সৰগ)

দুৱৰা মুখ্যতে প্ৰেমৰ কবি; সৌন্দৰ্য্যৰ উপাসক। তেওঁ প্ৰেমৰ সপোন দেখে, প্ৰেমৰ কবিতা লেখে। দুৱৰা কবিৰ মতে প্ৰেম আৰু সৌন্দৰ্য্য একে পাহি ফুলেৰে বিভাজনব্যৰ্থ বৰ্ণ আৰু সৌৰভ। য'তে প্ৰেম ত'তে সৌন্দৰ্য্য। কবিয়ে এই প্ৰেম মানুহৰ অকপট প্ৰেম-প্ৰীতি, স্নেহ-ভালপোৱাৰ মাজত বিচাৰি হাবাথুৰি খাইছে। কিন্তু পৃথিৱীত অবিকল প্ৰেমপ্ৰীতি বিৰল। প্ৰেমৰ লগত ব্যথা বেদনা বিচ্ছেদ বিষাদ লাঞ্ছনা-গঞ্জনা, অৱহেলা অৱসাদ জড়িত হৈ সপ্তবৰ্ণ ৰঞ্জিত ইন্দ্ৰধনুৰ সৃষ্টি হৈছে (ইন্দ্ৰধনু)। সেই হেতুকেই দুৱৰাৰ কবিতা নানাভাৱ বৈচিত্ৰ্যৰে সমৃদ্ধিশালী। কোনো কবিতাত মিলন আকাংক্ষাৰ আনন্দ, কোনোটিত প্ৰত্যাখানৰ নিদাৰুণ মৰ্ম্মঘাত, কোনোটিত ব্যৰ্থ-জীৱনৰ অকলশৰীয়া অসহায়তা, কোনোটিত অতৃপ্তিৰ দীৰ্ঘশ্বাস, কোনোটিত বিদায়ৰ বেদনা ধ্বনিত হৈছে। সৌন্দৰ্য্য পিয়াসী কবিহৃদয়ে সমাজ-সংসাৰত অকপট প্ৰেম অনাবিল সৌন্দৰ্য্য বিচাৰি ব্যৰ্থ মনোৰথ হৈ নিখিল বিশ্বৰ বায়ু পানী সূৰ্য্যালোক, বিটপ-বিহঙ্গ -মৰ মাজত সহৃদয়তা স্থাপনৰ কল্পনা কৰিছে। বিশ্বব্যাপিনী সৌন্দৰ্য্যৰ বিচিত্ৰ ৰেখাই ধ্যান-তন্ময় কবিৰ চিত্ত নানাভাৱে আলোড়িত কৰিছে। পখীৰ সঙ্গীত, মৌমাখিৰ গুঞ্জন, ফুলৰ সুষমা, পুৱাৰ পোহৰ, সন্ধিয়াৰ হেঙুলী ৰহণ, বিজুলীৰ চিকমিক হাঁহি, নিজৰাৰ কুলুকুলু ধ্বনি, জোনৰ পোহৰত তিৰবিৰাই জিলিকা লুইতৰ ৰূপালী চাপৰি, বাৰিষাৰ বগা ডাৱৰৰ শাৰী—সকলোৱেই কবিৰ অন্তৰত এক অতীন্দ্ৰিয় অনুভূতিৰ সৃষ্টি কৰিছে। বিশ্বফুলনিত কবি জাকিমাৰি উৰিফুৰা সৌন্দৰ্য্যসন্ধানী পখিলা। 'পাখীত পোহৰ সানি' পখিলাৰ যেনেকৈ ফুলৰ লগত এক হবৰ অভিলাষ সেইদৰে কবিৰো বিশ্বসৌন্দৰ্য্যৰ লগত একীভূত হবৰ ঐকান্তিক আকুতি—

কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপাই।
(এটি উৰি যোৱা ৰাজহাঁহলৈ)

কবিয়ে এইভাৱে প্ৰকৃতিৰ বিভিন্ন ৰূপ ভঙ্গিমাৰ লগত নিবিড় অন্তৰঙ্গতা আকাংক্ষা কৰিছে। প্ৰকৃতিৰ ৰূপ, ৰস, গন্ধ স্পৰ্শ কবিয়ে প্ৰাণভৰি উপভোগ কৰিছে। প্ৰকৃতিৰ প্ৰতিটি ৰেখাই, ৰুনিৰ ৰুনীয়া সুৰে, বৰ্ণৰ বৈচিত্ৰ্যই, গন্ধৰ সৌৰভে কবিক উন্মনা কৰি তুলিছে। অতীন্দ্ৰিয় ৰহণেৰে ৰঞ্জিত হেতু চিৰ পৰিচিত গাওঁখনিৰ প্ৰতিটি ৰেখাই নবীন সৌন্দৰ্য্যেৰে দুৱৰাৰ কবিতাৰ শাৰীয়ে শাৰীয়ে নাচি নাচি দেখা দিছে। (নাৱৰীয়া যায় ভটিয়াই)

স্থূল বস্তুসৌন্দৰ্য্যৰ পৰা ভূমাৰ সৌন্দৰ্য্য বিৰামবিহীনভাৱে অন্বেষণ, সন্ধিয়া জিলিকা সুদূৰ দেশৰ উদ্দেশ্য অন্তহীন গতি (এই বাটে নাহিবা দুনাই)— এয়ে দুৱৰাৰ

কবিতাৰ দাৰ্শনিক পৰিচয়। নদী, নাও, নাৱৰীয়া—এই প্ৰতীক ত্ৰয়ৰ সহায়ত কবিয়ে জীৱনৰ গতি-সোঁতত নাৱৰীয়াই জীৱন নাও মেলি দিছে—

অজানৰ সুৰে নিয়ে টানি
সোঁত তাৰ চিৰলগৰীয়া।
(চিৰলগৰীয়া)

শত বাধা-বিঘিনি, ধুমুহা-ধেৰেকনি, বিদ্যুৎ-বজ্ৰপাত সকলোকে আওকাণ কৰি সংসাৰ বিৰাগী কবি আজি অন্তহীন সুদূৰৰ অভিসাৰত—

মুকলি মনেৰে দিম মেলি নাওখনি
পিচলৈ নেচাওঁ দুনাই।
অনন্তত ৰই থকা সুৰৰ সোঁতত
..........................।

দুৱৰাৰ কবিতা সোণোৱালী দেশৰ পিনে অবিৰত যাত্ৰাৰ কাহিনী। তেওঁৰ কবিতাই ঐতৰেয় ব্ৰাহ্মণত দেৱতাই ৰোহিতক দিয়া উপদেশ স্মৰণ কৰায়-

চৰণ্ বৈ মধু বিন্দতি চৰণ্ স্বাদুম্মদুৰম্
সূৰ্য্যস্য পশ্য শ্ৰেমানং যো ন তন্দ্ৰয়তে চৰণ্।।
চৰৈবেতি, চৰৈবেতি।

যাত্ৰাৰ উদ্যোগ কৰুণ ৰিনিনিৰে বিজড়িত, অতীত স্মৃতিৰে বিমণ্ডিত। বিদায়ৰ সময়ত পুৰণি পৃথিৱীৰ সনাতন ৰূপটো মধুৰ; আৰু অৰ্বাচীন হৈ মানসপটত ভাহি উঠে; এৰি যাওঁ বুলিও যাবলৈ মন নেযায়। যাত্ৰা উদ্যোগ কালত মন এপিনে আসন্ন বিচ্ছেদৰ দুৰ্ভাৱনাত আনপিনে আগন্তুক ভৱিষ্যতৰ অস্পষ্ট উদ্দীপনাত দোদুল্যমান। ই জানিবা নৱ-বধুৰ প্ৰথম স্বামীৰ ঘৰ কৰিবলৈ ওলোৱা ন যযৌ ন তস্থৌ অৱস্থা। দুৱৰাৰ কবিতা জীৱন-মৰণৰ সীমা পাৰ হৈ যাবলৈ উদ্যোগ কৰা যাত্ৰাৰ ছবি— তেওঁৰ আশাবাদী জীৱনৰ চলন্ত ইতিহাস।

গুৱাহাটী
১ আহাৰ, ১৮৭৪ শক —বিৰিঞ্চিকুমাৰ বৰুৱা

## বনফুল

কোনোৱে দূৰতে চায় কোনোৱেবা চুই যায়
চেনেহ কণিকা বুলি কৰোঁ তাকে ভুল।
সপোন আঁতৰি গলে দিঠকে জনাই দিয়ে,
বাটৰ কাষৰ মই বননিৰ ফুল।

# জীৱন মহিমা

(১)

জীৱনৰ বোৱা নইখনি,
পাৰত আবৰি থকা সপোন কুঞ্জৰ
আঁৰে আঁৰে ফুৰো মই লগৰী হেৰাই
দুচকুত আকুল চাৱনি।
নিজৰ পাহৰা বাট
কোনে মোক দিব সোঁৱৰাই?
ফুৰোঁ মই লগৰী হেৰাই।

(২)

পশ্চিমত আবেলিৰ বেলি,
লাহে লাহে সন্ধিয়াই ঢাকিব ধৰণী,
অকণি পোহৰ তাৰ হেঙুলী বৰণ
নৈয়ে যেন লব আকোঁৱালী!
নিৰাশা নিজম বাট,
সমল মাথোন সোঁৱৰাই
যৌৱনৰ অৰুণ কিৰণ,
অতীতৰ হেঙুলী বৰণ।

(৩)

পথৰ পথিকে লগ পাই
দেখিও বিমোৰ মোক নেমাতে একোকে,
আগবাঢ়ি মাতিলেও নিদিয়ে সন্ধান,
মিচিকি হাঁহিৰে গুচি যায়।

উৰণীয়া পখীটিয়ে
অচিন পথত ধৰে তান,
বই যায় বিষাদৰ গান।

(৪)

কেতিয়াবা কোনো জনে আহি,
অযাচিতে ঢালি দিয়ে হিয়াৰ সম্ভাৰ,
খন্তেকীয়া লগ লই পথ উজলায়,
মুখত বিৰিঙে মোৰ হাঁহি।
আহি আহি থাকোতেই
কেনিবাদি হঠাতে লুকায়।
মুখৰ হাঁহিটি মাৰ যায়।

(৫)

অবিৰাম বয় নই খনি
পখীৰ সঙ্গীত আৰু ফুলৰ সুষমা,
সপোন কুঞ্জৰ যত মায়া মধুৰিমা,
অতীতৰ মধু সোঁৱৰণী।
সকলো সামৰি লই
আগুৱাওঁ নজনা বাটত
কোনে ক'ব ক'ত তাৰ সীমা?
হেৰুৱাই জীৱনৰ মধুৰ মহিমা।



# দূৰণিৰ সুৰ

আমি শুনি শুনি যাওঁ দূৰলই
হাবিৰ মাজেদি গই
পৰ্ব্বত বুকুত বই, নাচি নাচি আহোঁ কাষলই
উৰি উৰি যাওঁ দূৰলই
নিয়ৰৰ কণা যেন ফুলৰ পাহিত
থাকো আমি চিক মিক বিজুলী হাঁহিত,
ক্ষন্তেক পোহৰ ধৰি,
ক্ষন্তেক উজল কৰি,
সাগৰৰ বুকুলই উৰি উৰি যাওঁ,
নিমিষতে কেনিবা লুকাওঁ।
আহিলোঁ আহিলোঁ আমি ধৰাহি আমাক,
পখিলাৰ সতে উৰি
ফুলে ফুলে পৰি পৰি
চেনেহৰ মৌ টুপি বিলাম তোমাক,
পাবা যদি ধৰাহি আমাক।
শুনা সেই বননিৰ বনৰীয়া সুৰ,
মাতিছে আমাক আমি যাওঁ বহু দূৰ।
পোহৰৰ সতে য'ত আন্ধাৰ মিলিছে
দূৰ দূৰণিৰ সুৰ আপুনি বাজিছে,
মৌ মাখি উৰি উৰি
গুণ গুণ কৰি কৰি
বতাহত বননিৰ কঁপনি তুলিছে,—

সুদূৰত সুৰ শুনা আপুনি বাজিছে।
মেলানি মাগিলো আজিলৈ,
নাহো নাহো আৰু কাষলৈ,
আন্ধাৰ পুৰীত থাকি, আন্ধাৰ সপোন দেখি
আন্ধাৰৰ ছবি আঁকি লই
উৰি উৰি যাওঁ দূৰলই,
নাহোঁ নাহোঁ আৰু কাষলৈ,
(আমি) মেলানি মাগিলো আজিলৈ।



## সমৰ্পণ

কোনোবা জোনাক নিশা,
জুৰিব পাৰত তুমি আৰু মই
বুকুত মৰুৰ তৃষা,
কোনোবা জোনাক নিশা।

সুনীল আকাশ খনি,
তলত কোমল দুবৰি দলিচা
কাষত মধুৰ বাণী,
সুনীল আকাশ খনি।

চকুযুৰি জাপ খালে,
তোমাৰ কোলাৰ মধুৰ পৰশে
শীতল অমিয়া ঢালে
চকুযুৰি জাপ খালে।
প্ৰেমৰ সপোন মোৰ

দুখনি হিয়াৰ একেটি কঁপনি
নপৰে সুখৰ ওৰ,
প্ৰেমৰ সপোন মোৰ।

উঠি দেখো সাৰ পাই,
পুৱাৰ পোহৰে চুমে ধৰণীক
তুমি মাথো মোৰ নাই,
উঠি দেখোঁ সাৰ পাই।

বীণ খনি এৰি গলা,
সুৰবোৰ মোৰ সিঁচি চাৰি কাষে
কেনি তুমি আঁতৰিলা,
বীণখনি এৰি গ'লা।

শেষৰ অৰূপ ধন,
মোৰ জীৱনৰ অযাচিত বৰ
তুমি দিয়া বীণ খন,
শেষৰ অৰূপ ধন।

থাকো বীণ খনি বাই,
উঠে দিনে ৰাতি কৰুণ কিনকিনি
হিয়া মোৰ ভাগি যায়,
থাকোঁ বীণ খনি বাই।

ছিগিল বীণৰ তাঁৰ,
কোবাল বেগত গাঁজা উৰি গ'ল
সেই দিনা ধুমুহাৰ,
ছিগিল বীণৰ তাঁৰ।

ধীৰে আগুৱালোঁ মই
জীৱনৰ মোৰ শেষৰ সম্বল
বুকুত সাবটি লৈ
ধীৰে আগুৱালোঁ মই।

তোমাৰ চেনেহী দান
ভগা বীণা খনি দিলো সাগৰতে
আকুল উদাস প্ৰাণ,
তোমাৰ চেনেহী দান।

ভাগিল দিনৰ মেলা,
মাৰ গ'ল মোৰো সাগৰ বুকুতে
শেষ লহৰীৰ লীলা,
ভাগিল দিনৰ মেলা।



## তুমি মোৰ নাভাঙিবা ভুল

তুমি মোৰ নাভাঙিবা ভুল,
গাথিছিলো মালা ধাৰি আকাশ কুসুম পাৰি
আবেগত পৰাণ আকুল।
ওপৰত হাঁহি হাঁহি তৰাই পাতিলে থুল
দেখি মোৰ জীৱনৰ ভুল।

গই থাকোঁ নাওখনি বাই,
জোনৰ পোহৰ পৰি চিক মিক কৰি কৰি

পানীৰ লহৰী নচা একে থিৰে চাই,
জীৱনৰ গীত গাই গাই।
সৰগ নিজৰি পৰা সুৰদি মদিৰা চুমি
আবেগত পৰাণ উটাই
নাও খনি সোঁতে লই যায়।
বতাহৰ বিয়াকুল সুৰ—
দূৰ দূৰণিত ভাঁহি কেনিবাদি উৰি আহি
বুকুত লুকাই আনে অতীতৰ সুৰ,
সোঁৱৰণী অতি সুমধুৰ।
হেৰোৱা জেউতি পৰি অন্তৰ জিলিকি উঠে
উলাহতে হিয়া ভৰপুৰ,
অতীতৰ সুমধুৰ সুৰ।

সপোনৰ সৰগ আমাৰ
সুকীয়া সৰগ নাই মিছাতে বিচাৰি হায়
নকবা চকুলো টুকি সপোন অসাৰ,
নুতুলিবা ঢউ নিৰাশাৰ।
দিঠকৰ দানৱৰ নিকৰুণ পৰশত
নেভাঙিবা কৰি চুৰমাৰ
সপোনৰ সৰগ আমাৰ।

সপোনতে ফুলে যেন জীৱনৰ ফুল,
সপোনতে মিলি য'ক জীৱনৰ ইকূল সিকূল
তুমি মোৰ নেভাঙিবা ভুল।



# শিলৰ সপোন

শিলনিৰ ওপৰেদি
নাচি নাচি আহিছে বাগৰি
পৰ্ব্বতীয়া জুৰি
ভৈয়ামৰ সৰু নৈ খনি।
কাষৰ গড়াই
গছ লতা কহঁৰা ফুলেৰে
বতাহ লগৰী কৰি
লৈছে মেৰাই
যতনেৰে উকৰাই
হিয়া ভৰা চেনেহ জাননী।।
ওচৰতে পৰি আছে
এটি শিল— অকলশৰীয়া।
চেনেহৰ জৰী গছ
জীৱনত তাৰ
কোনে দিলে কেনি সোলোকাই;
বুজিব নোৱাৰি নিজে
বেজাৰত কাঢ়ে হুমুনিয়া।
পোহৰত নাচি নাচি
সৰু সৰু ঢউ বোৰে
ওপৰে টৌৱাই গই
দিয়ে তাক চেনেহৰ মধুৰ পৰশ;
হেঁপাহেৰে শিলে তাক ল'ই আঁকোৱালি
সাৱটি ৰাখিব খোজে
গোটেই জীৱন।

মিছা তাৰ আশাৰ কিৰণ
খন্তেক ধেমালি কৰি
কেনিবা আঁতৰি
নিমিষতে ভাঙি দিয়ে সুখৰ সপোন।

নিতে কত ঢউ আহে যায়,
তথাপি অবুজ শিলে
চেনেহ সঁফুৰা মেলি
দিনে ৰাতি আছে বাট চাই;
কিজানিবা কেতিয়াবা
এখানি চেনেহ কণা
নামি কোনো সুৰুঙাই
যদি তাৰ হিয়া উজলায়।

এই আশাতেই দেহি
পানীৰ কাষত পৰি
অকলই আছে বাট চাই,
সোঁতে তাৰ হিয়াক কঁপায়!!

জীৱনত আশা তাৰ কেতিয়া পূৰিব?
হেঁপাহেৰে কাক সিনো
আদৰি ধৰিব?
কালৰ চকৰি ঘূৰি
কৰে হায়! হায়!
হিয়াৰ কঁপনি তুলি
অকলশৰীয়া শিলে
মিছাতেই আশা পালি

আছে বাট চাই।
কোনে কব ক্যাকনো থিয়াই।।



## শিলটিৰো সপোন ভাগিল

যোৱা গই যোৱা গই আগবাঢ়ি,
নেলাগে থমকি ৰব, নেলাগে উলটি চাব,
সাদৰেৰে কৰি লই বতাহ লগৰী,
যোৱা গই যোৱা গই যোৱা আগবাঢ়ি।।

সেইদিনা দেখিছিলা মধুৰ সপোন,
সেউজীয়া ধৰণীত, কুমলীয়া বননিত,
তুলি সেই জীৱনৰ সুৰ বিতোপন
সঁচাকৈয়ে সেইদিনা দেখিলা সপোন।।

সৰুগত বই যোৱা নিজৰা নমালা,
চেনেহী সুঁতিৰ ধাৰা, পৰাণ উতলা কৰা,
হিয়াৰ মাজেদি নিজে তুমিয়ে বোৱালা।
পৰ্ব্বতীয়া শিলটিৰো কঁপনি তুলিলা।।

লয়লাসে কাষ চাপি আপুনি আহিলা
বুকুত সাৱটি ল'লা, গুপুত বাতৰি ক'লা,
আবেগতে হিয়া ভৰা চেনেহ যাচিলা।
নিমিষতে অভাগাক আপোন কৰিলা।।

পাহৰিলে সেইদিনা জীৱন মৰণ
মৰমতে ভোল গই বুকুৰ বেহানি লই,
কুমলীয়া লতা ডালি কৰিলে বৰণ।
সঁচাকৈয়ে পাহৰিলে জীৱন মৰণ।।

সপোনতে এনেকৈয়ে দিন উৰি যায়,
প্ৰেমৰ সপোন দেখে, প্ৰেমৰ কবিতা লেখে,
মিলন কুঞ্জত দুয়ো বাঁহীটি বজায়।
কেনিবাদি সপোনৰ দিন উৰি যায়।।

ধৰণীত বসন্তৰ বতাহ বলিলে
মলয় পৰশ পাই, হিয়াখনি উথলাই
কুমলীয়া লতা ডালি বলিয়া কৰিলে।
শিলটিৰো বিৰহৰ কঁপনি তুলিলে।।

গছজুপি আছে ৰই আকাশ ধিয়াই,
কুঁহি ফুল পাত লই, আছে জাতিষ্কাৰ হই,
ৰংমনে প্ৰকৃতিৰ জেউতি চৰাই।
ওচৰতে গছ জুপি আছে বাট চাই।।

উলাহতে লতা ডালি আগবাঢ়ি যায়,
গছৰ ওচৰ চাপি হিয়াতেই হিয়া থাপি
হেঁপাহে সাৱটি ধৰি মুখলই চাই,
ক'ব খোজা কথাটিও লাজতে নোলায়।

অতদিন বাটচোৱা আশাটি পূৰিল
উলাহত নাচে বুকু, তলত নপৰে চকু,

সেউজীয়া ধৰাখনি কেনি আঁতৰিল।
পৰ্ব্বতীয়া শিলাটিৰো সপোন ভাগিল
বুকুত লগোৱা সাঁচ মাথো পৰি ৰ'ল,
মৰমৰ সুৰ তাৰ কেনি উৰি গ'ল।
আকাশত পাখি মেলি পখীটি উৰিল
খন্তেকীয়া পোহৰত আন্ধাৰ নামিল।
শিলাটিৰো চেনেহৰ সপোন ভাগিল।।



## এটি উৰি যোৱা ৰাজহাঁহলৈ

উৰি যোৱা উৰি যোৱা আৰু কত পৰ
ৰবা এই বিলৰ মাজত,
প্ৰাণৰ লগৰী দেহি আছে বাট চাই
অকলই নিজান বনত।

সেউজীয়া ঘাঁহনিৰ কোমল কোলাত
চেনেহৰ বাহটি তোমাৰ
যতনে সজোৱা আছে হিয়াৰ বোলেৰে
উজলাই জেউতি আশাৰ।

ক'লা ঢাকনিৰে ঢাকি দূৰ দূৰণিক
লাহে লাহে আন্ধাৰ নামিছে,
উৰি যোৱা আকাশত ৰগা পাখি মেলি
লগৰীৰ মৰমে মাতিছে।

জগতত ঘৰ বুলি এচমকা ঠাই
আছে পখী তোমাৰ নিজৰ,
বুকুত সুমাই মুৰ ইটিয়ে সিটিৰ
দেখা ছবি সুখ সপোনৰ।

ইটিয়ে সিটিক ঢালি মৰমৰ ধাৰা
জগতত চেনেহ বিলাবা,
সুখে দুখে হাঁহি মাতি জীৱনৰ বাট
ৰং মনে দুয়ো বুলি যাবা।

জীৱন সন্ধিয়া বেলা আহিলে ঘনাই
শেষ সুৰ তুলি আকাশত
হিমালয় ফালে দুয়ো যাবা উৰি উৰি
মানস সৰসী আছে য'ত।

সুৰতেই ঢালি দিবা গোটেই পৰাণ,
সুৰতেই ধীৰে পাবা লয়,
দুয়োটিৰে মিলনৰ ছবিটি আঁকিব
মৃত্যুৰ শীতল বায়ু বই।
নিজা বুলি নাই মোৰ এচমকা ঠাই
জগতত অকলশৰীয়া,
পুৰাতেই মেলি নাও অকলে সোঁতত
লুইতত হলোঁ নাৱৰীয়া।

পোৱা নাই এতিয়াও সাগৰৰ পাৰ,
হোৱা নাই গোৱা শেষ গান,

অহা নাই এতিয়াও বতাহত ভাঁহি
সুদুৰৰ আকুল আহ্বান।

এটি সুৰ তুলি মাথোঁ মেলো নাও খনি
নাই কোনো আপোনাৰ জন,
আকাশে বতাহে মোৰ সুৰ মিলি গই
নোতোলায় প্ৰাণৰ স্পন্দন।

সৰগ মৰত থাকে একে থিৰে চাই,
সময়ৰ সোঁত বলি যায়,
কেতিয়ানো সুন্দৰৰ মধুৰ পৰশে
কাষ চাপি লবহি চপাই।

তোমাৰ দৰেই পথী সুৰৰ লগত
ঢালি দিব খোজো মন প্ৰাণ,
সাগৰ বুকুত উঠা মহা সঙ্গীতত
জীৱনৰো হ'ক অবসান।

জগতৰ কলৰৱ ধীৰে মাৰ গই
চেনেহৰ ছবি আঁতৰিব,
দুদিনীয়া সংসাৰৰ মায়াৰ বান্ধোন
লাহে লাহে সুলকি পৰিব।

মুকলি মনেৰে দিম মেলি নাওখনি
পিচলই নেচাওঁ দুনাই,
অনন্তত বই থকা সুৰৰ সোঁতত
নাওখনি যাব ভটিয়াই।

চাপিব যেতিয়া তৰী জুৰণি ঘাটত
চেনেহৰ পৰশ বুলাব,
ৰই থকা সঙ্গীতৰ সুমধুৰ সুৰে
জীৱন মৰণ পাহৰাব।

দূৰত জিলিকে সউ মধুৰ পোহৰ,
সেয়ে দিব বাট উজলাই;
জীৱনৰ নাৱৰীয়া গুৰি বঠা ধৰি
নাওখনি নিয়া আগুৱাই।



## অতীত ভৱিষ্যত

তুমি মোক ক'লা কাণে কাণে
অতীতক নানিবা দুনাই,
অতীতেই মোহিনী বেশেৰে
দিলে হেনো অবাট চিনাই।

জীৱনৰ উখৰা বাটত
আছে জানো চিনাকি অচিন,
তোমাকেই সুধিছো সাদৰি
পোৱা জানো কিবা তাৰ চিন?

পছিমৰ দূৰ আকাশত
জ্বলে মানে হেঙুলী দাপোণ,
গই থকা বাটৰ আগেদি

নাচি যায় সোণালী সপোন।

ধীৰে ধীৰে নামিলে আন্ধাৰ
পৰ্ব্বতে ভৈয়ামে মিলি যায়;
এৰি অহা দীঘলীয়া পথ
হেঁপাহেৰে ঘূৰি ঘূৰি চায়।

সমুখৰ অচিন বাটত
আন্ধাৰেই লগৰীয়া তাৰ,
অতীতৰ জোনাকী কিৰণে
দেখুৱাই দূৰৰ আন্ধাৰ।

তেনে এটি আন্ধাৰ ক্ষণত
অতীতেহে ভবিষ্য চিনায়,
নামি অহা গধুলি পৰত
নতুন ভবিষ্য আৰু নাই।

আজি এই বিয়লি বেলিকা
হেঙুলীয়া সপোনবো ওৰ,
জীৱনৰ নিজান বাটত
অতীতেই ভবিষ্যত মোৰ।



## আন্ধাৰৰো আছে তেনে মান।

আজি এই দিনৰ শেহত
পাহৰি পেলোৱা মোৰ গান।
দূৰণিত মাৰ যোৱা লহৰী সমান।
পছিমৰ হেঙুলী আঁচলে
দিগন্তত লুকা লুকি খেলে,
সন্ধিয়াৰ কলীয়া আন্ধাৰে
আবৰি নেৰাখে তাৰ মান,
তেনেহলে কিয় অভিমান?
তুমিও পাহৰা মোৰ গান।

পৃথিবীৰ শেহৰ ৰেখাত
মিলি যোৱা মুকলি পথাৰ,
তৰা বছা ৰাতিৰ আকাশে
আঁতৰায় অবুজ আন্ধাৰ,
বিশ্বৰ বাঁহীত উঠে সকৰুণ তান!
তেনেহলে কিয় অভিমান?
তুমিও পাহৰা মোৰ গান।

দুপৰৰ তেজাল কিৰণে
পাৰে জানো কৰিব প্ৰকাশ
ৰাতিৰ কোলাতে থকা
মুকলি পথাৰ জোৰা

বিক্ততাৰ সৌন্দৰ্য্য উদাস?
—গুপুতৰ আপোন আভাস।

আন্ধাৰৰো আছে তেনে মান
তেনে হলে কিয় অভিমান?
পাহৰি পেলোৱা মোৰ গান।
আজি এই দিনৰ শেহত,
দূৰণিত মাৰ যোৱা লহৰী সমান,
তুমিও পাহৰা মোৰ গান।



## নোহোৱা সমল

লৰালি কালৰে পৰা ওৰে জনমতে মোৰ
আশাৰ জেউতিকণ আঁতৰি পলায়।
মৰমৰ ফুল পাহি নউ হাত মেলোতেই
অকলে আপুনি দেখো লেৰেলি শুকায়।।

জোনৰ ৰূপালী ধাৰা নপৰে পঁজাত আহি,
নুশুনো পখীৰ কোনো সুমধুৰ গান।
সন্ধিয়াৰ জুৰ বাৰে চেনেহৰ পৰশেৰে
নকৰে শীতল মোৰ উতলা পৰাণ।।

দেও দিয়া জুৰিটিয়ে নিমাতে নীৰৱে ধীৰে
পঁজাৰ কাষেদি যায় সৰুকৈ খিয়াহি।

নানা বৰণীয়া শিল একে থৰে পৰি আছে
সোঁতৰ বুকুত ঘূৰি নানাচে দুনাই।।

বাৰিষাৰ ওন্দোলোৱা ক'লা ডাৱৰৰ শাৰী
গুজৰি গুজৰি আছে চাৰি কাষে মোৰ
জাৰত কুঁৱলী নামি পঁজাটি নেদেখা কৰে
নিজকে নিচিনা হওঁ আন্ধাৰত ঘোৰ।।

কেতিয়াবা সুদূৰৰ এটি যেন খীণ সুৰে
হিয়াত কঁপনি তুলি কেনিবা পলায়।
কুঁৱলী আঁৰতে থকা খন্তেকীয়া সুৰুযৰ
জিলিঙনি এটি নামি আকৌ লুকায়।।

সিপাৰৰ গাওঁখনি নিতৌ গধূলি পুৱা
উলাহে উজলি উঠে ৰঙে ভৰপূৰ।
পুৱাৰ কিৰণ নামে জোনায়ে সুষমা ঢালে
সমীৰত পমি যায় কেতেকীৰ সুৰ।।

পথাৰৰ লখিমীয়ে ৰতাহুত হালে জালে,
পুৱাৰ নিয়ৰে দিয়ে আঁৰ ওৰণিৰ।
সোণোৱালী শইচৰ দুপৰীয়া হাঁহিটিত
চেৰে চেৰে নাচি উঠে হিয়া দাৰুনীৰ।।

এনেদৰে সকলোটি সুখৰ সম্বল লই
হাঁহি মাতি আগুৱায় সংসাৰ মাজত।
নোহোৱা সম্বল মোৰ বুকুত সামৰি লই
আগুৱাওঁ অকলই জীৱন পথত। ◆

# চিৰ লগৰীয়া

এৰি থই মৰম মাধুৰী
নাৱৰীয়া আহে ভটিয়াই,
দুগালেদি চকুলো বাগৰি
অন্তৰৰ আবেগ জনায়।

কোন এক অতীত যুগৰ
সোণোৱালী পুৱা কিৰণত,
মেলিছিল জীৱনৰ নাও
আজি তাৰ নপৰে মনত।

এটি দুটি এৰি অহা ঢউ
এতিয়াও মাৰ যোৱা নাই;
কেতিয়াবা কেনিবাদি আহি
লুইতৰ কাষৰ কঁপায়।

মাজে মাজে ওখ বালিগড়া
খহি পৰে আপোনা আপুনি;
যিমানেই আঁতৰাই নাও
সোঁতে নিয়ে কাষলই টানি।
টুল বুল নাওখনি তাৰ
পাৰ হই কোন সুকুণ্ডাই
ভাহে পুনু সোঁতৰ মুখত
খহনীয়া পোত খাই যায়।

এটিবাৰ মাথো ঘূৰি চালে
টলমল পানী হেন্দোলনি
নাৱৰীয়া গ'ল আগুৱাই
পাচ পৰি থাকিল কঁপনি।

উজনিৰ চেনেহৰ সুৰে
ৰৈ ৰৈ মাতে ৰিঙিয়াই
'নাৱৰীয়া! আন্ধাৰ নামিছে
নালাগেছো যাব ভটিয়াই'।

বতাহৰ বোকোচাত অহা
শুনি সেই মৰম ৰিঙনি
বঠা ডালি কাতি কৰি লই
ঘূৰাব খুজিলে নাওখনি।

পছিমৰ এছাটি বতাহে
ভৰ পানী দিলে উথলাই,
ধৰা বঠা হাততেই ৰ'ল,
নাও তাৰ নিলে উটুৱাই।

কপালৰ কেঁচা ঘাম মচি
বঠা এৰি বহে নাৱৰীয়া,
অজানৰ সুৰে নিয়ে টানি
সোঁত তাৰ চিৰ লগৰীয়া।



## মেলানিৰ দান

মোৰ বাবে তুমি
নুফুলা মালতী ফুল,
জীৱনত কিয়
মিছাতে বঢ়োৱা ভুল?
ফুলো নুফুলিব
মৰহিব গছ পুলি,
ফুলিলেও চাবা
ঢোপাতে সৰিব কলি।
সেয়েহে কৈছো
নুফুলা মালতী পুলি।।
মাজ সাগৰত
নাওখনি টুল বুল
মোৰ লগতেই
তোমাৰো হেৰাব কূল।

অকলে পাৰত,
সন্ধিয়াৰ ছবি চাবা,
তোমাৰ বুকুতে
তাৰে বোল সানি লবা,

সপোনৰ ছবি
দিঠকতে তেহে পাবা।
জীৱনত মোৰ
উটি গ'ল সুৰ লয়
আঁতৰি থাকিবা
নহলে পৰিব জঁই।
নিশাহত মোৰ
নিৰাশা বতাহ বয়।।
চিকুণাই ৰাখা
তোমাৰ ফুলনি খনি,
উৰিব পখিলা
সোণালী কিৰণ সানি,
সমীৰণ ব'ব
নতুন বাতৰি কই,
জোনায়ে হাঁহিব
তৰাক লগৰী লই;
উলাহতে গাবা
মধু মিলনৰ গান,
সেয়ে হব মোৰ—
চেনেহ মেলানি দান।
তুলিব সেয়েই
সন্ধিয়া সুৰৰ তান।।



# এই বাটে নাহিবা দুনাই

কেনি যোৱা বাটৰুৱা আন্ধাৰ বাটত?
সমুখত মুকলি পথাৰ;
আকাশে ধৰণী চুমে দূৰ দিগন্তত
ক'তো তাৰ নাই পাৰাপাৰ।
বহুদূৰ বাট বুলি আহিছা ভাগৰি
যাবলৈয়ো আছে বহু বাট;
দূৰত জিলিকা দেখি পোহৰৰ ৰেখা
ভাবিছা আশ্ৰয় পাবা তাত?

আথে বেথে আগবাঢ়ি নিব কাষলই
পাবা কত আদৰ সাদৰ,
চেনেহৰ মিঠা মাতে ধৰিব যোগান
পলুৱাবা প্ৰাণৰ ভাগৰ?
দেখিছা দূৰত সৌ দ'লৰ কলচী,
দেৱতা বিৰাজে ভিতৰত;
শুনিবা পূজাৰ কত মঙ্গল উৰুলি
পুৱাতেই মন্দিৰ মাজত?

কাষ চাপি দেৱতাৰ চৰণ তলত
দিবা ঢালি প্ৰাণৰ আৰতি;
অতৃপ্তিত তৃপিতিৰ আশীষ লভিবা
ভকতিৰে জনাবা প্ৰণতি?
ভাবিছা ইবাৰ তুমি পাবা ইয়াতেই
অশান্তিত শান্তিৰ জিৰণি;
এই ঘাটতেই কত হাবিয়াস কৰি
বান্ধিবাহি জীৱন তৰণি?

মিছা আশা বাটৰুৱা সকলো কল্পনা
মায়া জুই, ৰেখা পোহৰৰ;
নহয় আশ্ৰয় স্থল বাটৰ মুখৰ
চাকনৈয়া মাথো বিপদৰ।
এবাৰ পৰিলে আহি ইয়াৰ মাজত
উৰাদিহ নোৱাৰা ধৰিব;
আজীৱন ঘূৰি ফুৰি আন্ধাৰে মুধাৰে
ব্যুহচক্ৰ নোৱাৰা ভেদিব।
আন্ধাৰতে শেষ হব জীৱন তোমাৰ
পোহৰৰ ৰেখা আঁতৰিব;
এটি মাথো হুমুনিয়া বতাহ বুকুত
শূন্যে শূন্যে ওপঙি ফুৰিব।
দূৰৰ মন্দিৰ যিটো অতি আচৰিত
সিযে মাথো মায়ামৰীচিকা;
নাই তাত দেৱতাৰ পূজা আয়োজন,
মিছাতেই দেখিছা জিলিকা।
শুনা সেই শতশত কৰুণ কান্দোন,
দেৱতাৰ চৰণ ধিয়াই,
আন্ধাৰৰ বুকু ফালি উঠে নিতে নিতে,
শূন্যতেই উঠি মাৰ যায়।
যোৱা ঘূৰি অহাবাটে নৰবা ইয়াত
এতিয়াও থাকোতে সময়;
যিমান দীঘল হক আগুৱা তথাপি
সুখৰ দুখৰ বোজা লই।
জুহালৰ কাষ চাপি বহি অকলই
বিষাদৰ টোকা চকুপানী;
অন্তৰৰ জলা জুই আপুনি নুমাই
জীৱনত শান্তি দিব আনি।

পছিমত মাৰ যোৱা হেঙুলী কিৰণে
উজলাব জীৱনৰ বাট;
সন্ধিয়া জিলিকা সৌ সুদূৰ দেশত
আপুনি আশ্ৰয় পাবা তাত।

মুকলি চকুৰে চোৱা সুন্দৰ জগত,
মেলি দিয়া অন্তৰ দাপোণ,
দেখা পাবা মৰণৰ আন্ধাৰ পাৰত
জীৱনৰ মধুৰ সপোন।

সৰা পাত জাৰকালি উপচি পৰিব,
সেয়ে দিব বাট দেখুৱাই,
বাটৰুৱা যোৱা তুমি নিজ ঘৰলই
এই বাটে নাহিবা দুনাই।



## দূৰৰ যাত্ৰী

যাওঁ যাওঁ যাওঁ আমি বহু দূৰলই,
টোপনিৰ আঁৰে আঁৰে,
সপোনৰ পাৰে পাৰে,
জীৱনৰ মৰণৰ সীমা পাৰ হই;
—যাওঁ যাওঁ যাওঁ আমি বহু দূৰলই।

কত আহি কত গল, আহিছে আহিব,
সৰগৰ সিংহাসন মনতে পাতিব,
চেনেহৰ মালাধাৰি মনতে গুঠিব,
আবেগেৰে মৰমৰ ৰহণ সানিব,
কালৰ সোঁতত পৰি উটি বুৰি গই

ঢউৰ লগতে মাথো নিজে ঢউ হই,
এৰি যাব, গুচি যাব, দূৰ দেশলই।
জগতৰ বেচা কিনা জগততে থই।।
—যাওঁ যাওঁ যাওঁ আমি বহু দূৰলই।
ডাৱৰৰ সুৰুঙাই উজলে কিৰণ,
সন্ধিয়াৰ বেলিটিৰ হেঙুলী বৰণ,
মিচিকি হাঁহিৰে দিয়ে বাট দেখুৱাই,
দূৰণিত শুনো যেন মাতে কোনোবাই,
আঁহা আঁহা আঁহা অই,
পাৰতে ই আছো ৰই,
মোহিনী মায়াত কিয় আছা ভোল গই,
আঁহা আঁহা আঁহা অই,
পাৰতেই আছো ৰই,
মোহিনী মায়াত কিয় আছা ভোল গই,
আঁহা আঁহা আঁহা চাপি মোৰ কাষলই,
—যাওঁ যাওঁ যাওঁ আমি বহু দূৰলই।
আকাশে বতাহে উঠে সুমধুৰ সুৰ,
উৰি উৰি ভাহি যায়— যায় বহুদূৰ,
বতাহতে গীত গাই
বতাহতে নাও বাই
মনৰ শুকুলা পাল তাতে তৰি লই,
নাচি নাচি হাঁহি হাঁহি যাওঁ দূৰলই,
সুদূৰৰ সপোনৰ সুৰ পুৰীলই।
—যাওঁ যাওঁ যাওঁ আমি বহু দূৰলই।



# নাৱৰীয়া যায় ভটিয়াই

বসন্তৰ ফুল কুঁৱৰীয়ে
কোঁচ ভৰি মাধুৰী বিলায়,
উজনিত উলাহ বিলাহ,
নাৱৰীয়া যায় ভটিয়াই।

ৰিণি ৰিণি পুৰিছে মনত
অতীতৰ মধু সোঁৱৰণী,
লৰালিৰ ওমলা জামলা
এৰি থৈ অহা ঘৰখনি।

পদুলিৰ শেৱালি জুপিয়ে,
শৰতত সৰি তল ভৰি,
এতিয়াও আগৰ দৰেই
চেনেহৰ বিলায় বাতৰি।

এতিয়াও পুৱাৰ কিৰণে,
বাঁহনিৰ মাজে সুৰুঙাই,
জালী-কটা ৰিহাৰ আঁচল
চোতালত পাৰি থৈ যায়।

কত কথা দূৰ অতীতৰ
একোখনি ধুনীয়া পটত,
নাচি নাচি দেখা দিয়ে পুনু
উটি যায় সোঁতৰ লগত।

সমুখৰ শৰালি হালিয়ে,
জিলিকাই পাখি পোহৰত,
ৰংমনে মিলনৰ মেলা
পাতি দিয়ে পানীৰ মাজত।

পুৱাতেই ঘাটৰ কাষত,
পানী লই কলহ ভৰাই,
গাৱলীয়া বোৱাৰী জীয়াৰী,
একেথৰে নাওখনি চায়।

বুকুভেদি এটি হুমুনিয়া
উঠে তাৰ অন্তৰ কঁপাই,
থাকোঁ থাকোঁ নোৱাৰে থাকিব
নাৱৰীয়া যায় ভটিয়াই।

দুপৰীয়া পৰেহি কাণত
উৰি অহা উলাহৰ গীত,
হাঁহি মাতি গাৱঁৰ ডেকাই
বালিভাত খায় চাপৰিত।

নাৱৰীয়া তলমূৰ কৰি
উটি যায় সোঁতৰ মুখত
কোনে জানে কেতিয়া চাপিব
নাও তাৰ জিৰণি ঘাটত।

লাহে লাহে পছিমৰ পিনে
বেলিটিয়ে হেঁপাহেৰে চায়,
গৰু লই আবেলি বেলিকা
গৰখীয়া ঘৰলই যায়।

এৰি থই অহা মাত যাৰি
পৰে যেন কাণত দুনাই,
এৰো বুলি নোৱাৰে এৰিব
সোঁতে তাৰ নাৱক কঁপায়।

ৰিহাখনি ডিঙিত মেৰাই
লখিমীয়ে সন্ধিয়া পৰত,
আথেবেথে চাকিটি জলাই
সেৱা কৰে তুলসী তলত।

জিৰণিৰ পৰশ বুলাই
ধীৰে ধীৰে আন্ধাৰ নামিছে,
বিশ্ব বীণ নীৰব নিমাত
আকাশত তৰা জিলিকিছে।

সপোনক আকোঁৱালি ধৰি
আপোনাক কৰি দিলি পৰ
এতিয়াহে যাব অকলই
নাৱৰীয়া! ক'ত তোৰ ঘৰ?

জগতৰ চেনেহৰ সুৰে—
ৰই ৰই মাতে বিণ্ডিয়াই,
নাও তাৰ চলিছে সোঁতত
সুদূৰৰ পোহৰ থিয়াই।



# মোৰ দীপালী

উলাহ বিলাই হিয়া উজলাই
জ্বলিছে অসংখ্য বাতি,
সৰগৰ তৰা নামিছে ধৰাত
আজি দীপালীৰ ৰাতি।।

বুকু ভৰা আশা হাঁহিভৰা মুখে
লগৰ লগৰী লই,
সোণালী সপোন সাৰটি ধৰিছে
ভাৰত বলিয়া হই।

পদূলি মুখত পুতি কলা পুলি
দিয়ে শাৰী শাৰী চাকি
মনৰ গুপুত আন্ধাৰ কণিকো
আদৰেৰে ধৰে ঢাকি।

সোণৰ প্ৰদীপ সুগন্ধি তেলেৰে
ধনীয়ে শৰাই ধৰে;
প্ৰাণৰ চাকিত শলিতা জ্বলাই
অজলাই পূজা কৰে।

দুখীয়া-চহকী সবাৰে প্ৰাণত
নাই উছাহৰ শেষ,

আই লখিমীৰ বাটটিত যেন
নাথাকে আন্ধাৰ লেশ।

পৰিলে মনত দূৰ দূৰণিৰ
টোকোৰা-পঁজাটি মোৰ,
পোহৰৰ কণা নাই অকণিকে
ঢাকিছে আন্ধাৰে ঘোৰ।

আহিলো উলটি বেজাৰ মনেৰে
প্ৰাণৰ আশাটি ধৰি
বন্তি জ্বলালো শলিতা যোগাই
অশেষ যতন কৰি।

জিলিকি উঠিল দুখীয়াৰ পঁজা
উলাহত নাচে প্ৰাণ
বাজে অন্তৰত কৌটি কলীয়া
উদাৰ অসীম তান।

গোটেই ৰাতিটি জ্বলাম চাকিটি
থাকি উজাগৰে মই,
শত হৃদয়ৰ শতকে বাসনা
হব একেটিতে লয়।

অতদিনে তোলা কামনা-কুসুম
দিম এটি এটি এৰি;
উষা কিৰণত পানীৰ সোঁতত
যাব তিৰ্‌বিৰ কৰি।

নইৰ সিপাৰে কবিতা কুঁৱৰী
আছে পোহৰত বহি,
অতি আবেগেৰে তুলি আঁচলেৰে
লব এটি এটি পাহি।

মোৰ ফুলেৰেই সাজিব মুকুট
মোহন হাঁহিটি লই,
ঢউ তুলি তুলি চাপিব যেতিয়া
মোৰ নাওখনি গই।

আশাৰ বুকুত লুকাব নিৰাশা
উঠিব মধুৰ গীত,
নিজৰ ভাৱতে বলিয়া কবিৰ
আপোন পাহৰা চিত।

পচিমৰ এছাটি পচোৱা বতাহে
নামি কোন সুৰুঙাই,
থাকোতে ইদৰে প্ৰাণৰ প্ৰদীপ
দিলে আহি লুটিয়াই।

আঁউসী আন্ধাৰে ঢাকিলে জীৱন,
নুমাল চাকিটি মোৰ,
হ'ল এনেদৰে জগতত আজি
মোৰ দীপালীৰ ওৰ।



# সামৰণি

জুহালৰ কাষ চাপি আঁহা দুয়ো বহোঁ
আজি এই সন্ধিয়া পৰত,
সুদূৰৰ জিলিঙনি মায়া মৰীচিকা
আঁতৰক কুঁৱলী আঁৰত।

বলিছিল জীৱনত আমাৰো এদিন
বসন্তৰ বলিয়া বতাহ,
নাচিছিল যৌৱনৰ উতলা পৰাণ,
অন্তৰত অনন্ত হেঁপাহ।

সমুখৰ গছজোপা নতুন পাতেৰে
ফুলে ফলে জাতিষ্কাৰ হই
যাচিছিল উলাহেৰে চেনেহ বাতৰি,
পাতিছিল কথা ৰই ৰই।

শুকান গছৰ ডাল নেমাতে চৰায়ে
আজি তাক নোচোৱে বতাহে,
অতীতত মাৰ যোৱা চেনেহৰ সুৰে
নিবিলায় বাতৰি উলাহে।

বাহিৰত উটি যায় যৌৱনৰ নাওঁ
লুইতৰ কোবাল সোঁতত

আশাৰ নতুন পাল বতাহ বুকুত
দিয়ে তৰি পুৰা কিৰণত।

চেৰে চেৰে নাচে নাও সোঁতৰ লগত,
লগে লগে নাচিছে পৰাণ,
উৰিছে প্ৰাণৰ পখী অসীম ধিয়াই
গাই যায় সুমধুৰ গান।

ধুমুহাৰ সতে যুঁজি অকলে আপুনি
ভাগৰিব জীৱন পথত
এবাৰ উজলি উঠি নুমাব দুনাই
সপোনৰ বন্তি আন্ধাৰত।
ভিতৰত বাহিৰৰ দুৱাৰ জপাই
জুইকুৰা ধৰো ভালকই
জীৱনৰ হঁহা কন্দা উলাহ বিলাহ
এই জুয়ে নিব লগতেই।



## শেহৰ আহুতি

পূৰ্ণিমাৰ সুধাভৰা শুৱনি সম্ভাৰ
যতনে সজাই থই পদুলি মুৰত,
দখিণৰ মলয়াই মধু শিহৰণ
পুলকালে 'পঞ্চমীৰ' লাবনি মুখত।

আপোন পাহৰা হই তাৰে এছাটিয়ে
কেনিবাদি উজলাই দিলে পলকত,

অতদিনে পাতি থোৱা হিয়াৰ বেদীত
কʼলা পৰা আৱৰণ শীত পৰশত।

ইকি দেখোঁ আবেগৰ জিলিকি উঠিল
ৰঙা শিখা আহুতিৰ স্বাহাবাণী গাই,
অৰ্থহীন কামনাৰ শতেক কুসুম
জহি যায় আপোনাতে সুগন্ধি বিলাই।

মোৰ এই অবুজন তীব্ৰ হোমানল
অন্তৰত অকালতে থাপিলো যিদিনা,
জ্বলিজ্বলি নুমালেও সেই দিন ধৰি
ৰই যায় অৱশেষ ফিৰিঙতি কণা।

এনেদৰে বাহিৰৰ বলিয়া বতাহে
কেতিয়াবা স্বাহাবাণী আকৌ শুনায়।
জ্বলি উঠে হোমানল আপোনা-আপুনি,
সৰগৰ দেৱতায়ো গমকে নেপায়।

নিজ অন্তৰৰ যত আহুতি সমল,
শেষ কৰি ময়ে হম শেষৰ আহুতি;
সমাপন শঙ্খ মাথো বাজিব সিদিনা
আচম্বিতে মহাযজ্ঞ হʼব পূৰ্ণাহুতি।

(কোনোবা এটি শ্ৰীপঞ্চমীৰ দিনা লিখা)



# স্মৃতি যুগমীয়া

দিনে দিনে দিন গণি অকলে আপুনি
চাপিছোঁহি ঘাটৰ কাষত,
শেষ আশা এটি বাৰ দুয়ো উটি যাম,
একেলগে এখনি নাৱত।

শতেক বাসনা মোৰ কলিতে শুকাল,
শত আশা জঁই পৰি গ'ল,
নিয়তিৰ নিদাৰুণ কঠোৰ হাতত
ভাব মোৰ ভাষাহীন হ'ল।

অতীত আঁতৰি থক কুঁৱলী আঁৰত,
আজি তাক নকৰো আপোন,
সৰগৰ নন্দনৰ আন্ধাৰ চুকত
থক মোৰ মোহৰ সপোন।

আজি এই সন্ধিয়াৰ মধু লগনত,
আকাশী অমিয়া কৰো পান,
সোণৰ সজাত যেনে বনৰ চৰায়ে
পাহৰিলে বননিৰ গান।

তিৰবিৰ জিলিকায় জোনৰ পোহৰে,
সমুখৰ বালি চাপৰিটি,
বতাহত ভাহি আহে মন্দিৰৰ পৰা
সন্ধিয়াৰ মধুৰ আৰতি।

উটি যক নাওখনি সাগৰৰ পিনে
ধীৰে ধীৰে সোঁতৰ লগত,
আমি দুয়ো ৰচোঁ আজি কল্পনা সৰগ
খন্তেকীয়া পোহৰ মাজত।

অজান সুৰত বাজে অন্তৰত মোৰ
জীৱন ও মৰণৰ গীতি,
ঘনে ঘনে সংশয়ৰ কোলাত কঁপিছে
আশা আৰু নিৰাশাৰ প্ৰীতি।

একেৰাহে চিৰকাল চলিছে জগত
সুখ দুখ হাঁহি কান্দোনেৰে,
ডাৱৰ বুকুত যেন বিজুলীৰ ৰেখা
চিকমিক আন্ধাৰে পোহৰে।

আঁতৰক জীৱনৰ ভয় ভ্ৰান্তি যত,
দূৰ হক মনৰ কালিমা,
সাৰ্থক জনম মোৰ বুকুৰ মাজত
আছে আজি প্ৰাণৰ প্ৰতিমা।

জীৱনৰ এনে এটি মধুৰ মিলন
মোৰ আৰু নাহিব দুনাই,
কালিলই নাও মেলি পুৰণি সোঁতত
অকলই যাম ভটিয়াই।

ধৰিব জগতে পুনু নতুন পুৰাত
সুমধুৰ মঙ্গল ৰাগিনী,
দূৰ দূৰণিৰ মোৰ বীণত বাজিব
বিষাদৰ কৰুণ ৰিনিনি।

প্ৰেমৰ সপোন আজি সাৰটি ধৰিছোঁ
হব পাৰে সুখ খন্তেকীয়া,
সাঁচতীয়া চেনেহৰ মধু পৰশৰ
স্মৃতি মোৰ হক যুগমীয়া।



## সৰাপাত

সকলোটি একে আছে সঁচা
কিন্তু যেন কিবা এটি নাই,
অতীতৰ বলিয়া বতাহে
কেনিবাদি দিলে উৰুৱাই।
বাজে জানো সেই সুৰ আজি
অসমৰ বননি কঁপাই?

লুইতৰ বহল বুকুত
সেই সুৰ শুনা জানো যায়?
লৰালিৰ সুখৰ সপোন
আজি মোৰ কোনে হৰি নিলে?
চেনেহৰ বীণৰ তাঁৰত
নিকৰুণ হাত কোনে দিলে?

সৰাপাত উৰি আহি কয়
গছৰ কোলাত ঠাই নাই,
বেজাৰতে নাৱৰীয়াটিয়ে
নাও মেলি যায় ভটিয়াই।



# তোমালৈ

ভাগৰুৱা বেলি পশ্চিমৰ পিনে
হেঁপাহেৰে জুমি চায়,
উজলি উঠিল পশ্চিম আকাশ
হেঙুলী পোহৰ পাই।

দূৰ দূৰণিৰ আন্ধাৰ কোলাত
সন্দিয়াই মেলে চুলি,
দিয়ে চেনেহৰে সেউজী ধৰাক
জুৰণি পাটীত তুলি।

অকণি পোহৰ দ্বিতীয়াৰ জোনে
বিলাই পৰিল ঢলি,
নুফুলা ফুলৰ কলিটি ফুলালে
শীতল মলয়া বলি।

ধীৰে আঁতৰিল দিনৰ কোলাহল
ধৰণী নিজম হ'ল;
উটি উটি আহি নাওখনি মোৰো
তোমাৰ ঘাটতে ৰ'ল।

সোঁতৰ লগত পুবা পোহৰত
যাব পুনু নাওখনি,
কোন সুদূৰৰ অজান দেশৰ
শুনি সপোনৰ বাণী।

কেনেকৈ মোক ৰখাবা কোৱাচোঁচা
চেনেহ অধীৰে ধৰি,
গোটেই জীৱন উঠিছো বুৰিছোঁ
সোঁতৰ মুখত পৰি।

মানুহৰ আও মানুহৰ ভাও
নুবুজোঁ মানৱী ৰীতি;
নোৱাৰো মানিব কঠোৰ শাসন
নেলাগে সমাজ নীতি।

লুইতৰ বুকুতে পাৰিদি অকলে
সোণালী সপোন দেখো,
বতাহৰ লগতে সুৰটি মিলাই
জীৱনৰ ঢউ লেখোঁ।

বননিৰ সুৰে তোলায় কঁপনি
পৰাণ উজলে মোৰ,
বিজুলী কোলাৰ মিচিকি হাঁহিৰে
—সুখৰ নপৰে ওৰ।

বিচাৰা যদিহে কল্পনা ৰাজ্যৰ
উদাসী প্ৰাণৰ মেলা,
সপোন লগৰী কৰি পাৰি দিয়া
এৰি দিঠকৰ খেলা।

বজোৱা প্ৰাণৰ চেনেহৰ বাঁহী
জোনায়ে ধৰক গান,
দুখনি হিয়াৰ একোটি সুৰতে
উঠক মিলন তান।

আঁহা দুয়ো যাওঁ এখনি নাৱতে
তৰি দি শুকুলা পাল,
অচিন দেশত, অচিন বেশত,
ৰওঁতেৰে কটাম কাল।



# মোহনা মুখত

অতীতৰ বেহানি সামৰি
আজি এই সন্ধিয়া পৰত,
টুল বুল নাওখনি মোৰ
বান্ধিলোহি মোহনা মুখত।

ৰিণি ৰিণি পৰিছে কাণত
সাগৰৰ আকুল আহ্বান,
সিপাৰৰ সুদূৰ দেশৰ
বতাহত ভাহি আহে তান।

আশা কৰি বহিছোঁ পাৰত
সময়ৰ সোঁত বলি যায়,
কেতিয়ানো মধু লগনত
নাওঁ যাব সাগৰ ধিয়াই।

যৌৱনৰ মাধবী নিশাৰ
বুকুৰ মাধুৰী সানি লই,
কোন তুমি মৃদু পোহৰত
দিলা দেখা প্ৰাণ জুৰকই।

লাহে লাহে কাষ চাপি মোৰ
চেনেহৰ চুমাটি যাচিলা,
মৰমৰ পৰশ বুলাই
পৰাণত জুৰণি ঢালিলা

বই গ'ল নিৰাশা প্ৰাণৰ

শিৰে শিৰে মধু শিহৰণ,
হেপাহেৰে বুকুত সাবটি
পাহৰিলো জীৱন মৰণ।

কোনো যেন জগতত নাই,
তুমি মোৰ অতিকে আপোন,
বাহিৰৰ সমাজ সংসাৰ
সকলোটি অলীক সপোন।

আবেশত পৰি থাকোঁতেই
ধৰণীক দিলেহি টৌৱাই,
সোণোবালী পুৱাৰ কিৰণে
তুমি মোৰ ওচৰত নাই।

চকুমেলি দেখিলো তোমাক
নাও বাই যোৱা উজানত,
বাই অহা বঠাৰ শৱদে
আকুলতা ঢালেহি প্ৰাণত।

বেজাৰতে ভাবোঁ নিৰলাত
তুমি মোক নিনিলা লগত,
যাবলৈকো ভটিয়াই মোৰ
নাই কোনো সমল হাতত।



# পৰিৱ মনত জানো.....?

অযাচিতে ঢালি নিজে চেনেহৰ ধাৰা
শুকোৱা নিজৰা মোৰ দিলা যে বোৱাই,
এতিয়া ইয়াতে মোক এৰি নিৰলাত
কোন সতে যোৱা তুমি অকলে উজাই?

তোমাৰ পুৰাত মোৰ বিয়লি বেলিকা,
থাকিলে লগত সঁচা পাবানে আমনি?
নেলাগে নেচাপো তেনে কাষত তোমাৰ
বিচাৰি নিজৰ ঠাই লোৱাগে জিৰণি।

সোণোলী সপোন যেন আবৰে জীৱন,
ধুনীয়া জোনক কোনে পায় অকলই?
সকলোৰে জোন তুমি, তোমাৰ হাঁহিটি
কত জনে আশা পালি আছে পাবলই।

চেনেহৰ চাৰনিৰে লগৰী লগত
ঢালিবা অমিয়া ধাৰা মিলন কুঞ্জত,
পৰিব মনত জানো নাৰৰীয়ালই
অকলই বহি থকা মোহনা মুখত?



# বিদায় বেলাৰ পৰশ

সখা মোৰ মাথোঁ এটিবাৰ
আজি এই আবেলি পৰত,
ব'লা দুয়ো বহি অকলই,
গাথোঁ মালা ফুলনি মাজত।

নিতে নিতে তোমাৰ ফুলনি
ফুলে ফুলে জাতিষ্কাৰ হব,
কতবাৰ বলিয়া ফাগুন
জীৱনত আহি আহি যাব।

হাঁহিভৰা তোমাৰ চকুৰে
দিলে যেন বাতৰি বিলাই,
এনে এটি মধুৰ সপোন
আৰু মোৰ নাহিব দুনাই।

মিছাকৈয়ে নকৰিবা ভয়
ফুলনিত নকৰো পলম,
বিদায়ৰ চকুৰ পানীৰে
নিবিচাৰো তোমাৰ মৰম।

অতীতৰ মধু সোঁৱৰণ
নেপেলাওঁ তোমাৰ মনত,
যাক তুমি নিকৰুণ ভাবে
দিলা ঠেলি বিস্মৃতি বনত।

হিয়া ভৰা চেনেহৰ সুৰ
পৰে যদি দুনাই মনত,
ভয় নাই ভুলতো নকওঁ
বজাবলৈ তোমাৰ বীণত।

মাথো দুয়ো ফুলা ফুল তুলি
যতনৰে গঁথা মালা ধাৰি,
চেনেহৰে ডিঙিত পিন্ধাই
লাহে লাহে আহিম আঁতৰি।

তাৰ পাছে সন্ধিয়াত যেনে
পখীটি ঘৰমুৱা হই
আকাশেদি অকলে অকলে
উৰি আহে নিজ বাহলই।

তেনেদৰে সৰাপাত ঠেলি
যাবা তুমি পঁজালে তোমাৰ,
কেনিবাদি ছবিটি লুকাব
ধীৰে ধীৰে নামিব আন্ধাৰ

মনে মনে নিজম ৰাতিত
বহি তুমি পঁজাৰ আগত,
নিৰলাত বজাবা এবাৰ
শেষ সুৰ তোমাৰ বীণত।

সকলোটি সামৰি সুতৰি
আন্ধাৰত বীণখনি বাই
যাম মই আগেদি তোমাৰ,
তুমি মোক নিচিনা দুনাই।

মই দিয়া মালাধাৰি পুৰাত লেৰেলি গলে,
দিয়া যেন দলিয়াই নিজ হাতে টানি,
তোমাৰ পৰশ সেয়ে বিদায় বেলাত হব
হব সেয়ে জীৱনত মেলানিৰ বাণী।



# সপোন সুঁৱৰী

নাম মোৰ সপোন কুঁৱৰী
সপোনতে মৰম বিলাওঁ
দিঠকত কেনিবা আঁতৰি
নিৰাশাত হিয়াক বুৰাওঁ।

চেনেহৰ মৃদু পৰশত
হিয়া যদি কঁপে সপোনত,
সপোনতে সাবটি ধৰিবা
নকৰিবা আশা দিঠকত।

চেনেহৰ বাটকৰা মোৰ
জগতত ফুৰা অকলই,
কোন আছে কোৱাছো তোমাৰ,
দিঠকত চাবা মুখলই?

মিছা আশা নেবান্ধিবা ঘৰ,
নাই কোনো আপোনাৰ জন,
চেনেহী মাতত ভোল গই
বিষাদক নকৰা বৰণ।

দেখিছিলা মায়া কাননত
ছবি এটি অতি মনোহৰ,
ভাবিছিলা অন্তৰত সেয়ে
জিলিকাব প্ৰেমৰ পোহৰ

সিয়ে মাথো অচিন আলহী
খন্তেকীয়া তোমাৰ কাষত,
হেঁপাহেৰে বহিছে যদিও
মন তাৰ আছে সুদূৰত।

কোন সেই অজান পুৰীৰ
বতাহত ভাঁহি আহে তান,
সুৰে সুৰে উঠিল আলহী
পাহৰিলে মৰমৰ দান।

বেজাৰতে টুকি চকুপানী
বহিছিলা আপুনি অকলে,
চেনেহৰ পৰশ বুলাই
কাষ চাপি আহিলো নিৰলে।

দুইহাতে সাবটি ধৰিলো,
চকু যুৰি পৰে জাপ খাই,
সপোনেতে বিৰিঙে হাঁহিটি
চেনেহৰ ছবিটিক পাই।

নাই মোৰ মিছা ফাঁকিফুকা,
খণ্তেকীয়া সুখকে বিলাওঁ,
পৰাণত শান্তি বাৰি ঢালি
ধীৰে ধীৰে কেনিবা পলাওঁ।

পাই দেহি মৰম জুৰণি
নিকৰুণ মৰুৰ মাজত,
পাবলই আশা কৰে নিতে
হেৰুৱা মাণিক সপোনত।

দিঠকক আশা কৰি মিছা
নেমেলিবা হিয়াৰ দাপোণ,
সপোনকে লোবাচো সাৰটি
সপোনেই তোমাৰ আপোন।



## অতীত মাধুৰী

লৰালি সপোন মায়া
মিছাকৈয়ে আহি আহি
ঘূৰ কিয় চাৰি কাষে
মোৰ?

সকলোটি আছে একে,
মাথো সেই 'মই' নাই
আৰু সেই কল্পনাৰো
ওৰ।

নুশুনো এতিয়া কিয়
আকাশে বতাহে উঠা
শৈশৱৰ সুমধুৰ
গান।

জোন বেলি তৰা দেখি
তাহানিৰ দৰে কিয়

নাচি মোৰ নুঠে মন
প্ৰাণ

অতীত মাধুৰী ছাঁয়া
নেলাগে আহিব অই,
নাই তোক সামৰোঁতা
জন।

কঠোৰ হেঁচাত পৰি
সি যে আজি মৰি গ'ল,
হিয়া তাৰ পৰি গ'ল
চন।

কলীয়া ডাৱৰ নামি,
সোণালী সূৰুয ঢাকি,
আন্ধাৰতে এৰি থৈ
গ'ল;

ঘনে হিয়া ভেদি উঠা
সোঁৱৰণী সুৰ তাৰ
শ্মশানত মাথো পৰি
ৰ'ল।



# গুপ্ত বেকত

গছৰ ডালত বহি এহালি চৰায়ে
ঠোঁটতেই ঠোঁটটি লগালে,
সেইদিনা জগতৰ নিজান চুকত
মৰমৰ বাতৰি বিলালে।

পাতৰ আঁৰত ফুলে আঁৰতে নৰই
উলাহতে হিয়া মেলি দিলে,
কেনিবা লুকাই থকা পখিলাটি পৰি
চেনেহৰ মৌটুপি পিলে।

পাখিত পোহৰ সানি আকাশ তলত
ৰংমনে পখিলা উৰিলে,
বসন্তৰ ধীৰে বোৱা জুৰ মলয়াত
কুঁহিপাত আপুনি কঁপিলে।

ৰূপালী ৰহণ সানি প্ৰাণৰ উছাহে,
নৈয়ে গই সাগৰ চুমিলে,
হিয়া ভৰা আশা লই অনন্ত বুকুত
আবেগত আপুনি চাপিলে।

অথিৰ প্ৰাণত এটি আনন্দৰ ধাৰা
বই ধীৰে হিয়া উথলালে,
সকগৰ জিলিগুনি মৰতত পৰি
প্ৰকৃতিৰ জেউতি চৰালে।

নিৰলে নিজানে কেনি প্ৰেম মন্দিৰত
কোনে ক'ত থাপনা পাতিলে,

গুপুত প্ৰেমৰ বাণী আপুনি প্ৰকাশি
জগতত খলক লগালে।



## শেহৰ বীণ

আজি মই সামৰিলো গান,
ফাগুনৰ ফুলনিত সমীৰৰ বুলনিত,
নুঠে মোৰ হিয়া ভৰা তান,
মাৰ গ'ল জীৱনৰ গান।।

ৰিণি ৰিণি আশাৰ পোহৰ,
মিচিকি হাঁহিৰে চাই দূৰতে আঁতৰি যায়,
মাথো মোৰ নাচাপে ওচৰ,
সুদূৰৰ উজ্জল পোহৰ।

নামানিবা পুৰাৰ সপোন,
কুলু কুলু গীত গাই নইখনি বই যায়,
কোনো কাৰো নহয় আপোন,
মিছা মোৰ মায়াৰ সপোন।।

অভিমান অন্তৰত লই
জীৱনৰ বাট বুলি চেনেহৰ কুসুম তুলি
মিছাতে গুঠিলা মালা বহি অকলই,
অভিমান অন্তৰত লই।।

পচিমত বেলি মাৰ যায়,
চোৰা সৌ সুদূৰত ধীৰে ধীৰে আন্ধাৰত,
সেউজীয়া ধৰণীৰ ছবিটি লুকায়,
জীৱনৰ পোহৰ পলায়।
লাহে লাহে পছিমত বেলি মাৰ যায়।।

আৰু তুমি নৱজাৰা বীণ,
অতীতৰ পুথি পাঁজি সামৰা সকলো আজি
চেনেহৰ প্ৰতিধ্বনি ধীৰে হৈ ক্ষীণ
হক আজি অনন্তত লীন।
বাটৰুৱা, তুমি মোৰা জীৱনৰ বীণ।।



## সোঁৱৰণী

গছৰ ডালত পৰি মৰমৰ পখীটিয়ে
উৰি উৰি গাই গ'ল গান,
আহিলো আহিলো বুলি শুকালে ফুলৰ কলি,
সুখ সপোনৰো অৱসান।

জাবৰ কুঁৱলী নামি ঢাকিলে ধৰণী খনি
সৰা পাত উপচি পৰিল,
আকাশে বতাহে আজি বিষাদৰ সুৰ তুলি
বেদনাৰ বাঁহীটি বাজিল।

হিয়াৰ মাজত জলা চেনেহৰ বন্তি গছো,
কোনে যেন দিলে নুমুৱাই,
মৰম আঁতৰি গ'ল, মনৰ হেঁপাহ ৰ'ল,
সোঁৱৰণী কান্দিছে বিনাই।



# বাটৰ শেহত

আহি ভাগৰত ঘাটৰ পাৰত,
বহে বাটৰুৱা মোৰ,
পুৱাৰ কিৰণ নউ দেখোতেই
বাটৰো পৰিব ওৰ।

এই বাটে দিয়ে অৱশ চৰণে
কত আহি কেনি গ'ল,
দূৰৰি বনত চৰণৰ চাপ
দুটি এটি মাথোঁ ৰ'ল।

বুঢ়া লুইতেও ফেনে ফোটোকাৰে
নিছিগা ধাৰেৰে বব,
কোনে জানে কেনি, নিজেও নাজানো,
বাটৰুৱা ক'ত ৰব?

পুৱাতেই উঠি বুলিছিলি বাট
উলাহ ওপচা প্ৰাণ,
দুধাৰে বাটৰ শুনি বননিৰ
কুলি কেতিকীৰ গান।

মনৰ গোপন সপোনৰ ছবি
দিঠকত পাব বুলি;
দুৰণি সুৰত উজলি উঠিল,
আশাৰ কুসুম ফুলি
আহি কত জনে সাৰটি বাটত,
মৰম বাতৰি দিলে,
কোনোৰে আকৌ নিকৰুণ ভাবে
মৌকণি চুহি নিলে।

আন্ধাৰে গোহৰে হাঁহি কান্দোনত
বাটৰুৱা আগুৱাই;
কমিও নকমে বুকুভৰা আশা
হিয়াত উথলি যায়।

ভৰ দুপৰত কেনিবা ডাৱৰে
কলীয়া ঢাকোন মেলি;
পোহৰ লুকাই ঢাকিলে বেলিটি
আশাৰ কিৰণ ঠেলি।

আন্ধাৰে সাৱটি ললে আন্ধাৰক
উঠিলে প্ৰলয় বান
দিশা হেৰুৱাই বাটৰুৱাটিৰ
ভয়ত আকুল-প্ৰাণ।

এনি তেনি ঘূৰি অলিয়া বলিয়া,
বিচাৰি ফুৰিছে পথ;
আন্ধাৰত কেনি কোনে জানে ক'ত
চলে নিয়তিৰ ৰথ।

বাটৰ চিনাকি নেপালে এটিকো
একণি পোহৰো নাই;
গভীৰ বনত অকলে অকলে
ফুৰে বাট খেপিয়াই।
চাপিলে যেতিয়া বাটৰ শেহত
নুমালে সৰুগী বাতি,

তাৰ জীৱনত নুপুৰাই আৰু
দুখৰ আন্ধাৰ ৰাতি।

দিনৰ শেহৰ হেঙুলীয়া ৰেখ
পছিমত পমি যায়;
সেয়ে আন্ধাৰত সিপাৰৰ ঘাট
ৰিণি ৰিণি দেখুৱায়।



## মোৰ সৰগ

লাগে মোক অকলশৰীয়া কৈ
এখনি সৰগ,
একাকাৰ য'ত
আকাশ পৃথিৱী দুয়ো,
নিৰাধাৰ জীৱন বিহগ।

চউ পাশে য'ত
বেৰি লই ভক্তজনে,
কাণে কাণে নকৰে গুঞ্জন।

নিন্দা বচনেও
যাৰ বজ্ৰ প্ৰাচীৰত
উফৰি উফৰি কৰে ৰণ।

সজল চকুৰে স'তে
নাহে কাষলই,
এৰাৰি আয়ে দেহি মাত,

হুমুনিয়া লাগি লাগি
বতাহ তপত কৰি,
পোৰণিও নোতোলেহি গাত।

আহি কোনোজনে
নলয় দুখৰ ভাগ,
হৰিষতো নিবিচাৰে লগ,

লাগে মোক
তেনেখনি
নিজান সৰগ!

গালে মই গান
নোটোকে চকুৰ পানী
কোনো জনে সমবেদনাত,

সুৰৰ ৰাগীত
কাৰো যেন অন্তৰত
নুঠে ঢউ নিৰাশা আশাত।

সুৰ বিশাৰদে
ভাল বেয়া তাল মান,
বিচাৰিও নকৰে ব্যাঘাত।
দূৰ বিদূৰতো
হকে বা বিহকে নুঠে
মোকলই জল্পনা কল্পনা,

মোৰ ভুলবোৰে
নোদোহাৰে ভুল কৰো
মোৰ বাবে নাপায় বেদনা।

সিথন সভাত
মোৰ গান ময়ে গাওঁ
শুনি শুনি ময়ে তল যাওঁ।

গানৰ শেহত
শুনোতা গাওঁতা দুয়ো,
একে হৈ পাৰকে নাপাওঁ।

যেনি চাওঁ তেনি
মইহে অকলশৰীয়া মোৰ
নেহেৰুৱা লগ,

লাগে মোক
তেনে খনি
নিজান সৰগ।



## কবি

(আমি) সপোনৰ সুৰ ভাবৰ লহৰ
জগতত তোলোঁ আনি,
চেনেহ কুসুম ফুলাওঁ যতনে
প্ৰেমৰ সৌৰভ সানি।

জীৱন সাগৰ নিৰজন তীৰ,
ফুঁৰো তাত অকলই,
লাজুকী জোনায়ে আমাকেই চায়
মেঘৰ ওৰণি লই।

সংসাৰ বিৰাগী, সংসাৰ তিয়াগী
সংসাৰ মাজতে থাকোঁ,
সৃষ্টি পাতনিৰ ভঙা পতা ছবি
মনৰ মাজতো আঁকো।

(আমি) সপোন বলিয়া দিঠক ৰাজ্যত
থাকো একেথিৰে চাই,
আমাৰ প্ৰাণৰ বীণৰ জোঁকাৰে
জগত কঁপাই যায়।



# অকলশৰীয়া

কপৌৰে দিয়েহি গছৰ ডালত বহি,
অকলশৰীয়া হই লগৰী বিচাৰি
জাৰৰ বতাহ বলি সৰাই গছৰ পাত,
নই খনি বই যায় আপোন পাহৰি।

সোণালী কিৰণ সানি, পুৱাতেই পাখি মেলি,
উৰি গ'ল দুয়োটিয়ে সৰগ থিয়াই;
আন্ধাৰ নামিল আহি, লগৰী নাহিল চাপি,
কোনে জানে কেনি উৰে বাট হেৰুৱাই।

আহিব আহিব বুলি, চেনেহৰ সুৰ তুলি,
আশাৰ মোহিনী ছবি আঁকে অন্তৰত;
হয়তো আহিব ঘূৰি পুনু দুয়ো এক লগে
কটাব গোটেই ৰাতি একোটি ডালত।
নহলেবা আন্ধাৰত কেনিবা আঁতৰি যাব
জনমত দেখা আৰু দুনাই।

বিষাদৰ এটি সুৰ মোৰ যাব অসীমত,
নীৰৱ প্ৰকৃতি ৰব একেথিৰে চাই।



## হেৰোৱা সুৰ

বসন্তৰ মলয়াৰ সতে
যৌৱনৰ মাধুৰী মিলাই
কোন আহি কেনি গুচি গ'ল
অন্তৰৰ আবেগ তোলাই।

আৰকালি সৰা পাত চাই
থাকে গছ নীৰৱে নিৰলে,
চেনেহৰ সুৰ হেৰুৱাই
থাকো মই একাষে অকলে।

বই থকা কালৰ সোঁতত
জহ জাৰ বাৰিষা আহিব,
কুঁৱলীৰ ওৰণি গুচাই
ফাগুনৰ সপোন নাচিব।

গছে গছে কুঁহি ফুল পাতে
সপোনৰ সুষমা ঢালিব,
অজানৰ অচিন পখিয়ে
যৌস্না মাতেৰে মাতিব।

বতাহত সৰু ঢৌ তুলি,
নাচি নাচি নই খনি যাব,
সাগৰৰ বুকুত লুকাই
মৰমৰ বাতৰি বিলাব।

সকলোৱে পাব সকলোটি,
কাৰো ক'তো একো নেহেৰায়,
মাথো মোৰ চেনেহৰ সুৰ
জীৱনত নেবাজে দুনাই।



## আবেলিৰ চিনাকিলৈ

চকুৰ পানীৰে সতে জীৱনৰ নাওখনি
নিৰলে এৰিলো আজি সুৰৰ সোঁতত,
দূৰৰ বতাহে পাই নিয়ে তাক উটুৱাই
কোনে জানে কেতিয়ানো চাপিব ঘাটত।

পুৱাতে ওলোৱা বেলি পছিমত মাৰ যায়
ৰাতিৰ আন্ধাৰ নামি ঢাকেহি ধৰণী
পোহৰত আন্ধাৰত অবিৰাম গতি ধৰি
একেটি সুৰতে মোৰ চলে নাওখনি।

অজান পুৰীৰ সুৰ বতাহত কঁপি উঠি
দূৰতে ৰলিয়া কৰি পৰাণ কঁপায়।
মৰমৰ মৌ মাত মাথো মায়া মৰীচিকা,
সোণৰ হৰিণা মোৰ বনত হেৰায়।

নিজেই নোৱাৰো কব কত দিন কত ৰাতি,
কেনেকৈ মাৰ গ'ল কালৰ কোলাত;
হাতৰ মুঠিত লোৱা সৰা ফুলো সৰি যায়,
মিছাতে বোটলো ফুল নিৰাশা আশাত।

লুকালে আঁৰত কেনি পুৱাৰ কিৰণ কণা,
আশাৰ জেউতিকণো নুমালে বাটত,

অকলই উটি যাওঁ আবেলি বেলিকা আহি
কোন তুমি গুৰি ধৰি ৰহিলা নাৱত?

আজি যত জীৱনৰ মায়া ছবি সপোনৰ
আপুনি মুৰতি ধৰি উজলি উঠিল
তোমাক পিন্ধাম বোলা বেদানত জঁই পৰা
মালাধাৰি ঠন ধৰি জিলিকি পৰিল।

নাহিলা ইমান দিনে নুঠিলা নাৱত আহি
লগৰ লগৰী হে প্ৰথম পুৰাত;
জীৱন কুসুমে মোৰ পুৰাৰ পৰশ পাই
মেলিলে যিদিনা পাহি নতুন আশাত

নোৱাৰি থাকিব আজি বিষাদৰ বিননিত,
নামি আহি অকূলত চিনালাহি কূল,
আৰু কি গোটাম মই কোঁচ ভৰি জীৱনত
বকুল বনত বহি তলসৰা ফুল।



# জীৱন জেউতি

(১)

গোটোৱা গোলাপ কলি
থাকোতে সময় সখি,
জীৱনৰ সোঁত বলি যায়।
যিটি ফুলে হাঁহি আজি
ফুলনি ফুলাই তোলে,
কালিলৈ পাহি মেলি নেহাঁহে দুনাই
সময়ৰ সোঁত বলি যায়।

(২)

পুৱাতে ৰথত উঠি
আকাশত বেলিটিয়ে
ঢালি দিয়ে সোণালী কিৰণ;
দুপৰীয়া পাৰ হলে
উছাহ মোলান পৰি
পছিমত জিলিকাই হেঙুলী বৰণ,
আঁতৰিল পুৱাৰ কিৰণ।

(৩)

জীৱনৰ লগে লগে
তপত তেজৰ সোঁতে
পৰাণত কঁপনি তোলায়,
নতুন ৰহণ ঢালি
আন্তৰ আকুল কৰি
চিকিমিকি কিৰণত মন নচুৱায়।
ভাবোঁ যেন হঠাতে হেৰায়!

(৪)

আবেলি আহিলে ধীৰে
আন্ধাৰৰ আবৰণে
জগতৰ জেউতি কমায়,
বিষাদ কালিমা নামি
জীৱন বীণত হেৰা,
সন্ধিয়াত পুৰবীৰ ৰাগিনী বজায়,
অতীতৰ স্মৃতি সোঁৰৰাই।

(৫)

পুৱাৰ কিৰণ সানি
গোলাপৰ মালা ধাৰি
লোৱা তুমি ডিঙিত মেৰাই,
ফাগুনৰ মলয়াত
পৰাণ মিলাই দিয়া

জীৱন ফাগুন সোণ নাথাকে সদায়,
অৰুণ কিৰণ কণা কেনিবা লুকায়।
সময়ৰ সোঁত বলি।



## মৰম

মোৰ যে মৰম সখি গোলাপ পাহিৰ দৰে
ফুলে হিয়া ফুলনি শুৱায়
ফাগুনৰ বতাহত প্ৰেমৰ ৰাঙলী বোলে
হিয়া মোৰ ৰঙেৰে বোলায়।

শুৱনি সুষমা ঢলা ধৰণী উজল কৰা
সপোনত বিধাতাৰ দান,
সঙ্গীতৰ সুৰ তুলি অন্তৰ আকুল কৰা,
তুমিয়েই জীৱনৰ গান।

নগৰ সাগৰ হব, সাগৰ শুকাই যাব
বগা বালি বতাহে উৰাব;
পৰ্ব্বত কুমলি গই কোনোবা এসুঁতি হই,
কেনিবাদি আপুনি লুকাব।

চেনেহ নিজৰা মোৰ একেটি সুৰতে বই
মৰুত তুলিব মধু তান।
মৰমৰ পটখনি সদায় উজলি ৰব,
কেতিয়াও নপৰে মোলান।

খন্তেক আঁতৰি যদি আহিছো লাহৰী মোৰ,
খন্তেকলে মাগিছো মেলানি,
নিৰলে নিজানে বহি হিয়াৰ দাপোন মেলি
হেপাহেৰে চাম ছবি খনি।

দূৰ দূৰণিতো যদি থাকো কেতিয়াবা সোণ,
কাষ চাপি আহিম দুনাই,
প্ৰেমৰ সৰগ দুয়ো পাতিম ধৰাতে মিলি
নিতে নিতে চেনেহ বিলাই।



## আবেলিৰ সপোন

আছিলো একাৰে মই নিজকে সামৰি লই
জগতৰ নিজান চুকত।
গছ নাই লতা নাই শুকান বতাহ বয়
নিকৰুণ মৰুৰ মাজত।

সোণৰ পদুম মোৰ আপুনি মৰহি গই
ঠাৰি ছিগি মাটিত পৰিল।
তাহানিয়ে হিয়া ভৰি বিলোৱা সুবাস তৰা,
বতাহত কেনিবা উৰিল।

সিপাৰত উলাহৰ মোহন মুৰুলি বাজে,
ইপাৰত নিৰাশা আন্ধাৰ।
ইয়াতেই এৰি মোক পাৰ নাওখনি গই
কেতিয়াবা পালেগৈ সিপাৰ।

হিয়াৰ তেজৰ বোলে নই খনি ৰঙা কৰি,
বই যায় বিষাদৰ সুৰ।
অপূৰ্ণ বাসনাৰ আবেগতে অকলই
উটি উটি যাওঁ বহুদূৰ।

এনেতে আহিলা তুমি চেনেহৰ পাল তৰি
মৰমৰ নাওখনি বাই,

দুখনি কোমল হাতে বুকুত সাৱটি লৈ
ললা মোক কাষলে চপাই।

মৰুত ফুলালা ফুল বোৱালা মলয়া বায়
বসন্তৰ পৰশ আনিলা।
বিষাদ কুঁৱলী ঠেলি মৰম কিৰণ মেলি
হিয়া মোৰ উজ্জল কৰিলা।

মৰমৰ পখিটিয়ে অতীতৰ সুৰ তুলি
চেনেহেৰে কৰিলে আপোন,
জিলিকি উঠিল পুনু আবেলি পৰত আজি
জীৱনৰ হেৰোৱা সপোন।

আজি মই সৰ্বহাৰা, ৰিক্ত পৰাণত মোৰ
দিবলই একোটিকে নাই।
নিজকে আপোন কৰি হিয়াৰ চেনেহ কণি
লোৱা যেন সাদৰী সোণাই।



## শেষ অনুৰোধ

ধৰণীৰ কোলা এৰি আঁতৰি যেতিয়া যাম,
থোৱা যেন তুমি মোক স্মৃতি মন্দিৰত।
তোমাৰ চকুলো দেখি যদিবা জগতে হাঁহে,
মনে মনে মচি থবা মনৰ মাজত।

নতুন সোঁতৰ ধাৰে অতীত উটাই নিয়ে,
সপোন মৰহি যায় নতুন পুৱাত।
উছাহত ভোল গই নেপাহৰা কথা মোৰ,
লুকুৱাই থবলই তোমাৰ হিয়াত।

উলাহ উপচি পৰা তোমাৰ বীণত নিতে,
উঠক শতেক গান লগৰী লগত
মোৰ এই জীৱনৰ চাপিলে সন্ধিয়া কাষ,
বজাবা পুৰবী সুৰ নিজান চুকত।

দুদিনীয়া সংসাৰত বিষাদৰ কুঁৱলীত,
অন্তৰ উজলি উঠে চেনেহী ভাষাত।
দুদিন ধেমালি কৰি কেনিবা আঁতৰি যায়,
মৰণ মধুৰ হয় মৰম আশাত।



## নালাগে

নালাগে ৰচিব মোৰ জীৱনৰ শেষ শয্যা
সেউজীয়া শান্তিময় ধৰণী কোলাত।
অশান্তিৰ সোঁতে যাৰ জীৱন উটাই দিলো
নালাগে নুমুদো চকু শান্তিৰ আশাত।

নালাগে চাপিব কাষ দুধাৰি চকুলো লই,
নিজকে আবৰি থোৱা নিজৰ সুখেৰে,
অভাগাৰ প্ৰাণ বায়ু শূণ্যত মিহলি হলে
আদৰ মেলানি কিয় মিছা চকুলোৰে?

চেনেহ ফুলৰ মালা নালাগে যাচিব আনি,
সুখৰ দুখৰ সীমা অনন্তত লীন।
জীয়াই থাকোতে যাক নাভাবিলা এটিবাৰো,
শেষত নালাগে বাব বিষাদৰ বীণ।

সাগৰৰ বুকুতেই জীৱন লুকাই থক
বিশাল জলধি ৰাশি গৰজি উঠক;
চাৰি কাষে ঢৌবোৰে চিন স্মৃতি নুমোৱাই
বাহু মেলি মেলি যেন সাৱটি ধৰক।।



## প্ৰেমৰ পোহৰ

চেনেহৰ পখী যুৰি অনন্তৰ পিনে,
উৰি যায় সন্ধিয়া পৰত,
"যাওঁ আমি জলে য'ত সেই দেশলই
শুকতৰা পুৱা পোহৰত।"

বিদায়ৰ শেষ বাণী বাজিল বুকুত
হিয়া মোৰ উঠলি উঠিল,
বিৰহ মিলন ছবি দূৰ অতীতৰ
আজি পুনু জিলিকি পৰিল।

দেখিলা দুনাই সেই প্ৰাণৰ সপোন,
ছায়াময়া সাগৰ তীৰত,
কেনিবাদি উটি অহা মৰমৰ সুৰ
ৰিণি ৰিণি পৰিল কাণত।

বাহিৰত জাৰ কালি বলিয়া বতাহে
সৰাপাত দিয়ে ওপচায়,
ওপৰত আন্ধাৰৰ কলা ঢাকনিয়ে
নামি ধীৰে পোহৰ লুকায়।

ভিতৰত অকলই শঁজাৰ তলত,
ধৰো মই বিষাদৰ গান।

কোন সুদূৰত মোৰ হেৰাল সপোন
সুমধুৰ জীৱনৰ তান?

ভাগৰত লালকাল অৱশ পৰাণ,
চকুযুৰি যায় মুদ খায়
সপোনত কোনে যেন আন্ধাৰ ৰাতিত
চেনেহৰ পৰশ বুলায়।

সাৰ পাই উঠি দেখো উজলে ধৰণী
চিকমিক পুবা কিৰণত,
আকাশে বতাহে এটি নতুন জীৱন,
উৰি উৰি ফুৰে উলাহত।

চকুলো দুধাৰি দেখি সুৰুয কিৰণে
চুমি মোক বাতৰি বিলায়,
"মিছাতে বেজাৰ কিয় প্ৰেমৰ পোহৰ
একেৰাহে জ্বলিব সদায়।"



# ন আৰু পুৰণি

(১)

বই যায় এছাটি বতাহ
নতুনৰ বাতৰি বিলাই,
জগতৰ অতীতৰ স্মৃতি,
পুৰণিৰ পৰাণ কঁপাই,

(২)

কোনে জানে কেনিনো বগায়,
মৰমৰ লতাডালি মোৰ,

শিপা নাই, গুটি নাই তাৰ,
সুবাসেৰে অন্তৰ বিভোৰ।

(৩)

ওপৰত জিলিকে পোহৰ
নামে ধীৰে তলত আন্ধাৰ;
নতুনত পুৰণি পাতনি
ছবিখনি আশা নিৰাশাৰ।

(৪)

এৰি দিয়া সকলোটি আজি,
চলি থক ৰীতি জগতৰ,
আমি মাথো যাওঁ আগুৱাই
গাই গীতি প্ৰেম, মৰণৰ।



## সপ্তমীতে আঁউসী

শৰতৰ পূৰ্ণিমাৰ ধুনীয়া জোনাক সানি
মধুৰ হাঁহিটি লই লাবনি মুখত,
চাপিছিলা কাষ মোৰ বিয়লি বেলিকা আহি
অকলে বোলাতে বাট জীৱন পথত।

সেইদিনা জোনে মোৰ বেচিকে ৰূপহী হই
ৰঙৰ ৰূপালী ধাৰা বোৱালে ধৰাত,
আধা মেলা হাত খনি হেঁপাহে সাৱটি ধৰি
আগবাঢ়ি গলো মই নতুন আশাত।

ভাগৰুৱা পৰাণত ছাঁয়াময়া সুখছবি,
আপুনি দূৰতে যেন জিলিকি উঠিল।

উলাহৰ সুৰ এটি অতীতৰ বুকু ভেদি
নিজৰি নিজৰি বই বিয়পি পৰিল।

অতীতৰ অচিনাকি, আজিছোঁ চিনাকি হ'লা,
হিয়াৰ বেহানি লই পাতিলা পোহাৰ;
চেনেহৰ বন্তি গছ জ্বলাই সুৰদী হাতে
গুচালা হিয়াৰ মোৰ নিৰাশা আন্ধাৰ।

এনেতে হঠাতে কেনি এছাটি পছোৱা বলি,
চেনেহৰ বন্তি গছ দিলেহি নুমাই,
যেতিয়া সময় আহে পছোৱা আপুনি বলে
তুমিও নোৱাৰা কব মোৰো দোষ নাই।

পূবেদি ওলোৱা জোন পছিম ডাৱৰে আহি
ধীৰে ধীৰে লুকোৱালে কলীয়া কোলাত,
সপ্তমীতে আঁউসীত আপোনাকে হেৰুৱাওঁ,
আন্ধাৰে আবৰি ধৰে চকা মকা বাট।

দুখৰ নিশাহ লাগি
ওপঙি ওপঙি
চঞ্চল কবিতাবোৰে যেতিয়া ব্যাকুল কৰে,
থৰ লগা বতাহবো নিজৰ হৃদয়।
তোমাৰ বুকুত তেওঁ নাপাবনে চেনেহ নিলয়?
যৌৱনৰ ৰঙীন দিনত
নোখোজা লগাব নেকি
দুখৰ মলয়?



হাঁহি আৰু চকুলোৰ কৰুণ মিলন,
এয়ে হায়! মানৱ জীৱন,
খন্তেকীয়া কিৰণত,
প্ৰাণৰ পখিলা নাচে,
খন্তেকৰ মধু পৰশন,
তাৰ পাচে অশ্ৰু বৰিষণ।
দুদিনীয়া মানৱ জীৱন।।

যৌৱন উথলি উঠে সেই পোহৰতে,
সুখৰ চৰায়ে গায় গান।
কোনোবা দেশৰ পৰা
উলাহত উঠি আহে,
নজনা নুশুনা এটি গান,
আবেগত আকুল পৰাণ।
সুখৰ চৰায়ে গায় গান।।

হৃদি সৰগত হয় মাধুৰী বিকাশ
ইন্দ্ৰধনু সাত বৰণীয়া,
প্ৰেমৰ সজুলি আনি,
সাজে ঘৰ কৰি যুগমীয়া,
ভাবে প্ৰেম যাউতিযুগীয়া।
ইন্দ্ৰধনু সাত বৰণীয়া।।

বিচ্ছেদৰ বান পানী ওপন্দি উঠিলে,
চেনেহৰ ছৱিটি লুকায়,
বিৰহ সোঁতত পৰি
প্ৰেমৰ মন্দিৰ ভাগে

জীৱন সাধনা উটি যায়।
খন্তেকীয়া পোহৰ পলায়।।

বিষাদৰ ডাৱৰত
প্ৰেমৰ কিৰণ সানি
জীৱনৰ ইন্দ্ৰধনু গঢ়ে বিধাতাই।।



## ফাগুণ সপোন

আজি ফাগুণৰ পুৱাতে ৰঙেৰে,
ঢালিছে সুৰুযে সোণালী ধাৰা,
উঠাছোঁ লগৰী চোঁৱাহি এবাৰ,
ধুনীয়া ধৰণী সুখেৰে ভৰা।

অলিয়াবলিয়া, ফাগুণী মলয়া
পাতিছে মধুৰ মিলন মেলা,
মেঘে মেঘে মিলি, সাৰটা সাৰটি,
আকাশে ৰতাহে প্ৰেমৰ খেলা।

চেনেহ মদিৰা ঢালি পৰাণত,
কৰাছোঁ পৰাণ প্ৰেমেৰে পূৰ।
বিশ্ব বিয়পাই তোলাছোঁ দুনাই,
প্ৰেমৰ মধুৰ মোহিনী সুৰ।

হাবি বননিয়ে বলা দুয়ো যাওঁ,
শুনি বননিৰ পখীৰ গান,
কুলি কেতেকীৰ সুৱদি সুৰত
বনকুঁৱৰীৰ আকুল প্ৰাণ।

নাচি গছে গছে কুঁহি ফুল পাতে,
উলাহে আদৰি শৰাই ধৰে,
চেনেহী চাৱনে ফাগুণী কোঁৱৰে
মনৰ বিষাদ কালিমা হৰে।

জাৰৰ কুঁৱলী সৰা গছপাত,
আজি মলয়াই উৰাই নিয়ে
কোন সৰগৰ দেৱতা নামিছে,
নতুন ৰাতৰি বিলাই দিয়ে।

দূৰ সাগৰৰ আন্ধাৰ বুকুতে,
আঁতৰি অতীত লুকাই থক।
চকুৰ আগেদি সোণালী সপোনে
ৰাঙলী নিচান উৰাই যক।

পখিলাৰ দৰে ফুলে ফুলে উৰি,
নানা ৰৰণৰ ৰহন সানি,
দুখ বেজাৰৰ ঢাকনি গুচাই
ফুটোৱা মুখত অমিয়া বাণী।

মিলনৰ এনে শুভ লগনত
আহাছোঁ কাষলে বাঁহীটি বাই,
তোলা হিয়া ভৰি সুৰৰ লহৰী
নহলে লগন বিফলে যায়।

সুখৰ কণিকা উৰিছে উজলি,
গোটেই জগত সুখেৰে ভৰা।
মুকলি মনেৰে মধুৰ হাঁহিৰে
ফাগুণ সপোন আপোন কৰা।



# সোণোৱালী দেশ

(১)

আজি এই জোনালী ৰাতিত
নাওখনি মেলি দিলো মই,
লুইতৰ সুদূৰ সিপাৰে
সোণাৱালী সেই দেশলই।

(২)

হাঁহি হাঁহি সুধিছে তৰাই
অকলই অচিন পথত,
কিয় তুমি যাবা নাৱৰীয়া
আমি হ'ম সাৰথি লগত।

(৩)

আকাশৰ জোনবায়ে কয়,
নিয়া মোকো লগতে তোমাৰ,
ডাৱৰৰ মাজে মাজে হাঁহি
মেলি যাম ৰূপৰ পোহাৰ।

(৪)

দখিণৰ মলয়া ছাটিয়ে
উৰি উৰি বাতৰি বিলাই,
নাৱৰীয়া নকৰিবা ভয়
যাম আমি বাট দেখুৱাই।

(৫)

পৰি থাকা পুৰণি সংসাৰ,
তুমি মোৰ নহলা আপোন,

চাই থাকা নিজৰ মুখকে
মেলি লই পুৰণা দাপোণ

(৬)

ধৰণীৰ বছা বছা খিনি
চেনেহেৰে বুকুত সুমাই,
জীৱনৰ জয় মালা ধাৰি,
হেঁপাহেৰে দিয়াহি পিন্ধাই।

(৭)

তেওঁলোকে দুই বাহু মেলি,
গাই যক তোমাৰেই গান;
শুনি নিজে নিজৰ কাহিনী,
উলাহত নাচক পৰাণ।

(৮)

নিজে মই আচুতীয়া হই,
আছিলো অকলে নিৰাশাত,
নপৰিল তোমাৰ চাৱনি
দুখীয়াৰ নিৰলা পঁজাত।

(৯)

সিকাৰণে অকণো বেজাৰ,
আজি মোৰ নাই অন্তৰত,
সুদূৰৰ মধুৰ আহ্বান
ৰিণি ৰিণি পৰিছে কাণত।

(১০)

নাওখনি মেলি এটিবাৰো
পিচলই নাচাও দুনাই;
অতীতৰ অতীত কাহিনী
থক আজি পাততে লুকাই।

(১১)

বতাহত সৰু ঢউ তুলি,
নৈখনি ধীৰে বই যায়;
উলাহৰ নতুন পৰশে
নাওখনি নিয়ে নচুৱাই।

(১২)

সোণোৱালী দেশৰ ৰেখাটি
ধীৰে ধীৰে জিলিকে দূৰত;
সঙ্গীতৰ সুমধুৰ সুৰ
উৰি উৰি আহে বতাহত।

(১৩)

অতীতৰ বিষাদ কালিমা
বতাহতে কেনি উৰি যায়;
সাঁচতীয়া নিৰাশা আন্ধাৰ
কোনে আহি দিয়ে পোহৰাই।

(১৪)

চেনেহেৰে বুকুত সাৱটি,
কোনে যেন কাণে কাণে কয়,
নাৱৰীয়া পালা বহু দুখ,
আহা আহা মোৰ কাষলই।

(১৫)

মিছাকৈয়ে মায়াৰ মোহত
সপোনক কৰিলা আপোন,
চাবলই নিজকো এবাৰ
আন্ধাৰত নাপালা দাপোণ।

(১৬)

সোণোৱালী উজ্জ্বল পোহৰে
আঁতৰাব যত দুখ ক্লেশ;
আজি তুমি বুকুৰ মাজত,
—ইযে মোৰ সোণোৱালী দেশ।



## আশা

মোৰ চিৰ জনমৰ চিৰ চেনেহৰ
যত অপূৰণ আশা
হয়তো কাৰোবাৰ মধু পৰশত
পাব কেতিয়াবা ভাষা।

দেৱৰ আশীষ হয়তো নামিব
ফুলাব শুকোৱা কলি,
মাথোঁ মই যাম কেনিবা আঁতৰি
হৈম ধৰণীৰ ধূলি।



## সোণৰ সৰগ

এই ধৰণীৰ প্ৰতি ধূলিকণে
সোণৰ সৰগ গঢ়ে
মৰণ বিজয়ী প্ৰেমৰ সুৰত
অমৃত উথলি পৰে।



## সমাপন

সপোনত হেৰাপোৱা ধন
দিঠকত কোনে ক'ত পালে,
কল্পনাৰ মায়া কাননত
কিনো বীণ কোনেবা বজালে,
জীৱনৰ আবেলি বেলিকা
আজি তাৰ নকৰো বিচাৰ,
মাৰ যক অন্তৰতে যত
সুখ দুখ আশা নিৰাশাৰ।।



স্বৰ্গীয় তৰুণৰাম ফুকনৰ
পবিত্ৰ স্মৃতিৰ উদ্দেশ্যে
এই সৰু পুথিখনি
উচৰ্গা কৰা হ'ল

—লিখক

# ভূমিকা

শ্ৰদ্ধেয় কবিবৰ অসমীয়া সাহিত্য কাননৰ কোকিল শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাদেৱৰ অনুৰোধত তেখেতৰ "মিলনৰ সুৰ" নামৰ অপ্ৰকাশিত কবিতাৱলীৰ ভূমিকা লিখিলো। বহুতো যোগ্য ব্যক্তি থকা সত্ত্বেও যে তেখেতে মোকেই এই ভাৰ দিছে– এইটো মোৰ প্ৰতি তেখেতৰ অকৃত্ৰিম স্নেহ-প্ৰীতিৰ নিদৰ্শন। তেখেতৰ কবিতাৰ ভূমিকা লিখিছো– অৰ্থাৎ তেখেত অসীম-সসীমৰ মিলনৰ পূজাত বহিছে, মই সেই পূজাৰ ঘন্টাবাদক মাত্ৰ।

এই কবিতাৰ পুথিখনি শ্ৰীযুত দুৱৰাই বহুদিনৰ আগেত লিখিছিল। গ্ৰন্থ ৰচনাৰ ইতিহাস পাঠকসকলে তেখেতৰ মুখ বন্ধ (আগ কথা)ৰ পৰা জানিব পাৰিব। আৰবী আৰু পাৰ্চী ভাষাত কৃতবিদ্য ডাঃ খুদাবক্সৰ ছুফী ৰহস্যবাদকে ভিত্তি কৰি তেখেতে এই গ্ৰন্থ ৰচনা কৰে। গতিকে এই গ্ৰন্থৰ মূল সুৰ বা তত্ত্ব বুজিবলৈ হলে ছুফীতত্ত্ব (Sufism) জনা দৰকাৰ। ছুফীতত্ত্ব বুজিবলৈ আকৌ মৰমিয়াবাদ বা অতীন্দ্ৰিয় ঐশী অনুভূতি তত্ত্বৰ (Mysticism) মূলকথা জনাটো একান্ত প্ৰয়োজন, —কাৰণ ছুফীবাদ মৰমিয়াবাদৰ এটি শাখা মাত্ৰ।

সাহিত্য জগতত Mystic বা Mysticism কথাষাৰ বহু সময়ত আৰু বহু ক্ষেত্ৰত ভ্ৰান্ত অৰ্থত প্ৰযুক্ত হয়। বহুতে ৰহস্যময় ভাব মাত্ৰকেই Mystic ভাব বোলে; কোনো কোনোৱে সাধাৰণ জ্ঞানবুদ্ধিৰ অগোচৰ ধুৰলি-কুঁৱলি ভাবেৰে ভৰা যি কোনো অনুভূতিকেই Mystic আখ্যা দান কৰে; কিন্তু এইটো সম্পূৰ্ণ ভুল। Mysticism ঐশী অনুভূতি বা মৰমিয়া তত্ত্ব কোনো মতবাদ বা কল্পনাবিলাস নহয়, Theory নহয়, ই এটা বিশেষ দৃষ্টিভঙ্গী, এটি অন্তৰৰ গভীৰ অনুভূতি বা উপলব্ধি। বহুৰ মাজত একৰ, অনৈক্যৰ মাজত ঐক্যৰ, সসীমৰ মাজত অসীমৰ অস্তিত্বৰ বিশ্বাস আৰু জীবাত্মা আৰু পৰমাত্মাৰ আপাতঃ বাহ্যিক ভেদ সত্ত্বেও প্ৰকৃত অভেদজ্ঞান– এয়েই মৰমিয়া উপলব্ধি বা দৃষ্টিভঙ্গীৰ ভিত্তিস্বৰূপ। এই পৃথিৱীত শৰীৰ লৈ থকা কালতে ভাবৰ প্ৰবল উচ্ছ্বাসত, গভীৰ ভগবৎ প্ৰেমৰ বলত, ক্ষণিকৰ অতীন্দ্ৰিয় উপলব্ধিৰ যোগেদি কবি বা সাধকে অনন্তৰ আস্বাদ পায়; সীমাৰ বুকুত অসীম ধৰা পৰে। এই ক্ষণিক অতীন্দ্ৰিয় বৰ্ণনাতীত উপলব্ধি বা অনুভূতিকেই 'Mystic trance' বোলা হয়। প্ৰাচ্য আৰু পাশ্চাত্যৰ বহু সাধক সাধিকাৰ জীৱনীত এই সত্য পোৱা যায়, তেওঁলোক মৰমী সাধক আৰু যিসকলে

অনবদ্য ভাষাৰে এই অনুভূতি প্ৰকাশ কৰি গৈছে তেওঁলোক মৰমী কবি। প্ৰতি দেশতে প্ৰত্যেক ভাষাতে যুগে যুগে এই মৰমী কবিসকলে জন্ম গ্ৰহণ কৰিছে আৰু তেওঁলোকৰ অৱদানেৰে সাহিত্য-আগাৰ সমৃদ্ধ কৰি গৈছে। ছন্দৰ মাধ্যমেৰে তেওঁলোকে এই 'সত্যং শিৱ সুন্দৰম্'ৰ অনুভূতি অসীম-সসীমৰ মিলনৰ গান গাই গৈছে। গীতাত শ্ৰীভগবানৰ বাণী,—

'সৰ্বভূতেষু যেনৈকং ভাবমব্যয়মীক্ষতে।

অবিভক্তং বিভক্তেষু তজ্জ্ঞানং বিদ্ধি সাত্বিকম্।'. ১৮।২০

অৰ্থাৎ— 'সমস্ত পদাৰ্থতে যে এক অব্যয়ভাবৰ দৰ্শন আৰু বিভাগৰ মাজতো বহুৰ মাজতো সেই এক অখণ্ড অবিভক্ত ৰূপৰ দ্ৰ্শন— এয়েই সাত্বিকজ্ঞান, সত্য দৰ্শন। এই তত্ত্বই মৰমিয়াবাদৰ বা স্বানুভূতিৰ মূলকথা। এই তত্ত্বটি মৰমিয়া কবি Wordsworth য়ে তেওঁৰ Odes on Intimation of Immortality' নামৰ ভূমিকাত সুন্দৰকৈ নিজৰ শৈশৱৰ অনুভূতিৰ মাধ্যমেৰে ব্যক্ত কৰিছে। তেওঁ কৈছে-- 'I was often unable to think of external things as having external existence, and I communed with all that I saw as something not apart from, but inherent in my own immaterial nature. Many times while going to school have I grasped at a wall or tree to recall myself from this abyss of idealism to the reality.' এয়েই প্ৰকৃত ঐশী অনুভূতি বা মৰমিয়া উপলব্ধি; তেনে অৱস্থাত মানৱৰ উপলব্ধি হয় যে সি অমৃতৰ পুত্ৰ, অমৃতত্বই তাৰ প্ৰকৃত স্বৰূপ আৰু প্ৰপঞ্চজগত মায়াময়। ইয়াৰ বাস্তৱ সত্তা নাই। বহু মায়িক একেই সত্য। উপনিষদৰ ভাষাত কবলৈ গলে, — 'নেহ নানা অস্তি কিঞ্চন, মৃত্যোঃ স মৃত্যুম্ আপ্নোতি য ইহ নানেব পশ্যতি; অৰ্থাৎ এই ব্ৰহ্মাণ্ডত এক তেৱেঁই সৎ, নানা বা বহু বুলি বাস্তৱিকতে একো নাই; যিয়ে এক দৰ্শন নকৰি বহু দৰ্শন কৰে তেওঁ মৃত্যুকেই প্ৰাপ্ত হয়,। যিয়ে এক দৰ্শন কৰে তেওঁৰ অমৃতত্ব লাভ হয়, সত্যদৰ্শন হয়। তেতিয়াই মানৱৰ আত্মতত্ত্বৰ অনুভূতি হয় যে 'জ্যোতিঃ অহং বিৰজা বিপাত্মা' নিত্যমুক্ত স্বভাৱবান'; মই নিষ্পাপ জ্যোতিস্বৰূপ, মই নিত্যমুক্ত শুদ্ধ, সৎ, চিৎ, আনন্দ।'

ইংৰাজী সাহিত্যত Wordsworth, Blake, Thompson, Vaughan, Crashaw, Herbert, Marvell, Tennyson, Bridges আদি কবিসকল, ইউৰোপত Plato, Plotinus, Boehme, Eckhart, Bergson, St. Teresa, St. Augustine, Suso, Swedenborg প্ৰভৃতি দাৰ্শনিক আৰু সাধকবৃন্দ, ভাৰতত উপনিষদৰ ঋষিবৃন্দ, সিদ্ধ পুৰুষ, সাধক, বৈষ্ণৱ কবিসকল আৰু পাৰস্য দেশৰ ছুফীসকল এই মৰমিয়া সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত। এই সকল সাধক আৰু কবিৰ জীৱন আৰু বাণীৰ পৰা তেওঁলোকৰ সাধন আৰু আত্মোপলব্ধিৰ কথা জানিব পাৰো।

পাৰস্য দেশত যি মৰমিয়া সম্প্ৰদায়ৰ আবিৰ্ভাৱ হয়, তেওঁলোকক বোলা হয় ছুফী। ছুফ্ শব্দৰ অৰ্থ বগা পচম (Wool); সন্ন্যাসীৰ আলখাল্লাৰ দৰে তেওঁলোকে ত্যাগ আৰু বৈৰাগ্যৰ প্ৰতীক শুকুলা পচমৰ এবিধ বস্ত্ৰ পৰিধান কৰিছিল। সেই কাৰণেই তেওঁলোকক ছুফী বোলা হৈছিল। কোনো কোনোৱে কয় 'ছফা' মানে পবিত্ৰতা— তাৰ পৰা 'ছুফী' শব্দ আহিছে। তেওঁলোকৰ ভিতৰত বেছি ভাগেই কবি আছিল। সেই ছুফীসাধক সম্প্ৰদায়ৰ সাহিত্য পাৰস্য সাহিত্যৰ এক ৰত্নভাণ্ডাৰ বুলিব পাৰি। ছুফী সকলৰ ভিতৰত Al-Harith Asad Ali Muhasiba, Al-Jundid, Al-Hallaj, Al-Qushairi, Al-Ghazali, জালালুদ্দিন ৰুমি, হাফিজ, ছাদী প্ৰভৃতিৰ নাম সাহিত্য জগতত আৰু ভক্তিমাৰ্গত বিশ্ৰুত।

ছুফীবাদৰ বিস্তৃত আলোচনা এই ভূমিকাৰ ঠেক পৰিসৰত সম্ভৱ নহয় আৰু তাৰ প্ৰয়োজনো নাই। বিস্তৃত আলোচনা এখন বিশাল গ্ৰন্থত পৰিণত হ'ব। শ্ৰীযুত দুৱৰাদেৱৰ কাব্যখন বুজিবলৈ সাধাৰণ ভাবে মৰমিয়াবাদৰ আৰু বিশেষকৈ ছুফীতত্বৰ যিখিনি আলোচনাৰ প্ৰয়োজন সেইখিনি মাত্ৰ এই ভূমিকাত কৰা হ'ল। এইখিনি ছুফীবাদৰ দিক্ দৰ্শন বুলিব পাৰি।

কোৰাণৰ একেশ্বৰবাদ ছুফীবাদৰ বীজস্বৰূপ। ঈশ্বৰ বা আল্লা এক আৰু অদ্বিতীয়; তেওঁ সৰ্ব্বশক্তিমান, অসীম, অনন্ত আৰু অক্ষয়; তেওঁৰ সমকক্ষ কোনো নাই; জগত তেওঁৰেই সৃষ্টি আৰু সৃষ্ট জীৱ তেওঁৰ সেৱক বা সন্তানতুল্য। তেওঁৰ পৰাই প্ৰতি বস্তুৰ, প্ৰতি প্ৰাণীৰ উৎপত্তি আৰু দেহত্যাগৰ পিচত সকলোৱে তেওঁৰ তালৈকে ঘূৰি যায়, কোৰাণৰ এই বাণী ছুফীবাদৰ সাৰমৰ্ম্ম। যি কোনো মুছলমানে প্ৰাণত্যাগ কৰিলে তেওঁৰ পাৰলৌকিক কৰ্ম ক্ৰিয়াকাণ্ডৰ সময়ত আমন্ত্ৰালিপিৰ ওপৰত কোৰাণৰ এই বাণীটো উদ্ধৃত কৰা হয়। আমাৰ উপনিষদ প্ৰবচনতো এই সত্য বিঘোষিত; 'আনন্দাৎ হি এৱ খলু ইমানি ভূতানি জাতানি, আনন্দেন জাতানি জীৱন্তি আনন্দং প্ৰয়ন্ত্যভি-সংবিশান্ত'। 'সেই আনন্দস্বৰূপ ব্ৰহ্মৰ পৰাই সমস্ত জীৱৰ উৎপত্তি, তেওঁৰ দ্বাৰাই সকলোৱে স্থিতি; আৰু দেহত্যাগৰ পিছত আকৌ তেওঁতেই প্ৰবিষ্ট হ'ব লাগিছে।' তেওঁৱেই মূল কাৰণ। যিহেতু তেওঁৰ পৰাই সকলোৱে উৎপত্তি আৰু অন্তিমত তেওঁতেই বিলয়, গতিকে আল্লা আৰু জীৱ, ঈশ্বৰ আৰু জগত বস্তুতঃ এক, মাত্ৰ আপাতঃ দৃষ্টিত পৃথক প্ৰতিভাত হয়। পৰমাৰ্থিক দৃষ্টিত ব্ৰহ্ম আৰু ব্ৰহ্মাণ্ডৰ ঈশ্বৰ আৰু জীৱৰ স্ৰষ্টা আৰু সৃষ্টিৰ এই বাস্তৱিক অভেদেই ছুফীবাদৰ বা ছুফীমাৰ্গৰ মূলমন্ত্ৰ। বেদান্তৰ মায়াবাদ ভাৰতবৰ্ষৰ পৰা পাৰস্যলৈ গৈছিল— অধিকাংশ ঐতিহাসিকে এই মত পোষণ কৰে। ছুফীসকলেও ঈশ্বৰৰ পৰা জগতৰ পৃথক সত্তা বা দ্বৈতসত্তা (Dualism) স্বীকাৰ নকৰে; তেওঁলোকে কয় আপাতঃ দৃষ্টিত জগতৰ যি পৃথক সত্তা প্ৰতীত হয় সেইটো সত্য নহয়, পাৰমাৰ্থিক নহয়, সেইটো মায়িক আৰু সাময়িক।

জগত আৰু জীৱ ঈশ্বৰৰ অংশ মাত্ৰ; প্ৰতি অণুপৰমাণুৰ মাজত ঈশ্বৰৰ চিন্ময় সত্তা নিহিত আছে। সেই কাৰণেই প্ৰতি জীৱৰ ভিতৰতে তাৰ মূল উৎস ঈশ্বৰলৈ ফিৰি যোৱাৰ ব্যাকুলতা নিহিত আছে, সৃষ্টিৰ মূল উৎস ঈশ্বৰ আৰু তেওঁ একে সময়তে বিশ্বৰ প্ৰাণকেন্দ্ৰ আৰু বিশ্বঅতীত (both immanent and transcendent)। সেই এক ঈশ্বৰেই সত্য তেৰেই সৎ- বহু সত্য নহয়, বহু সেই একৰেই স্ফুলিঙ্গ মাত্ৰ --এই উপনিষদতত্ত্ব ছুফীবাদৰ ভিত্তি স্বৰূপ।

জীৱ আৰু ঈশ্বৰ, ভক্ত আৰু ভগবানৰ সম্বন্ধ [illegible] দৰ্শন আৰু সাহিত্যত অভিব্যক্ত হৈছে। ভক্তিৰ দাস্য, সখ্য বাৎসল্য, কান্ত আৰু [illegible]ত্যৰসিকসকলৰ আৰু ধৰ্মৰাজ্যত সুবিদিত। ভগবানক প্ৰভু আৰু নিজকে তেওঁৰ [illegible] কিংকৰৰূপে যি ভজনা তাকেই দাস্যভাব বোলা হয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে এই ভাৱে ভজনা আৰু কীৰ্ত্তন কৰি গৈছে। তেওঁৰ কীৰ্ত্তনৰ সকলো ঠাইতে [illegible] কিংকৰ শংকৰ' বুলি নিজৰ পৰিচয় দিছে। কোৰাণত নুৰুনবী মহম্মদেও [illegible] নিজকে [illegible]ৰ দাস বুলিছে। শংকৰদেৱ, মহম্মদ প্ৰভৃতিৰ ভজনা [illegible], সুদাম, অৰ্জ্জুন, গোপ-বালক আদিয়ে তেওঁক সখা বা বন্ধু [illegible] আৰু [illegible] আচৰণ কৰিছিল। তেওঁলোকে ভগৱানক সখ্যভাৱে ভজনা কৰি [illegible] নন্দ, [illegible], বসুদেৱ, দৈৱকী প্ৰভৃতিয়ে মহাপুৰুষক পুত্ৰৰূপে ভজনা কৰিছে [illegible] বাৎসল্যৰস-সিক্ত। ভাৰতৰ বৈষ্ণৱসাধকসকল আৰু পাশ্চাত্যৰ St. [illegible] প্ৰভৃতি সাধিকা আৰু Vaughan, Crashaw প্ৰভৃতি মৰমী কবিসকলে আকৌ [illegible] পুৰুষ বা কান্ত আৰু ভক্তক প্ৰকৃতি বা কান্তা ৰূপে বৰ্ণনা আৰু অনুভৱ কৰিছে। ইয়াকেই [illegible] ভজনা বোলে। মহাপ্ৰভু শ্ৰীচৈতন্যৰ উক্তি,—'প্ৰিয়া কান্তভাব [illegible]।' ভগৱান আৰু ভক্তৰ সম্বন্ধ পুৰুষ প্ৰকৃতি, প্ৰিয়-প্ৰিয়া, প্ৰেমিক-প্ৰেমিকা, কান্ত আৰু [illegible] কল্পিত। অধিকাংশ ছুফীসকলেও এই কান্তভাৱেই ভজনা কৰি [illegible] পাইছে। তেওঁলোকৰ সাধনা কান্তভাবমূলক বুলিয়েই তেওঁলোকে [illegible]কৰ সম্বন্ধ বুজাবলৈ প্ৰেমিক আৰু প্ৰেমিকাৰ সম্বন্ধৰ ভাষা আৰু [illegible] ব্যৱহাৰ কৰিছে, কিন্তু তেওঁলোকৰ বৰ্ণনা বা অনুভূতি কান্তভাৱৰ সাধক ভাৰতীয় বা পাশ্চাত্য মৰমিয়া সাধনাৰ বিপৰীত-- অৰ্থাৎ তেওঁলোকে ঈশ্বৰক প্ৰকৃতি বা কান্তা আৰু ভক্তক বা জীৱক পুৰুষ বা কান্ত ৰূপে কল্পনা কৰিছে। যেন সেই এক সত্য, শিৱ, সুন্দৰৰ প্ৰতীক ৰহস্যময়ী, অমৃতলোক বাসিনী, ইন্দ্ৰিয়ৰ অগোচৰ প্ৰেমময়ী কান্তাৰ কাৰণে সকলো জীৱ, সকলো পুৰুষ অধীৰ, তেওঁক লাভ কৰিবলৈ সকলো ব্যাকুল। বিবিধ উপমা, অপৰূপ বৰ্ণনা, নানা প্ৰতীক আৰু ৰূপকৰ মাধ্যমেৰে ছুফীকবিসকলে এই অনুভূতি আৰু চিৰন্তন সত্য ব্যক্ত কৰিছে। ছুফীতত্ত্ব মতে যিমানদিন মানৱজীৱন-- সিমান দিন এই বিৰহ বিদ্যমান থাকে, কাৰণ দেহ-ইন্দ্ৰিয়ৰূপ যৱনিকাই প্ৰেমিক আৰু প্ৰেমিকাৰ মাজত ব্যৱধান সৃষ্টি

কৰে। এই শৰীৰৰূপ আৱৰণ বা যৱনিকাৰ কাৰণে প্ৰিয়তমাৰ স্বৰূপ যথাৰ্থৰূপে ধৰা নপৰে; সেয়েই দেহব্যৱধান অপসাৰণ কৰি তেওঁক প্ৰিয়তমৰ লগত অভিন্ন কৰি লবলৈ ভক্তই প্ৰাৰ্থনা কৰে। ভক্ত কবি ভন্‌ৰ (Vaughan) কণ্ঠত এই প্ৰাৰ্থনা আকুল সুৰে ব্যক্ত হৈছে।

'This veil, I Say is all the cloak

And cloud which shadows Thee from me.

This veil Thy full-eyed love denies.

And only gleams and fraction spies.

O take it off! Make no delay,

But brush me with Thy light.

ভনে এই কবিতাটোত দেহক veil বুলিছে। দেহৰূপ যৱনিকা ছিন্ন হলেহে,- অৰ্থাৎ প্ৰেমিকৰ দেহত্যাগেহে প্ৰেমিক— প্ৰেমিকাৰ জীৱ আৰু ঈশ্বৰৰ, ভক্ত আৰু ভগবানৰ চিৰ মিলন। গতিকে জীৱন মানেই বিৰহ আৰু প্ৰয়াণ মানেই মিলন। যিমানদিন জীৱন সিমানদিন জীৱাত্মাই পৰমাত্মাক পাবলৈ ব্যকুল হয়— কিন্তু দেহৰ পিঞ্জৰাত আবদ্ধ থকাৰ কাৰণে মিলন সম্ভৱ নহয়; কবি Tennysonৰ ভাষাত— Spirit beats the mortal bars' (Sir Galahad). যেতিয়া মিলন হয় তেতিয়া আৰু ভেদ নাথাকে; সমুদ্ৰত যেনেকৈ লোণ একাত্ম,— গাখীৰৰ লগত শুভ্ৰৰ্ণ, চেনিৰ লগত মধুৰ আস্বাদ যেনে অভিন্ন, পৰমাত্মা আৰু জীৱাত্মাও তেনে অভিন্ন হয়। তেতিয়া আৰু মই, মোৰ, তুমি, তোমাৰ প্ৰভৃতি কোনো ভেদবাচক সংজ্ঞাও নাথাকে। সেই অৱস্থাত কৰ্ত্তা, কৰ্ম্ম, কৰণ একেবাৰেই নাথাকে, সকলো অভিন্ন। এই অৱস্থাই বেদান্তৰ জীৱ-ব্ৰহ্ম-ঐক্য। তেতিয়া সীমাৰ সত্তা আৰু ব্যক্তিত্ব অসীম অনন্তত বিলীন হয়। বৃহদাৰণ্যক উপনিষদৰ ভাষাত কব পাৰি,— 'যত্ৰ তু অস্য সৰ্বম্ অবৈধ অভূৎ তদা কেন কং পশ্যেৎ' 'যেতিয়া সকলোবেই আত্মস্বৰূপত পৰিণত হয় তেতিয়া আৰু কিহেৰে, কোনে কাক দেখিব'। অৰ্থাৎ ব্ৰহ্মদেশনত দ্ৰষ্টা আৰু দৃশ্য অভিন্ন হয়। দাৰ্শনিক Eckhart এ কৈছে— 'God and I are one in the act of my perceiving Him. —অৰ্থাৎ ব্ৰহ্মদৰ্শনকালত ব্ৰহ্ম আৰু মই একাকাৰ, কোনো ভেদ নাথাকে। এই সত্য 'তত্ত্বমসি', 'অহং ব্ৰহ্মাস্মি' প্ৰভৃতি মহাবাক্যত সুব্যক্ত। গতিকে ছুফীবাদত জীৱন হ'ল বিৰহ, আৰু প্ৰয়াণ হ'ল মিলন। অগ্নিৰ পৰা অগ্নিৰ স্ফুলিঙ্গৰ দৰে সেই এক অনন্ত অসীমৰ পৰা জীৱবোৰ বিচ্ছিন্ন হৈ আহি পৃথিবীত জন্মগ্ৰহণ কৰে,— কিন্তু সেই বিচ্ছিন্ন সসীম জীৱৰ মাজত অসীমৰ স্ফুলিঙ্গ ('Spark of the Divine') নিহিত থকাত সেই প্ৰিয়তমা অসীমৰ কাৰণে সীমা, জীৱ বা ভক্ত অধীৰ হৈ উঠে। এই ভাবটো কবি দুৱৰাদেৱৰ অপৰূপ ছন্দত ধৰা পৰিছে—

'ভাৱোঁ বহি বহি সেই দিনলই
আছিলো যেতিয়া সুখতে ভোল,
পাষাণ বিধিৰ কোন বিধানত
কোনে ছিণ্ডি নিলে মিলন ডোল।'
লগৰী হেৰাই চকুৰ পানীৰে
বহি নিৰলাত কটাম কাল,
মোৰ কান্দোনত কোন বিৰহীয়ে
চকুলো সৰাই তিয়াব গাল।'

গোটেই জীৱন মানবাত্মাই সেই হেৰোৱা ৰতন প্ৰিয়তমক বিচাৰি ফুৰে,-

'আন্ধাৰ বাটত অকলে অকলে
প্ৰিয়বিৰহত আকুল হই,
বিচাৰি ফুৰিছো ক'ত তুমি মোৰ
বেথাৰ বেদনা বুকুত লই।'

সেই প্ৰিয়তমা অন্তৰতেই আছে, ভক্তৰ হৃদয়েই তেওঁৰ প্ৰিয় আগাৰ; কিন্তু জীৱ বা ভক্তই সেই তত্ত্ব পাহৰি বাহিৰত তেওঁক বিচাৰি ফুৰে। এই ঘটনাটোকে বেদান্ত দৰ্শনত ডিঙিত গামোছা লৈ পাহৰি গোটেই ঘৰতে গামোছা বিচাৰি ফুৰাৰ লগত তুলনা কৰা হৈছে। মিলনৰ পূৰ্বে তেওঁৰ বাণী অন্তৰত শুনিবলৈ পায়— 'মই তোমাৰ অন্তৰতেই আছোঁ একাত্ম হৈ মিছাকৈয়ে তুমি ইমানদিনে বাহিৰে বাহিৰে মোক বিচাৰিছা।' কবি দুৱৰাৰ ভাষাত—

'কলে কাণে কাণে আন্ধাৰ বাটত
আছিলোঁ তোমাৰ কাষতে ৰ'ই,
পাছে পাছে মই ফুৰিছো সদায়
কায়াৰ লগতে ছায়াটি হ'ই।
'ভুলতেই তুমি উলতি নেচালা
মিছাতে দূৰলৈ মেলিলা হাত,
মোক আঁতৰাই নিজৰ দোষতে
নিজৰ শৰীৰ কৰিলা পাত।'

ওপৰৰ আলোচনাৰ পৰা এই তত্ত্ব সুপ্ৰমাণিত হ'ল যে ছুফীসাহিত্যত প্ৰেমিকা

বা কান্তা হ'ল অন্তৰলোকবাসী অদৃশ্য পৰমাত্মা, প্ৰেমিক বা কান্ত হ'ল জীৱ। ভগৱান হ'ল প্ৰকৃতি, ভক্ত হ'ল পুৰুষ। গোটেই মানৱ-জীৱন হ'ল বিৰহৰ পৰ্ব। তেওঁৰ ওচৰৰ পৰা বিচ্ছিন্ন হৈ আহি মানৱাত্মাৰ জন্ম আৰু পৃথিৱীবাস হ'ল দীৰ্ঘপ্ৰবাস। দেহত্যাগ বা প্ৰয়াণ হ'ল পৰমাত্মাৰে সৈতে চিৰমিলন। ছুফীকাব্যত প্ৰিয়তমাৰ কাৰণে আকুলতা বা উন্মাদনাক মত্ততা (Intoxication) সংজ্ঞা দিয়া হৈছে আৰু প্ৰেমক সুৰাৰ ৰূপকেৰে বৰ্ণনা কৰা হৈছে।

ছুফীদৰ্শনত এই ৰূপৰসগন্ধস্পৰ্শময়ী অপৰূপ প্ৰকৃতিৰাণী পৃথিৱীখন পৰমাত্মাৰেই সৃষ্টি। মানৱ কবি সেই জগৎস্ৰষ্টা সংসাৰ-সাগৰৰ কাণ্ডাৰী বিশ্বকবিৰ এটি কণামাত্ৰ। সেই বিশ্বকবি হ'ল মহাগায়ক আৰু মানৱ কবিৰ কণ্ঠত সেই মহাগায়কৰ বিশ্বসঙ্গীতৰ অংশমাত্ৰ প্ৰতিধ্বনিত হয়। কবিবৰ হাফিজে কৈছে যে মহাগায়কৰ মুখত এটি স্বৰ্গীয় বাঁহী আছে; সেই বাঁহীৰ আনটো মূৰ আছে মানৱ কবিৰ হৃদয়ত; মহাগায়কে যেতিয়া সেই বাঁহীত সুৰ তোলে তেতিয়া মানৱ কবিৰ হৃদয়ত সুৰতৰঙ্গৰ,– ভাবৰ লহৰীৰ সঞ্চাৰ হয় আৰু মানৱ কবিয়ে সেই সুৰকে নিজৰ ভাষাৰে প্ৰকাশ কৰে। এই তত্ত্বটো 'মিলনৰ সুৰ' গ্ৰন্থৰ শেষ স্তবকত ব্যঞ্জিত হৈছে,–

'মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিলে সুৰ
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।'

শ্ৰীযুত দুৱৰাদেৱৰ এই নতুন কাব্যকুসুমৰ সাফল্য কামনা কৰি মই ভূমিকা সমাপ্ত কৰিলো। শুভমস্তু।

জানুৱাৰী
১৯৫৮

শ্ৰীযোগীৰাজ বসু
ডিব্ৰুগড়

# মোৰ কবলগীয়া দুআষাৰ মান

স্বৰ্গীয় তৰুণৰাম ফুকনে মোক বৰ মৰম কৰিছিল— মোক দেখিলেই তেখেতে বগা পঞ্জাবীটোৰ পৰা হাতখন উলিয়াই প্ৰায়েই কয় "চাওঁ দিয়া"— তাৰ মানে এটা কবিতা দিয়া। সেই দেখি তেখেতৰ কাৰণে মই লগত প্ৰায়েই এটা বা দুটা কবিতা লৈ ফুৰাওঁ— এদিনাখন মই তেখেতক কৈছিলোঁ "আপুনি মোক সদায় দিয়া কৰে, মোকো আপুনি দিব লাগিব।" তেখেতে এটি হাঁহি মাৰি কৈছিল— "কোৱা, কোৱা এতিয়াই কোৱা"— মই তেতিয়া তেখেতক কলো "আপুনি আপোনাৰ বন্ধু অধ্যাপক খোদা বক্স চাহাবলৈ এখন চিঠি দিয়ক মই সুফীবাদ' সম্বন্ধে অলপ জানিব খুজিছো-- কাৰণ ওমৰখায়াম অসমীয়ালৈ অনুবাদ কৰাৰ পাছতে মই হাফিজৰ কবিতা বিলাক পঢ়িছিলোঁ অৱশ্যে ইংৰাজীত দেওয়ানা হাফিজখন মই বম্বেৰ পৰা অনাইছিলোঁ। তেখেতে মোক চিঠিখন দিছিল— মই সেইখন লৈ অধ্যাপক খোদা বক্স চাহাবৰ কাষলৈ গৈ চিঠিখন দিয়াত চিঠিখন পঢ়ি তেখেতে হাঁহি এটি মাৰি কৈছিল— "Yes my boy, what can I do for you?" মই ভয়ে ভয়ে কৈছিলো "Sir it is too late for me to learn Persian-- "No, you need not learn Persian, but tell me what can I do for you?" —মই উত্তৰত কৈছিলো— "Sir, I want to know something about Sufism if you would kindly let me know something about it." তেখেতে তেতিয়া মাজে মাজে তেখেতৰ তালৈ যাবলৈ কৈছিল আৰু মোক সেই সম্বন্ধে অলপ অলপ কৈ বুজাই দিছিল। তেখেতে ইমান মৰমেৰে আৰু স্পষ্টকৈ বুজাইছিল, যে কেবাদিন মানৰ মূৰত মোৰ সেই সম্বন্ধে অলপ অলপ ধাৰণা হৈছিল আৰু লাহে লাহে সেইখিনি কবিতাৰে লিখিবলৈ ধৰিছিলো আৰু লখিধৰ শৰ্ম্মাৰ অন্তৰঙ্গ বন্ধু Ismile ৰ দেউতাকেও মোক অলপ অলপ বুজাই দিছিল। এইখিনিকে সমল লৈ আৰু এই সম্বন্ধে আৰু দুখনমান কিতাপ পঢ়ি ভাবধাৰা খিনিকেই অলপ অলপ লিখিবলৈ ধৰি শেহত এই কিতাপখন উলিয়াবলৈ সাহ কৰিলো। ইয়াৰ ভাবধাৰাটো হৈছে যে ঈশ্বৰ সকলো সময়তে আমাৰ লগতেই থাকে আৰু আমি নানা কামৰ মাজত থাকি তেখেতলৈ পাহৰি যাওঁ আৰু যেতিয়া মনত পৰে তেতিয়া বৰ বেজাৰেৰে কওঁ "প্ৰভু তুমি কলৈ গলা?" আৰু লাহে লাহে অনুতাপ আহে, যেতিয়া তেখেতে বুজে যে আমাৰ অনুতাপ অন্তৰৰ পৰা আহিছে তেতিয়া তেখেতে কয় যে মই সদায় তোমাৰ লগতেই আছিলোঁ, তুমিহে মোলৈ পাহৰি গৈছিলা; তেতিয়া আকৌ দুয়োৰো মিলন হয়— (beautitude or mystic communion).

লিখক

# মিলনৰ সুৰ

(১)

প্ৰিয়তম মোৰ কাষতে আছিল
হিয়াৰে হিয়াক সাৱটি ধৰি,
চেনেহৰ চুমা গোটেই ৰাতিটি
যাচিলে পৰাণ আকুল কৰি।

দুখনি হিয়াই একেটি সুৰতে
ধৰিলে মিলন মধুৰ গান,
কোন সুদূৰৰ সপোন পুৰীত
উঠিলে প্ৰেমৰ মোহিনী তান।

সেই প্ৰেমতেই কপাল দোষত
কিয়নো হঠাতে হতাশ হই,
দেশ বিদেশত ফুৰিছো অকলে
দীন দুখীয়াৰ বেশেৰে মই।

বিদায় বেলাৰ দাৰুণ আঘাতে
হানিলে বুকুত মৰণ-শেল,
চেনেহ ফুলনি হ'ল মৰিশালি
লুকালে কেনিবা প্ৰেমৰ মেল।

বুজিলোঁ তেতিয়া অকলে আপুনি
নামিব বিষাদ আন্ধাৰ ঘোৰ,
চেনেহৰ শেষ কণাটিকো হৰি
জীৱনক মৰু কৰিব মোৰ।

ভাবোঁ বহি বহি সেই দিনলৈ
আছিলো যেতিয়া সুখতে ভোল,
পাষাণ বিধিৰ কোন বিধানত
কোনে ছিঙি দিলে মিলন ডোল।

(২)

জ্বলি জ্বলি মোৰ হিয়াৰ চাকিটি
আপোনা আপুনি নুমাই গ'ল,
জীৱনৰ শেষ শিখাৰ লগত
চকুলো দুধাৰি আতৰ হ'ল।

শতেক ধাৰাৰে আহিছে নিজৰি
শতেক যুগৰ বিষাদ বাৰি,
তাৰেই যতনে গাথোঁ মালাধাৰি
বিৰহ বেথাৰে কুসুম পাৰি।

মোৰ জীৱনত এয়ে এটি সঁচা
চেনেহ মাথোন মায়াৰ ফুল,
মিছা আশা মোৰ মিছা ভালপোৱা
প্ৰেমৰ সপোন সমূলি ভুল।

আনা সখা মোৰ বেদনাৰ বীণ
তোলা আজি তাত কৰুণ তান,
সৰগ মৰত উঠক বিয়পি
বুকুৰ তেজৰ বাঙলী গান।

(৩)

বুকুৰ তেজৰ শেণ্ডেলী খনিত
উজাগৰে ৰাতি কটাম মই,
পৰাণৰ মোৰ বিৰহৰ বেথা
কিজানি যদিবা পাতল হয়।

নেযাঁচিলা তুমি হিয়াৰ চেনেহ
মিছা আশাতেই জীৱন গ'ল,
মাধৱী কুঞ্জৰ মধুৰ সপোন
জোনৰ পোহৰ বিফল হ'ল।

তুমি দিয়া মোৰ ব্যথাৰ আঘাত
তুলিব সিয়েই প্ৰেমৰ তান,
বুকুৰ মাজেদি নিজৰি নিজৰি
জীৱন মৰুত বোৱাব বান।

সপোনতে আজি আহা সখা মোৰ
বিৰহী পৰাণ শীতল কৰি,
মিলনৰ চুমা দিয়া সপোনতে
হিয়াৰে হিয়াক সাৱটি ধৰি।

(৪)

ভাবিছিলো দুয়ো জোনালী ৰাতিত
বহি ফুলনিত বজাম বীণ,
প্ৰেমৰ নিজৰা ধীৰে বই যাব
হ'ব দুয়োখনি একতে লীন।

প্ৰেমৰ মদিৰা পান কৰি দুয়ো
ৰঙতে আবেশে কটাম কাল,
সপোন শেষত পুবাৰ অৰুণে
চুমিব দুখনি গোলাপী গাল।

সৰগৰ পৰা জোনৰ কিৰণে
নামি কাণে কাণে বাতৰি কব,
মৃদু মলয়াৰ মধু পৰশত
তাপিত পৰাণ শীতল হ'ব।

কৰিছিলোঁ আশা জীৱনত মোৰ
ইবাৰ মৰমে মাৰিব হাঁহি
হিয়াৰ ফুলনি উজলাই পুনু
ফুলিব চেনেহ কুসুম পাহি।

কোনে জানিছিল মনেপতা কথা
মনৰ মাজত মৰহি যায়,
সপোনত দেখা ৰতন ৰাশিক
দিঠকত জানো কোনোৱে পায়?

দূৰৰ পোহৰ দেখি এচমকা
তুমি হঠাতেই আতৰি গ'লা,
চেনেহৰ বান্ধ সোলোকাই মোক
ফুলনি মাজত অকলে থলা।

নামিল ডাৱৰ লুকাল পোহৰ
ঢাকিলে ফুলনি আন্ধাৰে ঘোৰ,
প্ৰেমৰ নিজৰা নিজে শুকোৱাই
জীৱনক মৰু কৰিলা মোৰ।

কঠোৰ বিধিৰ ক্ৰুৰ পৰিহাস
মোৰ জীৱনত সফল হ'ল,
সুখৰ সপোন কেনি আতৰিল
কায়াহীন মাথো ছাঁয়াটি ৰ'ল।

(৫)

তোমাৰ চকুৰ চেনেহী চাৱনে
পাতে পৰাণত মায়াৰ জাল,
প্ৰেমৰ পৰশে কঁপাই হিয়াক
আৱৰি ধৰে যেন অনন্ত কাল।

খন্তেক উজলি বিজুলীৰ হাঁহি
　　নিমিষতে যেন নোহোৱা হয়,
জীৱন পুৰাতে সন্ধিয়া নমাই
　　তোমাৰ হাঁহিটি দূৰতে লয়।

হিয়া ভৰা প্ৰেম যাচি যেতিয়াও
　　নেপালোঁ তোমাৰ হিয়াৰ দান,
মিছাকৈয়ে কিয় মৰমৰ ফাঁকি
　　নেলাগে মাৰিব মোহিনী বাণ।

নিঠুৰ আঘাত সহিব নোৱাৰি
　　চকুৰ পানীৰে আঁতৰি গলো,
অকলশৰীয়া জীৱনৰ বাট
　　নিজে আজি মই বিচাৰি ললোঁ।

(৬)

আপোন পাহৰা অলকা পুৰীত
　　গালেও আকুল প্ৰেমৰ গান,
দুখৰ ছবিটি উঠি লগে লগে
　　তোলাই হিয়াত করুণ তান।

জীৱন-বীণত যাৰ কাৰণেই
　　ধৰোঁ যিটি সুৰ বিকল হয়,
সুদূৰ আশাৰ ছাঁয়াময়া ছবি
　　নিৰাশা আন্ধাৰে আৱৰি লয়।

মাধৱী নিশাত মিছাকৈয়ে মোৰ
　　কৰিলা পৰাণ চেনেহে পূৰ,
বিষাদ বাঁহীটি তুলি দি মুখত
　　আঁতৰি থোৱালা সুখৰ সুৰ।

লগৰী হেৰাই চকুৰ পানীৰে
বহি নিৰলাত কটাম কাল,
মোৰ কান্দোনত কোন বিৰহীয়ে
চকুলো সৰাই তিয়াব গাল।

(৭)

তোমাৰ নিঠুৰ তপত নিশাহে
মোৰ অন্তৰক পেলালে জঁয়,
হিয়া ভেদি উঠে করুণ কান্দোন
আশাৰ জেউতি আতৰি ৰয়।

কিয় আহিছিলো এই ধৰালই
মিছা ধেমালিতে জীৱন গ'ল,
ধাননিত মাথো শুকান নৰাৰ
দুখৰ পৈঁপাটি বজোৱা হ'ল।

তুমি বহি বহি ভাবিছা মনত
বজাওঁ কিয়নো বলিয়া সুৰ,
মিছা সপোনৰ লৰি পিছে পিছে
দুখেৰে জীৱন কৰিলো পুৰ।

নহয় সপোন তুমিয়ে কাৰণ
তুলিছা তুমিয়ে বিননি গীত,
জানিছোঁ যদিও মোৰ ই সুৰত
নপমে তোমাৰ নিঠুৰ চিত।

তোমাৰ কাৰণে গোটেই ৰাতিটি
ফুলৰ চাকিটি হাতত লই
চকুৰ পানীৰে তোমাৰ আশাতে
বহি অকলই আছিলো মই।

তোমাৰ কাষত পুৱা পোহৰত
দুখৰ নিশাৰ পৰিলে ওৰ,
সপোন দেৱীয়ে বাতৰি বিলালে
জীৱন ব্যৰ্থ কৰিলা মোৰ।

আকাশত আজি বিজুলী চমকে
জিলিকে জীৱন মৰণ-খেলা,
কঠোৰে কোমল দুয়োটি মিলাই
পাতিছো প্ৰেমৰ মোহন মেলা।

হিয়াৰ মাজত বোৱাই বেগেৰে
উথলা তপত তেজৰ ধাৰ,
বিদায় বেলাত দিলো সখা মোৰ
ব্যৰ্থ জীৱনৰ ৰাঙলী হাৰ।

(৮)

আন্ধাৰ বাটত অকলে অকলে
প্ৰিয় বিৰহত আকুল হই,
বিচাৰি ফুৰিছো ক'ত তুমি মোৰ
বেথাৰ বেদনা বুকুত ল'ই।

থাকোতে কাষত কিয়নো তোমাক
নললো আদৰ চেনেহ কৰি,
কিনো অভিমানে হিয়া আবৰিলে
কিনো ভুলে নিলে পোহৰ হৰি।

বাৰিষা নামিল নীৰস ধৰণী
*সজল ধাৰাৰে সৰস হ'ল,*
তাপত মোলান প্ৰকৃতি বুকুৰ
বিষাদ কালিমা আঁতৰি গ'ল।

নীৰৱে গোপনে চকুৰ পানীৰে
কোনে চেনেহৰে সাৰটি ধৰি,
তাপিত হিয়াক কৰিলে শীতল
মিছা মায়াজাল আঁতৰ কৰি।

ক'লে কাণে কাণে আন্ধাৰ বাটত
আছিলোঁ তোমাৰ কাষতে ৰ'ই,
পাছে পাছে মই ফুৰিছোঁ সদায়
কায়াৰ লগতে ছাঁয়াটি হই।

ভুলতেই তুমি উলটি নেচালা
মিছাতে দূৰলৈ মেলিলা হাত,
মোক আতৰাই নিজৰ দোষতে
নিজৰ শৰীৰ কৰিলা পাত।

মধুৰ কণ্ঠৰ চেনেহী বাণীয়ে
কৰিলে হিয়াৰ ক্লান্তি দূৰ,
দীঘল ৰাতিৰ আন্ধাৰ আঁতৰি
বাজিলে পুৱাৰ প্ৰভাতী সুৰ।

প্ৰিয়তম মোৰ তোমাৰ লগতে
ললোঁ জীৱনৰ নতুন পথ,
চিৰ মিলনৰ পুৱা কিৰণত
চলোৱা অজেয় প্ৰেমৰ ৰথ।

(৯)

ধুনীয়া তোমাৰ মুখৰ জেউতি
জগতত আজি উজলি পৰে,
তোমাৰ কোমল চৰণ পৰশে
বাটৰ ধূলিকো উজল কৰে।

যোৱাৰ বাটেদি মালতীৰ মালা
আনি কোনোৱেও ধৰাহি নাই,
তেওঁ কিয় সখা তোমাৰ চৌপাশে
মধুৰ সুবাস বিয়পি যায়।

কাৰ আশাতেনো আজি মুহুৰ্তেই
ক'লা চুলিটাৰ মেলাতে ৰ'ল।
কাৰ কাৰণেনো চকুৰ চাৱনে
সপোনৰ মেলা পাতি দি গ'ল।

টোপনিত এই অসাৰ জগত
আছোঁ উজাগৰে অকলে ৰই,
সোণৰ ৰূপৰ চুমাৰ কাঠিৰে
মায়া জাল কোনে ভাঙিব অ'ই।

কিহৰ সপোনে গোটেই জীৱন
এনুৱা বিফল কৰিলে মোৰ,
কুঁহিপাত ফুল কেনি আঁতৰিলে
বসন্তৰ দেখোঁ পৰিলে ওৰ।

ফুলৰ মালাৰে জেউতি চৰাই
আজি তেওঁলোক কেনিবা গ'ল,
পাহি সৰি যোৱা ফুলেৰে হিয়াৰ
শূন্য ফুলনি পূৰ্ণ হ'ল।

মুখৰ কথাৰে মোহত কোনোৰে
হিয়াত সাৱটি নধৰে আহি,
যিটি ফুলে আজি সুবাস বিলালে
কালিলই সি যে নেমেলে পাহি।

এই কথাবাৰি সাৱটি মনতে
দুখতে ভাগৰা জীৱন লই,
নিজান বনৰ এচুকে নিৰলে
নিজৰ সংসাৰ পাতিছো মই।

বাহিৰ যত মিছা কোলাহল
নিৰলা চুকৰ শান্তিৰ বাণী,
জীৱনত পোৱা সুখৰ দুখৰ
মিঠাৰ তিতাৰ সোৱাদ আনি।

সামৰি সকলো এদালি সূতাৰে
গাথিছোঁ এধাৰি অপূৰ্ব্ব হাৰ,
নিতে নিতে এটি পাহি সৰি যায়
লগতে আয়ুস টুকায় তাৰ।

ধূলিৰ দেহাটি ধূলিৰ মাজত
আপোনা-আপুনি মিহলি হ'ব,
শত বৰষৰ বতাহৰ পাছে
জগতত মোৰ কি চিন ৰ'ব?

কিন্তু যিদিনাই সেই বতাহেই
তোমাৰ সুবাস বিলাব আহি,
শত বৰষৰ ধূলিত হেৰোৱা
জীৱন কুসুমে মেলিব পাহি।

কোন সুদূৰৰ অচিন আলহী
কেতিয়া আহিবা নাজানো মই,
অজান দেশৰ নজনা বাটেদি
নিবা কেতিয়ানো লগত লই।

ভঙা পঁজাটিত বিষাদ ডাৱৰে
ঢাকিলে গোটেই আন্ধাৰ ৰাতি,

তোমাৰ হিয়াৰ চেনেহী পৰশে
উজলাব মোৰ হেৰোৱা বাতি।

শোকৰ শিকলি নিলা আতৰাই
জীৱন মৰুত বোৱালা বান,
সকলোটি কাঢ়ি দিলা সকলোটি
তোলালা হিয়াত মধুৰ তান।

কৰিলা নতুন পথৰ পথিক
নতুন পোহৰ আগত ধৰি,
আকাশী অমিয়া নমাই আনিলা
মৰু জীৱনক অমৰ কৰি।

(১০)

মহা গায়কৰ বাঁহীৰ সুৰত
কবিৰ প্ৰাণত কঁপিলে সুৰ,
মন্দাকিনীৰ স্নিগ্ধ ধাৰাই
জীৱন শ্ৰান্তি কৰিলে দূৰ।



# আমাৰ একাষাৰ

পূজনীয় দদাইদেউ কবি যতীন্দ্ৰ নাথ দুৱৰাদেৱৰ ৰচিত আৰু প্ৰকাশিত পুথি কেইখনিৰ বাহিৰেও ভালেমান কবিতা, প্ৰবন্ধ, গল্প আদি অসমৰ নানা সাময়িক আলোচনী আৰু পুথি আদিত প্ৰকাশ হৈছিল, আৰু ভালেমান অপ্ৰকাশিত হৈয়ে থাকিল। এইদৰে সিঁচৰিত হৈ পৰি থকা কবিতাবিলাক হেৰাই যোৱাৰ আশঙ্কাত পুনৰ গোটাই-মেলি পুথি আকাৰে প্ৰকাশ কৰিবৰ মানসেৰে এই কামত হাত দিয়া হ'ল। অৱশ্যে এই বিষয়ে কবি দুৱৰাদেৱৰ সাহিত্যৰ মোল বুজা আৰু তেখেতৰ গুণগ্ৰাহী কেইবাগৰাকীও লব্ধপ্ৰতিষ্ঠ কবি সাহিত্যিকে দুৱৰাদেৱৰ মৃত্যুৰ পিচৰ পৰাই আমাক উৎসাহ-উদ্‌গনি দি অনুপ্ৰেৰণা যোগোৱাত হে আমি আগবাঢ়িবলৈ মন মেলিলো। এই উদ্দেশ্যে অসমৰ বাতৰি কাকত কেইখনমানৰ যোগেদিও দুৱৰাদেৱৰ কবিতা, প্ৰবন্ধ আদি বিচাৰি জাননী দিয়া হৈছিল। কিন্তু জাননী দিয়াহে হ'ল- কবিতা আদি সংগ্ৰহ নহ'ল। আমি জনাত তেখেতৰ কবিতা, প্ৰবন্ধ আদি ভালেমান আছিল, আৰু তেখেতৰ সান্নিধ্যলৈ অহা কোনো কোনো লোকে এই বিলাক তেখেতৰ পৰা চাবলৈ নি কোনে কিমান ঘুৰাই দিলে এইটো জনা নগ'ল।

সি যি কি নহওক, পুৰণা আলোচনী, পুথি আদি বিচাৰি আৰু ব্যক্তিগত ভাবে চিঠিপত্ৰ লিখি কবিতা, প্ৰবন্ধ কিছু সংগ্ৰহ কৰা হ'ল, আৰু তেখেতৰ পুৰণা বহীৰ পৰাও চাই চাই টুকি লোৱা হৈছিল। এই বিলাক ঠিকঠাক কৰোতেই ভালেমান দিন গ'ল। কবিতা আৰু প্ৰবন্ধবিলাক গোটাই-মেলি দেখা গ'ল- বেলেগ বেলেগ কৈ দুখন পুথি উলিয়াব পৰা যায়। সেই দেখি প্ৰথমতে কবিতা পুথি এখন উলিয়াবলৈকে ঠিক কৰা হ'ল।

এতিয়া প্ৰশ্ন আহিল প্ৰকাশ কৰা যায় কেনেকৈ? আমাৰ হাত শূন্য। শেষত দুই চাৰি শুভকাংক্ষীৰ পৰামৰ্শক্ৰমে অসম প্ৰকাশন পৰিষদৰ ওচৰ চাপিলো। প্ৰকাশন পৰিষদেও কবিতা বিলাক চাই আমাক দ্বিতীয় বাৰলৈ প্ৰশ্ন নকৰি এফেকোৰেই অৰ্থ সাহায্য দিয়া হব বুলি সচিব শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱৰ পৰা চিঠি পোৱাত হে আমাৰ মনলৈ সাহ আহিল।

কলিকতাৰ ছাপাখানলৈ কিতাপ পঠোৱা ভালেমান দিন হ'ল। তাত মাজে সময়ে ছাপাখানাৰ কৰ্ম্মী সকলৰ ধৰ্ম্মঘট, বিজুলী যোগানৰো সততে শক্তি-কৰ্তন আৰু কাগজৰো দুষ্প্ৰাপ্য, মূল্যবৃদ্ধি এইবোৰ চলি থকাত পুথিখনি প্ৰকাশ কৰাত বহুত বাধা আহি পৰিছিল। সি যি কি নহওক, পুথিখনি পলমকৈ হলেও প্ৰকাশ পোৱাত স্বৰ্গগত

কবিজনাৰ শেষ আশা এটি আংশিক ভাবে হলেও পূৰণ কৰিব পাৰিছো বুলি আনন্দ লাভ কৰিছো; কিন্তু সাহিত্যিক হোৱাৰ মানসে নহয়। সেইখিনি দুঃসাহসো আমাৰ নাই, চিন্তাও নাই। মাত্র এৰা বাটত হেৰাই যাব খোজা কবিতাখিনিকে বুটলি আনি অসমীয়া ভাষা-সাহিত্যৰ বেদীলৈ স্বৰ্গগত কবিজনাৰ আৰু এপাহি ফুল আগবঢোৱা হৈছে। ইয়াত আমাৰ নিজা কৃতিত্ব একো নাই আৰু কৃতকাৰ্য্যতা লাভ কৰিছো বুলিও গৌৰৱ কৰাৰ থল নাই।

পুথিখনিৰ পাতনি অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি পণ্ডিত শ্ৰীযুত তীৰ্থনাথ শৰ্ম্মা ডাঙৰীয়াই মৰম কৰি লিখি দিয়াত তেখেতলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু শ্ৰদ্ধা জনাইছো। শ্ৰীযুত শৰ্মা ডাঙৰীয়া কলিকতাত থকা কালত কবি দুৱৰাৰ লগত এটা সময়ত একেটা মহলতে আছিল আৰু তেখেতে কবিজনাৰ কবিমনৰ নাড়ী-নক্ষত্ৰৰ সকলো উমান পাইছিল। তেখেতৰ পাতনিখনিয়ে পুথিখনিক সোণত সুৱগা চৰাব বুলিয়েই লিখি দিবলৈ অনুৰোধ জনোৱাত তেখেতেও সাদৰে সন্মতি জ্ঞাপন কৰি অতি কম সময়ৰ ভিতৰতে লিখি দিয়ে।

কিতাপখনিৰ নাম 'মৰমৰ সুৰ' দিয়াও এটি কাৰণ আছে। কবি দুৱৰাদেৱৰ পুৰণা বহীৰ পাতত এতিয়ালৈকে প্ৰকাশ হোৱা তেখেতৰ পুথিবিলাকৰ নামৰ লগতে 'মৰমৰ সুৰ' 'চেনেহৰ সুৰ' এনেকুৱা নাম কেইটামান দেখা পাই মনতে ভাবিলো যে তেখেতে এনে নাম দি আৰু কিতাপ উলিওৱাৰ আশা ৰাখিছিল। সেই ভাবিয়ে তেখেতৰ এই আশাৰ প্ৰতি শ্ৰদ্ধা ৰাখি 'মৰমৰ সুৰ' নামটি দিয়া হ'ল। আৰু এটা কথা— তেখেতৰ পুৰণা বহীত যিবিলাক কবিতা পোৱা হৈছে সেইবিলাকৰ ভালেমান কবিতাৰ শেষত তেখেতে ৰঙা চিএাহীৰে 'Not to be published' বুলি লিখি থোৱা আছে। তথাপি কবিতাবোৰ নষ্ট হয় বুলি আৰু পাঠক সমাজে কবিতাবিলাকৰ মোল বুজি পাব বুলিয়ে প্ৰকাশ কৰা হ'ল। তাৰ বাবে কবিজনাৰ অশৰীৰী আত্মাৰ ওচৰত আমি ক্ষমা বিচাৰিছো।

যিবিলাক আলোচনী আৰু পুথিত কবিতাবিলাক প্ৰকাশ হৈছে সেইবিলাকৰ নাম পৰাপক্ষত উল্লেখ কৰা হৈছে। ইয়াৰ ভিতৰত কোনোবা আলোচনী বা পুথি বাদ পৰি গ'লে আমাক সবিশেষ জনালে ভৱিষ্যতে সিবিলাকৰ নাম প্ৰকাশ কৰাৰ আশা ৰাখিছো। কবিতাবিলাকো যেনে ধৰণে পোৱা হৈছে তেনেকৈয়ে প্ৰকাশ কৰা হৈছে আৰু যথাসম্ভৱ ৰচনাৰ সময় উল্লেখ কৰা হৈছে।

পুথিখনি প্ৰকাশ কৰাৰ ক্ষেত্ৰত আদিৰে পৰাই আমাক দিহা-পৰামৰ্শ আৰু নানা দিশত সহায়-সহযোগিতা কৰা সকলৰ ভিতৰত বিশেষকৈ শ্ৰীযুত (সকল) পদ্মশ্ৰী অতুলচন্দ্ৰ হাজৰিকা, ড° মহেশ্বৰ নেওগ, যতিনাৰায়ণ শৰ্ম্মা, অধ্যক্ষ পৰাগ চলিহা, সত্যৰঞ্জন কলিতা, অধ্যাপক নন্দ তালুকদাৰ, অধ্যাপক যোগেন চেতিয়া, অধ্যাপক সোনাৰাম বৰুৱা, জগত চেতিয়া, মাধৱ ভূঞা আদিৰ নাম উল্লেখযোগ্য আৰু এই সকলৰ ওচৰত

কৃতজ্ঞতা পাশত আমি আবদ্ধ থাকিলো।

কিতাপখনিৰ বেটুপাতৰ ছবিটি যশস্বী শিল্পী শ্ৰীযুত ত্ৰৈলোক্য দত্তই আঁকি দিছে, সেইবাবে তেখেতৰ শলাগ লৈছো। পাণ্ডুলিপি লিখি দি সহায় কৰা শ্ৰীমান ডাঃ অৱনী শৰ্ম্মা, শ্ৰীমতী সন্ধ্যা বৰুৱা (বৰকাকতি) আৰু লক্ষ্মী দত্ত লৈও আমাৰ মৰম আৰু আশীৰ্বাদ থাকিল।

পুথিখনিৰ কবিতাবিলাকে সজাই পৰাই গত লগাই আৰু আৰ্হিকাকত আদি চাই দিছে প্ৰসিদ্ধ গল্পলেখক, সাহিত্যিক, শিৱসাগৰ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক শ্ৰীযুত ইমৰাণ শ্বাহদেৱে। তেখেতলৈও আমাৰ আন্তৰিক কৃতজ্ঞতা জনালো। এইখিনিতে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে শ্ৰীযুত শ্বাহৰ সহযোগত আমি এই পুথিত সন্নিবিষ্ট কবিতাসমূহ ভাব আৰু বিষয়বস্তু অনুক্ৰমে সজাবলৈ যত্ন কৰিছো- ৰসিক পাঠকৰ পঠনত সুবিধা হব বুলি ভাবিয়েই। অৱশ্যে আমাৰ ধাৰণা শুদ্ধ নহবও পাৰে। সুযোগ্য সমালোচকৰ হাতত সিবোৰৰ প্ৰকৃত ব্যাখ্যা হোৱাৰ পিচত কবিতাসমূহৰ পুনৰ্বিন্যাস কৰিব পৰা যাব।

কলিকতাৰ এলম্ প্ৰেছৰ গৰাকী আৰু কৰ্ম্মকৰ্ত্তাসকলে অশেষ কষ্ট কৰি পুথিখনি উলিয়াই দিয়াত তেখেত সকলৰো শলাগ লৈছো। আৰ্হিকাকত আদি চাই চিতি দি থাকোতেও পুথিখনিত দুই এটা ছপাৰ ভুল থাকি যোৱাত আমি দুঃখীত।

সৰ্বশেষত অসম প্ৰকাশন পৰিষদলৈ আৰু ইয়াৰ সচিব শ্ৰীযুত চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱলৈ— যাৰ অৰ্থসাহায্য বিনে এই পুথি উলিয়াব পৰা নহলহেঁতেন তেখেত সকললৈ আমাৰ চিৰকৃতজ্ঞতা প্ৰকাশ কৰিলো।

কবি দুৱৰাদেৱৰ আগৰ কেইখন পুথিৰ দৰে 'মৰমৰ সুৰ'কো মৰম কৰিলে আমাৰ পৰিশ্ৰম সাৰ্থক হৈছে বুলি সন্তোষ লভিম। ইতি—

নিবেদক
শ্ৰীবসন্তলাল দুৱৰা
সম্পাদক

শিৱসাগৰ
মে ১৯৭৬

## পাতনি

স্বৰ্গীয় যতীন্দ্ৰনাথ দুৱৰাৰ কবিকৰ্ম্ম নিছিগা ধাৰৰ বোৱতী সুঁতি নাছিল। ফল্গু ধাৰাৰ নিচিনাকৈ তলে তলে বৈ থাকিলেও ই কেতিয়াবা ওপৰৰ বালিচৰত লুকাই যায়, আকৌ কোনোবা খিনিত ভুমুকি মাৰেগৈ। তেখেতৰ কাব্য জীৱনত মাজে মাজে কাব্য প্ৰয়াসহীন শুকান দিন আহিছিল। মাজে মাজে ৰহস্য উপন্যাস পঢ়িয়ে কাল কটাইছিল। দুৱৰাৰ ভিতৰৰ কবিজনে এইদৰে কেতিয়াবা দৰক লৈছিল। এই কথা তেওঁৰ সান্নিধ্যলৈ অহা দুই চাৰিজনেহে লক্ষ্য কৰিছিল, আনে নাজানিছিল। মাজে মাজে দৰক মৰাৰ কাৰণ বিবিধ ধৰণৰ আছিল। কেতিয়াবা একোটা কাল্পনিক অসুস্থতা, কেতিয়াবা সঁচাসচি অসুস্থতা, কেতিয়াবা কাৰোবাৰ কিবা কথাত ঠেহ লাগিও নিলিখা হৈছিল। এবাৰ তেখেতে 'ডাংবৰলাৰ কেচুৱা দৰ্শন' নামৰ চুটি গল্প এটা লিখিছিল আৰু চুটি গল্পটো 'আৱাহন' কাকতৰ কোনোবা এটা সংখ্যাত প্ৰকাশিত হৈছিল। গল্পটোত জেৰম্ কে জেৰমৰ 'Three Men in a Boat' নামৰ হাস্যৰসাত্মক কিতাপৰ এক কথাখণ্ডৰ ছাঁ পৰিছিল। পৰিছিল যদিও সি সম্পূৰ্ণ পৃথক ৰচনা যেনেই হৈ পৰিছিল আৰু অসমীয়া ঘৰুৱা পৰিবেশৰ পৰিচ্ছদেৰে চিনিব নোবাৰা যেনেই হৈছিল। আৱাহনত প্ৰকাশিত হওঁতে 'জেৰম্ কে জেৰমৰ ছাঁ লৈ লিখা' এনে এটা শিতান-টোকা বা পথান-টোকা দিয়াৰ প্ৰয়োজন দুৱৰা ডাঙৰীয়াই অনুভৱ নকৰিলে। কিছুদিন পাছত তিনিদিনীয়া অসমীয়া কাকতবেই নে ক'ত এজন ডেকা হাকিমে কথাষাৰ উনুকিয়াই দুৱৰাৰ প্ৰতি অলপ বিৰূপ মন্তব্য কৰিলে। সেই মন্তব্য বৰ যে কঠোৰ আছিল এনেও নহয়, কিন্তু সেয়ে দুৱৰা কবিক শেল যেনকৈ হানিলে। সেই দিনাই কবিতা লিখিলে 'আজি মই সামৰিলো গান।' তাৰ পাচৰ পৰা সঁচাকৈয়ে কবিতা নিলিখা হ'ল। এনেকৈ কবিতা আৰু নিলিখো বোলা কবিতা আগতেও লিখিছিল— 'কবিতাও বিদায় বিদায়'। আমি দুই এজনে কওঁহে কওঁ যে সাহিত্যিকৰ জীৱনৰ শলাগ আৰু শপনি দুয়োটাই শুনিবলৈ আছে। ওকনিৰ ভয়ত কোনোবাই মূৰ খুৱায় নেকি? তথাপি দুৱৰাৰ মন নটলিল। তেখেতে মোক কৈছিল, 'হেৰা, তীৰ্থ মোক নধৰিবা। মোৰ কবিতাৰ গোলাপ কুৰঁৰী মৰহি গ'ল।' এনেকৈ ভালেমান দিন উকলিল, দুৱৰাৰ লেখনী নিথৰ হৈয়ে থাকিল। এনেতে এজন তৰুণ যুৱক কিবা উপলক্ষ্যে কলিকতালৈ যাওঁতে কবি দুৱৰাৰ সান্নিধ্যলৈ আহিল। এই তৰুণ যুৱকো কবি আৰু মৰম বিলাব জনা স্বভাৱৰ আছিল। তৰুণ-কবিৰ অকপট শ্ৰদ্ধা-সনা মৰম পাই দুৱৰাৰ যেন হঠাতে চমক ভাগিল। শুকাই যোৱা কবিকৰ্ম্মধাৰা আকৌ উহ ফুটি ওলাল। দুৱৰাই সেই তৰুণ কবিক মৰম আৰু আশীৰ্বাদ

জনাবলৈ ধৰিলে কবিতাৰে– এটা কবিতাৰ শেহৰ ফালে লিখিছিল,–

তুমি মোৰ অকাল অতিথি
অকালত তুলিলা জোৱাৰ।
জয় পৰা জীৱনকো কৰি সুমহান
তুমি মোৰ ঈশ্বৰৰ দান।।

এইদৰে নীৰৱ হৈ থকা কবিয়ে আকৌ লেখনী হাতত ললে। ৰহস্য উপন্যাসবোৰ একাষৰীয়া হৈ পৰি থাকিল। এনেকৈ কবিৰ মানভঙ্গ হয়। তেখেতৰ কবি জীৱনৰ খৰাং বতৰ একোটা আহে। আগতে কোৱা তৰুণ-কবিজনৰ নিচিনাকৈ দুই এজন দুৱৰাৰ কাষ চাপে, তেখেতৰ কবিতাৰ মোহত পৰিয়ে পোনতে কাষ চাপে। পাছতহে আপোনভোলা কোমলমতি পুৰুষজনৰ প্ৰতিয়ে আকৃষ্ট হয়। অলপ মৰম শ্ৰদ্ধা পাই দুৱৰাৰ জীৱন যেন বৰ্ষামুখৰ হৈ উঠে। আচলতে কবি দুৱৰা আছিল মৰম আকলুৱা মানুহ। অলপমান মৰমে তেখেতৰ হৃদয়লৈ অতীতক নমাই আনে। অতীতৰ হেৰোৱা সুৰত আকৌ গুণগুণনি উঠে। এনে ধৰণে জোৱাৰ উঠা কবি-কৰ্ম্মৰ কিছুমান কবিতা বৰ্ত্তমান সংগ্ৰহখনত সন্নিবিষ্ট হৈছে।

এই কবিতা বিলাকৰ কিছুমান তেখেতে নিজেই প্ৰকাশ কৰিবলৈ দিছিল। 'বনফুল'ত তাৰে কিছুমান ওলাই গৈছে। কিছুমান কবিতা এই লিখকক পঢ়ি শুনাইছিল আৰু বৰ মৰমেৰে তাক লুকুৱাই থৈছিল আৰু কৈছিল বোলে সেইবোৰ ছপাৰ কাৰণে নহয়, পাঠকৰ তুষ্টিৰ বাবে নহয়; নিজৰ পুৰণি দিনৰ সোঁৱৰণী চিন। 'একণি আসন' 'সুখ সপোনৰ সখা মোৰ' আদি কেইটামান কবিতা দুৱৰা কবিৰ গোপন স্মৃতিৰত্ন আছিল। এনেকুৱা কিছুমান কবিতা তেখেতৰ বহীত আছিল। তাৰ পাছত তেখেতৰ সন্নিধ্যলৈ আহি আকৌ কবিতাৰ জোঁৱাৰ তুলিবলৈ সক্ষম হোৱা তৰুণ বন্ধু কেইজনৰ উপহাৰ দিয়া কবিতা বহুত আছিল। তাৰো সংখ্যা নিচেই কম নহয়। তাৰ ভিতৰত শ্ৰীযতিনাৰায়ণ শৰ্ম্মালৈ দিয়া কবিতাখিনি সংগ্ৰাহকে উদ্ধাৰ কৰিলে। বাকী কিজনে শৰ্ম্মাৰ দৰে ইমান আটম টোকাৰিকৈ কবিতা বিলাক হয়তো নাৰাখিলে। বহুত কবিতা বৰ্ত্তমানে বন্ধ হৈ যোৱা আৰু বহুত দিন আগতে প্ৰকাশিত হোৱা সাময়িক কাকতত ওলাইছিল, এতিয়া এই এটাইবিলাক কবিতা সামৰি সুতৰি আনি কবি দুৱৰাই সংগ্ৰহ কৰি গ্ৰন্থাকাৰে দিয়াত অসমীয়া সাহিত্য সমাজ তেওঁৰ ওচৰত পৰিশোধৰ অসাধ্য ঋণত আবদ্ধ হ'ল। শ্ৰীমান বসন্তলালৰ বাহিৰে এই কাম নিয়াৰিকৈ সম্পন্ন কৰাৰ সুযোগ সুবিধা আৰু যোগ্যতা আন কাৰো নাছিল।

দুৱৰা কবিতাৰ এই অন্তিম সংগ্ৰহখনৰ নাম দিয়া হৈছে 'মৰমৰ সুৰ'। 'মৰমৰ সুৰ' নামটো দুটাফালৰ পৰাই সাৰ্থক হৈছে। ইয়াৰ কেইটামান কবিতা তেখেতৰ বৰ

মৰমৰ আৰু গুপুত ধন আছিল এই কথা আগতে কোৱা হৈছে। শ্ৰীমান বসন্তলাল দুৱৰাই বহুত পৰিশ্ৰম কৰি অ'ৰ ত'ৰপৰা কবিতাবিলাক বুটলি ননাহেঁতেন বা পুৰণি ধোৱাঁকলীয়া বহীৰ পৰা উদ্ধাৰ নকৰাহেঁতেন এই সুন্দৰী কবিতাখিনি কিজানি হেৰাই গলহেঁতেন। সেই ফালৰ পৰা চালে এই গ্ৰন্থ দুৱৰাৰ হেৰাব খোজা মৰমৰ কবিতা বা সুৰৰ সংগ্ৰহ আৰু সেই কাৰণে মৰমৰ সুৰ। হেৰোৱা সপোন হেৰোৱা কুঁৱৰী, হেৰোৱা সুৰ আদি ভঙ্গিতা বিলাক দুৱৰাৰ বৰ প্ৰিয় আছিল। এতিয়া তেখেতৰ কবিতাৰ এই শেষৰ সংগ্ৰহ খনৰ নাম হেৰোৱা সুৰ হোৱাহেঁতেন জীৱিত থকা হলে তেখেতে নিজেও কিজানি সমৰ্থন কৰিলেহেঁতেন।

প্ৰকৃতপক্ষে দুৱৰাৰ সৰহভাগ কবিতাই হেৰোৱা সুৰৰ সোঁৱৰণৰ ঝঙ্কাৰ। তেখেতৰ জীৱনৰ কোনোবা এটা মুহূৰ্ত্তত– "কোন আহি কেনি গ'ল"। আকাশে সেইখিনিতে এটি হেঙুলীয়া বোঁল সানি থলে। সেই শুৱলা সপোন তেখেতৰ জীৱনৰ লগৰীয়া হ'ল। সেয়ে যেনিবা তেখেতৰ কাব্য সাধনাৰ কুণ্ডলিনী জাগৰণ। সেইদিনাৰ যৌৱনৰ প্ৰণয়ৰ অৰুণোদয়ৰ হেঙুলী আভাই ওৰে জীৱনকে ৰঙীন কৰি থলে আৰু তাৰ ফলতে বা প্ৰভাৱতে দুৱৰাৰ জীৱনত হৰ্ষ বিষাদৰ লীলাখেলা চলি থাকিল। অতীতৰ হেৰাই যোৱা আহ্লাদিনী স্মৃতি এটাই নতুন নতুন সুৰেৰে তেখেতৰ মনোবীণাত বৈ বৈ ঝঙ্কাৰ তুলিবলৈ ধৰিলে। এই দৃষ্টিৰে চালে তেখেতৰ জীৱনৰ সৰহ ভাগ কবিতাই হেৰোৱা সুৰৰ ঝঙ্কাৰ। হেৰাই যোৱা চেনেহখিনিকে সামৰি লৈ কবিয়ে জগতকে আপোন কৰাৰ সপোন দেখিছিল। 'শুৱলা সপোন' নামৰ কবিতাটো এই সম্পৰ্কে পঢ়ি চাবলগীয়া। এই কবিতাটি কবি-জীৱনৰ এটি স্বীকাৰোক্তিৰ নিচিনা। কবিয়ে নিজকে সম্বোধন কৰি কৈছে ঃ–

ফুল তুলি ধেমালি কৰোতে
সৰগৰ দেৱ বালিকাই,
এটি ফুল আলফুল কৰি
ৰতাহে আনিলে উৰুৱাই।

...... ...... ....

উৰি উৰি ফুল পাহি আহি
পৰিলেহি তোমাৰ কোলাত।
মুখখনি উজলি উঠিল
হিয়া ভৰা নতুন আশাত।
ফুলপাহি বুকুৰে সাবতি,
নিজৰ ভাৱতে ভোল গৈ,

দেখিছিলা মধুৰ সপোন
সেইদিনা বহি অকলই।।

এইটো এটা যেনিবা কবি-জীৱনৰ মধুৰ সপোনহে। সাৰ পাই উঠি কবিয়ে দেখিলে সেই তটিনীৰ তীৰত তেওঁ অকলশৰীয়া সেই সপোনত পোৱা ফুলপাহেই গোটেই জীৱনৰ সমল হ'ল। কাৰবাৰ পৰা পোৱা চেনেহ ফুল পাহেই জীৱনৰ অচিন পথৰ সমল হ'ল।

সাৰ পাই উঠিলা যেতিয়া
তুমি সেই তটিনী তীৰত
.... .... ....
সৰগৰ ফুল পাহি লই
তুমি ধীৰে গ'লা আগুৱাই
জীৱনৰ অচিন পথত।

কবিয়ে হেৰোৱা জীৱনৰ কাৰণে আক্ষেপ কৰা নাই। সংসাৰ তটিনীৰ পাৰত নিজকে অকলশৰীয়া যেন অনুভৱ কৰি তাৰ বাবে অভিভূত হৈছে সঁচা; কিন্তু এটা কামনা কবিয়ে এৰিব পৰা নাই। কবিয়ে নিজকে সম্বোধন কৰি আকৌ কৈছে ঃ—

পৰে যেন তোমাৰ মনত,
শুনিছিলা যিটি সুৰ
সেইদিনা সৰগৰ নন্দন বনত,
আজি যেন পৰক মনত।।
চেনেহেৰে সকলোকে কৰিবা আপোন।
হোৱা যেন জগতৰ শুৱলা সপোন।।

সেইদিনা যৌৱনৰ নন্দন বনত শুনা সুৰটো মনৰপৰা নেহেৰোৱাকৈ সযতনে ৰাখি থোৱাৰ প্ৰচেষ্টাই দুৱৰাৰ কবিকৰ্ম্মৰ গুৰি কথা। কেতিয়াবা নিৰাশাই মন আগুৰি পেলায়, তেনে স্থলত কোনোবাই যদি অকণমান মৰম দেখুৱায়, সেই পাহৰা দিনৰ সুৰটোৱেই কবিচিত্তত আকৌ ভুমুকি মাৰি তোলপাৰ লগাই দিয়ে। তেতিয়া আকৌ কিছুমান কবিতা বা সুৰ উজাৰি উঠে। এইটোৱেই দুৱৰাৰ কবি-জীৱনৰ খৰালি-বাৰিষাৰ গুপুত ৰহস্য।

দুৱৰাৰ কিছুমান কবিতাত বিদেশী কবিতাৰ ছাঁ আছে। এই বিষয়ে কবিক এদিন সোধোতে কৈছিল,— "মই সৰুতে বঙলা পঢ়িব লগা হৈছিল। অসমীয়া ভাষাৰ দৈন্যৰ কথা সুঁৱৰি বুকুত একুৰা জুই জ্বলা দি জ্বলি আছিল। তেতিয়াৰ পৰাই য'তে কিবা এটা পঢ়ি ভাল লাগিছিল আপোন ভাষাতে তাক ৰূপ দিবলৈ চেষ্টা কৰিছিলো। তাকে কৰোঁতে বিদেশী কবিতাৰ ছাঁ মোৰ কবিতাত পৰিলেই বা, তাত দোষৰ কথা কি হ'ল।

মই কেতিয়াও হুবহু অনুবাদ কৰিবলৈ যত্ন কৰা নাই, ভাবৰ হে ধাৰ কৰিছো। তোমালোকৰ দিনৰ কথা সুকীয়া, এতিয়া বিদেশী কবিতাৰ ওচৰত হাত নপতাকৈও চলিব পৰা হৈছে।" +

দুৱৰাৰ দিনত ইংৰাজী আৰু আন বিদেশী সাহিত্যৰ প্ৰতি আকৰ্ষণ বেছিকৈ আছিল। সেই আকৰ্ষণ আজিও আছে আৰু কোনো কোনো ক্ষেত্ৰত আৰু প্ৰবলকৈহে আছে।'তাৰ পৰা অসমীয়া সাহিত্যৰ হানি হোৱা নাই, ক্ষেত্ৰ বিশেষে সমৃদ্ধিহে বাঢ়িছে।

কবি যতীন্দ্ৰনাথ দুৱৰাৰ অসমীয়া সাহিত্যলৈ অবিস্মৰণীয় দান কি বুলি সুধিলে ঘপৰাই ক'ব পাৰি যে সেই দান হৈছে অসমীয়া কবিতাত সঙ্গীতৰ মাধুৰ্য্য আৰু অসমীয়া ভাষাৰ স্বকীয় কোমলতাৰ আধান। দুৱৰা-পূৰ্ব কবিতাত অবিচ্যুত ভাবে এই সঙ্গীত মাধুৰ্য্য আৰু কোমলতাৰ পৰশ পোৱা নগৈছিল। কোমল কান্ত পদাৱলী ৰচনাত যতীন্দ্ৰনাথ দুৱৰা যেন অসমীয়া কাব্যৰ ইতিহাসত জয়দেৱ। বৰ্ত্তমান সংগ্ৰহত থকা কবিতাবিলাক বিভিন্ন সময়ৰ ৰচনা। এটা কবিতাৰ পৰা আনটো কবিতালৈ কেতিয়াবা কালৰ ব্যৱধান বহুত বেছি। তথাপিও দুৱৰা-সুলভ ৰচনা মাধুৰ্য্য আৰু প্ৰসাদগুণ এটাইবোৰ কবিতাতে পোৱা যায়।

এই সংগ্ৰহৰ কিছুমান কবিতা বিশেষ উপলক্ষ্যে বা কাগজৰ সম্পাদকৰ খেচখেচনিত সাময়িক প্ৰয়োজন সাধিবৰ কাৰণে লিখা। আশীৰ্ব্বাদীয়া বাণী, বেদমন্ত্ৰৰ অনুবাদ, শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আদি কবিতাবোৰো ইয়াত সন্নিবিষ্ট হৈছে। সংগ্ৰাহকে ইয়াকে কৰি ভালেই কৰিছে। যিমান দূৰ বুজা গৈছে ইয়াৰ পাছত দুৱৰাৰ কবিতাৰ নতুন সংগ্ৰহ ওলোৱাৰ আশা নাই, গতিকে সকলো প্ৰকাৰৰ কবিতাকে থূপতে পোৱাকৈ গোটাই থোৱাবাৰ ভাল কথাই হৈছে।

দুৱৰাৰ উৎকৃষ্ট কবিতাৰাজিৰ এখন বাছনি ওলালে ভাল। বিভিন্ন চিন্তাধাৰাৰ সাহিত্যিক সকলৰ বাছনিত পৰা সৰ্বশ্ৰেষ্ঠ কবিতা সমূহ একেলগে থূপ খুৱাই সম্পাদনা কৰি প্ৰকাশ কৰাৰ ভাৰ যদি বসন্তলাল দুৱৰাই লয় অসমীয়া সাহিত্য সমাজে তেওঁক ধন্য ধন্য বুলিব।

ভৰলুমুখ, গুৱাহাটী - ৯ ইতি

আহিন পূৰ্ণিমা ১৮৯৬ শক। শ্ৰীতীৰ্থনাথ শৰ্ম্মা

---

\+ লিখকৰ পুৰণি টোকাৰ পৰা তুলি দিয়া হ'ল।

# উছাহৰ নৱ জাগৰণ

দিয়ক ঈশ্বৰে যেন নতুন জীৱন,
উছাহৰ নৱ জাগৰণ।
নতুন বাটত আজি নতুন পোহৰ নামি,
আশাৰ কিৰণ কণা কৰে বিকীৰণ,
আঁতৰক অন্ধ আবৰণ,
উছাহৰ নৱ জাগৰণ।।

দিয়ক ঈশ্বৰে মোক দুখৰ জীৱন,
হব সেয়ে শিৰৰ ভূষণ।
বাৰিষা মেঘৰ দৰে ভীষণ ধুমুহা লই,
দুখৰ মাজতে হব সুখ দৰশন,
চিক্‌মিক্ বিজুলী কিৰণ
দুখ মোৰ শিৰৰ ভূষণ।।

দিয়ক ঈশ্বৰে যেন প্ৰেমৰ জীৱন,
শৰতৰ পূৰ্ণিমা কিৰণ।
শান্তিৰ কৰুণা ধাৰা তৃষিত প্ৰাণত নামি
দিয়ে যেন প্ৰেম পৰশন
হক তেনে প্ৰেমৰ জীৱন
শৰতৰ পূৰ্ণিমা কিৰণ।।

দিয়ক ঈশ্বৰে যেন ভক্তিৰ জীৱন
কৰা প্ৰভু কৃপা বৰিষণ।
ক্ষন্তেকীয়া জীৱনৰ সুখ দুখ অৱহেলি
তোমাতেই হওক যেন আত্ম সমৰ্পণ
তোমাৰেই দান ই জীৱন
কৰা প্ৰভু কৃপা বৰিষণ
দিয়া যেন নতুন জীৱন
আঁতৰক মোহ আৱৰণ
উছাহৰ নৱ জাগৰণ।। ✡ ✡

# একণি আসন

মোৰ এই অন্তৰৰ গানৰ সুৰত
কঁপে যদি তোমাৰ পৰাণ।
চোৱা যদি এটিবাৰো চেনেহী চাৱনে
সেয়ে মোৰ হব প্ৰতিদান।।

নোসোধো তোমাক একো নকৰো আমনি
কৰিবৰো অধিকাৰ নাই।
এয়ে ভাল দুয়োটিৰে আধা জনা শুনা
দূৰতেই মৰম বিলাই।।

দূৰতেই চেনেহৰ ছয়াময়া ছবি
অন্তৰত জিলিকি পৰক।
নিৰাশাৰ দিঠকক সুখৰ সপোনে
অজানিতে আবৰি ধৰক।।

চেনেহেৰে দিয়া মালা আপোনজনৰ
নিবিচাৰো দিয়া মোক বুলি।
সবাৰে শেহত মাথো দিয়া যেন এটি
বতাহত সৰা পাহি তুলি।।
অফুট সুৰেৰে বয় পাহৰণি নই
কত ঢউ উঠি মাৰ যায়।
ময়ো এটি সৰু ঢউ উঠি মাৰ গলে
কাৰো তাত কোনো হানি নাই।।

চেনেহৰ চাৱনি এটি আপুনি বিচাৰি
ভয়ে ভয়ে গলে কাষলই।

তোমাৰ সভাত উঠা উছাহৰ সোঁতে
নিয়ে মোক ঠেলি দূৰলই।।

চেনেহৰ ফুলনিলে আহে নিতে নিতে
উলাহৰ নতুন জাননী।
কোনেনো শুনিব কোৰাঁ জীৱন পুৰাত
সন্ধিয়াৰ পূৰবী ৰাগিণী।।

মাগিছোঁ তোমাক মাথোঁ নিতে আগুৱাই
নতুনক কৰোতে বৰণ।
সকলোৰে শেহতেই মোৰ কাৰণেও
থোৱা যেন একণি আসন।।

২৬।১।৪৪



# লুইত পাৰৰ নাৱৰীয়া—(গান)

লুইতৰ পাৰৰ বালি সোণোৱালী
হাততে এমুঠি লই
জীৱনৰ নাৱতে পাৰি দি উটি যা
ক'তো ন'ৰবি অই
অ' নাৱৰীয়া কাকো নাচাবি ৰ'ই
পছিমৰ পচোৱা বলিব বেগেৰে
নকৰি অকণো ভয়।
চেনেহৰ সুৰতে গুৰি বঠা ধৰি
যাবি উটি অকলই
অ' নাৱৰীয়া কাকো নাচাবি ৰ'ই

দূৰতে দেখিবি দ'লৰে কলচী
ভিতৰত হোমৰে জুই

দুখৰে কালিমা উজ্বলি উঠিব
নিব সকলোটি ধুই
ক'তো নৰবি অই
উটি যা অকলে অ' নাৱৰীয়া
কাকো নাচাবি ৰ'ই।
✡ ✡
(কানৈ কলেজ আলোচনী, ৮ম সংখ্যা, ১৯৫৪ চন)

## শূন্য তান

কোনে তোৰ ভাঙি দিলে,
সোণালী সপোন।
হৰি নিলে কাঢ়ি নিলে
প্ৰেমৰ দাপোণ।।
পুৰাৰ সুৰত বিহগীয়ে
গালে মধুৰ গান।
পৰাণত তোৰ উঠিল বাজি,
দূৰ অতীতৰ তান।।
ভাবিছিলি চেনেহৰ তোৰ
পাবি প্ৰতিদান।
মিছাই পুৰাৰ গান
অ' বিৰহী শূন্য মাথো তান।।
এৰিদে তোৰ সুৰৰ খেলা
এৰিদে তোৰ মায়াৰ মেলা

মিছাযে তোৰ ছাঁয়াবাজী
প্ৰেমৰ সপোন।
কোনো তোৰ যে জীৱনতো
নহলে আপোন।।

অ' বিৰহী ভাঙি দে তোৰ
চেনেহী দাপোণ। ✡ ✡

# আকাশী বুলবুল

(১)

গোঁৱা গান আকাশী বুলবুল
আকাশত তৰুণ তপন
মৰতত অৰুণ বৰণ
আনন্দত প্ৰকৃতি উতলা
আবেগত তটিনী আকুলা
সমীৰণে সজীৱ বাতৰি
বই বই বিলায় আদৰি
ধৰা সেই সুমধুৰ সুৰ
গোৱা গান আকাশী বুলবুল।

(২)

গোঁৱা গান আকাশী বুলবুল
সোণালী বৰণ গাত সানি
সঙ্গীত নিজৰা ঢালা আনি
তালে তালে বতাহ কোলাত
ভাঁহি উঠে গীত উলাহত
মৰত বিয়পি লাহে লাহে
প্ৰাণৰ মাজত সুৰে হাঁহে
উলাহত প্ৰাণ ভৰপুৰ
গোঁৱা গান আকাশী বুলবুল।

(৩)

গোঁৱা গান আকাশী বুলবুল
আজি এই সুখ কিৰণত
জগতে হাঁহিছে হৰষত
ফুলে ফুলে সুখৰ ছবিটি

মলয়াই ধৰিছে সাবটি
আজি এই মুক্ত জগতত
কোনে থাকে বন্ধন মাজত?
মুক্ত কণ্ঠে ধৰা তেনে সুৰ
গোঁৱা গান আকাশী বুলবুল।

(৪)

গোঁৱা গান আকাশী বুলবুল
ইচ্ছা হয় তোমাৰ লগত
মন মেলি উৰো আকাশত
ফুৰো মই পৰ্বত প্ৰান্তৰে
হাবি বন কানন কান্তাৰে
বীণ খনি লই ঘৰে ঘৰে
নিতে নিতে বজাওঁ ই সুৰ;
গোঁৱা গান আকাশী বুলবুল।

(৫)

গোঁৱা গান আকাশী বুলবুল
জানা মই জীব মৰতৰ
নাই মোৰ শক্তি উৰিবৰ
চোঁৱা আজি জগত মুকলি
মাথো মই মৰিছো সমূলি
বন্ধা আছো শত বান্ধোনেৰে
মনে গঢ়া নিজ শিকলিৰে
সিকাৰণে মন বিয়াকুল
গোঁৱা গান আকাশী বুলবুল।

(৬)

গোঁৱা গান আকাশী বুলবুল
কাণ পাতি শুনো অই গান
শাঁত হক তাপিত পৰাণ

আঁতৰক দুখৰ ভাগৰ
শান্তি হীন অথিৰ প্ৰাণৰ
চাঁও মই চকু জুৰি মেলি
পছিমৰ হেঙুলীয়া বেলি
ধীৰে লয় গান বিষাদৰ
ধীৰে অৱসান জীৱনৰ
যাতনাৰ পৰে যেন ওৰ
বন্ধনতে মুক্তি হক মোৰ
হৃদয়ত বাজি উঠে সুৰ;
গোঁৱা গান আকাশী বুলবুল।



## বাখৰ

সংসাৰ চক্ৰত পৰি টোকে চকুপানী
নবীন পথিকে দেহি বাট হেৰুৱাই;
'বাখৰ' জেউতিয়ে তৰাটিৰ দৰে
জীৱনৰ বাট যেন দিয়ে পোহৰাই।
আন্ধাৰত দেখি সেই পোহৰৰ ৰেখা
আশাৰ পুলিটি যেন উঠে ঠন ধৰি;
বাজক নতুন সুৰে সুখৰ সঙ্গীত
উঠক প্ৰাণত পুনু আনন্দ লহৰী।
ফুলেৰেই ভৰে যেন হৃদয় ফুলনি
সুবিমল শান্তিময় সুখ কিৰণত;
সমাপি জীৱন-ব্ৰত হাঁহি মুখে সৱে
লভোঁ যেন শেষ শান্তি ঈশ-চৰণত।



## মৰম ফুলনি

আজি এই হৃদয়ৰ মৰম ফুলনি
তোমাৰ পোহৰ পৰি জিলিকি পৰিছে
আধা ফুটা ফুলকলি সমীৰণ সানি,
চুমা খাই হালিছে জালিছে।

সাদৰে আদৰোঁ সখা অতি হেঁপাহেৰে
আজি এই হৃদয়ৰ নিভৃত কুঞ্জত
গুপুততে মোকোলাওঁ চেনেহ সঁফুৰা
সুন্দৰ সময় এই নিস্তব্ধ জগত।

জন-প্ৰাণী গতিহীন নিৰজন ঠাই
সংসাৰৰ কোলাহল নপশে ইয়াত
মলয় সমীৰ বয় নীৰৱে নীৰৱে
নীৰৱে জোনৰ হাঁহি পৰেহি ধৰাত।

জগতৰ কলৰৱ আওকাণ কৰি
ক্ষন্তেক ইয়াতে বহি লভিছোঁ জিৰণি
এনেতে তোমাৰ ছবি চকুৰ আগত
ধন্য হল আজি মোৰ মৰম ফুলনি।
সমুখত বই যোৱা তটিনী বুকুত
ওপৰত সীমাহীন অনন্ত আকাশ
তাৰ মাজে উটি যায় জীৱন তৰণী
উৰি আহে দুটি এটি গভীৰ নিশ্বাস।

ব'লা দুয়ো নাও মেলি যাওঁ উলাহেৰে
বুকু ভৰা আশা লই অনন্ত মাজত
জীৱন পবিত্ৰ কৰি শুভ মুহূৰ্ত্তত
চেনেহ অমিয়া ধাৰা ঢালো জগতত।

প্ৰেমৰ কিৰণ কণা বিয়পি পৰিলে
দুখৰ কালিমা ৰেখা পোহৰে ঢাকিব
জিলিকি পৰিব মোৰ মৰম ফুলনি
আঁতৰি বিষাদ সুৰ হাঁহি বিৰিঙিব।

আঁহা তেন্তে বন্ধু মোৰ নবীন উছাহে
অলীক সপোন এৰা অতীত ভাৱনা
জগত জগাওঁ গই নতুন প্ৰাণেৰে
জীৱনৰ পূণ্য ব্ৰত সফল কামনা।

✡ ✡

## প্ৰাৰ্থনা

জীৱনৰ চাৰিকাষে
অকলে আপুনি ঘূৰি
জীৱনৰ নেপালো সন্ধান।
সৰগৰ পোহৰেৰে
দশোদিশ পোহৰাই
সৰগীৰ সুৰৰ সতে
নামা ভগৱান
নমো ভগৱান।।

✡ ✡

## পুৱা

আজি এই শৰতৰ পুৱা সময়ত
দিলা যি বাতৰি প্ৰভু সমীৰণ মুখে
স্থিৰ নেত্ৰে, মুগ্ধ চিত্তে শুনিলে যেতিয়া
উঠিল চমকি বিশ্ব, সুমধুৰ তান
বাজিল বীণত প্ৰতিধ্বনি সুললিত
দশোদিশে তাৰ পৱন কোলাত উঠি
বিয়পি পৰিল বিশাল পৃথিবী মাজে

লভিলে চেতনা পুনু নিদ্ৰিত জগতে
মোহ নিদ্ৰা পৰিত্যজি সূৰুয কিৰণে
আলোকিত কৰি ধৰাতল দিলে পাতি
আনন্দ উৎসৱ কেনে মৰত ভূমিত
উলাহতে প্ৰকৃতি বিভোল উলাহতে
অধমৰ ক্ষুদ্ৰ কণ্ঠে গালে আচম্বিতে
নোৱাৰো বুজিব প্ৰভু, ধন্য তব লীলা।

✡ ✡

## নিবেদন

(১)

(মোৰ) এখনি ফুলনি এপাহি কুসুম
উলাহেৰে তাত ফুলিছে,
বতাহৰ সতে উমলি জামলি
ৰঙতে হালিছে জালিছে।
কতদিন দেহি কত আশা কৰি
ফুলোঁ ফুলোঁ বুলি ফুলিব নোৱাৰি,
আজি হৰষত, জগত মাজত
গোন্ধৰ সঁফুৰা মেলিছে,
হৃদি-ফুলনিত ফুল পাহি মোৰ
হাঁহি হাঁহি আজি ফুলিছে।

(২)

সেই ফুলপাহি তোমাৰ কাৰণে
যতনেৰে আজি ধৰিলো,
তোমাৰ পূজাত দিবলই নাথ
হেঁপাহেৰে আগবঢ়ালো।
ধূপ ধুনা মোৰ একোৰেই নাই,
শূন্য পৰাণে কৰে হায় হায়।

চকুলো দুধাৰি পৰিছে বাগৰি
তাৰেই চৰণ ধুৱালোঁ
হৃদয়ৰ দান লোৱা হে দেৱতা!
বৰ হেঁপাহেৰে আনিলোঁ।

(৩)

এখনি বীণত এডালি তাঁৰত
একেটি সুৰকে বাজিছে,
বীণৰ সুৰত হে মোৰ দেৱতা!
তোমাৰ সঙ্গীত উঠিছে।
আশা-নিৰাশাৰ করুণ কাহিনী,
শুনি নিতে নিতে লাগিছে আমনি,
দিয়া দেৱ বল, ভকতি সমল
অভাগা সেৱকে মাগিছে,
জীৱনৰ বীণ লই আজি নাথ!
চৰণ তলত বহিছে।

(৪)

অসীম মুকলি আকাশ তলত
কৰিলোঁ সঙ্গীত ৰচনা,
নিৰলে নীৰৱে হৃদি-মন্দিৰত
কৰিলোঁ তোমাক থাপনা।
প্ৰকৃতি বুকুত তোমাৰ হাঁহিটি,
দেখোঁ দশোদিশে তোমাৰ ছবিটি,
ই বিশ্ব মাজত, তোমাৰ হোমত
সপিলো সকলো কামনা,
তোমাকেই যেন সকলোতে পাওঁ
এয়ে মাথো মোৰ বাসনা।

(৫)

বাটৰুৱা মই ওলালোঁ পুৱাতে
আহিছো উভতি ভাগৰি,
যাওঁতে বাটত ধৰিছিলো কত
আকাশ কুসুম সাদৰি।

নতুন কিৰণে জিলিকালে কত,
সৌন্দৰ্য্যৰ ৰাশি আশা শত শত,
ছবি ধৰি ধৰি, পাছে পাছে লৰি
গলোঁ মোৰ বাট পাহৰি,
নামিল আন্ধাৰ, ছবি মোৰ প্ৰভু!
লুকাল কেনিবা আঁতৰি।

(৬)

খেলা অৱসান হ'ল এবে নাথ!
সন্ধিয়াই দিলে জাননী,
পৰিছে কাণত মহাসাগৰৰ
মধুৰ মঙ্গল ৰাগিণী।
বাজে অন্তৰত বিদায়ৰ গীতি,
নামিছে নীৰৱে সৰগ-জেউতি,
এই পোহৰতে, তোমাৰ ঘাটতে
বান্ধিলোঁ জীৱন-তৰণী,
নিবেদন প্ৰভু! তযু চৰণতে
লভোঁ যেন শেষ জুৰণি।

✡ ✡

(বাঁহী)

## বৰাগী (১)

কেনিনো আহিছে বলিয়া বৰাগী
সুৰৰ সুৰতে বলিয়া হই
কিনো ভেশ ধৰি আপোন পাহৰি
কিনো গান গাই অকলে অই।

বীণখনি লই পুৱা কি গধূলি
ফুৰে গান গাই আপোন ভাৱতে

বীণৰ জোকাৰে গানৰ সুৰেৰে
নিজেই নিজকে আবৰি থয়।

সোঁধো সোঁধো বুলি নোৱাৰো সুধিব
মাতোঁ মাতোঁ বুলি নোৱাৰো মাতিব
দেখা পালে মোৰ লাজে ভেটি ধৰে
মনৰ কথাটি মনতে ৰয়।

ফুৰোঁ লগে লগে গানতে তোমাৰ
জীৱনে মৰণে তুমি আপোনাৰ
তুমি মনে মনে সজাগে সপোনে
উমলিছা মোৰ পৰাণ লই।

✡ ✡

## পূজাৰ বাতি হেৰুৱালোঁ (গান)

আন্ধাৰ ৰাতি শূন্য পথত বাতি হেৰুৱালোঁ
হিয়াৰ মাজৰ প্ৰাণৰ প্ৰদীপ পূৰ্ণ প্ৰাণে নজগালো
ঘৰে ঘৰে বন্ধ দুৱাৰ
শূন্য আলো অন্ধ আশাৰ
নিজৰ ভুলৰ পুণ্য কিৰণ নিজেই আজি আঁতৰালো
শতেক ভক্তে ধুপধুনা লই
আকুল অন্তৰে মন্দিৰত গই
সোণৰ বেদীত দেৱ চৰণত প্ৰাণৰ অৰ্ঘ্য যাচিছে অই,
মাথোঁ অকলই বহি বাহিৰত শূন্য প্ৰাণক কুন্দুৱালো।
সৰগী শীতল মধু পোহৰত
প্ৰাণৰ বেহানি নেবেহালোঁ
পূজাৰ বাতি হেৰুৱালোঁ।

✡ ✡

(যুগৰ পথত— ১ম বছৰ ১ম সংখ্যা, ১৮৭৩ শক)

## জাগৰণ

(১)

পুৱাৰ সুৰুযে হিয়াৰ দুৱাৰ
কৰিলে মুকলি ধীৰেৰে
নিশাৰ আন্ধাৰ কেনিবা লুকাল
নাচিছে জগতে ৰঙেৰে।
গছ-লতা পাতে তিৰ্ বিৰ্ কৰি
নাচি বতাহত ঠেও ধৰি ধৰি
নতুন আশাৰে, নতুন ভাষাৰে
নতুন যুগক আদৰে
আজি সকলোৱে কেনে উলাহত
সাজিছে নতুন সাজেৰে।।

(২)

জগতৰ খেলা জগতত থই
দুখুনী জননী অকলে
আছিল একাষে বিষাদিনী বেশে
ভগা পঁজাটিত নিৰলে।
নেগায় চৰায়ে তাৰ ওচৰত
নুফুলেও ফুল জুপুৰী কাষত
দিঠকে সপোন হাঁয় কোনোদিনে
সুৰুয কিৰণে নেখেলে
সকলোৱে এৰা সেই চুকটিত
শীতল সমীৰো নবলে।।

(৩)

(আজি) আশাৰ কিৰণে ভগা দুৱাৰেদি
চোৱাহি ভুমুকি মাৰিছে

অতীতৰ শোক এৰি জননীয়ে
ৰঙেৰে চকুলো মচিছে।
কেনিবাদি যেন গছৰ ডালত
শুনিছো চৰায়ে মাতে হৰষত
আজিহে সমীৰে বলিছে ধীৰেৰে
দুটি এটি ফুলো ফুলিছে।
উলাহতে আজি দুখুনীৰ হিয়া
ৰঙেৰে উপচি পৰিছে।।

(৪)

মাতৃ-মন্দিৰত আৱাহন শুনি
দলে দলে সবে মিলিছোঁ
এডালি ডোলেৰে বান্ধ খাবলই
অৱনত শিৰে আহিছোঁ।
অতদিনে সধা হৃদয় ৰাগিণী
গভীৰ সুৰেৰে বাজিছে আপুনি
চৰণ তলত ভক্তি আবেগত
দিবলই আজি আনিছো।
লোৱাহে জননী প্ৰাণৰ বলিটি
বৰ হেঁপাহেৰে আহিছো।।

(৫)

পূজা সাং কৰি বেলপাত লই
আহিছে আমাৰ পূজাৰী
দুখ ৰাতি হ'ল অৱসান বুলি
দিছেহি নতুন বাতৰি।
শোক-দুখ যত কাতি কৰি থই
ব'লা আগুবাও নাই একো ভয়
নতুন পুৰাৰ নতুন পোহৰ
আনোগই আহা আদৰি।
কতদিন আৰু আন্ধাৰত পৰি
থাকিবা আপোন পাহৰি?

(৬)

জীৱন বাটত সৰগৰ পৰা
পৰিছে বিমল জ্যোতি
ৰিণিকি ৰিণিকি ভৱিষ্য কোলাত
জিলিকে সুখৰ ছবিটি।
এই পোহৰতে বাট বুলি গই
হিংসা-দ্বেষ ভাব দূৰ কৰি থই
মুকলি মনেৰে, মুকলি প্ৰাণেৰে
গোৱা মিলনৰ গীতটি
জীৱনৰ আজি ই শুভ ক্ষণত
ধৰা সকলোকে সাবটি।।

✡ ✡

## জয়মতী

কত যুগ যুগান্তৰ ধৰি
অতীতৰ বুকু ভেদ কৰি
কৰুণ কবিতা এটি
বই যায় ধীৰে ধীৰে বিষাদ লহৰী
তোলাই হিয়াত পুনু
পাহৰা গৌৰৱ স্মৃতি
—অসমৰ সতী জয়মতী
কৰুণ কবিতা এটি
বই যায় কত যুগ যুগান্তৰ ধৰি।।

সন্ধিয়াৰ নিজম পৰত
জগতৰ নিজান চুকত
এছাটি বতাহ বলি
জয়সাগৰৰ পানী তুলি খলকনি
হুমুনিয়া এটি যেন ওপৰত উঠি

কৈ যায় শূন্যে শূন্যৰ বুকুত
—কোৱা নাই কোৱা নাই স্বামীৰ বাতৰি।
কৈ যায় শূন্যে শূন্যে উৰি
এছাটি বতাহ বলি
সন্ধিয়াৰ নিমজ্জ পৰ্বত
জগতৰ নিজান চুকত।

কোনে ক'লে কোৱা নাই বুলি?
সঁচা তুমি কোৱা নাই দুই বাহু তুলি
কিন্তু! জগতে মানিলে সেই কথা
হৃদয়ৰ সাঁচতীয়া বেথা
অন্তৰৰ গুপুত বাসনা
তোমাৰ স্বামীৰ চিৰ কল্যাণ কামনা
ফুলা ফুলটিৰ দৰে পাহি মেলি মেলি
নিজৰ ভাৱতে হ'লা নিজেই মুকলি
স্বামীৰ বাতৰি—
সঁচা তুমি কোৱা নাই দুই বাহু তুলি।

স্বামীৰ মঙ্গল হেতু জীৱন পণ
মৰণক কৰিলা বৰণ
তুচ্ছ কৰি যমৰ যাতনা
তুচ্ছ কৰি অশেষ লাঞ্ছনা
সুখৰ দুখৰ সীমা
হেলাৰঙে পাৰ হই
জীৱনৰ পূণ্য ব্ৰত কৰি সমাপন
হাঁহি মুখে মাগিলা মৰণ
তিয়াগিলা নশ্বৰ জীৱন
স্বামীৰ মঙ্গল হেতু
মৰণক কৰিলা বৰণ।

আজি হ'ল কতদিন
অসমৰ গৌৰৱৰ চিন

আহোমৰ ৰাজপাট বিষয় বিভৱ
কালৰ কোলাত হল লীন
মহাৰজা ৰুদ্ৰসিংহ আৰু গদাধৰ
আৰু যত অসমৰ সম্পদ কালৰ
যাৰ কাৰণেই
ছাঁৰ পুতলাৰ দৰেই
উচৰ্গিলা নিজৰ জীৱন
অকাতৰে আত্ম সমৰ্পণ
আছেনেকি কিবা তাৰ চিন
কালৰ চাকত ঘূৰি কেনিবা উফৰি পৰি
হ'ল আজি অনন্তত লীন
আহোমৰ গৌৰৱৰ দিন।

মাথো তোমাৰ পবিত্ৰ স্মৃতি
অতীতৰ শ্মশানত জিলিকিছে অতি
আজি এই আন্ধাৰত
তৰাটিৰ দৰে কয় যেন বাট দেখুৱাই
যোৱা আগুৱাই
ভয় নাই ভয় নাই
যি দেশত জনমিলে সতী জয়মতী
সেই দেশ জগত মাজত
নোৱাৰে পৰিব পিছ
উন্নতিক ধৰিব সাবটি
জগতৰ জাতীয় যজ্ঞত
সমান আসন লই
ৰংমনে জীৱনৰ দিব পূৰ্ণাহুতি।
হাঁহি মুখে মাগিব মৰণ
তিয়াগিব নশ্বৰ জীৱন
প্ৰতিধ্বনি উঠি কব
শূন্যে শূন্যে উৰি
কোৱা নাই কোৱা নাই স্বামীৰ বাতৰি।



(আবাহন)

# আৰতি (১)

কোন সৰগৰ জেউতি নামিছে
উজলি পৰিল ধৰা?
কোন কাননৰ কুসুম ৰাশিৰ
গোন্ধে মন প্ৰাণ হৰা?
কেনিনো আহিছে মলয়াত ভাহি
মিলন মধুৰ সুৰ,
হৃদয় তলিৰ ভাৱৰ যমুনা
কিয় আজি ভৰপূৰ?
হেঙুলি ৰহণে কিয়নো অৰুণে
সিঁচিলে মুকুতা-মণি?
সজালে যতনে প্ৰকৃতি ৰাণীৰ
ৰিহাৰ আচঁলি খনি?
উপচি পৰিছে আনন্দৰ ৰাশি
নাই প্ৰকাশৰ ভাষা;
নতুন বাতৰি কোনে আনি দিয়ে
প্ৰাণত নতুন আশা।
বতাহৰ সতে তটিনী বুকুত
পুৱা সূৰুষৰ খেলা,
কোনে হৰি আনি সুন্দৰ ছবিটি
পাতিছে প্ৰেমৰ মেলা?
নতুন ভাৱৰ এটি সোঁত কিয়
বলিছে জগত জুৰি,
কোনেনো বজায় জীৱনৰ বীণ
সুমধুৰ সুৰ ধৰি?
কাৰ পৰশত হাঁহিমুখে সৰে
সজীৱ মূৰতি পালে?
নিশাৰ আন্ধাৰ বিষাদ ছবিটি
কিয় আঁতৰাই থলে?

আজি হৰষত গছ লতা বনে
কিয় আছে বাট চাই?
কিবা যেন এটি গুপুত বাতৰি
কাণে কাণে কবলই।
হৃদি-সৰগৰ প্ৰেম-পাৰিজাত
মুকলি বতাহ পাই,
মুকলি মনেৰে জগত মাজত
সৌৰভ বিলাই যায়।
হিয়াৰ বান্ধোন মেলি দিলো আজি
মুকলি পৰাণ মোৰ;
প্ৰাণে প্ৰাণে মিলি সাৰটা সাৰটি
নপৰে সুখৰ ওৰ।
পৰ্ব্বতে ভৈয়ামে উঠক হৰষে
প্ৰেমৰ মোহিনী তান
দুখীয়া নিছলা যতে যেয়ে আছা
কৰা আহি যোগদান।
মাতৃ মন্দিৰৰ সোণৰ কলচী—
চোৱা হেৰা সমুখত,
সোণালী বৰণে জিকমিক কৰি
জিলিকিছে হৰষত।
ব'লা আগুৱাই নপৰিবা পাছ
আৰু বেচি দূৰ নাই,
জীৱনৰ এয়ে সুখৰ সপোন
দিঠকতে পাবা ভাই।
কত চেনেহৰ আশাৰ পুলিটি
ৰুলো আজি হেঁপাহেৰে,
শত হৃদয়ৰ শুভ ইচ্ছা ধাৰা
ঢালোঁ আজি যতনেৰে।
আঁহা আজি হেৰা নতুন উছাহে
নতুন বেশেৰে সাজা,
অৱনত শিৰে যাওঁ ধীৰে ধীৰে
আজি যে মাতৃৰ পূজা।



(বাঁহী)

# আৰতি (২)

পুণ্য ভাৰতীৰ খোপাৰ মালতী
হে মোৰ দুখুনী জননী!
যুগে যুগে তুমি কল্যাণময়ী
স্নিগ্ধ শান্তি দায়িনী।
কত অতীতক সাবটি বুকুৰে,
সোঁৱৰণী ধৰি আছা একেথিৰে,
নিজৰ ভাৱত জগত মাজত
অতীত গৌৰৱ কাহিনী
বিতৰাহে আজি কৰুণা কণিকা
হে মোৰ সাদৰী জননী।

প্ৰথমে পুৱাতে কণক কিৰণে
তোমাৰ গগণ শোভেহি,
পোহৰৰ শিশু পোহৰত ভাহি
পোহৰৰ মালা ধৰেহি!
তোমাক বুকুৰ বনৰ মাজত
বনৰ চৰায়ে গছৰ ডালত,
নানা সুৰ ধৰি স্তুতি গান কৰি
হৰষে তোমাক পূজেহি,
প্ৰকৃতি দেৱীয়ে পোনতে তোমাৰ
যতনে যোগান ধৰেহি।

তোমাৰ কোলাতে ৰজা ভগদত্তে
গৌৰৱ-মুকুট লভিলে,
মহাভাৰতৰ ভীষণ ৰণত
অক্ষম কীৰিতি ৰাখিলে।
কুণ্ডিল তীৰৰ অতি চেনেহৰ,

ফুলা ফুল পাহি ফুলনি মাজৰ,
ছেগ্ চাই চোৰে এদিন অকলে
দেৱ মন্দিৰতে হৰিলে,
তোমাৰ জীয়াৰী উষা সুন্দৰীয়ে
ৰূপতে ভুবন মুহিলে।

মহা আনন্দেৰে ভাস্কৰ বৰ্ম্মাই
বিজয় বাজনা বজালে,
ভাৰত সম্ৰাটে মানৰ শৰাই
যতনেৰে আগবঢ়ালে।
সতী জয়মতী সতীত্ব তেজেৰে
জগত মাজত অসীম সাহেৰে
পতিৰ কাৰণে নিজ প্ৰাণ দানে
সতীৰ সন্মান ৰাখিলে,
বীৰত্ব চানেকী লাচিত ফুকনে
শৰাই ঘাটতে দেখালে।

সুললিত সুৰে শঙ্কৰ মাধৱে
জগালে জগত জননী!
শুনা ঘৰে ঘৰে বাজিছে আজিও
মধুৰ ভক্তিৰ ৰাগিনী!
অনন্ত কন্দলি আদি কৰি কত,
কবি ফুলনিত ফুলি শত শত,
সাধি নিজে কাম, ৰখালে সুনাম,
শুৱালে সাহিত্য ফুলনি;
চৌপাশে পৰিল বিমল কিৰণ
উজলি উঠিল ধৰণী।
আজি দলে দলে সেৱক সকলে
উলাহেৰে কাষ চাপিছে,
পূজিব তোমাৰ ৰাতুল চৰণ
বৰ হেঁপাহেৰে আহিছে।
অপৰাজিতাৰ জয়মালা ধৰি

আনিছে যতনে বহু আশা কৰি
তযু চৰণত ভক্তি আবেগত
সেৱকে আসন পাতিছে;
হৃদয় দান লোৱাহে জননী
বৰ হেঁপাহেৰে আনিছে।

শত শত কণ্ঠে মন্দিৰ মাজত
উঠিছে তোমাৰ আৰতি,
কুসুম সুবাসে উৰি চৌপাশে
জগায় প্ৰাণত প্ৰণতি।
নেলাগে জননী ধন-জন-মান,
ক্ষুদ্ৰ কণ্ঠে যেন গাওঁ তযু গান,
পুৰোৱা বাসনা, মনৰ কামনা,
জয়হে জননী ভাৰতী!
জীৱন-বীণত সুৰটি তোমাৰ
বজাবৰ দিয়া শকতি।

সঙ্গীতে যেন আকাশ বিয়পি
তোলক বিশ্বৰ চেতনা;
দীনতা জড়তা দূৰ হই যক;
আঁতৰক যত বেদনা।
পূৰ্ণিমা পোহৰে উজলাই ধৰা,
নামক ধীৰেৰে সৰগৰ পৰা,
পৰি জীৱনত আন্ধাৰ বাটত
ঢালক আশীষ কৰুণা
নমো শতবাৰ হে মোৰ জননী!
চিৰ জীৱনৰ সাধনা! *

✡ ✡

(বাঁহী)

---

(* ১৯২৪ চনৰ ২৫ ডিচেম্বৰত লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত গুৱাহাটীত বহা অসম ছাত্ৰ সন্মিলনৰ ১ম অধিৱেশনত পঠিত)

# কোনে আজি অতীত জগায়

সপোনৰ সুৰৰ লহৰী
কেনি আহে কেনি উটি যায়—
দিঠকত মনৰ মাজত
কোনে আজি অতীত জগায়?

আজি কিয় গৌৰৱৰ গীতি
কিয় আজি পূজা আয়োজন
শ্মশানৰ মন্দিৰ মাজত
জীৱনৰ কিয় আৱাহন?

আছে জানো আমাৰ সিদিন
গৌৰৱৰ জেউতি চৰাই
জগতৰ ইমূৰে সিমূৰে
দিব পাৰে যশস্যা বোৱাই?

আছে জানো আগৰ অসম
আছে জানো সেই অসমীয়া—
বীৰত্বৰ অতুল কীৰিতি—
ৰাখি গ'ল যাউতিযুগীয়া?

আছে জানো সেই অসমীয়া
লহপহ সুঠাম সবল
তেজগোৰা মুখৰ চানেকি
মুক্ত প্ৰাণ অন্তৰ সবল?

উঠে জানো পৰাণ কঁপাই
অসমৰ কুঞ্জ-কাননত
সুমধুৰ বীণৰ জোকাৰ
শুনি যাক মোহিত জগত?

শুনা শুনা ঘৰে ঘৰে আজি—
উলাহৰ উখল মাখল
বছৰৰ ৰং ধেমালিৰ
আছে জানো প্ৰাণৰ সমল?

অসমৰ পুৰণি কালৰ
ৰংঘৰ তলাতলি ঘৰ,
এনেকুৱা হাবিৰ মাজত
বাহ আজি বাঘ-ভালুকৰ।

অসমৰ অতীত গৌৰৱ
লুপ্ত হ'ল কালৰ কোলাত
আজি এই অসমীয়া জাতি
টোপনিত নিসাৰ নিমাত।

কিনো এনে মোহ-টোপনিত
ই জাতিৰ হেৰাল চেতনা
জগতৰ নতুন পুৱাত
এতিয়াও ৰাতিৰ ভাৱনা!

শত শত শতিকাৰ বোজা
নিশবদে ভাৰ বান্ধি লই
বিষাদৰ কৰুণ কাহিনী
জগতত যায় লিখি থই!

এটি যেন কালৰ পুতলা
হৃদয়ৰ বিশ্বাস হেৰাই

নিজে নিজ মৃত্যুৰ পথত
লাহে লাহে যায় আগুৱাই।

হাঁয় আজি কি দশা দেখিছো
ক'ত মোৰ মধুৰ সপোন—
ক'ত মোৰ অতীতৰ ছবি
ক'ত মোৰ প্ৰেমৰ দাপোণ?

সাৰ পাই অকলে
কান্দো কিয় ইনাই-বিনাই
কোনে মোৰ শুনিব কান্দোন?
—অসমত অসমীয়া নাই।

তেন্তে এই ভগা মন্দিৰত
কিয় আজি পূজা আয়োজন
হব নেকি পূজাৰ সম্ভাৰ
শ্মশানৰ মৃত্যুৰ গৰ্জ্জন?

এতিয়াও কোনোবাই গই
আনি দিব মৃত সঞ্জীৱনী
মুখে মুখে দিয়েহি একণি
এই জাতি উঠিব আপুনি।

কোন আছা আহা তেন্তে আজি
লগতেই বীণধ্বনি লোৱা
বিশ্বাসৰ মধুৰ সুৰেৰে
সুপ্ত এই জাতিক জগোৱা।

সাৰ পাই উঠোতে তেতিয়া
লুপ্ত প্ৰায় আশাৰ ছবিটি
সন্মুখত জিলিকা দেখিলে
পাব পুনু হেৰোৱা শকতি।

নিৰাশাৰ আন্ধাৰ ডাৱৰ
ঢাকিবহি নতুন পোহৰে,
ভৱিষ্যৰ মূৰতি মহান
দিব দেখা মোহন বেশেৰে।

ৰংমনে যাব বাট বুলি
উলাহতে নতুন আশাৰে;
সূৰুযৰ নতুন কিৰণে
জয়মালা দিব সাদৰেৰে।

অতীতেই হব বৰ্ত্তমান
দেশ মোৰ জিলিকি উঠিব
পূৰ্ণিমাৰ জোনাক ৰাতিত
মুখে মুখে হাঁহি বিৰিঙিব।

দূৰ এই আবৰ্জনা ৰাশি
হ'ব এটি জাতিৰ গঠন,
জগতৰ জাতীয় যজ্ঞত
সমাদৰে লভিব আসন।

উজ্জ্বল অতীত গৌৰৱ
দিঠকতে ফলিব সপোন,
অসমৰ শিৰত পৰিব
দেৱতাৰ পুষ্প বৰিষণ।

ধৰা তেন্তে আজি সেই সুৰ
ধন্য হোক পূজা আয়োজন,
দিয়া যোগ্য পূজাৰ সম্ভাৰ
পুণ্য হক আজি ই মিলন।

বিশ্বাসেই মৃত সঞ্জীৱনী
বিশ্বাসেই জাতিৰ জীৱন

বিশ্বাসেই মৰু জগতত
সৰগৰ নন্দন কানন।

✡ ✡

(মিলন)

## নীৰৱ বীণৰ সুৰ

মোৰ নীৰৱ বীণত সুৰ তুলিলা
তোমাৰ মোহন পৰশেৰে;
মোৰ তাপিত পৰাণ জুৰ পেলালা
শান্তি শীতল চেনেহেৰে।

শুকান বালিত বান বোৱালা
মৰা গছত ফুল ফুলালা
অতীত সুৰৰ উজানেৰে
হিয়াৰ লহৰ তুলিলা।

নিজম ৰাতিত অ' লাহৰী
সোণৰ সপোন দেখালা
অ' চেনেহী চেনেহ বাঁহী বজালা।

জোনৰ পোহৰ পৰক আহি
তোমাৰ মুখত মধুৰ হাঁহি
হিয়াৰ মাজত হিয়া থাপি
বিৰহ বেথা গুচালা।

দুখ বেজাৰৰ আন্ধাৰ ৰাতিত
সুখৰ বাতি জলালা
অ' চেনেহী, চেনেহ বাঁহী বজালা।

✡ ✡

(অৰুণ)

# প্ৰাণৰ বাসনা

সুদূৰৰ বাঁহীৰ সুৰত
ভাহি আহে সুমধুৰ তান
আমাৰ ই মধু মিলনত
উঠে আজি উলাহৰ গান।
সৰগৰ দেৱদেৱী যত
নামি আহা আজি ধৰালই
আশীষেৰে পুণ্য মিলনক
পুত কৰা শান্তিবাৰি লই।
উৰি যোৱা পখীটিয়ে আহি
কাণে কাণে বাতৰিটি কয়
এইবাৰ হিয়াৰে সাবটি
ৰাখা যেন চিৰকাললই।
চেনেহৰ বান্ধ সোলোকাই
আৰু ক'ত পলাবা লাহৰী?
ওৰে ৰাতি চেনেহী চুমাৰে
বুকুতেই ৰাখিম আদৰি।
চুমাতেই ৰঙা পৰা গাল
জিলিকিব পুৱা কিৰণত
ভোমোৰাই ভুল কৰি যেন
পৰিবহি গোলাপ বনত।
ফুলনিৰ আঁৰে আঁৰে ৰই
চাম মই জেউতি তোমাৰ
দেখা পালে লাজৰ ৰেখাটি
জিলিকিব ৰাঙলী আভাৰ
ইন্দ্ৰধনু সাত বৰণীয়া
জয় পৰে তোমাৰ কাষত
বিধাতাৰ অনুপম দান

সুন্দৰক ৰাখিছা আঁৰত।
কত আশা জীৱনত মোৰ
অকালতে জহি পৰি গ'ল
কল্পনাৰ ৰাঙলী মোহত
পূৰ্ণ হিয়া শূন্য পৰি ৰ'ল।
অতদিনে হেৰোৱা সপোন
তোমাতেই পালো জীৱনৰ
লোৱা মোক এবাৰ বুকুত
পূৰ্ণ হক বাসনা প্ৰাণৰ।

✡ ✡

## সুখ সপোনৰ সখা মোৰ

সুখ সপোনৰ সখা মোৰ,
মাটিত বাগৰি মই থাকিলে তেতিয়া।
হাঁহিবানে কান্দিবানে তুমি,
ধৰণীৰ কোলা এৰি ঢুকাম যেতিয়া।।

পৰি থকা মাটিৰ দেহাই,
হাঁহি-কান্দোনৰ মোল নুবুজে সমূলি।
মিছাকৈয়ে চকুপানী ঢালি
নেলাগে নকবা সখা ভাল পাওঁ বুলি।

বান্ধিছিলে চেনেহৰ ঘৰ
খন্তেকীয়া সপোনৰ ভেঁটি তুলি লই।
সাৰ পাই উঠিয়ে দেখিলে,
বতাহে উৰালে ঘৰ দূৰ দেশলই।।

আজি তোৰ লুকালে সপোন,
মৰণৰ চেনেহৰ টোপনি কোলাত।
মাৰ গ'ল হিয়াৰ হেঁপাহ,
নেনাচে অন্তৰ তাৰ নতুন আশাত।।

বোল সনা মৰমৰ ফাঁকি
বলিয়া বতাহে আজি দিলে উৰুৱাই।
উলাহৰ উশাহেৰে তুমি
মিচা চেনেহৰ বান্ধ দিলা সোলোকাই।।

ৰঙমনে পখিলা উৰিছে,
সেউজীয়া ধৰণীৰ ৰূপহ জেউতি।
নাচি নাচি তোলে অন্তৰত
যতনে সজাই থোৱা প্ৰাণৰ ছবিটি।।

সঁচাকৈয়ে পৰেনে মনত;
এদিন জোনালী নিশা সাবটি বুকুৰে।
যাক তুমি ভাল পাওঁ বুলি,
কৈছিলা চুমা যাচি চেনেহৰ সুৰে।।

আকাশত ভাঁহে সুৰলয়,
কেতিয়াবা উটি আহে উলাহৰ তান।
কেতিয়াবা কলীয়া ডাৱৰে
তোলাই প্ৰাণত আহি বিষাদৰ গান।।

শেষ তাৰ অন্তৰৰ সুৰ
জগতত সিযে কাৰো নহ'ল আপোন।
জীৱনত মৰণ নমাই;
আপুনি আঁতৰি গই ভাঙিলে সপোন।।

✿ ✿

## ভালপোৱা

ভালপোৱা কিনো তোমাতে শিকিলোঁ
আগেয়ে নেজানো মই।
হাঁহিটি মাৰি ওচৰতে বহি
যিদিনা দিলাহি কই।।
সিদিনাৰ পৰা কিনো ভাব আহি
খলক লগালে গই।
নোৱাৰিলো মই থিৰেৰে থাকিব
নমতা নোবোলা কই।।
নুবুজিলো মই ভালপোৱা বাবে
আহিব লাগিব দুখ।
তেন্তে কিয় হাঁয় মিছাতে শিকাই
কিয়নো দিলা ই শোক।।

✡ ✡

## জগতত ভাল পোৱা যদিহে দোষৰ হয়

মুখৰ হাঁহিটি মোৰ কোনে আজি হৰি নিলে
জোনালী ৰাতিত কোনে আন্ধাৰ ঢাকিলে,
পুৱাতে-জিলিকি উঠা আশাৰ পদুম মোৰ
কাৰ নিকৰুণ হাতে কলিতে ছিঙিলে।
সাগৰ ধিয়াই যোৱা পৰ্বতীয়া জুৰিখনি
শিলৰ বান্ধেৰে কোনে মুখতে ভেটিলে,
বিষাদৰ বানপানী নোৱাৰি বান্ধত ৰ'ব
বুকু ভেদি দশোদিশে বিননি জুৰিলে।।

চেনেহৰ কণাৰে গঁথা প্ৰেমৰ মন্দিৰ মোৰ
সোণৰ কলচী সঁউ জিলিকি আছিল,
হিয়াৰ বেদীত পতা প্ৰাণৰ প্ৰতিমাখনি
প্ৰণয়ৰ পৰশত নাচি উঠিছিল।
ক'ৰ নিকৰুণ মানে সোণৰ কলচী নিলে
প্ৰেমৰ মন্দিৰ ভাঙি কৰি চুৰমাৰ,
প্ৰাণৰ প্ৰতিমা মোৰ চেনেহ পদুম পাহি
চকুলো বোৱাই মোৰ নিতে ধাৰাসাৰ।।
মোৰ ফুলনিত ফুলা চেনেহ পদুম পাহি
দুহাতে আজুৰি টানি মোহৰি পেলালে,
অতদিনে আশা পালি ডিঙিত পিন্ধাম বোলা
মনৰ আশাটি মোৰ কেনিবা লুকালে।
কিয়নো কঠোৰ বিধি হিয়াত মৰম দিলা
লগতে নিদিলা কিয় প্ৰেম প্ৰতিদান,
পৰাণ উজাৰ কৰি ভালপোৱা ঢালি দিয়ো
কিয়নো হিয়াত উঠে বিষাদৰ তান।
জগতত ভালপোৱা যদিহে দোষৰ হয়
পোনতে ময়েই দোষী ভালপাও বুলি,
দিলানেকি সিকাৰণে দোষৰ উচিত দণ্ড
মৰমৰ চিনচাব লুকাই সমূলি।
বাহিৰৰ আবৰণে সকলো আবৰি থই
মনত বহুৱা সাঁচ পাৰেনে মচিব?
নিতে নিতে কঠোৰৰ আঘাত সহিও সি যে
মনৰ মাজতে নিতে উজলি থাকিব।।
ভাবিলা নিজেই তুমি ইবাৰ আঁতৰি আহি
চেনেহৰ বান্ধ নিজে দিলা মোকোলাই,
এবাৰো নাচালা তুমি কিহৰ মোহত পৰি
এজনক ইছাতেই আঁহা কন্দুৱাই।
এয়ে যদি প্ৰণয়ৰ প্ৰতিদান সখা মোৰ
বাহিৰৰ জগতত নেমাগো জাননী,
নেচাপো তোমাৰ কাষ দূৰতে আঁতৰি ৰ'ম
অন্তৰত ৰব মাথো মধু সোঁৱৰণী। ✿ ✿

# কিনো নামে মাতিম তোমাক

কিনো নামে মাতিম তোমাক
কোৱা মোক সাদৰী সোণাই
আবেগেৰে হিয়াত তোমাৰ
চেনেহৰ কঁপনি তোলায়?
যদি বোলো ৰূপহী গোলাপ
ফুলি থকা হৃদি-ফুলনিত
নাচি উঠে শুৱনী শোভাৰে
গুলপীয়া ছবি ধৰণীত।
বোলো যদি শেৱালী তোমাক
তল ভৰি সৰা শৰতত
শান্তিৰ এধাৰি সোঁত নামি
বই ধীৰে যায় মৰতত।
যদি বোলো পুৱাৰ পদুম
নাচি থকা ধীৰ সমীৰত
সুৰুযৰ সোণালী কিৰণে
চেনেহেৰে চুমেহি গালত।
তোমাৰ কাষতে ধৰণীৰ
ৰূপ-ৰাশি জয় পৰি যায়
সুন্দৰৰো তুমিয়ে সুন্দৰ
নাম মোৰ মনতে হেৰায়।
"মিছাকৈয়ে ভাবিছা কিয়নো?
এনে এটি নামে মাতা সোণ
যিটি নামে তোমাৰ হিয়াত
কৰে মোক অতিকে আপোন।"

✿ ✿

# প্ৰেমৰ বিদায়

যাওঁ তেন্তে দেৱী মই মাগিছোঁ মেলানি
শেষ হ'ল সুখৰ সপোন
আন্ধাৰ ভাবে আহি আৱৰি পেলালে
শৰতৰ পূৰ্ণিমাৰ জোন।

আকাশত ভাঁহি যায় কত সুৰ লয়
বতাহত মিলে কত গান
অনন্তৰ মাৰ গ'ল হৃদয় সঙ্গীত
নিমাত নীৰৱ হ'ল তান।

গৰজে অসীম সিন্ধু অগাধ অপাৰ
বাহু তুলি আহিছে মৰণ
শেষ হলে মৰতত জীৱনৰ খেলা
অনন্তত অন্তিম শয়ন।
এই যে সন্ধিয়া বেলা বুৰো বুৰো বেলি
দিনৰে ৰাতিৰ সম্মিলন
শিখৰত মাৰ যোৱা সূৰুয কিৰণে
দিয়ে মোক শেষ আবাহন।

আলসুৱা প্ৰকৃতিয়ে অফুট ভাষাৰে
নাও মেলি যাবলৈ কয়
সন্ধিয়াৰ সমীৰণে ধীৰে ধীৰে বই
চেনেহৰ বান্ধ মোকোলায়।

তোমাৰ ছবিটি দেৱী হৃদয়ত আঁকি
হাঁহি মুখে আহিলো আঁতৰি

নেবান্ধিবা মৰমৰ দোলেৰে দুনাই
অতীতক যোৱাহে পাহৰি।

গছ-লতা, গিৰি-গুহা পথাৰ-বননি
প্ৰকৃতিৰ কোমল কোলাত
ফুলৰ পাহিত হাঁহা, আছা তুমি দেৱী
সুমধুৰ পখীৰ গানত।

একেটি সুৰতে বন্ধা তোমাৰ জগত
একেদৰে থাকিব সদায়
প্ৰতিমাৰ বিসৰ্জ্জন জীৱনত মোৰ
লগে লগে প্ৰেমৰ বিদায়।

✡ ✡

(বাঁহী)

## কিয়

গোলাপৰ ধুনীয়া হাঁহিটি
কোৱাচোন কোনে হৰি নিলে,
ফুলি থকা শেৱালী জুপিক
কিয় আজি বিষাদে ঢাকিলে?
মউসনা কুলি কেতেকীৰ
গীত কিয় নিজম পৰিল,
বতাহৰ বুকুতো কিয়নো
চেনেহৰ সুৰটি নুঠিল?
সুৰুযৰ সোণালী কিৰণ
ডাৱৰত পৰিল মোলান
সেউজীয়া ধৰণীখনিও
কিয় আজি স্মৃতিৰ শ্মশান?

জীৱনৰ পথত কিয়নো
কান্দি কান্দি যাওঁ অকলই
ওচৰতে থাকি মোৰ সোণ
কিয় তুমি গলা দূৰলৈ?
✿ ✿

## নিৰাশা

ভাবিছিলো যাক মই সুখৰ আকৰ
পদুম ফুলৰ দৰে হৃদি-সাগৰৰ
ক্ষন্তেক আঁতৰ হলে, হৃদয়ৰ জুই জলে
দুনাই নেদেখা মানে হাঁহিটি মুখৰ
একোকে নেলাগে ভাল এই জগতৰ।
দেখিছিলো যাক মই বিশ্ব বিমোহন
এনেনো ধুনীয়া যেন শৰতৰ জোন
নীল আকাশত আহি মাৰি মিচিকিয়া হাঁহি
তুষিছিলে আহা এই অভাগাৰ মন
হইছিল নিমিষতে মধুৰ জীৱন।

আপোনা পাহৰা হই হিয়া সঁপি দিলোঁ
নিজৰা পাৰত বহি কত কথা কলোঁ
ঘনে মুখলই চাওঁ কিবা যেন সুখ পাওঁ
কতবাৰ হেঁপাহতে সাবটি ধৰিলোঁ
শোক দুখ সংসাৰৰ সব পাহৰিলোঁ।

দুদিনৰ পাচে হাঁয় প্ৰমাদ ঘটিলে
আঁতৰিলে সুখ মোৰ বিষাদ আহিলে
হিয়া ফালি টান মাৰি, নিলে মোৰ ছবি কাঢ়ি
নিৰাশা সাগৰে মোক ডুবালে
কুমলীয়া আশা লতা মোহাৰি পেলালে। ✿ ✿

(উষা)

# শেহৰাতি শুৱলা সপোন

এতিয়াও মাৰ যোৱা নাই,
আকাশত পুঁৱতী তৰাৰ
পোহৰৰ শেষ ৰেখাকণি,
উজলাই নিশাৰ আন্ধাৰ।
জগতত উষাৰ জাননী
দিবলই মৃদু মলয়াই,
মুখখনি পাতৰ আঁৰত,
লুকোৱাই আছে বাট চাই।
এটি যেন চেতনাৰ সুৰে,
উৰি উৰি আহি ৰতাহত;
তুলিছেহি মধুৰ কঁপনি,
সুৰ ভুলা বিশ্বৰ বীণত।
এনে এটি শুভ মুহূৰ্ত্তত,
তুমি মোক ল'লাহি আদৰি;
একাষত থাকোতে অকলে,
বেজাৰত নিজকে পাহৰি।
জঁয়পৰা হিয়াখনি তুলি,
বেজাৰৰ বোজা পাতলালা;
উছাহৰ চেনেহী বাণীৰে
কাণে কাণে বাতৰি বিলালা।
"জগতত মৰম নেপাই,
তোলা কিয় সুৰ নিৰাশাৰ;
মৰমেই তোমাৰ ধৰম,
আছোঁ মই কাষতে তোমাৰ।"
চেনেহেৰে সাৱটি বুকুত,
নিমিষতে কৰিলা আপোন;
হ'লা আহি জীৱনত মোৰ,

শেহৰাতি শুৱলা সপোন।
হিয়াভৰি আশীষো তোমাক,
জীৱনৰ আগলি পথত;
দেৱতাৰ পাৰিজাত মালা,
পৰে যেন তোমাৰ শিৰত।

✡ ✡

## জীৱন

সংসাৰ সাগৰ মাজে জীৱনৰ ক্ষুদ্ৰ তৰী
যাবনেহে যাব হেৰা লক্ষ্যস্থান নেপাহৰি?
উত্তাল তৰঙ্গ মালা চোৱা কেনে গৰজিছে
ওপৰত মেঘ মালা স্তৰে স্তৰে সাজি আছে
ভীষণ ধুমুহা আহি বুৰাব তৰীক মোৰ
কোনোবা কেনিবা যাব সকলো পৰিব ওৰ
কালৰ সোঁতত পৰি উটি বুৰি ঘূৰি ঘূৰি
খেলিব বিচিত্ৰ খেলা গোটেই জীৱন ধৰি
জোনাক ৰাতিত কেনে চন্দ্ৰৰ কিৰণ আহি
ফুলনিৰ ফুলকলি ফুলাবহি হাঁহি হাঁহি
ৰোহিণীৰ কেনে সেই ধুনীয়া জেউতি ফেৰি
শোভিব যেতিয়া আহি চন্দ্ৰৰ মুখত পৰি
উষা দেৱী দেখা দিলে নিশাৰ এন্ধাৰ ঠেলি
সোণালী কিৰণ লই ওলাই পূবৰ বেলি
দুপৰীয়া সূৰুযৰ প্ৰচণ্ড কিৰণে হাঁয়
জগত ব্ৰহ্মাণ্ডক নিয়ে যেন উটুৱাই
হেঙুলী ৰঙণ সানি আবেলি যেতিয়া হয়
সূৰুযে পশ্চিম ফালে হেঁপাহেৰে চায় গই
পুনৰ গধুলি হলে আকাশত তৰাবোৰে
পৃথিৱীৰ ফালে চাই মিচিকিয়া হাঁহি মাৰে
পৃথিৱীৰ লীলা খেলা থাকিব সি একেদৰে

হেজাৰো বিপদে যদি মানুহক বেৰি ধৰে
সেই জোন, সেই বেলি, সেই তৰা আকাশত
থাকিব অনন্ত কাল একেদৰে জগতত
মানুহৰ ক্ষণস্থায়ী জীৱন-কমল হায়
সংসাৰ সাগৰে পৰি লেৰেলি শুকাই যায়
এবাৰ শুকাই গলে নাহে আৰু মৰতত
গোন্ধ সফুৰা মেলি নেহাঁহেহি আনন্দত
একেদৰে অন্ত হ'ল, চিৰকাললই গ'ল
অনন্ত সাগৰে পৰি অনন্তত লীন হ'ল।

✡ ✡

## লাহৰী

কত দুখ পালি আজলি পোনাটি
মোৰ লগতেই তই
দিলোঁ যাকে তাকে বুকুৰ মৰম
চিনিব নোৱাৰি মই।
তোক এৰি থই লোকৰ লগত
মিছাতে বলিয়া হলোঁ
উপযাচি দিয়া তেনে মৰমৰ
কিবা ওভোটাই পালো।
আহ কাষ চাপি আকউ এবাৰ
সাদৰী ময়না মোৰ
আকউ এবাৰ শুনো হেঁপাহেৰে
আধাফুটা কথা তোৰ।
আগৰ দৰেই জোনবাই চাই
বুকুত সোমাই মোৰ
হাঁহচোন তই আকউ এবাৰ
লুকুৱা হাঁহিটি তোৰ।
এনুৱা ধুনীয়া হাঁহিটিৰে তই
বলিয়া কৰিলি ধৰা

নিজেও বলিয়া দেখি মই তোৰ
হাঁহি মন প্ৰাণ হৰা।
লাঁটিপুটি কৰি আগৰ দৰেই
থাকিম কাষত তোৰ
অতীতৰ কথা কম সাদৰেৰে
যুকু উদণ্ডাই মোৰ।
জোনালী ৰাতিত নীল সৰুগত
জোনৰ মধুৰ হাঁহি
ফুলনি মাজৰ কুসুম সুবাস
মলয়াত আহে ভাঁহি।
প্ৰেমে ভৰপূৰ চেনেহৰ মালা
দিবাহি ডিঙিত মোৰ
অতীত ভৱিষ্য পাহৰি সকলো
থাকিম সুখতে ভোৰ।
ওলাম পুৱাতে উষাৰ লগতে
হেঙুলি ৰহন সানি
চাম উলাহেৰে পাতৰ আগত
জিলিকা মুকুতা মণি।
এটি দুটি কৰি বনৰ চৰায়ে
ধৰে সুমধুৰ গান
মায়াজাল মেলি প্ৰকৃতি সুন্দৰী
নিজে উত্ৰাৱল প্ৰাণ।
নৱ জীৱনৰ সোণালী সপোন
উছাহৰ লীলা খেলা
পুৱাৰ জগতে সাবটি ধৰিছে
পাতিছে মোহিনী মেলা।

✡ ✡

# বিদায়

(১)
প্ৰকৃতিৰ কোমল কোলাত
আছে ঘৰ অতি চেনেহৰ,
থাকে তাত লয় লাস মনে
দেখি ছবি সুখ-সপোনৰ।

(২)
নপৰেও কদাচিতো আৰু
খোজ মোৰ তোমাৰ পঁজাত,
উলাহতো নেনাচে পৰাণ
ভোল গই তোমাৰ কথাত।

(৩)
কুলুকুলু সুৰে বই যোৱা
পৰ্ব্বতীয়া জুৰিৰ পাৰত;
গোৱা গান মধুৰ সুৰেৰে
লই বীণা কোমল হাতত।

(৪)
গান শুনিবৰ আশে মোক
নেদেখিবা জুৰিৰ পাৰত,
এখুজি দুখুজি আগুবাই
কাষ চাপি যোৱা হেঁপাহত।

(৫)
ওচৰৰ গছ লতা বনে
বতাহত হালিব জালিব,

সেউজীয়া ওৰণি উৰাই
প্ৰকৃতিৰ জেউতি চৰাব।

(৬)

কত বসন্তৰ কুলি তাতে
পৰি পৰি ৰঙতে মাতিব,
শুনি শুনি আপোন পাহৰি
কত বাটৰুৱা ভোল যাব।

(৭)

তথাপিতো কেতিয়াও মোক
নেদেখিবা কননি মাজত,
আৰু তুমি নুশুনা দুনাই
সুৰ ধৰা কুলিৰ লগত।

(৮)

বহি দুয়ো জোনালী ৰাতিত
ওখ শিলনিৰ ওপৰত,
পাতিছিলো ভাঙিছিলো দুয়ো
কত কথা মনৰ মাজত।

(৯)

এয়ে তাৰ শেষৰ বিদায়
এয়ে তাৰ শেষৰ মেলানি,
কত জোন ওলাব সোমাব
এয়ে মোৰ শেষ সামৰণি।

(১০)

সন্ধিয়াৰ ৰঙা বেলিটিয়ে
হেঁপাহেৰে শেষ বাৰ চায়,
হাঁহি মুখে ধৰণীৰ ফালে
লাহে লাহে কেনিবা লুকায়।

(১১)

শেষবাৰ সেইদৰে মই
হাঁহিমুখে তোমালই চাই,
কালৰ সোঁতত উঠি যাম
কেনিবাদি নেদেখা দুনাই।

(১২)

সকলোটি শেষ হ'ল আজি
নকৰোঁও একোকে কামনা;
নুপুৰাওঁ নুপুৰাওঁ আৰু
হৃদয়ৰ অতৃপ্ত বাসনা।

✡ ✡

## কোনে মোক দিবহি বুজাই

(১)

সাগৰৰ সিপাৰৰ সোণোৱালী ৰেখা
লাহে লাহে জিলিকি পৰিছে;
অলেখ বাসনা কত প্ৰাণৰ মাজত
ধীৰে ধীৰে ভুমুকি মাৰিছে।

(২)

অথিৰ অধিৰ হিয়া চাই হেঁপাহেৰে
কিনো আছে ভৱিষ্যৎ পটত
আশাৰ প্ৰতিমখনি অন্ধ আৱৰণে
কিয় হাঁয় ৰাখে গুপুতত?

(৩)

আঠুকাঢ়ি সৰ্বগাক সুধিলো কাতৰে
কিয় প্ৰভু এনুৱা বিধান?
"অসীম ৰহস্যময় সৃষ্টিৰ কৌশল"
—পালো মাথো এয়ে সমিধান।

(৪)

তেন্তে কিয় ভৱিষ্যত আশা কৰি নৰে
সুখে-দুখে পাতিছে সংসাৰ?
নতুন উছাহে কিয় ধীৰে আগুৱাই
সন্মুখত দেখিও আন্ধাৰ?

(৫)

বুজিও নুবুজি কিয় অবুজ মানৱে
আশাতেই আছে ভোল গই?
নুপুৰিলে আশা আজি ভাবিছে দুনাই
কালিলই পুৰিব নিশ্চয়।

(৬)

এইদৰে কত কালি আজিও পৰিছে
সহে কত আশাৰ ছলনা;
তথাপি উঠিছে কিয় জগত মাজত
নিতে নিতে নতুন কল্পনা?

(৭)

সকলো ৰহস্যময় আন্ধাৰ বুকুত,
জানিবৰ নেদেখো উপায়
অদ্ভুত বিধিৰ লীলা নোৱাৰি ধৰিব
—কোনে মোক দিবহি বুজাই?

✿ ✿

# তুমি আৰু নেদেখা দুনাই

মাৰ গ'লে পছিমত ভাগৰুৱা বেলি
ছাঁ আহি পৰিব তীৰত।
নাওখনি অকলই আন্ধাৰত বান্ধি
নাৱৰীয়া উঠিব পাৰত।।
শেষ হ'ল আবাহনী মঙ্গল উৰুলি
উলাহৰ সুৰ অৱসান।
আন্ধাৰত পূৰ্ণিমাৰ পোহৰ লুকাল
বাজি উঠে বিষাদৰ তান।।
বেজাৰৰ চকুপানী টোকে অকলই
শেষবাৰ নাওখনি চাই।
লাহে লাহে নাৱৰীয়া লুকাব কেনিবা
তুমি আৰু নেদেখা দুনাই।।

✿ ✿

# মাতি আনা মাতি আনা মাতাছোঁ দুনাই

(১)

মাতি আনা মাতি আনা মাতাছোঁ দুনাই
সংসাৰ চাকত পৰি
নিজ লক্ষ্য ভুল কৰি
অবাটে বুলিলে বাট নেদেখি উপায়
মাতি আনা মাতি আনা মাতাছোঁ দুনাই।

(২)

আহিছে অভাগা দেহি বিচাৰি সহায়
সাদৰে আদৰি দেহি

লোৱা আপোনাৰ কৰি
তোমাৰ চেনেহি হাত দিয়াহি বুলাই
মাতি আনা মাতি আনা মাতাছোঁ দুনাই।

(৩)

অতীত ভাৱনা ভাবি একো লাভ নাই
মিছাকৈয়ে কিয় তুমি
দিয়া দুখ জানি শুনি
ব্যথিত পৰাণ তাৰ— যদি গুছি যায়
মাতি আনা মাতি আনা মাতাছোঁ দুনাই।

(৪)

আহিছিল একেলগে ধীৰে আগুৱাই
ৰংমনে হাঁহি হাঁহি
আপোন সুখতে ভাঁহি
এনেতে হঠাত গ'ল চাকিটি নুমাই
পৰিল পিচলি দেহি পোহৰ নেপাই।

(৫)

সেই বুলি ঘিণ কৰি দিবা আঁতৰাই?
এখনি সহায় হাত
এষাৰি মধুৰ মাত
এটুপি চকুলো বাক নিদিয়ানে হায়
এনেয়ে সংসাৰ হেৰা চেনেহৰ ঠাই?

(৬)

তোমাৰ চাকিটি লই আনা দেখুৱাই
এখুজি দুখুজি কৰি
তোমাৰ হাতত ধৰি
তোমাৰ লগতে দেহি আহক উধাই
নহলে আন্ধাৰ ৰাতি আৰু নুপুৱাই।

(৭)

মাতি আনা মাতি আনা মাতাছোঁ দুনাই
সোণালী সপোনে গঢ়া
সংসাৰ সুখেৰে ভৰা
আনন্দ নিচান আজি দিয়া উৰুৱাই
মাতি আনা মাতি আনা মাতাছোঁ দুনাই।

(৮)

এনেটি সুযোগ হেৰা নিদিবা পেলাই
খন্তেকীয়া জীৱনৰ
খন্তেকীয়া উলাহৰ
এনেটি কিৰণ ৰেখা নোপোৱা সদায়
মাতি আনা মাতি আনা মাতাছোঁ দুনাই।

✡ ✡

# তুমি মোৰ ঈশ্বৰৰ দান

সেই দিনা কলীয়া পখৰ
ভাগৰুৱা ক্ষীণ জোনবাই
পছিমৰ আকাশত নিঢলি পৰিল
জগত নিজম পৰি ৰ'ল।

ভাগৰত লালকাল হই
মুৰ থই শুকান পাতত
শুলোঁ মই কেতিয়ানো নিজেই নাজানো
শুকাল বিষাদ অশ্ৰুকণো।

সপোনত দেখিলো কোনোবা
পূবৰ ডাৱৰ ঠেলি ঠেলি
সৰগৰ দেৱদূত নামিল ধৰাত
হাত খনি তুলিলে কোলাত।

দুটি এটি নিয়ৰ টোপাল
সৰি পৰি পাতৰ আঁৰেদি
দুচকুত পৰি মোৰ ভাঙিলে সপোন
দেখা পালোঁ নহয় সপোন।।

মৰমৰ তপত উশাহে
কপালত উম সানি দিলে
ময়ো তুলি হাত খনি সুমালো বুকুত
বান যেন আহিল চকুত।

মৰমতে হিয়া পমি গ'ল
ইহাতে সাবটি ধৰিলো
কত অতীতৰ কথা শুনালো নিজৰ
আদৰণি দিলা ভৱিষ্যৰ।

এতিয়া আহিলা কিয় সোণ,
জোন বেলি মাৰ গ'ল সৌৱা,
বতৰত ফুলি ফুল এতিয়া সৰিল
ফুলনিত আন্ধাৰ নামিল।

বসন্তত উজাৰি নিজক
শেষ কৰি বুকুৰ সমল
শীতল হেঁচাত মোৰ ফুলনি শুকাল
যৌৱনৰ পোহৰ হেৰাল।

আছিল এদিন সেই দিনা
গছে গছে জ্যাতিষ্কাৰ হ'ই

কত ৰঙণীয়া ফুল ফুলনি শুৱাই
তগৰ মালতী যুতি জাঁই।

তুমি যদি আহিলাহেঁতেন
সেই দিনা জোনালী নিশাত
সাত ৰঙণীয়া মালা বুকু ওপোচাই
পিন্ধালোঁ হেঁতেন যতনাই।

তথাপিতো আহিলা যেতিয়া
লোৱা সোণ সাদৰ হিয়াৰে
চুকে কোণে ফুলি থকা দুটি এটি ফুল
আৰু এই হৃদয় আকুল।

তুমি মোৰ অকাল অতিথি
অকালত তুলিলা জোঁৱাৰ
জয় পৰা জীৱনকো কৰি সুমহান
তুমি মোৰ ঈশ্বৰৰ দান।।

✡ ✡

# বিশ্বাসৰ সমূলি বিনাশ

(১)

শূন্য মন শূন্য প্ৰাণ হায় কি কঠোৰ
এয়েনে কি শ্ৰেষ্ঠ উপহাৰ?
নেলাগে কিৰণ কণা থক নিলগতে
অভাগাৰ জীৱন আন্ধাৰ
ভাবিছিলো সেইদিনা নতুন পুৱাত
বসন্তৰ মধুৰ কিৰণ
কুসুম সুবাসে ৰ'ব প্ৰাণ ভৰপুৰ
ৰ'ব ধীৰে মৃদু সমীৰণ

কোনে ভাবিছিল হায় লুকাব পোহৰ
ছিগি গ'ল মায়া-মোহ পাশ
অন্তস্থল ভেদি উঠে কৰুণ সুৰেৰে
বিশ্বাসৰ সমূলি বিনাশ।

(২)

চাইছিলো সেইদিনা পূৰ্ণিমা ৰজনী
উলাহেৰে আপোন পাহৰি
জোনাক জেউতি যেন নামি ধীৰে ধীৰে
চেনেহেৰে ললেহি সাদৰি
ভোল গলো অভাগাই প্ৰেম পৰশত
মেলি দিলো হিয়াৰ দাপোণ
নিজকে বিলাই নিজে লভিলো তৃপিতি
—জীৱনত প্ৰেমৰ সপোন
সুৰতে মিলাই সুৰ প্ৰকৃতি দেৱীয়ে
দিলে আহি মধুৰ আশ্বাস
দিঠকত সপোনৰ ছয়া ময়া খেলা
বিশ্বাসৰ সমূলি বিনাশ।

(৩)

তেন্তে কিয় মিছাকৈয়ে মালা ধাৰি লই
বহি বহি গাঁঠিছো দুনাই?
হেঁপাহেৰে চৰণত যাচোঁতে যেতিয়া
দেৱতাই দিলে ওভোতাই
ধূপ-ধুনা, ফুল-পাত লেৰেলি শুকাল
শূন্য মাথো পূজা আয়োজন
মিছাতে প্ৰদীপ কিয় মন্দিৰ মাজত
থক পৰি শূন্য সিংহাসন
এতিয়াও ভাবি আছা পৰাণ মাজত
কোনে যেন তুলিব উচ্ছ্বাস
মিছা আশা হাঁয় কিয় বুজিও নুবুজা
বিশ্বাসৰ সমূলি বিনাশ।

(৪)

হেঁপাহেৰে যাক তুমি ধৰিলা সাবটি
কেনিবাদি আঁতৰি লুকাল
চেনেহ সাঁজাটি ভাঙি অনন্ত বুকুত
নতুনৰ উদ্দেশ্য ওলাল
নতুন বতাহ পাই নতুন ৰাজ্যত
পাহৰিলে অতীতৰ কথা
নুদুষিবা কাকো তুমি প্ৰবোধি মনক
ধৰা এই বাক্যহীন বেথা
শান্ত তাপসৰ দৰে থাকিবা এচুকে
এৰি দিয়া বাসনা বিলাস
ঘৰে ঘৰে কান্দি কান্দি নকৰা দুনাই
বিশ্বাসৰ সমূলি বিনাশ।

(৫)

হব পাৰে দুটি এটি নতুন জীৱনে
পূৰ্ণ প্ৰাণ সৰল অন্তৰ
সৌন্দৰ্য্যৰ ৰূপ-ৰাশি মায়া মৰীচিকা
দেখি ভাবে সংসাৰ সুন্দৰ
ক্ষন্তেকীয়া ছাঁয়াবাজী তথা লাগি চাই
লক দেহি ক্ষন্তেকীয়া সুখ
তাত তুমি নবজাবা বিষাদৰ সুৰ
নিদিবা মনত আৰু দুখ
আঁতৰিলে আবৰণ শূন্য লীলা খেলা
দেখি হব পৰাণ উদাস
আপুনি উঠিব বাজি অন্তৰ মাজত
বিশ্বাসৰ সমূলি বিনাশ।

✿ ✿

# চেনেহৰ সপোন

লাগে মোক এনেটি পৰশ—
বুকুজুৰি বৈ অহা চেনেহ নিজৰা খনি
বিষাদ বুৰাই মই মৰমে আৱৰি লই
নীৰস জীৱন মোৰ কৰিব সৰস
লাগে মোক এনে এটি মধুৰ পৰশ।

লাগে মোক ধুনীয়া জোনাক—
ৰূপালী ধাৰাটি নামি ধৰণী টৌৱাই দিয়া
সপোনৰ জাল গুথি পোহৰত পাখি মেলি
মধুৰ আবেশে যেন সাবটো তোমাক
লাগে মোক এনে এটি ধুনীয়া জোনাক।

লাগে মোক পুৱাৰ কিৰণ—
সেউজীয়া প্ৰকৃতিৰ সোণালী আঁচল খনি
সমীৰে কঁপাই তুলি চেনেহ আশীষ ঢালি
আবেগে দুয়োকে দিয়ে মধু শিহৰণ
লাগে মোক উলাহৰ নতুন কিৰণ।

লাগে মোক সন্ধিয়াৰ হেঙুলী বৰন
জীৱনৰ শেষ গান মাৰ গই উটি আহে
কোন সুদূৰৰ পৰা অজান পুৰীৰ সুৰ
শান্তিৰ কৰুণা ভৰা পৰাণ শীতল কৰা
অতি সুমধুৰ।

তোমাৰ বুকুতে মোৰ শেষ গান মাৰ যক
তোমাৰ কোলাতে মোৰ জীৱন সমাধি হক
তোমাৰ চুমাই মোক পাহৰাওক জীৱন-মৰণ

তুমি মোৰ জীৱনৰ অতিকে আপোন
তুমি মোৰ অন্তৰৰ প্ৰেমৰ দাপোণ
তোমাৰ মুখলে চাই মাগি লম শেষৰ শয়ন
বিচাৰিম অজানৰ সোণালী বৰণ
লাগে মোক সন্ধিয়াৰ হেঙুলী বহণ।

✿ ✿

## সোঁৱৰণী

আজি পৰিছে মনত—
বই অহা অতীতৰ জীৱন সুঁতিত
টুলবুল ইকৰাৰ নাও
চাপিছিল বালি চাপৰিত
চিক্‌মিক্ পুৱাৰ কিৰণে
লুইতৰ তিৰবিৰ পানীৰ বুকুত
আঁকিছিলি সোণোৱালী ছবি
জীৱনৰ ভৱিষ্য পটত
আজি পৰিছে মনত।

মুখত বাঁহীটি লই—
নিজানত বহি কোনে নিজৰ ভাৱত
মিঠা সুৰে ৰননি কঁপালে
সেইদিনা গছৰ তলত
আপুনি বুলিলো বাট
মিছিকিয়া হাঁহি মাৰি টানি কাষলই
নিমিষতে কৰিলে আপোন
চেনেহৰ বাতৰিটি লই
মুখত বাঁহীটি লই।

মধুৰ সপোন মোৰ—
মৰমেৰে মালতীৰ গোঁথা মালা ধাৰি

সাদৰে শিৰত তুলি লই
উলাহেৰে গ'লো আগবাঢ়ি,
দূৰ দূৰণিৰ ছবি
আঁকিছিল নিতে নিতে নতুন ভাৰত
কল্পনা লগৰী লই
নাচিছিল সুখৰ ওৰ
মধুৰ সপোন মোৰ।

আজি কত দিন হ'ল—
আঁতৰালে ছয়াময়া ছবি সপোনৰ
দিঠকৰ নিঠুৰ পৰশে
অপূৰ্ণ বাসনা অন্তৰৰ
আপুনি আঁতৰি গ'ল
লাভে মূলে জীৱনৰ সকলো হেৰাল
সংসাৰৰ অচিন হাটত
কালৰ কোলাত স্মৃতি ৰ'ল
আজি কত দিন হ'ল।

চেনেহৰ সোৱঁৰণী
পাহৰা বাঁহীৰ সুৰ বাজিছে দুনাই
অতীতৰ হেৰোৱা মাধুৰী
জিলিকিছে ধৰণী শুৱাই
আকাশে বতাহে পুনু
আশাৰ নতুন বাণী উজলে আপুনি
সেউজীয়া কোমল হিয়াত
পোহৰৰ পৰে জিলিঙনি
(মোৰ) চেনেহৰ সোৱঁৰণী
কোনে কয় নাই নাই—
দিঠকে সপোনে নিতে সকলো কামত
আকাৰে ইঙ্গিতে উদগায়
—পাহি লয় কালৰ হাতত
অশৰীৰী আতমাই
নেদেখা হাতেৰে পৰশ বুলাই যায়

আকাশী নিয়ৰ সকগৰ
নামি ধীৰে আশীষ— বিলায়
কোনে কয় নাই নাই।

✡ ✡

## ৰবাগী (২)

মন নোবোলাই কাপোৰ বোলালা
দেৱতা পাবলে বুলি।
হে মোৰ ৰবাগী কিনো ভুল কৰিলা
ভুলৰ নিচান তুলি।।
বীণ খনি লই ঘৰে ঘৰে গই
গালা হৰিগুণ গান
সজাৰ পখীৰ সুৰৰ দৰেই
প্ৰাণ শূন্য মাথো তান।
নিৰলা বিচাৰি পৰ্ব্বতে কন্দৰে
ফুৰিলা অকলে ঘূৰি।
অলীক ভাৱনা মনৰ বাসনা
পাৰিলানে দিব এৰি?
বাহিৰৰ বোলে উজলাব জানো
ঢকা-বেদী আন্ধাৰত?
ভিতৰত যদি নজলোৱা বাতি
শূন্য পূজা মন্দিৰত।
দেৱতাই হেৰা বিচাৰে তোমাৰ
প্ৰাণৰ প্ৰদীপ জলা।
ভকতি ফুলেৰে হৃদি মন্দিৰত
জীৱন অৰ্ঘ্য ঢলা।।
জীৱ জগতৰ দিয়া সকলোকে
তোমাৰ চেনেহকণি।
প্ৰেমৰ বাঙলী বোলেৰে এবাৰ
বোলোৱা অন্তৰখনি।।

হিয়া উজলাই আহিব আপুনি
তেওঁ যে অন্তৰযামী।
অন্তৰতে পাবা দেৱতা তোমাৰ
প্ৰভু প্ৰেমময় স্বামী।।

✲ ✲

## এখনি গাঁৱৰ মৰিশালিৰ ওচৰত

কাষৰ দ'লৰ পৰা ডবা-শঙ্খ বাজি
সন্ধিয়াৰ দিছেহি জাননী,
ঘৰলই উভতিছে গৰখীয়াটিয়ে
পলুৱাই ভাগৰ আমনি।

এন্ধাৰে ঢাকিছে আহি গছ লতা বন,
মাথো মই অকলশৰীয়া,
নিৰলে নিমাতে আছোঁ আকাশ তলত
তথা লাগি বিশ্বভাৱৰীয়া।

কি এটি গহীন ভাব ধীৰে ধীৰে আহি
বিৰাজিছে প্ৰকৃতি বুকুত,
আৰু এটি সকৰুণ বিষাদৰ সুৰ
উটি ফুৰে মলয়া লগত।

আঁহত গছৰ পৰা নিয়তি চৰায়ে
দুটি এটি চিএৰ মাকিছে,
মাজে মাজে ফেকুৰাৰ বিকট আৰাৱে
ৰাতিটিক গহীন কৰিছে।

শিমলু তলৰ এই ঠাইখনিতেই
কতজন নিশবদে পৰি,

চিৰকাললৈ হায় মুদিলে নয়ন
ভাই বন্ধু সকলো পাহৰি।

শীতল সমীৰে পুৱা ফুলে ফুলে বই
জগতক সৌৰভ বিলাব,
কুলিয়ে পুৰতি নিশা আমৰ ডালত
কতবাৰ কু-উ-উ কৰিব।

কিন্তু হায় প্ৰকৃতিৰ শত যতনেও
ই সবক নোৱাৰে তুলিব,
অনন্ত টোপনি এই শতেক জনৰ
কেতিয়াও নোৱাৰে ভাঙিব।

জুহালৰ কাষলৈ গধূলি পৰত
তেওঁলোক নাহে পুনৰাই,
চাৰিকাষে বেঢ়ি ধৰি নাতি-পুতিবোৰে
সাধুকথা নুশুনে দুনাই।

মাঘৰ ভোগালি বিহু কতনো ৰঙেৰে
পাতিছিল খেতিৰ শেষত,
ফুলিছিল হাঁহি মাতি ঘৰে ঘৰে সবে
ৰঙালি বিহুৰ উলাহত।

গাৱলীয়া জীৱনৰ সৰলতা সনা
সুখৰ দুখৰ কথা শুনি
নিজৰ সম্পত্তি দেখি নেহাঁহিবা হেৰা
আগ পিছ একোকে নুশুনি।

ৰজা-প্ৰজা, ধনী-দুখী য'তে যেয়ে থাকা
শেষ দশা সবাৰে সমান,
অনিত্য সংসাৰ এই নশ্বৰ জীৱন
শেষ ঠাই সুন্দৰ শ্মশান।

পদুম পাতত পানী টল বল কৰি
থাকোঁতেই পৰে ৰতাহত,
সংসাৰত জীৱটিয়ে খেলি থাকোঁতেই
শেষ হয় কালৰ হাতত।

তেন্তে কিয় মিছাকৈয়ে ধনৰ বিচাৰ
মিছাকৈয়ে মান-অপমান,
মিচাকৈয়ে সম্ব-ৰব মিছা ভেদাভেদ
একোৰেতো নেৰাখিব প্ৰাণ।

কোনোবা ধৰমী, কোনো ৰাজ বলে বলী
এই ঠাইতেই আহি গুলে,
নিজ নিজ গুণ যত লগতেই গ'ল
জগতত কেৱেঁ নেজানিলে।

নেদেখিলে সংসাৰত জ্ঞানৰ পোহৰ
দুখকেই মোৰ বুলি ললে,
বিপদ-ধুমুহা আহি আশাৰ পুলিটি
একেবাৰে মোহাৰি পেলালে।

অশেষ ৰতন থাকে সাগৰ বুকুত
মানুহৰ চকুৰ আঁৰত,
কতনো ধুনীয়া ফুল লেবেলি শুকায়
নিৰজন বনৰ মাজত।

কতজন সাহে-পিতে গদাধৰ হই
মুৰ তুলি আছিল গাৱঁত,
নীৰৱে বজাই বীণা কতবা শঙ্কৰে
শেষ শান্তি ললে শ্মশানত।

নিজৰ কপাল দোষে সীমাৰ বাহিৰে
এখোজকে নোৱাৰিলে দিব,

জীৱন উছৰ্গি কোনো মহৎ কামত
নোৱাৰিলে সুনাম লভিব।

তথাপি থাকিব নাম নিজৰ গাঁৱত
লগৰীয়া সবে নেপাহৰে,
'আমাৰ লগৰে তেওঁ আছিল এজন'
জগতক কব উলাহেৰে।

গৰু মেলি পথাৰত বহোঁ সকলোৰে
ৰঙমনে গছৰ তলত,
মধুৰ পেঁপাৰ মাতে দুপৰ ৰ'দত
সুৰ দিয়ে জিলিৰ লগত।

কত গাঁৱলীয়া গীত গাঁও উলাহেৰে
হাবি বন খলক লগাই,
কাষৰ বিলৰ পৰা ভেঁট ফুল তুলি
লওঁ মালা ডিঙিত মেৰাই।

এনেদৰে সুখে-দুখে সমনীয়া সবে
হাঁহি মাতি জীৱন কটালোঁ.
হঠাতে হেৰাল তেওঁ কেনিবা এদিন
উৱাদিহ একোকে নেপালোঁ।

দুদিনৰ পিছে দেখোঁ আবেলি বেলিকা
চিতা জ্বই শিমলু তলত,
ভাই বন্ধু সকলোটি কান্দি লালকাল
হিয়া ভগা বিয়োগ-শোকত।

ইয়াতেই অন্ত হ'ল জীৱনৰ খেলা
—এটি প্ৰাণ সৰল চিতীয়া,
মৰম-চেনেহ তেওঁ একো নিবিচাৰে
মাগে মাথোঁ এটি হুমুনিয়া। ✿ ✿

(বাঁহী)

# আদি আৰু অন্ত

ক্ষন্তেকীয়া জীৱনৰ ক্ষন্তেক খেমালি
সাঙ কৰি উঠিলো পাটীত
হেঁপাহেৰে অতীতৰ পিনে ঘূৰি চাওঁ
নাই চিন সময় বালিত।
অতীত অতীত হ'ল প্ৰাণৰ মাজত,
বৰ্ত্তমান নোৱাৰোঁ বুজিব,
বিয়লিৰ ছয়ামৱা চকুৰ আগত
ভবিষ্যত নোৱাৰো ধৰিব।
শুকাল তটিনী খনি ধীৰে ধীৰে বই
সময়ৰ সোঁত পাহৰাই,
আছো মাথো থিয় হই শুকান বালিত
নিৰাশাত আশাটি মিলাই।
বাজিছে নিৰলে মোৰ জীৱনৰ বীণ
জগতৰ নিজম চকুত,
শোকৰ সঙ্গীত উঠি ধীৰে মাৰ যায়
নিশবদে প্ৰাণৰ মাজত।
নিজম দুপৰ ৰাতি, নিমাত সকলো
টোপনিত অচেতন প্ৰাণ,
উদাস পৰাণ মোৰ শুনিছো অকলে
লক্ষ্যহীন জীৱনৰ গান।
চকুৰে নমনো একো গোটেই আন্ধাৰ
ওপৰত ডাৱৰেৰে ভৰা,
কেতিয়াবা তাৰ মাজে থিমিক থিমিক
জ্বলে মাথো দুটি এটি তৰা
সমুখৰ শ্মশানকো আন্ধাৰে ঢাকিলে;
চিতা-জুই নুমাল এতিয়া,
কতো নাই পোহৰৰ শেষ ৰেখা কণি
—জীৱনৰ শেষ লগৰীয়া

চকুলো দুধাৰি মোৰ জীৱন সম্বল,
আছে আৰু ভগা বীণখনি,
আকুল সুৰেৰে তাত উঠে ঘনে ঘনে
আধা ফুটা বিষাদ ৰিনৰি
ফুলাম পাখিৰে উৰি ফুলে ফুলে পৰি
পখিলাটি বসন্ত কালত,
সুৰুয কিৰণ সানি জেউতি চৰাই
নাচি নাচি উৰে উলাহত।
দুদিনৰ পিছে তাৰ দুদিনীয়া খেলা
শেষ হয় কালৰ হাতত,
বিজুলী ৰেখাটি যেন চিকমিক কৰি
মাৰ যায় মেঘৰ মাজত।
ক'ত আজি অতীতৰ মোহিনী ছবিটি
ক'ত মোৰ সুখৰ সপোন,
ক'ত মোৰ ধীৰে বোৱা শান্তিৰ নিজৰা
ক'ত মোৰ প্ৰেমৰ দাপোণ?
কত যতনেৰে মই সাজিছিলোঁ হেৰা
পঁজা এটি তটিনী তীৰত,
আছিলো অকলে তাত আপোন মনেৰে
মানুহৰ চকুৰ আঁৰত।
সোণালী কিৰণ ঢালে পুৱাৰ সুৰুযে
সমীৰণ ধীৰে বই যায়,
গছৰ ডালত পৰি কতনো চৰায়ে
মিঠা সুৰে নানা গীত গায়।
উলাহত জুৰিটিয়ে ঠেও ধৰি ধৰি,
সুৰুযক সাবটি বুকুত,
বগুতে বাগুলী হই কুলু কুলু সুৰে
কত কথা পাতে গুপুতত।
আবেলি বেলিকা বেলি পশ্চিমৰ ফালে
লাহে লাহে হেঁপাহেৰে চায়,
সন্ধ্যাক আদৰি আনে শীতল সমীৰে
বিদায়ৰ শেষ গীত গাই।

জোনৰ হাঁহিটি পৰে নীৰৱে ধৰাত
মোৰ সেই পঁজাৰ আগত,
লাজুকী ফুলৰ কলি নিয়ৰক পাই
চুমা চুমি কৰে হৰষত।
উদাসী মলয়া ধীৰে ধীৰে চলি যায়
পাৰ হই মুকলি পথাৰ,
আকাশ তলত বহোঁ মুকলি মনেৰে
—প্ৰাণ মোৰ সুখৰ আধাৰ।
ভাবিছিলো চিৰকাল যাব এনেদৰে
প্ৰকৃতিৰ লীলা খেলা চাই,
সুখতে কটাম মোৰ গোটেই জীৱন
নাচি নাচি সুখ-বাঁহী বাই।
হঠাতে এদিন কোনে গহীন খোজেৰে
দেখা দিলে পঁজাৰ কাষত,
হাতৰ ঠাৰেৰে মোক পাছে পাছে আনি
সমুখত দেখালে জগত।
আচৰিত হই মই চাওঁ একেথৰে
—ই যে এক কঠোৰ সাধনা!
জীৱন যুঁজৰ বাট অতিকে কঠোৰ
নোহে ইটো কবিৰ কল্পনা।
হাঁহি মুখে শত শত লগৰীয়া যায়,
সিপাৰৰ শুনি আবাহন,
মায়াৰ মোহিনী বান্ধ হেলাৰঙে ছিঙি
নিজ কাম কৰি সমাপন।
থাকোতে পোহৰ মই নকৰিলো একো
ঢউ লেখি সময় কটালোঁ,
সাৰ পাই উঠি দেখো পলাল পোহৰ
এবে মই নিগমে বুজিলোঁ।
কল্পনা! নোহোৱা তুমি সংসাৰ-সাৰথি,
তুমি মাথো মায়াৰ ছলনা,
মিচাকৈয়ে অতদিন সকলো পাহৰি
কৰিছিলো তোমাৰ বন্দনা।

এতিয়া বুজিল বেলি, বাজিছে প্ৰাণত
নিৰাশাৰ করুণ ৰাগিনী
এয়ে আজি জগতত জীৱনৰ মোৰ
আদি আৰু অন্তৰ কাহিনী।

✿ ✿

(বাঁহী)

## নিজৰাৰ গান

নিজৰি নিজৰি নামিছে নিজৰা,
লুইতৰ লগতে মিলিব গই।
লুইতৰ সোঁতত উমলি জামলি,
অকণি হিয়াকে বিলাব অই।।
পুৱাৰ কিৰণে সাৱটি চুমিলে,
লাজতে ৰাঙলী দুখনি গাল।
প্ৰেমৰ লহৰে পৰাণ কঁপালে;
পাতিলে আবেগে মোহিনী জাল।।
সাগৰ চুমিব গই!
আপোন পাহৰি দিলে পাৰি মেলি
মহা নীৰৱতা লই।।
সন্ধিয়া নামিলে হেঙুলি বেলিটি
সাগৰে সাৱটি থলে।
ধীৰেৰে আন্ধাৰে ধৰণী ঢাকিলে
পোহৰে মেলানি ললে।।
একেটি ধাৰাতে বই।
একেটি সুৰতে সাগৰৰ কোলাতে
নিজকে মিলালে অই।।

✿ ✿

(জোনাক— ১ম বছৰ, ৩য় সংখ্যা, ১৮৭৭ শক)

## উপনিষদৰপৰা

দেৱতা সৱজি দিলে যি জনাই
সকগৰ অধিকাৰ
বিশ্ব অধিপতি ৰুদ্ৰ মহাঋষি
পূৰ্ণজ্যোতি মহিমাৰ।
হিৰণ্য গৰ্ভক পোনতে বিজনে
দিলেহি আসন আনি
মঙ্গলময় মঙ্গল কৰা
শুভদা বুদ্ধি দানি।
✿ ✿

## মধুবাতা ঋতায়তে

ওঁ যোদেৱোহ গ্নৌ যোহপ্সু
যো বিশ্বং ভুৱনমাবিৱেশ।
য ওষধীষু যো বনস্পতিষু
তস্মৈ দেবায় নমোনমঃ।।

অগ্নিৰ মাজত বিৰাজে যিজনা,
শতধা জ্যোতিৰে বিকাশ হই,
সলিল বুকুত যিজনা দেৱতা,
বিৰাজে কৰুণা ধাৰাৰে বই;
বিশ্ব-ভুৱনৰ প্ৰতি অণুতেই,
যিজনা দেৱতা ব্যাপ্ত আছে
যাৰ পৰশত লাজুকী কনি,
ৰঙতে ৰূপহী জেউতি যাচে,
গছ গছনিৰ ওপৰে যিজনা,
শুৱনি শোভাৰে জাতিষ্কাৰ,
ভকতি ভাৱেৰে সেই দেৱতাক,
জনাওঁ শতেক নমস্কাৰ। ✿

# নাৱৰীয়ালৈ

১। দুৰণিৰ সৌ দেশলৈ
নাৱৰীয়া নিয়া নাও বাই
পোহৰক আন্ধাৰে আৱৰে
দিয়া মোক বাট দেখুৱাই।

২। সপোনৰ সুখৰ ছবিটি
কেনিবাদি আঁতৰি পলালে
ভাগৰত বাটকৰাটিয়ে
বালিৰ বুকুতে ঠাই ললে।

৩। সেইদিনা সোঁতৰ লগত
আনিছিলা নাওখনি বাই
তুমি মোক এই ঘাটতেই
নাও মেলি গলা ভটিয়াই।

৪। জীৱনৰ প্ৰথম পুৱাত
ৰংমনে গ'লো আগুৱাই
সুৰুষৰ সোণৰ কিৰণে
দিলে মোক বাট দেখুৱাই।

৫। জগতত বাট বুলি বুলি
ভাগৰত লাগিল আমনি
আজি এই জুৰণি ঘাটত
চাপিলোহি অকলে আপুনি।

✿ ✿

# নাৰৰীয়া ক'ত তোৰ ঘৰ

সুদূৰৰ চেনেহৰ সুৰে
উৰি উৰি আহি কাষলই
চেনেহৰে কাণে কাণে কয়
নাৰৰীয়া আঁহা ঘৰলই।

—সপোনক আঁকোৱালি ধৰি
আপোনক কৰি দিলি পৰ
এতিয়া যে যাব অকলই
নাৰৰীয়া ক'ত তোৰ ঘৰ?

✿ ✿

# বেদস্তুতি (নব বৰষৰ গান)

"পশ্যেম শৰদঃ শতং
জীবেম শৰদঃ শতং
শৃনুয়াম্ শৰদঃ শতং
প্ৰৱবাম শৰদঃ শতম্
অদীনাঃ শ্যাম শৰদঃ শতং
ভূয়শ্চ শৰদঃ শতাৎ"

দেখিম চকুৰে শতেক শৰত
ধৰণী উজল কৰা (সুখেৰে ওপচা ধৰা)
(কটাম ৰঙেৰে) থাকিম সুখেৰে শতেক শৰত
পৰাণ উলাহে ভৰা।।
কাণেৰে শুনিম শত শৰতৰ
শুৱলা মধুৰ ধ্বনি।

স্পন্দিত হওক শতেক শৰত
শুনি তেজোময় বাণী।।
অদীন আতমা শতেক শৰতে
কৰিব বীৰ্য্যবান।
শত শৰতৰ পাচতো পুনৰ
থাকিব পূৰ্ণ প্ৰাণ।।

শুক্ল যজুৰ্বেদ– ৩৬।২৪

(বদালি, জ্যোতি, মৌচুমী আৰু শঙ্কৰদেৱ বিদ্যালয় পত্ৰিকা)



## দীনদুখী

কাঁইটে ফুটিলে নাপালো গোলাপ
মোৰ কপালত সেয়েই ভাল
দিনৰ পোহৰ যদিবা নাপাওঁ
আদৰোঁ আন্ধাৰ অনন্ত কাল।।
আলহী ঘৰত নাপালো আসন
সুধী সমাজতো নলয় নাম
মন্দিৰতে থক মন্দিৰ দেৱতা
আছে জীৱনত বহুত কাম।।
প্ৰেমৰ বৰাগী প্ৰেমত বলিয়া
ভেদাভেদ মোৰ অকণো নাই
দীন দুখী মই জগত মাজত
ফুৰিছোঁ প্ৰেমৰ বাতৰি লই।।
ৰজা মহাৰাজে নানান সাজেৰে
আহি জগতত বিচাৰে প্ৰেম
প্ৰেমৰ কণিকা উফৰি পলায়
দেখি সি সবৰ নৰজা ভেম।।



## আদৰণী

কোন তুমি হেৰা গধূলি পৰত
আহি অকলই আছাহি ৰই;
নবীন পূজাৰী আনিছানে মোৰ
হেৰোৱা চাকিটি হাতত লই?

এই মন্দিৰৰ শত উৎসৱত
জ্বলিছিল মোৰ প্ৰাণৰ বাতি;
সেই অতীতৰ পাৱা জানো চিন
আজি তুমি এই আন্ধাৰ ৰাতি?

জোনৰ পোহৰ উলাহে সাৰটি
অকলে উমলি ফুৰোঁতে মই,
বাটৰ ধূলিত প্ৰাণৰ পোহৰ
হেৰাল কেনিবা মিহলি হই।

মিছা বসন্তৰ কুসুমৰ মেলা,
মিছা সপোনৰ সুৰদি কথা,
কল্পনা জালেৰে পাৰেনে লুকাব
নিৰাশ প্ৰাণৰ গভীৰ বেথা?

যাৰ অন্তৰত নিৰলা চুকত
ধীৰেৰে আন্ধাৰ আহিছে পৰি;
অতীত সুঁৱৰি সিনো কেনেকই
থাকে সপোনকে লগৰী কৰি?

তোমাৰ প্ৰাণৰ আশাৰ চাকিটি
জ্বলিছে নতুন কিৰণ মেলি;
হেঁপাহেৰে তাক ধৰিছাহি তুমি
শূন্য মন্দিৰৰ আন্ধাৰ ঠেলি।

পুণ্য কিৰণত উজলি উঠিল,
পলাল আন্ধাৰ কেনিবা উৰি;
হেৰোৱা পোহৰ নামিল দুনাই,
বহিল দেৱতা আসন জুৰি।

কৰা পূজা তুমি এই মন্দিৰতে
নবীন পূজাৰী হৃদয় খুলি;
পূজাৰ শেষত দেৱতাই নিজে
দিব বৰ মালা শিৰত তুলি।

(দেৱীচৰণ বৰুৱা কলেজ আলোচনী— ১৯৫৮)



# বিহু আদৰণি

দক্ষিণৰ মলয়া বই যা বই যা
সপোন সোণোৱালী লই;
বননিৰ ওপৰে উৰি যা উৰি যা
বিহুৰে বাতৰি কই।
এজাৰো ফুলিলে পলাশে হাঁহিলে;
কপৌ ফুল ওলমি ৰ'ল;
গছে গছে ন ন কুঁহিপাত ওলালে
বননি গুৱনী হ'ল।
বিহুৱা চৰায়ে বিহু সুৰ তুলিলে
হাবিৰে মাজতে ৰই;

কুলিয়ে মাতিলে কেতকী উৰিলে
উলাহৰ বাতৰি কই।
অ' মোৰ চেনেহী আহাঁ মোৰ লগৰী
বিহু মাতি আনোগৈ।
চেনেহৰ সখীঁৰা মেলি সমনীয়া
বিহুকে আদৰো অই
ৰাঙলী হিয়াৰে ৰেহানি মেলি লই
বিহু মাতি আনো গই
বিহুকে আদৰো অই
আঁহা সমনীয়া আঁহা লগৰীয়া
বিহু মাতি আনোগই।

(ভ্ৰমৰ— ৩য় বছৰ, ১৮৭৪ শক, শাওন চ'ত)

✡ ✡

## মিলন

(১)

বাজিছে দুনাই আজি পুৰণি বীণত
সুমধুৰ মিলনৰ তান;
আশাৰ কিৰণ পুনু জিলিকি পৰিছে
শুনি সেই অতীতৰ গান।

(২)

টোপনি কোলাৰ পৰা এটি দুটি কৰি
সাৰ পাই সকলো উঠিছে,
উৎসাহী সেৱক দলে মাতৃ মন্দিৰত
উলাহেৰে আসন পাতিছে।

(৩)

জননীৰ কাষ চাপি ভকতি ভাৱেৰে
কোঁচ ভৰি ফুল তুলি লই,
প্ৰীতি উপহাৰ আজি মাতৃ চৰণত
হেঁপাহেৰে সমৰ্পিছে গই।

(৪)

লয়-লাসে হালি-জালি ভাই ভাই বুলি
সাদৰেৰে কৰে আলিঙ্গন;
থিয়লা-থিয়লি আজি পাহৰি তেনেই
সকলোটি সানন্দে মগন।

(৫)

বহুদিন আগে বোবা আশাৰ পুলিটি,
আছিল সমূলি পৰি জঁয়;
ই মিলন গুণে আজি সতেজ হৈছে
ধুমুহাৰ নাই একো ভয়।

(৬)

বলোক ধীৰেৰে আহি মলয় সমীৰ
আকৌ চৰায়ে গক গান,
ৰূপহী জোনায়ে আহি জগত মোহক
মৰতত কৰি সুধা দান।

(৭)

হেঙুলী বৰণ লই পুৱাৰ সুৰুযে
পাতে পাতে খেমালি কৰক,
আধাফুলা ঢোপাকলি ফুলি ফুলি সৰি
ফুলেৰেই ফুলনি ভৰক।

(৮)

সঞ্জীৱনী বীণ দেৱী বজোৱা এবাৰ
যি বীণাৰ অমিয়া সুৰত;
ধৰিছিল একেলগে সকল মৰতে
মিলনৰ গান উলাহত।

(৯)

যি বীণাৰ সুৰতেই পৰ্ব্বতীয়া জুৰি
মিলিছেহি তটিনী বুকুত;
আউলী-বাউলী হই কুলু কুলু সুৰে
তটিনী মিলিছে সাগৰত।

(১০)

যি বীণৰ সুৰতেই পৃথিৱী মাজত
অকলশৰীয়া কোনো নাই;
নতুন ভাবেৰে দিয়ে ইটিয়ে সিটিক
নব প্ৰেম হিয়া উদগাই।

(১১)

তেনে মিলনৰ সুৰ বজোঁৱা এবাৰ
উঠে যদি দুটি এটি প্ৰাণ;
বিশেতি শতিকা এই কামৰ সময়
কোনে থাকে হই অচেতন।

(১২)

আঁহা সবে মিলি মনে একে লগ হই
আগুৱাওঁ সংসাৰ ক্ষেত্ৰত;
বাধা বিঘ্নি দুৰ কৰি কৰ্ত্তব্য সাধিম
সুফল লভিম জগতত।

✿ ✿

# সুখগীত

দুখ শোক যত পাহৰি এবাৰ
সুখগীত হৰষত,
নতুন পুৰাত নতুন সুৰেৰে
গাওঁ সবে উলাহত।

দিওঁ দূৰ কৰি মনৰ কুৱঁলী,
ভিন ভাব যেন নেৰাখোঁ সমূলি,
প্ৰীতি পুষ্পাঞ্জলি, ভাই বন্ধু মিলি,
জননীৰ চৰণত।

দিও হেঁপাহেৰে, গাওঁ উলাহেৰে
সুখগীত হৰষত।
মিছামিছি কিয় ভাবোঁ বহি বহি
যত অতীতৰ কাহিনী
পুৰা সুকৃষৰ সুখ কিৰণত
কিয় বিষাদৰ ৰাগিনী?

সকলোটি আহি হাঁহি মাতি যায়,
কোনোৱে কেনিও উভতি নেচায়,
নাচি নাচি আহি যায় হাঁহি হাঁহি,
নলয় অলপো জিৰণি।

সেইদৰে আমি হাঁহি মাতি যাম,
কিয় বিষাদৰ ৰাগিনী?
মুকলি আকাশ, মুকলি ধৰণী,
এনে সুখ সময়ত
যিহকে পাইছো তাকে তুলি লই,
থাকোঁ সুখে জগতত।

আকাশ-কুসুম আশাও নকৰোঁ,
মিছাকৈয়ে তাৰ পিছতো নলৰোঁ,
হাবাথুৰি খাই বিচাৰি নাপাই
পৰোঁ কিয় ভাগৰত?
শক্তিৰে যদি থাকিবলে পাওঁ
জগতৰ একচুক।
ফুলটি শুকালে পুনু ঠন ধৰি
নেহাঁহে মধুৰ হাঁহিটি;
সুখৰ পিছত দেখো চাৰি পিনে
কিয় বিষাদৰ ছবিটি?
সুখ-দুখ যত এই সংসাৰত
হব সব লয় কালৰ হাতত;
বাঢ়িলে বাঢ়ক, টুটিলে টুটক
কিয়নো শোকৰ গীতটি?
এদিন সকলো ঢুকাব যেতিয়া
কিয় বেজাৰৰ সুৰটি?
কৰ্ত্তব্য পথত ধীৰে আগুৱাম
ক্ষুদ্ৰ স্বাৰ্থ পৰিহৰি,
কৰিব লগীয়া যত কাম আছে
যাম সকলোটি কৰি।

নিজা কৰি লম অইনৰ দুখ,
পাৰোমানে দিন সকলোকে সুখ,
সকলোটি মোৰ যেন আপোনাৰ
কেতিয়াও নেপাহৰি,
এটি এটি কৰি যত কাম আছে
যাম হাঁহি মুখে কৰি।
কৰ্ত্তব্য অন্তত মাগিম মেলানি,
বজাম বিদায় বীণ,
চাওঁতে চাওঁতে সুন্দৰ ই ধৰা
কেনিবা হ'ব বিলীন,

সংসাৰ মাজত দুটি এটি সুৰ,
পাৰো যদি কৰি যাম সুমধুৰ,

সি সুৰ বাজিব সদায় থাকিব,
বাজে যেন চিৰদিন
সংসাৰৰ খেলা সামৰি তেতিয়া
হ'ম অনন্তত লীন।।
✡ ✡

## আবাহন

" Ring out the old, ring in the new"

-Tennyson

(১)
বজোৱা মঙ্গল শঙ্খ কৰি সুমধুৰ,
ক'লা মেঘ আকাশৰ,
ক'লা ৰেখ বিষাদৰ,
পুৰণি বছৰে সতে কৰি দিয়া দূৰ
বজোৱা মঙ্গল শঙ্খ কৰি সুমধুৰ।

(২)
নতুন আলহী আনা কৰি আবাহন
সুখৰ বাঁহীটি শুনা
সত্যক আদৰি আনা
মিছাৰ মোহিনী মুখা দিয়া বিসৰ্জ্জন
সাদৰে জনোৱা সবে শুভ সম্ভাষণ।

(৩)
হৃদয়ৰ শোক দুখ যোৱাহে পাহৰি
বন্ধুৰ বিয়োগ ব্যথা

ধনী নিৰ্ধনীৰ কথা
আৰু যত ভিন ভাৱ দিয়া দূৰ কৰি
মধুৰ মিলন মন্ত্ৰ আনাহে আদৰি।

(৪)

ধীৰে ধীৰে মাৰ যোৱা পুৰণি কালৰ
আধা মৰা আধা জীয়া
সেই বাট এৰি দিয়া
এৰি দিয়া ভেদাভেদ যত সমাজৰ
মহত আদৰ্শ লোৱা পবিত্ৰ প্ৰেমৰ।

(৫)

পাপ, তাপ, দুখ, দৈন্য আতুৰ জনৰ
নিৰ্ম্মম কালৰ চিন,
একেবাৰে হক লীন
শেষ হক জগতৰ কাহিনী শোকৰ
উঠক মধুৰ তান সঙ্গীত সুখৰ।

(৬)

শেষ হক মানুহৰ মিছা অহঙ্কাৰ
হিংসা, দ্বেষ, ঈৰ্ষা, ভয়
সকলোৰে হক লয়
শুভক্ষণে জগতত উঠক এবাৰ
সাম্য মৈত্ৰী স্বাধীনতা ন্যায়ৰ বিচাৰ।

(৭)

আঁতৰক ধন তৃষ্ণা মান অপমান
নিজ স্বাৰ্থ পৰিহৰা
কৰ্ত্তব্যৰ পাছ ধৰা
মৰামৰি, কটাকটি হক অৱসান
ঘৰে-ঘৰে জিলিকক শান্তিৰ নিচান।

(৮)

আঁতৰক অজ্ঞানতা ক্ষুদ্ৰ হৃদয়ৰ
আহক মুকলি প্ৰাণ
মুক্ত কণ্ঠে গোৱা গান
পূৰ্ণ তুমি প্ৰেমময় অসীম সুন্দৰ
জীৱনত পৰে যেন তোমাৰ পোহৰ।

✡ ✡

(সাহিত্য প্ৰভা)

## তৰ্পণ

হিয়া ভগা বিয়োগ বাতৰি
নিমিষতে বিয়পি পৰিল
বাণী কুঞ্জ নীৰৱ নিমাত
ফুলা ফুল লেৰেলি সৰিল।

অমায়িক সৰল প্ৰকৃতি
ঋষি তুল্য আচাৰ্য্য দেৱৰ
আজীৱন কঠোৰ সাধনা
লক্ষ্য যাৰ অনন্ত পোহৰ।

একনিষ্ঠ জ্ঞানৰ সেৱকে
নিৰমল যজ্ঞৰ কাষত
উলাহেৰে ললেহি আসন
জয় মালা পিন্ধিলে গলত।

দেৱ ভাষা মথি যতনেৰে
অমৃত কৰিলে বিতৰণ
মৰতক দেখালে উলাহে
সৰগৰ নন্দন কানন।

কীৰ্ত্তি যাৰ "বৃত্ত মঞ্জৰী"য়ে
জগতত কৰিছে ঘোষণা
ৰাধিকাৰ কলঙ্ক ভঞ্জনে
গুণ যাৰ কৰিছে বৰ্ণনা।

ভাৰতৰ কাব্য নিকুঞ্জত
তুলিলে যি সুৰৰ লহৰী
"কামৰূপৰ কালিদাস" বুলি
সম্ভাষিলে পণ্ডিত মণ্ডলী।

হেৰুৱালে দুখুনী জননী
অসমৰ তেনেটি ৰতন
—ঘৰে ঘৰে বিষাদ ৰাগিণী
অসমীয়া শোকত মগন।

কান্দে আজি হিয়া ভুকুৱাই
উঠে আজি কান্দোনৰ ৰোল
উঠে আজি ঘনে ঘনে হাঁয়
আচাৰ্য্য স্বৰ্গগামী হ'ল।

কোনে আৰু জননীৰ নাম
উজলাব সুধী সমাজত?
সুললিত শ্লোকে ছন্দে কোনে
আৰতি ধৰিব মন্দিৰত

কোনে আনি পাৰিজাত মালা
জননীক দিবহি সাদৰে
কাক আজি 'মোৰ পুত্ৰ' বুলি
—জগতক কব উলাহেৰে?

অসমৰ অতীত গৌৰৱ
কোনে আহি দিব সোঁৱৰাই
অসমৰ অন্ধ অমানিশা
কোনে হাঁয় দিব পোহৰাই?

বন্ধ হ'ল মন্দিৰ দুৱাৰ
কোনে হাঁয় পূৰাব আসন?
ষোড়শোপচাৰ কোনে লই
কৰিবহি পূজা আয়োজন?

শেষ হ'ল সামবেদ গান
লয় পালে মধুৰ ঝঙ্কাৰ
মাৰ গ'ল অসম জেউতি
নামে ধীৰে ঘোৰ অন্ধকাৰ।

বিষাদৰ কালিমা ৰেখাই
ঢাকিলেহি হৃদয় আকাশ
শোক দুখে হব ম্ৰিয়মান
শুনো মাথোঁ গম্ভীৰ নিশ্বাস।

—নিশ্বাসৰ প্ৰতিধ্বনি উঠি
শূন্যৰ কোলাতে মাৰ যায়
পৰ্বতে কন্দৰে শুনো তাকে
প্ৰকৃতিতো সেয়ে হাঁয় হাঁয়।

মিলি আহি কান্দিছোহি সবে
—কৃতজ্ঞতা অশ্ৰু বৰিষণ
পবিত্ৰ ই বিদ্যা মন্দিৰত
দিছো আজি ভক্তিৰ তৰ্পণ।

✿ ✿

# অসমত আৰু লক্ষ্মীনাথ নাই

কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি বতাহে বিলাই
অসমত আজি লক্ষ্মীনাথ নাই।

লুইতৰ বুকুতে জনম লভিলা
লুইতৰ বালিতে মহা প্ৰয়াণ
লুইতৰ সুৰেৰে সুৰ বান্ধি লই
দিলা অসমক হেৰোৱা প্ৰাণ।

'ধনবৰ ৰতনী' লুইতৰ লগৰী
'নিমাতী কন্যা' নীৰৱ হ'ল
বাওঁতে বাওঁতে বৰাগীৰ বীণ
কিয়নো হঠাতে থমকি ৰ'ল।

নলৰিল হাত নুফুটিল মাত
ছিগিল আপুনি বীণৰ তাঁৰ
'আকাশী অমিয়া' কেনিবা উৰিলে
নবয় অমৃতৰ নিছিগা ধাৰ।

চিৰ চেনেহৰ 'ৰংপুৰ' নগৰ
তুমি নোহোৱাত পৰিল জয়
লৰালি কালৰ স্মৃতিটি সাৱটি
তোমাৰ 'দিখৌ' নীৰৱে বয়।

বিলৰ দাঁতিত 'পলাশ'ৰ ফুল
ফুলে এতিয়াও ৰাঙলী হই
দা-খনি লই ভৰ দুপৰত
কোনেনো লুকাই আনিব গই।

হাবিৰ এজাৰ নিজাৰ পৰিল
বনৰ চৰাইৰ হৰিল মাত
ভেঁট পদুমৰ মালা গাঁথি লই
কোনে আৰু আজি মেৰাব গাত।

বৰ ভাল পালা অসমক তুমি
থাকি বিদেশতো বঢ়ালা মান
দূৰ সুদূৰতো হিয়া ভৰি তুমি
গালা জননীৰ যশস্যা গান।

মাতৃ মন্দিৰত প্ৰতিমা থাপিলা
কতনো সাজেৰে সজালা তুমি
জিলিকি উঠিল সোণৰ কলচী
উঠিল জিলিকি জনম ভূমি।

ভাষা ফুলনিৰ পাৰিজাত ফুল
কোনে ছেগ চাই নিলেনো হৰি
ক'তনো লুকালা মেঘৰ আঁৰত
গোটেই অসম উৰুঙা কৰি।

কান্দা অসমীয়া ইনাই বিনাই
কান্দা অসমীয়া হিয়া ভুকুৱাই
বিষাদ বাতৰি বতাহে বিলায়
অসমত আৰু লক্ষ্মীনাথ নাই।

বিৰাজিছা আজি আনন্দ লোকৰ
দেৱ সমাজত— অমৃত প্ৰাণ
দেৱ হৈ গলা, শিৱৰূপে নামি
কৰা অসমক মঙ্গল দান।



## মহামানৱৰ মহাপ্ৰয়াণ

আজি ভাৰতৰ মহা সাধকৰ হঠাতে সিপাৰে অন্তমান।
ইপাৰে জগতে চাই চকুলোৰে মহামানৱৰ মহাপ্ৰয়াণ।।
সৰগৰ এটি নামি জ্যোতি কণা
নতুন আলোক কৰিলে দান।
নতুন সুৰৰ লহৰী তোলাই
ভাৰত বুকুত, বোৱালে বান।।
সেই বান পানী উঠলি উঠিল
ঘৰে ঘৰে তাৰ পৰশ পাই
দিলে মেলি পাৰি শত নৱ নাৰী
মুক্তিৰ মহান পথলৈ চাই।।
দিলে উজ্জলাই জাতিৰ অন্তৰ
শতেক যুগৰ তিমিৰ নাশি।
ভগীৰথে যেনে জাহ্নবীৰ ধাৰা
নসাই নাশিলে কালিমা ৰাশি।।
অহিংস যজ্ঞৰ হোমাগ্নি কাষত
সৰুবৰ মিলি একেটি হ'ল।
বিভেদ এৰিলে আতমা জাগিলে
এটি মহাজাতি উদ্ভৱ হ'ল।।
উদ্ভাসিত জননীৰ জ্যোতি
দিশে দিশে খ্যাতি বিয়পি গ'ল।
নতুন যুগৰ নৱ মহাবাণী
পৃথিৱী মাজত প্ৰচাৰ হ'ল।।

স্তম্ভিত হই বিশ্ব জগতে
ভকতি ভাৱেৰে দোঁৱালে শিৰ।
যুগ অৱতাৰ ত্যাগৰ আদৰ্শ
মহান আতমা ভাৰত বীৰ।।
হোমৰ অগনি জ্বলি থাকোতেই
উঠে আচম্বিতে শোকৰ তান।
যজ্ঞৰ বেদীত মহান পূজকে
শেষ আহুতিত ত্যজিলে প্ৰাণ।।
বিয়োগ বাতৰি দেশে বিদেশে
বিজুলী সঞ্চাৰে ব্যাপ্ত হ'ল।
নুফুটিল মাত নোলাল চকুলো
অনাথা জননী মৌন ৰ'ল।।
গভীৰ আন্ধাৰে ধৰণী ঢাকিলে,
প্ৰলয় নাচোনে প্ৰকৃতি নাচিলে,
ৰুদ্ৰ ৰোষেৰে গৰজি উঠিল
পিণাকপাণিয়ে ত্ৰিশূল ধৰিলে
ধ্বংসৰ কাৰণে আদেশ অপেক্ষি
ডাকিনী যোগিনী থিয় দি ৰ'ল
মহাত্মাই এটি মধুৰ হাঁহিৰে
প্ৰেমৰ জেউতি দুনাই জলালে।।
ধ্বংসৰ অগনি আপুনি নুমালে,
পিণাক পাণিয়ে ত্ৰিশূল এৰিলে,
ক্ষুব্ধ দেৱতা শান্ত হ'ল।
গৰজি গৰজি ফেনিল সাগৰো
আপোনা আপুনি নীৰৱে ৰ'ল।

নিঠুৰ নিয়তি ক'ত তেনে তোৰ
শত বিভীষিকা মৃত্যুৰ ভয়?
হাঁহিমুখে হেৰ' মৃত্যুঞ্জয়ী বীৰে
প্ৰেমেৰে মৰণ কৰিলে জয়।।
দেশৰ মানুহে নিচিনা কৰিলে
হ'লা নেকি নিজে মেঘৰ আঁৰ।

আজি শ্মশানত কিনো গাম গান
ছিগি গ'ল মোৰ বীণাৰ তাঁৰ।।
মাথো এটিবাৰ মাগিছো তোমাক,
মৰিও অমৰ মহান প্ৰাণ।।
সৰগৰ পৰা আশীষ বাতৰি
কৰা ভাৰতক মঙ্গল দান
সাধা জগতৰ মহা কল্যাণ।।

আজি ভাৰতৰ মহা সাধকৰ হঠাতে সিপাৰে অস্তমান।
ইপাৰে জগতে চাই চকুলোৰে মহামানৱৰ মহাপ্ৰয়াণ।।

✡ ✡

(৩১।১।৪৮— শিৱসাগৰ)

## লালা লাজপাত ৰায়

পঞ্জাব কেশৰী আজি অনন্ত শয্যাত
মাৰ গ'ল সিংহ নাদ-নীৰৱ নিমাত
কিন্তু তাৰ প্ৰতিধ্বনি ক্ষুদ্ৰ দেশ এৰি
বিয়পি পৰিছে শুনা গোটেই ভাৰত।
সাধ্য কি মৃত্যুৰ তাৰ মাৰ নিয়াবৰ
তেনে ত্যাগ মহামন্ত্ৰ স্বদেশ প্ৰেমৰ।
দেখালে যিজনে আজি অতদিন ধৰি
নিদ্ৰিত জাতিক দিলে নতুন চেতনা
অনন্ত উদ্যম আশা কৰ্ম্মৰ প্ৰেৰণা।
দেৱতা স্বৰূপে আজি দেৱ সমাজত
ৰৰবে আশীষ ধাৰা জাতিৰ শিৰত
আশীৰ্ব্বাদ ৰূপে নামি ভাৰত বাসীৰ
জিলিকিছে অন্তৰত তযু পুণ্য নাম
মৃত্যুৱে দূৰতে থাকি কৰিছে প্ৰণাম।

✡ ✡

## ঋগ্বেদৰ মধুময় ছন্দ

বওক ধীৰে মধু সমীৰণ
মধু হওক তটিনীৰ জল
দশোদিশ হওক মধুময়
মধু হওক ওষধি শ্যামল
মধু হওক দিন ৰাতিপুৱা
মধু পৃথিৱীৰ ধূলিকণ
মধু হওক মহান দ্যুলোক
মধুময় হওক পিতৃগণ
মধুমান হওক বনস্পতি
মধু হওক সূৰুয-কিৰণ
দশোদিশ হওক মধুময়,
মধুময় হওক দুনয়ন,
হওক যেন মধুময় মানৱ-জীৱন।।

✡ ✡

## ককাদেউতা আৰু নাতি ল'ৰা

ককা আৰু নাতি ল'ৰা একেলগে বহি
সাজিছে বালিৰ ঘৰ দুয়ো হাঁহি হাঁহি।
পোনাটি পুৱাৰ যেন কনক কিৰণ
আনজন সন্ধিয়াৰ হেঙুলি বৰণ।
পাহৰি বয়স দুয়ো খেলাত মগন
পুৱা আৰু সন্ধিয়াৰ মধুৰ মিলন।
হাঁহি হাঁহি পোনাটিয়ে কয় উলাহেৰে

সাজিম ইয়াতে ঘৰ অতি যতনেৰে।
চাৰিওফালে ওখ ওখ ঢাপ তুলি মই
ৰাখিম ঘৰটি মোৰ চোৰ নহাকই।
মাজতে ফুলনি খনি জেউতি চৰাব
বাটৰুৱা ভোল গই ৰই ৰই চাব।
ককাই সহাঁৰি কয় মূৰ দুপিয়াই
সাজিছিলো তেনে ঘৰ তাহানিখনেই।
এনেদৰে ঢাপ তুলি বাৰী পাতি মই
ৰাখিছিলো ঘৰখনি চোৰ নহাকই।
ফুলিছিল ফুল মোৰ ফুলনি শুৱাই
কালৰ সোঁতে যে নিলে সকলো উটাই।
এনেদৰে সময়ৰ সোঁত পাহৰাই
ওমলে জামলে দুয়ো একেলগ হই।
একে লগে হাঁহি মাতি কত কিযে কৰে
লৰালি সপোন দুয়ো ভাঙে আৰু গঢ়ে।
পোনাৰ চকুত খোলে ভবিষ্য মূৰতি
ককাৰ বুকুত উঠে অতীতৰ স্মৃতি।



(অৰুণ)

## শুৱলা সপোন

ফুল তুলি খেমালি কৰোঁতে
সৰগৰ দেৱ বালিকাই
এটি ফুল আলফুল কৰি
বতাহে আনিলে উৰুৱাই।
দূৰ দুৰণিৰ ছবি আঁকি
গইছিলা নীৰৱে নিৰলে
জীৱনৰ তটিনী তীৰত
ফুৰিছিলা আপুনি অকলে।

উৰি উৰি ফুলপাহি আহি,
পৰিলেহি তোমাৰ কোলাত,

মুখখনি উজলি উঠিল,
হিয়া ভৰা নতুন আশাত।
সন্ধিয়াৰ হেঙুলি ৰহণে,
ডাৱৰৰ বুকুত সোমাই,
এৰি অহা সৰগ জেউতি
মাজে মাজে মনত পেলাই।
ফুলপাহি বুকুৰে সাৱটি,
নিজৰ ভাৱতে ভোল গই
দেখিছিলা মধুৰ সপোন,
সেইদিনা বহি অকলই।
কোনোবাই মধুৰ পৰশে,
কাণে কাণে বাতৰিটি দিলে,
তোমাৰ বুকুৰ ফুলপাহি,
উলাহতে উজলি উঠিলে।
চেনেহেৰে সকলোকে কৰিবা আপোন
হোঁৱা যেন জগতৰ শুৱলা সপোন।

সঙ্গীতৰ শতধাৰা নামি,
বাতৰিটি দিলে বিয়পাই,
মন্দাকিনী ধীৰে বই যায়,
সঙ্গীতৰ সুৰটি কঁপাই।
চকু জুৰি পৰে জাপ খাই,
মলয়াৰ মৃদু পৰশত
সাৰ পাই উঠিলা যেতিয়া
তুমি সেই তটিনী তীৰত।
উজলিছে পুৱাৰ কিৰণ
উছাহৰ সোঁত বলি যায়।
সৰগৰ ফুল পাহি লই
তুমি ধীৰে গ'লা আগুৱাই।

জীৱনৰ অচিন পথত
পৰে যেন তোমাৰ মনত
শুনিছিলা যিটি সুৰ
সেইদিনা সৰগৰ নন্দন বনত
আজি যেন পৰক মনত।
চেনেহেৰে সকলোকে কৰিবা আপোন
হোঁৱা যেন জগতৰ শুৱলা সপোন। ✲ ✲

## ওমৰ খায়াম

কত যুগ ধৰি কালৰ কোলাত
দিনৰাতি দুয়ো সমানে চলে
ধৰণী বুকুত ফুলৰ সুষমা
সাগৰ বুকুত লহৰী তোলে।
ব'লা ধীৰে যাওঁ এই বাটে দিয়ে
আমাৰ আগতো কতনো গ'ল
কত সুন্দৰীৰ চকুৰ মণিটি
ধৰাৰ ধূলিতে মিহলি হ'ল।
টোপনি কোলাতে আহি কোনোবাই
কাণে কাণে যেন বাতৰি দিলে
সপোনে তোমাৰ জীৱন নাশিলে
সুখৰ কণিকা উৰাই নিলে।
জীৱন মৰণ নহয় সপোন
বিৰহ মিলন নহয় ভুল
হিয়াৰ মাজত কোবাহোঁ সপোন
পাৰেনে ফুলাব চেনেহ ফুল।
আনা সখা মোৰ জীৱনৰ সুধা
ধৰা প্ৰিয়তম নতুন তান

মিছা সপোনৰ ছবিআঁতিৰক
বক পৰাণত দুখৰ বান।
মাথো দুদিনৰ ধেমালি শেষত
জীৱন যৌৱন কেনিবা যায়
সুখৰ সমল হেৰালে এবাৰ
আৰু জানো তাক দুনাই পায়।

✡ ✡

## কবিতা বিদায়

লাহে লাহে আঁতৰিল আশাৰ পোহৰ
নিৰাশাই ঢাকিলে হৃদয়
সুখ-শান্তি সকলোটি কেনিবা লুকাল
দশো দিশ দেখো শূন্যময়।

ইপাৰত বহি যেবে বেজাৰ মনেৰে
সিপাৰৰ জেউতি বিচাৰো
দেখা পাওঁ সমুখত ছয়াময়া ছবি
দেখি হায় বুজিব নোৱাৰোঁ।

খন্তেক জলেহি আহি চকুৰ আগত
বিজুলীৰ চকামকা দৰে
হেঁপাহেৰে কাষচাপি আগবাঢ়ি যাওঁ
ছবি মোৰ কেনিবা আঁতৰে।

আমন-জিমন মনে উভতি আহিলে
শুনো যেন মধুৰ মাতেৰে
দুখীয়াৰ দুখতেই সমদুখী হই
কোনোবাই মাতিছে সাদৰে।

পুনু যদি আগুৱাই দুৰ্ব্বল হৃদয়
সুৰটিও ক্ষীণ হই যায়
বহুত দূৰতে শুনোঁ ৰিণিকি ৰিণিকি
লাহে লাহে তাতে মাৰ যায়।

নিতে নিতে এনেদৰে আশাৰ ছলনা
সহি সহি লাগিছে আমনি
যক উটি যেনি যায় কাল সাগৰত
আজি মোৰ জীৱন-তৰণী।

কোনেনো শুনিব হায় কোনেনো বুজিব
হৃদয়ৰ গভীৰ বেদনা
কাকনো চকুলো টুকি বেজাৰেৰে ক'ম
জীৱনৰ অশেষ যাতনা।

নেলাগে বন্ধুৰ স্নেহ, নকৰো কামনা
যতদিন আছোঁ সংসাৰত
নিজৰ মৰম লই নিজকে বিলাম
ল'ম সুখ প্ৰকৃতি কোলাত

জোনাক ৰাতিত বহি তটিনী তীৰত
সুমধুৰ শৰত কালত
স্বৰগ জেউতি চাই আপোন মনেৰে
উটি যাম নিজৰ ভাৱত।

নতুন সাজেৰে সাজি বসন্ত কালত
উলাহত নাচিব ধৰণী
কুঁহি কুঁহি ফুলপাত নতুন গন্ধৰে
চাই চাই লভিম জিৰণি।

সকলো সমান আছা প্ৰকৃতি বুকুত
কিন্তু হায় নৰ-সমাজত
খিয়লা-খিয়লি কৰি ইটিয়েং সিটিয়ে
অনৰ্থক পৰে বিপদত।

শান্তিময় মৰমৰ বিমল কিৰণ
য'ত মই নেপাওঁ বিচাৰি
অশেষ সুখেৰে পূৰ্ণ যদিও সি ঠাই
কেতিয়াও নধৰো আবৰি।

মিছামিছি মৰমৰ মোহিনী মুখাত
আৰু মোৰ নাই পতিয়ন
সঁচা বুলি ভাবি সেই ধুনীয়া ছবিটি
নকৰোঁও দুখৰ জীৱন।

নিৰাশ পৰাণ লই নিৰলে থাকিম
নবজাওঁ ক্ষুদ্ৰ বীণখনি
ভাবৰ উদয় নাই মনৰ মাজত
শূন্য যত অতীত কাহিনী।

উলাহৰ উপবন বিদায় বিদায়,
আঁহা, আঁহা, বিষাদ ৰিননি
কুহকী কল্পনা পুনু নিদিবাহি দেখা
আজি মই মাগিলোঁ মেলানি।

সংসাৰৰ সুখ-শান্তি সকলো এৰিলোঁ
আৰু মোৰ একোৰেই নাই,
শেষ যিটি হৃদয়ৰ আদৰৰ ধন
কবিতাও বিদায় বিদায়।।

✿ ✿

# সৰগ আৰু মৰত

শুনিছোঁ সদায় সৰগত সুখ, মৰত দুখেৰে ভৰা,
মৰতত মাথোঁ বিষাদ-বিননি আছে প্ৰাণ আধামৰা।
সৰগত ফুলে পাৰিজাত ফুল, মন্দাকিনী বৈ যায়,
নন্দন-কানন অপেচৰা গীত ইয়াত পাবলৈ নাই।
সদায় পোহৰ আছে সৰগত দেৱতাৰ লীলাভূমি,
দুৰাশা মাথোন আশা কৰা তাক মৰ্ত্ত্যৰ মানৱ আমি।
সৰগতে থক সৰগৰ সুখ, থক দেৱতাৰ লীলা,
মৰতৰ জীৱ মৰততে আমি পাতোঁ সৰগৰ মেলা।
কবিৰ কল্পনা সৰগ ভাৱনা, মূৰৰ মুকুট মণি,
মৰতত আছে প্ৰেমৰ নিজৰা, সুখ সৌন্দৰ্য্যৰ খনি।
মৰতত বয় চেনেহৰ সোঁত অমিয়া মাধুৰী সানি,
অখিৰ প্ৰাণত সুমধুৰ সুৰে শুনাই শান্তিৰ বাণী।
দুখত দুধাৰি চকুলো ওলালে সাদৰেৰে মচি দিয়ে,
আথে বেথে আহি কতনো যতনে প্ৰাণৰ বোজাটি নিয়ে।
ইয়াতেই আছে ভাই-ভনীটিৰ মধুৰ মিলন তান,
মাতৃ হৃদয়ৰ অসীম চেনেহ করুণ কোমল প্ৰাণ।
অতীত ভবিষ্য জীৱনৰ যত সুখৰ দুখৰ ৰেখা,
ইয়াতেই ধীৰে লয় পায় পুনু, ইয়াতেই দিয়ে দেখা।
ইয়াতেই দেখো ধীৰ সমীৰত পুৱা সুৰুযৰ খেলা,
জোনালী ৰাতিত তটিনী বুকুত ৰূপালী লহৰী লীলা।
সকলোটি আছে মৰত মাজত দেখিও নেদেখোঁ হায়,
সুখৰ ভৰাঁল হাততেই আছে নুবুজি বুলিছো নাই।
নিজৰ স্বাৰ্থত নিজেই বলিয়া নিজকে পাতিছো ৰৰ,
নিজৰ ঘৰত নিজকে আদৰি আনক কৰিছো পৰ।
ঘৰে ঘৰে আঁহা মৰম বিলাওঁ, পৰক আপোন কৰি,
সকলোকে হেৰা তোমো আদৰেৰে বুকুত সাৱটি ধৰি।
জগত মাজত নিজকেই আজি যতনে বিলাই দিলোঁ,
মিছা সুখ-দুখ ভিন-ভেদ ভাব, আজি আঁতৰাই থলোঁ।

উদাৰ মুকলি অসীম বিশ্ব সমুখত আছে পৰি,
মানৱৰ মহা মিলনৰ গীতি উঠিছে জগত জুৰি।
মলয়াই চোৰা ধীৰে ধীৰে বই বাতৰি বিলায় তাৰ,
দিয়ে উটুৱাই দুখ বেজাৰৰ হুমুনিয়া নিৰাশাৰ।
নিজকে দেখিছোঁ সকলোতে মই সকলো আপোন মোৰ,
প্ৰাণে প্ৰাণে মিলি সাৰটা-সাৰটি, নপৰে সুখৰ ওৰ।
অসীমে দেখায় সীমাৰ মাজত অনন্ত কালৰ খেলা,
সৰগে-মৰতে পাতে দুয়ো মিলি প্ৰেমৰ মোহিনী মেলা।
য'তে শেষ হয় ত'তে আৰম্ভণ এয়ে জগতৰ নীতি,
ইফালে লুকালে সিফালে ওলায়, এয়ে প্ৰকৃতিৰ ৰীতি।
জীৱন-মৰণ সৰগ-মৰত নাই কোনো ভেদ ভিন,
বাজিছে সদায় একেটি সুৰতে এখনি বিশ্বৰ বীণ।

✡ ✡

(বাঁহী)

## সঙ্গীত

সেইদিনা জগতৰ শুভ মুহূৰ্ত্তত
সঙ্গীতৰ সুৰটি প্ৰথম,
সমীৰণ সতে নামি সৰগৰ পৰা
মৰতত ললেহি জনম।

নিশাৰ আন্ধাৰ ঠেলি পুৱাৰ কিৰণে
উজলালে গছ লতা বন,
নীৰৱ জগতে পুনু লভিলে চেতনা,
উলাহত প্ৰকৃতি মগন।

আনন্দ সৌতত পৰি গোটেই জগত
উটি যায় মধুৰ ভাৱত,
কেনি যাব, কোনে কব, ক'ত লক্ষ্য তাৰ,
সীমাহীন অনন্ত মাজত?

কাষৰ তটিনী খনি কুলুকুল সুৰে
বই যায় সাগৰ থিয়াই
কতনো গুপুত কথা অফুট ভাষাৰে
জগতত ধীৰে কই যায়।

কত যুগ ধৰি এই পুৰণি পৃথিৱী
একেৰাহে চলিব লাগিছে
শোকৰ দুখৰ কত কৰুণ কাহিনী
কাণ পাতি নীৰৱে শুনিছে।

প্ৰাণৰ বোজাটি লই নিমাত নীৰৱ
অন্তৰত আকুল নিৰাশা,
কোনেনো শুনিব হায়! কাকনো বুজাব
নাই তাৰ প্ৰকাশৰ ভাষা।

দূৰত খেলিছে সৌৱা সৰালি হালিয়ে
ৰঙমনে নাদুৰি-সাঁতুৰি,
হেঁপাহেৰে দিয়ে কেনে ইটিয়ে সিটিক
হৃদয়ৰ প্ৰেমৰ বাতৰি।

পানীৰ মাজত নাচে কত ঢৌ ধৰি
চেৰে চেৰে বতাহ কোলাত,
নেলাগে আমনি একো, নেলাগে ভাগৰ
ভৰা প্ৰাণ নতুন আশাত।

প্ৰেমৰ ৰাজ্যত দুয়ো পাতিছে সংসাৰ
নাই কোনো ভেদাভেদ জ্ঞান,
দুটি আত্মা একে হই প্ৰেমে ভৰপূৰ
—ই ৰাজ্যত সকলো সমান।

প্ৰকৃতিৰ দেখি এনে মনোমোহা ৰূপ
ঋষি নিজে ভাৱত বিভোৰ,
একেথিৰে চাই আছে আপোন পাহৰি
ভাৱনাৰ নপৰেও ওৰ।

চাওঁতে চাওঁতে দেহি লগৰী এটিক
বিন্ধিলেহি ব্যাধৰ কাঁড়েৰে
আনটিয়ে প্ৰকৃতিত খলক লগালে
হিয়া ভঙা কাতৰ সুৰেৰে।

ঋষি কি থাকিব পাৰে আপোন পাহৰি
দেখি এনে চকুৰ আগত?
আচম্বিতে অন্তৰৰ ভাৱৰ লহৰী
শ্লোক ছন্দে ওলাল মুখত।

"মা নিষাদ প্ৰতিষ্ঠাং ত্বম গম শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চ মিথুনাদেকমবধীঃ কাম মোহিতম্॥"

শ্লোকে শ্লোকে ভৰি গ'ল গোটেই ভূৱন,
নামি আহে মন্দাকিনী ধাৰা,
মানৱ দেৱতা কৰি নমালে সকগ,
বয় ধীৰে সঙ্গীত-নিজৰা।

নতুন ৰাগিনী বাজে নতুন সুৰেৰে
ভাবে পালে জনম ভাষাত
নতুন পোহৰ পৰি উজলে ধৰণী
সৌন্দৰ্য্যৰ সুখ সপোনত।

জীৱনত দিয়ে আনি প্ৰেমৰ পৰশ
লক্ষ্য তাৰ সুনীল আকাশ
সাধনাৰ সহচৰ কল্পনা লগৰী
সকগাৰ দিয়েছি আভাস।

মধুৰ সঙ্গীত উঠে অনন্ত বুকুত
এটি সুৰ বিশ্বৰ বীণত
বাজিছে আজিও তেনে বাজিছিল যেনে
সেই দিনা তমসা তীৰত।

✿ ✿

(বাঁহী)

## বিহু

জীৱনৰ শতধাৰে পৰিছে বাগৰি
অপাৰ সৌন্দৰ্য্য ৰাশি বসুধা বুকৰ
গছে গছে পাতে পাতে নতুনৰ মেলা
সুন্দৰ ই ধৰাখনি সুখে ভৰপূৰ
সেই সুখৰেই যেন জিলিঙনি এটি
নামক আপুনি ধীৰে সৰগৰ পৰা
আঁতৰাই জীৱনৰ যত দুঃখ ক্লেশ
বাজক নতুন সুৰে মন প্ৰাণ হৰা
নতুন পোহৰে যেন দিয়ে দূৰ কৰি
বিষাদ কালিমা ৰাশি অন্তৰ পৰা
হওক যেন চেনেহৰ প্ৰীতি বৰিষণ
যুগে যুগে যুগমীয়া বিহু সম্ভাষণ।

✿ ✿

(অৰুণাচল— ১ম সংকলন, ১৮৭৮ শক)
(জেউতি— বিহু সংখ্যা, ১৯৫৩ চন)

## বিহু সম্ভাষণ

ৰূপহী জেউতি ভৰা শুৱনী ধৰণী।
বিভোৰা প্ৰকৃতি দেৱী সুনীল বৰণী।।
আনন্দ কিৰণ কণা উৰে উলাহত।
সেউজীয়া সজীৱতা উজলে প্ৰাণত।।
প্ৰথম পুৱাতে বাজি নতুন ৰাগিনী।
পুৰণি সৃষ্টিৰ দিয়ে নতুন পাতনি।।
ভাবৰ ৰাজ্যৰ যত সপোন কুঁৱৰী।
ৰঙালী বিহুৰ আজি বিলায় ৰাতৰি।।
আশাৰ কিৰণ পৰা মোহিনী ছবিটি।
সাদৰে আদৰি লোৱা হিয়াৰে সাৱটি।।
থাকে যেন প্ৰাণতেই প্ৰাণৰ প্ৰতিমা।
পুণ্য কিৰণেৰে হক পবিত্ৰ আতমা।।
চেনেহ কুসুম মালা প্ৰীতিৰ সম্ভাৰ।
সাদৰে জনাওঁ আজি বিহু নমস্কাৰ।।

✡ ✡

(গগনা— ১ম বছৰ, ১ম সংখ্যা, ১৮৮১ শক)

## বিহু আশীৰ্বাদ

বিহুৰে বতৰা দিয়ে উৰি বনে বনে
মলয় সমীৰে চুমি যায়।
আজাৰ উপচি ফুলে ভৰা উলাহতে
পলাশৰ ৰঙ কোনে চায়
গোটোৱা গোলাপ কলি থাকোতে সময়
জীৱনৰ সোঁত বলি যায়।
যিটি ফুলে ফুলি আজি ফুলনি শুৱাই তোলে

কালিলৈ পাহি মেলি নুফুলে দুনাই
নৱ ৰৰষৰ ৰ'দ কাচলিত
বাজিছে বিহুৰ সুৰ
মোৰ চেনেহৰ হিয়াৰ আশীষে
হওক হিয়া ভৰপুৰ
জীৱনৰ বাট হওক কুসুম কোমল
ইঁাহি হওক প্ৰাণৰ সমল
আনন্দ লোতক চকুৰ ধাৰা
আশীৰ্ব্বাদ এয়ে মোৰ পৰা।

✡ ✡

(গগনা— ২য় সংখ্যা, ১৮৮২ শক)

## গীত

সখিহে! কিহেৰে বান্ধিছা হিয়া মোৰ
পৰাণ অধীৰ মন চোৰ
মালতী ফুলৰ মালা, মৰম মাধুৰী সানি
দিলাঁহি ডিঙিত মোৰ যতনে যতাই আনি
চেনেহ শিকলি চকুলোৰ।
সমীৰে ফুলাই তোলে, বাসনা কুসুম পাহি,
প্ৰেমৰ বাতৰি দিয়ে নাচি নাচি হাঁহি হাঁহি
নপৰে সুখৰ আজি ওৰ।

✡ ✡

## গীত

কাৰ ৰাগিনী বাজে হিয়াত হে
অৱশ পৰাণ জিলিকে মোৰ
শান্তি কিৰণ মাজে।

আজি দিনৰ মিলন মেলা
ই যে প্ৰভু তোমাৰ খেলা
তোমাৰ মধুৰ আশীষ বাণী
হিয়াৰ মাজত বাজে।

তোমাক এৰি সুখত থাকে
মগ্ন ই জীৱন
সুখৰ মাজত দুখ যে প্ৰভু
তোমাৰ সুমৰণ।

জীৱনৰ এই আন্ধাৰ বাটত
ধৰি আমাক নিয়া হাতত
যাত্ৰা শেষত চৰণত
মিলো মোহন সাজে

✡ ✡

## গীত

(আজি) অন্তৰ বীণা বাজোক ধীৰে
ঢালাহে দেৱহে
তোমাৰ করুণা কণা পৰোক শিৰে
আন্ধাৰ ঘৰত বন্ধ আমি
দিয়া আলো জীৱন স্বামী
আমি গাওঁহে গাওঁ হে
আমি গাওঁ তয়ু গান ঘৰে ঘৰে।।

(আজি) গোটেই পৰাণ উঠক ভৰি
ধৰাহে ধৰাহে
আমাৰ সুৰ লহৰি হৃদয় ভৰি।
কাতৰ কৰি মাগো সৰে
নামি তুমি নতুন ৰূপে
ৰজোৱা ৰজোৱা
আমাৰ মিলন গীতি মধুৰ সুৰে।।

✿ ✿

## গীত

কিনো উলাহে আজি নবীন বেশেৰে সাজি
পূজিব জননী বুলি আহে সেৱক দল
প্ৰাণত নতুন আশা
মুখৰ মধুৰ ভাষা
আদৰে তুলি ধৰে হিয়াত নতুন বল
যতনে যতাই আনি
অমিয়া মাধুৰি সানি
উলাহে চৰণে ঢালে ভকতি কুসুম দল
চেনেহ পৰশে কত
ফুলে ফুলে শত শত
বিশ্ব বিয়পি পৰে সাধনাৰ শতদল
(আজি) মধুৰ মধুৰ সুৰে
মধুৰ আৰতি কৰে
পৰাণ মধুৰ কৰে নামে শান্তি সুবিমল
উলাহ নিচান ধৰি
ক্ষুদ্ৰ হৃদয় ভৰি
মাগে কৰুণা কণা আজি সেৱক দল।

✿ ✿

## গীত

(আজি) পুণ্য প্ৰভাতে শান্ত অৰুণে
মঙ্গল কণা বৰষে
হিয়াৰ মাজৰ প্ৰেম শতদল
আপুনি হৰষে বিকাশে।
বাজিছে মধুৰ সুৰে
মঙ্গল গীত ধীৰে
মিলন মাধুৰী ছবিটি আজি
জিলিকে প্ৰেম পৰশে।
হিংসা, দ্বেষ, দ্বন্দ
আঁতৰি নামোক আনন্দ;
পুণ্য মিলন, পুণ্য কিৰণ
প্ৰীতি অশ্ৰু বৰষে।

✡ ✡

## গীত

কোনে আজি মাতে
বাঁহী বাজে সুতানে
সুৰ লহৰী আকাশ ভৰি
উঠে তানে তানে।

কি গান কেনি তাঁহি আহে
সপোন মাজতে কোনে হাঁহি
উলাহে মোৰ পৰাণ নাচে
নাচে গানে গানে।

পোহৰ নামে ভুবন জুৰি
মন মোৰ আজি নিয়ে হৰি
নতুন গীতি নতুন তানে
বাজে প্ৰাণে প্ৰাণে।

✡ ✡

(জ্যোতি— ৫ম বছৰ, ১৯৫২-৫৩ চন)

## গীত

কেনে জিলিকি উৰ্দ্ধে অভ্ৰভেদী গিৰি শিখৰে চুমিছে
পুণ্য ভূমি কাম্য কানন পূৰ্ণ প্ৰকৃতি নিকেতন
মুক্ত মধুৰ শান্ত সমীৰে হৰ্ষে চৰণ নামিছে।।

উঠে নিতে বন্দনা গান মন্ত্ৰ মুগ্ধ ভুবন
কুঞ্জে কুঞ্জে বিহগ গীতি পূৰ্ণ তব কানন
ঢালে সন্ধ্যা সাদৰী জোনায়ে ৰূপ মাধুৰী
প্ৰকৃতি উতলা শত লীলা খেলা
তোমাৰ কোলাতে খেলিছে।

বক্ষো বইছে ব্ৰহ্মপুত্ৰ পূত সলিলা তটিনী
ধীৰে বিতৰি দেশে বিদেশে
অতীত কীৰ্ত্তি কাহিনী
হাঁহে জননী হৰষে কৰুণা কণা বৰষে
দলে দলে আজি সেৱক বৃন্দে ভক্তি আঁজলী সপিছে
সৌৱা হেৰা পুৰুব গগনে অৰুণ কিৰণ উদিছে
লুপ্ত কিৰীটি নবীন গৰিমা
চোবাহি জিলিকি পৰিছে
ক্ষুদ্ৰ স্বাৰ্থ পাহৰি নিৰাশা বেজাৰ সামৰি
ই শুভ ক্ষণত মিলাহি সবে
মিলন ৰাগিনী বাজিছে।।

✡ ✡

# ভোগালী বিহু

মাঘৰে ভোগালী বিহুটি আহিছে
কামৰে জুৰণি লই
গছৰে চৰাইযোৰ উৰি লৰ মাৰিলে
বিহুৰে বাতৰি কই।

সোণালী ধানেৰে ভৰাঁলে ভৰিলে
খেতিয়ক ৰঙতে ভোল
ন ন শইচেৰে উপচি পৰিলে
গোন্ধতে আমোল-মোল।

বাৰীৰে পাচৰে আম গছ কাটিলে
মেজি সাজিবলৈ বুলি
নিজকে যাচিলো লখিমী পূজালে
হিয়াকো যাচিলে ঢালি।

পথাৰৰ মাজতে ভোজৰ ঘৰ সাজিলে
ৰঙতে ৰাতিটো গ'ল,
দুখ বেজাৰৰ বিষাদৰ বিননি
কেনিবাদি আঁতৰি গ'ল।

ৰাৰীৰ গিৰিহঁতে ৰাতিতে উঠিলে
খেৰেৰে বান্ধিলে গছ
নহলে কেনিবা তীৰ্থলই যাবলৈ
গুটিৰো নৰৰ সঁচ।

পুঁৱতি নিশাতে জোৰোৰা মাৰিলে
জাৰ কাতি কৰি থই

“জয় ৰাম” বুলি হৈ ধ্বনি উঠিলে
মেজিতো লগালে জুই।।

দপ্‌দপ কৰিলে মেজিৰ জুই উঠিলে
উছাহো উঠিলে চৰি
কুঁৰলী মাজতে মিহিকি হাঁহিৰে
ওলালে পুৰাৰে বেলি।

দুখীয়া নিচলা ৰঙতে ৰলিয়া
ৰঙতে জগতে হাঁহে
দূৰ-দূৰণিৰ উলাহৰে সুৰটি
অসমৰ বুকুতে ভাহে।

পিঠা পনা খাই মহ যুঁজ চাবলৈ
বেগাবেগি খোজ ললে
দূৰ-দূৰণিৰ হাবিৰ বাটেদি
মানুহেৰে সোঁত বলে।

চাওঁতে চাওঁতে ৰঙে ধেমালীৰে
বেলিটি দুপৰে হ’ল
হাঁহি মাতি পাছে উভতি আহিলে
বিহুৰো এছোৰা গ’ল।

চেনেহী সুতাৰে সাৰটি ধৰিলে
কলেহি চেনেহৰ কথা
চেনেহী হিয়াৰে বোৰা কাপোৰ খনি
লই পাহৰিলে বেথা।

বছৰে বছৰে এনেদৰে যেন
মৰমৰে সোঁতা বওক
বিহুৰা কোঁৱৰ মোৰ কমাহি আশীষ অই
সকলোৰে শুভ হওক।

✿ ✿

## শ্ৰীশ্ৰীশঙ্কৰদেৱ

মধুৰ ভক্তিৰ বীণ সৰুগাৰ পৰা
আজি দেৱ বজোৱা এবাৰ
অসমৰ প্ৰতি প্ৰাণে উঠক দুনাই
সুললিত প্ৰতিধ্বনি তাৰ।।
সত্যৰ কিৰণ পৰি উজলক ধৰা
বই যক আনন্দ লহৰী।
নিৰ্জীৱ অসমে পুনু পোহৰ বাটত
আগুৱাক কৰ্ত্তব্য সুঁৱৰি।।
যি বীণৰ সুৰতেই অসমীয়া জাতি,
অতীতত ৰখালে সুনাম।
ধৰ্ম্ম-জ্ঞান সাহিত্যৰে বিভূষিত হই,
জননীৰ বঢ়ালে সন্মান।।
তেনে সুৰ অভিলষি আজি শুভক্ষণে।
কাতৰেৰে কৰিছোঁ বন্দনা।
পঠোৱা আশীষ বাণী গৌৰৱ বিস্মৃত,
অসমক দিয়াহি চেতনা



## শ্ৰীশ্ৰীশঙ্কৰদেৱ

কোন দূৰ অতীতৰ ধ্যান মগ্ন যোগী তুমি
তব পুণ্য কিৰণেৰে কৰিলা পবিত্ৰ ভূমি?
নিৰলে বজাই বীণা কোন কবি কাননত
স্বৰ্গৰ বাতৰি আনি দিলা দেৱ মৰতত?
মধুৰ ঝঙ্কাৰ তাৰ গভীৰ উদাৰ সুৰে
আজিও উঠিছে বাজি অসমৰ ঘৰে ঘৰে।

যি বীণৰ সুৰেৰেই প্ৰেম মন্দাকিনী ধাৰা।
অসীম সাধনা বলে নমালা স্বৰ্গৰ পৰা।
বোৱালা ভক্তিৰ সোঁত, দিলা ধৰ্ম্ম দিলা জ্ঞান,
দিলা ভাষা অসমক কৰিলা জীৱন দান।
তোমাৰ জীৱনী দেৱ! লিখে এনে সাধ্য কাৰ
গোটেই অসম ভূমি বিস্তৃত জীৱনী যাৰ!
অসমৰ ৰীতি-নীতি, অসমৰ সদাচাৰ,
অসমৰ ধৰ্ম্মভাৱ, অসমৰ ব্যৱহাৰ।
সকলোকে তুমি দেৱ! সজালা নতুন সাজে;
তোমাৰ গৰিমা গীতি হৃদয়ে হৃদয়ে বাজে।
তোমাৰ নামৰ ধ্বনি গাঁৱে গাঁৱে সবাহত
উঠিছে আকাশ ভেদি কীৰ্ত্তনৰ প্ৰসঙ্গত।
'শঙ্কৰ আমাৰ গুৰু' উলাহতে গাই গান
দিয়ে আহি বিহুৱানে নব বৰষৰ জান।
তোমাৰ গীতকে শুনো হাবি বন পথাৰত
মানুহৰ মুখে মুখে সকলোৰে অন্তৰত।
কুল কুল কুল সুৰে কাষৰ তটিনীখনি
জগতত প্ৰচাৰিছে তোমাৰা মহিমা বাণী।
তাৰ প্ৰতিধ্বনি উঠি পৰ্ব্বতে কন্দৰে গই
বতাহে সাৱটি তাকে ৰাখে চিৰকাললই।
বেদ-উপনিষদৰ বাচি বাচি ফুল তুলি
কত যতনেৰে দেৱ! গাঁথিলা ই মালা ধাৰি।
ক্ষুদ্ৰ স্বাৰ্থ, ভিন ভাৱ আঁতৰাই সৰু বৰ
পিন্ধালা ধৰ্ম্মৰ মালা সকলোকে আদৰৰ।
জগত মুকলি হ'ল হৃদয় মুকলি পাই
তোমাৰ নিচান লই উছাহতে আগুৱায়।
হেলাৰঙে সমাপিলে যত কাম জীৱনৰ
লভিলে অনন্ত সুখ চিৰশান্তি কি সুন্দৰ।
জ্ঞানী, ভক্ত, কৰ্ম্মবীৰ অসমৰ ৰত্ন তুমি
অশেষ যতনে দেৱ সজালা জনমভূমি।
তোমাৰ সাজকে পিন্ধি জননীয়ে উলাহত,
নিজকে চিনাকি দিয়ে হাঁহি হাঁহি জগতত।

তোমাৰ বলতে আজি হই আমি বলীয়ান
উন্নতি বাটত হওঁ ধীৰে ধীৰে আগুৱান।
সৰুগ নিয়ৰ দৰে তোমাৰ আশীষ-বাণী
মৰুময় সংসাৰত বিতৰক শান্তিপানী।
তোমাৰ করুণা কণা পৰে যেন জীৱনত
ভক্তিৰ আজলি দিওঁ সাদৰেৰে চৰণত।
নাই মোৰ সাতসৰী গজ মুকুতাৰ হাৰ
নাই মোৰ চিকমিক হীৰা বছা অলঙ্কাৰ।
ভগা বীণখনি মোৰ নেজানো তুলিব তান,
নোৱাৰো মধুৰ সুৰে ৰচিব নতুন গান।
কিহেৰে পূজিম দেৱ! আজি এই শুভদিনে?
ভাবতে বিমোৰ হই নিৰাশ আকুল মনে,
আনিলো বনৰ ফুল বনে বনে ফুৰি ফুৰি
কপাহী সূতাৰে দেৱ গাথিলোঁ ই মালা ধাৰি।
চকুলো সমল মোৰ ক্ষুদ্ৰ এই অভাগাৰ
লোৱা দেৱ! লোৱা আজি হৃদয়ৰ উপহাৰ।

✡ ✡

(বাঁহী)

# শ্ৰীশ্ৰীশঙ্কৰদেৱ

পুণ্যময় জীৱনৰ পবিত্ৰ কাহিনী
অতৃপ্ত পৰাণে শুনে কত যুগ ধৰি
তথাপি নতুন সেই অতীত ৰাগিনী
তোলাই প্ৰাণত পুনু আনন্দ লহৰি।
সৰুগ জেউতি আনি মৰত মাজত
মুক্তিৰ মুকলি বাট দিলা দেখুৱাই
শান্তিৰ করুণা কণা লভি জীৱনত
হেলাৰঙে হাঁহি সবে আগুৱাই
চৌদিশে পৰিছে তাৰ বিমল কিৰণ

ৰাখিলা অতুল কীৰ্ত্তি যাউতি যুগীয়া।
তযু চৰণত দেব শত নমস্কাৰ
অসমত জন্মি তুমি বিলালা অমিয়া
ভক্তিৰে ওপচে হিয়া ধীৰ যোগীবৰ
অসীম সাধনা তব পৰিল মনত
নিমাত নীৰব হই চাওঁ একেথিৰে
তোমাৰ তুলনা মাথো তুমি জগতত।

✡ ✡

## হাঁয়, কোন আহি কেনি যায়

হাঁয়, কোন আহি কেনি যায়,
হিয়াৰ মাজৰ শোকৰ ধাৰাটি
বেগে পুনু উথলাই।
দুদিনলৈ আহি দুদিনলৈ হাঁহি
দুদিনলৈ সুখ সাগৰত ভাহি
লগৰী লগতে উমলি থাকোঁতে
হঠাতে হেৰাল হাঁয়।
দূৰ দূৰণিৰ অচিনা দেশত
হব পুনু দেখা খেলৰ শেষত
স্মৃতিটি সাবটি আশা ধাৰি প্ৰাণী
আছোঁ মাথো বাট চাই।
হাঁয়, কোনে আহি কেনি যায়।।

✡ ✡

# প্ৰাৰ্থনা

শান্তিৰ কণা অথিৰ প্ৰাণত
ঢালা আজি প্ৰভু ঢালা হে
অন্ধ আৱৰণ চেনেহী হাতেৰে
তোলা আজি প্ৰভু তোলাহে।

মোহ কামনাৰ পিছে পিছে লৰি
সন্ধিয়া পৰত আহিছো ভাগৰি
চৰণ তলত কৃপা কৰি
দিয়া আজি ঠাই দিয়া হে।
শোক দুখ যত নীৰৱ বেদনা
আঁতৰোৱা যত মায়াৰ বাসনা
সত্যৰ কিৰণে উজলোৱা হিয়া
মঙ্গলময় প্ৰভু হে।।



# মৰতৰ বান্ধ সোলোকাই

মৰতৰ বান্ধ সোলোকাই
গলা উৰি সৰগ ধিয়াই
কোনে যেন চেনেহী হাতেৰে
বহুবালে কাষত চপাই।
উঠে তাতে আকাশে বতাহে
সুমধুৰ চেনেহৰ তান
অন্তৰৰ কঁপনি তোলোৱা
শুনিছিলা জীৱনৰ গান।
অতুল ৰূপ ৰাশি নামি

গছে গছে জেউতি চৰাই
মৰমৰ ফুলনি খনত
ফুলে ফুলনি শুৱায়।

✡ ✡

## অজানৰ সুৰ বজাওঁতালৈ

কোনে মোৰ আজি সুৰ চুৰ কৰি
তুলিলে মধুৰ তান।
দূৰ দূৰণিৰ বননি কঁপাই
উতলা কৰিলে প্ৰাণ।।
গোটেই জীৱন একেটি সুৰতে
বান্ধিলো হিয়াৰ বীণ।
ধীৰে উঠি অহা আশাৰ কণিকা
হ'ল নিৰাশাত লীন।।
কত জনমৰ প্ৰাণৰ কুসুম
আপুনি মৰহি গ'ল।
শত পূৰ্ণিমাৰ জোনাক জেউতি
দূৰতে আঁতৰি ৰ'ল।।
বাটৰুৱা তুমি তোমাৰ বীণত
নুতুলিবা এই সুৰ।
পুৱা অৰুণৰ প্ৰথম পোহৰ
নকৰা মিছাতে দূৰ।।*

✡ ✡

* 'অজানা দেশৰ' গান শুনি লিখা। -- পৰাগ চলিহালৈ

## ভুল

তোমালোকে মোক  পাহৰি পেলোৱা
আহিছিলো ভুল কৰি
নজনা দেশৰ  নতুন বাটেদি
সপোনৰ বেহা কৰি
আহিছিলো ভুল কৰি।।

সপোনত সাজিলোঁ  জীৱনৰ বালিঘৰ
দিঠকত পৰি গল চন;
সজাটি ভাঙি মোৰ  পখিলাটি উৰি গ'ল
বলিয়া কৰিলে মন
দিঠকত পৰি গ'ল চন।।
দিঠকৰ ধুমুহা  বেগেৰে বলিলে
ঘৰ গ'ল কেনিবা উৰি
সপোনত বুলিলো  আধাখিনি বাট
কল্পনা লগৰী কৰি
(হাঁয়)  ঘৰ গ'ল কেনিবা উৰি



# উপহাৰ

(১)

অতদিন সংসাৰত আপোন মনেৰে
আছিলা উদাসী হই মুকলি পৰাণ
বিধিৰ বিধানে আজি বান্ধিলে তোমাক
জীৱনৰ পূণ্য ব্ৰত কৰ্ত্তব্য পালন।

(২)

উপচি পৰিছে চোঁৱা উলাহৰ ৰাশি
মিলনত পূণ্য শঙ্খ বাজে ঘনে ঘনে
যতনে ধৰিছে তুলি ভবিষ্য পটত
চেনেহী ছবিটি আজি পুৱাৰ কিৰণে।

(৩)

নতুন বাতৰি এটি বতাহ বুকুত
আপুনি আহিছে ভাঁহি লোৱা সাদৰেৰে
অনন্ত আলোক যাত্ৰী অনন্ত পথত
প্ৰেমৰ কিৰণ লই যোৱা উলাহেৰে।

(৪)

প্ৰেমৰ পৰশ পাই কল্পনা কুসুমে
আপুনি মেলিছে পাহি বতাহ বুকুত
উৰক সৌৰভ যেন গোটেই জীৱন
অনন্ত আলোক যাত্ৰী অনন্ত পথত।।

(৫)

আজি তব জীৱনৰ শুভ মুহূৰ্ত্তত
পূৰ্ণ হওক প্ৰাণ যেন নতুন ভাবেৰে।
পবিত্ৰ কিৰণ পৰি উজলক হিয়া
এয়ে মোৰ স্নেহাশীষ লোৱা সাদৰে।।

✡ ✡

# বাচনি

১। জ্ঞানৰ ফুলনি আছে ঘৰৰ কাষতে
মিছাতে বিচাৰি ফুল ফুৰা য'তে ত'তে।
....... ...... ........

২। জীৱনৰ ধান থাকোতে সময়
গোটোৱা যতন কৰি
নহলে আপুনি বতাহত উৰি
পতান আহিব পৰি।
....... ...... ........

৩। মুখৰ হাঁহিটি সকলোৰে যেন
ৰখোৱা চেনেহ দানি
পিয়াহ নলগা প্ৰাণীটিকো তুমি
যাচিবা এটুপি পানী।
....... ...... ........

৪। পুৱাতে মোহাৰি চকু বুটলিবলৈ ফুল
নহয় পৃথিৱী খন বকুলৰ বন
পৃথিৱী কেতকী বন কাঁইটে আবৰি থকা
যতনে লুকাই থোৱা আদৰৰ ধন।
* * *

৫। নিতৌ জীৱনে তোমাক যি দিয়ে তাকে লৈ
জীৱনক ভাল পাবলৈ শিকিবা।
* * *

৬। মাকৰ কোমল কোলাত শুই কেচুৱাই পিয়াহ
খাওতে যিটো

ভাষাৰে আই বুলি মাতিবলৈ শিকে— সেয়েই
তাৰ মাতৃ ভাষা;—
ই স্বৰ্গতো অধিক।

❈ ❈ ❈

(জ্যোতি— ১৯৫৪-৫৫)

৭। শৰতৰ সুবিমল পোহৰৰ দৰে
হক যেন তোমাৰ জীৱন
সুখে দুখে সকলোকে চেনেহ সফুঁৰা
ৰঙ মনে কৰা বিতৰণ।

❈ ❈ ❈

৮। বসন্তে বাতৰি দিয়ে উৰি বনে বনে
মলয়া কোঁৱৰে চুমি যায়।
এজাৰ উপচি ফুলে ভৰা উলাহতে
পলাশৰ ৰঙ কোনে চায়।

❈ ❈ ❈

৯। শুৱনী ধৰণী খনি লুকালে যেতিয়া
নামি অহা সন্ধিয়াৰ আন্ধাৰ আঁৰত;
বেজাৰত তলমূৰ কৰি থাকোতেই;
পুৱাৰ পোহৰে পুনু জগায় জগত।

❈ ❈ ❈

১০। প্ৰেমেই সৰগ পাতে
ধৰণী কোলাত
নিৰাশা দুনাই উঠে
উজলি আশাত।

❈ ❈ ❈

১১। চেনেহ কুসুম পাহি
হৃদি ফুলনিৰ জেউতি চৰালে
নুগুচে মুখৰ হাঁহি

চেনেহ কুসুম পাহি।



১২। আশাৰ কিৰণ কণা নউ পৰোতেই
কলি যাৰ আন্ধাৰত লেৰেলি শুকায়
মাৰ গ'ল জোন বেলি আকাশত যাৰ
কবিতাৰ চন্দ্ৰহাৰে তাক নুশুৱায়।



১৩। সৌ যে শুৱনি পখিলাটি চোঁৱা
ফুলে ফুলে পৰি উৰে
দূৰণি দেশৰ নেদেখা পোহৰ
তোমাৰ আগত ধৰে।



১৪। প্ৰাণৰ গুপুত কথা নকবা ফুটাই
বতাহে শুনিলে দিব বাতৰি বিলাই।



১৫। কামতে উজলি উঠে জীৱনৰ পথ,
সময়ে চলায় মাথো নিয়তিৰ ৰথ।



১৬। দুদিনীয়া সংসাৰৰ আলহী ঘৰত
দুদিনৰ মাথো লীলা খেলা
শেষ হয় দুদিনৰ মেলা।



# আশীষ বাণী

১। সূৰুযৰ সোণালী কিৰণে
উজলাওক জীৱনৰ পথ
সুশীতল শান্তি সমীৰত
চলে যেন নিয়তিৰ ৰথ।

(পুৱাৰ সুৰুয— ১৯৫৬)

২। বাট হওক কুসুম কোমল
হাঁহি হওক প্ৰাণৰ সমল।
আনন্দৰ লোতক চকুধাৰা
আশীৰ্বাদ এই মোৰ পৰা।

(ভাৰতী— ১৯৫৮)

৩। দিয়ক ঈশ্বৰে যেন মধুৰ জীৱন
শৰতৰ সোণালী কিৰণ
অমিয়া প্ৰেমৰ সোঁতে জীৱন আবৰি ধৰি
কৰে যেন মধু বৰিষণ
—সৰগৰ নন্দন কানন
হক তেনে মধুৰ জীৱন
—শৰতৰ সোণালী কিৰণ।

৪। আধা ফুলা ফুলকলি বতাহত হালি জালি
ফুলেৰেই ফুলনি ভৰক
সেউজীয়া অন্তৰৰ সুকোমল ভাৱৰাশি
নিতে নিতে উজলি উঠক।

৫। পূৰ্ণিমাৰ জোনাক ৰাতিয়ে
ধৰণীত সুষমা ঢালক
জীৱনৰ তোমাৰ পথত
সৰগৰ আশীষ নামক। ✿ ✿

# বেদস্তুতি

দেখিম চকুৰে শতেক শৰত
সুখেৰে ওপচা ধৰা
কটাম ৰঙেৰে শতেক শৰত
পৰাণ উলাহ ভৰা। — শুক্ল যজুৰ্বেদ

✡ ✡

(১ম বছৰ, ২য় সংখ্যা, হিমাচল, ১৯৬১)

# খণ্ড কবিতা

১। হাবিৰ মাজৰে নাহৰ ফুল এপাহি
নিয়ৰ পাই মুকলি হই
মোৰ অন্তৰত চেনেহ ফুল ফুলালে
বিহুৰে বাতৰি কই।

✡ ✡ ✡

২। কালৰ সোঁতত বতাহী বহা
বতাহৰ স'তে মিহলি হ'ল
ডাৱৰে ঢাকিলে পুৱাৰ অৰুণ
পুবেৰুণ মোৰ দূৰতে ৰ'ল।

✡ ✡ ✡

# সুৰ অৱশেষ

আজি মোৰ জগতৰ আজি মোৰ জীৱনৰ
আজি মোৰ কৰমৰ শেষ
বজোৱা বজোৱা দেৱী তোমাৰ বীণত আজি
যিটি সুৰ আজি অৱশেষ।
সপোনৰ সুমধুৰ লৰালিৰ যিটি সুৰ
বাজিছিল বাঁহীৰ তানত
জলন্ত জীৱন ৰবি উষাৰ কণক ছবি
অতীতত উদিল প্ৰাণত।



(এই লেখা চাৰিটা কবি দুৱৰাই ডিব্ৰুগড় কলেজত (বৰ্তমান কানৈ কলেজ) চাকৰি কৰোঁতে ১৯৪৯-৫০ চনত কলা শাখাৰ স্নাতক শ্ৰেণীৰ চতুৰ্থ বাৰ্ষিক এ. ৰহমান নামৰ ছাত্ৰ এজনৰ শ্ৰেণীত ব্যৱহাৰ কৰা অসমীয়া বিষয়ৰ বহী এখনৰ খালি পৃষ্ঠাবোৰত কাঠ পেঞ্চিলেৰে লেখা অৱস্থাত পোৱা গৈছিল। — সম্পাদক)

# Mysticism.

অতীন্দ্ৰিয়বাদী সকলে সীমাৰ ভিতৰেদি সীমাহীনৰ অপৰূপৰ সোৱাদ লই নিজকে অসীমৰ ভিতৰত মিলাই দিবলৈ চায়, অতীন্দ্ৰিয়বাদ কোনো তৰল শ্ৰেণী বা তথ্য নহয়, ই মনৰ এটা ধাৰণা বা অনুভূতি । Intution বা স্বানুভূতিৰ যোগেৰে ইয়াক উপলব্ধি কৰিব পাৰি। মন বা বুদ্ধিৰে ইয়াক উপলব্ধি কৰিব নোৱাৰি, কাৰণ ই যেন নীৰৱ সন্ধিয়াৰ উপমা বা প্ৰতীকৰ সহায়েৰে বুদ্ধিসত্তা বা স্থিতিক সন্ধিয়াৰ আন্ধাৰ-পোহৰৰ সানমিহলি ৰহস্যময়ী ভাষাৰে আমাৰ কাষত উপস্থিত কৰি বৈচিত্ৰ্যৰ মাজত ঐক্যৰ অনুভূতি মনৰ মাজত ওপজায়। ই যেন ঠিক এটা কাল আৰু সীমাৰ অতীত এটি সুন্দৰ অনুভূতি স্বৰূপ। অতীন্দ্ৰিয়বাদী কবিয়ে বিশ্ব জগৎ আৰু আত্ম-জগতৰ কোনো বিভেদ স্বীকাৰ নকৰে। বিশ্ব আৰু আত্ম-জগত তেওঁৰ কাষত যেন এটি সুষমা মণ্ডিত পূৰ্ণ মিলনত অখণ্ড সত্তাৰূপে প্ৰদীপ্ত হৈ উঠে। ভগৱান আৰু কবিৰ কোনো পৃথক সত্তা নাথাকে, দুয়ো মিলি একাকাৰ হৈ যায়। মানুহ আৰু পাৰ্থিৱ বস্তুৰ বিভিন্নতা তেওঁৰ লোপ পায়। এনে অৱস্থাকে Wordsworth এ যেন Central peace of the heart of things বুলি অনুভৱ কৰিছে - ৰবীন্দ্ৰ নাথেও এই গতিশীল জগতৰ মাজতো স্থিৰ আছে শুধু একটি বিন্দু ঘূৰ্ণিৰ মাজ খানে, ঠিক তেনে অনুভৱ কৰিছে। যি অখণ্ড দৃষ্টিৰ সহায়েৰে কবিয়ে ভগৱৎসত্তা তথা তেওঁৰ বিশ্ব সৃষ্টিৰ পৰম সত্যক উপলব্ধি কৰি তেওঁৰ লগত মিলনৰ

পৰম আনন্দ লাভ কৰিব পাৰে।সাহিত্যৰ মাজেদি সেই স্বানুভূতিৰ (Intution) সাধনাক আমি Mysticism বা অতীন্দ্ৰিয়বাদ বুলিব পাৰো। সাধাৰণতে ভক্তি প্ৰেম, প্ৰকৃতি বা সৌন্দৰ্যমূলক সাহিত্যতে অতীন্দ্ৰিয়বাদৰ পৰশ পোৱা যায়। আমাৰ দেহবিচাৰৰ গীত, বঙ্গদেশৰ বাউল সঙ্গীত, চণ্ডীদাসৰ কজকীনা প্ৰেম৷Wordsworth ৰ প্ৰকৃতি পূজাৰ তপোমগ্ন দৃষ্টিৰে এক অখণ্ড Spirit or Motion অনুভৱ কৰে।বৈষ্ণৱ কবিয়ে গোটেই বিশ্বকে ধাতুৰে গঠিত হোৱা বুলি ভাবে,Shelley-য়েও বিশ্ব সৃষ্টিক এক অখণ্ড সৌন্দৰ্যৰূপে ধৰিব পাৰিছে।

And my spirit
Interpreted lie
By the glory of the Sky,
Be is love, light, hermony,
Or the soul of all
which from Haven like due daffodil
or the mind which feeds thisvirse
peopling the some universe.

(C.f. persian mystics, Hafiz, Rumik,)

চিনি খেতে চায়না মা চিনি হতে চায়, Mysticism is a limper rather than a doctrine, an atmosphere than a system of philosophy আধ্যাত্মিকতা হৈছে পাৰ্থিৱৰ মাজে দি দৃশ্যময় জগতৰ মাজেদি যি মহাসুন্দৰৰ বা হৃদয়ৰ মাজত যি 'সত্যম, শিৱম সুন্দৰম' লুকাই আছে তাক উপলব্ধি কৰিব পৰাটোৱেই হৈছে অতীন্দ্ৰিয়বাদ।

## Some Further points on Roghunath Chowdhury's poems.

চৌধাৰীয়ে কোনো মতবাদৰ ভিতৰলৈ প্ৰকৃতিখনক অনা নাই (i.e. Shelley, Wordsworth) তেওঁৰ প্ৰকৃতি আপোনৰসেৰে সঞ্জীৱিত। সৌন্দৰ্য্য সৃষ্টি হৈয়েই আছে, চৌধাৰীয়ে মাথোন তাকে আহৰণ কৰিছে। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ.বৈচিত্ৰ্যৰ মাজত তেওঁ এটি ঐক্য আবিষ্কাৰ কৰিছে। অতীত, ভৱিষ্যৎ আৰু বৰ্তমান মিলাই তেওঁ প্ৰকৃতিক সম্পূৰ্ণ কৰিবলৈ চেষ্টা কৰিছে।

প্ৰকৃতিৰ লগত মানুহৰ আদিম যুগৰে পৰা সম্বন্ধ। এই সম্বন্ধ ঘাইকৈ বুদ্ধিৰ, প্ৰয়োজনৰ, আনন্দৰ। বুদ্ধিৰ বলেৰে আমি প্ৰকৃতিক দাসী কঁৰো, প্ৰয়োজনত সিদ্ধি কৰো স্বাৰ্থ, আনন্দত প্ৰকাশ কৰোঁ ব্যক্তিত্ব। এই ব্যক্তিত্ব চিৰন্তন আৰু ইয়েই কবি প্ৰতিভাৰ মূল। সেই কাৰণেই চৌধাৰীয়ে প্ৰকৃতিৰ মাজেদি কোনো মতবাদ প্ৰচাৰ কৰা নাই,

প্ৰকৃতিক তেওঁৰ মতবাদৰ পটভূমি কৰি তোলা নাই। মানুহৰ সুবিধা-অসুবিধাৰ নিয়ন্তা স্বৰূপে (i.e. Aldous Huxley, Wordsworth, Thomas Hardy) অথবা প্ৰেমিক-প্ৰেমিকাৰ বাসৰ সভাৰ শোভাবৃদ্ধিৰ সহায়ক হিচাপে তেওঁ প্ৰকৃতিৰ চিত্ৰ আঁকা নাই। এনে কৰিলে প্ৰকৃতিয়ে নিজৰ স্বাধীন সত্বা হেৰুৱাই প্ৰাণহীণ হৈ পৰিব। চৌধাৰীৰ প্ৰকৃতিত এটি স্বাধীন সত্বা নিজতেই সম্পূৰ্ণ। মানুহৰ সংযোগলৈ নাহিও সি নিজৰ মহিমাতে মহীয়ান।

প্ৰকৃতিৰ লগত তেওঁৰ ঘনিষ্ঠ সম্বন্ধ বুলিলেই প্ৰকৃতিয়ে কবিৰ হকে তুলিকা ধৰিছে। প্ৰকৃতিৰ লগত নিবিড় সম্বন্ধ স্থাপন কৰিব পাৰিছে বুলিয়েই কবিয়ে বিশ্বৰ বৈচিত্ৰ্যৰ মাজতো ঐক্যৰ সূত্ৰ আবিষ্কাৰ কৰিবলৈ সমৰ্থ হৈছে। নিয়ৰৰ টোপালত অন্তৰৰ অনুভৱ পাইছে — স্থান আৰু সময়ৰ অপূৰ্ব সমন্বয় ঘটাব পাৰিছে।

বেজবৰুৱা, আগৰৱালা আদিয়ে প্ৰকৃতিক যি নতুন চকুৰে চালে, অন্তৰৰ বাসনা -কামনা বিলাকক যি অভিনৱ সাৰ্থকতা দিলে, পিছৰ লিখকসকলে তাকেই নিজৰ সুকীয়া সুকীয়া প্ৰতিভা অনুসৰি চৰ্চ্চা কৰিলে। আগৰৱালাদেৱৰ বীণ বৰাগীত মানৱ হৃদয়ৰ যি বৰাগী বেশ দেখা যায় সি চৌধাৰীৰ 'সাদৰী'তো লক্ষ্য কৰিব পাৰি। আনহাতে, আগৰৱালাৰ প্ৰকৃতিৰ সৈতে যি এক অতীন্দ্ৰিয় একাত্মবোধ, সি চৌধাৰীৰ 'কেতেকী', 'দহিকতৰা'ত পূৰ্ণাৱয়ব লাভ কৰিলে। চৌধাৰীৰ কবিতাতে অসমীয়া নিসৰ্গ জীৱনৰ পূৰ্ণ পয়োভৰ। 'দহিকতৰাই' বসন্তৰ আগমণৰ জাননী জগাই সুপ্ত জগতৰ চেতনা সঞ্চাৰ কৰিলে। 'কেতেকী'ৰ সুৰত সেই জগতেই উলাহত আত্মহাৰা হৈ বিশ্ব জগতৰ উলাহৰ ৰোল তুলিলে, — প্ৰকৃতি এতিয়া মানুহৰ জীৱনৰ আবেগেৰে সৈতে জড়িত। আগৰৱালাই ৰোমান্টিক কবিসকলৰ দৰে 'প্ৰকৃতি'ৰ ওপৰত নিজস্ব দৃষ্টিভঙ্গী বা মতবাদ জাপি দিছিল, চৌধাৰীৰ প্ৰকৃতি হিয়াৰ নিচেই ওচৰ পালেও স্বাধীন আৰু মহিমাত গৰীয়ান।

N.B - কবিৰ ৰচনা কৌশল Imagery, কবিৰ বিশেষ atmosphere সৃষ্টি কৰিবৰ ক্ষমতা — ৰচনাত সংস্কৃত সাহিত্যৰ ধ্বনি প্ৰতিধ্বনি জড়িত।

# সাহিত্য

ঈশ্বৰৰ এই সুন্দৰৰূপে সজোৱা সংসাৰৰ মাজত প্ৰত্যেক বস্তুৱে, প্ৰত্যেক ঘটনাই একো একোখনি নানা ধাৰণৰ সৌন্দৰ্যৰ পট চকুৰ আগত তুলি ধৰি মনৰ মাজত নতুন ভাবেৰে পৰিপূৰ্ণ একোখনি নতুন ৰাজ্য সৃষ্টি কৰে। সেই ৰাজ্য যে অকল বাহিৰা জগতৰ ছাঁৰেই ঢকা এনে নহয়, তাৰ লগে লগে আমাৰ সুখ, দুখ, ভয়, বিস্ময় ভাল লগা ইত্যাদি নানা ৰকমৰ মনৰ ভাব তাৰ মাজতে সোমাই সেই ৰাজ্য আমাৰ মনৰ

ভাৱৰ ৰসত পৰি অশেষ ৰকম ৰঙেৰে ৰঞ্জিত হৈ জিলিকি উঠে। আমাৰ মনে সেই ৰাজ্য নিজ ইচ্ছামতে সম্পূৰ্ণৰূপে নিজৰ তলতীয়া কৰি পাতি লৈছে।

আমি এই জগতত জানিবলগীয়া আৰু শিকিবলগীয়া বহুত কথা আছে। আমাৰ ক্ষুদ্ৰ সীমাবদ্ধ জ্ঞানক যেতিয়া এই অসীম পৃথিৱীৰ অশেষ জটিল ৰহস্যপূৰ্ণ ঘটনাৰ লগত ৰিজাই চাওঁ, তেতিয়াহে আমি আমাৰ হৃদয়ত অজ্ঞানতাৰ ক'লা ঢাকনিৰ ছাঁ দেখিবলৈ পাওঁ আৰু দেখোঁ দিনে দিনে সংসাৰত কত ঘটনা ঘটিছে যে তাৰ লাখ যোজনৰ দূৰৈতো ঠিয় হ'বলৈ আমাৰ জ্ঞানে সাহ নকৰে। আমি মাথো ঘটনাৰ বৈচিত্ৰ্য দেখি একো বুজিব নোৱাৰি তধালাগি একেথিৰে চাই থাকোঁ; আৰু নিজেই নিজৰ অক্ষমতা বুজিব পাৰি স্বভাৱতে আমাৰ মনত সেইবোৰৰ প্ৰকৃত তথ্য জানিবলৈ এটা উৎসুক্য জন্মে; সেই উৎসুক্য নিবাৰণৰ লগে লগে আমাৰ সংকীৰ্ণ হৃদয় ক্ৰমশঃ বহল হৈ যায়, আমাৰ মনে তেতিয়া হৃদয়ৰ অজ্ঞানতাৰ দুৱাৰ মুকলি কৰি জ্ঞানৰ পোহৰক সোমাবলৈ বাট দেখুৱাই দিয়ে আৰু তেতিয়া সংসাৰৰ প্ৰত্যেক ঘটনাই আমাৰ মনত একোটি সাঁচ বহুৱাই থৈ যায়। এই সাঁচবিলাকক লৈ মনে আমাৰ ভাৱৰ ৰাজ্য গঢ়িবলৈ আৰম্ভ কৰে।

কিছুমান মানুহ আছে তেওঁবিলাকে এইবিলাকে কথালৈ কাণ নকৰি শিকিবলৈ বা জানিবলৈ আওকাণ কৰে, তেওঁলোকৰ মনে একো আগ্ৰহ নেদেখুৱাই; সংকীৰ্ণ হৃদয় বহল কৰিবলৈ তেওঁবিলাকে মন নকৰে, জ্ঞানৰ পোহৰক দূৰতে থৈ এই বিশাল পৃথিৱীৰ এচুকত পৰি থাকি নিজৰ চিনাকী ঠাইতে নিজেই আলহী হ'বলৈ ভাল পায়। ইফালে এনেকুৱা মানুহো আছে, যাৰ মন সদায় ভাব আৰু কল্পনাৰে পৰিপূৰ্ণ, যি সকলো কথাতেই একোটি একোটি নতুন ভাব দেখিবলৈ পায়, সাংসাৰিক ঘটনাই যাৰ হৃদয়বীনৰ তাঁৰ জোকাৰি নানা ৰকম ৰাগ-ৰাগিনীত সুৰ দিয়ে; এনেবিলাক মানুহৰ মনেই ওপৰত কৈ অহা একোখনি অভিনৱ ৰাজ্য সৃষ্টি কৰে, ভাবুকে এই ৰাজ্য বৰ আপোনা বুলি ভাবে আৰু ইয়াৰ ভিতৰেদি অহাযোৱা কৰিবলৈ বৰ উজু পায়। আগেয়ে এবাৰ উনুকিয়াই অহা হৈছে যে, এই ৰাজ্য বহিৰ্জগতৰ ঘটনাৰ ছাঁৰ লগে লগে আমাৰ মনৰ ভাবেৰেও পূৰ্ণ। অৰ্থাৎ সংসাৰত আমি কেৱল ঘটনাবিলাক দেখোঁ, ইয়াত তাৰ লগে লগে কোনটো ভাল, কোনটো বেয়া, কোনটো ধুনীয়া, কোনটো ভয় লগা ইত্যাদি ভাব বিলাক জানিব পাৰোঁ। মানুহৰ মনত এই ভাবৰ সোঁত সদায় বৈ আহিছে, অথচ সি সদায় নতুন। মনৰ ভিতৰৰ এই ৰাজ্যখনি বাহিৰত উলিয়াবলৈ মানুহ সদায় যত্নবান, কাৰণ ইয়াক কোনেও নষ্ট হ'বলৈ এৰি দিব নোৱাৰে, আৰু নষ্ট নোহোৱাৰ একমাত্ৰ উপায় প্ৰকাশ কৰা; কাজে কাজেই মানুহে সাহিত্যক আশ্ৰয় কৰিবলগীয়া হয়। কিন্তু যি খনি ৰাজ্য কেৱল হৃদয়ৰ ভাৱ লৈ গঠিত হৈছে তাক এনে ভাৱে বাহিৰত উলিয়াব লাগিব যাতে সেই ৰাজ্যই আনৰ হৃদয়ৰ ভাৱ তালৈ টানি নিব পাৰে। অকল সাহিত্যই সেই কামৰ উপযুক্ত নহয়,

সাহিত্যৰ জগত আৰু নানাৰকমৰ ছন্দ, অলঙ্কাৰ, ইত্যাদিৰ আৱশ্যক। নিৰলঙ্কাৰ নীৰস সাহিত্যই সেই কাম কৰিব নোৱাৰে। যেতিয়া আমাৰ এই মনৰ ৰাজ্যই সাহিত্যক অৱলম্বন কৰি নানাৰকমৰ ছন্দ, অলঙ্কাৰেৰে বিভূষিত হৈ মানুহৰ মন হৰিব পৰা শক্তিলই জগতত আবিৰ্ভাৱ হয়, সেয়েই হৈছে — কবিতা।

কবিতাৰ প্ৰধান উপাদান হৈছে ভাব, ভাৱৰ ওপৰতেই কবিতাৰ ভাল বেয়া নিৰ্ভৰ কৰে। তাৰ লগে লগে ৰচনা কৌশলো আৱশ্যক, কাৰণ সকলো মানুহৰ মন একে নহয়, এজনৰ যিটো কথাত মনত ভয় লাগে বা বিশ্বাস ওপজে, আনজনৰ হয়তো সেইকথাত মন বিচলিত নহয়। তেনেহ'লে যদি আগৰজনে তেওঁৰ মনৰ ভাৱটি যথাযথৰূপে সাধাৰণ ভাষাত প্ৰকাশ কৰে, তেন্তে সেই কথাই আনজনৰ মনৰ ভাৱক অলপো বিচলিত নকৰে। সেইকাৰণে ৰচনাৰ কৌশলেৰে নানা ৰকমৰ ছন্দ-অলঙ্কাৰেৰে সজাই ভাৱটিক এনে ৰকমে প্ৰকাশ কৰিব লাগে যে যাতে সি অইনৰ মন আকৰ্ষণ কৰিব পৰা শক্তি পায়। যি কবিতাটিয়ে মানুহৰ মন যিমান সোনকালে আকৰ্ষণ কৰিব পাৰিব, সেই কবিতাটি সিমান ভাল। ৰচনাৰ কৌশলৰ কাৰনেই কবিতাই অইন সাধাৰন ভাষাতকৈ মানুহৰ মন সোনকালে আকৰ্ষণ কৰিব পাৰে।

এইখিনিতে বহুতে ক'ব পাৰে যে কবিতা মানুহৰ আত্মগৰ্ভ অৰ্থাৎ আপোনা-আপুনি মনৰ ভাব। যদি সেই ভাৱকে মানুহলৈ লক্ষ্য কৰি সেইভাৱে সজোৱা যায়, তেন্তে তাত কৃত্তিমতাৰ ছাঁ আহি পৰে। এই কথা সঁচা, নিজৰ মনত ভাব নহ'লে দুটামান শেৰৰ আখৰ মিলাই পদ লেখিলেই কবিতা নহয়, ইফালে এইটো কথা মানিব লাগিব মনৰ ভাৱবিলাক পৃথিৱীত অক্ষুন্ন ৰাখিবলৈ সকলো মানুহৰ ইচ্ছা। অতি আদিম যুগৰ পৰা যে মানুহৰ মনত এই আত্মপ্ৰকাশৰ ভাৱটিযে বৈ আহিছে, তাক কোনোও নুই কৰিব নোৱাৰে। শিলত কাটিয়েই হওক বা তামৰ ফলিতেই হওক, মানুহে তেওঁবিলাকৰ মনৰ ভাৱবিলাক সতেজ ৰাখি জগতক দেখুৱাবলৈ চেষ্টা কৰি আহিছে। অতীত যুগৰ বুৰঞ্জীৰ পৰা আমি এইবিলাক জানিব পাৰোঁ। কেৱল মনত ৰখা উচিত যে মানুহৰ মনে অইন বহুতৰ মনক তলতীয়া কৰি ৰাখিবলৈ চায়। সেই কাৰণেই মানুহে ভাৱ প্ৰকাশ কৰিবৰ সময়ত নানা কৌশলৰ আশ্ৰয় কৰে। কবিৰ অসাধাৰণ কল্পনাৰ আগত ৰচনা কৌশল একোৱেই নহয়। সি আপোনা-আপুনি নৈৰ সোঁতৰ দৰে মনৰ পৰা ওলাই থাকে। কবিৰ এই এটি স্বাভাৱিক গুণ। সেই কাৰণে বহুতে চেষ্টা কৰিও কবি হ'ব নোৱাৰে, যি চেষ্টা কৰি মূৰ ঘমাই এটা বা দুটা কবিতা লেখে, তাত যদি স্বাভাৱিক মনৰ সোঁত যথাযথৰূপে প্ৰকাশ নাপাই, তেন্তে সেই কবিতা লেখাৰ পৰা একো উপকাৰ নাই। সি স্বাভাৱিক কবিতাৰ দৰে ৰসাল নহয়। কবিৰ কল্পনাই নিজৰ মনৰ ভাৱক বা নিজৰ সুখ-দুখক কোনো নিৰূপিত বা বৰ্তমান সময়ৰ কাৰণে আবদ্ধ ৰাখিব নোখোজে।

তাক চিৰকাল ব্যাপী প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে। সেইকাৰণে কবিৰ প্ৰধান লক্ষ্য বৰ্তমান মানৱ সমাজ নহয়, চিৰকালৰ স্থায়ী মানৱ সমাজ, অৰ্থাৎ তেওঁ এনে একোটি কল্পনা প্ৰসূত ভাব থৈ যায়, যি চিৰকালৰ কাৰণে মানুহৰ মনত আনন্দ দিবলৈ পিছ নোহোঁহকে। মনৰ বস্তু বাহিৰৰ, ভাৱৰ বস্তু ভাষাৰ, আৰু নিজৰ বস্তু সকলোৰে কৰাই কবিতাৰ প্ৰধান উদ্দেশ্য। সংসাৰৰ ঘটনাবিলাক বিশেষ ৰকমে মনৰ মাজত নিজৰ কৰি লৈ কল্পনাৰ বলেৰে সেই নিজৰ বস্তুখিনিকে সৰ্বসাধাৰণৰ কাৰণে তৈয়াৰ কৰাই কবিৰ প্ৰধান কাম। মনে সংসাৰৰ পৰা বস্তু বাছি বাছি নিজৰ কৰি লৈছে, কল্পনাই তাকে সকলোৱে সমানভাৱে ব্যৱহাৰ কৰিব পৰা কৰি সাজিছে। কবিয়ে এই কল্পনাৰ বলেৰেই মনৰ ভাৱবিলাক সকলোৰে কাৰণে সমান কৰি চিৰকাল স্থায়ী কৰি থৈ যায়। সেইকাৰণে ক'ত সুন্দৰ ভাবপূৰ্ণ কবিতাই বহুকালৰে পৰা মানৱ সমাজৰ শিক্ষাৰ, অৱস্থাৰ পৰিবৰ্তনলৈ আওকাণ কৰি নিজৰ সৌন্দৰ্য আৰু মহত্ব অক্ষুণ্ণ ৰাখিছে। প্ৰকৃতিত কত সুন্দৰ বস্তু আছে যাক আমি এখন্তেক ৰৈ নোচোৱাকৈ যাব নোৱাৰোঁ — যাক আমি ভাৱ আৰু কল্পনাৰে আৰু সুন্দৰ কৰি তুলি তাৰ সৌন্দৰ্য চাই হেঁপাহ নপলাই, যিমানবাৰ চাওঁ, কিমান বাৰ নতুনকৈ চাবলৈ মন যায়, যি সদায় আমাৰ মনত নতুন সুখ দিয়ে, এয়ে কবিতা। কবিতাই সুন্দৰৰ সৌন্দৰ্যক এখনি পটৰ দৰে আনি আমাৰ আগত ধৰেহি। পটত আমি কেৱল ভাৱৰ আঁকাৰ দেখোঁ, কবিতাই তাক সজীৱ কৰি তোলে। কবিতাৰ সৌন্দৰ্য চিৰকাল স্থায়ী, যিমান বাৰ চোৱা যায় সিমান বাৰ মন আনন্দেৰে পৰিপূৰ্ণ হয়। এই কাৰণে কোনোবাই যদি নিজৰ মৰমৰ বস্তু এটিক চিৰকাললৈ মানৱ সমাজত থৈ যাব খোজে, তেন্তে তেওঁ ভাৱৰ আশ্ৰয় ল'ব লাগিব। কাৰণ ভাৱেই কবিতাৰ প্ৰধান অঙ্গ। সূৰ্য পুৱফালে উঠে, এই কথাটি সকলোৱে জানে, আৰু এই কথাই মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰে। কিন্তু যেতিয়া জগতে পুৱা সুৰুযৰ সোণালী কিৰণত গা-ধুই জকমক কৰে সেই সময়ৰ সৌন্দৰ্য, সেই সময়ৰ যি আনন্দ, সিয়েহে মানুহৰ মন আকৰ্ষণ কৰে; জোনৰ পোহৰ সকলোৱে দেখিছে, তটিনীৰ কুলু কুলু মাত সকলোৱে শুনিছে; দুপৰ ৰাতি জগতত কাৰো সাৰ-সুৰ নাই — সেইটো সকলোৱে জানে, এইবিলাক কথাই মানুহৰ মন টানি আনিব নোৱাৰে। কিন্তু কোনোবাই যদি এনে দুপৰ ৰাতি তটিনীৰ পাৰত বহি তটিনীৰ কুলু কুলু সুৰৰ দুখৰ কান্দোনৰ লগত নিজৰ হৃদয়ৰ সমবেদনা জনাই সেই সময়ৰ মনৰ সেই ভাৱবিলাক জগতত প্ৰকাশ কৰি থৈ গৈছে, সেয়েহে মানুহৰ মন টানি আনি কবিৰ ভাৱৰ লগৰীয়া কৰিব। কবিয়ে সংসাৰৰ প্ৰত্যেক ঘটনাত একোটি ভাৱৰ স্থল পায়, পুৱা তমসা নৈত বাল্মীকি মুনি গা-ধুবলৈ গৈছে, নীল আকাশৰ পৰা পুৱা সুৰুযৰ সোণালী কিৰণ নামি নৈৰ বতাহত নাচি থকা পানীৰ মাজত পৰি জকমকাব লাগিছে। দুবৈত এহালি শৰালিয়ে ৰংমনে পানীত ওপঙি ওপঙি খেমালি কৰি ফুৰিছে। কি যে এক নতুন আনন্দৰ ভাৱে জগতক মেৰাই আছে। প্ৰকৃতিৰ এনে

বিশ্ববিমোহন ৰূপ দেখি ভাৱত বিভোৰ, অকস্মাতে ক'ৰবাৰ পৰা ব্যাধৰ কাঁড় এডাল আহি শৰালি হালিৰ এটিক মাৰি পেলালে, ইটিয়ে লগৰীয়াটিক ব্যাধৰ কাঁড়ত চটফটাই মৰি যোৱা দেখি কান্দোনত বন খলক লগালে। মুহূৰ্ত্ততে সুৰৰ দৃশ্যক বিষাদে আহি ঢাকি পেলালে। এনে সময়ত কবি কি আৰু স্থিৰ হৈ থাকিব পাৰে? আচম্বিতে তেওঁৰ মুখৰ পৰা শ্লোক ছন্দেৰে ওলাই গ'ল —

"মা নিষাদ প্ৰতিষ্ঠিং ত্বমগম শাশ্বতীঃ সম।'
যৎ ক্ৰৌঞ্চ মিথুনা দেকমবধীঃ কাম মোহিতং।।"

কত শ বছৰৰ আগেয়ে এই ঘটনা ঘটিছিল, তাৰ পাছত জগতত কত পৰিবৰ্তন হ'ল, কত দেশ ধ্বংস হ'ল, কত দেশ নতুনকৈ উঠিল, কত জাতিৰ নাম জগতৰ পৰা লোপ পালে, কত জাতি ক্ষমতাশালী হ'ল, কিন্তু জগতৰ সকলো পৰিবৰ্ত্তনলৈকে পিঠি দি এই শ্লোক আজিলৈকে তাৰ ভাৱৰ সৌন্দৰ্য সজীৱ কৰি ৰাখিছে। চাৰিওফালে পৰ্বত, মাজত উপত্যকা ভূমি, সন্ধিয়া বেলিকা সূৰ্য যাঁও যাঁও হৈছে, সেই পশ্চিমমুখীয়া সুৰুযৰ কিৰণ পূবফালৰ পৰ্বতৰ শিখৰত পৰি পৰ্বতৰ শিখৰ জিলিকি পৰিছে। তলত উপত্যকা লাহে লাহে আন্ধাৰ হৈ পৰিছে। এনেকুৱা দৃশ্য বহুতে দেখিছে, কিন্তু কেইজনৰ মনে এই দৃশ্য দেখি নিজৰ জন্মভূমিলৈ মনত পৰি কবি বাৰ্ডচ্ওৱৰ্থৰ দৰে কৈ গৈছে?

"A linguring look he fondly throws
On the dear hills where first he rose."

তাৰ লগতে জন্মভূমিৰ উদ্দেশ্যে কৈছে ঃ

"My soul will cast the backward view.
The longing look alone on you."

কেনে মনোহৰ ভাৱ! কেনে সুন্দৰ কথা! যতবাৰ মনত পৰে, ত'তবাৰ মন নতুন আনন্দ-ৰসেৰে আপ্লুত হয়। কবিতাৰ এই চিৰমধুৰতাৰ কাৰণেই জগতত ই আজি ইমান আদৰণীয়। বহুদিনৰ আগেয়ে লিখা কালিদাসৰ শকুন্তলা, মেঘদূত আজিলৈকে পুৰণি হোৱা নাই, সকলোৰে এক হেঁপাহেৰে পঢ়ে, সকলোৱে তাত সমান আনন্দ পায়, তাৰ পৰা মধুৰতা সৌন্দৰ্য ল'ব পৰা যায়। সেই কাৰণে আজি সেই কবিতাই জগতত ওখ আসন অধিকাৰ কৰিছে। চিৰকাললৈকে জগতত তাৰ সৌন্দৰ্য জিলিকি থাকিব।

অৱশেষত ইয়াকে দেখা গ'ল যে জগতৰ ঘটনাই মনৰ মাজত যি ভাৱ উদয় কৰে, অইনৰ মন মোহিব পৰা শক্তিৰে সৈতে সেই ভাৱৰ বিকাশেই প্ৰপ্ৰতি মন আৰু কল্পনাই সাহিত্যৰ সৃষ্টিকৰ্তা, ভাৱ তাৰ অঙ্গ, মানৱ সমাজেই বিকাশৰ স্থল, কবিতা সদায় মধুৰ, সদায় নতুন, তাৰ ৰস কোনেও একেবাৰে অন্ত কৰিব নোৱাৰে বা অকলৈয়ো ভোগ কৰিব নোৱাৰে। ৰজা-প্ৰজা, চহকী-দুখীয়া কোনো এই সুখৰ পৰা

বঞ্চিত হোৱা নাই। ধন-ৰত্নপূৰ্ণ সুন্দৰ পকীঘৰৰ ভিতৰত থকা চহকীকো যেনে সি সুখ দিয়ে, খাবলৈ নোপোৱা নিঃকিন গছৰ তলত থকা দুখীয়াকো তেনে সুখ দিয়ে। পালি প্ৰহৰীয়ে বেড়ি থকা, অশেষ ৰকমৰ সুন্দৰ সুন্দৰ মণি-মুকুতাই জকমকোৱা প্ৰকাণ্ড প্ৰকাণ্ড প্ৰসাদত থকা মূৰত মুকুট পিন্ধা ৰজাকো যেনে সি সুখ দিব, অকলশৰীয়া, দুবেলা দুমুঠি খোৱা, জুপুৰী ঘৰত থকা সামান্য ভিকহু প্ৰজাকো সুখ দিব। কৱিতাত কবিৰ হৃদয়ৰ তলিত থকা ভাব জিলিকি উঠে, কবিৰ সুখ-দুখ, আশা-নিৰাশা, ভাৱৰ উচ্ছাস, মনৰ আবেগ, কেতিয়াবা উলাহত হাঁহিছে, কেতিয়াবা বেজাৰত কান্দিছে, কেতিয়াবা পেপুৱা লাগি একেথিৰে চাই আছে। কবিৰ সকলোখিনি মনৰ ভাব কবিতাত জ্বলন্তৰূপে জ্বলি থাকে। কবিতাই আমাক সেই ৰাজ্যলৈ লৈ যায়, যি ৰাজ্যত বহি কবিয়ে কল্পনাৰ বলেৰে ছবি আঁকিছিল, আমি সেই ৰাজ্যৰ অসীম সৌন্দৰ্য দেখি সংসাৰৰ জ্বালা-যন্ত্ৰণা পাহৰি কবিৰ ভাবতে ভোল গৈ আপোন হেৰুৱা হওঁ। আৰু কবিতাই কি কৰে? কবিতাই কল্পনা ৰাজ্যত ফুৰাই, পাৰিজাত ফুল ফুলি থকা নন্দন কাননৰ দাঁতিয়েদে বৈ যোৱা মন্দাকিনীৰ তীৰৰ অপ্সৰাসকলৰ সুমধুৰ সঙ্গীত পৰিপূৰ্ণ স্বৰগৰ অপূৰ্ব শোভা দেখুৱাই মন আনন্দেৰে প্ৰফুল্লিত কৰি পুনৰ মৰতলৈ নমাই মেঘৰ গাজনিৰে সৈতে ভীষণ ধুমুহাপূৰ্ণ প্ৰকৃতিৰ ভয়ঙ্কৰ মূৰ্তি আগত তুলি ধৰি ভয় লগোৱাই, হৃদয় বিদাৰক মৃত্যুৰ ছবিৰ কাষেদি লৈ গৈ প্ৰাণত শোকৰ বেগ উতলাই মৰতৰ নিৰ্ম্মল জোনাক সৰগৰ তলেদি আনি, বসন্তৰ কুঁহি কুঁহি নতুন ফুল পাতেৰে জকমকোৱা, গছলতাৰে সুসজ্জিত প্ৰকৃতিৰ বিতোপন মনোমোহা ৰূপেৰে, হৃদয়ক বিস্ময় ৰসেৰে হৰুৱাই, নিৰ্জ্জীৱ মনৰ ভাব সজীৱ কৰি, মৰমৰ প্ৰাণত শান্তিৰ পানী ছতিয়াই দিয়ে।

(বাঁহী, ১ম বছৰ, চতুৰ্থ সংখ্যা, ফাগুন, ১৮৩১)

# হাস্যৰস

ক্ষুদ্ৰ দুখময় মানৱ জীৱনত দুখৰ বোজা পাতলাবলৈ মানুহে হাস্যৰসৰ আশ্ৰয় লয়। ক'বলৈ গ'লে হাস্যৰসো এক প্ৰকাৰ ভাব সৃষ্টি। ইয়াৰ সহায়েৰে লিখকে মানৱ জীৱনৰ সংলগ্নতা, অসমানতাক এটা সকলোকে সমান ভাবেৰে চাব পৰা উদাৰ অনুভূতিৰে ক্ষন্তেকীয়া বৈষম্যকো এটি উন্নত সহানুভূতিশীল বিদ্বেষহীন চাৱনিৰে এটি হাঁহিৰ ৰেখা জিলিকাব পাৰে। ইয়াত জগৎ আৰু জীৱনৰ প্ৰতি এটি নিৰ্লিপ্ত ভাব অথচ আবেগ অভিযোগহীন মনৰ ভাবেই হাস্যৰসৰ উৎকৃষ্ট লক্ষণ। সাধাৰণতে লিখকে Wit, satire, irony humour- ইত্যাদিৰে হাস্যৰস সৃষ্টি কৰিবলৈ চেষ্টা কৰে।

সহানুভূতি নহ'লে ওখ ধৰণৰ হাস্যৰসৰ সৃষ্টি অসম্ভৱ, শ্ৰেষ্ঠ হাস্যৰসিকে জীৱনক দূৰৰ পৰা দ্ৰষ্টাৰ দৰে চাই তাত লিপ্ত নহয়। এনেকুৱা হাস্যৰসত উচ্চ আকাংক্ষা, ৰস, কল্পনা, আছে। এনে ধৰণৰ ৰস কল্পনা মানুহৰ প্ৰতি বা সৃষ্টিৰ প্ৰতি কোনো ভেদ ভাব নাই। কাৰণ এটি নিৰ্ম্মল, ব্যাপক সহানুভূতি হাস্যৰসৰ গুৰি। এই ভাব দৃষ্টিৰে মানুহলৈ চাব জানিলে তেওঁলোকৰ সকলো অভিমান ব্যৰ্থ, নিৰৰ্থক বুলিয়ে হাঁহি উঠে। অথচ সেই হাঁহিৰ আঁৰতে এটি সুগভীৰ সহানুভূতি লুকাই আছে। সাধাৰণতে আমি যেতিয়া হাস্যৰসৰ সৃষ্টি কৰিবলৈ যাওঁ, তেতিয়া ইচ্ছা কৰিয়েই আনক দুঃখ দিবলৈ চাওঁ, আৰু এই দুঃখ দিয়াৰ ইচ্ছাৰ আঁৰতে এটি আত্মশ্ৰেষ্ঠৰ ভাব লুকাই থাকে। যিটো গৰখীয়া ল'ৰাই মিছাকৈয়ে 'বাঘ আহিছে' বুলি হাস্যৰসৰ সৃষ্টি কৰিবলৈ যায়, তাতো টো পৰপীড়নৰ ইচ্ছা আছিল। বহুত সময়ত আমি আনৰ অজ্ঞতাৰ সুযোগ লৈ তেওঁৰ খৰচতে হাস্যৰসৰ সৃষ্টি কৰোঁ। ইয়াৰ পৰা এইটো ধৰিব পাৰি যে হাস্যৰসত পৰপীড়নৰ ইচ্ছাৰ লগতে এটি আত্মপ্ৰাসাদৰ ইচ্ছাও লুকাই থাকে। ইচ্ছাৰ সৈতে অৱস্থাৰ উদ্দেশ্যৰ সৈতে, উপায়ৰ কথাৰ সৈতে, কামৰ অসংলগ্নতা বিলাকেই হাস্যৰসৰ সাঁজুলি যোগায়। যেনে — ঘটনা বা চৰিত্ৰৰ অসংলগ্নতা, নভৱা নুশুনা আচৰিত ঘটনা যেনে — বুঢ়া মানুহে আম খাবলৈ গছত উঠা। স্বৰ্গীয় দীনবন্ধু মিত্ৰৰ দুজনী ঘৈণীয়েকে নিজৰ গিৰিয়েকক 'চোৰ' বুলি কিলাবলৈ যোৱা ইত্যাদি।

Wit কাক বোলে? — অৰ্থাৎ মাৰ্জ্জিত বুদ্ধিৰ কথাৰ চাতুৰি। ইয়াত লিখকৰ তীক্ষ্ণ বুদ্ধি আৰু কথা বাচনিৰ নিপুনতা অতি আৱশ্যক। ইয়াত মনত আনন্দ বা বৈষম্য হে উপজে। দুঃখ দিয়াৰ অৱস্থা অতি সামান্য বুলিলেই হয়।

Wit য়ে যেনেকৈ কথা বাচনিৰে হাঁহি তোলায়, Humour-য়েও তেনে অন্তৰৰ অনুভূতি আলোড়ন কৰি সহানুভূতিশীল হৃদয়েৰে আবেদন জনায়। Wit-ত পাণ্ডিত্য, Humour-ত চেনেহৰে বান্ধোনেৰে মানি লোৱা। Humour কৰুণ ৰসৰ হ'লে অতি সুগভীৰ আৰু ওখ খাপৰ হয়। প্ৰতিকাৰহীন দৈন্য দুৰ্দ্দশাৰ মাজতো লিখকে যেতিয়া ব্যক্তিগত জীৱনৰ গভীৰ বেদনালৈ আওকাণ কৰি আক্ষেপহীন ভাব দৃষ্টিৰে পাঠকৰ মনত ৰসৰ সঞ্চাৰ কৰে, তেতিয়া এনেকুৱা হাস্যৰসৰ সৃষ্টি হয়। লিখকৰ হাঁহিৰ ৰেখাই তেতিয়া দুখৰ কৰুণা সুৰৰ ওপৰত ছাঁ পেলাই এখনি সুন্দৰ ইন্দ্ৰধেনু সৃষ্টি কৰে। "বিবাদৰ ডাৱৰত প্ৰেমৰ কিৰণ সানি জীৱনৰ ইন্দ্ৰধনু গঢ়ে বিধাতাই।"

বহ্নি ৭-১০-৫৫

# ওমৰ খায়াম

## অভিমত

"ফুল কলি ফুলি গোন্ধে
বোৱাই প্ৰীতিৰ সোঁত
সৰি পাছে নাইকীয়া হ'ল।
যি ফুলেৰে মউ পিয়া
এটা ভোমোৰা বলিয়া
ঘুৰি ঘুৰি ফুৰিছে অকল।
উৰি ফুৰি বেজাৰৰ
হৃদয় ৰাগিনী তাৰ
বৰষি যে সিও গুচি গ'ল।
ক'ৰ কোন কিবা হ'ল
চিন স্মৃতি পমি গ'ল
প্ৰকৃতিয়ে তেনেকৈয়ে ৰ'ল"।

ঠিক তেনেকৈয়ে ৰ'ল, ফুল ফুলিলে, গোন্ধ বিলাই জগতক মোহিত কৰিলে, দুদিনলৈ আনন্দ দিলে; তাৰ পাছত সৰি কেনিবা নাইকীয়া হ'ল। প্ৰকৃতিৰ বুকুত কিন্তু এটি আচোঁৰ বহুবাব নোৱাৰিলে। বুঢ়া সংসাৰ তাৰ লাখুটিৰ ওপৰত ভৰ দি আগবাঢ়ি যাবই লাগিছে, দিনৰ পোহৰ বা ৰাতিৰ আন্ধাৰে তাৰ অপ্ৰতিহত গতিত অকনো বাধা দিব পৰা নাই। "The reapers reaped, the sun fell and all the land was dark" এই সংসাৰত গতি চিৰকাল একেদৰে চলি আহিছে আৰু চলিয়েই থাকিব। জগতৰ ধুমুহা বা মানুহৰ বিলাই বিপত্তিলৈ ভ্ৰূক্ষেপ কৰিবৰ সময় নাই, তাৰ অপ্ৰতিহত গতিত কাৰো বাধা দিবৰ শক্তি নাই। কিছুমানে কয় যে সৃষ্টিৰ গুৰিতে ঈশ্বৰৰ মঙ্গলময় শক্তি নিহিত আছে আৰু সৃষ্টিৰ প্ৰত্যেক ঘটনাতে সেই শক্তিৰ বিকাশ দেখিবলৈ পোৱা যায়। যেনে শ্যেক্সপিয়েৰে কয়, "There's divinity that shapes one's end, rough hew them how we will"

ই যদি মঙ্গলময় শক্তি হয়,- divinity হয়, তেন্তে ইয়াৰ কামবোৰ মঙ্গলময় নহ'ব কিয়? জগতত অনাদি কালৰে পৰা কিয় এই ধ্বংসৰ লীলা চলি আহিছে? দুখুনী ৰাঁৰীৰ আশ্ৰয় স্থল চকুৰ মনি একেটি পুতেকক মাৰি নি সেই দুখুনীক জগতত একেবাৰে

নিৰাশ্ৰয়া কৰি এৰি দিয়াৰ উদ্দেশ্য কি? মনৰ আনন্দৰে পহু পোৱালিটিয়ে হাবিৰ মাজত অকলে অকলে চৰি ফুৰিছিল,— সাক্ষাৎ যমৰ দৰে বাঘ আহি একে কামোৰতে তাৰ ক্ষুদ্ৰ জীৱনটি শেষ কৰি কি মঙ্গল উদ্দেশ্য সিদ্ধি কৰিলে কোনে ক'ব? দিনে দিনে জগতত এই বিৰাট হত্যাৰ অভিনয় কিয়, ইয়াতো কি দেৱতাৰ মঙ্গলময় উদ্দেশ্য লুকাই আছে?

আন কিছুমান দাৰ্শনিকে কয় যে ই এক অচেতন প্ৰেৰণা মাথোন। কোন অনন্তৰ সুদূৰ লক্ষ্য ধিয়াই এই অন্ধ শক্তি মহা প্ৰতাপেৰে উদাস ভাৱে চলিব লাগিছে। ক'ত তাৰ শেষ কোনেও নাজানে। ই একোকে নুবুজে, একোকে নুশুনে, সংসাৰৰ করুণ কান্দোনে ইয়াৰ কুঠুৰা হিয়া কোমলাব নোৱাৰে। এই শক্তিৰ আগত মুহূৰ্ত্তে মুহূৰ্ত্তে ক'ত ঠাইত ক'ত লাখে লাখে জীৱ উৎপন্ন হ'ব লাগিছে, নগৰ সাগৰ হৈছে, সাগৰ নগৰ হৈছে, ই এফালে যেনেকৈ ধ্বংস কৰিছে, আনফালে তেনেকৈ সৃষ্টিও কৰিছে। যি আজি নিজৰ গৌৰৱত গৌৰৱান্বিত হৈ ৰং মনৰে জগতত নাচি ফুৰিছে, সিয়ে হয়তো কালিলৈ মাটিত পৰি ছটফটাই নিজৰ অতীত গৌৰৱক মাটিৰ লগতে মিহলাই দিছে,—

"The boast of heraldry, the pomp of power,
And all that beauty, all that wealth e'er gave,
Awaits like th' inevitable hour:-
The paths of glory leads but to the grave"

মৃত্যুৱেই জীৱনৰ পৰিণাম। তাৰ হাত সাৰিবৰ উপায় নাই। মিছা সেই শক্তিৰ ওচৰত কাতৰ প্ৰাৰ্থনা, মিছা তাৰ কাষত সুখৰ আকুল কামনা, মিছা পুণ্যৰ পুৰস্কাৰ, মিছা পাপৰ প্ৰায়শ্চিত্ত।

তেন্তে ই কি সঁচাকৈয়ে অচেতন শক্তি? ওমৰ খায়মে কয় যে এই শক্তি অচেতন নহয়, অজ্ঞান নহয়। ই এক সজাগ শক্তি। জগতৰ এক স্বেচ্ছাচাৰী অভিনেতা— নিজৰ ইচ্ছাৰে ভাঙিছে, গঢ়িছে, নিজৰ ইচ্ছামতে ৰং-ধেমালি কৰিছে, নিজক লৈয়ে নিজে মত্ত আছে; ই যদি এক অচেতন শক্তি হ'লহেঁতেন, তেন্তে সৃষ্টিৰ চেতনাৰ সঞ্চাৰ নাথাকিলহেঁতেন আৰু এনে শৃঙ্খলা বিৰাজ নকৰিলহেঁতেন। অচেতন শক্তিয়ে কেনেকৈ সৃষ্টিৰ ভিতৰত এনে সৌন্দৰ্য্যৰ সমাবেশ কৰিব? তটিনীৰ কুলুকুল সুৰ, বিহগৰ মধুৰ সঙ্গীত, শৰতৰ শুভ্ৰ মেঘমালা, পূৰ্ণিমাৰ জোনাক জেউতিয়ে কাৰ প্ৰাণত আনন্দৰ লহৰী তুলি নিদিয়ে? জগতত কোন এনে দিনকণা আছে যি প্ৰকৃতিৰ সৌন্দৰ্য্যত মোহ নাযায়। অচেতন শক্তিৰ সাধ্য কি প্ৰাণৰ মাজত চেতনাৰ সঞ্চাৰ কৰে? জ্যোতিৰ্বিদ ওমৰে এই শক্তিক কেতিয়াও অচেতন শক্তি বুলি নকয়। তেন্তে

তেওঁ কয় এই সৌন্দৰ্য্যময়ী সৃষ্টি জগতত এই লীলা বৈচিত্ৰ্য স্ৰষ্টাৰ নিজৰ সুখৰ কাৰণে, তোমাৰ মোৰ কাৰণে নহয়। আমি তেওঁৰ পুতলা মাথোন। কুমাৰৰ চাকত দিনে ৰাতিয়ে হাজাৰে হাজাৰে ক'ত মাটিৰ পাত্ৰ তৈয়াৰ হব লাগিছে, তাৰ ভিতৰত কেইটা ভাগিছে, কেইটা দেখিবলৈ অভজা হৈছে, কুমাৰে জানো তাৰ হিচাব ৰাখিছে বা তাৰ কাৰণে কিবা ভাবিছে? তাৰ ভঙা ছিঙাৰ লেখৰ কি প্ৰয়োজন? হাজাৰৰ ভিতৰত যি কেইটা থাকি যায় সেয়ে যথেষ্ট। আমিও সেই বিশ্ব খনিকৰৰ মাটিৰ পুতলাৰ দৰে, আমাৰ সুখ দুখৰ কাৰণে তেওঁৰ ভাবিবৰ আৱশ্যক কি? আমাৰ দুখৰ করুণ কান্দোনে তেওঁৰ প্ৰাণ ভেদিব নোৱাৰে। ই পুৰী সিপুৰী সকলো মিছা, ই কবিৰ কল্পনা, মাথোন অলীক সপোন।

ইপুৰী সিপুৰী বহুত জ্ঞানৰ গভীৰ তৰ্ক কৰি।
ক'ত আজি সেই সাধু মহাজন, কোনে আজি মাত নিলোনা হৰি।।
ক'ত সি সবৰ অতীত বিধান হাঁহি তিলেকাত কেনিবা গ'ল।
মাটিৰ মানুহ মাটিয়ে ঢাকিলে মাটিৰ লগতে মিহলি হ'ল।।

যাক চেনেহৰে সাবতি ধৰি বুকুৰ মাজত ৰখাইও হেঁপাহ নপলাইছিল আজি তেওঁলোক ক'লৈ গ'ল? ইয়াতে একেলগে থাকি উমলি জামলি ডাঙৰ দীঘল হোৱা লগৰী সকলৰ বহুতক আজি দেখোন দেখা নাই? আমিও সেইদৰে এদিন যাব লাগিব। এই জগতৰ আলহী ঘৰত আমাৰ আসন শূন্য হলেই ততালিকে আনে আহি আমাৰ শূন্য আসন পুৰাবহি।

ক'ত প্ৰিয়জন যতনেৰে যাক চেনেহৰ মালা
পিন্ধালো আহি।
ক'ত ভাগ্যবান জগতত যাৰ গোটেই জীৱন
মধুৰ হাঁহি।
খন্তেকৰ আগে জীৱনৰ সুধা ঢালি আপোনাৰ
পিয়লা ভৰি।
কোন দেশলৈ গ'ল তেওঁলোক আলহী ঘৰৰ
আসন এৰি।।
তেওঁলোকে সেই এৰা আসনতে যত লগৰীয়া
ৰঙতে আজি।
হাঁহিছো গাইছো পিয়লা ভৰাই মিলিছো ৰঙিন
সাজেৰে সাজি।।
দুদিনৰ পাছে সকলোৰে শেষ মিলনৰ ঠাই
মৰণ পুৰি।।

আমাৰ পিছত আৰু ক'ত জনে বহিব
ইদৰে আসন জুৰি।।

আমাৰ জীৱন দুখৰ যন্ত্ৰণাতেই অৱসান হওক বা সুখৰ মাজতেই শেষ হওক কোনেও তালৈ মন নকৰে। তুমি আমি কোন যে বিধতাই মৰণৰ পাছত সিপুৰীত আমাৰ কাৰণে উলাহৰ উপবন বা সুখৰ প্ৰাসাদ সাজি থব? গৃহস্থই মাটিৰ পাত্ৰ যিমান দিনলৈকে আৱশ্যক সিমান দিনলৈকে ব্যৱহাৰ কৰে, কাম শেষ হলেই দলিয়াই পেলাই দিয়ে। কেতিয়া কোন যুগত সেই ভগা পাত্ৰৰ ওপৰত মানুহে সোণৰ মন্দিৰ সজাই দিছে কোনোবাই ক'ব পাৰেনে? এবাৰ মৰিলেই সকলো শেষ, দুনাই নতুন জীৱন লৈ সংসাৰত ফুৰিবলৈ নোপোৱা।

আঁহা তেন্তে হেৰা খায়ামৰ সতে
এৰা জ্ঞানী লই জ্ঞানৰ ঠাই
এটি কথা মোৰ ৰাখিবা মনত
পলে পলে সখা জীৱন যায়।।
এই পৃথিৱীত এয়ে মাথোন সঁচা
বাকী সকলোটি তেনেই ভুল।
এবাৰ সৰিলে সৃষ্টিৰ বুকুত নুফুলে
দুনাই জীৱন ফুল।।

সেই কাৰণে পৰলোকৰ সুখৰ আশাত জীৱনক এই জগতত বঞ্চিত নকৰিবা। প্ৰতি মুহূৰ্ত্ততে আনন্দ কৰা, স্ফূৰ্ত্তি কৰা। প্ৰতি মুহূৰ্ত্তকে টানি আনি উপভোগ কৰা, পলে পলে জীৱন যাবই লাগিছে, এই জীৱন সাৰ্থক কৰা, অতীতৰ অনুশোচনত একো লাভ নাই, বৰ্ত্তমানক টানি জীৱনক আনন্দৰ লগৰী কৰি লোৱা।

আজি বসন্তৰ মধুৰ পৱন বইছে
ধীৰেৰে জুৰাই প্ৰাণ।
ঢালা ইয়াতেই জাৰৰ কুঁৱলী আৰু
অন্তৰ বিষাদ গান।।
পিয়লাটি মোৰ ধৰাহি মুখত আঁহা প্ৰাণ
সখা সময় নাই।
পাখি মেলি সউ জীৱন বিহঙ্গ অনন্তৰ
পিনে উৰি যে যায়।।

ভৱিষ্যতৰ সুখৰ আশাত বা সিপুৰীত সৰগৰ সুখৰ কাৰণে যি সকলে বৰ্ত্তমানত কষ্ট ভোগ কৰে, তেওঁলোকৰ মাথোন ছাঁৰ পাছে পাছে লৰোঁতেই জীৱন যায়, আচল সুখ চকুৰ আগতে ফাঁকি দি পলাই যায়, ধৰিবই নোৱাৰে।

ৰাজসুখ আশে কোনোবা বলিয়া, কোনোৱে
বিচাৰে সৰগৰ সুখ।
ছাঁৰ পাছে পাছে লৰোঁতে সদাই ইফালে
নভৰে ঘৰত মুখ।।
লোৱা ততালিকে যি পোৱা হাতত নোপোৱা
যিখিনি থাকক বাকী।
দূৰৰ বাজনা শুনিলে কি হব মাজত
তোমাৰ তেনেই ফাকি।।

এই কবি ওমৰ খায়াম খোৰাচান প্ৰদেশৰ নিচাপুৰত কেতিয়ানো উপজিছিল কোনেও সঠিক ক'ব নোৱাৰে, মাথোন বহুতে ভাৱে যে খৃষ্টীয় একাদশ শতাব্দীৰ শেহ ভাগত তেওঁৰ জন্ম হৈছিল। ছাত্ৰ অৱস্থাত তেওঁ নিচাপুৰৰ বিখ্যাত অধ্যাপক ইমাম মোৱাফিকৰ চৰণ তলত বহি বিদ্যা অৰ্জ্জন কৰিছিল। ল'ৰাকালৰে পৰা তেওঁ গণিতৰ অধ্যয়নত বেছি মন দিছিল আৰু অকলে অকলে বহি গ্ৰহ নক্ষত্ৰৰ গতি বিধি পৰ্য্যবেক্ষণ কৰিবলৈ ভাল পাইছিল। ছাত্ৰ অৱস্থাত ওমৰে দুজন বন্ধু লাভ কৰিছিল, এজন খোৰাচানৰ শাসনকৰ্ত্তা, আলাপাৰ্চিলনৰ প্ৰধান মন্ত্ৰী "চিয়াচৎনামা"ৰ লেখক বুৰঞ্জী বিখ্যাত নিজামল মুলক আৰু আন জন হাচান বেন চাৰ্বা। যদিও শেষৰ জনক নিয়তিৰ চক্ৰই আনফালে টানি নিলে, তেওঁ ৰাজনৈতিক ষড়যন্ত্ৰ আৰু মৰামৰি কটাকটিৰ কাৰণে বুৰঞ্জীৰ পাতত হাচান বেন চাৰ্বা— The assassin বুলি বিখ্যাত হৈছিল।

সেই সময়ত তাৰ মানুহৰ বিশ্বাস আছিল যে যেয়ে ইমাম মোয়াফিকৰ ছাত্ৰ হব তেৱেঁই ভৱিষ্যত জীৱনত জগতত উন্নতি লাভ কৰিব পাৰিব। ল'ৰাকালতে তিনিজন বন্ধুৱে প্ৰতিজ্ঞা কৰিছিল যে তেওঁলোকৰ ভিতৰত যেয়ে বেছি উন্নতিশালী হব তেৱেঁই আন দুজনক সহায় কৰিব লাগিব। কালক্ৰমে যেতিয়া নিজাম ৰাজমন্ত্ৰী হ'ল, তেতিয়া তেওঁৰ ওমৰলৈ মনত পৰিল। আৰু তেওঁক মাতি আনি ৰাজসভাত কোনো ডাঙৰ কাম লবলৈ অনুৰোধ কৰাত ওমৰে অস্বীকাৰ কৰি ক'লে, "মোৰ ৰাজ সন্মান বা কোনো উচ্চ পদবী লবলৈ আকাঙ্খা নাই। তুমি যদি মোক তোমাৰ ঐশ্বৰ্য্যৰ ছাঁৰ এচুকত বহি জ্ঞান চৰ্চ্চা কৰিবলৈ দিয়া সেয়ে মোৰ পক্ষে বৰ ডাঙৰ

উপকাৰ হ'ব"। তেওঁৰ সহায়তে ওমৰে নিচাপুৰত বহি বছৰেকত ১২০ সোণৰ মোহৰ বৃত্তি পাই বিজ্ঞানৰ অনুশীলন কৰি জীৱিকা নিৰ্বাহ কৰিবলৈ ধৰিলে।

ইয়াৰ বাহিৰে তেওঁৰ পাৰিবাৰিক জীৱন সম্বন্ধে আন একো জানিবৰ উপায় নাই। তেওঁৰ লিখাৰ পৰা বুজিব পাৰি যে ধৰ্ম্ম সম্বন্ধীয় আলোচনাত তেওঁ বৰ স্বাধীনচেতা আছিল। তেওঁৰ শাস্ত্ৰীয় সাধুকথাত বা কোনো আচাৰগত পথ পদ্ধতিতো বৰ আস্থা নাছিল। কোনো ক্ৰিয়া কাণ্ডৰে বা ব্ৰত-উপবাসেৰে ঈশ্বৰৰ মনত সন্তোষ দিব পাৰে বুলি বিশ্বাস নকৰিছিল। যি সকলে ধৰ্ম্মৰ মুখা পিন্ধি লোকক ঠগাই ফুৰে, স্বৰ্গৰ প্ৰলোভন দেখুৱাই উৎসাহিত কৰে বা নৰকৰ ভয় দেখুৱাই কোনো কামৰ পৰা নিৰস্ত কৰে তেওঁ বিলাকক তেওঁ অন্তৰেৰে সৈতে ঘিণ কৰিছিল। যিবিলাক ভণ্ড ফকীৰ বা "দৰবেশে"মানুহৰ দুৱাৰে দুৱাৰে এজোলোকা আৰ্শীবাদৰ বলেৰেই একেবাৰেই স্বৰ্গৰ জখলাত তুলি দিবলৈ আগবাঢ়ে, সেই বিলাকক তেওঁ দুচকুৰে দেখিব নোৱাৰিছিল। তেওঁৰ প্ৰাণ বৰ উদাৰ আৰু মহৎ আছিল। ধৰ্ম্ম জগতত যি সকলে স্বাধীন চেতা আৰু সকলো সংস্কাৰৰ বান্ধোন মোকলাই মুক্ত ৰাজ্যত বিহাৰ কাৰ সেই সকলৰ প্ৰতি তেওঁৰ আন্তৰিক শ্ৰদ্ধা আছিল। তেওঁ এঠাইত লিখিছে-

"All we see above around,
Is but truth on fairy ground;
All we trust empty shade,
To deceive our reason made;
Tell me not of paradise,
Or the beams of Huries' eyes,
Who did truth of tale can tell,
Cunning priests invent them so well"

এতিয়া কথা উঠিব পাৰে ওমৰৰ খায়াম নাস্তিক আছিল নেকি? এই কথা ঠিক কৰি কোৱা টান, মাজে মাজে কিছুমান কবিতা পঢ়ি বুজা যায় যে শাস্ত্ৰীয় আচাৰ ব্যৱহাৰত তেওঁৰ বিশ্বাস নাথাকিলেও অনন্ত সৃষ্টিৰ মূল শক্তি পৰমেশ্বৰৰ ওপৰত তেওঁৰ বিশ্বাস আছিল আৰু সেই বিশ্বৰ মূলীভূত মহাশক্তিকে তেওঁ শিষ্যসকল উপাসনাৰ শিক্ষা দিছিল আৰু বুঢ়াকালত তেওঁ ধৰ্ম্ম কাৰ্য্যত মনোনিবেশ কৰিছিল বুলিও শুনা যায়। তেওঁ লিখাত আছে—

"Allah, our Lord is merciful
though just;
Sinner despair not, but his
mercy trust!

For though today you perish in
your sins
Tomorrow He will absolve your
crumbling dust"

* * *

"Sure of thy grace, for sins why
need I fear:
How can the pilgrim faint whilest
thou art near;
On the last day thy grace will
wash me white,
And make my black record
to disappear."

ইয়াৰ পৰাই জানো বুজিব নোৱাৰি যে ওমৰ খায়াম প্ৰকৃততে নাস্তিক নাছিল?

খৃষ্টীয় ১১২৩ চনত ওমৰ খায়ামৰ নিচাপুৰত মৃত্যু হয়। সেই যুগত খোৰাচান প্ৰদেশত বিজ্ঞান-চৰ্চাত তেওঁৰ সমকক্ষ কোনোৱেই নাছিল। সেই কাৰণে বহুতে বৰ আগ্ৰহেৰে নিচাপুৰলৈ আহি তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। তেওঁৰ প্ৰিয় শিষ্য নিজামিয়ে লিখি থৈ গৈছে,– "মই বহুত সময়ত তেখেতৰ সতে এখনি ফুলনি বাৰীৰ মাজত বহি নানা বিষয় আলোচনা কৰো। এদিন কথাই কথাই তেখেতে মোক কৈছিল, 'মোৰ সৰগ এনে ঠাইত হব য'ত দক্ষিণৰ বতাহ পলে পলে বলি গোলাপেৰে সেই ঠাই ডোখৰ ঢাকি থব।' ইয়াৰ কিছুমান দিনৰ পাছত মই নিচাপুৰলৈ যাওঁতে তেখেতৰ শেষ বিশ্ৰামৰ ঠাই ডোখৰ দেখিবলৈ পাইছিলোঁ। দেখিলো ফুলনিৰ দাঁতিত তেখেতৰ সমাধি আছে আৰু তাৰ ফুল আৰু ফুলৰ গছ বিলাকৰ ডাল পাত বাঢ়ি গৈ সেই সমাধি ছাঁৰে আবৰি থৈছে আৰু বতাহত হালি জালি প্ৰতি মুহূৰ্ত্ততে নতুন নতুন ফুলপাত আৰু ভক্তি আৰু শ্ৰদ্ধাৰ অঞ্জলি স্বৰূপে কবিৰ শেষ বিশ্ৰামৰ ঠাইত ঢালি দিছে।"

ইউৰোপৰ এনে এখন ঠাই নাই যত কবিৰ "ৰুবায়ত"ৰ আদৰ নাই আৰু এনে ভাষা নাই য'ত ইয়াৰ একাধিক অনুবাদ পোৱা নাযায়। আকাশত এটি নতুন তৰাৰ আবিষ্কাৰ হলেই গোটেই বৈজ্ঞানিক জগত যেনেকৈ চঞ্চল আৰু উৎফুল্ল হৈ উঠে মনোৰাজ্যত এই তৰাটিৰ আবিষ্কাৰ হোৱাত ইউৰোপৰ কবি সমাজ ঠিক তেনেদৰেই চঞ্চল আৰু উৎফুল্ল হৈ উঠিছিল। ইয়াত কি এনে তত্ত্ব আছে যাৰ কাৰণে তেওঁলোকৰ

এনে উন্মাদনা আহিছিল? ইয়াত প্ৰেমালাপ নাই। প্ৰাচ্য দেশৰ ৰীতি-নীতি অনুযায়ী ঈশ্বৰৰ আৰতি নাই। কিন্তু ইয়াত আছে মানুহৰ প্ৰাণৰ কথা, মানুহৰ অন্ত-স্থল ভেদি উঠা চিৰকলীয়া জীৱন-মৰণৰ গভীৰ সমস্যা। ইয়াত যি প্ৰশ্ন আছে সৃষ্টি পাতনিৰে পৰা আজিলৈকে কোনেও তাৰ মীমাংসা কৰিব পৰা নাই, দৰ্শন বিজ্ঞানে তাৰ গভীৰতম প্ৰদেশত গৈ বাট বিচাৰি উলিয়াব নোৱাৰি নিজেই নিজক হেৰুৱাই পেলাইছে। মানুহৰ পৰিণাম, স্বৰ্গ নৰক সৃষ্টিৰ উদ্দেশ্য, পাপ পুণ্যৰ প্ৰায়শ্চিত্ত আৰু পুৰস্কাৰ— এই বিলাক জটিল সমস্যাই সকলোৰে জীৱনত এবাৰ নহয় এবাৰ ভুমুকি মাৰিছে— মানুহ যিমান বয়সত আগবাঢ়ে সিমানে এই সমস্যাই তেওঁ বিলাকক বেচি উদ্বিগ্ন কৰে; এই ৰহস্য ভেদৰ কাৰণে মানুহৰ প্ৰাণ আকুল হৈ উঠে। ৰুবায়তত এই প্ৰশ্ন বিলাকৰে এজন মুক্তপ্ৰাণ সাধকৰ অন্তস্থল ভেদি উঠা প্ৰতিধ্বনি আছে। মৃত্যুৰ পাছত কি হয় সকলোৰে এই প্ৰশ্নৰ উত্তৰৰ কাৰণে বলিয়া। যদি কেতিয়াবা এই প্ৰশ্নৰ প্ৰকৃত সমাধান পোৱা যায়, তেতিয়াৰে পৰাই বোধহয় আৰু ধৰ্ম্ম বিপ্লৱো শেষ হব। একো একোটি মতবাদে কিছুকাললৈকে মানুহৰ মনত বিশ্বাস জন্মাব পাৰে, কিন্তু জ্ঞান বুদ্ধি আৰু স্বাধীন চিন্তা বাঢ়ি যোৱাৰ লগে লগে যেতিয়া ধৰ্ম্মৰ ঢাকনি তুলিলে মনত শূন্যতা অনুভৱ কৰে তেতিয়াই মানুহৰ প্ৰাণ নিৰাশত উতলা হৈ উঠে, তাৰ ফলতেই জগতত যুগে যুগে ধৰ্ম্ম বিপ্লৱ ঘটি আহিছে। মধ্যযুগত ইউৰোপতো ঠিক এনে অৱস্থাই হৈছিল। যেতিয়া সেই যুগৰ পুৰোহিত বিলাকে আচাৰ আৰু অনুষ্ঠানেৰে প্ৰকৃত ধৰ্ম্মৰ তত্ত্বক ঢাকি পেলাইছিল, তেতিয়া স্বাধীনচেতা বৈজ্ঞানিক সকলৰ অন্তৰাত্মা বিদ্ৰোহী ভাব লাহে লাহে জনসাধাৰণৰ মাজত ব্যক্ত হৈ পৰিছিল, ঠিক তেনে সময়তে ইউৰোপত "ৰুবায়ত"ৰ প্ৰচাৰ হৈছিল। যিটো প্ৰশ্নই ইমান দিন তেওঁলোকৰ অন্তৰ আকুল কৰিছিল, ওমৰৰ কবিতাত তাৰ স্পষ্ট প্ৰতিধ্বনি পাই তেওঁক সেই সকলে প্ৰাণেৰে বৰণ কৰি লৈছিল।

ওমৰৰ মতৰ নতুনত্ব এই যে যি প্ৰশ্ন মানুহে চিৰকাল কৰি আহিছে, বিশ্বই তাৰ উত্তৰ নিদিয়ে, কাৰণ দিবও নোৱাৰে। তেওঁ এইটো বুজিছিল যে এই বিশ্বৰ হৃদয় নাই, অন্তৰ নাই,— এই জগতক অন্ধ নিয়তিয়ে চলাই ফুৰিছে, গতিকে ভিতৰ বাহিৰ দুয়ো অৰ্থহীন আৰু মিছা—

কোনোবা বলিয়া সুখ সুখ কৰি
এই পৃথিৱীকে সাৱতি ধৰি।
কোনেৰে ভাবিছে মৰণৰ পাছে পাম
সঁচাকৈয়ো সুখৰ পুৰী।।
তঁহতৰ সুখ নাই ক'তো হেৰ;
নিঠুৰ মৰণে চিঞঁৰি কয়।

মূৰ্খ তইঁত অলীক ভাৱনা ভাবি
কৰ কিয় জীৱন ক্ষয়।।

ওমৰৰ মতে বৰ্ত্তমানেই সকলো, এই জীৱনতে যিমান পাৰা উপভোগ কৰি লোৱা কাৰণ কোনে জানে এক মুহূৰ্ত্ততে জীৱনৰ শেষ হব পাৰে, আৰু শেষ হলেই সকলো শেষ। এই জীৱনৰ কোনো এটা অৰ্থ নাই, "নিত্য" বুলি একো নাই; সকলো অনিত্য। "Eat, drink and be merry, for tomorrow you die." অথবা "যাবজ্জীৱেৎ সুখং জীৱেৎ ঋণং কৃত্বা ঘৃতং পিবেৎ। ভস্মীভূতস্য দেহস্য পুনৰা গমনং কুতঃ" বুলি যি সকলে কয় তেওঁলোকৰে সৈতে ওমৰৰ মাত্ৰ প্ৰভেদ এই যে তেওঁলোকে যিবোৰ ইন্দ্ৰিয়গোচৰ তাকেই সন্তুষ্ট চিত্তেৰে সাবতি ধৰিছিল, কাজে কাজে তেওঁলোকে শান্তিৰে আছিল, কিন্তু ওমৰৰ অন্তৰত চিৰ অশান্তি বিৰাজ কৰিছিল, জীৱন মৰণৰ সমস্যাটো যে অভেদ্য এই কথাটো যদিও তেওঁ স্বীকাৰ কৰিছে তথাপি ইয়াক তেওঁ সন্তুষ্ট চিত্তেৰে মানি লব পৰা নাই, আৰু ইয়াৰ বিৰুদ্ধে তেওঁৰ অন্তৰৰ আত্মা বিদ্ৰোহী হৈ উঠিছিল। তেওঁৰ কবিতাত যদিও উপহাস আৰু বিদ্ৰূপৰ চলেৰে এই কথা ফুটি উঠিছে, তথাচ সকলো কবিতাৰ গুৰিতেই যে এটি সুৰ বাজি উঠিছে এয়ে ওমৰৰ বিশেষত্ব। ওমৰৰ কবিতাই আমাৰ অন্তৰক সজাগ কৰি তোলে, কাৰণ সৃষ্টিৰ আদি আৰু অন্তৰ কাহিনী আমি জানো বুলি কোনেও বুকু দাঠ কৰ নোৱাৰে আৰু সেই কাৰণেই ইয়াক প্ৰাণে প্ৰাণে অনুভৱ কৰো।

ওমৰৰ বীণ নীৰৱ হোৱা আজি প্ৰায় আঁঠশ বছৰ পাৰ হৈ গ'ল, কিন্তু এতিয়াও তাৰ মধুৰ ঝঙ্কাৰে, প্ৰাণৰ উচ্ছ্বাসে, আকুল আবেগে জগতক অমৃত বিলাই আছে। কাৰ অকাল বিয়োগে তেওঁৰ হৃদয় বীণাৰ তাঁৰ জোকাৰি তেওঁক সকলো আশা উৎসাহৰ কাষৰ পৰা দূৰ কৰি দিছিল কব নোৱাৰো, কিয় তেওঁ গোটেই জগতত মাথোন শ্মশান চিত্ৰকে দেখিছিল কোনে জানে? ফুলৰ হাঁহিয়ে তেওঁৰ মনক বিষাদেৰে ঢাকি পেলাইছিল। তেওঁৰ কবিতাৰ শাৰীয়ে শাৰীয়ে অভিমান আৰু কাতৰতা জিলিকি উঠিছে। প্ৰকৃতিৰ নিৰ্ম্মম বিধানৰ প্ৰতিহিংসা লবৰ কাৰণেই নিজক সুৰা আৰু সঙ্গীতৰ মাজত ডুবাই থৈছিল।

"ক'ত আজি সেই এৰেম ফুলনি
হাজাৰ গোলাপ ফুলিছে য'ত,
জাম চৈয়দৰ সাত বৰণীয়া
ভুবন বিজয়ী পিয়লা ক'ত?
এতিয়াও আছে আঙুৰৰ বন
ঢালে এতিয়াও বাৰুণী ধাৰা,

আছে তটিনীৰ কুলুকুলু গান,
নাই সেই প্ৰাণ উলাহ ভৰা।
মাৰ গ'ল আজি দায়ুদৰ সতে
অতীত ছন্দ পুৰণি তান,
মাথো কেতেকীৰ আকুল কণ্ঠত
বাজি উঠে সেই পাহৰা গান।
কয় কাণে কাণে গোলালী সখীক
কওঁ কওঁ বোলা গুপুত কথা,
আঙুৰ ৰসৰ ৰাঙলী ৰসৰে
পাহৰোৱা সখী অতীত বেথা।"

অতীত ভাৱনাত একো লাভ নাই, মাথোন সময় নষ্ট। প্ৰকৃতিৰ ৰীতি এই যে একালে মোহিনী মুৰ্ত্তিৰে জগতক মুগ্ধ কৰিছে, আনফালে ভৈৰৱী মুৰ্ত্তিৰে জগতক সংসাৰ কৰিছে।

"পুৱা কিৰণত লাখে লাখে ফুল
ফুলিছে মলয়া পৰশ পায়।
তাৰ কাষতেই আৰু ক'ত শ'ত
নীৰৱে লেৰিলি শুকাই যায়।।
যাৰ পৰশত লাজুকী গোলাপে
হাঁহিছে ৰঙত উৰণি থই।
সেই পৰশতে শত "জামছেদ"
শত "কৈকোবাদ" কালত লয়।"

কাজে কাজে সেই অতীত ভাৱনাৰ প্ৰয়োজন নাই।

"পাহৰি সকলো খায়ামৰ সতে
ওলোৱা উদাস পৰাণ লই।
বুৰঞ্জী পাতত থাকক নিশবদে
খচ্‌ৰু কোবাদে ৰঙেৰে শুই।।
কস্তমৰ কথা ভাবিলে কি হব,
ভাবিলে ভাৱনা বাঢ়িছে যায়।
এৰি দিয়া সেই বিষাদ ৰাগিনী,
হেৰাল যিদৰে হাতেমতাই।।

সউ যে দেখিছো দূৰ দূৰণিৰ,
মৰুৰ দাঁতিত এখনি গাম।
সেউজীয়া গছ লতাই বেৰিছে,
সেয়ে মোৰ চিৰ প্ৰবিত্ৰ ধাম।
ৰজা প্ৰজা তাত সকলো সমান
নাই বাদ্‌চাৰ গজনী পুৰ।
তাতে বহি আমি আকাশ তলত
নীল অসীমত মিলাম সুৰ।।

কবি উদাসীন। তেওঁক ধন, জন, যশ, মান নালাগে, ৰজা মহাৰজাৰ সঙ্গ নালাগে, মাথো লাগে সেউজীয়া মুকলি পথাৰ, দুৱৰি বনৰে ঢাকি থোৱা তটিনীৰ পাৰ— য'ত সকলো সমান, ৰজা প্ৰজাৰ ভেদ নাই, আছে মাথো মুক্ত প্ৰাণেৰে মুক্ত মনৰে মুক্ত মিলন—

সেই নিৰলাত থাকি নিজানে
কাষত তোমাৰ মধুৰ গান।
কটি এটুকুৰা সুৰাৰ পিয়লা,
কবিতা কুঁৱৰী আকুল প্ৰাণ।।
সি সুৰ পুৰীৰ এয়েই সপোন,
এয়ে হৃদয়ৰ বাসনা মোৰ।
মৰুৰ মাজত নামিব সৰগ
জীৱন যাতনা পৰিব ওৰ।।

কবিয়ে নিৰ্জনত বহি লগৰীৰ মধুৰ সঙ্গীত শুনিব, সুৰত বিভোৰ প্ৰাণেৰে গীতৰ তৰঙ্গে তৰঙ্গে নাচি নাচি কোনোবা মায়াপুৰীত বিহাৰ কৰিবগৈ, সেই সুখৰ কাষত ৰাজসুখ কি তুচ্ছ পদাৰ্থ।

এই পৃথিৱী আলহী ঘৰত
দিন ৰাতি দুয়ো দুৱৰী যাৰ।
সুখ দুখ ভৰা অতীত ৰাগিনী,
বাজিছে কতনো বুকুত তাৰ।।
ত্ৰিভূৱন জয়ী ক'ত ৰজা আহি
কালৰ কোলাত মিহলি হ'ল।
জ্বলিল চাকিটি নুমাল আকৌ
পোহৰৰ মাথো স্মৃতিটি ৰ'ল।।

আছিল যি ঠাইত জাম চৈয়দৰ
আলোক শোভিত অলকাপুৰী।
বাঘ ভালুকৰ ধেমালিৰ ঠাই,
ফুৰে আজি তাত ৰঙেৰে ঘুৰি।
ক'ত শুলে আজি ৰজা বেইৰাম
নিপুণ চিকাৰী ৰণুৱা বীৰ—
বনৰীয়া ঘোঁৰা গাধই বিহাৰে,
সুখেৰে আজি সি তটিনীৰ তীৰ।।

এয়ে মানুহৰ পৰিণাম। ইয়াৰ কাৰণেই দুদিনীয়া গৰ্ব অহঙ্কাৰ। তুমি এতিয়া যি ডোখৰ ঠাইত ঠিয় হৈ আছা কোনে জানে তাত ক'ত ৰজা মহাৰজা ধুলিৰ লগত মিহলি হৈ গ'ল। সৌ গছ জুপিয়ে যৰ পৰা ৰস টানিছে হয়তো সেই ঠাইতে ক'ত মানুহৰ দেহ মাটিত মিহলি হৈ গৈছে।

ভাবো কেতিয়াবা ফুলিছে গোলাপ,
কাৰণো তেজেৰেনো ৰাঙলী হ'ই।
কোন প্ৰেমিকৰ ব্যথিত হিয়াৰ,
নিৰাশ প্ৰেমৰ চানেকী লই।
ফুলনি শুৱাই ফুলে যত ফুল
হৰিবে মলয়ে চুমিছে যাক।
কোন কুৱঁৰীৰ অধৰ পৰশে
কৰিছে এনোৱা ধুনীয়া তাক।
তটিনী তীৰৰ এই যে কোমল
দুবৰি ঘাঁহৰ দলিচা খনি।
ৰহাঁ সখা মোৰ ৰহাঁ ধীৰে তাত
নিদিবা চৰণ আঘাত আনি।।
কোন সুন্দৰী অতৃপ্ত বাসনা
নীৰৱ চকুলো বুকুত লই।
কৰুণ ৰসৰ সেউজীয়া সাজে
মাটি ভেদি চোৱা উঠিছে অ'ই।।

মানুহৰ অন্তিম অৱস্থাৰ কথা ভাবিলে কি হ'ব, এদিন নহয় এদিন জীৱনৰ অভিনয় শেষ হ'বই।

আহিলে মৰণ যাবই লাগিব
আন্ধাৰ-পুৰীৰ কোনোবা দেশ।
নাই যত সুৰা, নাই যত গান,
অজান দেশৰ কতনো শেষ।।

তেন্তে যি কেইদিন জীয়াই থাকা জীৱনক উপভোগ কৰা।

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
জীৱন মদিৰা ভৰাই দিয়া।
অতীত ভবিষ্যত শোক দুখ ভয়
আজিৰ ভাৱনা উটাই নিয়া।।
আজিয়েই দিয়া কালিলই কিয়
কোনে জানে মোৰ কালি কি হ'ব।
হাজাৰ হাজাৰ বছৰ বিয়পা
হয়তো অতীতে সামৰি থ'ব।।

ক'ৰ পৰা আহিছো, ক'লৈ যাম একোকে নাজানো।

ধৰণীৰ এই সেউজীয়া কোলা
ইয়াতে জনম লভিলো মই।
কিয়বা আহিলো কিহৰ সোঁতত
কি কাম ইয়াত সাধিম মই;
এই কোলা খনি উদঙাই পুনু
কাৰনো উদ্দেশ্য উধাও মই,
মৰুৰ মাজত বতাহৰ দৰে
কোন অসীমত মিলিম মই।।

কোনেও ক'ব নোৱাৰা, মিছাকৈয়ে বুজিব নোৱাৰা লীলাৰ কাৰণে চিন্তা ভাৱনা সকলো এৰি দিয়া।

ঢালা তেন্তে সখা জীৱনৰ সুধা
চিন্তা ভাৱনা দূৰতে থক।

ধৰিব নোৱাৰা নিয়তিৰ খেলা
পিয়লা ভৰাই পাঁহৰা যক।।

নিয়তিয়েই জগত চলাইছে। আমি তেওঁৰ পুতলা মাথোন। তেওঁ কি ভাবে কোনেও বুজিব নোৱাৰে। সৰগ-মৰত সকলো নিমাত।

জুৰি দুই কৰ সৰগ থিয়াই
সুধিলো কাতৰে জীৱন স্বামী।
কোন পোহৰত যাওঁ আগবাঢ়ি
তিমিৰ পথত যাত্ৰী আমি।।
গৰ্জ্জিলে সৰগে গহীন সুৰেৰে
"নাই নাই ক'তো আলোক পথ।
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানুহৰ জীৱন ৰথ।"

যেতিয়া সংসাৰৰ অন্যায় আৰু কল্পিত বাক্যোনে আমাক উৎপীড়ন কৰে, যেতিয়া বিবেক আৰু সংস্কাৰৰ সংঘৰ্ষণে হৃদয়ত তোল পাৰ লগাই দিয়ে, যেতিয়া পাপ পুণ্যৰ তিৰস্কাৰ আৰু পুৰস্কাৰৰ ভেদ ধৰিব নোৱাৰি প্ৰাণ বিব্ৰত হৈ উঠে, যেতিয়া জীৱন মৰণৰ সমস্যাই অন্তৰ কপাই তোলে, তেতিয়া আমাৰ ওমৰৰ দৰ্শনৰ ছাঁত জুৰাবলৈ আগবাঢ়ি আহিবৰ মন যায়, তেতিয়া যেন প্ৰাণে শান্তি পায়, সেই সঙ্গীতেই মূৰ্ত্তিমন্ত হৈ প্ৰাণত শান্তিৰ ধাৰা বোৱাই দি জগতক মুগ্ধ কৰি দিয়ে, তেতিয়া ভাৱত বিভোৰ হৈ তেওঁৰ স্মৃতি লক্ষ্য কৰি আবেগ ভৰা অন্তৰেৰে আশাবো কৰৰ মন যায়—

"Dear, dear Sultan of
Persian song,
Familiar friend whom
I loved so long,
Whose volumes made by
Pleasant hiding place,
From this fanastic world of
Vight and wrong.
Alas! for me alas!
For all who weep

And wonder at the silence
Dark and deep
That girdle round this
Little lamp in space
No wise tham when Omar
Fell asleep,

- MC-Carthy."

(অসম সাহিত্য সভা পত্ৰিকা, ১৬ শ বছৰ, ১ম সংখ্যা)

# চক্ৰধ্বজ সিংহ

*(অপ্ৰকাশিত)*

চক্ৰধ্বজ সিংহ - চক্ৰধ্বজ সিংহ নাটকৰ সজুলি প্ৰধানকৈ হেমচন্দ্ৰ গোস্বামীৰ "শৰাইঘাটৰ যুদ্ধ" শীৰ্ষক প্ৰবন্ধৰ পৰা লোৱা হৈছে। স্বৰ্গদেউ চক্ৰধ্বজ সিংহৰ ৰাজত্বৰ কালত লাচিত বৰফুকনৰ নেতৃত্বত মোগল সৈন্যৰ বিৰুদ্ধে দুটা সাৰ্থক অভিযান চলোৱা হৈছিল। প্ৰথমতো ছৈয়দ চানা আৰু ছৈয়দ ফিৰোজৰ বিৰুদ্ধে বাঁহবাৰী, কাজলীমুখত সাৰ্থক অভিযান চলাই শেষত মোগলৰ হাতৰ পৰা গুৱাহাটী অধিকাৰ কৰে। ইয়াৰ কিছু দিনৰ পাছত ৰামসিংহৰ নেতৃত্বত এটা বিৰাট মোগল ফৌজে আকৌ অসম আক্ৰমণ কৰে। যুদ্ধৰ এই দ্বিতীয় পৰ্য্যায়ৰ পৰিসমাপ্তি ঘটে শৰাইঘাটৰ যুদ্ধত। উক্ত যুদ্ধত ৰামসিংহৰ নেতৃত্বত অহা মোগল ফৌজ বেয়াকৈ পৰাস্ত হৈ উভতি যাবলগা হয়। নাটকখনত উপৰোক্ত দুয়োটা পৰ্য্যায়ৰ যুদ্ধ সামৰি লোৱা হৈছে। প্ৰথম পৰ্য্যায়ৰ ঘটনা চিত্ৰিত কৰা হৈছে প্ৰথম আৰু দ্বিতীয় অঙ্কত। তৃতীয়ৰ পৰা পঞ্চম অঙ্কলৈকে দ্বিতীয় পৰ্য্যায়ৰ যুদ্ধৰ ঘটনাৱলী অঙ্কন কৰিছে।

প্ৰধান বিষয় বস্তুৱে নাটক খনৰ প্ৰায় আধাখিনি দৃশ্যহে সামৰিছে। সৰ্ব্বমুঠ পাঁচোটা অঙ্কৰ ছাব্বিশটা দৃশ্যৰ ভিতৰত যোল্লটা দৃশ্যত প্ৰধান বা মূল বিষয় বৰ্ণিত হৈছে, তাৰ ভিতৰত আকৌ দুই চাৰিটা দৃশ্যত কেবল চিঠিৰ আদান প্ৰদানহে দেখুৱা হৈছে। ঘটনা সংস্থাপন আৰু বিকাশৰ ফালৰ পৰাও নাটকখন দোষমুক্ত নহয়। প্ৰথম অঙ্কৰ কেবল প্ৰথম দৃশ্যত মূল বিষয়ৰ পাতনি মেলি আকৌ দ্বিতীয় অঙ্কৰ দ্বিতীয় দৃশ্যতহে তাৰ পাছৰ ঘটনা অঙ্কন কৰিছে। মাজতে তিনিটা দীঘল দৃশ্য প্ৰাসঙ্গিক কথা বা ঘটনাই অধিকাৰ কৰিছে। নাটকৰ চতুৰ্থ অঙ্কৰ শেষলৈকে প্ৰাসঙ্গিক ঘটনাৰে আধিপত্য লক্ষ্য কৰা যায়। পঞ্চম অঙ্কতহে প্ৰধান বিষয় বস্তুৱে নিজস্ব স্থান লৈছে। নাটকৰ আগছোৱাত প্ৰাসঙ্গিক ঘটনাৱলীয়ে দৰ্শকৰ মন মূল বিষয়ৰ পৰা আঁতৰাই নিয়ে। বিভিন্ন অঙ্কৰ দৃশ্যাৱলীৰ সংখ্যা আৰু দীৰ্ঘতা সম্বন্ধেও নাট্যকাৰে সমতা ৰক্ষা কৰা নাই। প্ৰথম অঙ্কত তিনিটা দৃশ্য, পঞ্চম অঙ্কত নটা দৃশ্য; আনহাতে দুই এটা দৃশ্য ইমান দীঘল যে দৰ্শকে চাই ধৈৰ্য্য ৰক্ষা কৰাই টান; বিশেষকৈ গজপুৰীয়াকলৈ যি কেইটা দৃশ্য অৱতাৰণা কৰিছে সেইকেইটা অস্বাভাৱিকৰূপে দীঘল। উদাহৰণ স্বৰূপে প্ৰথম অঙ্কৰ দ্বিতীয় দৃশ্যত প্ৰায় এশতা উক্তি আছে, কিন্তু আনহাতে চতুৰ্থ অঙ্কৰ প্ৰথম দৃশ্যত আৰু পঞ্চম অঙ্কৰ দ্বিতীয় দৃশ্যত মাত্ৰ সাটোতা কৈহে উক্তি আছে।

প্ৰধান বিষয় বস্তুৰ লগত ক্ষীণ সম্পৰ্ক থকা দুই পৰ্য্যায়ৰ প্ৰাসঙ্গিক দৃশ্য (Two series of incidents) নাট্যকাৰে সংযোগ কৰিছে। এই দুই শ্ৰেণীৰ দৃশ্যাৱলী নাট্যকাৰৰ স্ব-কল্পনা প্ৰসূত প্ৰথমটো সৃষ্টি হৈছে গজপুৰীয়া আৰু তাৰ সহযোগী কেইটাক কেন্দ্ৰ কৰি ছেক্সপীয়েৰৰ হেনৰি ফোৰ্থ (Henry IV) প্ৰথম খণ্ডৰ প্ৰিন্স হল (Prince Hall)

আৰু ফলষ্টাফ (Fallstaff) ক কেন্দ্ৰ কৰি ৰচনা দৃশ্য কেইটাৰ আদৰ্শত বেজবৰুৱাই প্ৰিয়ৰাম, গজপুৰীয়া আৰু গজপুৰীয়ানী আদিৰ কাৰ্য্য-কলাপ চিত্ৰিত কৰিছে। ইংৰাজী নাটক খনৰ প্ৰিন্স হল ফলষ্টাফ আৰু মিষ্ট্ৰেছ কুইক্‌লি (Mistress Quickly) অসমীয়া নাটত যথাক্ৰমে প্ৰিয়ৰাম, গজপুৰীয়া আৰু গজপুৰীয়ানীত পৰিণত হৈছে। Eastcheap Tavern ৰ গিৰিহঁতনী মিষ্ট্ৰেছ কুইক্‌লি ফলষ্টাফৰ ঘৈণীয়েক নাছিল। বেজবৰুৱাই সিহঁতৰ স্বামী-স্ত্ৰীৰ সম্বন্ধ ঘটাই দম্পতী কলহৰ চিত্ৰ আঁকি সিহঁতক অসমীয়া সমাজৰ লগত খাপ খুৱাবলৈ চেষ্টা কৰিছে। ছেক্‌সপীয়েৰৰ ফলষ্টাফৰ লগত ডকাইত আৰু মদৰ খোলাত আড্ডা দিয়া সহযোগী কেইটা যেনে পইন্‌ছ (Poins) পেটো (Peto) গেড্‌শ্বিল (Gadshill) আৰু বৰডল্‌ফ (Bardolph) অসমীয়া নাট্যকাৰৰ হাতত টকৌ, টোকোৰা, জপৰা আৰু সিদ্ধিৰাম ৰূপে পৰিণত হৈছে।

প্ৰিয়ৰাম আৰু আন আন লগৰীয়াবোৰৰ সৈতে মদৰ খোলাত বহি গজপুৰীয়াই টেকেলিয়ে টেকেলিয়ে মদ পি ৰসিকতা কৰা, গজপুৰীয়ানীৰ লগত কথাই কথাই কাজিয়া কৰা, যুদ্ধলৈ গৈ ভয়ত মৰা সৈন্যৰ মাজত সোমাই আত্মৰক্ষা কৰা, ৰচিদখাঁক নিজহাতে বধ কৰা বুলি গৌৰৱ কৰোতে ধৰা পৰি উপস্থিত বুদ্ধিৰে নিজক চম্ভালি লোৱা - এই সকলোবোৰ কথাই আমাক ফলষ্টাফৰ কাৰ্য্য-কলাপলৈ মনত পেলাই দিয়ে। এই দৃশ্যকেইটাই মূল ঘটনা বিকাশত বিশেষ সহায় কৰা নাই যদিও ৰসিকতা সৃষ্টি কৰি দৰ্শকক আমোদ দিব পৰা সমল যোগাইছে। কিন্তু প্ৰধান বিষয়বস্তুক তল পেলাই মাজে মাজে বেছি প্ৰকট হৈ পৰাত আৰু নিম্ন শ্ৰেণীৰ হাস্যৰসৰ প্ৰবাহ প্ৰবল হোৱাত সেই উদ্দেশ্য (আমোদ দিয়াৰ) বহু পৰিমাণে ব্যৰ্থ হৈছে। নাটকৰ আনটো উপবস্তু হ'ল সদিয়াখোৱা গোঁহাই আৰু চেনেহীৰ প্ৰণয় কথা। দুটা দৃশ্যত চিত্ৰিত হোৱা নাটকৰ এই প্ৰাসঙ্গিক অংশটোক স্বৰূপতে উপবস্তু (Sub Plot) বুলিব নোৱাৰি , কাৰণ প্লটৰ লক্ষণ ইয়াত নাই। ৰাংধালী ভনীয়েক ৰূপহীয়ে নিৰ্জু বায়েক চেনেহী আৰু তাইৰ ভাবী স্বামী সদিয়াখোৱা গোঁহাইৰ প্ৰণয়ক উপলক্ষ কৰি আমোদজনক অৱস্থা সৃষ্টি কৰিছে। চেনেহী আৰু সদিয়াখোৱাৰ প্ৰণয়ত কোনো বাধা বা প্ৰতিবন্ধক নাই, সেই কাৰণে কোনো নাটকীয় সংঘাটৰ সৃষ্টি হোৱা নাই। প্ৰধান বিষয় বস্তুক ই কোনো প্ৰকাৰে সহায় কৰা নাই। ৰাজনৈতিক ঘটনাৰ আঁৰত পাৰিবাৰিক চিত্ৰ সংযোগ কৰি নাটকৰ বৈচিত্ৰ্য সম্পাদন কৰা নাট্যকাৰৰ উদ্দেশ্য হলেও প্ৰধান ঘটনাৰ লগত ই সম্পৰ্কান্বিত হব লাগিছিল।

নাটকখন বহিঃসংঘাতৰ ওপৰত প্ৰতিষ্ঠিত, কোনো চৰিত্ৰৰ মানসিক দ্বন্দ নাই আৰু নাটক খনৰ অন্তৰ্মুখী আবেদন (Inward appeal) নাই। নাটকখনৰ নামকৰণো সমূচিত হোৱা নাই। চক্ৰধ্বজ সিংহই নাটক খনত প্ৰধান অংশ গ্ৰহণ কৰা নাই। মাজে মাজে ৰাজসভাত বহি দুই চাৰিটা কথা আলোচনা কৰা বা চিঠি শুনাৰ বাহিৰে চক্ৰধ্বজ সিংহৰ একো নাই। সৰ্ব্বমুঠ ছাব্বিশটা দৃশ্যৰ ভিতৰত কেৱল ছটা দৃশ্যত আমি চক্ৰধ্বজ সিংহক দেখা পাওঁ। কোনো চৰিত্ৰৰ নামেৰে এখন নাটকৰ নামকৰণ

হলে সেই চৰিত্ৰৰ প্ৰধান্য নাটকত থকাটো বাঞ্ছনীয়। প্ৰাসঙ্গিক চৰিত্ৰ গজপুৰীয়াক সৌহাত দি নাটকখনৰ সৌন্দৰ্য্য হানি কৰিছে। চক্ৰধ্বজৰ স্বাধীনতা প্ৰীতি, লাচিতৰ বীৰত্ব আৰু কুটনীতি এইবিলাক বেছি পৰিস্ফুট কৰিবলৈ নাট্যকাৰে চকু দিব লাগিছিল। ছখন দীঘলীয়া চিঠিয়ে নাটকখনৰ সৌন্দৰ্য্য বৃদ্ধি কৰা নাই।

ঐতিহাসিক পুৰুষ কেইজনৰ চৰিত্ৰ অঙ্কন কৰোতে নাট্যকাৰ ইতিহাসৰ পৰা এখোজো আঁতৰি যোৱা নাই। নাট্যকাৰৰ নিজা সৃষ্টি হ'ল প্ৰিয়ৰাম, গজপুৰীয়া আৰু তাৰ সহযোগী কেইটা, চেনেহী, ৰূপহী আৰু গজপুৰীয়ানীয়েই প্ৰধান। লাচিতৰ পত্নী, সদিয়াখোৱা গোঁহাঞিঃ আদি দুই এটা অনুলেক্ষ্য চৰিত্ৰও নাট্যকাৰৰ সৃষ্টি। প্ৰিয়ৰাম লাচিতৰ একমাত্ৰ ল'ৰা, ভবিষ্যত আশা-ভাৰসাৰ থল। প্ৰিন্স হলৰ দৰেই সিও ৰাজকীয় কাৰ্য্যত মন নিদি গজপুৰীয়াৰ মদৰ খোলাত নানা বীভৎস ৰসিকতা কৰি মদ খাই স্ফূৰ্ত্তি কৰি কাল কটায়। প্ৰিন্স হলৰ দৰেই বাপেকৰ দ্বাৰা তিৰস্কৃত হৈছিল যদিও প্ৰিয়ৰামে যুদ্ধত বীৰত্ব আৰু পৌৰুষৰ চিনাকী দিবলৈ সক্ষম হৈছিল। কিন্তু প্ৰিন্স হলৰ দৰে ব্যক্তিত্ব প্ৰিয়ৰামৰ নাই। ফলষ্টাফৰ লগত প্ৰিন্স হলৰ সহযোগ তেওঁৰ এটা সাময়িক বিলাস, সেইটো তেওঁৰ এটা ভাওঁ মাত্ৰ। কিন্তু প্ৰিয়ৰামৰ ক্ষেত্ৰত এই কথা জোৰ দি কব নোৱাৰি।

চক্ৰধ্বজ সিংহৰ আকৰ্ষণীয় চৰিত্ৰ হ'ল গজপুৰীয়া। সি ফলষ্টাফৰ অসমীয়া সংস্কৰণ। গজপুৰীয়া ফলষ্টাফৰ দৰেই স্থূলকায়, ৰসিক, বাকচতুৰ, সুৰাসক্ত বৰকথীয়া, উপস্থিত বুদ্ধি সম্পন্ন কিন্তু ভীৰু (১)। ফলষ্টাফৰ দৰেই মৰা সৈন্যৰ মাজত মৰা ভেশত পৰি থাকি সি যুদ্ধক্ষেত্ৰত আত্মৰক্ষা কৰিছিল। ফলষ্টাফে যেনেকৈ হেনৰি পাৰ্চি (Henry Percy) বা হষ্টপুৰ (Hostpure) ক নিজ হাতে বধ কৰা বুলি বৰ কথা মাতি (পাৰ্চ্চিক বধ কৰিছিল দৰাচলতে প্ৰিন্স হলে) শেষত ধৰা পৰি, তেনেকৈ গজপুৰীয়াই প্ৰিয়ৰামে বধ কৰা ৰচিদৰ্থীক যুদ্ধত বধ কৰিছিল বুলি গৌৰৱ কৰি পিচ মুহূৰ্ত্ততে ধৰা পৰি কথাৰ সুৰ বদলাই পেলাইছে। ফলষ্টাফে ডকাইতি কৰিছিল, গজপুৰীয়াই মৰা সৈন্যৰ গাৰ পৰা কাপোৰ খহাই লৈছিল। এইদৰে ভালেখিনি সাদৃশ্য দুয়োটা চৰিত্ৰৰ মাজত আছে, কিন্তু ফলষ্টাফৰ লগত এইখিনি উপৰুৱা সাদৃশ্য হে ফলষ্টাফ চৰিত্ৰক সম্পূৰ্ণ অনুকৰণ কৰা সম্ভৱ নহয়। বেজবৰুৱাই ফলষ্টাফ চৰিত্ৰৰ বহিঃৰূপটোহে অনুকৰণ কৰিছে, ফলষ্টাফৰ আভ্যন্তৰীণ ৰূপটো অনুকৰণীয় (২)। তথাপি নাট্য সাহিত্যৰ ৰসিক চৰিত্ৰৰ (Comic Character) ভিতৰত গজপুৰীয়াৰ ঠাই আগশাৰীত। ফলষ্টাফ চৰিত্ৰয়ো ডমিছাইল্ড্ ৰূপত অসমীয়া সাহিত্যত প্ৰৱেশ কৰি অসমীয়া সাজ-পোছাক আৰু মাত কথাৰে অসমীয়া বুলি পৰিচয় দিবলৈ চেষ্টা কৰিছে। গজপুৰীয়াৰ আনকেইটা সহযোগী হ'ল ঢোলৰ লগৰ টেমেকা। স্ত্ৰী-চৰিত্ৰৰ ভিতৰত গজপুৰীয়ানী হ'ল গ্ৰাম্য কন্দল-প্ৰিয়া নাৰীৰ প্ৰতিনিধি। যুৱক প্ৰিয়ৰামৰ প্ৰতি তাইৰ সাময়িক ভাবে হলেও কামাসক্তি নেদেখুৱাহেতেন হে চৰিত্ৰটো বেছি বাস্তৱ আৰু শ্লীলতাযুক্ত হ'লহেতেন যেন লাগে। ৰূপহী চৰিত্ৰত বাংঢালী কিশোৰীৰ সজীৱতা লক্ষ্য কৰা যায়।



# জয়মতী উৎসৱ

(সভাপতিৰ অভিভাষণ)

পূৰা সুৰুযৰ কনক কিৰণৰ পোন প্ৰথম সেন্দুৰীয়া কোঁট কপালত পোৱা পুণ্য ভাৰতীৰ খোপাৰ মালতী অসম আইৰ বুকুৰ, পূৰণি স্মৃতি বিজৰিত ৰংপুৰ নগৰৰ জয়সাগৰৰ পানীবে ঢোলোকনি খাই থকা এই জয়াতীৰ্থৰ আকাশে বতাহে যেন এটি অশৰীৰী বাণী ওপজি ওপজি আজিকৈ ফুৰিছে "কোৱা নাই, কোৱা নাই, স্বামীৰ বাতৰি" কোনে ক'লে কোৱা নাই খুলি? সঁচা তুমি কোৱা নাই গুপ্ত তযু অন্তৰৰ বেথা স্বামীৰ মঙ্গল হেতু মৃত্যু পণ কৰিলা বৰণ, হাঁহি জীৱন বিৰজিছা সৰগত মৃত্যুঞ্জয়ী হই, জগতত আমৰণ আজি তযু নাম, মৃত্যুয়েও দূৰতে থাকি কৰিছে প্ৰণাম।

ভীৰু ল'ৰা ৰজাৰ শাসন তন্ত্ৰৰ কুচক্ৰী মন্ত্ৰী সকলৰ কু- মন্ত্ৰণাত, নিতে নিতে ভূগিছিলা যমৰ যাতনা, সহিছিলা অশেষ লাঞ্ছনা। চমতাৰ কোবত গাৰ মঙহ দখৰে দখৰে খহি গৈছিল, তেজেৰে জেৰেঙা পথাৰ ৰাঙলী হৈ পৰিছিল। নিৰ্বাক জন প্ৰাণীয়ে শোকত কাতৰ হৈ ভয়ত নিৰবে চকুলো টুকিছিল। তুমি শত যাতনা তুচ্ছ কৰি স্বামীৰ মঙ্গল হেতু আৰু দেশৰ কল্যাণৰ কাৰণে একেলৈকে ভ্ৰূক্ষেপ নকৰিলা। শত অত্যাচাৰেও তোমাৰ মুখৰ পৰা স্বামীৰ বাতৰি উলিয়াব নোৱাৰিলে। ভৱিষ্যতৰ মঙ্গলময় স্বপ্নত বিভোৰ হৈ দৃঢ় চিত্তেৰে সকলো সহ্য কৰি সতীত্বৰ তেজেৰে মহিমামণ্ডিত হৈ ধীৰে ধীৰে মৃত্যুৰ শীতল কোলাত ঢলি পৰিলা, জগতত আউতী যুগীয়া কীৰ্ত্তি ৰাখি অসমী আইক ধন্য কৰিলা। সেহ দেখিয়েই জয়াতীৰ্থৰ আকাশে বতাহে "কোৱা নাই, কোৱা নাই, স্বামীৰ বাতৰি" এই বাণী বিয়পি পৰিছে। আজি এই উৎসৱৰ দিনা এই পুণ্য তিথিত সেই যুগৰ শত শত নৰ-নাৰীৰ শোকা-শ্ৰুৰ লগত আমাৰো এটুপি চকুলো ঢালি নিজেই নিজৰ জীৱন ধন্য কৰোঁহক।

মানুহ আহে আৰু যায়। সংসাৰত চিৰকাল কোনেও নাথাকে, কিন্তু কীৰ্ত্তি সদায় থাকি যায়। আহোমৰ গৌৰৱৰ দিন, কালৰ চাকত ঘূৰি হ'ল আজি অতীতত লীন। ক'ত সেই ৰজা মহাৰজা গদাধৰ ৰুদ্ৰসিংহ। তেওঁলোকৰ ৰাজ্যই বা কেনি উটি গ'ল। যি ৰাজ্য ৰখাৰৰ কাৰণে নিজৰ প্ৰাণকো বলি দিলা সি মাথোন এতিয়া অতীতৰ স্মৃতি স্বৰূপ হৈ ৰ'ল। কিন্তু কোনেও মচিব নোৱাৰা তোমাৰ স্মৃতি চিৰকাল সজীৱ হৈ থাকিল। ভৱিষ্যতৰ আদৰ্শৰ আন্ধাৰত পোহৰ দিবলৈহে চিৰকাল উজ্জ্বল হৈ থাকিব। জয়মতীয়ে বুজিছিল যে মহান যজ্ঞত মহাবলিৰ প্ৰয়োজন। তেওঁ দেখিছিল দুৰ্বল ৰজাৰ শাসনত অসম জুৰুলা আহোমৰ সিংহাসনৰ ভেটি লৰিবলৈ ধৰিছিল।

চাৰিখুটা সন্নাই এই ভেটি দৃঢ় কৰি অসমক টনকিয়াল কৰিবৰ কাৰণে তেওঁ নিজৰ স্বামীকে উপযুক্ত বুলি বিবেচনা কৰিছিল। সেই কাৰণেই তুতি মিনতিৰে গদাক নগাৰ বেশেৰে ঘৰৰ পৰা পঠাই দিছিল। কিহৰ বলত জয়মতীয়ে ইমান জীয়াতু সহিব পাৰিছিল? ইয়াৰ গুৰিতে অকল পতিপ্ৰেমেই নাছিল, দেশ প্ৰেমৰো প্ৰেৰণা আছিল। অকল পতিং প্ৰেম হোৱাহেঁতেন তেৰোঁ লগতে ছদ্মবেশেৰে পুতেক দুটিক লৈ যাব পাৰিলেহেঁতেন, ধৰা পৰিলেও স্বামীৰ সৈতে একে লগে প্ৰাণ দিব পাৰিলেঁতেনে। স্বামীৰ কোলাত মুৰ থৈ দুয়ো একেলগে মৃত্যু বৰণ কৰিলে হেতেন। কিন্তু তাৰ পৰাতো একো মঙ্গল নহ'ব। অত্যাচাৰত দেশ মাথোন তললৈ যাব। তেওঁৰ মহান সাধনা সিদ্ধি নহ'ব, দেশ ৰক্ষা নপৰিব। আহোমৰ সিংহাসন দৃঢ় নহব। সেহ দেখিয়েই তেওঁ লৰাদুটিক বুকুত লৈ অকলে থাকি স্বামীক পঠাই দিলে। তেওঁৰ প্ৰাণ গ'ল। কিন্তু সাধনা-সিদ্ধি হ'ল। গদাধৰ সিংহই সিংহ বিক্ৰমেৰে পুনৰ ৰাজপাটত উঠিল। ৰাজ্যৰ ভেটি শকত হ'ল। আহোমী ৰাজশক্তি কেইশমান বছৰলৈ আকৌ শক্তিশালী হৈ উঠিল। সৰগৰ নিয়ৰৰ দৰে মাতৃৰ আশীৰ্বাদ মহাৰাজ ৰুদ্ৰসিংহৰ ওপৰত পৰিল আৰু তাৰ ফলতেই তেখেতে অসম আকাশৰ ভৰ দুপৰৰ বেলিৰ দৰে উজ্জ্বল পোহৰেৰে ৰাজ্যৰ সকলো পিনে মঙ্গল সাধন কৰি সেই যুগৰ ভাৰতৰ আকবৰ, বিলাতৰ এলিজাবেথ আদি সমসাময়িক শাসকসকলৰ সমকক্ষ হ'ব পাৰিছিল। মহাৰাজ ৰুদ্ৰসিংহই অসমত এক নতুনযুগৰ সুচনা কৰিছিল। জয়মতীৰ দিঠকত ফলিলে সপোন।

আজিকালি বুৰঞ্জীবিদসকলে ঘটনাৰ উহ বিচাৰে। এই বিষয়ে নানা কথাৰ অৱতাৰনা কৰিছে। আমি সেই তৰ্কজালৰ ভিতৰত নোসোমাই মাথোন ইয়াকে ক'ব খোজো যে যুগৰ পৰিবৰ্ত্তনৰ লগে লগে বুৰঞ্জী লিখাৰ ৰীতিও পৰিবৰ্ত্তন হৈ আছে। যি যুগত এই ঘটনা ঘটিচিল সেই যুগক Middle Age বা মধ্যযুগ বোলে। সেই যুগত মানুহৰ ব্যক্তিগত হিচাবে কোনো মূল্য নাছিল। মানুহক মানুহ হিচাবে কোনো লেখতেই নধৰিছিল। সেই যুগৰ মানুহে নিজৰ ব্যক্তিত্ব নিজ নিজ ফৈদত বিলোপ কৰিছিল। সেই ফৈদৰ মঙ্গল অমঙ্গলতেই নিজৰ মঙ্গলামঙ্গল নিৰ্ভৰ কৰিছিল। আধুনিক যুগৰ humanism বা মানবিকতাৰ প্ৰকাশ তেতিয়াও হোৱা নাছিল। সেই যুগৰ বুৰঞ্জীত দেশৰ যুদ্ধ বিগ্ৰহ ইত্যাদিৰ বাহিৰে আন কোনো ঘটনাই বৰ বেচি ঠাই নেপাইছিল, আৰু পালেও মাথোন তাৰ নাম মাত্ৰ ছাঁটোহে পৰিছিল। সেই সময়ত মানুহৰ ব্যক্তিগত সাধাৰণ বা অসাধাৰণ কৰ্য্যকলাপে মানুহৰ মন বৰ বেছি ৰকমে আকৰ্ষণ নকৰিছিল। সেই দেখিয়েই এই ঘটনাৰ বিবৰণ তাত নথকা বা বিস্তাৰিত বিবৰণ নোপোৱা বা ঘটনাৰ নাম মাত্ৰ ছাঁটো থকা আমাৰ মনত একো আচৰিত যেন নালাগে। ৰাজ্যৰ উত্থান পতনতেই বা কোনো কোনো ফৈদৰ বীৰত্বৰ কাহিনীয়েই

সেই যুগৰ বুৰঞ্জী বিলাকৰ প্ৰধান সম্বল আছিল। অথচ আমি সক কালৰ পৰাই এই কৰুণ কাহিনী আমাৰ পিতৃ পুৰুষ সকলৰ মুখৰ পৰা শুনি আহিছোঁ। সেই একে কথাই কোনো সাল-সলনি নোহোৱাকৈ পুৰুষ পৰম্পৰাই চলি আহিছে। আমি জানো কিম্বদন্তি বুৰঞ্জীৰ এটি প্ৰধান আহিলা, অৱশ্যে তাক চালি জোকাৰি লব লাগিব। কিন্তু একো নোহোৱাকৈয়ে পানীৰ ঐ টেঙাৰ দৰে জনসমাজত যে কিম্বদন্তি নোলায় এইটোও একেবাৰে ধুৰুপ কথা। হ'ব পাৰে মানুহৰ মুখে মুখে কথাৰ অলপ সাল-সলনি, তত্ৰাচ তাৰ আচল শাহটো ঠিক থাকে। নানা লিখকৰ হাতত বুৰঞ্জীয়েও বিভিন্ন ৰূপ ধৰাৰ কথাও আমি জানো, যদি ইয়াক মিছা বুলি ধৰা যায় তেন্তে ভেড়া চৰাই ফুৰা goan of Arc ৰ কথাও মিছা, ৰাণী পদ্মিনীৰ কথাও মিছা আৰু লগে লগে আমাৰ সকলো কথাই মিছা। সেই দেখিয়েই এই বিষয়ে বেচি নকই বিশ্ব কবি ৰবীন্দ্ৰ নাথৰ ভাষাৰেই মাথোন কওঁ "অয়ি ইতিবৃত্ত ক্ষান্ত কৰ মুখৰ ভাষণ"।

দেশ প্ৰেম এটি অনুপম বস্তু। সাধাৰণ সহজ অনুভূতিৰে ইয়াক উপলব্ধি কৰা টান। প্ৰাণত যেতিয়া ইয়াৰ প্ৰেৰণাৰ সঞ্চাৰ হয় তেতিয়া মানুহে আপোন পৰ সকলো পাহৰি যায়। যিবিলাক কাম সাধাৰণতে আমাৰ চকুত কঠোৰ বা অসহনীয় বোধ হয় সেই বিলাক কামেই ইয়াৰ কাৰণে অতি সহজ সাধ্য হৈ পৰে। 'ম্যায় ভূখা হু' বাণী শুনি ৰাণা লক্ষ্মণ সিংহৰ একে একে বাৰটা পুতেকক যুদ্ধত বলি দিয়াৰ কথা ৰাজপুতনাৰ বুৰঞ্জী পঢ়োতা সকলৰ কাষত অবিদিত নহয়। এই প্ৰেৰণাই ৰাণা প্ৰতাপ সিংহক বাৰে বাৰে মোগলৰ সৈতে যুঁজত হৰাটো পৰ্বতে কন্দৰে বলিয়া কৰাই ফুৰাইছিল। দুদিন অনাহাৰৰ পাচত এদিন ঘেঁহৰ ৰুটী দুখনমান খাব খোজোতেই ডালৰ পৰা কেৰ্কেটুৱা নামি হাতৰ পৰা ৰুটী লৈ গ'ল। সেই দিনো অনাহাৰেই গ'ল। সমুখৰ লৰা ছোৱালী অনাহাৰত মৃত প্ৰায় অৱস্থাত, তবুও দৃঢ়চিত্ত আৰু প্ৰতিজ্ঞাত অটল হৈ যি পাৰে সেনা গোটাই লৈ মোগলৰ সৈতে আজীৱন যুঁজ কৰি কটাই মৃত্যুৰ আগতে চিতোৰৰ বাহিৰে প্ৰায়খিনি হেৰোৱা ৰাজ্যকেই উদ্ধাৰ কৰিলে। প্ৰতাপৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক ৰাণা অমৰ সিংহই মোগলক কেইবাবাৰো যুঁজত বলে নোৱাৰি শেষত যেতিয়া সম্ৰাট জাহাঙ্গীৰৰ বশ্যতা স্বীকাৰ কৰিলে তেতিয়া এই প্ৰেৰণাতেই ৰাণা প্ৰতাপৰ বৃদ্ধ সেনাপতি গোবিন্দ সিংহই মেৱাৰ দুৰ্গৰ সিংহ দুৱাৰত হাতত তৰোৱাল লৈ অকলৈ থিয় দি চিঞৰি কৈছিল "মইয়েই মেৱাৰৰ শেষ বীৰ, মোক বধ নকৰাকৈয়ে কোনেও এই দুৰ্গৰ দুৱাৰ মুকলি কৰিব নোৱাৰে।" এই বুলি নিজে বলিয়াৰ দৰে যুঁজ কৰি মৃত্যু বৰণ কৰিছিল। কোৱা বাহুল্য মাথোন যে গোবিন্দ সিংহৰ মৃত্যুৰ পিচতহে মোগল বিলাকে মেৱাৰৰ দুৰ্গত সোমাব পাৰিছিল। এই প্ৰেৰণাই লাচিতক দেশতকৈ মোমাই ডাঙৰ নহয় বুলি মোমায়েকৰ মুৰ কটালে। তেন্তে এই লাচিতৰ দেশৰ জীয়াৰী জয়মতীৰ অতুলনীয় স্বাৰ্থত্যাগত কিবা আচৰিত হ'ব লগীয়া

আছেনে? ৰাজনীতি বজ্ৰতকৈও কঠোৰ অথচ সময়ে সময়ে কুসুমতকৈও কোমল। গদাপানীয়ে পৰ্বতৰ পৰা নামি আহি জয়মতীৰ জীয়াতু দেখি একো নকৈ গুচি যোৱাত বহুত আচৰিত হয় আৰু গদাপানিক হৃদয়হীন বুলিবলৈকো সঙ্কোচ নকৰে। কিন্তু এইখিনিতে আমি এইটো পাহৰাও উচিত নহয় যে, গদাপানীয়ে জানিছিল কিহৰ কাৰণে জয়মতীয়ে ইমান যন্ত্ৰণা ভোগ কৰিছে। তেওঁ সেইখিনিতে ধৰা দিয়াহেতেন চাওদাঙৰ হাতত নিজৰ প্ৰাণ হেৰুৱাই জয়মতীৰ সাধনা বিফল কৰালেহেতেন। এটা মহান স্বাৰ্থৰ আগত এটা ক্ষুদ্ৰ স্বাৰ্থক বলি দিয়া বুৰঞ্জীত একো নতুন ঘটনা নহয়। বহুতে গদাপানীক নহা বুলিও ভাবে। আহকেই বা নাহকেই গদাপানীয়ে জয়মতীক প্ৰাণেৰে সৈতে ভালপোৱাৰ কাৰণেই তেওঁৰ সাধনাত বিঘ্ন নঘটালে। নিজ হৃদয়ক শিলেৰে বন্ধাই অন্তৰৰ সুকোমল বৃত্তি বিলাকৰ বাট বন্ধ কৰি কঠোৰ ভাবেৰে কৰ্ত্তব্যৰ পথত আগুৱাবলৈ দৃঢ়প্ৰতিজ্ঞা হ'ল। গদাপানিৰ পাছৰ কাৰ্য্যাৱলীৰ কঠোৰতা জয়মতীৰ জীয়াতুয়েই এটা গৌণ কাৰণ বুলি কলেও বোধহয় বেচি কোৱা নহ'ব। ৰাজনীতিৰ চক্ৰত পৰি মানুহৰ কাৰ্য্যকলাপ কোন ফালে ঢাল লয় তাক ঠাৱৰ কৰি কোৱা টান। কত আপোনাৰ জন পৰ হয় আৰু কত পৰজন আপোন জন হয় তাৰ কি ঠিক আছে। জগতৰ পথত কালৰ চকৰি দিন ৰাতি পুৱা গধুলী অনবৰত চলি গৈছে। ক'ত তলত পৰি চেপেতা খাইছে, ক'ত বাটত উফৰি পৰিছে তাৰ কি লেখ জোখ আছে। নাই, উলটি চাবৰ সময় নাই। "হায়ৰে হৃদয় তোমাৰ সঞ্চয় দিনান্তে নিশান্তে শুদ্ধ পথ প্ৰান্তে ফেলে যেতে হয় নাই, নাই নাইৰে সময়।"

আজি আমাৰ অতীত গৌৰৱৰ সৌৰৱণী দিনা এই উৎসৱৰ সাৰ্থকতা ক'ত? সাৰ্থকতা ক'ত? সাৰ্থকতা সেইখিনিতেই যেতিয়া আমি জয়মতীৰ এই অপূৰ্ব আত্মদান উপলব্ধি কৰিব পাৰিম। এই উৎসৱেই আমাৰ গোটেই বছৰ জীৱনৰ বাট বুলি মামৰে ধৰা উৎসাহক শানত পেলাই উজ্জ্বল কৰি ভবিষ্যত পথত আগবঢ়াই দিয়ে। সতীৰ মহিমাৰে মহিমাণ্বিত হই সুপ্ত নাৰী শক্তি আকৌ জাগ্ৰত হৈ উঠে। সৃষ্টিৰ আদি পাতনিৰে পৰাই দেখা গৈছে জগতত নানা অত্যাচাৰৰ সময়ত নাৰী শক্তিয়ে মহীয়সী মূৰ্ত্তি ধাৰণ কৰি সেই অত্যাচাৰ দমন কৰিছিল। "গৰ্জ্জ গৰ্জ্জ ক্ষণং মূঢ় মধু সাবদ্ পিবাম্যহং, ময়া ত্বয়ি হতে ত্ৰৈৱ গৰ্জ্জিষ্যন্ত্যশু দেৱতাঃ" বুলি মহিষাসুৰৰ বধৰ কাৰণে মহামায়ায়ো দুৰ্গা দেৱী ৰূপ ধৰিব লগা হৈছিল। সাবিত্ৰীয়েও যমৰ মুখৰ পৰা নিজৰ স্বামীৰ জীৱন ওভোটাই আনিছিল। এই অসমতে বেউলায়ো লক্ষীন্দাৰ মৰাশ জীয়াই তুলিছিলি। এই অসমতে তিৰোতায়ো পুৰুষৰ লগত ৰাজনীতি ক্ষেত্ৰত সমানে যোগদান কৰিছিল। এই অসমতে মূলা গাভৰু, ৰাধা ৰুক্মিণীয়েও জন্মলাভ কৰিছিল। এই অসমতে আজিৰ উৎসৱৰ জয়াতীৰ্থৰ অধিষ্ঠাত্ৰী দেৱী জয়মতীয়েও জন্মলাভ কৰিছিল। কি বীৰত্বত কি সতীত্বত এই অসমতে প্ৰবলা নাৰীশক্তি মূৰ্ত্তিমতী হৈ

প্ৰকাশ পাইছিল। আজি এই পবিত্ৰ তিথিত আপোনালোকে আকৌ এবাৰ গৌৰৱক যে আপোনালোকৰো এই অসমতে জন্ম আৰু এয়ে আপোনসকলৰ কাৰ্য্যস্থলী আৰু ইয়াৰ প্ৰত্যেক কামৰ সম্পাদনতেই গৌৰৱ অনুভৱ কৰক। বুৰঞ্জীৰ হয় পুনৰাভিনয়। অতীতক চুকত পেলাই নথৈ বৰ্ত্তমানৰ পোহৰেৰে উজ্জ্বল কৰি তোলক। 'ভূতৰ ভাৱনা এৰা বৰ্ত্তমান যায়। ভবিষ্যত আছে হেৰা মুখলৈ চায়।'

আজি আমাৰ বৰ্ত্তমান অৱস্থা এবাৰ মনলৈ আনক। আমি কিয় এতিয়াও জগতৰ আন জাতিৰ লগত সমানে উধাব পৰা নাই। এবাৰ ভাবি চাওক ৰাতি কপাহ নেওঠি সূতা কাটি কাপোৰ বই গাত দি স্বামীক ৰণ কৰি ৰণলৈ পঠিওৱা তিৰোতা সকলৰ দেশৰ বৰ্ত্তমান তিৰোতা সকলে বোৱা কটাত সেই আগৰদৰে আছেনে? যদি নাই, তেন্তে কিয় নাই তাৰ কাৰণ বিচাৰি দেশক আকৌ তেনে কৰিবলৈ যত্ন কৰক। কাৰো ওচৰত হাত নাপতি ভাত মুঠি নিজে উলিয়াই নিজৰ কাপোৰ কানি নিজে বই কাটি নিজৰ ভৰিত থিয় দিবলৈ যত্ন কৰক। আমাৰ সমাজত যিবিলাক কেৰোণ ধৰিছে সেই বিলাক দূৰক ৰিবলৈ আপোনাসকলৰ শক্তি নিয়োজিত কৰক। অসম মাতৃয়ে আপোনলোকৰ মুখলৈ চাই আছে। আমাৰ দেশৰ বাৰটা ৰাজপুত্ৰৰ তেৰটা চৰুৰ দৰে যি ভেদাভেদ আছে সেই সমস্যাৰ সমাধানৰ চেষ্টা কৰক। আধা মৰা আধা জীয়া তেনেবাট এৰি দিয়া, এৰি দিয়া ভেদা ভেদ যত সমাজৰ, মহৎ আদৰ্শ লোৱা পবিত্ৰ প্ৰেমৰ। আজি মধুৰ শঙ্খধ্বনি আৰু মঙ্গল উৰুলিৰে নতুন যুগৰ আৱাহন কৰক। নাৰী আৰু পুৰুষে সমানে নিজ নিজ কৰ্ত্তব্যপথত আগবাঢ়ি দেশৰ দুৰ্গতি দূৰ কৰিবলৈ যত্ন কৰক। জয়মতীৰ অপূৰ্বদেশপ্ৰেমৰ কথা মনলৈ আনি যোগ্যতানুযায়ী দেশৰ আৰু দহৰ মঙ্গলত আত্মনিয়োগ কৰক। মোৰ দেশ সোণৰ দেশ, সতী সাবিত্ৰীৰ দেশ, সুজলা-সুফলা সুন্দৰ জলবায়ু, সুন্দৰ প্ৰকৃতিৰ মন মোহা ছবি ইত্যাতি বাণী ভাটৌৰ দৰে মুখেৰে আওৰাই ফুৰিলেই দেশক ভালপোৱা বা দেশৰ উন্নতি কৰা নহয়। সকলো সুন্দৰ থকাতো যদি তাৰ মানুহে দুবেলা দুমুঠি খাবলৈ নেপায়, গাত লবলৈ কাপোৰ নাই, তাৰ লৰা-ছোৱালীয়ে লেখিব পঢ়িব নেজানে অনাহাৰত বিনা-চিকিৎসাত বছৰি বছৰি হাজাৰে বিজাৰে মানুহ মৰিছে, তেন্তে কেনেকৈ আমি সেই দেশক উন্নত বুলি ক'ব পাৰো? Victor Hugo ৰ ভাবাৰে কৰৰ মন যায়– "Alas! the azurse in the sun does not prevent rags in man." অৰ্থাৎ আকাশৰ সোণোৱালী সুৰুয কিৰণে মানুহৰ গাৰ ফটা কাপোৰ আঁৰ দি নথয়।

দেশৰ উন্নতি কামৰ ওপৰতহে নিৰ্ভৰ কৰে, কথাত নহয়। এওঁলোকৰ মুখত ভাষা দিয়ক, প্ৰাণত আশা দিয়কঃ বিধতাৰ অনুপম সৃষ্টিৰ বুকুত মুকলি আকাশ তলত, মুকলি বতাহত জীয়াই থাকিবলৈ শিকাওক। ইয়াতেই দেশৰ উন্নতি আৰু ইয়াতেই

আজি উৎসৱৰ সাৰ্থকতা। কবি, তেন্তে উঠি আহা মুখত বাঁহীটি লই নতুন সুৰেৰে তুমি জগত জগোৱা।

মহত্তৰ সমৃতিৰ পূজা কৰা আমাৰ এটি অতি লাগতিয়াল কাম। ই আমাক সংসাৰৰ সাধাৰণ শোক দুখ বেমেজালিৰ পৰা খন্তেকলৈ আঁতৰাই আমাক ওপৰলৈ তুলি সেই মহত গুণৰ পোহৰেৰে আমাৰ অন্তৰ উজলাই তোলে। আমি সেই উজ্জ্বল গুণ্ৰ ৰাশিলৈ নিৰ্বাক নিস্পন্দ ভাবে চাই মুহূৰ্ত্তকৰ কাৰণে নিজক পাহৰি যাওঁ তেওঁলোকৰ গৌৰৱেৰে নিজক গৌৰবান্বিত অনুভৱ কৰোঁ। কত যুগ তপস্যাৰ ফলত দেশৰ মহত্তৰ জন্ম হয়। নিজৰ কাৰ্য্যকলাপেৰে দেশবাসীৰ আগত একো একোটি ওখ আদৰ্শ তুলি ধৰি আকৌ চকুৰ পৰা আঁতৰ হই যায়— তাত একো বেজাৰ কৰিবৰ কাৰণ নাথাকে। বেজাৰ মাথোন এইখিনিতে আৰু এই খিনিতে দেশৰ দুৰ্ভাগ্য যে যি দেশৰ মানুহে তেওঁলোকৰ মহত্বৰ, গুণৰ পূজা কৰিব নেজানে, যি নিজক সন্মান কৰিব নেজানে সি আনৰ পৰাও সন্মান নেপায়। আত্মসন্মানৰ ওপৰতেই জাতিৰ ভেটি দৃঢ় ভাবে প্ৰতিষ্ঠিত হয়। নিজৰ ঘৰৰ চাৰিবেৰ ঠিক কৰি আনক তাত থাকিবলৈ মাতিলে আনেও আগ্ৰহেৰে তাত থাকিবলৈ আহিব। নিজৰে থকাৰ ঠাই ঠিক নাই, থৰক-বৰক অৱস্থাত আনক সাবতিবলৈ গলে তেওঁলোক অহাটো দূৰত থাওক বৰং নানা ভাবে পেংলাইহে কৰিব। ভিক্ষা নৈব নৈব চ। আমি নিজে নিজৰ নিজৰ ভৰিত থিয় হৈ প্ৰাণপ্ৰাণে জাতীয় পবিত্ৰতা ৰক্ষা কৰি জগতত মানুহ বোলাই বৃহৎ মানব সমাজৰ লগতো নিজৰ যোগাযোগ ৰাখিব লাগিব। আত্ম-সন্মান, আত্ম-বিশ্বাস আৰু আত্ম জ্ঞানেই আমাৰ জাতীয় জীৱনৰ সাৰথি হই বিপদ সঙ্কুল দুৰ্গম পথেদি বাট বোলাই লৈ যাব। যি দেশত সতী জয়মতীয়ে জনম লভিছিল সেই দেশ যে জগতৰ জনসমাজত কেতিয়াও পিচ পৰি থাকিব নোৱাৰে, জয়মতীৰ অপূৰ্ব আত্মদানেই এই মহাবাণী প্ৰচাৰ কৰি আমাৰ দুৰ্বল আত্মাক সবল কৰি তুলিছে।

অন্ধ অনুকৰণৰ সমান বেয়া প্ৰবৃত্তি আৰু জগতত নাই। প্ৰত্যেক দেশৰ অৱস্থা অনুযায়ী সেই ঠাইৰ সংস্কৃতি আৰু সভ্যতা গঠন হৈ সেই ঠাইৰ মানুহৰ হাড়ে হিমজুৰে মিলি যায়, আৰু তাৰ মাজতেই তেওঁলোক লহপহ কৰি বাঢ়ি উঠে। বিলাতৰ Oak গছ যেনেকৈ অসমৰ উপত্যকাত নগজে তেনেকৈয়ে হয়তো অসমৰ আঁহত, জৰী গছৰ পুলিও বিলাতত বাঢ়ি নুঠে। যুগৰ পৰিবৰ্ত্তনৰ লগে লগে সভ্যতাৰ ধাৰাৰ পৰিবৰ্ত্তনো অৱশ্যম্ভাবী। তাক আমি সাদৰেৰে ঠাই দিব লাগিব আৰু এই পৰিবৰ্ত্তনেই সভ্যতাৰ জীৱন। জীয়াই থকা নৈৰ বুকুত যেনেকৈ সোঁত থাকে তেনেকৈ সভ্যতাৰো এটা জীৱন্ত সোঁত আছে। নেথাকিলে তাক আমি জীৱিত বুলি ধৰিব নোৱাৰো। আমাৰ দেশৰ ৰীতি-নীতি একেবাৰে বেয়া, আনৰ সকলোবোৰ ভাল বা আমাৰ সকলোবোৰ

ভাল, আনৰ সকলোবোৰ বেয়া, এই মনোভাৱ মনৰ পৰা আঁতৰাব লাগিব।এই খিনিতেই আমাৰ মহতৰ স্মৃতি পূজাৰ প্ৰয়োজন আৰু তেওঁলোকৰ আদৰ্শই আমাক আন্ধাৰত বাট দেখুৱাওতা। বৰ্ত্তমান জগতৰ মানবৰ মহামিলন ক্ষেত্ৰত নিজ নিজ স্বাতন্ত্ৰ্য ৰক্ষা কৰি সকলোৱে সৈতে সমানে জাতীয় যজ্ঞৰ বেদীত আসন লব লাগিব। সমাপন শঙ্খ মাথো বাজিব যিদিনা আচম্বিতে মহাযজ্ঞ হ'ব পূৰ্ণাহুতি।

আজি এই পূণ্য তিথিত জয়াতীৰ্থৰ মহোৎসৱৰ দিনা আপোনাসকলক এটি কথা সুচাই দিওঁ। ৰংপুৰৰ এইখিনিতে জয়মতীয়ে নশ্বৰ জীৱন এৰি বৈকুণ্ঠগামী হ'ল। এই ঠাইতেই জয়মতীৰ বুকুৰ চাওদাঙৰ শূল মাতৃশোকাতুৰা সন্তানৰ চকুলো তৰ্পণত পাতাল ফুটি যোবা-নাগ বহি আজিও তাৰ নিদৰ্শন স্বৰূপে ঠিয় হই আছে। বছৰি বছৰি আপোনালোকে এই দিনতে ইয়ালৈ আহি চকুলোৰে অতীতৰ স্মৃতিৰে টৌৱাই থকা জয়সাগৰৰ পানীত তৰ্পণ দি যায়হি। ইয়াকে কেন্দ্ৰ কৰি এই অনুষ্ঠানটিকে এটি সদৌ অসমৰ অনুষ্ঠানলৈ পৰিণত কৰক। অসমৰ ভিন ভিন ঠাইৰ প্ৰতিনিধি সকলক মাতি ইয়াক এটি জাতীয় অনুষ্ঠানলৈ তুলি সদৌ অসমকে এডালি একতা ডোলেৰে বান্ধিবলৈ চেষ্টা কৰক। ইয়াৰ পৰাই অসমৰ বীৰ নাৰী পুৰুষসকলৰ চমুজীৱনী লিখি দেশৰ চাৰিওফালে বিশেষকৈ দেশৰ আশা ভৰসাস্থল উঠি অহা ছাত্ৰ-ছাত্ৰী সকলৰ মাজত বিলাই তেওঁলোকক নিজৰ দেশক ভাল পাবলৈ শিকাওক। সেই জীৱনীবিলাক নানা ভাষালৈ অনুবাদ কৰি সকলো ঠাইত বিলাই আমাৰ দেশৰ অতীত গৌৰৱ কাহিনী দেশে বিদেশে প্ৰচাৰ কৰি সকলোকে আমাৰ দেশৰ প্ৰতি শ্ৰদ্ধা জন্মাওক। অচিৰতে আমাৰ দেশৰ উজ্জ্বল ভৱিষ্যত আপোনাসকলৰ চকুৰ আগতে জিলিকি উঠিব। জয়াতীৰ্থৰ পুণ্যস্নানত দেশ আকৌ পৱিত্ৰ হ'ব। আমাৰ মানৱী জনমো সফল হব. দেশৰ এই মঙ্গল বাতৰি মহানদ ব্ৰহ্মপুত্ৰই দেশে বিদেশে বিলাই দিব। সেই বাতৰি পাটকাই পৰ্বতৰ টিঙৰ পৰা আৰম্ভ কৰি অসমৰ সৰু বৰ সকলো পৰ্বতৰ টিঙতে প্ৰতিধ্বনিত হই এটি মহান মিলন সঙ্গীতৰ ধ্বনি আকাশে বতাহে বিয়পাই দিব।

সঙ্গীত যেন আকাশ বিয়পি
তোলক বিশ্বৰ চেতনা।
দীনতা জড়তা দুৰ হই যক
আঁতৰক যত বেদনা।
পূৰ্ণিমা পোহৰে উজলাই ধৰা
নামক ধীৰেৰে সৰগৰ পৰা

পৰি জীৱনৰ আন্ধাৰ বাটত
ঢালক আশীষ কৰুণা
নমো শতবাৰ হে মোৰ জননী
চিৰ জনমৰ সাধনা।

শ্ৰীযুত নাৰায়ণ শৰ্ম্মাৰ পৰা শ্ৰী যোগেন চেতিয়াৰ যোগেদি পোৱা। কটনে কলেজত চাকৰি কৰাৰ সময়ৰ ৰচনা (১৯৪৮-৫৫ চন)

# পাতনি

(প্ৰতিধ্বনি ঃ- শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা)

প্ৰাচীন ভাৰতৰ শাব্দিক সকলে মানুহে শব্দৰ সৃষ্টি নকৰে মাথোন প্ৰকাশ কৰে বুলি এদিন ন দি কৈছিল। শব্দ সদায়ে আছে নিত্য— আমি তাৰ বাহ্যিক প্ৰকাশৰ নিমিত্ত যোগাওঁ। তেওঁলোকৰ ভাষাত কওঁ ব্যঞ্জতে হসৌ ন জন্যতে।"

শব্দৰ বেলিকাই যেতিয়া এই কথা সেই শব্দৰ মূল ভাবৰ বেলিকাও সেয়ে নহৈ কি হ'ব! মানুহৰ সকলো ভাব একোটি প্ৰতিঘাত মাথোন— নতুন একো নাই।

বিশ্বৰ সকলো ধ্বনি, যত সৌন্দৰ্য্য যিমান আনন্দ আৰু বেজাৰ তাৰ চৰণ ছাব পৰি যাৰ হৃদয়ত থৌকি বাথৌ তোলে আৰু তাৰেই ঢোলোকনি খাই শতাংশৰ একাংশ বাহিৰলৈ ওলাই তেৱেঁই কবি। সত্য সুন্দৰৰ সৃষ্টিৰ মূল ধ্বনিয়ে যদিও সকলোৰে হিয়াত দিনে ৰাতিয়ে খুন্দিয়াব লাগিছে— তথাপি সৰহ ভাগে তাৰ গম ধৰিব পৰা নাই। কিন্তু কবিয়ে পাৰে কাৰণ তেওঁ ক্ৰান্তদৰ্শী।

পুৱাৰ সূৰুযৰ হেঙুলীয়া কিৰণ, জোনবাইৰ প্ৰাণ জুৰ কৰা হাঁহি, ৰিবৰিবীয়া বতাহৰ সপোন পৰশ, জুৰিৰ কুলকুলনি সাগৰৰ হেন্দোলনি, ধুমুহাৰ খঙাল গোঙনি আৰু মেঘৰ গুৰু গম্ভীৰ গাজনিত যিটি অবুজ লয় আৰু সঙ্গতিৰ মিলন আছে— শিশুৰ ফুটোনুফুটোকৈ আধাফুটা কথাত, ডেকা-গাভৰুৰ প্ৰণয় স্নিগ্ধ চাৱনিত, আনকি চৰাই চিৰিকতিৰ নুবুজা ভাষাৰ মাজতো সেই একেটি লয় সঙ্গতিৰেই মিলন। তাৰেই যেতিয়া ব্যতিক্ৰম হয় বিশ্বজগতৰ শলাকাঠীত আঁৰ লাগে আৰু তাৰ নিয়মিত চলনতেই শান্তি আৰু আনন্দ—। কবিৰ হৃদয়ে এই নিয়ম আৰু ব্যতিক্ৰম ধৰিব পাৰে-সি প্ৰকাশ পায় তেওঁৰ আনন্দ আৰু বেদনাৰ অনুভূতিৰ মাজেদি........আৰু ইয়াকেই বুলিব পাৰি প্ৰতিধ্বনি। প্ৰবীন সাহিত্যিক অথচ নবীন কবি উজনি ফুকনৰ কবিতা এটিত ইয়াকে আনভাবে কোৱা হৈছে।—

"বাহিৰ বিশ্বত উঠে যিহৰ কাহিনী

অন্তৰ চুলেই হয় সিয়ে প্ৰতিধ্বনি।

এই ফালৰ পৰা চালে আমাৰ হাতত পৰা পুথিখনিৰ নামৰ সাৰ্থকতা হৈছে। কবিয়ে কাহানিও নতুন কথা কৈছো তুলি গৰ্ব কৰিব নোৱাৰে— পুৰণি চকুত নতুন ৰহন সানি চাই যি দেখে তাকে প্ৰকাশ কৰে এই কথাকে উল্লেখ কৰি বিনন্দৰ বৰুৱাই কৈছে—

"অঘটন ঘটা নাই, অকথন কোৱা নাই,
শুনা নাই সংসাৰত নোহোৱা নোপোজা;
ৰূপৰ সলনি হব পাৰে কোনোটিৰ,
যুগে যুগে লঘু গুৰু হয় জেউতিৰ।
তথাপিও একে সত্য তাৰে প্ৰতিধ্বনি
অসীমত চিৰকাল ৰজনজনায়।

শ্ৰীমান বিনন্দ বৰুৱাক অসমীয়া সমাজৰ আগত চিনাকি কৰি দিবৰ সকাম আছে বুলি মই মুঠেই নাভাবো। যাক চিনিব লাগে চিনাই তাক আপুনি চিনিব, তেনেজনক আন এজনে আঙুলিয়াবৰ আৱশ্যক নাই।

পাতনি লিখিবলৈ গলেই যে সকলো কবিতাৰ খৰচি মাৰি সমালোচনা কৰিব লাগিব এনে কথা নহয়। আমিও তেনে নকৰো মাথোন বিনন্দৰ দুটি এটি বিনন্দীয়া কবিতাৰ আভাস পাঠকৰ আগত ডাঙি ধৰিম।

বিনন্দ কবিতাৰ সৰহ ভাগ ঘাইকৈ এটা কথাৰ কাৰণে মোৰ ভাল লাগে। সেয়ে হৈছে তেওঁৰ কবিতা বিলাকৰ 'জতুৱা ছাব' ইংৰাজীত যাক বোলা হয় Racy. অসমীয়া সুৱদী সুৰীয়া মাতৰ পৰা আঁতৰি দূৰ বিদেশত থাকি যেতিয়া আধুনিক অসমীয়া গল্পৰ মাজত দেখো অনা অসমীয়া নায়ক নায়িকাৰ ৰচকি পখিলা নাচোন, গদ্য ৰচনাত পাও ইংৰাজী শব্দ যোজনাৰ ভাঙনি, কবিতাত শুনো নতুন ছন্দৰ নতুন ভাষাৰ নতুন ভাব তেতিয়া কেতিয়াবা এনেকুৱা হাড়ে হিমজুৰে অসমীয়া কবিতা পঢ়িবলৈ কেনে লাগে তাক মোৰ নিচিনা অকলশৰীয়া প্ৰবসুৱাইহে বুজিব। বিনন্দ কবিতাত এই অসমীয়া জতুৱা ছাব তিনি ৰকমে পোৱা যায়— ছন্দত, বিষয়বস্তুত যোজনা— উপমা আৰু শব্দ-গাঁঠনিত।

ছন্দত গড়গাওঁ, ৰংপুৰ আদি কবিতাৰ ছন্দত পুৰণি অসমীয়া মানুহৰ মুখে মুখে প্ৰচলিত গীত নামৰ ফাঁকি বোৰৰ ৰিঙনি এটা শুনা যায়। ছন্দ কিটাৰ নাচোনৰ ঠেও সুকীয়া অথচ শুৱলা।

বিষয়বস্তুত তেওঁৰ কবিতা বিশেষকৈ বিবৰণী কবিতা খিনি জাতে পাতে অসমীয়া। অসমীয়া কিম্বাদন্তী অথবা বুৰঞ্জীৰ লেচেৰী বোটলা ঘটনা লৈ তেওঁৰ "ৰঙামুৱা বীৰ", আগীয়াঠুৰীৰ বীৰ", আদিৰ নিচিনা কবিতা লিখিছে। ঘটনাৰ জাতীয়তা, ৰচনাৰ লালিত্য আৰু বিবৰণৰ কবিত্বময়ী পটুতাই সকলো অসমীয়া পাঠকৰে অন্তৰত মোহাৰ খাব নোৱাৰা সাঁচ বহুৱাব বুলি আমাৰ বিশ্বাস।

বিনন্দৰ কবিতাত ব্যৱহাৰ কৰা উপমা আৰু যোজনা বিলাক অতিকৈ ঘৰুৱা। সাধাৰণ চহাৰ মুখত উফৰি ফুৰা যোজনাবোৰ কেনেকৈ উচ্চ কবিতাৰ অলঙ্কাৰ বুলি সজাব পাৰি বিনন্দই প্ৰথম দেখুৱাইছে বুলি আমাৰ বিশ্বাস। দুই এটা কবিতাত—

"পদুলিৰ ফুলাফুল ডেকা গাভৰুৰ থুল
তেজে গাল ফুটো ফুটো কৰে
নগৰৰ তাতে ৰূপ চৰে
আন শোভা কোনে লেখ ধৰে"।

সাধাৰণতে কবিয়ে গাভৰু কালৰ ৰচনাত 'ৰক্তিম আভা' গোলাপী গাল ইত্যাদি বুলিহে কয়— কিন্তু মুখে মুখে প্ৰচলিত তেজে গাল ফুটো ফুটো কৰে নিচিনা উপমা কাৰো মনত নপৰে।

"গড়গাওঁ গড়গাওঁ কথা শুনি তল যাওঁ
*পথ দেখি পিছলে যে পাৱ*
দিখৌৰ সোঁতত যোৱা ভটিয়নী ৰল পোৱা
উভতিব খোজে মাৰ নাৱ
ওচৰতে দেখি গড়গাওঁ
ওলট পালট দেশ কথাৰ নহয় শেষ
কটাৰীৰ ডাবে তাৰ কাটে
বাঘ গৰু হালে হালে একে ঘাটে পানী খালে
নগৰৰ দেওলগা ঘাটে
দেও তাৰ ফুৰে হাটে বাটে।"

এই কবিতাৰ 'গড়গাওঁৰ কথা শুনি তল যোৱা, ভটিয়নী সোঁতৰ ৰল পোৱা গড়গএগ কটাৰী ডাবেও কটা, বাঘে গৰুৱে একে ঘাটে পানী খোৱা, পটন্তৰ কোনে নাজানে কিন্তু কবিতাত এনে শুৱলা আৰু অৰ্থপূৰ্ণ কৈ কেইজনে ব্যৱহাৰ কৰিছে।

এইবোৰ কাৰণতে বিনন্দক জাতীয় কবি বুলিবৰ মন যায়।

গুণীৰ মোল বুজোতা অসমত ক্ৰমাৎ বাঢ়িছে— এই ভৰষা শ্ৰীমান বিনন্দক মই দিব পাৰোঁ। পোহৰ পৰি তেওঁৰ ৰাজ্য বিনন্দীয়া হৈ পৰিব, আশা কৰো এদিন মোৰ কথা ফলিয়াব। ইতি

# হেৰোৱা স্বৰ্গ

(যতিনাৰায়ণ শৰ্মাৰ 'হেৰোৱা স্বৰ্গ'ৰ পাতনি)

মানুহৰ মনত ছয় ঋতুৰ একো একোটি সুকীয়া সৌন্দৰ্য্য আৰু মূল্য আছে। ঘাম কালি ছট্‌ফটনি নথকা হলে জাৰকালিৰ সন্ধিয়াত জুহালৰ কাষত সুখ অনুভৱ কৰিব নোৱাৰিলেহেঁতেন। জাৰৰ হেচাত পেপুৱা লাগি উদাস হৈ থকা পাতসৰা গছবিলাকে মানুহৰ মনলৈ শূন্যতাৰ ভাব এটা আনি দিয়ে বুলিয়েই বসন্তৰ কুঁহিপাত আদৰিবলৈ তেওঁলোক ব্যগ্র হৈ থাকে। এই দৰে মানুহৰ জীৱনতো বয়সে প্রতি আমি একো একোটি সুকীয়া সৌন্দৰ্য্য আৰু মূল্য অনুভৱ কৰো। শিশুৰ চপলতাই বৃদ্ধৰ গাম্ভীৰ্যত আনন্দৰ যোগান দিয়ে। যৌৱনৰ উদ্দাম গতি নথকা হ'লে পৌঢ়ক প্রতি খোজে সতর্ক কৰিব নোৱাৰিলেহেঁতেন।

এইদৰে জীৱনৰ প্রতি বয়সতে বিভিন্ন গুণৰ বিকাশ থাকিলেও কিশোৰ জীৱনত কেউবয়সৰ বেলেগ বেলেগ গুণ বিলাকে থুল পাতে। শিশুৰ সৰলতা, কিশোৰৰ চপলতা, যৌৱনৰ উদ্দাম উৎসাহ, পৌঢ়ৰ চিন্তা আৰু বৃদ্ধৰ পৰমুখাপেক্ষিতা এই সকলোবোৰ কিশোৰ বয়সতে প্রকাশ পোৱা দেখা যায়। সেই বাবে এই বয়সটো মোৰ মানত সদায় কৌতূহলপূৰ্ণ। কিশোৰসকলৰ লগ লৈ ভালপাওঁ আৰু তেওঁলোকৰ মনৰ ভাৱ ফুটি ওলোৱা কবিতাবোৰো আগ্রহৰে পঢ়ো। তেওঁলোকৰ কোমল অন্তৰৰ সজীৱ ভাব বিলাকে নিজৰ মনলৈকো সজীৱতা আনি দিয়ে। শ্রীমান যতিয়ে সম্ভৱতঃ মোৰ মনৰ এনে ধৰণৰ ভাব বুজিয়েই তেওঁৰ কবিতাবিলাক মাজে মাজে মোলৈ পঠাই থাকে আৰু ময়ো সেইবোৰ পঢ়ি চাই ভাল পাওঁ। ভাল পোৱাৰ আৰু এটা কাৰণ আছে— বেলিমাৰ যোৱা দেশলৈ আগুৱাই যাওঁতে কেতিয়াবা কেতিয়াবা পিছলৈ উলটি চাই মুখত মধুৰ হাঁহিৰে পুব আকাশত উঠি অহা পূৰ্ণিমাৰ জোনটিলৈ চাই ভাল লাগে, কথাও মনত পৰে।

এই ধৰণীৰ প্রতি ধূলিকণে
সোণৰ সৰগ গঢ়ে
মৰণ বিজয়ী প্রেমৰ সুৰত
অমৃত উথলি পৰে।

কিন্তু এটা কথা। প্রকৃত স্বৰ্গও শাশ্বত নহয়। তাৰ পৰাও হেনো "ক্ষীণে পুণ্যে মৰ্ত্ত্যলোকং বিশন্তি"। সেইদৰে মানুহৰ এই কল্পনাৰ স্বৰ্গখনো চিৰন্তন নহয়। তাৰ পৰাও

সময়ত খহি পৰিব লাগে। দোকোল টকা আকাশী গঙ্গাও শুকাই চেলেং কাপোৰখন যেন হয়। আকৌ কিহবাৰ মোহিনী মন্ত্ৰত এই মন্দাকিনী ধাৰা ফেনে ফোটোকাৰে উপচি পৰে- মৰণ বিজয়ী প্ৰেমৰ সুৰত হেৰোৱা স্বৰ্গ দুনাই পায়।

শ্ৰীমান যতিৰ 'হেৰোৱা স্বৰ্গ' ই তেওঁৰ কবি জীৱনৰ এটা নতুন অধ্যায়ৰ সূচনা কৰা যেন লাগে। তেওঁৰ কবিদৃষ্টিত চকামকাকৈ হলেও এখন আলোক ৰাজ্যৰ জিলিঙনি পৰিছে। জিলিঙনি এটি পৰি পদুম বনত সৰগৰ ৰহন ঢালিছে। এই কথাকেই তেওঁ তলৰ কেই শৰীত উনুকিয়াইছে—

"কুৱলীৰ আঁৰে আঁৰে জ্বলিছে দূৰত
পুৱাৰ সোণালীৰেখা আলোক পুৰত;
বিগলিত হিয়া মোৰ উটি ভাহি যায়।
নতুনৰ জেউতিক আদৰ জনায়।"

এই নতুন ৰাজ্যৰ পৰা এটি সঙ্গীতৰ ধাৰা বৈ আহি অন্তৰ আত্মাকো উটাই নিব খুজিছে—

"সঙ্গীতৰ শত সুৰ উটি ভাহি ফুৰে
কোনে গায় প্ৰাণে মোৰ বুজিব নোৱাৰে,
হৃদয় প্ৰাচীৰ ভাঙি প্ৰাণ ধৰি যায়
ক'ৰ গীত, গায় কোনে বিচাৰি নাপায়।"

কবি জীৱনৰ এটি ক্ষণত তেওঁ গম পালে যে শৈশৱত লোকৰ মুখে শুনা দেৱ-দেৱীৰে ভৰা স্বৰ্গ বোলা একো নাই। সি কেৱল মিছা কল্পনা। সেই স্বৰ্গই জ্যোতি বিলাব নোৱাৰে, "চন্দ্ৰ আছে সূৰ্য্য আছে আকাশ আন্ধাৰ।" আজি এই নতুন ক্ষণত কবিৰ মনত এটি সত্য উদ্ভাসিত হৈ উঠিছে, তাক তেওঁ এই দৰে প্ৰকাশ কৰিছে-

"নিজকে নিচিনি কৰে সৃষ্টি কল্পনাৰ,
দেৱতাৰ স্বৰ্গ মাথোঁ সৃষ্টি কল্পনাৰ।
পাহৰে মানুহে দেখো দেৱতা নিজেই
দশোদিশে বাজি আছে একেটি সুৰেই।"

সেই দেখি কবিয়ে বিশ্ব মানৱক আহ্বান কৰি শুনাইছে--

"উঠা উঠা উঠি আহা মানৱ মানৱী
সুকীয়া সৰগ নাই, নাই দেব দেৱী;

স্বৰ্গ আজি মিলি গ'ল ধৰাত তোমাৰ,

সোণালী ছবিটি চোৱা নতুন উষাৰ।"

কবিয়ে লোকৰ মুখে শুনা স্বৰ্গ হেৰুৱাইছিল। সেই স্বৰ্গ আজি এই পৃথিবীতে পুনৰ পালে। অকল এয়ে নহয়— এইটোও কবিৰ মনত খেলাইছে যে স্বৰ্গ মাত্ৰ প্ৰতিবিম্ব— তাৰ বিম্ব এই জগত—

'সৰগ-নৰক এয়ে, এয়ে বসুন্ধৰা

ফুলৰেহে প্ৰতিছবি আকাশৰ তৰা।"

"হেৰোৱা স্বৰ্গ" কবিতাৰ এয়ে মূল কথা। এই ভাবকেই তেওঁৰ হেৰোৱা স্বৰ্গত প্ৰকাশ কৰিবলৈচেষ্টা কৰিছে। কবিৰ ভাষা শুৱলা, লিখন-ৰীতি সৰল আৰু ছন্দৰ গতিও মুক্ত। ঠায়ে ঠায়ে কল্পনাৰ সুন্দৰ সুন্দৰ ছবিয়ে এই কবিতাত যতিনাৰায়ণৰ ভবিষ্যত কবিত্ব শক্তিৰ পৰিচয় দিছে।

আজি কালি দেখা পাওঁ যে দেশৰ নানা সমস্যাই উঠি অহা লৰা বিলাকৰ চিত্ত বিক্ষিপ্ত কৰি তুলিছে। আগৰ চামৰ ডেকাসকলৰ দৰে আজিকালিৰ ডেকাৰ নানা কাৰণত সাহিত্যলৈ সিমান প্ৰীতি দেখা নাযায়। তদুপৰি এই মহামাৰী যুদ্ধৰ দিন। এনে সময়তো এহা শুধীয়াকৈ সাহিত্য সেৱাত লাগি থকাটো যতিৰ সাহিত্যৰ প্ৰতি অকৃত্ৰিম প্ৰীতিৰ চিন। এই প্ৰীতি ঢোপাতে মৰহি নগৈ বয়সৰ লগে লগে কবিত্ব শক্তি ক্ৰমাৎ উজ্জ্বল হৈ কালত পাহ মেলি অসম সাহিত্য ফুলনিৰ যেন সৌৰভ বঢ়ায় এয়ে আশা। মোৰ বিশেষ কবলৈ একো নাই, মাথোন— আধা ফুলা ফুলকলি বতাহত হালি জালি

ফুলৰেই ফুলনি ভৰক।

সেউজীয়া অন্তৰৰ সুকোমলভাব ৰাশি

নিতে নিতে উজলি উঠক।। ●●

# 20th Century

1914 (১৯১৪) যুদ্ধৰ পাছত মানুহৰ মনত এটা অৱসাদ, ধৰ্ম্মৰ লগত বিজ্ঞানৰ বিৰোধ, ইয়াত প্ৰাচীন ধৰ্ম্ম বিশ্বাস আৰু অভ্যাস বহুত পৰিমাণে কমিল আৰু আচাৰ ব্যৱহাৰৰ পৰিবৰ্ত্তন ঘটিল। সাহিত্য পদ্য ছন্দৰ বান্ধোনত থাকিবলৈ নিবিচাৰিলে, ফল Free Lance - উপন্যাসত সামাজিক সমস্যাৰ আবিৰ্ভাৱ, বিশ্লেষণ আৰু আলোচনা। সাধাৰণ মানুহৰ বাহিৰৰ জীৱন আৰু তাৰ সুখ দুখতেই সীমাবদ্ধ নহৈ তাৰ মনৰ ভিতৰত যি ভাৱৰাশি এতিয়ালৈকে অজ্ঞাত বা মগ্ন চৈতন্যত লুকাই আছে সেই বিলাক প্ৰকাশ কৰিবৰ আগ্ৰহ। মানুহৰ বাহিৰৰ সুখ দুখৰ পৰা তেওঁলোকৰ অন্তৰৰ আনন্দ বেথা। আত্মাৰ ৰহস্যৰ ফালে মানুহৰ আগ্ৰহ বেচি বাঢ়িছে।

# কেতেকী

*(অপ্ৰকাশিত হাতেলিখা অৱস্থাত থকা)*

মানুহে প্ৰকৃতিৰ পৰা আঁতৰি আহি কেনেকৈ নিজকে হেৰুৱাই পেলাইছে তাকে "কেতেকী" কথা কবিতাৰ মাজেদি ফুটাই তুলিবলৈ যত্ন কৰিছো। এই বিনন্দীয়া সংসাৰত আন সকলো জীৱ-জন্তুৱে প্ৰকৃতিৰ সহজ সৰল পৰিবেশৰ মাজত নিজক সামৰি ৰাখি মৰতত সৰগ জিলিকাই ধৰিছে। তেওঁলোকৰ জীৱনৰ ধাৰা সৰলতাৰে ভৰপূৰ, তাত স্বাৰ্থপৰ ভাব নাই। মানুহে কিন্তু প্ৰকৃতিৰ পৰা আঁতৰি আহি এটা কৃত্ৰিম জীৱন যাপন কৰিছে; তেওঁলোকে লোকৰ সুখ দুখৰ প্ৰতি আওকণীয়া হৈ নিজক লৈ আপোন পাহৰা হৈ আছে।। সেই কাৰণেই মানুহৰ মনৰ পৰা দয়া, মৰম, সহানুভূতি লাহে লাহে আঁতৰি পৰিছে। এফালে কেতেকীৰ সহানুভূতি, নিজৰ দেহা পাত কৰিও আনৰ সুখৰ পথ সুগম কৰাৰ ধাউতিৰ লগত ৰাজকোঁৱৰৰ অকৃতজ্ঞ আৰু হৃদয়হীন আচৰণ তুলনা কৰিলেই এই দুটা মানসিক ধাৰা বুজিবলৈ সহজ হব। কেতেকী চৰাইটিয়ে ৰাজকোঁৱৰে মন মাৰি থকা দেখি সুধিলে তেওঁৰ দুখৰ কাৰণ কি? তেওঁৰ বিষাদ সনা মুখ দেখি কেতেকী থিৰেৰে থাকিব নোৱাৰি ছাটিফুটি কৰি কোঁৱৰৰ কাষলৈ বাৰে বাৰে আহি কোঁৱৰৰ দুখৰ লাঘব কৰিবলৈ কিবা উপায় আছেনে কি বুলি কুটুৰিয়াই, কুটৰিয়াই সুধিবলৈ ধৰিলে। কেতেকীৰ এই স্বভাৱ প্ৰকৃতিৰ মাজত থকাৰ কাৰণে বিকশিত হব পাৰিছে। প্ৰকৃতিৰ মাজত থাকিলে একে সুখৰ জাননীত সকলো একেলগে পুলকিত হব, আৰৌ দুখৰ বেলিকাও প্ৰকৃতিৰ বুকুৰ পৰা উঠা দুখৰ হুমুনীয়াহতো সকলো একেলগে কপি উঠে। প্ৰকৃতিৰ লগত সকলো প্ৰাণীৰে সুখ, দুখ, সহানুভূতিৰ তাঁৰ কেইডাল একেটি সুৰতেই বন্ধাৰ কাৰণেই, তাৰ এঠাইৰ এটি আনন্দৰ হাঁহি বা কৰুণ বিননীয়ে সকলোৰে অন্তৰত সমানে ছুই গৈ একেটি কপঁনি তুলিব পাৰে।

কেতেকীয়ে ৰাজকুঁৱৰীক জীয়াবলৈ নিজৰ প্ৰাণ দিবলৈকো কুণ্ঠাবোধ নকৰিলে। নিজৰ বুকুৰ তেজ দি তাৰ উমেৰে অকালতে শুই থকা কেতেকী জোপাক জগাই তুলিলে। কেতেকীৰ এই অন্তৰৰ উম, প্ৰেম তাৰ মৰম চেনেহৰ প্ৰতীক। কেতেকীৰ গীতত অকালতে বসন্ত আহি সমগ্ৰ প্ৰকৃতিক সজাগ কৰি গ'ল, কেতেকীৰ আত্মত্যাগ আৰু কষ্টৰ মাজেদি ফুলি উঠিল সুৰভি ভৰা কেতেকী ফুল। এই আনন্দত প্ৰকৃতিৰ সকলোৱে ভাগ ললে। আনচাৰি সক· যাৰে নিষ্ঠুৰ আখ্যা দিয়া সাপটিৱেও গাঁতৰ পৰা ওলাই এই আনন্দৰ সমাৰোহত যোগ দিলে।

ইফালে কোঁৱৰে কি কৰিলে? কেতেকী চৰাইৰ ইমান সদ্ভাৱ, মৰম, চেনেহৰ প্ৰতিদান, একণি কৃতজ্ঞতাৰো চিন দেখুৱাবলৈকো তেওঁ পাহৰি পেলালে। কথা আছিল

কেতেকী চৰাইটিৰ বুকুৰ তেজেৰে উমোৱা শৰীৰটি ঢলি পৰিলে কোঁৱৰে তেওঁক আলফুলকৈ আনি বুকুত সোমাই নিজৰ উশাহেৰে জীৱন দিব। কিন্তু তেওঁ ইমানেই স্বাৰ্থপৰ যে কেতেকী চৰাইৰ মৃতপ্ৰায় অৱস্থাতো তেওঁৰ কথা একেবাৰে পাহৰি পেলালে। কোঁৱৰে কেৱল ভাবিলে নিজৰ সুখৰ কথা, তেওঁৰ কুঁৱৰীৰ কথা, কিন্তু যিজনে কুঁৱৰীৰ জীৱনৰ সলনি নিজৰ জীৱন উচৰ্গা কৰিবলৈ ওলালে, তেওঁক তাতে মৰিবলৈ থৈ লৰ মাৰিলে। ইয়াতকৈ হৃদয়হীনতাৰ কথানো কি থাকিব পাৰে?

কেতেকী চৰাইৰ মৃত্যুত সকলো ম্ৰিয়মাণ হ'ল। সমগ্ৰ প্ৰকৃতিয়ে চকুলো টুকিলে, কোৱৰৰ অকৃতজ্ঞতাত নিষ্ঠুৰ সাপৰো বেয়া লাগিল। সিও ফোঁচ্ফোঁচাই উঠি কোঁৱৰৰ নৃশংসতাৰ প্ৰতিবাদ জনালে।

প্ৰকৃতিৰ পবিত্ৰ কোলাত শান্তি নিবিচাৰি মানুহে আজি নিজকে নিজে কিমান তললৈ নিছে তাকে এটি প্ৰতীকৰ সহায়েৰে ইয়াত ফুটাই তুলিবলৈ চেষ্টা কৰিছিলো। ই এটি সুখৰ হুমুনীয়াহ - আমাৰ নিজে গঢ়া স্বাৰ্থপৰতাৰ বেহুত ওলাব নোৱাৰাকৈ সোমাই আমি নিজক কিমান প্ৰেম, ভালপোৱা - সৰলসহৃদয়তা আৰু সহানুভূতি আদি স্বৰ্গীয় বিভৱৰ পৰা বঞ্চিত কৰিছোঁ তাক দেখুৱাইছো। এই কথা কবিতাটিত চেষ্টা কৰিছো আৰু প্ৰকাশ কৰিব খুজিছোঁ সৰগ সুখৰ উহ ক'ত? প্ৰকৃতিৰ ৰাজ্যলৈ আমি আকৌ গলেহে সুখ শান্তিৰ অমিয়া পাব পাৰিম।

শেহত কবি Wordsworth ৰ ভাষাৰে কওঁ -

If this belief be heaven from sent
If such be Narure's holy plan
Have I not reason to lament
What man has made of man.



Brownings robust optimism.

The year's at the spring.
And day's at morn.
Morning is at seven.
The hill side's dew pearled;
The dark is on the wing,
The snail is on the thorn
God's in heaven
All's right with the world!

# Farce and Comedy

ইংৰাজীত Farce বুলিলে Low Comedy অৰ্থতে ব্যৱহাৰ হয়। Farce ত অস্বাভাৱিক পৰিস্থিতিৰ উদ্ভৱ কৰি হাস্য ৰসৰ সৃষ্টি কৰা হয়। সামঞ্জস্যহীন কথা-বতৰা; পুৰণি অৰ্থহীন হাস্যাত্মক ৰীতি-নীতি; বিশ্বাস আদিয়ে Farce বা প্ৰহসনত ঠাই পায়। Farce কোনো নাটকৰ এটা ভিতৰুৱা অংশ হ'ব পাৰে।

Comedy ত এটা দৃঢ় আখ্যান ভাগ থাকে। Farce ৰ আখ্যান ভাগ সিমান পৰিণত নহলেও হয়। Comedy ত সৰু সৰু ভুল-ভ্ৰান্তি কিছুমানেই বিৰাট হয়গৈ আৰু পৰিণতিত সেই ভুল-ভ্ৰান্তি নিৰ্মূল হোৱাত বিমল হাঁহিৰ ঢৌ উঠে। ভুলৰ ফলত হোৱা অস্বস্তিকৰ পৰিস্থিতিয়ে প্ৰথমৰ পৰা নাটকখন চালিত কৰে। Comedy এখন পূৰ্ণাঙ্গ নাটক হ'ব লাগিব। নাটকীয় সকলো গুণ তাত থাকিব লাগিব।

. বেজবৰুৱাৰ ধেমেলীয়া নাট্যাৱলীত নাটক বিলাকক একোটা নিৰ্দ্দিষ্ট শ্ৰেণীত পেলাব নোৱাৰি। তাৰে এখন হয়তো ফুচুকী বা Burlesque জাতীয়, আন এখনত হয়তো সকলো ৰকমৰ নাট্যৰূপ মিহলি হৈ আছে, আকৌ হয়তো এখন পূৰ্ণাঙ্গ Farce। নাট হিচাপে পূৰ্ণাঙ্গ ধেমেলীয়া নাট বেজবৰুৱাৰ লিটিকাই খনকে বুলিব পাৰি। যদিও পুৰণি সাধুকথা এটাকে লৈ ইয়াত হাঁহিৰ সৃষ্টি কৰিছে তথাপি ইয়াত নাটকীয় ভাগবোৰ আছে। 'লিটিকাই' ছজন ভাই-ককাইৰ অস্বাভাৱিক কাৰ্য্য কলাপেৰে ইয়াত হাস্য ৰসৰ সৃষ্টি কৰিছে। সিহঁতৰ মূৰ্খামিয়ে দৰ্শকক হঁহুৱায়। লিটিকাই কেইটাই খৰিৰ বোজা থোৱাৰ ঠাই বিচাৰি নেপাই দেউৰামৰ মাক সুভদ্ৰা বুঢ়ীয়ে খঙতে মোৰ মূৰতে থ, বুলি কোৱাত - যেই কথা সেই কাম কৰাত বুঢ়ী ঠিতাতে মৰিল। সুভদ্ৰা বুঢ়ীৰ মৃত্যুৱেও দুখতকৈ

হাঁহিৰ হে সৃষ্টি কৰে। সিহঁতৰ পানী বুলি পকা-চপৰানিত সাতোঁৰা, কাঠক ঘৰিয়াল কল্পনা কৰা আদি অদ্ভুত অস্বাভাৱিক কাৰ্য্যই হাঁহিহে তোলে। সেই হাঁহিত কোনো অনুকম্পাও নাই। Farce অৰ হাঁহি তোলা উপায়বোৰ মাৰ্জ্জিতও নহয় - grossness আৰু vulgar ভাব প্ৰকাশেৰেও বহু সময়ত হাঁহিৰ উদ্ৰেক কৰে।

'পাচনী'ত ঢেকিঠোৰা লৈ আলহী খেদা অস্বাভাৱিক দৃশ্য এটাৰ অৱতাৰণা কৰি দৰ্শকৰ হাঁহি তুলিছে। পাচনীয়নীৰ আলহী খেদোৱা উপায়ৰ অভিনৱতাৰ মাজত আতঙ্ক সৃষ্টি কৰাৰ ক্ষমতাই আলহীক খেদাইছে - লগে লগে পাঠক দৰ্শকক হহঁৱাইছে। 'নোমল' নাটক খনো আন কিখনৰ দৰে "নহৱৰ হ'ল", "নেমেল" সাধুটোৰ নাট্যৰূপ। হোজা নাহৰফুটুকাৰ প্ৰতি কথাতে মনক 'জিজ্ঞাস' কৰি চোৱা 'টভক মাৰি' ভৱা আদিয়ে হাঁহিৰ লহৰ তোলে। অস্বাভাৱিক অৱস্থা কেতবোৰৰ মাজেৰে নাহৰফুটুকাক লৰালে বুলি অনাৰ নাম লিখকে পাহৰাই দিছে। সদাগৰৰ আগত 'নেমেল' বুলি মাৰ খাই, নহৱৰ হ'ল বুলি নগৰ বৰুৱাৰ গটা খাই যি অৱস্থা হৈছে সি হাঁহিহে তোলে।

Farce অত সমসাময়িক সমাজৰ ৰীতি-নীতি বোৰৰ প্ৰতি ব্যঙ্গও আছে। নোমল নাটকৰ সত্ৰৰ সত্ৰাধিকাৰ, ৰাজমেধি আৰু এবুৰি ভালৰি বোলোৱা পাৰিবদে আজিকালি সত্ৰবোৰত সোমোৱা অনীতিমূলক কাৰ্য্যবোৰ দেখুৱাইছে আৰু সাধুৰামৰ মুখেৰে নাট্যকাৰে নিজৰ মতামত প্ৰকাশ কৰিছে। সত্ৰত শিচক জেকা মাটিত বহৱা, বিনা বিচাৰে বা অন্যায় বিচাৰেৰে লটিঘটি কৰা আদি কাৰ্য্যবোৰ দেখুৱাই এফালে সত্ৰৰ অনীতিবোৰৰ নিন্দা কৰিছে আনহাতে সংস্কাৰৰ ইঙ্গিত দিছে। বিজতৰীয়া মনোভাৱৰ নিন্দা কৰি ভুল গীত ৰচা - "মইনা সুৰীয়া বাজন বাজে কিয়া, আৰে নন্দ আইল নন্দ আইল নন্দ আইল হৰা" আৰু তাকে শলাগি পাৰিবদ বৰ্গই মূৰ দুপিয়াই চকু মুদি "সুন্দৰ" "সুন্দৰ" "চমৎকাৰ-চমৎকাৰ" আদি মন্তব্য দিয়াত হাঁহিৰো উদ্ভৱ হৈছে।

বেজবৰুৱাই ধেমেলীয়া নাটক কেইখনত ভাষাৰ অদ্ভুত প্ৰয়োগ কৰি, গাৱঁলীয়া সৰলতা, বিশ্বাস আদিৰ হাস্যাত্মক ফল আদি দেখুৱাই ভুল উদ্ধৃতি আদি ভাষাগত ভুলেৰে হাঁহি তুলিছে।

চিকৰ পতি-নিকৰ পতিত ৰংদে আৰু চিকৰপতিৰ অমাৰ্জ্জিত প্ৰেম লীলাই হাঁহিৰ ৰোল তুলিছে। সেই দুটি চৰিত্ৰ অতি বিচিত্ৰ - এটি কাণকটা; এটি চোৰ।

*****

# জীৱনৰ সাতোঁৰ

সহায় সাৰথি বিহীন হৈ দুখ বেজাৰত অকলে অকলে এনি তেনি ঘূৰি ফুৰি জাগৰত লাল কাম হৈ আবেলি বেলিকা এজোপা অশোক গছৰ তলতে আউজি বহিলোঁ, ঠাই ডোখৰ মোৰ বৰ ভাল লাগিল— আম গছ, বুকুল গছ আৰু আন কেবা জোপা মান গছে ঠাই ডোখৰক ছাঁৰে শীতল কৰি ৰাখিছে। তলৰ দুবৰি খিনিও ঘন ঘন কৈ গজি ঠিক যেন এখনি দলিচা পাৰি থোৱাৰ দৰে হৈছে। মাজে মাজে অলপ বতাহো বলিছে। কেতিয়াবা যে টোপনি আহিল মই কবই নোৱাৰিলো। দেখিলো মই যেন এখন নৈৰ পাৰৰ ঘাঁহনিত শুই আছোঁ— লাহে লাহে দেখোন মোৰ জীৱটো দেহাৰ পৰা উলাই গৈ নৈ পাৰত কিবা এটা বিচাৰি খপ জপাই ফুৰিছে। এবাৰ কৰবাৰ পৰা খাগৰি এডাল আনি খুপি খুপি নৈৰ খন পাৰ হব খুজিছিল— তেনেতে খাগৰি ডাল ভাগি থাকিল। তাৰ পাছত আকৌ কৰবাৰ পৰা এডাল জোং আনি নৈৰ খন পাৰ হব খুজিছিল— অলপ মান গৈ পানীৰ মাজ পাওঁতেই সেই ডাল বোকাত সোমাই লাগি ধৰাত টানি উলিয়াবলৈ যাওঁতে উফাল খাই আহি কেনিবাদি পাৰত পৰিলহি— তাৰ অলপ পাছত এডোখৰ কাঠ উটি অহা দেখি ধৰি আনি তাত হাতেৰে ভেজা দি পাৰ হ'ব খুজিলে— অলপ মান ধৰি যাওঁতেই সেই কাঠডোখৰো হাতৰ পৰা আঁতৰি সোঁতত উটি গ'ল। তেতিয়া নিৰুপায় হৈ ইফালে সিফালে চাবলৈ ধৰিলে— কোনোবাই যেন কেনিবাদি মাত লগালে নিজৰ বাউসীৰ বলেৰে সাঁতুৰি আঁহা"— দুবাৰ মান আন ৰকমে চেষ্টা কৰি বিফল হৈ শেহত নিজৰ বাউসীৰে সোঁতত পৰি দি সিপাৰ পালোগৈ- তেনেতে মই সাৰ পালোঁ। বৰ ভাল লাগিল— প্ৰাণত এটা নতুন উছাহ আহিল, মনৰ পৰা দুখ বেজাৰ গ্লানি সকলো আঁতৰি গল। লাহে লাহে ঘৰমুৱা বেলি মাৰ গৈছে কিন্তু তাৰ হেঙুলি আভাই পশ্চিম আকাশ এতিয়াও ৰাঙলী কৰি থৈছে।

কাৰ্ণে কলেজ আলোচনী, কাৰ্ণে কলেজ ৫ম বাৰ্ষিকী সংখ্যা, ১৮৭৩ শক

# নিয়তিৰ পৰাজয়

মৃত্যুৱেই জীৱনৰ দুৱাৰ। কোনে কয় মৰণতেই সকলো শেষ– যোৱা জন আৰু দুনাই নাহে?– হয়তো নশ্বৰ দেহা বিলীন হৈ যায়– কিন্তু আছে, যোৱা যেশেৰে নহয়, নতুন হৈ নতুন পোহৰ সকলোৰে মাজত বিলাই, থকা সকলক নিষ্প্ৰভ জ্যোতিহীন কৰি তোলে। সেই ৰূপৰ পৰিবৰ্তন নাই,– পুৱা সূৰ্য্যৰ কিৰণৰ দৰে সদায় সুন্দৰ– অন্তৰত সদায় নতুন আশাৰ, নতুন উছাহৰ জেউতি জিলিকাই দিয়ে। যি সকলো দেশৰ কাৰণে, দহৰ কাৰণে জীৱন উৎসৰ্গ কৰে সেই সকলোটিয়েই বীৰ– বীৰৰ মৃত্যুত বেজাৰ নাই– বেজাৰ মাথো এইখিনিতেই যি দেশত বীৰ নোপজে আৰু প্ৰাণ এৰিব নেজানে। জীৱনৰ সলিল সমাধিৰ লগে লগে জীৱন শেষ নহল। আগতে হয়তো এচমকা পৃথিৱীৰ কোনো চুবুৰী এটাত নিজৰ মাজতেই আৱদ্ধ আছিল– এতিয়া শতদলৰ দৰে শতৰূপে বিকশিতহৈ সকলোৰে অন্তৰত জিলিকি আছে। এই জীৱন্ত স্মৃতি, সময়ে মোলান পেলাব নোৱাৰে– লুইতে উটাব নোৱাৰে-- নিয়তিয়ে নুমাব নোৱাৰে। ইয়াতেই নিয়তিৰ পৰাজয়।

"O death where is thy sting?

O grave where is thy victory?"

শহীদ তৰ্পণ

(জীৱন ফুকনৰ মৃত্যুত প্ৰকাশ কৰা স্মৰণিকাত প্ৰকাশ)

# টোকা

অৰুন্ধতী ঃ-

কাৰ্দম মুনিৰ জীয়েক মাক দেৱহুতি আৰু বশিষ্ঠ মুনিৰ ঘৈনীয়েক। এখেত পতিব্ৰতা আৰু সাধ্বী তিৰোতা আছিল। এখেতৰ প্ৰেমত অকনো স্বাৰ্থৰ গোন্ধ নাছিল। পতিব্ৰতাৰ ধৰ্ম্মৰ ফলতেই এখেত জগতত সকলো তিৰোতাৰ ভিতৰত বৰেণ্যা হৈছিল। স্বামীৰ সৈতে সাংসাৰিক জীৱন শেষ হোৱাত স্বামী বশিষ্ঠৰ লগত নক্ষত্ৰ লোকলৈ গমন কৰে– নিমিত্ত নিদান পুথিত লিখা আছে —নক্ষত্ৰ লোকৰ সপ্তৰ্ষি মণ্ডলৰ মাজত অৰুন্ধতীৰ উদয় হয় আৰু যাৰ পৰমায়ু শেষ হয় তেওঁ সেই নক্ষত্ৰক দেখিবলৈ নাপায়। বিয়াৰ পিচত মন্ত্ৰ পাঠ কৰি ন-কন্যাক অৰুন্ধতী তৰা দেখুৱায়। তাৰ মানে এই যে অৰুন্ধতী যেনে কৈ পতিব্ৰতা তিৰোতা সকলৰ মাজত অগ্ৰগন্যা হৈছিল। —ন-কইনায়োযেন তেনেদৰে পতিব্ৰতা ফল ভোগ কৰে।

গাণ্ডীৱ ঃ- অৰ্জ্জুনৰ ধেনুৰ নাম। ব্ৰহ্মাই এই ধেনু নিৰ্ম্মাণ কৰি চন্দ্ৰক দান কৰে আৰু চন্দ্ৰয়ো বৰুণক দিয়ে। পিছত বৰুণে অগ্নিদেৱৰ প্ৰাৰ্থনামতে অৰ্জ্জুনক দিছিল। 'কাৰ্য্যেন সুমহৎ পাৰ্বো গাণ্ডীবেন কৰি ষ্যতি'।

'ধ্ৰুৱলোক ঃ- সত্যলোকৰ অন্তৰ্গত ধ্ৰুৱস্থান বিশেষ। লোক সাতোটা যেন ভূ- ভূৱঃ স্বঃ মহঃ জনঃ তপঃ সত্যঃ।

যথেস্ত্ৰানীঃ- হৰিহৰে স্বাহাচৈ বিভামসৌ ৰৌহি নেয় যথাচন্দ্ৰে দয়মন্তী যথা নলে যথা বৈশ্ৰবনে ভদ্ৰা বশিষ্ঠম্য অৰুন্ধতীযথা নাৰায়ণে লক্ষ্মী তথা ত্বং ভৱ উচিত।

# উপন্যাস

সংস্কৃত আলঙ্কাৰিক সকলে কথা বা আখ্যায়িকা সম্বন্ধে যি লক্ষণেই দি নাযাওক আৰু তাৰ ৰীতি ৰূপ যেনেকৈয়ে নাথাকক বৰ্ত্তমান অসমীয়া সাহিত্যলৈ উপন্যাসৰ অনুপ্ৰেৰণা সংস্কৃত সাহিত্যৰ পৰা অহা নাই। প্ৰাচীন বৈষ্ণৱ সাহিত্যতো উপন্যাসৰ উহ বিচাৰি পোৱা বৃথা। আমাৰ দেশত আজিকালি যি প্ৰকাৰৰ উপন্যাস লিখা হৈছে সি ইংৰাজী উপন্যাসৰহে অনুকৰণত। প্ৰকৃতপক্ষে কবলৈ গলে ই আমাৰ দেশৰ নিজ বস্তু নহয়। ইংৰাজী শিক্ষাৰ প্ৰচলনৰ লগে লগে আমাৰ সাহিত্যত ইংৰাজী সাহিত্যৰ যি প্ৰভাৱ পৰিল, তাৰ ফলতেই ইয়াৰ জন্ম হ'ল। আমাৰ পুৰণি সাহিত্যৰ মাজত উপাখ্যান থাকিলেও উপন্যাস বিচাৰি পোৱা নাযায়; কাৰণ আধুনিক সমাজেই ইয়াৰ জন্ম স্থান। আধুনিক সমাজৰ পৰিবৰ্ত্তনৰ লগত ই ওতঃপ্ৰোত ভাৱে জড়িত আছে। যি দিনৰ পৰাই মানুহৰ মনত গণতন্ত্ৰৰ ভাৱে পোন প্ৰথমেই ভুমুকি মাৰিলে সেই দিনাখনৰ পৰাই উপন্যাসৰ আৰম্ভ হ'ল বুলি ধৰিব পাৰি, কাৰণ, উপন্যাসৰ ভেঁটিয়েই গণতন্ত্ৰৰ মূল সূত্ৰ। অতীত বা মধ্য যুগত সমাজত মানুহ হিচাপে কোনো বেলেগ অস্তিত্ব নাছিল। সেই সময়ত তেওঁলোকে নিজক সমাজৰ কোনো শ্ৰেণীৰ বা ফৈদৰ উন্নতি অৱনতিতে নিজকে বিলোপ কৰি দিছিল। কিন্তু বৰ্ত্তমান যুগত মানুহে তেনেদৰে নিজৰ আত্মবিলোপ ইচ্ছা নকৰে, বৰঞ্চ সমাজৰ সকলো বান্ধোনৰ মুক্ত হৈ নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰাই তেওঁলোকৰ নিজৰ কাম্য বস্তু। এই আত্মবিকাশ আৰু আত্মমৰ্য্যদা বোধেই হৈছে উপন্যাসৰ প্ৰধান স্বৰূপ।

মানুহে চিৰকালেই কল্পনা প্ৰসূত কথা শুনিবলৈ ভাল পায়। সকলো যুগতে সকলো ঠাইত মানুহে জগতৰ অইন নৰ-নাৰীৰ আশা আকাঙ্খা সুখ-দুখ বিজড়িত জীৱনৰ বিচিত্ৰ কাহিনীবোৰ জানিবলৈ সদায় ইচ্ছা কৰে। এই ইচ্ছা আৰু আকাঙ্খাই সকলো যুগত সাহিত্য সৃষ্টিৰ মূলতে এটি ব্যাপক প্ৰেৰণা যোগাই আহিছে। প্ৰাচীন যুগৰ মহাকাব্য পুৰণা, চাগাৰ (saga) যুদ্ধ, বীৰত্ব আৰু প্ৰেমৰ বিচিত্ৰ কাহিনীৰ মূলতো এই প্ৰেৰণা যেনেদৰে আছিল, তাৰ পিচৰ যুগৰো কথা সাহিত্য, নাটক ৰোমাঞ্চ ইত্যাদিতো সেই প্ৰেৰণা ঠিক তেনেদৰেই আছিল। যুগ আৰু আনুষঙ্গিক সামাজিক পৰিবৰ্ত্তনৰ লগে লগে সাহিত্যত মাথোন ৰীতিহে পৰিবৰ্ত্তন হৈছে আৰু উপন্যাসকেই সাহিত্যৰ আধুনিক ৰূপ বুলি ধৰিব পাৰি।

উপন্যাসক ইংৰাজীত Novel বোলে। 'নভেল' কথাটো ইটালীয় Novella Storia অৰ্থাৎ নতুন ধৰণৰ সাধুকথাৰ পৰা আহিছে। এই নামেই ৰচনাৰ নতুন ৰীতিৰ

প্ৰচলনৰ সূচনা। এই চিৰন্তন প্ৰেৰণা, মনৰ আকাংক্ষা এই নতুন ৰচনা ৰীতিৰ মূলতো আছে। সাহিত্যৰ এই নতুন ৰূপ উপন্যাসেই সাধাৰণ মানুহৰ জীৱনৰ অন্তঃপুৰৰ বিচিত্ৰ অন্তৰঙ্গ কাহিনীবিলাক প্ৰকাশ কৰি শুনাইছে আৰু সাহিত্যৰ ভিতৰত এখন নতুন জগত আবিষ্কাৰ কৰিছে। আনকি প্ৰাচীন যুগৰ ৰজা মহাৰজাৰ উপাখ্যান আৰু মধ্যযুগৰ ৰোমাঞ্চ কাহিনী বিলাকতো এটি নতুন "মানবিকতাৰ"– Humanism ৰ উদ্বোধন কৰিছে। সাহিত্যই নৱ যুগৰ গণতান্ত্ৰিকতাৰ বাতৰি নতুন ৰূপত প্ৰকাশ কৰিছে।

বাস্তৱ জীৱনৰ আলম লৈ কল্পনাৰ সহায়ত যথাযোগ্য চৰিত্ৰ আৰু ঘটনাৰ সুচাৰুৰূপে সমাৱেশ কৰি এখনি পট তুলি ধৰাই হৈছে– উপন্যাসৰ কাম। সাধাৰণতে আমি উপন্যাসত এই কেইটা আৱশ্যকীয় অঙ্গ দেখিবলৈ পাওঁ, যেনে, ঘটনা, চৰিত্ৰ, কথোপকথন, কাৰ্য্যৰ স্থান আৰু সমল, আৰু লগে লগে লিখকৰ ৰচনাৰীতি আৰু জীৱন তত্ত্বৰ (Philosophy of life) আভাস। পোন প্ৰথমেই উপন্যাসে ঘটনা আৰু কাৰ্য্যৰ সূচনা জনায়। যি সকল নৰ-নাৰীৰ মাজেদি সেই কাৰ্য্য আৰু ঘটনাৰ প্ৰকাশ পায় তেওঁলোকেই হৈছে উপন্যাসৰ চৰিত্ৰ। চৰিত্ৰ অঙ্কনেই উপন্যাস সৃষ্টিৰে আগভাগ অধিকাৰ কৰে। ফলত চৰিত্ৰ বিলাকত মানৱোচিত দয়া, ধৰ্ম্ম, স্নেহ, প্ৰেম, আৱেগ অনুভূতি ইত্যাদি গুণ বিলাক আৰোপ কৰি– তেওঁলোকক বাস্তৱ জগতৰ তেজ মঙহেৰে গঢ়া মানুহ কৰি তোলাই উপন্যাস লিখকৰ প্ৰধান কাম। ইয়াৰ ওপৰতেই তেওঁলোকৰ কৃতিত্ব আৰু উপন্যাসৰ সফল্য বহুতখিনি নিৰ্ভৰ কৰে। এই চৰিত্ৰ বিলাকৰ কথাবাৰ্ত্তাই হৈছে উপন্যাসৰ কথোপকথন। এই কথাবাৰ্ত্তাই ঘটনাক বৰ্ত্তাল আৰু চৰিত্ৰক সজীব কৰি তেওঁলোকৰ আত্মপ্ৰসাৰ আৰু আত্ম-পৰিচয়ৰ সুযোগ দিয়া, আৰু ইয়েই তেওঁলোকৰ ভৱিষ্যত কাৰ্য্য প্ৰণালী বেচি ৰকমে সূচাই দিয়ে। তাৰ পাচত যি ঠাইত যি সময়ত যিবিলাক ঘটনা ঘটে, সেইয়ে কাৰ্য্যৰ স্থান আৰু সময়। লিখকৰ ৰচনাৰ ৰীতিও উপন্যাসৰ এটি প্ৰধান অঙ্গ। ইয়াৰ কৌশলেৰেই পাঠকৰ মন লিখকৰ ৰচনাৰ ফালে আকৰ্ষণ কৰিব পাৰে। ৰচনাৰ ভঙ্গীতেই মানৱ জীৱনৰ একো একোটি বিশিষ্ট ৰূপ, লিখকৰ জ্ঞাত বা অজ্ঞাতসাৰে ব্যক্ত হৈ পৰে। প্ৰত্যেক মানুহৰেই জীৱন সম্বন্ধে একো একোটি স্বতন্ত্ৰ দৃষ্টি ভঙ্গী (outlook) আছে আৰু তেওঁৰ ৰচনাত ই পৰিস্ফুট ভাৱে ওলাই পৰে। এইয়ে হৈছে লিখকৰ জীৱনতত্ত্বৰ আভাস। সকলোৰে চিন্তা আৰু দৃষ্টি ভঙ্গী বেলেগ হলেও জীৱনৰ সমস্যা পূৰণ, আৱেগ আৰু অনুভূতি প্ৰকাশিত সকলোৰে মাজতে শেহত এটি ঐক্যভাব দেখা যায়। সকলোবিলাক উপন্যাসতেই এই দুয়োৰো কম বা বেছি ৰকমে আলোচনা পোৱা যায়।

উপন্যাসৰ লগে লগেই ৰোমাঞ্চ নামেৰে আৰু এবিধ কথা সাহিত্যৰ সৃষ্টি হৈছে। বাস্তৱতাৰ কম-বেছিৰ ওপৰতেই উপন্যাস আৰু ৰোমাঞ্চৰ প্ৰভেদ নিৰ্ভৰ কৰে। সমসাময়িক সমাজ আৰু পাৰিবাৰিক জীৱনৰ চিত্ৰ আঁকাই হৈছে উপন্যাসৰ প্ৰধান

কাম। সত্য পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ ইয়াৰ প্ৰধান গুণ। অসাধাৰণক যিমান পৰা যায় ইয়াৰ দুৱাৰ দলিৰ পৰা বাহিৰত ৰখোৱা হয়। কিন্তু ৰোমান্সে জীৱনৰ সহজ ধাৰাক অসাধাৰণ উচ্ছ্বাস আৰু গৌৰৱকেহে বেচি ওখ আসন দিয়ে। এজন সমালোচকে উপন্যাস আৰু ৰোমান্সৰ প্ৰভেদ দেখুৱাওঁতে কৈছে-

"That prose fiction which deals realistically with actual life is called ........the novel. That prose fiction which deals with life in a false or fantastic manner or represents it in the setting of strange, improbable or impossible adventures or idealies the virture, the vices of the human nature is called romance" (Cross) জীৱনৰ বীৰোচিত গুণৰ বিকাশ, মনৰ প্ৰেবল আবেগ জীৱনৰ নানা ৰহস্যৰ সমাবেশেই হৈছে ৰোমান্সৰ প্ৰকৃত বিষয়বস্তু। অতি চিনাকি বৰ্ত্তমানতকৈ কুঁৱলীৰে ঢকা অতীতৰ ফালেহে ৰোমান্সৰ স্বাভাৱিক ধাউতি। অতীতৰ আকাশ বতাহৰ মাজত সৰু সৰু পাতল শুকলা ডাৱৰৰ দৰে যি ৰোৰ অতি কবিত্বময় কল্পনা উৰি ফুৰে সেই ৰোৰৰে একো একোখনি সুন্দৰ পট আঁকিবলৈ ৰোমান্সে চেষ্টা কৰে। বৰ্ত্তমান যুগত উপন্যাস আৰু ৰোমান্সৰ প্ৰভেদ বহুত পৰিমাণে কমি আহিছে; আৰু দুয়ো দুয়োৰে ফালে এনেৰকমে ঢাল খাইছে যে প্ৰভেদৰ সূক্ষ্ম সীমা ৰেখাডাল লাহে লাহে নেদেখাৰ দৰে হৈ পৰিছে- ৰোমান্সেও বাস্তৱতাৰ মন্ত্ৰেৰে অনুপ্ৰাণিত হৈ সত্যৰ কঠোৰ সংযমক স্বীকাৰ কৰি গৈছে আৰু উপন্যাসেও জীৱনক খলক লগোৱা অদমনীয় প্ৰবৃত্তি বিলাকৰ ৰহস্যময় সত্যক প্ৰকাশ কৰোতে অলপ অসাধাৰণৰ ছাঁ পেলাবলগীয়া হৈছে।

উপন্যাসবিলাক সাধাৰণতে তিনি ধৰণেৰে প্ৰকাশ কৰিব পাৰি। প্ৰথমতে উপখ্যান। ইয়াত লিখকে নিজকে বাহিৰত থৈ সাধু কথাৰ দৰে সহজ সুৰলা ভাষাৰে ঘটনাটো বৰ্ণাই যায়। ইয়াত বেলেগ বেলেগ চৰিত্ৰৰ সৃষ্টি বা মনোভাৱ বিশ্লেষণৰ ঠাই নাই। ঘটনা প্ৰকাশৰ বাবে যি কেইটা চৰিত্ৰৰ প্ৰয়োজন সেয়ে তেওঁৰ পক্ষে যথেষ্ট; তাৰ বাহিৰে আনফালে মন দিবৰ তেওঁৰ সময়ো নাই আৰু সকামো নাই। লিখকে আৰু তাৰ পাচে পাচে পাঠকেও ঘটনাবোৰ অনুসৰণ কৰি মাথোন গৈ থাকে। অসমীয়া উপন্যাস প্ৰায় খিনিয়েই এই শ্ৰেণীৰ ভিতৰতে পৰে। দ্বিতীয় বিধ হৈছে আত্ম-জীৱনীমূলক। ইয়াত লিখকে নিজক নায়ক বা নায়িকাৰ লগত মিলাই দি কল্পনা প্ৰসূত কাহিনীবোৰ আত্মজীৱনীৰ দৰে বৰ্ণনা কৰে। লিখকে সাধাৰণতে ইয়াক উত্তম পুৰুষত লিখে আৰু আন আন ৰচনাভঙ্গীৰ কৌশলেৰে আন আন পাৰিপাৰ্শ্বিক চৰিত্ৰবিলাকৰ মনোভাব বিলাক বিশ্লেষণ কৰি দেখুৱাই যায়। ইংৰাজী ভাষাত Robinson Crusoe, Vicar of Wakelfield, David Copperfield ধৰণৰ উপন্যাসবিলাক এই শ্ৰেণীত পৰে। তৃতীয় বিধ হৈছে চিঠি পত্ৰ, দলিল ইত্যাদিৰে

কাৰ্য্য কৌশলবোৰ প্ৰকাশ কৰে। এই চিঠি পত্ৰ বিলাকৰ দ্বাৰা চৰিত্ৰবিলাকে নিজ নিজ ভাব ব্যক্ত কৰে। ইয়াৰ চৰিত্ৰবিলাকৰ কামবোৰ বেচি ৰকমে প্ৰকাশ নাপায়। সমসাময়িক ঘটনাৰ আলোচনা এনেবিধ সাহিত্যত বিশেষ উপযোগী আৰু বেছি ৰকমে উপাদেয় হয়। ইংৰাজী সাহিত্যত এনেকুৱা কেবাখনো আছে আৰু বৰ্ত্তমান যুগৰ detective fiction বিলাকত এনেধৰণৰ প্ৰচলন দেখা যায়। ইয়াৰ পত্ৰাদিৰ সহায়ত পাঠকে ঘটনাৰ শৃংসূত্ৰৰ উহ বিচাৰি গৈ থাকে।

বহুত সমালোচকে সামাজিক উপন্যাসৰ আগতে বুৰঞ্জীমূলক উপন্যাসৰ সৃষ্টি হৈছিল বুলি মত প্ৰকাশ কৰে। প্ৰাচীন সাহিত্যত যেনেকৈ দেৱ-দেৱীৰ আলম লৈ উপন্যাস ৰচিত হৈছিল তেনেকৈয়ে বুৰঞ্জীৰ দুটা চাৰিটা ঘটনা লৈ কল্পনাৰ ৰহন সানি এবিধ কথা সাহিত্যৰ সৃষ্টি কৰিছিল। ইয়াত সত্য আৰু কল্পনাৰ সাধাৰণৰ অদ্ভুত সংমিশ্ৰণৰ ফলত বাস্তব জীৱনৰ লগত যোগাযোগ ইমান কম যে ইয়াক বুৰঞ্জীও বুলিব নোৱাৰি উপন্যাসো বুলিব নোৱাৰি। বুৰঞ্জীৰ প্ৰকৃত ঘটনাৰ বহল ক্ষেত্ৰৰ মাজতো মানুহে একো একোখনি কল্পনাময় অবাস্তব ৰাজ্য সৃষ্টি কৰি তাত মুকলি মনৰে ঘূৰি ফুৰিছিল আৰু তাৰ ফলত পোণতে এনেবিধ সাহিত্যৰ জন্ম হৈছিল। ইয়াকেই বুৰঞ্জীমূলক উপন্যাসৰ সূত্ৰপাত বুলি ধৰিব পাৰি। তেতিয়ালৈকে বাস্তৱৰ সূক্ষ্ম পৰ্য্যবেক্ষণৰ শক্তি উপন্যাস ৰচনাত বিকাশ হোৱা নাছিল। আমাৰ নিজা সাহিত্যত বুৰঞ্জীমূলক উপন্যাস হোৱাৰ আৰু এটা কাৰণ আছে। "জোনাকী" যুগৰ লিখক সকলে যেতিয়া উপন্যাসৰ ফালে মন মেলিলে তেতিয়া ওচৰৰ বঙ্গ সাহিত্যত উপনাস, ঐতিহাসিক আৰু সামাজিক, বহুত আগবাঢ়ি গ'ল। তেওঁলোকৰো এই উপন্যাস বিলাক বিশেষকৈ বুৰঞ্জী মূলক ইংৰাজীৰ আদৰ্শত ৰচিত আৰু তাৰ প্ৰভাৱেৰে কম বেছি ৰকমে প্ৰভাৱান্বিত হৈছিল, আমাৰ লিখকসকলে তেতিয়া আমাৰ সমাজৰ ফালে চকু দি দেখিলে যে ৰাজনৈতিক পৰিবৰ্ত্তনৰ ফলত আমাৰ সমাজ জুৰুলা-জুপুৰা, পয়াঁলগা আৰু কথমপি থৰক বৰককৈ উঠিব পৰা। কাজে কাজে আমাৰ সমাজক তেওঁলোকে উপন্যাসৰ উপযুক্ত ক্ষেত্ৰ বুলি বিবেচনা নকৰিলে। ইফালে আমাৰ উপন্যাস লিখিবৰ উপযোগী বিস্তৰ ঐতিহাসিক ঘটনা পৰি আছে। সেই দেখি তেওঁলোকে ইংৰাজী উপন্যাস লিখক Scott আৰু বঙ্গদেশৰ বঙ্কিম আৰু ৰমেশ চন্দ্ৰৰ আৰ্হিত যথাসম্ভৱ অসমীয়া ঠাচেৰে উপন্যাস ৰচনাত লাগি গল। ফলত সাহিত্যৰথী লক্ষীনাথ বেজবৰুৱা ডাঙৰীয়াৰ "পদুম কুঁৱৰী", গোহাঞিঃ বৰুৱাৰ "লাহৰী", "ভানুমতী", স্বৰ্গীয় বৰদলৈৰ ডাঙৰীয়াৰ উপন্যাস ৰাজি আমাৰ ভাষাত প্ৰকাশ হ'ল। স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াই আমাৰ ভাষাত কেবাখনো বুৰঞ্জীমূলক উপন্যাস দি থৈ গৈছে। ক'বলৈ বেজাৰ লাগে তাৰ পাচত আৰু তেনে উপন্যাস সৰহকৈ আমাৰ ভাষাত দেখা নগল।

দুটা এটা বুৰঞ্জীৰ ঘটনা বা ৰজাৰ নাম দি অপ্ৰাসঙ্গিক বৰ্ণনাৰে বুৰঞ্জীক বাস্তৱৰ কঠোৰ সত্যৰ পৰা মুকলি কৰাৰ উপায় স্বৰূপে ব্যৱহাৰ কৰি উপন্যাস লিখিলেই সি বুৰঞ্জীমূলক উপন্যাস নহয়। ইয়াৰ আদৰ্শ বৰ ওখ। বুৰঞ্জীৰ ঘটনাবহুল ক্ষেত্ৰৰ মাজত আমাৰ সৰু সুৰা সাংসাৰিক জীৱনৰ চিত্ৰ আঁকি তাৰ দৈনন্দিন ঘটনাৰ সৈতে বুৰঞ্জীৰ ঘটনাৰ লগত যোগযোগ আৰু সম্বন্ধটো স্পষ্ট কৰি দেখুৱাব লাগিব। বুৰঞ্জীৰ বিচিত্ৰাৱলী ঘটনাবোৰ আৰু তাৰ ফলাফলৰ বহনত আমাৰ দৈনিক জীৱনৰ সাধাৰণ কাৰ্য্যকলাপবোৰ উজলাই তুলি কল্পনাক বাস্তৱৰ কঠোৰ বান্ধোনেৰে সংযত কৰি সীমাৰ ভিতৰত ৰাখি দুয়োৰে মিলন সম্পূৰ্ণ আৰু অন্তৰঙ্গ কৰি তুলিব লাগিব। বুৰঞ্জীমূলক উপন্যাসত মুল সত্যক নিখুঁত ৰাখি লিখকে সৰু সুৰা ঘটনাবোৰত যথেষ্ট কল্পনাৰ সহায় লব পাৰে। বুৰঞ্জীত য'ত পৰস্পৰৰ কাৰ্য্য কাৰণ ভালকৈ প্ৰকাশ পোৱা নাই, তাত লিখকে কল্পনাৰ সহায়েৰে সৰু সুৰা ঘটনা সৃষ্টি কৰি সিহঁতৰ পৰস্পৰৰ সম্বন্ধ কটকটীয়াকৈ দেখুৱাব পাৰে। অকস্মাৎ ঘটা ঘটনাবিলাকক মানৱ চৰিত্ৰৰ বিশিষ্টতাৰে সৈতে লগ লগাই জিলিকাব পাৰে। বুৰঞ্জীত সিঁচৰিত হৈ থকা ঘটনা বিলাক গোটাই ঐক্য সাধন কৰি উপন্যাসত একো একোটি নাটকীয় বহন দিব পাৰে আৰু একোটা ঘটনাৰে দুটা বা তাতোকৈ বেচি বিবৰণ পোৱা গলে তেওঁৰ উদ্দেশ্য আৰু সুবিধানুযায়ী এটাক বাছি লব পাৰে। এই বিলাক লেখকৰ ন্যায়সঙ্গত অধিকাৰ। বুৰঞ্জীৰ সত্য বিলাকক অটুট ৰাখি লিখকৰ সৰু-সুৰা ঘটনাবোৰত যথেষ্ট স্বাধীনতা নিদিলে বুৰঞ্জী আৰু বুৰঞ্জীমূলক উপন্যাসৰ কোনো প্ৰভেদ নাথাকে। দৰাচলতে কবলৈ গ'লে বুৰঞ্জীৰ বিশাল ঘটনাৰ লগত সাধাৰণ জীৱনৰ যি অন্তৰঙ্গ যোগাযোগ সেয়ে বুৰঞ্জীমূলক উপন্যাসৰ প্ৰধান লক্ষণ। লগে লগে এইটো মনত ৰাখিব লাগিব যে উপন্যাস বুৰঞ্জী নহয় আৰু বুৰঞ্জীও উপন্যাস নহয়।

সামাজিক উপন্যাস বিলাকত আমি সাধাৰণতে সমাজৰ,গাঁৱৰ বা পাৰিবাৰিক জীৱনৰ এটি নিখুঁত সুন্দৰ ৰসময় সহানুভূতিমূলক চিত্ৰ পাওঁ। সাধাৰণ সৰল জীৱনৰ বৰ্ণনাতো যে কিবা এটা ৰস থাকিব পাৰে বা কোনো বিশেষ সৃজনী শক্তি বিকাশৰো আৱশ্যক হয়, প্ৰথমতে তাক বুজিব নোৱাৰি, কাৰণগোটেই বোৰেই যেন হুবহু গাঁৱলীয়া জীৱনৰ এখন অবিকল ছবিৰ দৰে লাগে। অষ্টাদশ শতাব্দীৰ শেষ ভাগত ইংলেণ্ডত Jane Austen৷ নামেৰে এগৰাকী মহিলা উপন্যাস লেখিকাই চাহ খোৱা মেল আৰু আন আন ঘৰুৱা কথাৰ বিবৰণৰ মাজেদি গাঁৱলীয়া জীৱনৰ এটি নিখুঁত ছবি তেওঁৰ কিতাপবোৰত দিছে, আৰু তাত ইমান সাৱধানেৰে একো একোটি সুন্দৰ সামাজিক পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ দি গৈছে যে পোন প্ৰথমে দেখিলেই তাত একো কলা কৌশল নথকাৰ দৰে লাগে।

মাথোন পৰ্য্যবেক্ষণ শক্তি থাকিলে তেনে এটা বিবৰণ দিব পাৰিব বুলি মনত খেলায়। কিন্তু এই ধাৰণা একেবাৰে ভুল। কাৰণ সাধাৰণ ঘটনাৰ পৰা এনে সুন্দৰ

অন্তৰ চুই যোৱা উপন্যাস লিখিবলৈ হলে বিশেষ ওখ ধৰণৰ কলা কৌশল আৱশ্যক। বহুতে ভাবে যে সামাজিক উপন্যাসত কল্পনাৰ ঠাই নাই। কিন্তু আচলতে এই কথা ঠিক নহয়। ইয়াত কল্পনাৰ যথেষ্ট প্ৰসাৰ আছে, মাথোন এই কল্পনা বাস্তৱতাৰ চাবিও বেৰৰ ভিতৰত, আৰু ইয়াক এৰি ওপৰলৈ উঠিব নোৱাৰে। সামাজিক উপন্যাসেই বাস্তৱতাৰ ভেটিৰ ওপৰত কল্পনাৰ সহায়ত উচ্চতম কলা-কৌশল দেখুৱাৰ আচল ঠাই। ইয়াত নানা লেখকৰ নানা বিষয়ৰ অৱতাৰণা কৰা যথেষ্ট সংযোগ আছে, যেনে সমাজৰ মঙ্গল কৰা, সমাজৰ বেয়া গুণ বোৰ দূৰ কৰিবৰ চেষ্টা, সমাজৰ আগত এটি ওখ আদৰ্শ দাঙি ধৰা ইত্যাদি সকলো ৰকমৰ সুবিধা ইয়াত খুব বেচি পৰিমাণে পোৱা যায়। যি সমাজৰ সম্বন্ধে লিখা যায় সেই সমাজতে ডাঙৰ দীঘল হৈ তাৰ আঁতিগুৰি সম্বন্ধে ভাল জ্ঞান থাকিব লাগিব। তাৰ সাধাৰণ মানুহৰ লগত হৃদয়তা নাথাকিলে, তেওঁলোকক অন্তৰেৰে ভাল নাপালে, তেওঁলোকৰ কাৰ্য্যকলাপত সম্পূৰ্ণ সহানুভূতি নাথাকিলে সেই সমাজৰ নিখুঁত চিত্ৰ আঁকিব নোৱাৰে। তাত বাস্তৱতাৰ লগত অলপ সম্বন্ধ থাকিলেও সি শুকান আৰু নিৰস, তাত সাধাৰণ দৈনিক জীৱনৰ সুখ-দুখ হাঁহি-কন্দাৰ ছবি সম্পূৰ্ণভাৱে প্ৰতিফলিত নহয়। দুখীয়াৰ লগত এনে সম্যক ভাবৰ পৰিচয় থকাৰ কাৰণেই Dickens এ তেওঁৰ উপন্যাস বিলাকত সেই মানুহ বিলাকৰ জীৱন ধাৰাৰ এটি নিখুঁত ছবি প্ৰকাশ কৰিব পাৰিছে আৰু ঠিক তেনে কাৰণেই Thackeray এ ইংলণ্ডৰ উচ্চ শ্ৰেণীৰ এটি সম্পূৰ্ণ সবল বৰ্ণনা দি যাব পাৰিছে।

আধুনিক উপন্যাস লিখক সকলে তেওঁলোকৰ ৰচনাত ঘটনা বাহুল্য কমাই মানুহৰ আত্ম বিশ্লেষণৰ বিশাল সুবিধা দি উপন্যাসৰ বৰ্হিমুখী ধাৰাক অন্তৰ্মুখী কৰিবলৈ চেষ্টা কৰিছে মানুহৰ ওপৰত বৰ্হিজগতৰ ঘটনাৰ প্ৰভাৱ কমাই, তেওঁলোকৰ মনৰ স্বাধীনতা বঢ়াই দি চিন্তা আৰু আত্মবিশ্লেষণৰ বেচি সুযোগ দিছে। বৰ্হিজগতৰ লগত মানুহৰ বেচি ৰকম সম্বন্ধ থকাৰ কাৰণেই তেওঁলোকৰ মনৰ প্ৰবল প্ৰেৰণাবিলাক তাৰ পৰাই আহি তেওঁলোকৰ কাৰ্য্য কলাপৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰেহি আৰু সেই কাৰণে তাৰ লগত সম্বন্ধ একেবাৰে ছিঙিব নোৱাৰিলেও এই প্ৰভাৱ বিলাকৰ এটা সীমা এই লিখক সকলে নিৰ্দেশ কৰি দিবলৈ চেষ্টা কৰিছে। ইয়াৰ ফলত আজিকালি সাহিত্যৰ মাজত বহুত মনস্তত্বমূলক উপন্যাসে দেখা দিছে। ইয়াত লিখকে ঘটনা বাহুল্য কমাই মানুহক প্ৰধান আসন দি তেওঁলোকৰ ভাৱধাৰা সূক্ষ্ম আৰু ব্যাপক ভাৱে আলোচনা কৰিবলৈ বিচাৰে। আৰু সকসুৰা সাধাৰণ ঘটনাৰ জালেৰে মানুহক পাকে পাকে বান্ধি চিন্তা আৰু ভাৱধাৰাৰ বিশ্লেষণৰ সুযোগ বা সময় দিয়ে।

১৯১৪ চনৰ মহা যুদ্ধৰ ফলত মানুহৰ মনত এটা ভীষণ অৱসাদ এটা আহিল- তেওঁলোকৰ অন্তৰৰ মাজত লুকাই থকা সত্য সুন্দৰৰ আদৰ্শ ভাগি-ছিগি ঠানবান হল। ধৰ্ম্মৰ লগত বিজ্ঞানৰ বিৰোধ হোৱাত মানুহৰ মনৰ প্ৰাচীন ধৰ্ম্ম বিশ্বাস বহুত

পৰিমাণে কমি আহিল, লগে লগে আচাৰ ব্যৱহাৰো বহুত পৰিবৰ্ত্তন হ'ল। নতুনে পুৰণিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি সেই যুগৰ চালে চকুৰোৱা মনোমোহা মহান আদৰ্শৰ সুন্দৰ স্মৃতিৰ কাৰেং বিলাক ভাঙিবলৈ যত্নবান হ'ল আৰু লগে লগে যুদ্ধক্ষেত্ৰৰ শ্মশানৰ দৰে মানুহৰ ভাব ৰাজ্যতো চিতা জুই জ্বলি উঠিল। চাৰিও ফালে এটা বিদ্ৰোহ আৰু বিৰোধৰ ভাবে দেখা দিলে। পদ্যই আৰু ছন্দৰ বান্ধোনত থাকিবলৈ ইচ্ছা নকৰিলে। ফলত Free verse উৎপত্তি হ'ল। উপন্যাসত নানা সামাজিক সমস্যাৰ আবিৰ্ভাৱ হ'ল আৰু লগে বিশদভাবে তাৰ বিশ্লেষণ আৰু আলোচনা চলাবলৈ ধৰিলে। সাধাৰণ মানুহৰ বাহিৰা জীৱনক তাৰ এতিয়ালৈকে অজ্ঞাত বা মগ্ন চৈতন্যত (Sub-Conscious State) লুকাই থকা ভাৱ ৰাশি প্ৰকাশ কৰিবৰ আগ্ৰহ বেচি হ'বলৈ ধৰিলে। মানুহৰ বাহিৰা সুখ দুখৰ পৰা তেওঁলোকৰ অন্তৰৰ আনন্দ, বেথা, আত্মাৰ ৰহস্যৰ ফালে বৰ্ত্তমান যুগৰ উপন্যাস লিখক সকলৰ আগ্ৰহ বাঢ়িবলৈ ধৰিছে। তেওঁলোকে উপন্যাসক আগৰ দৰে ঘটনাৰ মাজত বিশেষ ৰকমে আবদ্ধ নাৰাখি জীৱনৰ একো একোটি সমস্যা পুৰণত বা বিশিষ্ট ভাবধাৰাৰ অৱতাৰণাত নিয়োগ কৰিছে।

Johan Bajeru Knut Hamsun, Romain Rolland, Hans Fallada-আদি বহুত বিখ্যাত Continental উপন্যাসক সকলে একো একোটি বিশ্বজনীন জীৱন সমস্যা বাকোনো এটা বিশিষ্ট ভাবধাৰা লৈয়ে একো একোখনি ডাঙৰ উপন্যাস প্ৰকাশ কৰি বিশ্বসাহিত্যৰ মাজত একোখনি বিশিষ্ট ঠাই অধিকাৰ কৰি গৈছে। Tolstoy, Dostoyevski, Gorky আদি ৰুচ লেখক সকলে তেওঁলোকৰ ৰচনাৰ মাজেদি এনে এটি সৰ্বজনীন কৰুণ মৰ্ম্মস্পৰ্শী ভাবধাৰা বোৱাই গৈছে যে বহুত সমালোচকে এওঁলোককেই মনস্তত্ত্বমূলক উপন্যাসত শ্ৰেষ্ঠ আসন দান কৰিছে।

এই দৰেই উপন্যাস মানুহৰ ভাবধাৰাৰ পৰিবৰ্ত্তনৰ লগে লগে উদ্ভৱ হোৱা নতুন নতুন সমস্যা বিলাক সমাধানৰ চেষ্টা কৰি সাহিত্যক নতুন ৰূপেৰে সজাই জগতত নতুন বাতৰি প্ৰকাশ কৰিছে। সময়ৰ সোঁতত পৰি আজিৰ নতুনে কালিলৈ পুৰণিৰ ৰূপ ধৰি আৰু তাৰ ঠাইত আহি হয়তো আনে নতুন আসন জুৰি বহিব। জগতৰ এই সোঁতৰ লগে লগে সমাজৰ চিন্তা ভাবধাৰা পৰিবৰ্ত্তন হৈ থাকিব আৰু সাহিত্যয়ো এই পৰিবৰ্ত্তনৰ নতুন বাতৰি ৰূপে প্ৰচাৰ কৰি মানুহৰ মনত যুগে যুগে নতুন আনন্দ যোগাব। সাহিত্যত ভাবধাৰা পৰিবৰ্ত্তনক কোনেও বলেৰে আগ বঢ়াবও নোৱাৰে বা হেঁচা মাৰি একে ঠাইতে ৰখাবও নোৱাৰে। সমাজৰ পৰিবৰ্ত্তনৰ লগে লগে ই আপোনা আপুনি আগবাঢ়ি গৈ থাকিব।

উপন্যাসত কল্পনাৰ সহায়ত বাস্তৱতাৰ এটি চিত্ৰ দেখুৱাবৰ চেষ্টা কৰা হয়। যি সময়ৰ যি সমাজত ইয়াৰ সৃষ্টি হয়, সেই সময়ৰ সমাজৰ ছাঁ ইয়াৰ ওপৰত নিশ্চয় পৰিব, নহ'লে বাস্তৱতাৰ লগত ইয়াৰ যোগাযোগ নাথাকিব আৰু সেই ৰচনা বিফল

হ'ব। পোনতেই সমাজত নৰ-নাৰীৰ প্ৰেমৰ কাহিনী লৈয়ে ইয়াক লিখা হৈছিল। প্ৰাচীন সাহিত্যত যি দেৱ-দেৱীৰ প্ৰেমৰ কাহিনী পোৱা যায়, সেয়ে আহি উপন্যাসৰ যুগত সাধাৰণ নৰ-নাৰীৰ ওপৰত পৰা নাই। বৰ্ত্তমান যুগত এই প্ৰেমৰ কাহিনীকে নানা বিশ্লেষণৰ বহণেৰে বোলাই তাৰ এটা নতুন ৰূপ দিয়া হয়; আৰু বহুত ক্ষেত্ৰত বিশিষ্ট ভাবধাৰাৰ অৱতাৰণাই ইয়াক প্ৰায়েই আবৰি থাকে। ইউৰোপীয় সভ্যতাৰ ধাৰাৰ লগত বিভিন্ন হোৱাত আমাৰ সমাজৰ লৈতে সেই সমাজৰ বিস্তৰ প্ৰভেদ। কাজে কাজেই সেই সমাজৰ প্ৰেমৰ বিচিত্ৰ ধাৰাৰ লৈতে আমাৰ সমাজৰ প্ৰেমৰ ধাৰাৰ মিল নাই। সেই সমাজৰ প্ৰেমৰ ৰীতিৰ অনুকৰণ কৰি আমাৰ সমাজৰ উপন্যাস লিখিবলৈ গলে সি বাস্তৱতাৰ পৰা বহুত আঁতৰি আমাৰ সমাজৰ ৰীতিৰ লগত খাজে খাপে খাই নপৰিব। মানুহৰ অন্তৰত প্ৰেমৰ স্বাভাৱিক বিকাশ মুলতঃ জগতৰ সকলো জাতিৰ লগত একে হলেও সভ্যতাৰ ধাৰা অনুসৰি ইয়াৰ ৰীতি বেলেগ বেলেগ, জাতিও বেলেগ হৈ পৰে। বুৰঞ্জী আৰু উপন্যাস যেনেকৈ একে নহয়, তেনেকৈয়ে বিজ্ঞান আৰু উপন্যাসো একে নহয়। বিজ্ঞানে তথ্য অনুসন্ধানৰ পাছে পাছে পোহৰ নপৰা আন্ধাৰ ৰহস্যময় গুহালৈকে নামি যাব পাৰে। কিন্তু সূৰ্য্যৰ কিৰণে উজলোৱা মুকলি আকাশৰ তলত স্বাধীন ইচ্ছা আৰু প্ৰবৃত্তিৰ মুক্ত বিকাশেই উপন্যাস লিখকৰ ৰাজ্যৰ শেষ সীমা। মানব প্ৰকৃতিৰ যি শিপাই আন্ধাৰত নিজক লুকাই থয়, আৰু যি ফুলে পোহৰ বতাহৰ মাজত নিজৰ সৌন্দৰ্য্য, আৰু গোন্ধৰ সঁফুৰা মুকলি কৰি দিয়ে— ইয়াৰ দুয়োৰে ভিতৰত কোনটো বেচি লোভনীয় তাক উপন্যাস লিখকে বোধ হয় বুজিবলৈ বাকী নাথাকে। সাহিত্যৰ কামেই হৈছে ৰস সৃষ্টি, মানুহৰ মনত আনন্দ দিয়া। প্ৰকৃত সাহিত্যই জগতত এনে এটি চিৰন্তন সত্য দি থৈ যায় যে কালৰ প্ৰভাৱেও তাক ম্লান কৰিব নোৱাৰে। সেই সত্যই অতীতত মানুহক যেনে আনন্দ দিছিল, বৰ্ত্তমানতো যেনেকৈ দিয়ে, ভৱিষ্যততো ঠিক তেনেকৈয়ে দিব।

উপন্যাস সমাজৰ দাপোন স্বৰূপ। সমাজৰ আচাৰ-ব্যৱহাৰ ৰীতি-নীতি চিন্তা ধাৰা সকলো খিনিয়েই কল্পনাৰ সহায়ত ইয়াত বিশদ ভাৱে প্ৰতিফলিত হয়। ইয়াৰ ঘটনা বৈচিত্ৰ্যই, ভাৱৰ সূক্ষ্ম বিশ্লেষণে, জীৱন ধাৰণৰ ব্যাপক বৰ্ণনাই, উচ্চতম আদৰ্শৰ বিকাশে মানুহৰ মনত এনে তৃপ্তি দি সৌন্দৰ্য্যৰ দুৱাৰ মুকলি কৰি দিয়ে যি সাহিত্যৰ আন কোনো বিভাগেই আমাক দিব নোৱাৰে। ইয়াৰ চৰিত্ৰৰ সৰল সহানুভূতিয়ে অন্তৰৰ গভীৰ প্ৰেৰণাই এটি সহজ সত্য আগত তুলি ধৰি আমাৰ বাস্তৱ জীৱনৰ শূন্যতা পূৰ্ণ কৰি এটি অভিনৱ ৰসৰ সোৱাদ দি আমাৰ মন অনিৰ্বচনীয় আনন্দেৰে বুৰাই দি যায়।

---

(কটন কলেজ আলোচী, ত্ৰয়োদশ সংখ্যা, ১৮৮১ শক)

কলিকতা এ.এচ. এন. ক্লাবৰ দ্বাৰা ১৯৪১ ত প্ৰথম প্ৰকাশ। প্ৰকাশিত "সাহিত্য আৰু সমালোচনা"ৰ পৰা উদ্ধৃত)

(পৃঃ ৮৫ ৰপৰা ১০০)

# উপন্যাসৰ ধাৰা

ডিব্ৰুগড়, ১৯৫৩-৫৪

***Ref:***

***Hudson, Raleigh, Priestly, বঙ্গ সাহিত্যে উপন্যাসের ধারা, Legui, Hogarth, Crompton Ricket & etc.***

**উপন্যাসঃ**

ইংৰাজী শিক্ষাৰ প্ৰচলনৰ লগে লগে আমাৰ সাহিত্যত ইংৰাজী সাহিত্যৰ যি প্ৰভাৱ পৰিল, তাৰ ফলতেই উপন্যাসৰ জন্ম হ'ল, প্ৰকৃত পক্ষে কবলৈ গলে ই আমাৰ দেশৰ নিজা বস্তু নহয়। আমাৰ পুৰণি সাহিত্যৰ মাজত আখ্যান (Narrative poetry) থাকিলেও উপন্যাস বিচাৰি পোৱা নাযায়। অকল আমাৰ দেশতে কিয় আন দেশৰো পুৰণি সাহিত্যৰ মাজতো উপন্যাস পোৱা নাযায়। ইয়াৰ কাৰণ এয়ে যে ই আধুনিক যুগৰ বস্তু আৰু আধুনিক সমাজেই ইয়াৰ জন্ম স্থল। আধুনিক সামাজিক পৰিবৰ্ত্তনৰ লগত ই ওতঃপ্ৰোত ভাবে জড়িত আছে। সকলো সাহিত্যৰ উপন্যাসৰ ওপৰতেই গণতন্ত্ৰৰ প্ৰভাৱ পৰিছে। উপন্যাসৰ আচল মূল বস্তু হৈছে ব্যক্তিগত স্বাতন্ত্ৰ্যৰ বিকাশ। কাজে কাজে যি সমাজত মানুহৰ আত্ম প্ৰকাশৰ (Self Expression) কোনো সুবিধা নাই সেই সমাজৰ ভিতৰত উপন্যাসৰ সৃষ্টি হ'ব নোৱাৰে। গণতন্ত্ৰৰ মূল সূত্ৰই হৈছে উপন্যাসৰ ভেটি। সেই দেখিয়েই যি সমাজৰ মাজত উপন্যাসৰ সৃষ্টি হয় সেই সমাজ অতীত যুগৰ সমাজতকৈ বহুত বিষয়ে বিভিন্ন হ'ব লাগিব। অতীত বা মধ্য যুগৰ সমাজৰ শিকলিৰ পৰা মুক্তি , আত্ম প্ৰকাশ আৰু আত্ম প্ৰচাৰৰ সূচনাই হৈছে উপন্যাসৰ প্ৰথম সূত্ৰ। মধ্য যুগৰ সমাজ নানা শ্ৰেণী বা ফৈদত (Class or guild) বিভক্ত আছিল আৰু সেই সমাজত মানুহৰ মানুহ হিচাবে কোনো বেলেগ অস্তিত্ব নাছিল। সেই দেখি সেই যুগৰ মানুহে নিজৰ অস্তিত্ব বুজিব নোৱাৰি নিজকেই সমাজৰ কোনো শ্ৰেণী বা ফৈদৰ প্ৰতিনিধি স্বৰূপে ধৰি লৈছিল; আৰু সেই শ্ৰেণী বা ফৈদৰ উন্নতি অৱনতিতেই নিজক বিলোপ কৰি দিছিল। অথচ এই আত্মবিলোপ বা নিজৰ স্বতন্ত্ৰ বিকাশৰ অভাবেই উপন্যাসৰ সৃষ্টিৰ প্ৰধান বাধা। কিন্তু আধুনিক সমাজত মানুহে নিজক কোনো এটা শ্ৰেণীৰ ভিতৰত বিলোপ কৰিবলৈ ইচ্ছা নকৰে, বৰঞ্চ সমাজৰ সকলো ৰকম বান্ধোনৰ পৰা মুক্তি লাভ কৰি নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰাই তেওঁলোকৰ প্ৰধান

কাম্য বস্তু আৰু তাৰ ফলতে উপন্যাসৰ আবির্ভাব। তাৰ পিছৰ এই আত্ম বিকাশৰ চেষ্টাৰ লগে লগে সমাজৰ তল খাপৰ মানুহৰ মনতো আত্ম-মর্য্যদাবোধে দেখা দিছে যিটোক সমাজৰ আন আন শ্ৰেণীৰ মানুহেও এসময়ত নহয় এসময়ত মানি লবলৈ বাধ্য হ'ব। ইও উপন্যাসৰ এটা প্ৰধান স্বৰূপ হ'ব আৰু ইয়াতেই গণতন্ত্ৰৰ প্ৰভাৱ ভালকৈ জিলিকি পৰিব।

পুৰণি সাহিত্যত সাধাৰণ মানুহৰ কার্য্য-কলাপৰ বিষয়ে একো পোৱা নাযায়। ই মাথোঁ মহামানৱ (Superman) বা সমাজৰ কোনো ওখ শ্ৰেণীৰ মানুহৰ বীৰত্ব আৰু কীৰ্ত্তি কলাপেৰেই পৰিপূৰ্ণ। তাত যদিও কেতিয়াবা কোনো সাধাৰণ শ্ৰেণীৰ মানুহে কোনো এটা ঘটনাৰ নায়ক স্বৰূপ হৈছে সিও মাথোন দেৱতা বিশেষৰ অনুগ্ৰহতহে, নিজৰ মনুষ্যত্বৰ বলত নহয়। ইফালে অতি সামান্য মানুহৰ দৈনন্দিন জীৱনৰ কার্য্য-কলাপ প্ৰকাশ কৰি তাৰ পৰাই কিছুমান সাধাৰণ ধাৰণা ব্যাপকভাবে তুলি ধৰাই উপন্যাসৰ প্ৰধান কাম। কাজে কাজে কোনো দেশৰ সামাজিক অৱস্থাৰ এনে বিলাক পৰিবৰ্ত্তন নহলে তলীতে সেই উপন্যাসৰ গুটি সিঁচিব নোৱাৰি। সেই দেখিয়েই ওপৰত কোৱা হৈছিল যে উপন্যাস আধুনিক যুগৰ বস্তু। বৰ্ত্তমান যুগৰ আগত আৰু গণতন্ত্ৰৰ ক্ৰম-বিকাশৰ আগতেই ইয়াৰ আবির্ভাব সম্ভৱপৰ নহৈছিল।

কিন্তু লগে লগে এইটোও ভাবিব নালাগে যে ই একেবাৰে নজনা নুশুনা বস্তুৰ দৰে কোনোবা অজান ৰাজ্যৰ পৰা আহি মানুহৰ মনত বিস্ময় ওপজাই হঠাতে সাহিত্য ক্ষেত্ৰত উপস্থিত হ'লহি। পুৰণি সাহিত্যৰ ভিতৰতো ইয়াৰ এটি ক্ষীণ সংকেতৰ সুদূৰ আভাস বিচাৰি পোৱা যায়। ধৰ্ম্মপুথিত, কাব্যত, উপাখ্যানত, বিদ্ৰূপাত্মক কবিতাত বা নাটকত য'তে লিখকৰ জ্ঞাত ভাবেই বা অজ্ঞাত ভাবেই সমাজৰ এটি বাস্তৱ চিত্ৰ আঁকিবৰ চেষ্টা বা সমাজত মানুহৰ পৰস্পৰৰ সম্বন্ধ দেখাবৰ চেষ্টা দেখা গৈছে তাতেই উপন্যাসৰ ভবিষ্যতৰ বীজ লুকাই আছে। হব পাৰে সাহিত্যৰ মাজত এনে বিলাক বীজ য'তে ত'তে সিঁচৰিত হৈ পৰি আছে, কিন্তু কোনো সময়ত কোনো প্ৰতিভাবান শক্তিশালী লিখকে এইবোৰ সুসংশ্লিষ্ট ভাবে একেলগ কৰি এটি বাস্তৱ চিত্ৰ আঁকি এটি নতুন সাহিত্যৰ জন্ম দি চিৰকাল বৈ থকা সাহিত্যৰ সোঁতক এটি নতুন ধাৰাইদি বোৱাই দিব পাৰে।

## পুৰণি সাহিত্যত উপন্যাসৰ আভাস ঃ

আমাৰ দেশৰ পুৰণি সাহিত্য বুলিলে ৰামায়ণ, মহাভাৰত আৰু সংস্কৃত কাব্য ইত্যাদিকে বুজায়। সেইবিলাক সাহিত্যৰ মাজতো উপন্যাসৰ আভাস আৰু লক্ষণ বিলাক মাজে মাজে লুকাই থকা পোৱা যায়। ৰামায়ণ, মহাভাৰত ইত্যাদিতো গোটেইবিলাক অলৌকিক ঘটনা আৰু ঐশ্বৰিক শক্তি বিকাশৰ মাজতো সমাজৰ ক্ষীণ বাস্তৱ ছাঁয়া। মানুহৰ অকৃত্ৰিম সুখ-দুখৰ মৃদু প্ৰতিধ্বনিৰ মাজেদি আত্ম প্ৰকাশ কৰা দেখা যায়।

দেৱ-দেৱীৰ স্তুতি-গানত, ভক্তিৰ উচ্ছ্বাসত, পূজাৰ আড়ম্বৰৰ আঁৰ কাপোৰৰ ভিতৰৰ পৰা যি ধ্বনি আমাৰ কাণত সোমাইছি সি গোটেই বিশ্ব জগতৰ মানৱ হৃদয়ৰ বাণী বুলি আমি চিনিব পাৰো। পুৰণি সাহিত্যৰ মাজৰ পৰা এই বাস্তৱতাৰ চিন বিলাক উলিয়াই আধুনিক সাহিত্যৰ লগত তাৰ প্ৰকৃত যোগ সূত্ৰ বাহিৰ কৰাই সাহিত্যিক সকলৰ এটি বৰ উলাহৰ কাম। সংস্কৃত গদ্য সাহিত্য, কথা সৰিৎ সাগৰ, বেতাল-পঞ্চবিংশতি, দশকুমাৰ চৰিত, কাদম্বৰী ইত্যাদিতো বিশেষত্ব বৰ্জ্জিত বৰ্ণনা বাহুল্যৰ মাজতো উপন্যাসৰ মৌলিক উপাদান বিলাক কেইবা ঠাইতো সিঁচৰিত হৈ থকা পোৱা যায়। বৌদ্ধ জাতক বিলাকত এই বাস্তৱৰ ৰেখা বেছি উজ্জ্বল আৰু স্পষ্ট ভাৱে পৰা দেখা যায় আৰু সংস্কৃত সাহিত্যৰ তুলনাত ইয়াত এই বাস্তৱতাৰ সুৰ বেছি তীব্ৰ ভাৱে বাজি কোনো বাধা-বিঘিনি নোহোৱাকৈ আত্ম প্ৰকাশ কৰে। ইয়াৰ কাৰণ সম্ভৱতঃ এয়ে হব পায় যে বৌদ্ধ ধৰ্ম্ম বেছিকৈ গণতন্ত্ৰৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত। বৌদ্ধ ধৰ্ম্মই হিন্দু ধৰ্ম্মৰ পুৰণি সনাতন জাতিভেদৰ, শ্ৰেণী বিভাগ বিলাক ভাঙি মানুহক এটি নতুন ঐক্য আৰু সাম্যৰ ফালে লৈ যাবলৈ চেষ্টা কৰিছে আৰু চিৰকলীয়া নিয়ামানুযায়ী ৰজা আৰু ডাঙৰীয়া সকলৰ ওচৰ নেচাপি সমাজৰ সাধাৰণ শ্ৰেণীৰ মানুহৰ বাস্তৱ জীৱনকে নিজৰ বিষয় বুলি বাচি ললে। সেই দেখিয়েই ইয়াৰ সাহিত্য বিলাকত বাস্তৱতাৰ ছবি বেছি ফট্‌ফটীয়াকৈ জিলিকি পৰিছে।

**পুৰণি সাধুকথা আদিত উপন্যাসৰ ক্ষীণ আভাস :**

পুৰণি সাধুকথা বুলিলে আমি আমাৰ দেশৰ বুঢ়ী আইৰ সাধুক নধৰি বৌদ্ধ জাতক বিলাক আৰু ঈচপৰ সাধুকথা বিলাক আমি ধৰিছোঁ। কাৰণ বহলাই চাবলৈ গলে এই তিনিবিধ প্ৰায় একে ধৰণৰেই।বুদ্ধৰ মহিমা প্ৰচাৰ আৰু বুদ্ধৰ আলৌকিক শক্তিৰ পৰিচয় দিয়াই হৈছে বৌদ্ধ জাতক বিলাকৰ আচল উদ্দেশ্য। গতিকে ইয়াত বহু পৰিমাণে আচৰিত আচৰিত ঘটনাৰ সমাবেশ আছে। ইফালে ঈচপৰ সাধু বিলাকত পশু-পক্ষীৰ পৰস্পৰৰ ব্যৱহাৰ আৰু কথা বাৰ্ত্তাৰ মাজেদি মানুহৰ চৰিত্ৰৰ সমালোচনা আৰু নীতিজ্ঞান শিকোৱাৰ চেষ্টা বেছি স্পষ্টভাৱে জিলিকি আছে। কিন্তু তথাপিও বাস্তৱৰ ৰসধাৰা ইয়াৰ মাজেদি বৰ বেচিকৈ বৈ গৈছে। সকলো বিলাকতে এটি সূক্ষ্ম পৰ্য্যবেক্ষণ শক্তি, সাধুকথা কোৱাত কৌশল আৰু ভঙ্গী আৰু বাস্তৱ জীৱনৰ সৈতে এটি ঘনিষ্ঠ সংযোগে এই বিলাকক আন আন তেনে ধৰণৰ সাধুকথা বিলাকৰ পৰা বেলেগ কৰি থৈছে। পঞ্চতন্ত্ৰত নীতিজ্ঞানে বাস্তৱতাক একেবাৰে বুৰাই থৈছে। সাধুকথা বিলাকৰ মাজেদি নীতিজ্ঞান শিকোৱাৰ চেষ্টাহে বেছিকৈ ওলাই পৰিছে। বাস্তৱ জীৱনৰ কোনো বিশেষ ভাগতেই লিখকৰ দৃষ্টি পৰাৰ চিন পোৱা নাযায়। পশু-পক্ষীৰ কথা-বাৰ্ত্তাৰ মাজত বা সাধুকথা কোৱাৰ ধৰণতো কোনো বিশেষ কৌশল দেখা নাযায়। সাধুকথা বিলাকেও কোনো ৰকমে মিঠৈৰ গাৰ পৰা নীতিজ্ঞানৰ বোজাৰ বাকোচটো সোলোকাব পাৰিলেই যেন

ৰক্ষা পৰে। শিক্ষা দিয়াৰ প্ৰবল আগ্ৰহৰ হেঁচাত কথাৰ ধাৰা মুকলিমূৰীয়া হৈ বৈ যাব পৰা নাই। ভাষাত শব্দাৰম্বৰ, সমাস আৰু সন্ধি আদিৰে ভৰা। বিষ্ণু শৰ্ম্মাইযে মূৰ্খ ৰাজকোঁৱৰ কেইজনক শিকাবৰ - কাৰণেহে এই সাধুকথা বিলাক লিখিছে - প্ৰায় সকলো বিলাক সাধুতেই এই কথাটো বেছি জলজলীয়াকৈ ওলাই পৰিছে আৰু ৰাজকোঁৱৰ বিলাকৰ শিক্ষা সম্পূৰ্ণ হ'লনে নহ'ল তাকো আমি ধৰিব নোৱাৰিলো। কিন্তু ঈচপৰ সাধুকথা বিলাক নীতি প্ৰচাৰৰ মুখ্য উদ্দেশ্য হলেও আৰু প্ৰত্যেক সাধুৰ শেষত নীতি বচন লেখা থাকিলেও নীতিয়ে কথাৰ সহজ ভঙ্গীক একেবাৰে বুৰাব পৰা নাই। সাধুবোৰ সহজ সৰল ভাষাত লিখা, তাত শব্দৰ, অলঙ্কাৰৰ আড়ম্বৰ নাই। পঞ্চতন্ত্ৰৰ দৰে সিহঁতৰ বাস্তৱ জীৱনৰ লগত ইমান বেছি ব্যৱধান নেথাকিলেও গল্প কোৱাৰ ভঙ্গীত আমাৰ মনক আকৰ্ষণ কৰিব লগীয়া এনে কোনো এটা বিশেষত্ব নাই। লৰা লৰিকৈ সাধুটো শেষ কৰি নীতি বচন ফাঁকি উলিয়াই লিখকৰ আচল উদ্দেশ্য। যদিও মাজে মাজে এটি বাস্তৱৰ এটি ক্ষীণ সুৰ গল্পৰ মাজেদি শুণা যায়, তত্ৰাচ এই ক্ষীণ সুৰৰ লগত বাস্তৱ জীৱনৰ কোনো বিশেষ সম্বন্ধ আছে বুলি ধৰিব নোৱাৰি। পশু-পক্ষীৰ কথা-বাৰ্ত্তাৰ ছলেৰে যিবোৰ আখ্যান বৰ্ণোৱা হৈছে তাৰ লগত আমাৰ জীৱনৰ নানা ৰকমৰ সৰু সৰু সমস্যা বিলাকৰ কোনো মিল থকা দেখা নাযায়। মুঠ কথা মানৱ সমাজৰ যি আদিম অৱস্থাত গল্পত বৰ্ণোৱা ঘটনা বিলাক জীৱনৰ প্ৰকৃত সমস্যা আছিল, তাৰ পৰা আমি এতিয়া বহু দূৰ আঁতৰি আহিলোঁ। সেই দেখি এই ঘটনাবোৰ আমাৰ বাস্তৱ জীৱনৰ সমস্যাৰ লগত আৰু মিলি নাযায়। মাথোন তাৰ উপদেশবোৰ এতিয়া আমাৰ জীৱনৰ জটিল সমস্যাবোৰৰ সমাধানৰ কাৰণে মাজে মাজে প্ৰয়োগ কৰা হয়। পোনাই কবলৈ গলে আমাৰ ওচৰত এতিয়া গল্পবোৰৰ কোনো মূল্য নাই, মাথোন তাৰ উপদেশবোৰৰহে মূল্য আছে। বাঘৰ ডিঙিৰ মাজত ঠোঁট সুমোৱাই বগলিয়ে বেং বিচৰাৰ কাৰণে গালি খোৱা বা সিংহৰ চাল পিন্ধি গাধই নিজকে সিংহ বুলি চিনাকী দিব খোজা ঘটনা বিলাক আমাৰ বৰ্ত্তমান অৱস্থাত জীৱনত প্ৰতিফলিত হ'ব বুলি কল্পনা কৰিব নোৱাৰি। কিন্তু তাৰ নীতি বচন কেই ফাঁকিয়ে মাথোন অভিজ্ঞতা স্বৰূপে জীৱনৰ জটিল বাটত ৰাট বুলিবলৈ সাৱধান কৰি দিয়ে। অৱশ্যে ঈচপৰ দুটা চাৰিটা সাধুত অলপ আধুনিক সমস্যাৰ চিন পোৱা যায় যেনে - আন জন্তুৰ বিৰুদ্ধে সহায় পাবৰ কাৰণে ঘোড়াই মানুহক মাটি আনি মানুহৰ অধীনতা স্বীকাৰ কৰা, এনে ঘটনাই নিঃসন্দেহে এটা ৰাজনৈতিক সমস্যাৰ আভাস দিয়ে। বাকীবোৰ মাথোন সাধুকথা বুলিহে ধৰিব লাগে।

বৌদ্ধ জাতক বিলাক সাধু হিচাবে পঞ্চতন্ত্ৰ আৰু ঈচপৰ গল্পবোৰতকৈ বহুত শ্ৰেষ্ঠ। বাস্তৱ জীৱনৰ চিন, বাস্তৱ সমস্যাৰ ছাঁ ইহঁতৰ ওপৰত বৰ বেছিকৈ পৰিছে। বৌদ্ধ ধৰ্ম্ম হিন্দু ধৰ্ম্মতকৈ অলপ আধুনিক বুলি ইয়াৰ লগত আমাৰ বিস্তাৰিত আৰু ব্যাপক ভাৱে চিনা পৰিচয় থকা যেন লাগে। ইয়াৰ ৰীতি-নীতি, অনুশাসন, কাৰ্য্যপ্ৰণালী আৰু

ধৰ্ম্ম বিস্তাৰৰ চেষ্টা বিশেষকৈ সাধাৰণ গাৰ্হস্থ্য জীৱনৰ লগত ইয়াৰ দৈনিক ঘনিষ্ঠ সম্বন্ধ সকলোবোৰেই যেন আমাৰ চিনা চিনা লাগে। হিন্দু ধৰ্ম্মৰ ভিতৰত এনে প্ৰবল অনাশক্তি আৰু উদাসীনতা আছে আৰু হিন্দু সভ্যতাই জড় জগতত্তকৈ আধ্যাত্মিক জগতকহে বেচি ওখ আসন দিছে। ঋষিৰ শান্তিময় তপোবন সংসাৰৰ হাই উৰুমিৰ পৰা বহুত দূৰত থকাৰ কাৰণেই সাধাৰণ গৃহীৰ দৈনন্দিন কাৰ্য্য-কলাপৰ পৰা বহুত আঁতৰত। দুয়োৰো পৰস্পৰ সংস্পৰ্শ অতি বিৰল। সাধাৰণ গাৰ্হস্থ্য জীৱনৰ সৰু বৰ শত শত ঘটনাই তপোবনৰ আদৰ্শ শান্তিক বিচলিত কৰিব নোৱাৰে। নিৰলাত থাকি ভগৱানৰ আৰাধনা — ঋষি-মুনি সকলৰ ই কাম্য বস্তু। বৌদ্ধ ধৰ্ম্ম কিন্তু ইয়াৰ সম্পূৰ্ণ বিপৰীত। তাত আশ্ৰম আৰু গাৰ্হস্থ্য জীৱনৰ মাজত এটা চিন্তিব নোৱাৰা সম্বন্ধ আছিল। ভিক্ষু বিলাকৰ সদায় ভিক্ষাৰ কাৰণে বা ধৰ্ম্মোপদেশৰ কাৰণে গাওঁ বা নগৰৰ মাজলৈ যায় আৰু গাৰ্হস্থ্য জীৱনৰ প্ৰত্যেক সৰু বৰ সমস্যাৰ লগত জড়িত হৈ পৰে। গাওঁৰ বা নগৰৰ মানুহ বিলাকেও তেওঁলোকৰ জীৱনৰ সাধাৰণ হাই-কাজিয়া বা অশান্তিৰ সকলো বিৱৰণ বুদ্ধৰ চৰণত আহি নিবেদন কৰে আৰু উপযুক্ত ব্যৱস্থা আৰু সমাধানৰ উপায়লৈ আকৌ নিজ নিজ ঘৰলৈ উভটি যায়। সাধাৰণ জীৱনৰ লগত নিচেই ওচৰ সম্বন্ধ থকাৰ কাৰণেই বৌদ্ধ জাতক বিলাকৰ সাধুবোৰে ইমান শ্ৰেষ্ঠ আসন লাভ কৰিছে।

সাধুকথা বোৰৰ মাজে মাজে এই বাস্তৱতাৰ নিদৰ্শন সিঁচৰিত হৈ পৰি আছে। ভিক্ষু বিলাকৰ ধৰ্ম্ম জীৱনৰ নানা সমস্যা সেই সময়ৰ সামাজিক ৰীতি নীতি মজলীয়া আৰু তলৰ খাপৰ জন সাধাৰণৰ জীৱন যাত্ৰা আনকি পশু-পক্ষীৰ বা বুদ্ধ দেৱৰ চৰিত্ৰ বৰ্ণনাত এই সকলোবোৰতেই বাস্তৱতে এটা প্ৰবল আগ্ৰহ আৰু ধাউতি বেচি ফট্‌ফটীয়াভাবে জিলিকি পৰিছে। বৌদ্ধ ভিক্ষু বিলাকৰ ধৰ্ম্ম জীৱনৰ প্ৰত্যেক সমস্যা প্ৰলোভন, ভক্তি, নিষ্ঠা, ভণ্ডামি, প্ৰীতি, ঈৰ্ষা, বাদানুবাদ, মতভেদ এই সকলোবোৰৰেই এটি জীৱন্ত ছবি জাতক বিলাকত আঁকা আছে। আশ্ৰমৰ ভিতৰতে ভিক্ষুবিলাকৰ এই আদিম আৰু অস্বাভাৱিক প্ৰকৃতিৰ ঘাত-প্ৰতিঘাত চলিছে, কোনোবাই কাৰোবাৰ লগত দন্দ কৰিছে, কোনোবাই মিছা বদনাম উলিয়াইছে, কোনোৱেবা নিজৰ বিদ্যাৰ অহঙ্কাৰতে ওফন্দি পৰিছে। ইফালে আকৌ কোনোবাই কাৰোবাৰ দুঃখত পমিগৈ নিজৰ সকলো এৰি দিছে, কোনোবাই বাটৰ বেমাৰীৰ আলপৈচান ধৰিছে ইত্যাদি বাস্তৱ জীৱনৰ ভাল বেয়া ঘটনাৰ সমাবেশ এই জাতক বিলাকতেই দেখিবলৈ পোৱা যায়। সাধাৰণ গাৰ্হস্থ্য জীৱনৰ বৰ্ণনাতো বাস্তৱতাৰ প্ৰাধান্য জিলিকি পৰিছে। শুভ দিনলৈ বাট চাওঁতে বিয়া ভগা, দেশৰ শাসন কৰ্ত্তাই ডকাইতৰ লগত ধনৰ ভাগ বিচাৰি সিহঁতক দেশত লুট-পাট কৰিবলৈ এৰি দিয়া, সাধাৰণ নাপিতৰ ল'ৰাই লিচ্ছৱি বংশৰ ছোৱালীৰ প্ৰেমত পৰি নিজ প্ৰাণ হেৰুৱা, মড়কৰ সময়ত গৃহস্থই আন ঠাইলৈ পলাই গৈ নিজৰ জীৱন ৰক্ষা কৰা ইত্যাদি জীৱনৰ বিভিন্ন ঘটনাৰে এই জাতকবোৰ পৰিপূৰ্ণ ঃ

জাতক বিলাকৰ বিশেষত্ব ইয়াতেই যে আন পুৰণা গল্পৰ দৰে নীতি প্ৰচাৰৰ কাৰণে এই গল্পবোৰক বলি দিয়া হোৱা নাই। কোনো দেশৰে পুৰণা সাহিত্যৰ পৰা অস্বাভাৱিক ঘটনা বাদ পৰা নাই। ইয়াতো তেনে আচৰিত আৰু অস্বাভাৱিক ঘটনা যথেষ্ট আছে। যেনে - হাতী, বান্দৰ ইত্যাদি পশু-পক্ষীৰ মুখেদি বুদ্ধৰ মাহাত্ম্য প্ৰকাশ কৰা। কিন্তু ইয়াৰ ভিতৰতো বাস্তৱ বৰ্ণনাৰ অৱতাৰণা কৰিছে আৰু সিহঁতৰ নিজৰ স্বাভাৱিক দুটা চাৰিটা কথা এনে সুনিপুন ভাৱে উল্লেখ কৰিছে যে সিহঁতৰ প্ৰকৃত স্বৰূপ চিনিবলৈ আঁমাৰ অলপো অসুবিধা নহয়। পঞ্চতন্ত্ৰৰ জড়দ্‌গৱক আমি কোনো মতেই এনে সাধাৰণ শগুণ বুলি ধৰিব নোৱাৰো। ধৰ্ম্ম শাস্ত্ৰৰ বচন আওৰাই বামুনক সোণৰ বালা লবলৈ মতা বাঘক দেখিলে আমাৰ বনৰ ঢেকীয়াপতীয়ালৈ কোনো ৰকমেই মনত নপৰে - বৰঞ্চ সাধুকথাৰ কুকিৰ ভোজৰ বৰুৱালৈহে মনত পৰে। কিন্তু জাঁতকত থকা পশু-পক্ষী বিলাকৰ কামত সিহঁতৰ প্ৰকৃত স্বভাৱ আৰু ব্যৱহাৰ দেখুৱাবলৈ বিশেষ যত্ন আৰু চেষ্টাৰ বিশেষ প্ৰমাণ পোৱা যায়।

জাতকৰ মজলীয়া আৰু সাধাৰণ মানুহৰ বৰ্ণনা যিমান পোৱা যায় আন প্ৰাচীন সাহিত্যত সিমান পোৱা নাযায়। বৌদ্ধ ধৰ্ম্মত সাধাৰণৰ বৰ বেচি প্ৰভাৱ দেখা যায়। সেই দেখি ইয়াৰ ৰজা মন্ত্ৰীৰ কথাৰ বৰ্ণনা গতানুগতিক হলেও সাধাৰণ শ্ৰেণীৰ বৰ্ণনাত বেচি সত্যানুৰাগ আৰু বাস্তৱতাৰ পৰিচয় পোৱা যায়। বুদ্ধৰ চৰিত্ৰ বৰ্ণনাত আলৌকিক মাহাত্ম্য দেখুৱাবলৈ গলেও যতদুৰ সম্ভৱ চৰিত্ৰ অতিৰঞ্জিত নকৰিবৰ চেষ্টাই বেছি দেখা যায়। জাতক বিলাকৰ ভাষাত সংযম আৰু পৰিমিত ভাৱৰ চিন পোৱা যায়। বাস্তৱতাৰ বান্ধোনোৰে বন্ধা থকাৰ কাৰণেই জাতকৰ সাধু বিলাক ইমান বেচি ভাল লাগে। পঞ্চতন্ত্ৰ বা ঈচপৰ সাধুবোৰত সৰ্ব্বসাধাৰণ মানৱ প্ৰকৃতিৰ এনে কাল্পনিক চিত্ৰৰ আভাস পোৱা যায়। সিহতঁ কোন দেশৰ, কোন জাতিৰ সেই বিষয়ে আমি একো ধৰিব নোৱাৰোঁ। সিহঁতৰ বাস্তৱ জীৱনৰ ভেটি সম্বন্ধে আমি একেবাৰে অজ্ঞ। বৌদ্ধ জাতক সম্বন্ধে আমি তেনে অসুবিধাত নপৰোঁ। আমাৰ সামাজিক, পাৰিবাৰিক অৱস্থাৰ ভিতৰতেই সিহঁতৰ জন্ম, আৰু আমাৰ সমাজৰ পৰাই সিহঁতে ৰস টানি জীপ পাইছে। ইয়াতেই আমি উপন্যাস লিখকৰ মনোভাৱ সম্পূৰ্ণৰূপে প্ৰকাশ পোৱা দেখা পাওঁ। জীৱনৰ সৰু সুৰা ঘটনা বোৰৰ সূক্ষ্ম পৰ্য্যবেক্ষণ আৰু ৰসাল মনোমোহা বৰ্ণনাই উপন্যাস লিখকৰ প্ৰধান গুণ। প্ৰাচীন সাহিত্যত এই মনোভাৱৰ অভাৱ আমি বেচি দেখিবলৈ পাওঁ। তেওঁলোকে জীৱনৰ এই সৰু সুৰা ঘটনাবোৰৰ যে কিবা গৌৰৱ বা সম্পদ আছে তাক স্বীকাৰ কৰিব নোখোঁজে, ধৰ্ম্মতত্ত্ব বা দাৰ্শনিক তথ্যৰ বৰ ওখ ভেটি বান্ধি সাধাৰণ জীৱনৰ এই ঘটনাবোৰক পুতি পেলায়। মহাকাব্য ৰচনাতো জীৱনৰ বীৰত্বপূৰ্ণ মহৎ ঘটনাবলীৰ বিকাশেই মুখ্য উদ্দেশ্য। দৈনিক জীৱনৰ সুখ-দুখ, হহাঁ-কন্দা এই সাধাৰণ কাহিনীবোৰ প্ৰকাশৰ অযোগ্য বুলি ভাৱে। অথচ এই অতি পৰিচিত সৰু-সুৰা কাহিনী

বোৰলৈ লক্ষ্য কৰি তাৰ ভিতৰত থকা ৰস উপভোগ কৰা প্ৰবৃত্তিতেই উপন্যাসৰ বীজ সোমাই আছে। ইংৰাজ কবি Chaucer উপন্যাস লিখক নহলেও উপন্যাসৰ উপাদান আৰু মনোভাৱ তেওঁৰ কবিতাত যথেষ্ট পৰিমাণে পোৱা যায়। সেই দেখিয়েই Chaucer অক ভাবী উপন্যাস লিখকৰ আপোন-মানুহ বা পূৰ্ব্বপুৰুষ বুলি কলেও বেচি কোৱা নহয়। আমাৰ পুৰণা সাহিত্যত এই বাস্তৱতাৰ চিনৰ অভাৱৰ কাৰণেই জাতকৰ সাধুবোৰত তাক আমাৰ যেন নোপোৱাই পোৱাৰ বস্তুৰ দৰে লাগে। ইয়াৰ মাজত উপন্যাসৰ যথেষ্ট আহিলা পাতি থকা দেখি মনত ইয়াকে খেলাই যে পিচৰ যুগতো যদি এই ধাৰা কোনো প্ৰতিবন্ধক নোহোৱা কৰি বৈ যাব পৰা হেঁতেন তেন্তে এই জাতক বিলাকেই উপন্যাস ৰচনাৰ পোন প্ৰথম গৌৰৱ লাভ কৰিলে হেতেন। লগে লগে উপন্যাসেও ইংৰাজী সাহিত্যৰ অনুকৰণত বিদেশীয় ভাব বিকৃত হৈ বাৰীৰ বাঁহ তলেদি আমাৰ সাহিত্যৰ মাজত সোমাবলগীয়া নহলহেঁতেন।

**ইউৰোপীয় সাহিত্যত উপন্যাসৰ ক্ৰম বিকাশ ঃ**

আগেয়ে উনুকিবা হৈছে যে উপন্যাস বাস্তৱতে আমাৰ দেশৰ বস্তু নহয়। ই ইংৰাজী ভাষাৰ মাজেদি ইউৰোপীয় ভাৱৰ হে সমল। সেইদেখি ইউৰোপীয় সাহিত্যত ইয়াৰ ক্ৰম বিকাশ চোৱা যাওঁক। ইটালীকেই উপন্যাসৰ আচল জন্ম স্থান বুলিব পাৰি। ইয়াতেই ১৩৫০ খৃঃ ত Boccacio ই কিছুমান প্ৰেমৰ গল্প Decameronia Novellia storia নামেৰে প্ৰকাশ কৰে। Novellia Storia পোন প্ৰথমতে কোনো নতুন গল্পকহে বুজাইছিল। কিন্তু খুব সোনকালে ই পদ্যত লিখা উপাখ্যান বোৰৰ বাহিৰে যেই সেই গদ্যত লিখা গল্পকেই বুজাবলৈ ধৰিলে। পদ্যত লিখা উপাখ্যান বিলাকৰ পুৰণি নাম Romance য়েই থাকিল। মধ্যযুগৰ Romance বিলাকে অতীতৰ সাধুকথা বিলাকত কল্পনাৰ ৰহন সানি প্ৰকাশ কৰিছিল। কিন্তু উপাখ্যান বিলাকে দৈনন্দিন জীৱনৰ কাৰ্য্য-কলাপৰ এটি বাস্তৱতাৰ চিত্ৰ আগত তুলি ধৰিছিল আৰু সেই দেখিয়েই এনেবোৰে মানুহৰ মন বৰ বেচিকৈ আকৰ্ষণ কৰিব পাৰিছিল। ইটালীয় দেশৰ এনে কল্পনা প্ৰসুত গল্প বোৰক আন আন দেশৰ লিখকে নিজ নিজ ভাষালৈ অনুবাদ কৰি তেওঁলোকৰ দেশত তেনে সাহিত্য প্ৰচাৰৰ এটি প্ৰেৰণা দিছিল। 'এলিজাবেথৰ' যুগত ইংলেণ্ডতো Lily ৰ Eupheus, Sydney ৰ Arcadia আদি উপন্যাস ৰচনাৰ চেষ্টা চলিছিল। এইবোৰত সপ্তদশ শতাব্দীৰ বীৰত্বৰ কাহিনীৰ সৈতে পুৰণি যুগৰ বীৰ সকলৰ অলৌকিক কাহিনীৰ যোগ আছিল আৰু লগে লগে ভাষাতো গদ্য-পদ্যৰ সান-মিহলি আছিল। কবিতাৰ উপাখ্যান বিলাকত থকা মনৰ বিভিন্ন ভাৱধাৰা প্ৰকাশতকৈ এইবোৰত নানা ৰকম দুঃসাহসৰ কাৰ্য্য-কলাপৰ বিৱৰণহে বেচিকৈ থকা হ'ল। কলম্বচৰ আমেৰিকা আবিষ্কাৰৰ ফলত Spain ৰ মানুহ বিলাকে জাহাজেৰে অশেষ ধন-বস্তু অনা দেখি ইউৰোপৰ আন আন জাতি বিলাকৰ বিশেষকৈ ইংৰাজৰ সেইফালে মন বেছি টান

খালে। ইংলণ্ডৰ এশ বছৰীয়া যুদ্ধ আৰু গোলাপৰ যুদ্ধৰ অৱসানৰ লগে লগে ডাঙৰীয়া শ্ৰেণীৰ মানুহ বিলাকৰ অৱস্থা ক্ৰমশঃ বেয়াৰ ফালে ঢাল ললে। লাহে লাহে জনসাধাৰণৰ শক্তি বাঢ়িবলৈ ধৰিলে। তেতিয়া দেশত যুঁজ-বাগৰ কৰি থকাতকৈ তেওঁলোকে জাহাজেৰে নতুন নতুন দেশ আৱিষ্কাৰ কৰি তাৰ পৰা ধন-সোণ গোটাবৰ চেষ্টাতহে লাগি গ'ল। নানা দেশ ফুৰি আহি নাওঁৰীয়া (Sailors) বিলাকে বিভিন্ন দেশত তেওঁলোকে কি দেখিছিল, কেনেকৈ যুঁজ-বাগৰ কৰি সাহৰ চিনাকী দিছিল এই কথাবোৰ সঁচাই-মিছাই মিহলি কৰি দেশৰ মানুহৰ আগত কবলৈ ধৰিছিল। তেওঁলোকৰ এই কাৰ্য্য-বিবৰণবোৰে সেই সময়ত মানুহৰ মন বৰ আকৰ্ষণ কৰিছিল। বহুত লিখকে এইবোৰৰ পৰাই কল্পনাৰ ৰহন সানি নানা ৰকমৰ গল্পৰ সৃষ্টি কৰিছিল। সপ্তদশ শতাব্দীৰ শেষ ভাগত আৰু অষ্টাদশ শতাব্দীৰ আৰম্ভণতে উপন্যাসে ইংলণ্ডত সাহিত্যৰ এটা বেলেগ শ্ৰেণী সৃষ্টি কৰিছিল। Defoe, Richardson, Fielding, Smallet, Sterne ইত্যাদিৰ অসীম সাহসিকতাৰ কাৰ্য্য-কলাপেৰে পৰিপূৰ্ণ উপন্যাস বিলাক সেই সময়ত বৰ জনপ্ৰিয় হৈ উঠিছিল। এই সময়ৰ কিতাপবোৰ সাধাৰণতে দুষ্ট মানুবোৰৰ কাৰ্য্য-কলাপ, সিহঁতৰ বিপদৰ মাজৰ পৰা হাত সাৰি অহা সিহঁতৰ লম্পট স্বভাব, কাম প্ৰবৃত্তি, প্ৰেমৰ বিকাশ, লগে লগে ধৰ্ম্মৰ জয় আৰু অধৰ্ম্মৰ পৰাজয় দেখুৱাই জনসাধাৰণক ধৰ্ম্ম পথলৈ অনাৰ চেষ্টা, এনে কথা বিলাকৰ বৰ্ণনাৰে পৰিপূৰ্ণ। দুবৃত্ত বিলাকৰ কাৰ্য্য-কলাপত নানা ৰহন সানি উপন্যাস প্ৰকাশৰ চেষ্টা Spain ত প্ৰথমে কৰা হয়। কল্পনাৰ মাজেদি সূক্ষ্ম পৰ্য্যবেক্ষণ শক্তিৰ সহায়ত নানা বিধ কাৰ্য্য-কলাপৰ যথাযথ বিবৰণ দি বাস্তৱতাৰ এটি নিখুঁত ছবি এই কিতাপবোৰৰ কিছুমানত আঁকি দেখুৱা হৈছে।এই শতাবাদীৰ শেষ ভাগত ইংলণ্ডত Jone Austen নামেৰে এগৰাকী মহিলা উপন্যাস লিখিকাই চাহখোৱা মেল আৰু আন আন সৰু সৰু ঘৰুৱা কথাৰ বিবৰণৰ মাজেদি সাধাৰণ গাওঁলীয়া জীৱনৰ এটি নিখুঁত ছবি তেওঁৰ কিতাপবোৰত প্ৰকাশ কৰিছে। প্ৰায় এই সময়তেই Sir Walter Scott "Ivanhoe". "Kenilworth" ইত্যাদি বুৰঞ্জী মূলক উপন্যাস প্ৰকাশ কৰে। ইয়াৰ আগলৈকে বাস্তৱতা (Realism) আৰু "Romance" ৰ একেবাৰে মিল নাছিল। Defoe ইত্যাদিৰ উপন্যাসত মধ্যযুগৰ Romantic Knight বিলাকৰ উপাখ্যান বিলাকক একেবাৰে হেঁচামাৰি থোৱা হৈছিল। কিন্তু Scott এ Romance ৰ বাস্তৱতাক (Realism) একেলগে যোগ দি এটা সুন্দৰ উপন্যাসৰ ধাৰা সৃষ্টি কৰিলে। তেওঁ বৰ্ত্তমান যুগৰ সমাজক অতীতলৈ ঠেলি নি তাৰ ছাঁৰে এটা গঢ় দি পুৰণি যুগৰ চৰিত্ৰ বিলাকত এটি নতুন জীৱনী শক্তি দান কৰিলে। তেওঁৰ শিষ্য Ainsworth, Lytton, (Last days of Pompei) Kingsley আৰু ফ্ৰান্স দেশৰ Hugo, Dumas (Country Man) ই তেওঁৰ এই প্ৰণালীকে অনুসৰণ কৰিছিল। ঊনৈশ শতিকাত বিখ্যাত উপন্যাস লিখক Dickens, Thackeray

আবিৰ্ভাব হৈ উপন্যাসক আৰু এখোপ আগবঢ়াই দিলে। এই যুগতে প্ৰকৃততে উপন্যাস ৰচনা ৰীতিৰ সকলো শক্তিৰ পূৰ্ণ বিকাশ হোৱাত সৰ্বাঙ্গীন সুন্দৰ হৈ উপন্যাসে সাহিত্যৰ আধা ঠাই অধিকাৰ কৰিলে। ভাব প্ৰৱণ উপন্যাস, সমাজ সংস্কাৰৰ উপন্যাস, খুহতীয়া আৰু বিদ্ৰূপাত্মক উপন্যাস ইত্যাদি সকলো শ্ৰেণীৰ উপন্যাসবেই এই যুগতেই সৃষ্টি হ'ল। ইয়াৰ শক্তি ব্যাপক আৰু বাহুল্য ভাবে জীৱনৰ সকলো অৱস্থাতেই অনুভৱ কৰা গ'ল। এই যুগত চাৰিওফালে সমৃদ্ধিশালী নগৰবোৰ স্থাপন হোৱাত এফালে ধনীৰ সম্পদ আৰু আড়ম্বৰপূৰ্ণ জীৱন আৰু আনফালে দীন দৰিদ্ৰৰ কথমপি দুবেলা দুমুঠি খাবলৈ পোৱা দুৰ্বহ জীৱন, দৈনিক জীৱনৰ নানা ৰকম উলাহ-বিলাহ শোক আৰু আনন্দ, সৰু-সুৰা ঘটনা সকলোবোৰেই এই যুগৰ উপন্যাস বিলাকত ঠাই পালে।

Thomas Hardy এ দাৰ্শনিক তথ্যেৰে পৰিপূৰ্ণ আৰু এবিধ নতুন ধৰণৰ উপন্যাসৰ সৃষ্টি কৰিলে। তেওঁৰ উপন্যাসত জীৱন সম্বন্ধে তেওঁৰ নিজৰ ধাৰণা প্ৰকাশ কৰিলে। তেওঁৰ মতে মানুহৰ দুঃখ কষ্ট সহিব পৰা শক্তিৰ বাহিৰে সকলো দিশতেই তেওঁৰ শক্তি সীমাবদ্ধ। প্ৰকৃতিৰ কাষত মানুহ এক শক্তিহীন পুতলাৰ দৰে। তাৰ পৰাহত পৰা মানুহৰ উদ্ধাৰৰ শক্তি নাই - ই এক বিশাল যন্ত্ৰৰ দৰে মানুহক ক্ৰমাগত পিহিব ধৰিছে। নানা ৰকম সামাজিক শক্তিয়ে তেওঁক হেঁচা মাৰি ধৰি আছে। তাৰ উপৰি প্ৰকৃতি তথা নিয়তিয়ে তেওঁৰ ভাগ্যচক্ৰ ঘূৰাই আছে।

France ত Flaubert, Maupassant, Zola ই অতি বাস্তৱতাৰ চিত্ৰ আঁকি আৰু এক শ্ৰেণীৰ উপন্যাস সৃষ্টি কৰিলে। তেওঁবিলাকে তেওঁলোকৰ ৰচনাত মানুহ বা তেওঁলোকৰ প্ৰত্যেক কাৰ্য্য-কলাপ যেনে ঠিক তেনেদৰেই যথাযথ প্ৰকৃত বিৱৰণ দিবলৈ চেষ্টা কৰি উপন্যাস ৰচনাৰ আন এটি নতুন ধাৰা বোৱালে। Tolstoy, Dostoyevski ইত্যাদিয়ে মনস্তত্ব মূলক উপন্যাস ৰচনা কৰিলে। তেওঁলোকৰ উপন্যাসত চৰিত্ৰ বিলাকৰ বিভিন্ন ভাবধাৰা, বিভিন্ন কৰ্মক্ষেত্ৰত সেই ভাবধাৰাৰ বিকাশ তেওঁলোকৰ প্ৰত্যেক কাৰ্য্যৰ উদ্দেশ্য, বিভিন্ন শক্তিৰ প্ৰভাৱত তেওঁলোকৰ শক্তি সঙ্কুচিত বা বৃদ্ধি ইত্যাদি মনৰ বিভিন্ন ভাবৰ ধাৰাৰ সামঞ্জস্য বেছিকৈ দেখা যায়। বৰ্ত্তমান যুগত সকলো বিষয়তেই একো একোটা বিশেষ উদ্দেশ্য লৈ নানা ধৰণৰ উপন্যাস লিখা দেখা গৈছে। এই বিভিন্ন উদ্দেশ্য বিলাকেই লিখক সকলৰ বিশেষত্ব আৰু এয়েই উপন্যাসক সাহিত্যৰ এক বিশেষ শ্ৰেণীত ঠাই দিছে।

বুৰঞ্জীমূলক উপন্যাস :

বুৰঞ্জীমূলক উপন্যাস এই যুগৰ নতুন সৃষ্টি নহয়। সময়ৰ ফালৰ পৰা চাবলৈ গলে সাধাৰণতে সামাজিক উপন্যাসৰ আগতে বুৰঞ্জীমূলক উপন্যাসৰ ৰচনা হোৱা বুলি বহুত সমালোচকে মত প্ৰকাশ কৰে। প্ৰথমতে যেনেকৈ পুৰণি সাহিত্যৰ দেব-দেৱী বিলাকৰ আলম লৈ উপাখ্যান ৰচিত হৈছিল তেনেকৈয়ে বুৰঞ্জীৰ দুটা চাৰিটা প্ৰকৃত

ঘটনা লৈ তাৰ ওপৰত কল্পনাৰ বহন সানি এবিধ নতুন কথা সাহিত্যৰ সৃষ্টি কৰিছিল। তাক ঠিক বুৰঞ্জীও বুলিব নোৱাৰি আৰু উপন্যাসো বুলিব নোৱাৰি; মাথোন দুয়োৰে সানমিহলি। এই বিলাক কথা-সাহিত্যত সঁচা আৰু কল্পনাৰ সাধাৰণ আৰু অসাধাৰণ, প্ৰকৃত আৰু অপ্ৰকৃতৰ অদ্ভুত সংমিশ্ৰণৰ ফলত বাস্তৱ জীৱনৰ সৈতে ইয়াৰ যোগাযোগ খুব কম আৰু প্ৰায় নোহোৱা বুলি কলেও বেছি কোৱা নহয়। বাস্তৱৰ সূক্ষ্ম পৰ্য্যবেক্ষণ শক্তি উপন্যাস ৰচনাত সম্পূৰ্ণৰূপে বিকাশ হোৱাৰ আগতে মানুহে বুৰঞ্জীৰ প্ৰকৃত ঘটনাৰ মাজতো এখনি কল্পনাময় অবাস্তৱ ক্ষেত্ৰ সৃষ্টি কৰি তাত মুকলি মনেৰে ঘূৰি ফুৰিছিল আৰু তাৰ ফলতেই পোনতে এনেবিধ সাহিত্য ওলাইছিল। আমাৰ নিজা সাহিত্যত বুৰঞ্জীমূলক উপন্যাস হোৱাৰ আৰু এটা কাৰণ আছে। 'জোনাকী যুগ' ৰ লিখক সকলে যেতিয়া উপন্যাসৰ পিনে মন মেলিলে তেতিয়া ওচৰৰ বঙ্গ সাহিত্যত উপন্যাস, ঐতিহাসিক আৰু সামাজিক, বহুত আগবাঢ়ি গ'ল। তেওঁলোকৰ এই উপন্যাস বিলাক (বিশেষকৈ বুৰঞ্জীমূলক) ইংৰাজী আদৰ্শত ৰচিত আৰু তাৰ প্ৰভাৱেৰে কম বেছি ৰকমে প্ৰভাবান্বিত হৈছিল। আমাৰ লিখক সকলে যেতিয়া আমাৰ সমাজৰ ফালে চকু দি দেখিলে যে ৰাজনৈতিক পৰিবৰ্ত্তনৰ ফলত আমাৰ সমাজ জুৰুলা-জুপুৰা; পয়া লগা; কথমপি ঠৰক-বৰককৈ উঠিব পৰা। কাজে কাজে সমাজক তেওঁলোকে উপন্যাসৰ উপযুক্ত ক্ষেত্ৰ বুলি বিবেচনা নকৰিলে। অথচ আমাৰ দেশত উপন্যাস লিখিবৰ উপযোগী বিস্তৰ ঐতিহাসিক ঘটনা পৰি আছে। সেই দেখিয়েই তেওঁলোকে ইংৰাজ উপন্যাস লিখক স্কট (Scott) আৰু বঙ্গদেশৰ বঙ্কিম আৰু ৰমেশ চন্দ্ৰৰ আৰ্হিত যথা-সম্ভৱ অসমীয়া ঠাচেৰে বুৰঞ্জীমূলক উপন্যাস ৰচনাত লাগি গ'ল। আমাৰ সাহিত্যত বেজবৰুৱা ডাঙৰীয়াৰ পদুমকুঁৱৰীয়েই প্ৰথম বুৰঞ্জীমূলক উপন্যাস। তাৰ পাচত গোঁহাঞি বৰুৱাৰ লাহৰী, ভানুমতী, বৰদলৈ ডাঙৰীয়াৰ মিৰি জীয়ৰী, মনোমতী ইত্যাদি। জোনাকী যুগৰ জোনাকীত প্ৰথম সংখ্যাৰ পৰা "পদুমকুঁৱৰী" খণ্ডে খণ্ডে জোনাকীৰ ধাৰাবাহিক ৰূপে ওলাইছিল আৰু বহুত বছৰৰ পাছতহে ছপা হৈছিল। লাহৰি তাৰ পাছত একেবাৰে ছপা হৈ ওলোৱা কিতাপ। ছপা উপন্যাসৰ হিচাপে অৱশ্যে "লাহৰি" প্ৰথম উপন্যাস হ'ব পাৰে। বৰদলৈ ডাঙৰীয়াই আমাৰ সাহিত্যত কেইখনিও বুৰঞ্জীমূলক উপন্যাস দি থৈ গ'ল। কবলৈ বেজাৰ লাগে তাৰ পাচত আৰু তেনে উপন্যাস আমাৰ সাহিত্যত দেখা নগল।

প্ৰকৃততে কবলৈ গলে বুৰঞ্জীমূলক উপন্যাসৰ আদৰ্শ বৰ ওখ আৰু প্ৰায়ে চুব নোৱাৰা বিধৰ (১) বুৰঞ্জীৰ ঘটনাবহুল ছাঁৰ তলত আমাৰ পাৰিবাৰিক জীৱনৰ চিত্ৰ আঁকিব লাগিব। জীৱনৰ দৈনন্দিন ঘটনাৰ সৈতে ঐতিহাসিক ঘটনাৰ যোগাযোগ আৰু (২) তাৰ পৰম্পৰৰ সম্পৰ্কটো স্পষ্টকৈ দেখুৱাব লাগিব (৩) এফালে যেনেকৈ বুৰঞ্জীৰ বিপুল ঘটনা বৈচিত্ৰ আৰু তাৰ ভাৱধাৰা আৰু ফলাফলৰ বহনেৰে দৈনিক জীৱনৰ

সাধাৰণ কাৰ্য্য-কলাপবোৰ উজ্জ্বল কৰি তুলিব লাগিব, আনফালে তেনেকৈয়ে আমাৰ বাস্তৱ জীৱন কঠিন নিয়মৰ শিকলি আৰু সত্যৰ কঠোৰ বান্ধোনেৰে বুৰঞ্জীৰ কল্পনা প্ৰবলতাক সংযত কৰি সীমাৰ ভিতৰত ৰাখিব লাগিব। সৰ্ব্বশেষত দুয়োবো (৪) মিলন সম্পূৰ্ণ আৰু অন্তৰঙ্গ কৰি তুলিব লাগিব যেন গোটেই উপন্যাস খনিতে এটা গভীৰ ঐক্য ভাব জিলিকি পৰে। দুটা এটা বুৰঞ্জীৰ ঘটনা বা ৰজাৰ নামদি অপ্ৰাসঙ্গিক বৰ্ণনা বাহুল্যৰে ইতিহাসক বাস্তৱৰ কঠোৰ সত্যৰ পৰা মুক্তি লাভৰ এটা উপায় স্বৰূপে ব্যৱহাৰ কৰি উপন্যাস লিখিলেই যে তাক বুৰঞ্জীমূলক উপন্যাস বুলিব লাগিব তাৰ কোনো অৰ্থ নাই।

সাধাৰণতে দেখা যায় যে পুৰণি সাহিত্যত আচল ইতিহাস ৰচনাৰ ধাৰা কেতিয়াও নাছিল। অসমতো আহোম ৰাজত্বৰ আগেয়ে বুৰঞ্জী লিখাৰ যে কোনো নিয়ম আছিল তাক দঢ়াই কব নোৱাৰি। ভাৰতীয় সভ্যতাৰ ধাৰাই ৰাজনৈতিক পৰিবৰ্ত্তনৰ লগে লগে সাধাৰণ মানুহৰ সুখ-দুঃখ ইত্যাদিক কোনো লেখত লবলগীয়া বস্তু নহয় বুলি আধ্যাত্মিক তত্ত্ব লৈয়ে বিভোৰ আছিল। সংসাৰৰ সাধাৰণ ঘটনাৱলীক একেবাৰে তুচ্ছ জ্ঞান কৰিছিল। অতীতৰ মানুহো যে আমাৰ দৰে তেজ মঙহেৰে গঢ়া জীৱ, আমাৰ দৰে তেওঁ বিলাকৰো আশা-আকাঙ্খাৰে সৈতে এটা বাস্তৱ জীৱন আছিল, তেওঁলোকে মাথোন আধ্যাত্মিক তত্ত্বতে মগ্ন থাকি সপোনতে জীৱন নকটাইছিল। আমাৰ দৰেই তেওঁলোকৰ ভাল-বেয়া নানা ৰকম বিৰোধী ভাবেও দেখা দিছিল। এই বিলাক কথা পুৰণি সাহিত্যৰ পৰা আমি স্পষ্ট ভাৱে উপলব্ধি কৰিব নোৱাৰো। কাজে কাজেই অতীত আমাৰ কাৰত সপোনৰ দৰে আৰু আন্ধাৰৰ অন্ধ আৱৰণেৰে ঢকা, যি সি সময়ৰ বুৰঞ্জী পোৱা যায় সিও কোনো ৰজা বা ক্ষমতাশালী মানুহৰ সম্বন্ধে লেখা আৰু ৰাজনৈতিক পৰিবৰ্ত্তনো তেওঁলোকৰ সমসাময়িক কেইজনমান মানুহৰ কাৰ্য্য-কলাপৰ সমষ্টি মাথোন। ইউৰোপীয় ইতিহাসত জনসাধাৰণৰ প্ৰভাব, তেওঁলোকৰ কাৰ্য্যপ্ৰণালী আৰু ভাৱধাৰা যেনেকৈ স্পষ্ট ভাৱে পোৱা যায়, আমাৰ বুৰঞ্জীত তাৰ নাম গোন্ধকো পাবলৈ নাই। সেইদেখি কোনো ৰাজনৈতিক বিপ্লৱৰ আলোচনা কৰিবলৈ গলে মাথোন ওপৰত উনুকিউৱা দুই চাৰি জনৰ বিভিন্ন ৰকমৰ কাৰ্য্যাৱলীৰ বাহিৰে জনসাধাৰণৰ কোনো জাগ্ৰত চেষ্টা বা মনোভাব চকুত নপৰে। তেওঁলোকে যেন গোটেই জীৱনটো টোপনি জালতেই কটালে। নম্ৰভাৱে আদেশ পালন কৰিলে, কোনো প্ৰতিবাদ নকৰাকৈয়ে মাৰ খালে। আৰু কোনো ৰকমেই নিজৰ ইচ্ছা শক্তিৰ প্ৰকাশৰ চেষ্টা নেদেখুৱালে। সেই দেখি উপন্যাস লিখক সকলে তেওঁলোকৰ চৰিত্ৰ বিলাকক সজীৱ কৰিবৰ কাৰণে বেচি ৰকমে যে কল্পনাৰ আশ্ৰয় লবলগীয়া যি হৈছে তাত আচৰিত হব লগীয়া একো নাই।

বুৰঞ্জীমূলক উপন্যাস বুৰঞ্জী বিখ্যাত মানুহ বিলাকৰ ভাগ্য বিপৰ্য্যয়ৰ কথা লৈ লিখা হলেও তেওঁলোকেই যে তাৰ নায়ক হব তাৰ কোনো অৰ্থ নাই। Ivanhoe ত

Richard I; Quentin Durward অত Louis XI, Kenilworth অত Elizabeth, Woodstock অত Charles II ইত্যাদি এই ঐতিহাসিক চৰিত্ৰ বিলাকেই গোটেই উপন্যাসবোৰত সাধাৰণ ভাবে দেখা দিছে আৰু কাল্পনিক চৰিত্ৰবোৰেই প্ৰধান অংশবোৰ অধিকাৰ কৰিছে। এনে হোৱাৰ দুটা কাৰণ আছে। প্ৰথমতঃ এই ঐতিহাসিক চৰিত্ৰবোৰৰ সৈতে পাঠকৰ বিশেষ পৰিচয় থকাৰ কাৰণে তেওঁলোকৰ বুৰঞ্জীত থকাৰ দৰে নেদেখুৱাই কল্পনাৰ সহায়ত আন ৰকমে দেখুৱাবলৈ বিশেষ বাধা পাব আৰু লিখকৰ ৰুচি অনুযায়ী তেওঁলোকৰ চৰিত্ৰ পৰিবৰ্ত্তন কৰা নচলে। সেই দেখিয়েই লিখকে যি বিলাক বিপ্লব, সামাজিক পৰিবৰ্ত্তন ইত্যাদি দেখুৱাবলৈ বিচাৰিছে আৰু সমসাময়িক যি বিৰোধৰ ধাৰা জিলিকাবলৈ চেষ্টা কৰিছে সেইবিলাকক কাল্পনিক চৰিত্ৰৰ মাজেদি দেখুৱাবলৈ তেওঁৰ পক্ষে সহজ হয়। দ্বিতীয়তঃ প্ৰত্যেক যুগৰ সাধাৰণ জীৱন, ৰীতি-নীতি, আচাৰ ব্যৱহাৰ সম্বন্ধে "Scott" ৰ ইমান ব্যাপক আৰু গভীৰ জ্ঞান আছিল আৰু প্ৰত্যেক শতাব্দীৰ প্ৰাণৰ স্পন্দনক তেওঁ ইমান সূক্ষ্ম সহানুভূতিৰে ধৰিব পাৰিছিল যে তেওঁৰ সমাজ চিত্ৰৰ মাজক ৰজাক বহুৱাবৰ কোনো প্ৰয়োজন নাছিল। কাজে কাজেই তেওঁৰ উপন্যাসবোৰত ঐতিহাসিক চৰিত্ৰবোৰক বাস্তৱতাৰ একমাত্ৰ নিদৰ্শন বুলি ধৰিবৰ কোনো আৱশ্যক নাছিল। ৰজা বিলাকক তেওঁৰ আখ্যানৰ পৰা বাদ দিলেও বাস্তৱতাৰ কোনো হানি নহয়। তেওঁলোকক সুমুৱাই এটি সংশয়হীন ভেটিৰ ওপৰত বাস্তৱতাৰ মাথোন গৌৰব বঢ়াইছে। এই বিলাক কাৰণতে Scott এ বুৰঞ্জীৰ চৰিত্ৰ বিলাক সাধাৰণ ভাও দিয়াবলৈ সাহ কৰিছে। কিন্তু আমাৰ অৱস্থা একেবাৰে বেলেগ। বিভিন্ন যুগৰ সামাজিক অৱস্থাৰ সম্বন্ধে আমাৰ জ্ঞান কিমান কম যে এটা যুগ আৰু আন এটা যুগৰ ভেদ ৰেখা অতি ক্ষীণ আৰু মনিব নোৱাৰাৰ দৰে। হিন্দুৰ অতীত যুগৰ কথা এৰি দিলেও পিচৰ যুগ বিলাকৰ সামাজিক বিশিষ্টতাৰ আমাৰ কোনো স্পষ্ট ধাৰণা নাই। গোটেই যুগবোৰ আমাৰ কাষত যেন এক ধৰণেৰে আৰু পাহৰণিৰ ধোঁৱাৰ ঢাকনিৰে ঢকা। ৰজা বিলাকৰ নাম আৰু বিশেষ ৰাজনৈতিক ঘটনাই এই আন্ধাৰত মাথোন অলপ পোহৰ পেলাইছে। কোনো এটা উপন্যাসত বৰ্ণোৱা ঘটনাৰ সম্বন্ধে জানিবৰ উপায় হৈছে সেই সময়ৰ শাসনকৰ্ত্তাৰ সময় ঠিক কৰি উলিওৱা। সেইদেখি ভাৰতীয় সাহিত্যত বিশেষকৈ বঙ্গ সাহিত্যত যিবিলাকে বুৰঞ্জীমূলক উপন্যাস লিখিবলৈ ধৰিলে তেওঁলোকৰ একমাত্ৰ ৰজা বা সেই জাতীয় কোনো পুৰুষক কেন্দ্ৰ কৰি কল্পনাৰ আশ্ৰয় লোৱাৰ বাহিৰে আন কোনো উপায় নাছিল। অসমত অৱশ্যে বুৰঞ্জীৰ ইমান দুৰ্ভিক্ষ হোৱা নাছিল আৰু দেশৰ সাধাৰণ বা ৰাজনৈতিক ঘটনাবোৰৰ বুৰঞ্জীত যত দূৰ সম্ভৱ যথাযথ বিবৰণ পোৱা যায় বুলি ধৰিব পাৰি। আমাৰ উপন্যাস লিখিবলৈ ৰাজপুতনা, মহাৰাষ্ট্ৰৰ ফালে ভুমুকি নেমাৰিলেও নচলে। কিন্তু দুঃখৰ বিষয় এই ঘটনাবোৰ চালি-জাৰি উপন্যাসৰ যোগ্য কৰিবৰ লিখক বিচাৰি পোৱা নাযায়। পোনাই কবলৈ গলে আমাৰ দেশত ঐতিহাসিক ঘটনাৰ কোনো অভাৱ নাই মাথোন লিখকৰহে অভাৱ।

বুৰঞ্জীমূলক উপন্যাসত বুৰঞ্জীৰ মূল সত্যক নিখুঁত ৰাখিব লাগিব। কিন্তু সাধাৰণ সৰু সুৰা ঘটনা বিলাকত লিখকে কল্পনাৰ সহায়ত যথেষ্ট স্বাধীনতা দেখুৱাব পাৰে। বুৰঞ্জীত য'ত পৰস্পৰ কাৰ্য্য কাৰণ ভালকৈ প্ৰকাশ হোৱা নাই তাত লিখকে কল্পনাৰে সৰু সৰু ঘটনা সৃষ্টি কৰি সিহঁতৰ পৰস্পৰৰ সম্বন্ধ ফটফটীয়াকৈ দেখুৱাব পাৰে। যি বিলাক ঘটনা অকস্মাত ঘটে সেইবিলাকৰ মানৱ চৰিত্ৰতাৰ বিশিষ্টতাৰ সৈতে লগ লগাই জিলিকাব পাৰে। ইতিহাসত (Dramatic) নাটকীয় কৰিবৰ কাৰণে সিঁচৰিত হৈ থকা ঘটনা বিলাক গোটাই ঐক্য সাধন কৰিব পাৰে। একেটা ঘটনাৰ সম্বন্ধে য'ত দুটা বা তাতকৈ বেছি বিবৰণ পোৱা যায় তেতিয়া যিটো বিবৰণ ললে উপন্যাস খন Dramatic হ'ব সেইটোকে বাচি লব লাগে। এইবিলাক ন্যায়সঙ্গত স্বাধীনতা। ঐতিহাসিক উপন্যাস লিখকে ইতিহাসৰ মূল সাধাৰণ সত্য বিলাক দেখুৱাবলৈ বাধ্য, কিন্তু সৰু সুৰা ঘটনাবোৰত তেওঁক যথেষ্ট স্বাধীনতা নিদিলে ইতিহাস আৰু ঐতিহাসিক উপন্যাসৰ কোনো প্ৰভেদ নাথাকে ইউৰোপৰ বুৰঞ্জীৰ যথেষ্ট সমল থকাৰ কাৰণে তাত ঐতিহাসিক বিবেক বা সত্যনিষ্ঠা (Historical Conscience) দেখুৱাবৰ বিশেষ সুবিধা আছে কিন্তু আমাৰ ইয়াত তেনে কোনো সমল নোপোৱাত কল্পনাৰ সীমা বহলাবলৈ বাধ্য নহলে পাঠকে উপন্যাসৰ ৰসৰ পৰা বঞ্চিত হ'ব লাগিব। বুৰঞ্জীতকৈ উপন্যাস শ্ৰেষ্ঠ এই কাৰণে যে উপন্যাসে কল্পনাৰ আশ্ৰয় লব পাৰে আৰু সত্যৰ বান্ধোনৰ পৰা আপেক্ষাকৃত স্বাধীন। ইয়াত লিখকে কল্পনাক দুই ৰকমে ব্যৱহাৰ কৰিব পাৰে। বুৰঞ্জীৰ সত্য নিৰ্ণয়ৰ অপ্ৰীতিকৰ দায়িত্বৰ পৰা নিজক ৰক্ষা কৰিবলৈ ইয়াক লগাব পাৰে। অথবা বুৰঞ্জীৰ স্পৰস্পৰ বিৰোধী জটিল বৰ্ণনাবোৰৰ ভিতৰলৈ সোমাই অন্তৰৰ অনুভূতিৰ সহায়েৰে তাৰ মাজৰ আচল সত্য আৱিষ্কাৰ কৰিবলৈ ইয়াৰ সহায় লব পাৰে। সেই কাৰণেই প্ৰায় তিনি ৰকমৰ বুৰঞ্জীমূলক উপন্যাস আমাৰ চকুত পৰে। প্ৰথম বিধত ঐতিহাসিক সত্যনিষ্ঠা আৰু দায়িত্ব জ্ঞানৰ পৰিচয় স্পষ্ট ভাৱে পোৱা যায়। দ্বিতীয় বিধত বুৰঞ্জীয়ে কল্পনাৰ ৰহনেৰে ৰাঙলী হৈ নিজৰ প্ৰকৃত ৰূপ এৰি দিয়ে আৰু ভাৱৰ বাহুল্যই সত্য নিষ্ঠাক উটুৱাই লৈ যায়। তৃতীয় বিধত বুৰঞ্জীক ছাঁৰ দৰে অসম্পূৰ্ণ ভাৱে মূল আখ্যানত সুমুৱাই দিয়ে। এই শ্ৰেণীৰ উপন্যাসত ঘটনা বৈচিত্ৰ্যৰ কাৰণ দেখুৱাবলৈহে বুৰঞ্জীক সুমোৱা হয়, আন কোনো নিপুণ কৌশল দেখুৱাবলৈ নহয়। আমাৰ ভাষাত প্ৰকৃত বুৰঞ্জীমূলক উপন্যাস নাই বুলিলেই হয়, যদিও দুই এখনে প্ৰথম বিধৰ কাষ চাপিছেগৈ তথাপি সেই জোখত ঠিক দৰে উঠিব পৰা নাই। বঙ্গ ভাষাতো ৰমেশ দত্তৰ "জীৱন-প্ৰভাত" আৰু "জীৱন সন্ধ্যা"ৰ আৰু অলপ কম বেচি ভাৱে বঙ্কিম বাবুৰ "ৰাজসিংহ"ৰ বাহিৰে প্ৰকৃত বুৰঞ্জীমূলক উপন্যাস পোৱা টান। "দুৰ্গেশ-নন্দিনী" অলপ কাষ চাপিলেও একেবাৰে জোখত উঠা নাই। ৰৰদলৈ ডাঙৰীয়াৰ "মনোমতী" আৰু "ৰহদৈ লিগিৰী" এই দুখনকে আমাৰ ভাষাত বুৰঞ্জীমূলক উপন্যাস

বুলিব পাৰি। "পদুমকুঁৱৰী"তো বুৰঞ্জীৰ এচোৱা পোৱা যায়। আগেয়ে উনুকিওৱা হৈছে যে বুৰঞ্জীমূলক উপন্যাসৰ আদৰ্শ বৰ ওখ আৰু চুব নোৱাৰা বিধৰেই। সেই দেখিয়েই আমাৰ ভাৱাত যি কেইখন উপন্যাসে সেই আদৰ্শৰ পিনে যিমান আগবাঢ়িব পাৰিছে আৰু যি কেইখনত বুৰঞ্জীৰ বিশাল ঘটনাৰ লগত সাধাৰণ জীৱনৰ যি অন্তৰঙ্গ যোগাযোগ বুৰঞ্জীমূলক উপন্যাসৰ প্ৰধান লক্ষণ বুলি কোৱা হৈছিল তাৰ অলপমান ছাঁ পোৱা যায় সেই কেইখনকে বুৰঞ্জীমূলক উপন্যাস বুলি ধৰি লোৱা উচিত। লগে লগে উপন্যাস যে বুৰঞ্জী নহয় আৰু বুৰঞ্জীও উপন্যাস নহয় এই কথা পাহৰা উচিত নহয়।

আধুনিক উপন্যাস লিখক সকলে মানুহৰ ওপৰত বহিৰ্জগতৰ ঘটনাৰ প্ৰভাব কমাই মানুহৰ মনৰ স্বাধীনতা বঢ়াই দি চিন্তা আৰু আত্মবিশ্লেষণৰ বেছি সুযোগ দিছে। অৱশ্যে বহিৰ্জগতৰ লগত একেবাৰে সম্বন্ধ চিঙিব নোৱাৰি, কাৰণ মানুহৰ মনৰ প্ৰবল প্ৰেৰণা বিলাক বহিৰ্জগতৰ পৰাই আহি তেওঁলোকৰ কাৰ্য্য-কলাপৰ ওপৰত প্ৰভাব বিস্তাৰ কৰেহি। অৱশ্যে বাহিৰৰ ঘটনা বিলাকৰ প্ৰভাৱৰ এটা সীমা থকা উচিত আৰু আধুনিক উপন্যাস লিখক সকলে সেই সীমাৰ নিৰ্দেশ কৰি দিছে। বুৰঞ্জীৰ ঘটনা বাহুল্যৰ কাৰণে মানুহৰ আত্মবিশ্লেষণৰ সুবিধা নাই বুলি আজি-কালি লিখক সকলে আপত্তি কৰে। তেওঁলোকে যিমান দূৰ সম্ভৱ ঘটনাৰ বাহুল্য কমাই মানুহক প্ৰধান আসন দি তেওঁলোকৰ ভাৱধাৰাৰ সূক্ষ্ম আৰু ব্যাপক ভাবে আলোচনা কৰিবলৈ বিচাৰে। কিন্তু বুৰঞ্জীত ঘটনাৰ প্ৰভাৱেই বেছি। এই ঘটনাৰ হেঁচাত মানুহে পেপুঁৱা লাগি অকলে এঠাইত আঁতৰি থাকিব বিচাৰে। বুৰঞ্জীৰ ঘটনা চক্ৰত পৰি তেওঁ বিবুদ্ধি হৈ চিন্তা ভাৱনাৰ সময় নেপাই লৰা-লৰিকৈ কোনো এটা সিদ্ধান্তত উপস্থিত হব লগীয়া হয়। পোনাই কবলৈ গলে ঘটনাই তেওঁৰ ডিঙিত চেপা মাৰি ধৰি লৰা-লৰিকৈ উত্তৰ আদায় কৰি লৈ গুচি যায়। ইয়াত তেওঁৰ আত্মবিশ্লেষণৰ সময় বা সুযোগ ক'ত? আধুনিক উপন্যাসত যি সাধাৰণ আৰু সৰু-সুৰা ঘটনাই মানুহৰ ওপৰত জাল পেলাই তেওঁক লাহে লাহে পাকে পাকে ঘূৰাই একেবাৰে নাগপাশত বান্ধি আত্মবিশ্লেষণৰ সময় বা সুযোগ দিয়ে, ঐতিহাসিক উপন্যাসত ঘটনা চক্ৰই আমাক তেনে সুবিধা নিদিয়ে। কিন্তু ই বিশ্লেষণৰ অভাব আনফালে পূৰায়। ইয়াত একো একোটা যুগৰ ঘটনা বৈচিত্ৰ্যৰ ব্যাপক বৰ্ণনাই ওখ ভাৱৰ আদৰ্শ বিকাশে, আৰু বীৰত্বৰ কাহিনীয়ে মানুহৰ মনত এনে এটা তৃপ্তি দি সৌন্দৰ্য্যৰ দুৱাৰ মুকলি কৰি দিয়ে, যি সাহিত্যৰ আন কোনো বিভাগেই আমাক দিব নোৱাৰে। দৰাচলতে কবলৈ গলে ঐতিহাসিক উপন্যাসে আমাৰ বাস্তৱ জীৱনৰ শূন্যতা পূৰ্ণ কৰি এনে এটি অভিনৱ ৰসৰ সোৱাদ দিয়ে যাক ভাষাৰে প্ৰকাশ কৰা অসম্ভৱ বুলিলেও বেচি কোৱা নহয়।

### উপন্যাস আৰু ৰোমান্স (Romance) :

উপন্যাস আৰু ৰোমান্সৰ (Romance) ভিতৰত এটা মৌলিক প্ৰভেদ আছে। এই প্ৰভেদ বাস্তৱ গুণৰ কম বেছিৰ ওপৰত নিৰ্ভৰ কৰে। উপন্যাসত বাস্তৱ গুণৰেই

প্ৰাধান্য। ইয়াত কল্পনাৰ ইন্দ্ৰধনুৰ প্ৰভাৱৰ সুযোগ বৰ কম। ইয়াত প্ৰধান কাম হৈছে সমসাময়িক সমাজ আৰু পাৰিবাৰিক জীৱনৰ চিত্ৰ আঁকা। সত্য পৰ্য্যবেক্ষণ আৰু সূক্ষ্ম বিশ্লেষণেই ইয়াৰ প্ৰধান. গুণ। যিমান দূৰ সম্ভৱ অসাধাৰণক ইয়াৰপৰা বাদ দিব লাগিব। মানুহৰ জীৱনৰ সহজ ধাৰাত যি দমন কৰিব নোৱাৰা প্ৰবৃত্তি বিলাক উঠলি উঠি গোটেই জীৱন খলক লগাই দিয়ে সেই বুজিব নোৱাৰা ৰহস্যৰ কুৱঁলীৰে ঢকা সত্যক প্ৰকাশ কৰোঁতে মাথোন "অসাধাৰণ"ৰ অলপ ছাঁ পেলাব পাৰে। Romance ত বাস্তৱতাৰ সানমিহলি। ই জীৱনৰ সহজ ধাৰাতকৈ অসাধাৰণৰ উচ্ছ্বাস আৰু গৌৰৱৰ ওপৰতহে বেছি নিৰ্ভৰ কৰে। জীৱনৰ বীৰোচিত গুণৰ বিকাশ, মনৰ প্ৰবল আবেগ আৰু জীৱনৰ ৰহনৰ সমাবেশেই Romance অৰ প্ৰকৃত বিষয়বস্তু। সেই কাৰণে সূৰ্য্যৰ কিৰণেৰে পোহৰোৱা অতি চিনাকি বৰ্ত্তমানতকৈ কুঁৱলীৰে ঢকা অচিনাকি অতীতৰ ফালেই ইয়াৰ স্বাভাৱিক ধাউতি। অতীতৰ বিচিত্ৰ আৱৰণ, আচাৰ ব্যৱহাৰ অতীতৰ আকাশ বতাহৰ মাজত সৰু সৰু দোষবাদোষৰি পাতল শুকুলা ডাৱৰৰ দৰে যিবোৰ অতি প্ৰাকৃত প্ৰায় বিশ্বাস কৰিব নোৱাৰা ৰহস্যময় আৰু কবিত্বময় কল্পনা উৰি ফুৰে, সেইবোৰৰে একো একোখনি সুন্দৰ পট আঁকিবলৈ চেষ্টা কৰে। অৱশ্যে এই অসাধাৰণৰ মাজতো Romance এ বাস্তৱ জীৱনৰ সৈতে নিগূঢ় সম্বন্ধ নেহেৰুৱায়, হেৰুৱালেই ই এটি অসম্ভৱ বুঢ়ী আইৰ সাধুলৈহে নামিব। মধ্য যুগৰ Romance বিলাকৰ বাস্তৱৰ লগত একো সম্পৰ্ক নথকাৰ কাৰণে সেইবোৰ উপন্যাসৰ শাৰীলৈ উঠিব নোৱাৰিলে। সিহঁতৰ আদি অন্ত নোহোৱা মায়া জালৰ হাবিৰ মাজত বাস্তৱ জীৱনৰ অকনো প্ৰতিধ্বনি শুনা নগৈছিল। কিন্তু আধুনিক বাস্তৱ প্ৰৱনতাৰ মাজত যি সামাজিক উপন্যাসৰ সৃষ্টি হৈছে তাৰ ওপৰত Romance এ নিজৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ এৰা নাই। আধুনিক Romance ত বাস্তৱতাৰ মন্ত্ৰেৰে অনুপ্ৰাণিত হৈ সত্যৰ কঠোৰ সংযমক স্বীকাৰ কৰি লৈছে। এতিয়া আৰু Romance ৰ মাজত অতিপ্ৰাকৃত বা বিশ্বাস কৰিব নোৱাৰা কথাৰ ঠাই নাই। বৰ্ত্তমান Romance লিখকে বাস্তৱতাৰ বা ঐতিহাসিক ভেটিৰ ওপৰত ঘৰ সাজি মনস্তত্ব বিশ্লেষণৰ দ্বাৰা কাৰ্য্য কাৰণৰ সম্বন্ধ বিলাক ফট্‌ফটীয়া কৰি দেখুৱাবলগীয়া হৈছে আৰু তাৰ চাৰিওফালে যি বিলাক নানা ৰঙীয়া ফুল ফুলে সিহঁতেও মাটিৰ পৰা ৰস টানিহে জীবলগীয়া হৈছে। সামাজিক উপন্যাস আৰু ইয়াৰ লগত মাথোন এয়ে প্ৰভেদ যে বাস্তৱতাৰ নাগপাশে ইয়াক একেবাৰে মেৰিয়াই ধৰা নাই। অসাধাৰণ আৰু বিচিত্ৰ ধৰণৰ কথালৈ এতিয়াও ইয়াত যথেষ্ট ঠাই আছে। উপন্যাসৰ দৰে Romance এ এতিয়াও বাস্তৱতাৰ সৰ্ব্বগ্ৰাসৰ মাজত পৰা নাই।

**সামাজিক উপন্যাস ঃ**

সামাজিক উপন্যাস বিলাকত সাধাৰণতে সমাজৰ গাওঁৰ বা পাৰিবাৰিক জীৱনৰ এটি নিখুঁত সুন্দৰ অসম্পূৰ্ণ সহানুভূতিমূলক চিত্ৰ পোৱা যায়। সাধাৰণ সৰল জীৱনৰ

বৰ্ণনাতো যে কিবা এটা বিশেষত্ব বা ওখ ধৰণৰ কোনো সৃজনী শক্তিৰ বিকাশ হয় প্ৰথমতে তাক বুজিব নোৱাৰি, গোটেইবোৰেই যেন হুবহু গাওঁলীয়া জীৱনৰ এটা Photograph বুলিহে বোধ হয়। ইংৰাজী উপন্যাসিক লেখিকা জেন অষ্টিনৰ (Jane Austen) কিতাপবোৰ পঢ়িলেও ঠিক তেনেকুৱা লাগে। তাত লেখিকাই ইমান সহজ ভাৱে ঘটনা বাহুল্য নথকা দৈনন্দিন জীৱনৰ এনে এটা ছবি আঁকি গৈছে আৰু ইমান সাৱধানেৰে কোনো বিশ্লেষণ বা গভীৰ তথ্য বাদ দিছে যে দেখিলেই বোধ হয় তাত একো কলা কৌশল নাই, মাথো সূক্ষ্ম পৰ্য্যবেক্ষণ শক্তি থাকিলেই যেয়ে সেয়ে তেনেকুৱা বৰ্ণনা দিব পাৰিব। এইটো এটা একেবাৰে ভুল ধাৰণা। কাৰণ খুব ওখ ধৰণৰ কলা কৌশল নেথাকিলে এনে সাধাৰণ উপাদানৰ পৰা এনে সুন্দৰ আৰু অন্তৰ চুই যোৱা উপন্যাস লেখিব নোৱাৰি। যি কলাই (Art) আত্মগোপন কৰি নিজৰ সকলো বাহিৰা লক্ষণবোৰ লুকাই থব পাৰে সেয়ে খুব ওখ ধৰণৰ কলা (Art)।

আধুনিক উপন্যাস বিলাকত বিশ্লেষণ আৰু মন্তব্য খুব বেচি পৰিমাণে থকা দেখা যায়। ই অৱশ্যে বিশেষ কোনো গুণৰ চিন নেদেখুৱায়। বক্তব্যৰ লগত মন্তব্যৰ আৰু বৰ্ণনাৰ লগত বিশ্লেষণৰ এটা স্বাভাৱিক সামঞ্জস্য থকা আৱশ্যক। বিশ্লেষণৰ বাহুল্য সেই সামঞ্জস্য নষ্ট হ'লে কলাৰ সৌন্দৰ্য্য হানি হয়। কবলগীয়া কথা খিনি বিশেষ গভীৰ বা ৰসাত্মক নহ'লে মানুহৰ মনৰ ভিতৰৰ ভাৱধাৰাৰ পৰিচয় নেথাকিলে সি অতিৰিক্ত বিশ্লেষণৰ ভাৰ সহিব নোৱাৰে। একেবাৰে সাধাৰণ ঘটনা ফালি-চিৰি দেখুওৱাৰ কোনো অৰ্থ নাই। তাৰ পৰা একো ৰস সৃষ্টি নহয়। শুকান জেওৰা চেপি থাকিলেও ৰস নোলায়। যি বিশ্লেষণ দুটা এটা কথাতেই শেষ কৰা নাযায় বা দুটা এটা ইঙ্গিতেৰেই তাৰ কাম সমাধা হয় তাকে আকৌ টানি বেচি বিশ্লেষণেৰে দীঘল কৰিবলৈ গলে সি মাথোন তিতা আৰু নিৰস হয় আৰু পাঠকবো ধৈৰ্য্য হেৰাবলগীয়া হয়। তেনে কথাবোৰ মিছাকৈয়ে দীঘল নকৰি পাঠকৰ সহৃদয়ত আৰু কল্পনা শক্তিৰ ওচৰত এৰি দিয়াই উচিত।

যি সমাজৰ বিষয়ে লেখা যায় সেই সমাজতে ডাঙৰ দীঘল হৈ তাৰ সকলো আতি গুৰি সম্বন্ধে ভাল জ্ঞান থাকিব লাগে। সেই সমাজৰ সাধাৰণ মানুহক অন্তৰেৰে ভাল পাব লাগিব আৰু তেওঁলোকৰ কাৰ্য্য কলাপৰ ওচৰত সম্পূৰ্ণ সহানুভূতি থাকিব লাগিব। নহলে সেই সমাজৰ চিত্ৰ নিখুঁতভাৱে আঁকিব নোৱাৰে। যি উপন্যাসত বৰ্ণোৱা সাধাৰণ ভাৱধাৰা আৰু অন্তৰৰ পৰিচয় পোৱা নাযায় সেই উপন্যাসক ওখ শ্ৰেণীৰ সামাজিক উপন্যাস বুলিব নোৱাৰি। তাত বাস্তৱতাৰ লগত অলপ সম্বন্ধ থাকিলেও সি শুকান আৰু নিৰস - মানুহৰ মন আকৰ্ষণ কৰিব নোৱাৰে। সাধাৰণ মানুহৰ দৈনন্দিন জীৱনৰ কাৰ্য্য প্ৰণালী, তেওঁলোকৰ সুখ-দুখ, হহাঁ-কন্দা এইবিলাকৰ ছবি তাত নিখুঁতভাৱে প্ৰতিফলিত নহয়। ইংলণ্ডৰ সাধাৰণ দুখীয়া শ্ৰেণীৰ লগত সাক্ষাত ভাৱে

পৰিচয় থকাৰ কাৰণে Dickens এ তেওঁৰ উপন্যাস বিলাকত সেই মানুহবিলাকৰ জীৱন ধাৰাৰ নিখুঁট ছবি প্ৰকাশ কৰিব পাৰিছে আৰু ঠিক সেই কাৰণতে Thackaray এও ইংলণ্ডৰ ওখ শ্ৰেণী (High Class Society) ৰ এটি নিখুঁত আৰু সৰল বৰ্ণনা তেওঁৰ উপন্যাস বিলাকত দি যাব পাৰিছে।

সামাজিক উপন্যাসত যে কল্পনাৰ ঠাই নাই এনে নহয় ইয়াত কল্পনাৰ প্ৰসাৰ যথেষ্ট আছে। ই বাস্তৱতাৰ চাৰিওফালে বেৰি থাকিব লাগিব। ইয়াক এৰি ওপৰলৈ উৰিব নোৱাৰে। বাস্তৱতাৰ ভেটিত কল্পনাৰ সহায়ত সূক্ষ্মতম কলা কৌশল দেখুৱাৰ আচল ঠাই হৈছে সামাজিক উপন্যাসতেই। এই উপন্যাস ৰচনাতে লিখকৰ নিপুণ কলা কৌশলৰ আৰু উচ্চতম Art অৰ পৰিচয় পোৱা যায়। ইয়াত লিখকে নানা বিষয় অৱতাৰণা কৰিবলৈ যথেষ্ট সুবিধা পায়। সমাজৰ মঙ্গল সাধনা কৰা, সমাজৰ বেয়া গুণবোৰ দূৰ কৰিবৰ চেষ্টা বা সমাজৰ আগত এটা এটা ওখ আদৰ্শ দাঙি ধৰা ইত্যাদি সকলো বিলাকৰে সুবিধা ইয়াত খুব বেছি ৰকমে পোৱা যায়। আমাৰ সাধাৰণ বাস্তৱ জীৱনত Romance অৰ পোহৰ নপৰে বুলি কলেও বেছি কোৱা নহয়। সময়ে সময়ে আমি বিদেশী সাহিত্যৰ অনুকৰণত বিদেশত চলা প্ৰণালীৰে আমাৰ বাস্তৱ জীৱনৰ ওপৰত Romance ৰ উচ্ছ্বাস বোৱাবলৈ চেষ্টা কৰো - কিন্তু বাস্তৱ জীৱনৰ সৈতে অসামঞ্জস্যৰ কাৰণেই আমাৰ এই চেষ্টা অসাৰ্থক আৰু অশোভনীয় হয়, যেনেকৈ প্ৰত্যেক দেশৰ মাটিত এক ৰকমৰ বিশেষ ফুল ৰঙীন হৈ ফুলি পৰে তেনেকৈ প্ৰত্যেক দেশৰ Romance এ সেই দেশৰ বাস্তৱ জীৱনৰ সৈতে এক নিগূঢ় আৰু চিঙিব নোৱাৰা সম্বন্ধত আবদ্ধ আৰু সেই বাস্তৱ জীৱনৰেই এটি উচ্চতৰ বিকাশ। যি ৰস আমি আমাৰ দৈনিক ঘৰুৱা কাম কাজৰ ভিতৰত বিচাৰোঁ সেই ৰসেই সাহিত্যত গানৰ সুৰ হৈ প্ৰকাশ হয়। তেনেকৈয়ে Romance ৰ সপোনো আমাৰ বাস্তৱ জীৱনৰ এবিধ ৰঙীন ফুল মাথোন। ইউৰোপীয় সাহিত্যত সাধাৰণ যুদ্ধ বিগ্ৰহৰ মাজেদি বা কোনো জটিল বিৰোধৰ মাজেদি প্ৰেমৰ আকস্মিক প্ৰকাশত Romance ৰ বিকাশ হয়। ইউৰোপীয় সভ্যতাৰ এই স্বাভাৱিক বিকাশৰ বাটেদিয়েই Romance এ জীৱনত প্ৰভাৱ বিস্তাৰ কৰে। কিন্তু ইতিহাস বা প্ৰেমৰ মাজত যি Romance পোৱা যায় সি আমাৰ দেশত স্বাভাৱিক নহয় আৰু বাস্তৱ জীৱনত ঠিক ৰকমে খাপ খাই নপৰে। কাৰণ আগেয়ে উনুকিয়া হৈছে বুৰঞ্জী বা কোনো ৰাজনৈতিক সংঘৰ্ষণে আমাৰ সাধাৰণ জীৱনৰ ওপৰত তেনেদৰে প্ৰভাৱ বিস্তাৰ নকৰে। সেই বুলি প্ৰেমৰ চিৰন্তন লীলা আমাৰ সাহিত্য বা জীৱনত নাছিল বুলি কলে মিছা কোৱা হব। কিন্তু ইউৰোপীয় সমাজত প্ৰেমৰ বিচিত্ৰ ধাৰা যেনেকৈ নতুন নতুন বিস্ময়ৰ মাজেদি বিকাশ হৈছে আমাৰ দেশৰ সামাজিক বিশিষ্টতাৰ কাৰণে তেনে হব পৰা নাই। আমাৰ দেশত প্ৰেমে চকুত চমক লগাই বিচিত্ৰ ধাৰাৰে বাহিৰলৈ বৈ নগৈ অন্তৰ্মুখী গভীৰ ধাৰাইদি একনিষ্ঠ হবলৈ বৈ গৈছে। অৱশ্যে লগে

লগে এইটোও কব লাগিব যে অতীতত আমাৰ সমাজ বৰ্ত্তমানৰ দৰে নিৰস আৰু বৈচিত্ৰহীন নাছিল। আমাৰো এটা বীৰত্বপূৰ্ণ গৌৰৱময় যুগ আছিল। আমাৰ জীৱনেও হয়তো এসময়ত যুদ্ধক্ষেত্ৰত ৰণৰ তালে তালে ভৈৰৱ মূৰ্ত্তিৰে নাচিছিল। এসময়ত হয়তো আমাৰ প্ৰেমেও গভীৰ আৰু প্ৰবল আবেগত উচ্ছ্বাসিত হৈ উঠিছিল। কিন্তু বৰ্ত্তমানত আমাৰ জীৱনৰ ধাৰাৰ ইমান পৰিবৰ্ত্তন হৈছে। পুৰণি প্ৰণালীৰ পৰা আমি ইমান আঁতৰি আহিছো যে সাহিত্য ক্ষেত্ৰত কবিৰ কল্পনাৰেও সেই পুৰণি কালৰ জীৱন যাত্ৰাৰ আকৌ নতুন জীৱন অসম্ভৱ হৈ পৰিছে। - সেই পুৰণা আবেগৰ ধাৰা কোনোবা পাহৰণি মৰুভূমিৰ মাজত একেবাৰে লুপ্ত হৈ গৈছে। সেই দেখি উপন্যাসত অতীত যুগৰ কাহিনী বিলাক ৰাতিৰ সপোনৰ দৰে কুঁৱলীৰে ঢকা দৰে লাগে। আমাৰ ৰাজনৈতিক চেষ্টা বাজীকৰৰ বাজীৰ দৰে বাস্তৱৰ লগত সম্পৰ্কহীন হৈ পৰে। আমাৰ যুদ্ধ জয় এটা অৰ্থহীন হাই উৰুমিত পৰেগৈ - আমাৰ প্ৰেমৰ অভিব্যক্তি পুৰণা মন্ত্ৰৰ দৰে প্ৰাণহীন আবৃত্তিৰ-নিচিনা শুনায়। সেই দেখিয়েই ওপৰত উনুকিৱা হৈছে যে আমাৰ বৰ্ত্তমান যুগৰ প্ৰথম লিখক সকলে উপন্যাস লিখোঁতে সমাজৰ ফালে চাই হতাশ হৈ বুৰঞ্জীত হাত দিলেগৈ।

**অতি আধুনিক উপন্যাস :**

এই শ্ৰেণীৰ উপন্যাসৰ সংখ্যা আজি কালি ইমান বেচি ইয়াৰ বৰ্ণনাৰ বিষয় আৰু ভাৱধাৰা ইমান বিভিন্ন যে ইয়াক কোনো এটা নিৰ্দিষ্ট শ্ৰেণীত এতিয়ালৈকে ঠাই ঠিক কৰি দিব পৰা হোৱা নাই। তাৰ পাচত ইয়াৰ ৰূপ বা প্ৰকৃতি কেনে তাৰ এতিয়াও এটা নিশ্চিত বিচাৰ হোৱা নাই বৰঞ্চ পৰীক্ষা চলিয়েই আছে। ইয়াৰ বহল পৰিধিৰ মাজত নানা ৰকম যুক্তি তৰ্ক আলোচনাৰ আৰু অবান্তৰ মন্তব্যৰ অৱতাৰণাৰ কাৰণে উপন্যাসৰ পুৰণা সৌন্দৰ্য্য আৰু সামঞ্জস্য হেৰাইছে। ইয়াৰ উদ্দেশ্য একেবাৰে অনিশ্চিত। ইয়াৰ বিষয় বস্তুৰ বৰ্ণনাৰ ৰীতি আৰু জীৱনৰ সমালোচনাৰ বিশেষত্বই আগৰ উপন্যাসৰ ধাৰাক অনুসৰণ নকৰে - ইয়াৰ মৌলিকতাক সকলোৱে সমান ভাৱে এতিয়াও গ্ৰহণ কৰা নাই। তাৰ পাচত এই লেখক সকলে এতিয়াও নিজ নিজ প্ৰতিভাৰ পূৰ্ণ বিকাশ লাভ কৰা নাই - ভুল ভ্ৰান্তি আৰু পৰীক্ষাৰ মাজেদি নিজ নিজ বিশিষ্ট ভাৱ প্ৰৱণতাৰ অনুসন্ধানতেই ব্যস্ত আছে। সেই দেখি এই বিলাকৰ বিশেষত্ব সম্বন্ধে আমাৰ এতিয়াও ধাৰণা হোৱা নাই আৰু যি অলপ হৈছে তাৰো প্ৰতি মুহূৰ্ত্ততে পৰিবৰ্ত্তনৰ সম্ভাৱনা।

প্ৰথমতে ইয়াৰ ভাল বেয়া বেচি ভাগ বিষয়বস্তু বাচনিৰ ওপৰতে নিৰ্ভৰ কৰে। সমাজত নিষিদ্ধ প্ৰেমৰ কথা লৈয়ো যে ভাল সাহিত্যৰ সৃষ্টি কৰিব পাৰি তাক আমাৰ বহুতে অস্বীকাৰ কৰিলেও ইউৰোপীয় সাহিত্যৰ পৰা তাৰ সপক্ষে বিস্তৰ প্ৰমাণ দিব পাৰি। সমাজৰ অনুমোদন আমাৰ নীতি জ্ঞানৰ অভ্ৰান্ত বাট দেখুৱাওতা নহয়।

সমাজৰ বিধিমতে যি নৈতিক আদৰ্শক ডাঙি ধৰা হৈছে সিও সাধাৰণতে সুবিধাবাদ আৰু সমাজৰ কোনো কোনো বিশেষ শ্ৰেণীৰ নীতিজ্ঞান বা স্বাৰ্থ সংৰক্ষণৰ ওপৰতেই প্ৰতিষ্ঠিত। সেইদেখি এনে কিছুমান অসাধাৰণ ব্যতিক্ৰম হ'ব পাৰে যি সমাজৰ সাধাৰণ নীতিবোধতকৈ আৰু ওখ আদৰ্শ ডাঙি ধৰিব পাৰে - কৰবাত যদি কেতিয়াবা এনেকুৱা হয় তাৰ লগত সমাজৰ তুমুল সংঘৰ্ষণ আৰম্ভ হয়। উপন্যাস হৃদয়ৰ আৱেগৰ কাহিনী আৰু সেই আৱেগৰ উচ্ছ্বাসৰ ধাৰা সদায় যে সমাজৰ নিৰ্দিষ্ট প্ৰণালীয়েদি বৈ যাব লাগিব। সমাজৰ অসুবিধাজনক হলেও তাক কোনো মতেই স্বীকাৰ কৰিব নোৱাৰি-তেনেহলে তাৰ স্বাভাৱিক গতিত বাধা পৰে। সেই দেখি এই লিখক সকলে সাধাৰণতকৈ ওখ নৈতিক আদৰ্শ আৰু সংৰক্ষণ কৰিব নোৱাৰা হৃদয়ৰ আবেগ এই দুয়োটি দেখুৱাবৰ কাৰণে তেওঁলোকৰ সমাজ নিন্দিত প্ৰেমৰ সমৰ্থন কৰিব বিচাৰে।

ইয়াৰ বাহিৰেও যৌন আকৰ্ষণৰ চিত্ৰৰ লগত বাস্তৱতাৰ সংস্পৰ্শ থকা বুলিও ইয়াক সমৰ্থন কৰিবলৈ বিচাৰে। এই আকৰ্ষণৰ পাচত কোনো ওখ নীতি বা হৃদয়ৰ আবেগ নাথাকিব পাৰে। কিন্তু চকুৰে দেখা আৰু ইন্দ্ৰিয় প্ৰবৃত্তিৰ চৰিতাৰ্থতাই এই উত্তেজনাৰ কাৰণ হ'ব পাৰে। তথাপি জীৱনত এনেকুৱা ঘটে বুলিয়েই ইয়াৰ অৱতাৰণাক সমৰ্থন যোগ্য বুলি বিবেচনা কৰে। এই যুক্তিৰ সপক্ষে Flaubert ৰ "Madam Bovery" আৰু Zola ৰ উপন্যাস বিলাক উল্লেখ কৰে। এওঁলোকৰ উপন্যাসত হৃদয়ৰ আবেগক বাদ দি প্ৰকৃত বৈজ্ঞানিক অনুসন্ধানৰ দৰে স্ত্ৰী-পুৰুষৰ যৌন আকৰ্ষণ সম্বন্ধে কিছুমান গ্লানিকৰ অথচ অস্বীকাৰ কৰিব নোৱাৰা তথ্য সংগ্ৰহ কৰা আছে। ইয়াৰ মনোবৃত্তিত কোনো উত্তাপ বা উত্তেজনা নাই আছে মাথোন শুকান আবেগহীন সত্যৰ স্বীকাৰ আৰু বৈজ্ঞানিক কঠোৰ সত্যপ্ৰিয়তা, মানুহৰ যি পাশৱিকতা আছে কল্পনাৰ ৰঙীন পোচাকেৰে তাক নাঢাকি একেবাৰে উলঙ্গ ছবি প্ৰকাশ কৰাই ইয়াৰ একমাত্ৰ উদ্দেশ্য।

এইবোৰ যুক্তিতৰ্ক বিশ্লেষণ বৰ্তমান সাহিত্যত কিমান দূৰ প্ৰয়োগ কৰিব পাৰি তাক এবাৰ ভাবি চোৱা উচিত। কথা হৈছে কেৱল মাথোন বাস্তৱৰ অনুসন্ধানে আৰু তথ্যৰ অনুসন্ধানে আমাৰদেশত সৃষ্টি কৰা কুৎচিৎ যৌন সাহিত্যক সমৰ্থন কৰিব পাৰি নে নোৱাৰি। ইয়াৰ সমৰ্থনৰ কাৰণে তেওঁলোকে ইউৰোপীয় সাহিত্যৰ দৃষ্টান্ত আৰু ফ্ৰয়েদৰ মনস্তত্ত্ব মূলক আবিষ্কাৰৰ (Psycho-analysis) কথা কয়। ফ্ৰয়দৰ মতে মানুহৰ বহুত কামেই মগ্ন চৈতন্যত (Sub-Conscious) বন্ধ হৈ থকা কাম প্ৰবৃত্তিৰ প্ৰেৰণাৰ ফল স্বৰূপ।

কাজে কামে মানুহৰ যৌন আকৰ্ষণক প্ৰধান কৰি দেখুৱা আৰু কাম প্ৰবৃত্তিৰ গুপ্ত সঙ্কেতক প্ৰকাশ কৰা বৈজ্ঞানিক সত্যৰ অনুসন্ধানৰ বাহিৰে একো নহয়। ইয়াত যি ধৰ্ম্ম আৰু নীতিৰ দোহাই দি আপত্তি কৰে তেওঁ সত্যৰ বিৰুদ্ধে থিয় দি সত্যক অপমান কৰে। বৰ্ত্তমান বহুতৰ লেখাত যি নিলাজ আৰু উলঙ্গ যৌন আকাঙ্খা আৰু

মিলনৰ চিত্ৰ পোৱা যায় তাক যুক্তি তৰ্কেৰে সমৰ্থন কৰিব পৰা যায় নে নাযায় সন্দেহজনক। কাৰণ ওপৰত উনুকিউৱা ফ্ৰয়েদৰ তত্ত্ব এতিয়াও অনুসন্ধান সাপেক্ষ আৰু পৰীক্ষাধীন। ই সকলো দেশৰ সকলো প্ৰকৃতিৰ মানুহৰ জীৱন ৰহস্যৰ সম্পূৰ্ণ ব্যাখ্যা হয়নে নহয়, সেই বিষয়ে সন্দেহৰ যথেষ্ট ঠাই আছে। ইয়াক সকলোতে প্ৰয়োগ কৰিব পাৰি বুলি স্বীকাৰ কৰি ললেও ই উপন্যাস বিলাকৰ দৃষ্টিভঙ্গী (outlook) আৰু কাৰ্য্যপ্ৰণালীৰ ওপৰত খুব বেচি প্ৰভাৱ পেলাব পাৰে নে নোৱাৰে সিও সন্দেহজনক। নিৰুদ্ধ কাম প্ৰবৃত্তি যদি সঁচাসঁচিকৈয়ে আমাৰ অধিকাংশ চেষ্টা প্ৰচেষ্টাৰ গোপন শক্তিৰ কাৰণ হয় তেন্তে সাধাৰণ ব্যৱহাৰ ক্ষেত্ৰত আমাৰ স্বাধীনতা আৰু বিচিত্ৰ জীৱন ধাৰাৰ সোঁত কিয় কমি যাব আৰু সেয়ে হোৱা হলে মানুহৰ জীৱনৰ ইমান বৈচিত্ৰ্য নাথাকি আদিম অৱস্থাৰ স্বাভাৱিক সোঁতত উলটি গ'লহেতেন। হৃদয়ৰ আন্ধাৰ ৰহস্যময় গুহালৈ নামি মনৰ দ'লৈ যোৱা শিপাবোৰক টানি ওপৰলৈ উলিয়ালে উপন্যাসৰ ৰসে কেনেকৈ সমৃদ্ধি লাভ কৰিব? য'তে সূৰ্য্যৰ কিৰণ আৰম্ভ মানুহৰ স্বাধীন ইচ্ছা আৰু নীচ প্ৰবৃত্তিৰ মুক্ত বিকাশ সেইখিনিলৈকে উপন্যাস লিখকৰ ৰাজ্যৰ শেষ সীমা। যি দাৰ্শনিক তথ্যই মানুহৰ ভাগ্যক কোনো এনে অন্ধ প্ৰবৃত্তিৰ হাতত সীমাবদ্ধ কৰি দিয়ে - তাৰ ছাঁৰ তলত উপন্যাসৰ মুকলি পাহিবোৰ শুকাই লেৰেলি যায়। তথ্য অনুসন্ধানৰ ঢাপকেইটা পাৰ হৈ অনুমানৰ অটল সূৰ্য্যৰ পোহৰ নপৰা আন্ধাৰ গুহালৈকে উপন্যাস লেখকে বৈজ্ঞানিকৰ সৈতে সমানে একেলগে যে যাব লাগিব এনেকুৱা বিধান কতো এতিয়ালৈকে পালিব লগীয়া হোৱা নাই। মানব সমাজৰ প্ৰকৃতিৰ যি শিপাই আন্ধাৰত নিজক লুকাই থয়, আৰু যি ফুলে পোহৰ বতাহৰ মাজত নিজৰ সৌন্দৰ্য্য আৰু গোন্ধৰ সঁফুৰা মুকলি কৰি দিয়ে - এই দুয়োবো ভিতৰৰ কোনোটোক বেছি আদৰ সাদৰ কৰি ঘৰলৈ নিবলগীয়া তাক উপন্যাস লেখকৰ বুজিবলৈ অলপো পলম নহয়।

যি ইউৰোপীয় সমাজৰ দৃষ্টান্ত দি এই উপন্যাস বিলাকক সমৰ্থনৰ চেষ্টা কৰা যায় সেই সম্বন্ধে আলোচনা কৰা যাওক। ইউৰোপীয় সভ্যতাৰ ধাৰা আমাৰ সভ্যতাৰ ধাৰাৰ লগত বিভিন্ন হোৱাত আমাৰ সমাজৰ সৈতে সেই সমাজৰ বিস্তৰ প্ৰভেদ আছে। আমাৰ সমাজতকৈ যে সেই সমাজত যৌন মিলনৰ যথেষ্ট সুবিধা আৰু সুযোগ আছে তাক তেওঁলোকৰ সমাজ আৰু সাহিত্যৰ লগত পৰিচয় থকা মানুহ মাত্ৰেই স্বীকাৰ কৰিব। স্ত্ৰী-পুৰুষৰ সম্বন্ধ সমাজ আৰু বন্ধুত্বৰ ভিতৰেদি কিমান সোনকালে ঘনিষ্ঠ আকৰ্ষণত পৰিণত হয়, অলপ দিনৰ পাচত কেনেকৈ সকলোবোৰ পাহৰি আকৌ সাধাৰণ সম্বন্ধত পৰেগৈ, ইয়াৰ বিৱৰণ ইউৰোপীয় উপন্যাস বোৰত বিস্তৰ পোৱা যায়। এই সম্বন্ধে ভাবৰ Thermometre অত উঠা নমা কৰাই তাৰ এটা সাধাৰণ ঘটনা। আমাৰ দেশত যুগ-যুগান্তৰৰ সংস্কাৰ, ধৰ্ম্মবিশ্বাস আৰু লোকমতে দৈহিক মিলনৰ পটত যে বাধাৰ সৃষ্টি কৰে তাত এনেকুৱা প্ৰবল বাধাৰ নাম গোন্ধো নাই। কাজে কাজে

ইউৰোপীয় উপন্যাসত যৌন মিলনৰ সাধাৰণ ফুৰা চকা আৰু সমাজ ইত্যাদিৰ লগত সমানে সংস্পৰ্শ ৰাখি দেখুৱা হয়। সেই দেশত প্ৰবল আবেগৰ কাৰণেই বা পৰস্পৰৰ চিন্তাধাৰাৰ প্ৰতি সহানুভূতিৰ কাৰণেই যে ক্ষণস্থায়ী অবৈধ মিলন হয় তাৰ সমস্যা আমাৰ দেশৰ দৰে জটিল কোনো সমাধান নোহোৱাৰ দৰে নহয়। সেই দেশত সমাজৰ উদাৰতাই আৰু নতুন জীৱন যাত্ৰাৰ সম্ভাৱনাই সকলো সময়তে তেওঁলোকৰ উন্নতিৰ বাট মোকোলাই থয়। গতিকে এনেকুৱা মিলনৰ আগেয়ে তেওঁলোকৰ পৰস্পৰৰ অন্তৰৰ তুমূল সংগ্ৰাম আমাৰ তুলনাত বহুত পৰিমাণে কম। ইয়াৰ বাহিৰেও তাৰ সমাজৰ চকুত হঠাতে এই নৈতিক পথৰ পৰা পিচলি পৰা বুলি বিশেষ একো অমাৰ্জনীয় অপৰাধ নধৰাৰ কাৰণে বহুত তিৰোতাই সমাজত তেওঁৰ সম্মান নেহেৰুৱায়, আগৰ দৰেই ধমম চেনেহ, কাম-কাজ আৰু নানা বিধ সুন্দৰ আলোচনাৰ মাজেদি তেওঁলোকে জীৱন কটাই দিব পাৰে। কলঙ্কৰ চেকাই তেওঁলোকৰ গোটেই দেহ আৰু অন্তৰ চিৰ কালৰ কাৰণে কলা নকৰে। সেই সমাজতো আমাৰ ঋষি মুনিৰ দৰে বহুত প্ৰভাৱশালী আৰু আদৰ্শ পুৰুষেও সাধাৰণ প্ৰলোভনৰ মাজত পৰা দেখা যায়। তাৰ পাচতেই হঠাতে তাৰ পৰা উঠি এই নতুন অভিজ্ঞতাৰে জীৱনৰ বাকী অংশ পুৰাই লৈ কামত লাগি পৰে। তেওঁলোকৰ কাৰ্য্যক্ষেত্ৰ ইমান বহল আৰু বহুমুখী আৰু ইয়াৰ গতি ইমান প্ৰবল যে এই সামান্য কলঙ্কৰ দাগক একেবাৰে পৰিষ্কাৰ কৰি পেলায়। ছাইৰে ঢকা জুইৰ অঙঠা, বতাহত ছাইবোৰ উৰি গ'লে যেনে উজ্জ্বল হয়, ঠিক তেনেকৈয়ে এওঁলোকৰ প্ৰতিভাই বিচিত্ৰ অভিজ্ঞতাৰ সংস্পৰ্শত উজ্জ্বল হৈ এওঁলোকৰ সৃজনী শক্তিক আৰু প্ৰবল কৰে। য'ত সোঁত নাই তাৰ তলৰ বোকা বোৰক ফেনেকি থাকিলে সেই বোকাৰে পানী মাথোন লেতেৰা আৰু মলিয়ন কৰা হয়। সোঁত নথকা জীৱনত পাশবিকতাৰ অতি প্ৰাধান্যই চাৰিওফালৰ বতাহক দূষিত কৰি নৰকৰ দুৰ্গন্ধেৰে পৰিপূৰ্ণ কৰে।

ইউৰোপীয় সাহিত্যৰ আদৰ্শক আমাৰ সাহিত্যত কিমান দূৰ সুমুৱাব পাৰি ওপৰত কোৱা কথাখিনিৰ পৰাই অলপ ধৰিব পৰা গ'ল। বহুত দিনীয়া পুৰণা সংস্কাৰক একেবাৰে দূৰ কৰিবলৈ কিমান প্ৰবল আবেগ আৰু কিমান অন্তৰৰ তুমূল সংগ্ৰামৰ আৱশ্যক হয়, সেই সকলোখিনি লিখকে তেওঁলোকৰ উপন্যাসৰ মাজেদি ফুটাই তুলিবলৈ বাধ্য। সেইদেখি আজিকালি ঘাটে বাটে, খালে বিলে য'তে ত'তে - আনকি শিক্ষা মন্দিৰৰ দুৱাৰ মুখতো যি নিলাজ আৰু অহেতুক প্ৰণয় লীলা আধুনিক উপন্যাস বোৰত কচু ঢেকীয়া গজা দি গজি উঠিছে - নীতিৰ হিচাবত যি হয় হওক - বাস্তৱতাৰ হিচাবতো অন্ততঃ কোনোমতেই সমৰ্থন কৰিব নোৱাৰি। ডেকা গাভৰুৰ পৰস্প,ৰৰ দেখা সাক্ষাৎ হোৱা মাত্ৰকতে মন যে মিলনৰ কাৰণে বলিয়া হৈ উঠে, ইয়াক মনস্তত্ত্ব বিশ্লেষণ আৰু Art ৰ ফালৰ পৰাও স্বাভাৱিক বুলি ধৰিব নোৱাৰি। যদি কোৱা যায় যে জীৱনত এনেকুৱা ঘটে তথাপি সি মাথোন আকস্মিক বা প্ৰবৃত্তিমূলক তাক কেতিয়াও ওখ

শ্ৰেণীৰ Art ৰ শাৰীত ঠাই দিব নোৱাৰি। এনেকুৱা মিলনৰ ক্ৰমবিকাশৰ পাহিবোৰ ভালকৈ মেল খুৱাই নেদেখুৱালে আৰু আকৰ্ষণৰ সূত্ৰ বিলাকক স্পষ্ট ভাবে নিৰ্দেশ কৰি নিদিলে তাৰ Art ৰ হিচাব মতে কোনো সাৰ্থকতা নাথাকে।

আনফালে এইটোও চাব লাগিব যে কোনো বিষয়কে নাভাবি নিচিন্তি এনেয়ে বাদ দিয়া উচিত নহয়। নিষিদ্ধ প্ৰেমত যি এটা আকুল আকাংখা আৰু প্ৰবল আবেগ আছে তাৰ বৰ্ণনা উপন্যাস লেখকৰ এটা বৰ আদৰণীয় বিষয়। এইবোৰ যদি আমি পুৰণি কালৰ সংকীৰ্ণ নীতিবাদৰ মাজত পেলাই বাদ দিওঁ তেন্তে এটা ওখ শ্ৰেণীৰ সাহিত্যৰ ৰসৰ পৰা বঞ্চিত হম। জীৱনত প্ৰেম এটা জলন্ত সত্য। সংস্কাৰ আৰু নীতিজ্ঞানৰ দোহাই দি যদি ইয়াক অস্বীকাৰ কৰো তেন্তে জীৱন সম্বন্ধে আমাৰ এটা অসম্পূৰ্ণ ধাৰণা হৈ যাব।

যিবোৰ হোৱা উচিত সেইবোৰেই যদি জীৱনত হয় তেন্তে জীৱনৰ বিচিত্ৰ বুজিব নোৱাৰা আকস্মিক আৰু বিস্ময় ওপজোৱা বিকাশবোৰ একেবাৰে লোপ পাব। কিন্তু সাৱধান হ'ব লাগিব যে বৰ্ত্তমান যুগৰ স্বাধীন চিন্তাৰ দুৱাৰ দলিত থিয় দি পাপৰ ছবি আঁকিবলৈ যাওঁতে সেই চিন্তাতেই যেন আত্ম বলিদান নকৰোঁ। জুই লৈ ধেমালি কৰোতে যেন দেহ আৰু মনত ছাঁইৰে কলা নকৰো আৰু নিজকে যেন সেই জুইত জাহ নিদিওঁ। সামাজিক অৱস্থা এনেকুৱা নহলে স্ত্ৰী-পুৰুষৰ মাজত স্বাধীন অবাধ প্ৰেম উপজিবৰ সুবিধা নেপায়। যদিও লাহে লাহে সমাজৰ গতি এই আদৰ্শৰ ফালে উধাইছে তত্ৰাচ সাহিত্যৰ ওপৰত এই পৰিবৰ্ত্তনৰ প্ৰভাৱ ভালকৈ পৰিবলৈ এতিয়াও বহুত পলম আছে। মাথোন এনে ৰীতিৰ পৰিবৰ্ত্তনৰ কাৰণে বা ইতৰ ৰুচিৰ চৰিতাৰ্থৰ কাৰণে গতানুগতিক ভাবে এই সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। ইয়াত প্ৰত্যক্ষ অভিজ্ঞতাৰ সুৰ নাবাজিলে ই কেতিয়াও সমৰ্থনযোগ্য নহয়। বিহ খাই সকলোৱে যে মহাদেৱৰ দৰে নীলকণ্ঠ হ'ব নোৱাৰে এই কথাষাৰি মনত ৰাখিলে সমাজত আৰু সাহিত্যৰ বহুত মঙ্গল সাধন হ'ব।



# ওমৰৰ ধৰ্ম্মমতৰ সম্বন্ধে এটি টোকা

ওমৰ খায়ামৰ মূল পাৰ্শী ৰুবায়তত আস্তিক আৰু নাস্তিক দুই ভাবৰেই কবিতা পোৱা যায়। Fitzerald আদি কিছুমান ইউৰোপীয় পণ্ডিতে মাথোন নাস্তিকতা মূলক কবিতা বিলাক লৈ এটি সুসংশ্লিষ্ট কাব্যৰ অৱতাৰণা কৰিছে। Whinsfield অৰ Literal অনুবাদত দুই বিধৰে অলপ আভাস পোৱা যায়। ৰুবায়ত কোনো এটা বিশেষ সময়ত সীমাবদ্ধ নহয়; কাৰণ ই একেবাহে লিখি যোৱা কবিতা নহয়। তেওঁৰ জীৱনত যেতিয়া যি ভাবৰ অভিব্যক্তি হৈছিল তেতিয়া তাকেই লিখিছিল আৰু সেই খিনিৰেই সমষ্টি তেওঁৰ ৰুবায়ত।

"Immediatly before his death he was reading in the shifa of 'Aricenna' the chapter treating on the one and the many-- and his last words were-- O God, veritly I have striven to know thee according to the range of my power, therefore forgive me, for indeed such knowledge of thee as I possess, is my only means of approach to Thee"-- Literary History of Persia

by E.G. Browne-- P. 251."

১। (অসম সাহিত্য সভা পত্ৰিকা, ষোড়শ বছৰ, প্ৰথম সংখ্যা)

২। ওমৰতীৰ্থ পুথি খনৰ শেষ পৃষ্ঠাত এই প্ৰবন্ধ উল্লেখ আছে।

# কবি হাফেজ

কবি জাতিৰ মঙ্গল শঙ্খ। জাতিৰ মাজত তেওঁলোকে এনে একোটি সত্যৰ বাণী প্ৰচাৰ কৰি যায় যাৰ অনুপ্ৰেৰণাত জাতীয় জীৱনৰ ভাৱধাৰা এটি নিৰ্দ্দিষ্ট ধাৰাই দি ঢাল লয়। তেওঁবিলাকৰ বাণীয়ে জাতিক মঙ্গল পথত আগুৱাই দি ওখ আসনত তুলি জগতত সেই জাতিক জিলিকাই দিয়ে, Shelley এ 'Ode to the West Wind, অত কৈছে।

Be through my lips unawakened earth,
The trumpet of a prophecy!
If winter comes, can spring be for behind?'

আমাৰ কবি ˚ চন্দ্ৰ কুমাৰ আগৰৱালা দেৱৰ কবিতাতো পোৱা যায়—

"মোৰ মুখেদি মানৱ প্ৰাণত
ফুটক আকুল মাত,
মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ
সত্য হক প্ৰতিভাত।"

মহাকবি হাফেজেও—

জাত নিবিচাৰো কুল নিবিচাৰো
ভেদাভেদ মোৰ অকণো নাই,
প্ৰেমৰ পূজাৰী প্ৰেমেই ধৰম
ফুৰিছো প্ৰেমৰ বাঁহীটি বাই।

এই বুলি জগতত চিৰ সুন্দৰৰ প্ৰেমৰ বাতৰি প্ৰচাৰ কৰি তেওঁৰ প্ৰেমতেই নিজকে বিলাই দিছিল। যিজন মানুহৰ চকুৰ আঁৰত থাকিও কেতিয়াবা কোন অজান মুহূৰ্ত্তত আপোনা আপুনি প্ৰাণত পৰশ দি যায়, যি দুখীৰ সান্ত্বনাৰূপে হতাশৰ আশাৰূপে, আশ্ৰয় হীনৰ আশ্ৰয়স্থলৰূপে হঠাতে দেখাদি খন্তেকলৈ মনত অনিৰ্বাচনীয় আনন্দ ৰাশি ঢালি কেনিবাদি কোনেও কৰ নোৱৰাকৈ আপোনা আপুনি আঁতৰি যায়, সেই লীলাময় গোপন পুৰুষেই, প্ৰকৃতিৰ লীলা বৈচিত্ৰৰ ভিতৰেদি, ভঙা পতাৰ ওৰণিৰ আঁৰেদি, ছন্দে ছন্দে পলকে পলকে নতুন নাচোনেৰে হাফেজৰ সুৰত ধৰা দিছিল। সেই জ্যোতিৰ্ম্ময় পুৰুষৰ মহান তেজৰ পোহৰত হাফেজে গাইছিল—

পুৱতী নিশাৰ বতাহৰ সতে,
জীৱনৰ দুখ আঁতৰি গ'ল;
উপচি পৰিল প্ৰাণৰ পিয়লা
আত্মাৰ বাতিও পোহৰ হ'ল
হেৰুৱালো মই নিজকে নিজেই
সেই পোহৰতে বলিয়া হই
আকুল প্ৰাণৰ আবেগৰ সুৰ—
বিশ্বৰ সুৰত মিলিল গই।

এই অশ্ৰুত গানৰ অপূৰ্ব ছন্দই যুগ যুগান্তৰৰ মাজেদি কালৰ বুকুৰ স্পন্দিত ফুলি উঠি বিশ্ব মানৱক কেতিয়াবা হুৱাৱায় বা কেতিয়াবা কন্দুৱায়। অন্তৰ আকুল কৰা সেই আবেগৰ সুৰ ইৰাণ স্পন্দিত ফুলি উঠি বিশ্বমানৱক কেতিয়াবা হুৱাৱায় বা কেতিয়াবা কন্দুৱায়। অন্তৰ আকুল কৰা সেই আবেগৰ সুৰ ইৰাণ স্পন্দিৰ কবি হাফেজৰ মুখেদি জগতত প্ৰকাশ হৈছিল। কবি ভাব ৰাজ্যৰ শিল্পী, ভাৱ লৈয়ে তেওঁৰ লীলা খেলা। সেই কাৰণে কবিতা কেতিয়াও পুৰণি নহয়। অনন্ত কাল ধৰি চিৰন্তন আত্মাৰ দৰে-ই মানুহৰ প্ৰাণৰ অতি আপোন এই বিশাল ভাব ৰাজ্যৰ শ্ৰেষ্ঠতম কবি হাফেজ সেই ভগৱত প্ৰেমৰে কবি। তেওঁৰ কবিতাৰ শাৰীয়ে শাৰীয়ে এই প্ৰেমৰ অমৃত ধাৰা বৈ গৈছে।

জীৱনত মোৰ তোমাৰ প্ৰেমৰ
বাজিব মোহন মধুৰ বাঁহী,
স্মৃতি পৰশত মনৰ মাজত
প্ৰেমৰ কুসুমে মেলিব পাহি।
শিৰ যায় যক প্ৰাণ যায় য'ক
আহক মৰণ নকৰো ভয়
আকাশে বতাহে উঠক ধ্বনি
অজেয় তোমাৰ প্ৰেমৰ জয়।

আকৌ এঠাইত কৈছে—

ঢালা সুৰা সখি, পিয়লা ভৰাই
কিনো লাজ তাত আছে,

প্ৰেমৰ মৰম তেওঁ কি বুজিব
যিজনে ধৰম যাচে।

বঙ্গ কবি চণ্ডীদাসতো আমি পাওঁ—

মৰম নাজানে ধৰম বাখানে
এমন আছয়ে যাৰা
কাজ নাই সখী, তদেৰ কথায়
বাহিৰে ৰহুক তাৰা।

কি এই অপূৰ্ব প্ৰেম—

ই মৰতত দুদিনীয়া মোহত উপজা ৰচকী পখিলা নাচোনৰ কামজ প্ৰেম নহয়-ই চিৰন্তন প্ৰেম— ইয়াক ৰখানিব নোৱাৰি— বিদ্যাপতিয়ে কৰৰ দৰে—

সখি কি পুছসি অনুভৱ নোয়
সোহি পিৰিতি অনুৰাগ বাখানিতে
তিলে তিলে নুতন হোয়।
জনম অবধি হাসৰূপ নোছাৰিলো।
নয়ননা তিৰপিতি ভেল,
লাখ লাখ যুগ হিয়ে হিয়া ৰাখনু
তবু হিয়া জুৰণ নাগেল।

ইয়াত বিচাৰে প্ৰেমিকে প্ৰেমাস্পদৰ লগত মিলন। হাফেজে এঠাইত কৈছে-

চুলি কোছা পৰেহি মুখৰ,
দিনে মোৰ ৰাতিক আদৰে,
ওঁঠৰ দুই ৰাঙ্কনিত পৰি
প্ৰাণ মোৰ প্ৰাৰ্থনা পাহৰে।

কোনে কাক প্ৰাৰ্থনা কৰিব, প্ৰাৰ্থনা যে মিলি গ'ল। এই প্ৰেমস্পদ যে কিমান সুন্দৰ— চন্দ্ৰ সূৰ্য্য যাৰ দুই চকু, তৰা ৰাশি যাৰ ডিঙিৰ মুকুতাৰ মালা। সেই অপূৰ্ব সুন্দৰৰ কাৰণে হাফেজে কৈছে—

চকুযুৰি দেখি বিশ্ব ৰলিয়া,
নিজেও বলিয়া মই,

ধৰম কৰম তোমাতে সপিলোঁ
তোমাতেই হলো লই।
ৰতাহত তেওঁলৈ বাতৰি পঠাইছে—
মোৰ মৰমৰ ফুলনি ফুলাই
যদিহে সমীৰ বলিয়া—
খাটিছো তোমাক চেনেহীক মোৰ
চেনেহ বাতৰি বিলাবা।
মোৰ প্ৰাণে তোমাৰ লগত মিলন বিচাৰে—

তোমাৰ লগত মিলিবলৈ মোৰ বয়সৰ কি সকাম— তুমি যে মোৰ চিৰ নতুন; তোমাৰ লগত ময়ো নতুন হৈ যাম—

এৰাতি এৰাতি মাথো এবাৰ বুকুত
তুলি মোক লোৱা যতনেৰে,
জিলিকিব গাল মোৰ নতুন পুৱাত
যৌৱনৰ ৰাঙলী ৰেখাত।
বসন্ত সমীৰত মই তোমাৰ বাতৰি পাওঁ—
তোমাৰ বাতৰি প্ৰিয় বসন্ত সমীৰে আনি
সঘনে কঁপনি তোলে অথিৰ হিয়াত,
যৌৱনৰ ৰঙা তেজ তালে তালে নাচি উঠে।
গুলপীয়া গোলাপৰ শুৱনি শোভাত।
কেতিয়াবা বিৰহত কাতৰ হৈ তেওঁ কৈছে—
নগৰী হেৰাই চকুৰ পানীৰে—
বহি নিৰলাত কটাওঁ কাল,
মোৰ কান্দোনত কোন বিৰহীয়
চকুলো সৰাই তিয়াব গাল।

কোনে কান্দিব? কাৰ দুখত জগতত কোনে কান্দে— কোনো নাহিল, ফুলৰ মালা মৰহি গ'ল—

ক'ত ৰাতি উজাগৰে আছো বাট চাই

চেনেহৰে মালাধাৰি লই
শুকাল পুৱাত মোৰ মালতীৰ মালা
তুমিতো নাহিলা কাষলই।

পুৱা পোহৰৰ—
সপোন দেৱীয়ে ৰাতৰি বিলালে
জীৱন ব্যৰ্থ কৰিলা মোৰ।

কিন্তু যেতিয়া প্ৰিয়তম গোপনে গোপনে আহি কাষ চাপিলহি—
তেতিয়া তেওঁৰ—
মধুৰ কণ্ঠত চেনেহী বাণীয়ে—
কৰিলে হিয়াৰ ক্লান্তি দুৰ
দুখৰ ৰাতিৰ আন্ধাৰ আৰতি
বাজিলে পুৱাৰ প্ৰভাতী সুৰ।
প্ৰিয়তম মোৰ তোমাৰ লগতে
ললো জীৱনৰ জীৱন পথ,
চিৰ মিলনৰ পুৱা কিৰণত
চলোৱা অজয়ে প্ৰেমৰ ৰথ।

প্ৰিয়তমাৰ আগমনত কি আনন্দ। বিদ্যাপতিয়ে প্ৰিয় সমাগমৰ আনন্দত কয়-
আজু ৰজনী হাম ভোগে পোহায়নো
পেখনু পিয় মুখ চন্দা,
জীৱন যৌৱন সকল কৰি মাননু
দশা দিশি ভেল নিৰ নন্দা
আজু মমু গেহ গেহ বলি মাননু,
আজু মঝু দেহ ভেল দেহা,
আজু বিহি মোৰে অনুকূল হোয়ল,
টুটল সবহু সন্দেহা।”

এই খিনিতে হাফেজৰ বিখ্যাত “আগাৰ আ তোকে সিৰাজ ” ইত্যাদিৰ বয়েদটোৰ ভাৱধাৰাৰ অলপ ছা ধৰিবৰ লোভ সামৰিব নোৱাৰিলো—.

সিৰাজী সুন্দৰী মোৰ কোমল পৰশে
সাৰটা হিয়াৰ ধাৰ সুজিব নোৱাৰো
তোমাৰ গালৰ কলা তিলৰ কাৰণে
বোখৰা সমৰকন্দ এৰি দিব পাৰো।

তায়মুৰে যেতিয়া শুধিলে পৃথিৱীৰ সকলো ধন ৰত্ন হৰণ কৰি আমি যি বোখৰা সমৰকন্দক, সুন্দৰ কৰি সজাইছো তোমাৰ প্ৰেয়সীৰ এটা গালৰ কলা তিলৰ কাৰণে তাক বিলাই দিব খুজিছা, কৰি ইয়াৰ উত্তৰ কি? তেতিয়া হাফেজে উত্তৰ দিলে-

এনুৰা দানেই
কৰিছে সম্ৰাট মোক
পথৰ ভিক্ষাৰী

মই ইমান দুখীয়া যে সেই অতুলীয় সৌন্দৰ্য্যৰ সলনি মোৰ দিবলৈ একোৱেই নাই।......... তায়মুৰে এনে সুন্দৰ সাহসী উত্তৰ পাই খুব আনন্দ পালে। আৰু নিজৰ গাৰ ৰাজ সাজ সোলোকাই হাফেজৰ গাত পিন্ধাই দিলে। সঁচাকৈয়ে হাফেজে যদি প্ৰেমাস্পদৰ কাৰণে সংসাৰক তুচ্ছ ধূলি মাকতিৰ দৰে নেদেখিলেহেঁতেন তেন্তে তেওঁ দুখ বৰণ কৰি ইমান সুখ নেপালেহেঁতেন।

মানুহে মৃত্যুক ভয় কৰে— মৃত্যু কি?— প্ৰেমাস্পদৰ লগত আত্মাৰ প্ৰকৃত মিলন।

ৰাজ ৰাজেশ্বৰ বেশে আঁহা কাষলই
চাই লওঁ মূৰতি তোমাৰ শুনি লওঁ
অন্তিমৰ বীণৰ জোকাৰ মৰণৰ আগেয়ে এবাৰ।
সকলো প্ৰাণীৰ তুমি প্ৰাণৰ পুতলা
তোমাতেই সাৰ্থক জীৱন,
মৃত্যু কিনো? ইও এক তোমাৰ কাৰনে
আত্মাৰ প্ৰকৃত মিলন।

হাফেজৰ মৃত্যুৰ পাছত তেওঁক কবৰ দিয়া সম্বন্ধে মানুহৰ মাজত অলপ খোতা মোজা লগাত শেহত তেখেতৰ পুথি মেলি এনেদৰে এটা শ্লোক পালে—

হাফেজৰ শেষ ক্ৰিয়া সমাধা নকৰি
নুলটিবা হে বিশ্বাসী, একোকে নুগুনি
যদিও পাপেৰে ভৰা জীৱনৰ নাও
তথাপি সৰগত চাপিব আপোনি।

তেতিয়া যত্নৰে সঁতে তেওঁৰ শেষ ক্ৰিয়া সমাধা কৰা হ'ল। হাফেজৰ নশ্বৰ দেহ মাটিৰ লগত মিহলি হ'ল-- অবিনশ্বৰ যি থাকি গ'ল। তেওঁৰ অপাৰ্থিৱ সঙ্গীত তেওঁৰ নিজৰ মুখৰ পৰা আঁতৰি হাজাৰ হাজাৰ নৰ নাৰীৰ কণ্ঠত বিৰাজ কৰিছে। আজি প্ৰায় সাতশ বছৰ হ'ল সিৰাজৰ কুলীৰ সুমধুৰ সুৰ অনন্তত লীন হ'ল কিন্তু সেই সুৰৰ প্ৰতিধ্বনি আজি গোটেই সভ্য জগত বিয়পি পৰি আকাশ প্লাবিত কৰি জগত বাসীক মোহিত কৰিছে। কবিৰ প্ৰাণৰ বাঁহীৰ দৰে। তাৰ এফাল আছে সেই সনাতন মহা গায়কৰ ওঠত আনফালে বিশ্বমানৱৰ কাবত সৰগী সুৰেৰে অপূৰ্ব অনাহত সঙ্গীতৰ আলাপন কৰে।

মহাগায়কৰ বাঁহীৰ সুৰত
কবিৰ-প্ৰাণত কঁপিলে সুৰ,
মন্দাকিনীৰ অমিয়া নিজৰি
জীৱন শ্ৰান্তি কৰিলে দূৰ।

(জয়ন্তী, ৭ম বছৰ ৫ম সংখ্যা)

# মহাপুৰুষ শঙ্কৰদেৱ

অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলকয়া।

চক্ষুৰুন্মীলীতং যেন তস্মৈ শ্ৰীগুৰু বেনমঃ।।

আজি চাৰিশ বছৰৰ আগেয়ে এই পূণ্যভূমি ভাৰতবৰ্ষৰ এচুকত থকা অসমত যিজন মহাপুৰুষৰ আবিৰ্ভাৱ হৈ গোটেই অসম ধন্য কৰিলে, যি অসীম প্ৰতিভাৰ বলেৰে গোটেই অসমৰ সমাজ, ৰীতি, নীতি, আচাৰ, ব্যৱহাৰ সকলোকে নিয়মৰ বান্ধোনেৰে বান্ধি দি গ'ল, যি অসমৰ সাহিত্য ফুলনিত পাৰিজাত ফুল ফুলাই সৌৰভেৰে দশোদিশ আমোল মোল কৰিলে, যি অসমত ধৰ্মৰ অক্ষয় বট ৰাই থৈ গ'ল, যাৰ সুশীতল ছাঁয়াৰ তলত বহি আজি চাৰি শতাব্দী ধৰি অসমীয়া জাতিয়ে প্ৰাণত শান্তি লভিছে, যাৰ পূৰ্ণমহিমাৰ জ্যোতি অসমীয়াৰ প্ৰাণে প্ৰাণে প্ৰতিভাত, যিজনে নতুন সঞ্জীৱনী মন্ত্ৰেৰে প্ৰাণত নতুন বল দি অসমীয়া জাতিক নতুনকৈ সৃজন কৰি জগতত অসমীয়াৰ অস্তিত্ব ৰাখি থৈ গ'ল, আজি সেই অশেষ গুণ সম্পন্ন মহিমামণ্ডিত মহাপুৰুষৰ সোঁৱৰণী দিনত, — আজি অসমীয়াৰ এই পবিত্ৰ দিনত — সেই চৰণত প্ৰণিপাত কৰি নিজৰ জীৱন ধন্য কৰোঁ।

শঙ্কৰদেৱৰ বিষয়ে কিবা অকল-অচৰপ ক'বলৈ যোৱা মানেই নিজৰ ধৃষ্টতা প্ৰকাশ কৰা মাথোন, কাৰণ যি পিনেই চোৱা যায় সেই পিনেই তেওঁৰ অসীম শক্তিৰ আৰু সৰ্বতোমুখী প্ৰতিভাৰ পৰিচয় পোৱা যায়, কাজে-কাজে কোনো এফালেদি তেওঁৰ পৰিচয় দিবলৈ গ'লেই সেই পৰিচয় মাথোন অসম্পূৰ্ণ হৈ পৰে।

"তোমাৰ জীৱনী দেৱ লিখে এনে সাধ্য কাৰ,
গোটেই অসমভূমি বিস্তৃত জীৱনী যাৰ।"

সঁচাকৈয়ে ক'বলৈ গ'লে তেওঁৰ বিষয়ে সম্পূৰ্ণ জীৱন লেখা অসম্ভৱ। এফালে নহয় এফালে খুঁট থাকিয়েই যাব।

আমি সীমাবদ্ধ মানৱ। আমাৰ দৃষ্টিশক্তি, জ্ঞানশক্তি, সকলোখিনিয়েই সীমাৰ ভিতৰত থকা। আমাৰ চকুৱে মাথোন কিছু দূৰলৈহে দেখিব আৰু জ্ঞানেও হয়তো কোনো এটা নিৰ্দিষ্ট সীমাৰ ভিতৰৰ পৰা আগবাঢ়িব নোৱাৰে। তেন্তে অনন্ত জ্ঞান, অনন্ত শক্তি বুজিবলৈ আমাৰ কি সাধ্য আছে? শঙ্কৰদেৱৰ প্ৰতিভা আৰু জ্ঞান শক্তি বুজিবলৈ যোৱাৰ মানেই লোণৰ পুতলাই সাগৰ জুখিবলৈ যোৱাৰ নিচিনা, তাতেই লয় পাব

লাগিব। ৰাতি যেতিয়া অনন্ত আকাশলৈ চোৱা যায় তেতিয়া দেখা যায় যে তাত ভাল লাগে, আৰু শৰীৰৰ উপকাৰ হয়, এই মহাপুৰুষসকলৰ লগত থাকিলেও বা তেওঁলোকৰ বিষয়ে চৰ্চা কৰিলেও মন পবিত্ৰ ভাবেৰে পূৰ্ণ হৈ উঠে আৰু আত্মাৰো অশেষ মঙ্গল সাধন হয়। সাগৰৰ তীৰত বহি, সাগৰৰ ফালে চাই থাকি, নিজক অনন্তৰ লগত মিলাই দি, অস্ত যোৱা সূৰ্যৰ হেঙুলীয়া বহনেৰে ৰাঙলী পশ্চিম আকাশৰ, ঢৌৱেৰে নাচি থকা পানীত পৰা প্ৰতিবিম্বৰ অপূৰ্ব জেউতি চাই যেনেকৈ খন্তেকলৈ সংসাৰৰ সুখ-দুখ পাহৰিব পাৰি, তেনেকৈয়ে এই মহাপুৰুষসকলৰ জীৱনী পঢ়ি তেওঁবিলাকৰ কাৰ্যকলাপলৈ চাই তেওঁবিলাকৰ অসীম শক্তি মনত উপলব্ধি কৰি, তেওঁবিলাকৰ লগতে কাল কটাই, শেষত জীৱনৰ সন্ধিয়া বেলিকা সিপাৰৰ উজ্জ্বল আলোক ৰাজ্যৰ পোহৰ দেখি, তাৰ মধুৰ সঙ্গীত শুনি তালৈ যাবলৈ সাজু হৈ, বাকী কেইটা দিনো নিশ্চিন্ত মনেৰে, নিৰ্ভৰ অন্তৰে কটাই দিব পাৰি। সেই কাৰণেই কৈছোঁ, সাগৰ চোৱাও যি, মহাপুৰুষৰ জীৱনী পঢ়াও সি।

জগত পৰিবৰ্তনশীল। কোনো এটা নিয়মেই সমাজত একেৰাহে চলি আহিব নোৱাৰে। সমাজৰ পৰিবৰ্তনৰ লগে লগে তাৰো অলপ পৰিৱৰ্তন হ'বই লাগিব। নহ'লে সি হাজাৰ সুন্দৰ হ'লেও শেষত পৰোক্ষ ভাবে সি সমাজৰ অপকাৰহে কৰিব।

"The old order changeth yielding
Place to new,
And God fulfils himself in many ways
Lest one good custom should
Corrupt the word."

তাকে নহ'লে সমাজত বেমেজালি ঘটিব। জগতৰ ইতিহাসলৈ মন কৰিলেই আমাৰ কথাৰ সত্যতা প্ৰমাণ পোৱা যাব। যেই সেই ধৰ্মই বা নিয়মেই পোন প্ৰথমতে খুব সুন্দৰ থাকে। কিন্তু সমাজৰ স্বাৰ্থপৰ মানুহবিলাকৰ হাতত পৰি সি তাৰ চিৰন্তন সত্যৰ পথৰ পৰা লাহে লাহে আঁতৰি আহিবলৈ ধৰে। তেতিয়া সুযোগ বুজি সেই স্বাৰ্থপৰ মানুহবিলাকে তাক নিজৰ পৈতৃক সম্পত্তি বুলি ধৰি তাৰ পৰা নিজৰ সুবিধানুযায়ী নতুন নতুন অৰ্থ বাহিৰ কৰে আৰু অইন সাধাৰণ মানুহবিলাকক সেই বাটেদি যাবলৈ বাধ্য কৰে। শেষত লাহে লাহে সেয়ে গৈ অত্যাচাৰত পৰিণত হয়। তেতিয়া বিপ্লৱ উপস্থিত হয়। সমাজৰ পৰা ধৰ্ম আঁতৰি যায়। ধৰ্মৰ নামে ৰাশি ৰাশি পাপ বেচা হয়। পুণ্য সিংহাসনত পাপ প্ৰতিষ্ঠিত হৈ সমাজত নৰকৰ বীভৎসকাণ্ড অভিনয় কৰিবলৈ ধৰে। তেতিয়া এইদৰে ক্ৰমে পাপৰ অত্যাচাৰত সমাজ তললৈ যাবলৈ ধৰে, তেতিয়া সমাজে এনেকুৱা একোজন মানুহলৈ আশা কৰি থাকে যি নিজৰ অসীম শক্তিৰ বলেৰে চিৰন্তন

সত্য প্ৰকাশ কৰি, সামজত শান্তি স্থাপন কৰি, সমাজৰ গুৰিয়াল হৈ, সময়ানুযায়ী গতি নিৰূপন কৰি, পূণ্যৰ বাটত সমাজক আগুৱাই দিবলৈ সমৰ্থ হ'ব। সমাজৰ এনে অৱস্থাতেই দেশৰ একো একোজন মহাপুৰুষৰ আবিৰ্ভাব হয়।

তেওঁবিলাকৰ শক্তি অসীম, তেখেত সকলোৱেই দেশত নতুন তথ্য আবিষ্কাৰ কৰি আকৌ সমাজক নতুন সঞ্জীৱনী মন্ত্ৰেৰে জীয়াই তোলে। তেওঁবিলাকৰ আবিৰ্ভাৱতেই একো একোটি নতুন বাট মুকলি হয়। দেশৰ পুৰণিকলীয়া, মামৰে ধৰা আচাৰ ব্যৱহাৰৰ ঠাইত, সেই সময়ৰ সমাজৰ উপযোগী কৰি নতুন ধৰ্ম, নতুন নিয়ম প্ৰকাশ কৰে। দেশত ধৰ্ম স্থাপন কৰে — পূণ্যৰ সিংহাসনৰ পৰা পাপক খেদাই পূণ্যক নিজৰ ঠাইত প্ৰতিষ্ঠিত কৰে। এইসকল মহাপুৰুষকেই গোটেই দেশে ভক্তিৰে প্ৰাণিপাত কৰে। তেওঁবিলাকক আৰাধনা কৰে — পূজা কৰে, তেওঁবিলাকৰ স্মৃতি চিৰস্মৰণীয় কৰে। A page is the instructor of a hundred ages, সঁচা কথা। তেওঁবিলাকৰ দৃষ্টান্ত, উপদেশ, তেওঁবিলাকৰ মৃত্যুৰ পিছতো নাইকিয়া নহয়। তেওঁবিলাকৰ চিনচাব একেবাৰেই লোপ পাই নেযায়। সি শত শত বছৰ ধৰি হাজাৰৰ হাজাৰ মনৰ আন্ধাৰ দূৰ কৰি জ্ঞানৰ পোহৰ বিলাই থাকে। Christ, Mahammad, Luther, শঙ্কৰাচাৰ্য্য, ৰামানুজ — এইবিলাকেই তেনে ধৰণৰ পুৰুষ। এইবিলাকৰ আবিৰ্ভাৱতেই দেশ ধন্য হয়।

এতিয়া কথা হ'ব পাৰে যে এই মহাপুৰুষসকলে ইমান শক্তি ক'ৰ পৰা পায়? তাৰ উত্তৰত ইয়াকে কওঁ যে যি শক্তিৰ বলত Christ-এ I am the light of the world, he that followeth me shall not walk in the darkness বুলি জগতত জাননী দিছিল, যি শক্তিৰ বলত হজৰত মহম্মদে "লা ইলাহা ইল্লাল্লা" আৰু "আল্লাহো আকবৰ" ধ্বনিৰে আৰবৰ মৰুভূমি প্ৰতিধ্বনিত কৰিছিল, যি শক্তিৰ বলত Martin Luther-এ It is the repentence alone that can wash away the sin, no, not the Pope's Indulgence" বুলি Catholic জগতত Pope-অৰ বিৰুদ্ধে থিয় হৈছিল, যি শক্তিৰ বলেৰে বুদ্ধদেৱে "অহিংসা পৰমো ধৰ্ম্ম" বুলি জগতত নিৰ্বাণ তত্ত্ব প্ৰকাশ কৰিছিল, যি শক্তিৰ বলত মহাত্মা শঙ্কৰাচাৰ্য্যই "শ্লোকাৰ্দ্ধেন প্ৰৱক্ষ্যামি যদুক্তং শাস্ত্ৰকোটিভিঃ। ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ নাপৰম্।" বুলি 'একমেবাদ্বিতীয়ম'ৰ বিজয় পতাকা ভাৰতৰ আকাশত উৰুৱাইছিল, সেই শক্তিৰ বলতেই অসমৰ তান্ত্ৰিক যুগতো মহাপুৰুষ শঙ্কৰদেৱে 'হৰি-ৰাম হৰি-ৰাম এ মূল মন্ত্ৰ, কলিত নাহি তপ-জপ যজ্ঞ তন্ত্ৰ।" বুলি তান্ত্ৰিক ধৰ্মৰ বিৰুদ্ধে থিয় হৈ জগতত নাম মাহাত্ম্য প্ৰচাৰ কৰি বৈষ্ণৱ ধৰ্মৰ ভেটি পাতিছিল। গোটেই সমাজৰ শক্তি এই মহাপুৰুষসকলৰ গাত নিহিত থাকে, কাৰণ তেওঁবিলাক সমাজৰ মানস পুত্ৰ। সমাজে কত শ বছৰ ধৰি তেওঁবিলাকলৈ বাট চাই আছিল। যেতিয়া তেওঁবিলাকৰ আবিৰ্ভাৱ হ'ল, তেতিয়া গোটেই সমাজে সকলোবিলাক শক্তিকে তেওঁবিলাকৰ

গাতে থাপি দিলে, আৰু তাৰ বলতেই তেওঁবিলাকে সমাজ সংস্কাৰৰ কাৰণে অগ্ৰসৰ হ'ল। কাৰণ Production of genius are a super human offspring of man. তাৰ উপৰিও তেওঁবিলাকৰ গাত ঈশ্বৰ প্ৰদত্ত ক্ষমতা আছেই। ঈশ্বৰে সকলো মানুহকে একোটি নিৰ্দিষ্ট কাম দি পৃথিৱীলৈ পঠাই দিয়ে। এই মহাপুৰুষসকলক ঈশ্বৰে বিশেষকৈ এই কামলৈকে সাজু কৰি, বিশেষ গুনেৰে বিভূষিত কৰি অইন সাধাৰণতকৈ বহু ওখ আসন দি পৃথিৱীলৈ পঠাই দিয়ে। তেওঁবিলাকৰ গাতেই ঈশ্বৰৰ গুণ বিকশিত হয় আৰু এওঁবিলাকৰ ভিতৰেদি ঈশ্বৰে জগতত নিজৰ মহিমা প্ৰকাশ কৰে।

এওঁবিলাকৰ বাট একেবাৰে যে কুসুম কোমল এনে নহয়। যদিও ওপৰত কৈ অহা হৈছে যে সমাজৰ সকলোখিনি শক্তি এই মহাপুৰুষসকলৰ গাতে থাকে, তত্ৰাচ কিছুমান স্বাৰ্থত অন্ধলা মানুহে তেওঁবিলাকৰ বাটত নানা প্ৰতিবন্ধক উলিয়ায়। পৃথিৱীত স্বাৰ্থ এটা ঘৰ ডাঙৰ বস্তু — এটা বৰ মজাৰ লাটুম, সৰুৰ পৰা ৰৰলৈকে, ল'ৰাৰ পৰা বুঢ়ালৈকে সকলোৱেই হাতত এনে একোটি লাটুম লৈ ঘুৰাই ফুৰিছে। কোনেও কাৰো পিনে চাবৰ সময় নাই মাথোন নিজ নিজ লাটুম লৈয়ে ব্যস্ত। কেনেবাকৈ যদি তেওঁবিলাকে লাটুম ঘুৰাব নোৱাৰিলে অৰ্থাৎ তেওঁবিলাকৰ স্বাৰ্থৰ মূৰত বৰ কুঠাৰ পৰিল, তেতিয়াই তেওঁবিলাকে খঙত জলিপকি উঠি যিজনৰ কাৰণেই বা যিটোৰ কাৰণেই তেওঁবিলাকৰ তেনে অৱস্থা হৈছে তৎক্ষণাত তাৰ বিৰুদ্ধে তেওঁবিলাকৰ সকলো শক্তি প্ৰয়োগ কৰে। ইয়াৰ ফলতেই Christ-এ ক্ৰচত প্ৰাণ এৰিলে। মহম্মদে মক্কাৰ পৰা মদিনালৈ গ'ল, শঙ্কৰাচাৰ্য্যই কুতৰ্কীসকলৰ হাতত লাঞ্ছনা সহি শেহত অকালতে প্ৰাণ এৰিব লগীয়া হ'ল আৰু মহাপুৰুষ শঙ্কৰদেৱেও কুতৰ্কী বিদ্বেষীসকলৰ হাতত অশেষ অত্যাচাৰ পাই নিজ জন্ম স্থান এৰি বেহাৰলৈ গুচি গ'ল গৈ। হায়! জগতত সকলো মহাপুৰুষৰেই এনে অৱস্থা। কিন্তু শেষত ধৰ্মৰ জয় হ'ল। আজি এই মহাপুৰুষসকলৰ আসন ক'ত আৰু প্ৰতিদ্বন্দীসকলৰ আসন ক'ত আৰু প্ৰতিদ্বন্দীসকলৰ আসন ক'ত? আজি জগতে কাৰ জয়গাণ কৰিছে? সেই মহাপুৰুষসকলৰ নে নাই সেই প্ৰতিদ্বন্দীসকলৰ।

কিন্তু তেওঁবিলাকৰ আচৰণলৈ কাণ কৰা; যি তেওঁবিলাকক অত্যাচাৰ কৰিছিল সিইঁতক তেওঁবিলাকে অন্তঃকৰণেৰে সৈতে ক্ষমা কৰিছিল। Christ-এ কৈছিল — Father, father, forgive them, they know not what they are doing. চৈতন্যদেৱে কৈছিল, "মাৰলি, মাৰলি, কলসীৰ কানা, তা বলে কি প্ৰেম দেবনা।" শঙ্কৰদেৱেও কেনে ধীৰ গম্ভীৰে তেওঁবিলাকলৈ ভ্ৰুক্ষেপ নকৰি শত অত্যাচাৰ সহ্য কৰি নিৰ্বাধে গন্তব্য পথত অগ্ৰসৰ হৈছিল একোৱেটো তেওঁবিলাকক বিচলিত কৰিব পৰা নাছিল। যত বাধা পাইছিল তত তেওঁবিলাকৰ — উৎসাহ দুগুনে জ্বলি উঠিছিল। তেওঁবিলাকে বুজিছিল যে পৃথিৱীত কোনো ভাল কাম কৰিবলৈ গ'লে বহুত বাধা বিঘিনি

অতিক্ৰম কৰিব লাগে। নহ'লে সেই কাম সিদ্ধি নহয়। তাত অসীম সাধনা লাগে আৰু মনৰ দৃঢ়তা লাগে। যতবাৰ ৰজাৰ চৰাত বাদ হৈছিল, সকলোবিলাকতেই শঙ্কৰদেৱৰ বিমল ধৰ্মৰ পবিত্ৰ মতৰ জয় হৈছিল — 'সত্যমেৱ জয়তে।'

শঙ্কৰদেৱৰ ধৰ্মৰ বিষয়ে বহলাই নকৈ মুঠতে ইয়াকে ক'লেই হ'ব যে তেওঁৰ নিষ্কাম ধৰ্মত ভক্তি মাৰ্গৰ প্ৰাধান্য বেছি, — কাৰণ এই ধৰ্ম সকলোৰে কাৰণে, ল'ৰা, বুঢ়া, তিৰোতা সকলোৰে ই উমৈহতীয়া সম্পত্তি, আৰু সংসাৰৰ ভিতৰতে সংসাৰী হৈ এই ধৰ্ম আচৰিব পাৰি। জ্ঞানমাৰ্গ সকলোলৈকে সুগম নহয় আৰু বিশেষকৈ সেই মাৰ্গৰ নীৰস "নেতি নেতি" কেইজনে বুজিব পাৰিব। শঙ্কৰে নিজকে ঈশ্বৰৰ দাস বুলি বখানি গৈছে। কাযে কাযেই নিজ প্ৰভুৰ ওচৰত দাসৰ ভক্তিৰ বাহিৰে আন কি হ'ব পাৰে। ই আড়ম্বৰ শূন্য সৰল উদাৰ, ইয়াত দাম্ভিকতা নাই; অহঙ্কাৰ নাই ইয়াত।

"তৃণাদপী সুনীচেন তৰোৰিব সহিষ্ণুনা।
অমানিনা মানদেন কীৰ্ত্তিনীয়ঃ সদা হৰিঃ।।

"নিজক তৃণতকৈও হীন যেন ভাবি, তৰুৰ নিচিনা সহিষ্ণু হৈ, নিজে মান নিবিচাৰি, পৰেক মান দেখুৱাই হৰি কীৰ্ত্তন কৰিব লাগে।" ইয়াৰ ভক্তি মাথোন ভক্তিৰ কাৰণেহে। মুক্তিৰ কাৰণে ভক্তিকো ইয়াত সকাম ভক্তি বুলিহে ধৰে।

"মুক্তিতো নিস্পৃহা যিটো, সেহি ভকতক নমো
ৰসময়ী মাগোহোঁ ভকতি।"

ভক্ত এনেকুৱা হ'ব লাগিব যে যাৰ মুক্তিতো স্পৃহা নাই; অৰ্থাৎ যি সংসাৰত মুক্তিৰ স্পৃহা কৰিব নোখোজে। "মই নিজে অমৃত হোৱাতকৈ সদায় অমৃত আস্বাদন কৰি থাকিম," এই ভাবেই এওঁবিলাকৰ আছিল মিঠাই মানুহে খাবলৈহে বিচাৰে কিন্তু কোনেও নিজে মিঠাই হ'বলৈ ভাল নেপায়। এই কাৰণে প্ৰকৃত ভক্তসকলে জ্ঞান মাৰ্গৰ "সো হং" ভাব ভাল নেপায়। তেওঁলোকে জ্ঞানকো তুচ্ছ যেন দেখে।

ভক্ত ৰত্নাৱলীত আছে,

ভকতিৰ মহিমা দেখিও অদভুত।
ভৈল কৃতকৃত্য যিটো জীয়ন্তে মুকুত।।
তথাপিতো প্ৰাৰ্থনা কৰয় ভকতিক।
জানিয়া আনন্দ অতি মোক্ষতো অধিক।।

স্বামী বিবেকানন্দই ভক্তি মাৰ্গৰ বিষয়ে কৈছে — He (the Bhakta) soon through the mercy of the Lord, reaches a plane where pedantic and powerless reason is left far behind, and the mere intellectual groping through the

dark gives place to the daylight of direct perception. He no more reasons and believes, he almost perceives. He no more argues, he sees. And is nor this seeing God, feeling God, and enjoying God, higher than everything else? Nay Bhaktas have not been wanting who have maintained that it is higher then even Moksha-liberation." এয়ে শঙ্কৰদেৱৰ ধৰ্মমত।

ওপৰত কোৱা হৈছে যে শঙ্কৰৰ ধৰ্ম সকলোৱে কাৰণে। সেই দেখিছে ইয়াত ভক্তিয়েই প্ৰধান বস্তু। শঙ্কৰৰ নামঘৰত বেৰ নাছিল তাত সকলোৱে নাম ল'ব পাৰিছিল। সমাজৰ নিম্ন শ্ৰেণী যাক আজিও সকলোৱে ঘিণায়, সিহঁতেও শঙ্কৰৰ নামঘৰত আসন পাইছিল — সিহঁতেও বুজিছিল যে ঈশ্বৰৰ এই সুন্দৰ ৰাজ্যত সিহঁতৰো এদখৰ উচিত ঠাই আছে, সিহঁত একেবাৰে ঘৃণনীয় হেয় পদাৰ্থ নহয়। ঈশ্বৰৰ ওচৰত সিহঁতৰো অধিকাৰ আছে। সিহঁতৰ কাৰণে শঙ্কৰৰ প্ৰাণে কান্দিছিল আৰু শঙ্কৰে বেচ বুজিছিল যে ধৰ্মৰ বলতেই ইহঁতক উন্নতি পথত বাট বোলাই দিয়াব পৰা হ'ব। তেওঁ সেইমতেই কাৰ্য কৰিবলৈ আৰম্ভ কৰিছিল। তেওঁৰ কিহৰ অভাৱ আছিল? ভূঞাৰ ঘৰৰ সন্তান; ধন-সম্পত্তি সকলো আছিল, তাৰেই তেওঁ মহাসুখে কাল কটাব পাৰিলেহেঁতেন। তেন্তে তেওঁক কিহে পাইছিল যে বিষয় বাসনা মান সম্ভ্ৰম সকলো তুচ্ছ কৰি শত অত্যাচাৰ ভোগ কৰিও এই পথৰ পথিক হৈছিল। কাৰণ তেওঁৰ হৃদয়ত মানৱ প্ৰীতি, মানৱ সেৱা প্ৰবল আছিল। তেওঁ বুজিছিল যে সমাজৰ উন্নতি কৰিবলৈ হ'লে তলৰ ফালে আওকাণ কৰি ওপৰফালে পৰিষ্কাৰ হ'লেই নহয়, ওপৰ-তল দুয়োলৈকে চকু দিব লাগে, নহ'লে সমাজৰ ওপৰ দখৰ গধুৰ হৈ অৰ্থাৎ Top heavy হৈ সমাজ লুটি খাই পাৰিব। সেই কাৰণেই শঙ্কৰদেৱে ধৰ্মৰ কটকটীয়া বান্ধোনেৰে সকলোকে এডাল জৰীৰে বান্ধি সমাজৰ উন্নতি কৰিবলৈ চেষ্টা কৰিছিল। এই মহাপুৰুষসকলকেই মানৱ সমাজৰ কাৰণে প্ৰাণে প্ৰাণে অনুভৱ কৰিছিল কাৰণ এওঁবিলাকেই ঈশ্বৰ প্ৰেৰিত মানৱ সমাজৰ মানস সন্তান। "To whom belong the man of genius, if not to thee O people? They do belong to thee, they are they sons and thy fathers, Thous givest brith to them, and they search thee. They open in thy chaos vistas of light. As children, they have drunk at thy breasts. They have mixed in the universal matrix of humanity. Each of thy phases, O people is an avatar" এওঁবিলাক সমাজৰ মুক্ত পুৰুষ, সাংসাৰিক বন্ধনৰ অতীত। এওঁবিলাক মাখোন সংসাৰত পানীত ম্লাকন থকাৰ দৰে থাকে, এওঁবিলাকৰ ভেদাভেদ নাই। নিজৰ নাই অহং তাঁৰ লোপ পালে। এওঁবিলাকেই জগতত এক সময়ত মুক্ত কণ্ঠে ঘোষণা কৰিছিল;

শৃন্বন্ত বিশ্বেঽমৃতস্য পুত্ৰা

আ যে ধামনিঃ দিব্যানি তস্থুঃ
বেদাহমেতং পুৰুষং মহান্ত -
মাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ।
এওঁবিলাকেই সেই তিমিৰাতীত জ্যোতিৰ্ম্ময় মহান পুৰুষক জানিছিল।

মহাপুৰুষসকলৰ হৃদয় উদাৰ, তাত সংকীৰ্ণতাৰ লেশ মাত্ৰও নাই। সকলোলেকে তেওঁবিলাকৰ হৃদয়দুৱাৰ মুকলি কৰি থয়। Come unto me, oh ye sufferers, I shall give thee rest, Christ ৰ এই বাণী যেতিয়া প্ৰতীচ্য জগতত ঘোষিত হৈছিল, তেতিয়া পোণতে দলে দলে পুৰণা গ্ৰীচ ৰোমৰ বন্দীবিলাকে সেই ধৰ্মকে আকোৱালি ধৰি শান্তি লভিছিল। তেওঁবিলাকৰ জ্ঞান লভি জ্ঞানী হৈ, নিজে নিজৰ উন্নতি কৰি ইতৰ জনসাধাৰণৰ ওপৰত নিষ্কণ্টকে ৰাজভোগ কৰিবৰ ইচ্ছা নাছিল। শঙ্কৰদেৱে ৰাজগুৰু হোৱাৰ সম্মানো তুচ্ছ কৰি দলিয়াই দিছিল। তেওঁবিলাকে নিজৰ উন্নতিৰ লগে লগে তলৰবিলাককো ওপৰলৈ তুলিবলৈ যত্ন কৰিছিল। তেওঁবিলাকে দেখিছিল যে সমাজত সাধাৰণ ইতৰ মানুহবিলাকৰ অৱস্থা একেবাৰে শোচনীয় সিইত সমাজত নিপীড়িত জাতি সেই দেখি Emerson এ কৈছিল, Why are the masses from the dawn of the History down for knives and power? অথচ সিইঁতৰ ওপৰতে সমাজ নিৰ্ভৰ কৰিছে — দেশত যুদ্ধ হৈছে, সিইঁতেই যুদ্ধলৈ লৰমাৰি সমাজক খুৱাবলগীয়া হৈছে সিইঁতেই মূৰৰ ঘাম ভৰিত পেলাই ধনীবিলাকৰ খোৰা যোগাইছে। ধনীবিলাকে সিইঁতৰ ওপৰতে বজাহে, সিইঁতৰ বলতে বলীয়ান হৈ সিইঁতক মাথোন খিনাবলৈ শিকাইছে। সিইঁতৰ শিক্ষা আৰু উন্নতিৰ বিষয়ে কেইজনে মন দিছে? সিইঁতে মুখ খুলি কথা ক'ব নাজানে? মাথোন শত শত বছৰ ধৰি সমাজৰ অত্যাচাৰৰ বোজা পিঠিত তুলি নীৰৱে বৈ গৈছে — সিইঁতৰ আশাও নাই ভৰষাও নাই — "তুমি যে তিমিৰে তুমি সে তিমিৰে।" সেইদেখি বেজাৰত Victor Hugo ই কৈছিল, At the hour of civilisation through which we are now passing and which is still so sombre, the miserable's name is man; he is agonising in all climes and he is groaning in all languages. কিন্তু আমি এইটো ভাবি চোৱা নাই যাক আজি আমি তলত পেলাই থৈছোঁ, এসময়ত আমি যে সিইঁতৰ লগতে পৰিবলৈ লাগিব আৰু সিইঁতেই আমাৰ উন্নতিৰ বাটত প্ৰতিবন্ধক হৈ আমাক যে তললৈহে টানিছে এইটো কথা আমি মনেই কৰা নাই। কবি ৰবীন্দ্ৰ নাথৰ ভাষাত ক'বলৈ গ'লে —

"হে মোৰ দুৰ্ভগা দেশ, যাদেৰ কৰেছ অপমান।
অপমানে হতে হবে তাহাদেৰ সবাৰ সমান।।

মানুষেৰ অধিকাৰে
বঞ্চিত কৰেছ যাৰে,
সম্মুখে দাড়ায়ে ৰেখে, তবু কোলে দাও নই স্থান।
অপমানে হতে হ'বে তাহাদেৰ সবাৰ সমান।।

* * * * * * * * * * * * * * * * * * * * * * *

যাৰে তুমি নীচে ফেল সে তোমাৰে বাঁধিয়ে যে নীচে।
পশ্চাতে ৰেখেছ যাৰে সে তোমাৰে পশ্চাতে টানিছে।।
অজ্ঞানেৰ অন্ধকাৰে
আড়লে ঢাকিছে যাৰে
তোমাৰ মঙ্গল ঢাকি গড়িছে সে ঘোৰ ব্যৱধান।
অপমানে হতে হ'বে তাহাদেৰ সবাৰ সমান।।"

আসামত শঙ্কৰদেৱে এই কথা বেছকৈ বুজিছিল, সেই কাৰণে ধৰ্ম, নীতি, সদাচাৰ শিক্ষাৰ এটা মহৎ আদৰ্শ তুলি ধৰি সিহঁতক ওপৰলৈ তুলিবলৈ যত্ন কৰিছিল।

আজি সেই শঙ্কৰৰ সমাজ ক'ত? সেই আদশৰ্ব ক'ত? সেই পথৰ পৰা আমি কিমান দূৰ আঁতৰি আহিলোঁ, আমি বৰ্তমান নিজৰ সুখ দুখেতেই বিভোল। আমাৰ ভাইসকলৰ ফালে চাবলৈ সময় পোৱা নাই। যদি আমি দেশৰ উন্নতি কৰিব খোজোঁ। আহা তেন্তে গৈছিল সেই বাটেদি বাট বুলি সকলোকে এডালি প্ৰেমৰ জৰীৰে বান্ধিবলৈ চেষ্ট কৰোঁহক। আৰু সময় নাই। "উত্তিষ্ঠ জাগ্ৰত প্ৰাপ্য-পৰান্নি বোধয়ত"। আজি জগতৰ সকলো জাতিয়েই উন্নতিৰ বাটত আগবাঢ়িবলৈ ধৰিছে। আহাঁ, আমিও তেওঁলোকৰ অনুসৰণ কৰোঁ, লগে লগে আমাৰ ভাই সকলকো লৈ যাওঁ, তেওঁবিলাকৰ ওজৰ আপত্তি যেন সকলোবিলাক কাণ পাতি শুনো, তেওঁবিলাকৰ ভালৰ কাৰণে যত্ন কৰোঁ — তেওঁবিলাকৰ কামতেই নিজক উৎসৰ্গি, চকুৰ আগত ওখ আদৰ্শ তুলি ধৰি, তেওঁবিলাকক ওপৰলৈ তুলিবলৈ চেষ্টা কৰোঁ। The mob is the human race in misery. Sacrifice to it thy gold and thy blood which is more than thy gold and thy thought which is more than thy blood and the love which is more than thy thought, Sacrifice to it every thing except justice."

মানৱী জীৱন, দিয়া উটুৱাই,
মানৱী কৰম সোঁতে,
মানুহৰ মৰম, বুজিবা মানুহে,
ধৰম যে মৰমতে।

মানুহেই লগ, মানুহেই সঙ্গ,
মানুহেই পৰাৎপৰ,
এই যে পৃথিৱী, স্বৰ্গতো অধিক,
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ, মানুহেই সেৱ,
মানুহ বিনে নাই কেৱ,
কৰাঁ পূজা অৰ্ঘ্য, পাদোদকক লৈ,
জয় জয় মানৱ দেৱ।

শঙ্কৰদেৱৰ এই মহৎ আদৰ্শ মানৱ সেৱা আমাৰ সকলোৰে হৃদয়ত জিলিকি থাকক। ভয় নাই জাতীয় যুদ্ধত আমাৰ জয় হ'ব। শঙ্কৰদেৱ আমাৰ সহায় আছে।

সমৰণিত কওঁ অসম শঙ্কৰদেৱৰ কাষত সকলো বিষয়তে ধৰুৱা। অসমৰ ধৰ্ম-নীতি, সাহিত্য, সদাচাৰ — এই সকলো কাৰ? — শঙ্কৰদেৱৰ। কীৰ্ত্তন ঘোষাৰ দৰে সাহিত্য জগতত কেইপাহি ফুল আছে? যেই পিনেই চাওঁ সেই পিনেই শঙ্কৰদেৱৰ জয় জয় কাৰ। অসমৰ গাঁৱে গাঁৱে ঘৰে ঘৰে নিতে নিতে শঙ্কৰৰ গুণ-কীৰ্ত্তন হ'ব লাগিছে। গাঁওভূঞা এৰি হাবিলৈ গ'লেও তাত দূৰৈৰ ম'হ গুৱালৰ মুখৰ পৰা বিণিকি বিণিকি উঠি অহা শঙ্কৰৰ সুৰকেই শুনিম। আমাৰ গোটেই জীৱন শঙ্কৰময় — প্ৰকৃতিৰ বুকুতো কাণ পাতি শুনা — শঙ্কৰৰ জয়ধ্বনি উঠিছে। আমি তেওঁৰ কাৰ্যাৱলীৰ পিনে মন কৰিলে আমাৰ মন তেওঁৰ প্ৰতি ভক্তি আৰু কৃতজ্ঞতাৰে ভৰি পৰে। আমাৰ মন ডাঙৰ কৰিবলৈ, মনৰ সংকীৰ্ণতা গুছাবলৈ উঠি অহা লগৰীয়াসকলক ওখ আৰু উদাৰ কৰি বাঢ়ি আমাৰ দেশক আৰু ওখ কৰিবলৈ এই অদ্বিতীয় মহাপুৰুষৰ প্ৰতি ভক্তি, পূজা, আৰু তেওঁৰ মহৎ কাৰ্যাৱলীৰ সম্পূৰ্ণৰূপে উপলব্ধি কৰা আমাৰ কৰ্তব্য আৰু আমাৰ প্ৰকৃত উন্নতিৰ জখলা, আজিৰ আসাম পাৰ্থিৱ ধনেৰে, পাৰ্থিৱ হিচাপত, দুখীয়া কিন্তু এই মহাপুৰুষে অসমক যি অপাৰ্থিৱ ধন — ওখ শ্ৰেণীৰ সাহিত্য, সদাচাৰ, নীতি দি গৈছে তাৰ ধাৰ অসমীয়াই কেতিয়াও সুজিব নোৱাৰে।

ভক্তিৰে ওপচে হিয়া, ধীৰ যোগীৰৰ,
অসীম সাধনা তব পৰিলে মনত,
নিমাত নিৰবহে চাওঁ একেঠিৰে,
তোমাৰ তুলনা দেৱ তুমি জগতত,

সঁচাকৈয়ে, শঙ্কৰদেৱৰ তুলনা শঙ্কৰদেৱেই, ধন্য অসমী আই তোমাৰ গৰ্ভত এনে এজন মহাপুৰুষৰ জন্ম হ'ল। ধন্য অসমীয়া যি এনে এজন মহাপুৰুষক সহায় পাইছা। যিজনে

অসমীয়া জাতিক নতুনকৈ গঠন কৰিলে যাৰ কাৰণেই আমি আজি অসমীয়া বুলি চিনাকী দিব পাৰিছোঁ। আজি এনে এজন মহাপুৰুষৰ সোঁৱৰণীৰ দিনত হৃদয়ৰ শ্ৰদ্ধা, ভক্তি আৰু কৃতজ্ঞতাৰ অঞ্জলী অৰ্পণ কৰি সেই চৰণত শত প্ৰণিপাত কৰোঁ।

"নমো নমস্তেস্তু সহস্ৰকৃত্বঃ
পুনশ্চ ভূয়োঽপি নমো নমস্তে।"

* * *

# চুটি গল্প

অতি প্ৰাচীন কালৰ পৰাই সাহিত্যৰ মাজত চুটি গল্পৰ প্ৰচলন চলি আহিছে, দুৰ অতীতৰ ফালে চালেই আমাৰ মনত পৰে Arabian Nights, Parsian tales বা Jasta Roman anam-ৰোমানবিলাকৰ প্ৰাচীন কীৰ্তনৰ কাহিনী। ইটালীয় সাহিত্যত Boccacio-ৰ Decameron ইংৰাজীত চৰ্চাৰ গল্প, বিষ্ণু শৰ্ম্মাৰ হিতোপদেশ, পঞ্চতন্ত্ৰ, জাতকৰ সাধুকথাবিলাক ইত্যাদি। এইবিলাকেই চুটি গল্পৰ ধাৰাৰ প্ৰাচীন তত্ত্বৰ প্ৰমাণ কৰাছিে, দৰাচলতে ক'বলৈ গ'লে ক'ব লাগিব যে, চুটিগল্প একালে যেনেকৈ পুৰণা আনফালে তেনে নতুন। লগতে এইটো স্বীকাৰ কৰিবই লাগিব যে আধুনিক যুগৰ চুটি গল্প একৰকম নতুন ৰূপৰ সৃষ্টি।

পুৰাণৰ দৰে ই যেনি তেনি বৈ যোৱা বা বহুত কথাৰ মাজত বান্ধখোৱা বা কোনো নিৰুদ্দেশ পন্থী অৰ্থাৎ, নিজেই নিজৰ বাট বিচাৰি নোপোৱাৰ দৰে নহয়। আধুনিক যুগৰ গল্প লিখকসকলে ইয়াৰ বিষয়বস্তু, চৰিত্ৰ সৃষ্টি কথোপকথন, ৰচনাৰ ভঙ্গী, বেষ্টনী সৃষ্টি অৰ্থাৎ চাৰিওফালেদি সীমাৰ আঁৰবেৰ দিয়া ইত্যাদি বিষয়ে সদায় সজাগ বা আত্মচেতন হৈ থাকে। আগৰ দিনৰ সাধুকথাবিলাক বেছিভাগেই Mythical বা দেৱ-দেৱীৰ কাহিনী আৰু তেওঁলোকৰ নানা অদ্ভুত কাৰ্যকলাপ ইত্যাদি লৈয়েই ব্যস্ত থাকে, কেতিয়াবা বাস্তৱৰ সীমা পাৰ হৈ কল্পনাত যথেষ্ট ভাবে এৰি দি দি একো একোটি অসম্ভৱ কাহিনী বৰ্ণাই যেনে (Arabian Nights)-ৰ সাধুকথাই মানুহৰ মনত আনন্দ দিয়ে।

আধুনিক যুগৰ গল্পবিলাকৰ বিষয়ে কোনো এটা ধৰাবন্ধা নিয়ম বা সীমাৰ ৰেখা দিব নোৱাৰি। মাথোন ইয়াকে ক'ব পাৰি যে, ইয়াৰ বৈচিত্ৰ্যত ইয়াৰ সৌন্দৰ্য লুকাই থাকে। লগতে এইটো ক'ব পাৰি যে, বৈচিত্ৰ্যৰ মাজতো এটা বিশেষ অনুভূতিৰ ধাৰা থাকিব লাগিব, "It is however essential that it should produce single emotional effect". ইয়াৰ এটা ভাৱধাৰা থাকিব, ঘটনা, চৰিত্ৰ, বিষয়বস্তু, ৰচনা কৌশল ইত্যাদি প্ৰত্যেকেই নিজা নিজা ধাৰাইদি গৈ পাঠকৰ মনত এটি অনুভূতিৰ ঐক্য (Unity of impression) সৃষ্টি কৰিব লাগিব নহ'লে চুটি গল্প উদ্দেশ্য বিফল হ'ব।

গল্প সৰু হ'লেই যে চুটি গল্প হ'ব এনে নহয়, আকৃতিৰ বাহিৰেও প্ৰকৃতিৰ আৰু ভাবৰ বিভিন্নতাই ইয়াক উপন্যাসৰ সৈতে বেলেগ কৰিছে। Edger Allan Poe-ৰ মতে যিটো গল্প একে উশাহতে পঢ়ি শেষ কৰিব পাৰি তাকে চুটি গল্প বোলে, বাস্তৱতে চুটি গল্প তেনেকুৱা হ'ব পৰা টান। H. G. Wells-এ কয় — ১০ মি. — ৫০ মিনিটৰ ভিতৰতে শেষ কৰিব লাগে।

আচলতে কথা হৈছে এইটোৱেই যে, আকাৰত সৰু হোৱাৰ কাৰণেই ইয়াত জীৱনৰ সম্পূৰ্ণ চৰিত্ৰ বিকাশ কৰিব নোৱাৰি। জীৱনৰ কোনো এটা অংশক লিখকে যেতিয়া নিজৰ অন্তৰৰ অনুভূতিৰে ৰসাল আৰু মনোগ্ৰাহী কৰি তুলিব পাৰে তেতিয়াই ইয়াৰ সাৰ্থকতা। ইয়াত জীৱনৰ কোনো এটা বিশেষ মুহূৰ্ত, কোনো এটা বিশেষ পৰিবেশ বা বেষ্টনি লিখকৰ মনত কেনে ভাবে ধৰা দিয়ে ই তাৰেই লিখিত ৰূপ। আকাৰত সৰু হোঁৱাৰ কাৰণে বেছি ঘটনাৰ সমাবেশ বা নানা ৰকমৰ চৰিত্ৰ সৃষ্টি চুটি গল্পত সম্ভৱপৰ নহয়। ইয়াত অনাৱশ্যক কথা, অনাৱশ্যক ভাষা, চৰিত্ৰ ইত্যাদি একেবাৰে পৰিত্যাগ কৰি লিখকে মাথো এটি কেন্দ্ৰস্থ ভাবত নিমগ্ন থাকিব লাগিব। চুটি গল্পৰ আৰম্ভণ আৰু সমাপ্তি নাটকীয় গুণেৰে বিভূষিত হ'ব লাগিব, অৰ্থাৎ Dramtic touch আৰু Dramatic effect থাকিব লাগিব। সঁচা কথা ক'বলৈ গ'লে, ক'ত আৰম্ভ, ক'ত শেষ কৰিব লাগিব, সেইদৰে শিল্প সৃষ্টি কৰাৰ দক্ষতা যাৰ নাই, তেওঁলোকে চুটি গল্প লিখিবলৈ যত্ন নকৰাই উচিত। খুব কম সংখ্যক ঘটনাৰ মাজেদি এটি সুন্দৰ ইঙ্গিত বা আভাসেৰে সম্পূৰ্ণ কৰা চুটি গল্পৰ উদ্দেশ্য। উপন্যাস বা নাটকত পৰিতৃপ্তি আছে, আৰু চুটি গল্পত কেৱল ইঙ্গিতৰ মধুৰতা আছে।

আগতে কোৱা হৈছে যে চুটি গল্প লিখকৰ সজাগ সৃষ্টি বা আত্মসচেতনৰ ফলস্বৰূপ। এনেজাতীয় সাহিত্যৰ সৃষ্টিত গঠনৰীতি, বিষয়বস্তু বাচনি, চৰিত্ৰ সৃষ্টি, কথোপকথন, সীমা নিৰ্দ্ধাৰণ (বেষ্টনীৰ সৃষ্টি), কথন-ভঙ্গী ইত্যাদিলৈ বিশেষ ৰকমে চকু ৰখা হয়। এনেধৰণৰ গল্প লিখকে পাঠকৰ বুদ্ধি-বৃত্তি, অনুভূতি বা হৃদয়ৰ অন্তৰতম প্ৰদেশকো স্পৰ্শ কৰি এক অভূতপূৰ্ব আৱেগ সৃষ্টি কৰিব পাৰে। কিন্তু সকলো সময়তে Unity of effect অৰ্থাৎ কোনো এটা বিশেষ পৰিনামলৈ প্ৰধানকৈ লক্ষ্য ৰাখিব লাগে। সেইকাৰণে কোনো অবান্তৰ বা ডাল যোৰা দিয়াৰ কথা বা ৰসভঙ্গৰ কথা সৰ্বতোভাৱে পৰিহাৰ কৰিব লাগিব। লিখকে কোনো এটা আদৰ্শক বা ওৰণি লোৱা (লুকাই থকা) ভাবৰ সুচনা থকা কথাৰে গল্প জাবি-জুখি শেষত যাতে এটি স্বাভাৱিক পৰিণতি লাভ কৰে তাৰ প্ৰতি চকু ৰাখিব লাগে। দুটা-এটা কথাৰে এটি-দুটি ইঙ্গিতেৰে কোনো স্বতন্ত্ৰ (বিশিষ্ট চৰিত্ৰৰ) ৰস বহুৱাই যাব লাগিব। কোনো বাধা নোহোৱা গতিশীলযুক্ত কথোপকথনৰ মাজেদি চৰিত্ৰ সৃষ্টি কৰাই লিখকৰ উদ্দেশ্য হোৱা বাঞ্ছনীয়। গল্পৰ চৰিত্ৰবিলাকৰ কথা-বাৰ্তাই পঢ়াজনৰ এনেকি তেওঁলোকৰ চৰিত্ৰৰ ওপৰেতো যেন প্ৰভাৱ পেলায়, সেইফালে লক্ষ্য ৰাখিব লাগিব। যথাযথ পৰিমিত বৰ্ণনাৰে লিখকে গল্পৰ বেষ্টনী বা আবহাওৱা (Atmosphere) সৃষ্টি কৰিব লাগিব। কোনো কোনো গল্পৰ কোনো অঞ্চলৰ বৈশিষ্ট্য (Local Colour) যদি দেখুৱাব খোজা হয়, তেন্তে লিখকে সেই অঞ্চলৰ বৈশিষ্ট্য বিশেষ বিস্তাৰৰ সৈতে বৰ্ণনা কৰিব লাগিব। গল্পৰ ৰচনা-ৰীতি বা কথাৰ

ভঙ্গীৰ বিশেষত্ব থকা বাঞ্ছনীয়। এই কাৰণেই শব্দ-বাচনি উপমা বা অলঙ্কাৰৰ প্ৰয়োগৰ লগে লগে ভাব আৰু বিষয় অনুযায়ী ভাষাৰ ব্যৱহাৰলৈ লক্ষ্য ৰখা উচিত। কাৰণ দুষাৰি-এষাৰি কথাৰ আঁৰতেই একো একোটি ওৰণি লৈ থকা ভাবৰ নিখুত প্ৰকাশৰ ওপৰতেই চুটি গল্পৰ শ্ৰেষ্ঠত্ব নিৰ্ভৰ কৰে। আগতে উনুকিওৱা হৈছে যে উপন্যাস আৰু চুটি গল্পৰ পাৰ্থক্য অকল আকৃতিগত নহয়, প্ৰকৃতিগতহে। উপন্যাসৰ বহল পটভূমি চুটি গল্পৰ উপযোগী নহয়, কাৰণ চুটি গল্পত লিখকে জীৱনৰ সম্পূৰ্ণ ৰূপ সামৰি লোৱাটো প্ৰয়োজন বোধ নকৰে। চুটি গল্প নিজেই এটি সৃষ্ট শিল্প, ইয়াত কোনো বাহুল্য বা বিশেষ আৱৰ্ত্তণ নাই। মাথোন জীৱনৰ কোনো অংশ বিশেষৰ উজ্জ্বল মহিমাময় পট এখনি ইয়াৰ নিৰ্দিষ্ট সীমাৰ ভিতৰত প্ৰকাশ কৰা হয়। উপন্যাসত ক্ষেত্ৰ বহলে। ইয়াৰ পৰিসৰ কিন্তু সীমাবদ্ধ। উপন্যাসত পাঠকক সকলোখিনিকে বুজাই দিয়ে। চুটি গল্পত বুজিবৰ মাথো এটা সুযোগ দিয়ে। যিসকল লিখক বহল আখ্যানত সিদ্ধহস্ত বা জীৱনৰ সৰ্বাঙ্গীন আলোচনাত পটু, তেওঁলোকে চুটি গল্পত হাত নিদি উপন্যাস লিখাই শ্ৰেয়। কিন্তু যিসকল লিখক আখ্যান ভাগৰ বৰ্ণনাতকৈ চৰিত্ৰ সৃষ্টিত নিপুণ, যি কাহিনীৰ পৰিপূৰ্ণ পৰিতৃপ্তিতকৈ ইঙ্গিতেৰে সমাপ্ত কৰাত পটু, তেখেতসকলে উপন্যাসৰ ফালে মন নিদি চুটি গল্প লিখাই উচিত। কৰ্মবহল জীৱনত কষ্টেকৰ কাৰণে জিৰণি ল'বলৈ বহুত মানুহে উপন্যাসতকৈ চুটি গল্পকে বেছি আদৰ কৰি লয়। বহুলোকে এই বুলি চুটি গল্পৰ সপক্ষে যুক্তি দৰ্শাই। কিন্তু প্ৰকৃততে দেখা যায় যে কেইবাটাও চুটি গল্প থকা কিতাপতকৈ মানুহে লাইব্ৰেৰীৰ পৰা পঢ়িবলৈ উপন্যাসহে বেছিকৈ নিয়ে। ইয়াৰ কাৰণ সম্ভৱতঃ এইটোৱে হ'ব পাৰে যে উপন্যাসত যেনেকৈ সামাজিক, ৰাজনৈতিক আৰু আন বিষয়ৰ বিশ্লেষণত যি সুবিধা পোৱা যায়, চুটি গল্পত তেনে নাপায়। কিন্তু সেইবুলি এইটোও সত্য যে চুটি গল্পইও মাজে-সময়ে ঘটনাচক্ৰৰ মাজেদি এনে এটি সূক্ষ্ম অনুভূতিৰ আভাস দিয়ে, যি পাঠকৰ অন্তঃস্থল ভেদ কৰি সামাজিক তথা জাতীয় জীৱনো চঞ্চল কৰি তোলাৰ শক্তি যোগাব পাৰে। ৰাচিয়াৰ চুটি গল্পই ইয়াৰ উদাহৰণ।

বৰ্তমান যুগত চুটি গল্পৰ বিশেষ উৎকৰ্ষ সাধন হোৱা দেখা যায়। কাৰণ চুটি গল্প আজিকালি জনসাধাৰণৰ সাহিত্য। ইয়াৰ যোগেদিয়েই নানা তৰহৰ সম্ভৱ-অসম্ভৱ, লৌকিক-অলৌকিক ঘটনা আৰু চৰিত্ৰৰ সমাবেশ হোৱা সম্ভৱ। সেইকাৰণে সকলো ৰকম সাহিত্যৰ ভিতৰত ইয়াকে এক প্ৰকাৰ গণতান্ত্ৰিক সাহিত্য বুলি ক'ব পাৰি। বৰ্তমান যুগ ব্যস্ততাৰ যুগ আৰু মানুহৰ সময়ৰ বৰ অভাৱ। এই যুগত চুটি গল্প বিশেষ মনোগ্ৰাহী হোৱাৰ কাৰণ সিয়েই। ইয়াৰ বিশেষ গুণ হৈছে সংযম। ডাঙৰ পটৰ কাষত এখন সৰু পটত যেনেকৈ গোটেই দৃশ্যটো অকনো বাদ নোহোৱাকৈ সংমিশ্ৰিত নিচিনাকৈ থাকে, তেনেকৈ জীৱনৰ সামান্য অংশ এটাকে দৃশ্য পটত দেখুৱাই অভিনৱতাৰ সৃষ্টি কৰি তাৰ অভাৱনীয়

পৰিণতিৰ ফালে আগবঢ়াই দিয়াতেই চুটি গল্পৰ সাৰ্থকতা। ইয়াৰ প্ৰত্যেক শব্দকে, প্ৰত্যেক কথা-বাৰ্তকে, আনকি প্ৰত্যেক শাৰীকে বিশেষ মনোযোগ দি চাবলগীয়া। ইয়াৰ সামান্য অংশ এটাই এক সৰ্বব্যাপী বিৰাট স্বৰূপৰ এটি এৰিব নোৱাৰা সামান্য কলা মাথোন। আৰম্ভণীয়ে চুটি গল্পৰ সাৰ্থকতা সূচনা কৰে আৰু তাৰ বুকুতে পৰিণতিৰ বীজ লুকাই থাকে। Sir Philip Sidney-এ এনেধৰণৰ গল্প লিখকসকলৰ উদ্দেশ্যে কৈছিল যে — "With a tale forsooth he commeth unto you, with a tale which holdeth children from play, and oldmen from the chimney corner".

যি কোনো গল্পই আমাৰ মনত কোনো মতে জ্ঞান উদ্ভৱ কৰিব নোৱাৰে বা কোনো অজ্ঞান পৃথিৱীৰ আঁৰ-কাপোৰ দাঙিবলৈ অসমৰ্থ। তথাপি অন্ততঃ ক্ষন্তেকৰ কাৰণেও যদি সাহিত্য ৰসৰ ধাৰা বোৱাবলৈ সমৰ্থ হয় বা দৈনিক জীৱনৰ জীৱনযাত্ৰা চলিস থকাৰ পৰা বা অলপ বিৰক্তিকৰ অৱস্থাৰ পৰা মানুহক ওপৰত তুলিব পাৰে, ক্ষন্তেকীয়া হ'লেও ই চুটি গল্পৰ সাৰ্থকতাকে প্ৰমাণ কৰে।

সপোনৰ আঁৰতেই জিলিকি উঠক
দিঠকৰ অকণি আভাস।
বাহিৰৰ পোহৰে সজাই তোলক
জীৱনৰ আপোন বিকাশ।

(এই লেখাটো বোধকৰোঁ কবি দুৱৰাই কাৰোবাক শ্ৰুতলিপি দি লেখোৱাইছিল। বানান আৰু বাক্য-গঠনিৰ বিস্তৰ বিভ্ৰাটেই তাৰ প্ৰমাণ। শেষৰ এটা অংশ ফাটি গ'ল। শেষৰ বাক্য কেইটামান পুনৰ গঠন কৰি দিয়া হৈছে। লেখাটোৰ পিছফালে কবি দুৱৰাই নিজ হাতেৰে কাঠ পেঞ্চিলেৰে "Bezbarooa's note next back "— বুলি লেখাৰ পৰা অনুমান হয় যে গল্প-উপন্যাস সম্পৰ্কে দুয়োজনৰ মাজত হোৱা আলোচনাৰ তাগিদাত নিবন্ধটো লিখা হৈছিল। বোধ কৰো গল্প বা উপন্যাস লেখিবলৈ বেজবৰুৱাক দুৱৰাই দিয়া পৰামৰ্শৰ প্ৰচেষ্টাৰে এইটো লেখা হৈছিল — সম্পাদক)।

# ডাংবৰলাৰ কেঁচুৱা দৰ্শন

## (১)

টান টান টান, তিনিটা বৰ টান। ৰজাৰ আগত কথা কোৱা টান, মঁদাৰ গছত উঠি পান পৰা টান আৰু কাৰৈ মাছ বছা টান। মোৰ হলে ইয়াৰ লগতে আৰু এষাৰি কথা লগাই দিবৰ মন যায় যে ডাং বৰলাৰ কেঁচুৱা দৰ্শনো টান।

পঢ়া-শুনা শেষ কৰি ঘৰতেই থাঁকো। থকাৰ ভিতৰত মই আৰু মোৰ আই। কাম কাজ কৰিবৰ প্ৰয়োজন নাই, কাৰণ দেউতাই যি থৈ গৈছে তাকে চলাই মেলি খালেই আমাৰ দিনকেইটা বেচ সুখেৰে যাব। কাম বিচাৰিলেও পোৱা টান আৰু আইৰো একেটা ল'ৰা বুলি দূৰলৈ পঠাবৰ মন নাই। সাতে-সোঁতৰে ঘৰতেই থাঁকো। পোনতে আয়ে কেইবা বাৰো বিয়া কৰাবলৈ কৈছিল আৰু "মই নো কেইদিন আঁছো? মই নহলেনো কোনে তোক চাব মেলিব?" ইত্যাদি কথাও নুশুনাইছিল যে এনে নহয়। ময়ো সেইবোৰ কথা নুশুনা ভাও জুৰি ফালৰি কাটি ফুৰিছিলো। তাৰ পিছৰ পৰা আয়ে আৰু বিশেষ একো কথা নোকোৱা হ'ল, কাৰণ মোৰ আই বেছি কথা কোৱা বিধৰ মানুহ নহয় আৰু লগে লগে অলপ অভিমানী ধৰণৰো। এবাৰ দুবাৰ কলে নুশুনিলে তেওঁ মনে মনে থাকে। সেই দিনা আবেলি বেলিকা আয়ে মোক ক'লে,— "বোপাটি! ককাইদেউৰ জীয়েক হেমীৰ ল'ৰা এটি হৈছে বুলি শুনিছো। আজি এমাহমান হ'বলগীয়া হলেই। খবৰ এটিও লোৱা হোৱা নাই। ময়ো ঘৰখন এৰি এতিয়া যাব নোৱাৰোঁ। বহুত দিন তয়ো যোৱা নাই। কাইলৈ সোনকালে খাই বৈ উঠি এবাৰ খবৰ কৰি আহিবি গৈ। সেই দিনা তাতে থাকি পিছ দিনাখন উভতি আহিবি।" ময়ো "ওঁ" বুলি শলাগি থলোঁ।

মোৰ মোমাই ঘৰ আমি থকা ঠাইৰ পৰা সাত আঠ মাইল মান দুৰ। ঘৰখন একেবাৰেই আটোম্ টোকাৰি বেচ ভাল লাগে। মাটিয়ে বাৰীয়ে মোমাইদেউ গাঁৱৰ ভিতৰত এজন আঢ্যবন্ত লোক। পুখুৰীত মাছ, গোহালিত গৰু, বাৰীত শাক-পাচলি সকলো আছে। মাহতলী সৰিহয় তলী নদন বদন। কাৰো ওচৰত হাত পাতিব নালাগে। আনকি তেল কণো বাৰীৰ পাছ ফালে বকুল গছজোপাত পেৰি লয়। কিনাৰ ভিতৰত মাথোন লোণ ফেৰাহে কিনিব লাগে। ঘৰৰ ভিতৰত তাতশাঁল কেবাখনো। ঘৰৰ তিৰোতা আটাই কেইগৰাকীয়েই কাজী। বোৱা-কটা চলিয়েই থাকে। সেই দেখিয়েই মোমাইদেউৰ ঘৰলৈ যাবলৈ পালে ভাল লাগে। কিন্তু এইবাৰৰ যাত্ৰাটো আন ধৰণৰ অৰ্থাৎ এইবাৰ শেনৰ এজাত। তাৰ মানে এইটো নহয় যে মোৰ কেঁচুৱা লবা বিলাকৰ

ওপৰত কিবা এটা ৰোষ আছে আৰু মযো যে কেঁচুৱা নাছিলো একেবাৰে চফল ডেকা হৈ উপজিছোঁ এনে নহয়। তেওঁলোকক মোৰ ভাল লাগে সঁচা কিন্তু দূৰৈতহে, ওচৰত নহয়। কাপোৰৰ টোপোলাৰ ভিতৰত সৰু অকনমান ফুল কলিৰ দৰে নাকটিৰে সৈতে তেওঁলোকে যি ধেমালি কৰে, তাক বুজাই বুজক। নুবুজাই দুৰৰ পৰাই ৰং চাওক কিন্তু কাষলৈ আহিলেহে টান। আৰু এটি কথা মোৰ আচৰিত লাগে যে সেই অকনমান মুখতেই কৈনেকৈনো বুজোঁতা সকলে "মাকগঢ়ী" হৈছে 'বাপেক গঢ়ী' হৈছে বুলি কয়। এদিন মোৰ পেহী এগৰাকীক এই বিষয়ে সোধাত তেওঁ ল'ৰা লৰিকৈ কলে— "নেপাই বোপাই" এনেবোৰ কথা কৰ। তেওঁলোক হৰি ভগৱন্তবস্তু । ঈশ্বৰে তেওঁলোকক ভালে ৰাখক। এই বুলি হাত দুখন একেলগ কৰি ওপৰলৈ তুলি মূৰত লগালে। হৰি! হৰি! মইনো কেতিয়া তেওঁলোকক হৰি ভগৱন্তবস্তু নহয় বুলি ক'লোঁ আৰু কেতিয়ানো ঈশ্বৰে ভালে নেৰাখিবলৈ ক'লো মই দেখোন একোকে বুজিব নোৱাৰিলো। অথচ এই পেহী গৰাকীয়েই মোক এদিন কৈছিল কপালখন বাপেকৰ দৰে হৈছে বুলি কলে মাক-বাপেকে হেনো বৰ ৰং পায়। যাওক সেই কথা। এইবোৰ ভাবি-চিন্তি পিছ দিনা সোনকালে খাইৰে উঠি হাতত ছাতি ডোখৰ লৈ মোমাইদেউৰ ঘৰলৈ যাবলৈ ওলালো। আয়ে আহি ৰূপ দুটকা হাততে গুজি দি ক'লে বোলে শুদা মুখে ন লৰা চাব নাপায়।

(২)

আবেলিৰ অলপ আগতে মোমাই দেউৰ ঘৰ পালোগৈ। মোমাইদেৱে বাহিৰতে বহি মানুহ দুজন মানক কিবা কামৰ দিহা দিছে। মোক দেখি ক'লে— "অ" বোপাটি আহিছে। আইটীৰ (মোৰ আইৰ) গা ভাল নে?" মই ভাল বুলি কোৱাত তেওঁ ক'লে— "এৰা মযো নানা লেঠাত পৰি তহঁতৰ তালৈ যাব পৰা নাই। তাতে আকৌ হেমীৰ অশৌচ লাগিল। বহ! হাত ভৰি ধুই চাহ-জলপান খা। আজিতো থাকিবিয়েই নহয়?" এই বুলেই তেওঁ ভিতৰলৈ মাত লগালে— "অ" সুমি! সুমি! চাও ককায়েৰ আহিছে ওলাই আহ"।

সুমী অৰ্থাৎ সুমলা মোৰ ভনী। ওলাই আহি মোক দেখিয়েই তাই ক'লে- "আও! বৰ ডাঙৰ কথা হ'ল, হাইঠা মাটিত পৰিল। আজি নহা মানুহ আহিলে! বোলো দুবাৰ মুখৰ বগৰি জেং কেডাল কোনে গুচালে?"

মোমাইদেৱে শুনি হাঁহিবলৈ ধৰিলে আৰু ক'লে— "যা, হাত-ভৰি ধুবলৈ পানীদে আৰু চাহ-জলপান কৰগৈ!"

সুমলাই হাঁহি হাঁহি ক'লে— "ককাইদেউ! আজি তোমাৰ কপাল ভাল। আমাৰ

ঘৰত গোপিনী-সবাহ হৈছে। আজি বহুত মানুহ দেখিবো। শেষ হ'ব লগীয়াও হলহি। সেয়া শুনা, অ' হৰি অ' ৰাম বুলিছেই।" এই বুলি তাই নিজেই হাঁহি হাঁহি ভিতৰ সোমালগৈ।

সুমী বৰ ৰাংঢালী ছোৱালী। সেই কাৰণে মোৰ বৰ ভাল লাগিল। অলপ পৰৰ পাছতেই মোমাইদেৱে ক'লে– "বোপাটি। এই বহ। বাৰীৰ পাছফালে জেওৰাখন ভাগিল। কালি সেই ফালে গৰু সোমাইছিল। সেই ডোখৰ বাটিব লাগে আৰু সেই ফালৰ চকোৱা খনো হাউলি পৰিছে, ঢোকা এদাল দি থিয় কৰিব লাগে। পূব ফালৰ চুকৰ ভঁৰালৰ চাংখনো হেলনীয়া হৈছে। গড় কেইডালমানো দি তাকো তুলিব লাগে। মই মানুহকেইটাক কৈছো, জানো সিহঁতে কি কৰিছে। মই চাই আহোগৈ।" এই বুলিয়েই তেওঁ উঠি গ'ল। মোমাইদেউবৰ খৰটকীয়া মানুহ। অলপো বহি নাথাকে।

(৩)

"ককাইদেউ। ভিতৰলৈ আহাঁ। সবাহ ভাগিল। মাহীদেউ, জেঠাইদেউ সকলো তাতেই আছে" বুলি সুমীয়ে খবৰ দিলেহি। ময়ো তাৰ পাছে পাছে ভিতৰ সোমালোঁ। মোক দেখি মাইদেৱে ঘৰৰ কথা আৰু আন আন মাহীদেউ জেঠাইদেউ বিলাকেও নানান কথা শুধিলে। "এইটো নুমলী আইটীৰ লৰা নহয়নে? ই বৰ ডাঙৰটো হ'ল দেখোন।" বুলি তাৰে ভিতৰৰ আন এগৰাকী বয়সিয়াল তিৰোতাই ওচৰ চাপি সুধিলেহি আৰু মোৰ গালে মুখে হাত ফুৰাই মৰম কৰিলে।

মাইদেৱে ক'লে– "এয়াতোৰ বৰ জেঠাইদেউৰ। আজি তিনিদিন মান হ'ল ইয়াতেই আছেহি। দূৰত থাকে বেছিকৈ আহিব নোৱাৰে।" বৰ জেঠাইদেউৰ (মোমাই দেউৰ বৰ বায়েক) কথা শুনিছিলোহে, দেখা নাছিলো। এনেদৰে কথা-বতৰা পাতি থাকোতেই এগৰাকীয়ে মাত লগালে– "ন ল'ৰা নোচোৱা?" মই ক'লো– "কেনি দেখাই নাই।"

তাৰ পিছতে হেমীয়ে কাপোৰৰ টোপোলা এটা আল ফুলকৈ কোলাত লৈ মোৰ ওচৰ চাপিলহি। মই উঠি চাওঁ যে এই কেঁচুৱাটিয়ে হেমীৰ ল'ৰা। মই তেতিয়া চোলাৰ সোনাৰ পৰা আয়ে দিয়া ৰূপ দুটকা উলিয়াই তলে-ওপৰে চায়ো ল'ৰাৰ হাত দুখনৰ এখনো নেদেখি কাপোৰৰ ওপৰতে থৈ দিলোঁ।

এগৰাকীয়েমাত লগালে– "এ ল'ৰাৰ হাততহে দিব লাগে।"

মই ক'লো– "হাতনো কেনি আছে?"

আন এগৰাকীয়ে ক'লে– "থ দে, হলেই হ'ল। ল'ৰা মানুহ সিনো কি জানে?"

মোৰ উত্তৰ শুনি আইসকলে হাঁহি দিলে।

মাহীদেৱে আকৌ ক'লে— "কচোন বাৰু, ই মাকৰ দৰে নে বাৰু বাপেকৰ দৰে নাই ককাক বুঢ়ী-মাকৰ দৰে হৈছে?"

সৰ্বনাশ! মই এতিয়াহে বিপাঙত পৰিলোঁ। ইমান পৰ সকলো ভালে ভালেই গৈছিল। লেঠা আহিল এতিয়াহে। তেতিয়া মোৰ পেহীদেৱে কোৱা কথাষাৰলৈ মনত পৰিল। মানুহো আছে বহুত, সকলোৰে মান ৰখাব লাগিব। মই ভাবি চিন্তি একো উপায় নাপায় ক'বলৈ ধৰিলো— নাকটো বাপেকৰ দৰে হৈছে (যদিও বাপেকৰ মুখখন সেই সময়ত মোৰ মনত পৰা নাছিল।) তলৰ থুঁতৰিটি মাকৰ দৰেই হৈছে। কপালখন মোমাই দেউৰ দৰে, কান দুখন মাই দেউৰ দৰে, চকুযোৰ মাহীদেউৰ দৰে, গাল দুখন জেঠাইদেউৰ—" আৰু শেষ কৰিবলৈ নাপালো। জেঠাই দেৱে ভেকাহি মাৰি ক'লে— "ক'ৰ অহৌ বলিয়াটো ওলালহি? এইবোৰ কি বলকিছ? মনে মনে থাক।"

সকলোৰে মান ৰাখিবলৈ যাওঁতে কথা কিবাটোহে হ'ল— এই ভাবি মই তলমূৰ কৰিলো। মোৰ তেনে অৱস্থা দেখি মাইদেৱে মাহীদেউক কলে,— "ই ল'ৰা মানুহ, ইয়াকনো কেলেই সুধিছিল? সি কি বুজে।" যাওক এই বাৰ ইমানতে শাম কাটিলে।

বহুত পৰ মনে মনে থকাৰ পিছত কিবা এটা কোৱা উচিত বুলি ভাবি কথা ক'বলৈ গৈ আকৌ লেঠাহে লগালো অৰ্থাৎ সুধিলো— "এওঁলোকনো ভাত কিহেৰে খায়?" দিলে আকৌ আতাই বিলাকে গিৰ্জ্জনি মাৰি হাঁহি।

মাইদেৱে ক'লে— "তই বোপাই একোকে নাজান। মনে মনে থাক। ইমান কেঁচুৱা ল'ৰাইনো কৰবাত ভাত খায়নে?"

তাৰ পাছত আন কথাবাৰ্তা পাতি থাঁকোতেই আন এগৰাকী জেঠায়ে ক'লে- "অ' তই এতিয়ালৈকে ল'ৰাক কোলাত লোৱাই নাই দেখোন। চাওঁ হোমী! ল'ৰাক ইমান কোলাত দে! লব পায় নহয়।"

মোৰ হাত ভৰি কপিবলৈ ধৰিলে। মাঘ মাহৰ জাৰতো গোটেই গাতে ঘাম ববলৈ ধৰিলে। মই এতিয়াহে নিগমে মৰিলো। এনেতে হেমীয়ে কাপোৰৰ টোপোলাটো আনি মোৰ কোলাত দিলেহি। মোৰ হাত ভৰি কঁপাৰ কাৰণতে হওঁক বা আন কাৰণতে হওক কব নোৱাৰোঁ, কেচুৱাটোৱে মোৰ মুখলৈ চাই একেবাৰে চেৰেই চেৰেউকৈ কান্দিবলৈ ধৰিলে। লগে লগে আই সকলৰ মুখৰ পৰা মাত ওলাল — "নে, নে, ল'ৰাটোক বেগেতে নে।"

হেমীয়ে ল'ৰা লৰিকৈ মোৰ কোলাৰ পৰা ল'ৰাটো লৈ গ'ল। অলপ পিছতে তাৰে এগৰাকীয়ে মাত লগালে— "ল'ৰাই মানুহ চিনে মোৰ আই! ল'ৰাই মানুহ চিনে।"

আন এগৰাকীয়ে কথাষাৰ মুখতে লৈ ক'লে-- "এ' বাইদেউ। কেলৈ নিচিনিব-তেওঁলোকৰ গাত গোঁসাই থাকে নহয়।"

আন এগৰাকীয়ে ক'লে--"সঁচা কথা পেহীদেউ! এওঁলোক অবাল ব্ৰহ্ম। এওঁলোকৰ লগে লগে গোঁসাই ফুৰে। এওঁলোকে সকলো জানে, সকলো বুজে মাথোন ক'বহে নোৱাৰে।" এনে কথাৰ লেছেৰী নিচিগাই হ'ল।

শেষত এনে হ'লগৈ যে মই এটা বৰ বেয়া মানুহ। ভাগ্যে মাকে কোনো অপকাৰ হ'বলৈ নৌ পাওঁতেই মোৰ হাতৰ পৰা কেঁচুৱাটো লৈ গ'ল। আনকি হেমীৰো মুখখন কলা পৰিবলৈ ধৰিলে। এনেতে কিবা কাৰণত মাইদেৱে উঠি ভিতৰলৈ গ'ল। এই ছেগতে ময়ো সাউৎ কৰে বাহিৰলৈ আহি হাতত ছাতিতো লৈ একেবাৰে পদুলিমুখ পালোহি। পিছত শুনিলো ভিতৰৰ পৰা হেমীয়ে মাতিছে-- ককাইদেউ! কেনি গ'লা? চাহ খোৱাহি।" মই মনে মনে ভাবিলো উঠি ঘৰ মুৱা হৈ বেগাই খোজ দিবলৈ ধৰিলো।

(৪)

বাটত আহোঁতে বহুত কিবা কিবি ভাবিছিলো। এবাৰ ভাবিছিলো যেচৰকাৰেনো এনেকুৱা কেবাগৰাকী মাহী-পেহীক নি কোলাত একো একোটি কেঁচুৱা দি হাকিমৰ এজলাচত বহুৱাই নিদিয়ে কিয়? এওঁলোকে সেই কেঁচুৱাবোৰ আচামীৰ কোলাত দি সিঁহতৰ মুখ চাই দোষী নে নিৰ্দ্দোষী একেবাৰে কৈ দিব পাৰে দেখোন। বহুত খৰচো ৰাহি হ'ব। লগেলগে সময়ো কমিব। যাওঁক বাৰু সেইবোৰ কথা। ঘৰ পালেহি। আয়ে দেখি আচৰিত হৈ সুধিলে,-- মোমায়েৰৰ ঘৰত সকলোৰে ভাল নে?"

মই ক'লো-- "ভাল।"

"নেথাকিলি দেখোন?"

মই ক'লো-- "এৰা।" এই বুলি ছাতিটো দলি মাৰি চুকত থৈ দিলো। আয়ে কি ভাবিলে মই কব নোৱাৰো। মাথোন পিছ দিনাখন মোক সোনকালে খুৱাই-বুৱাই চাকৰৰ হাতত ঘৰখন গতাই দি সিপাৰৰ পৰা গাওঁবুঢ়াৰ গৰুৰ গাড়ীখন অনাই একেবাৰে মোমাই দেউৰ ঘৰ পালেগৈ। ●

# গীত সংগ্ৰহ

উল্লেখ— যোগান বিভাগৰ অৱসৰপ্ৰাপ্ত অধীক্ষক শিৱসাগৰৰ সাহিত্যসেৱী শ্ৰীলিখনেশ্বৰ বৰুৱাৰ হাতত থকা পুৰণি 'অসমীয়া সঙ্গীত মালা' (১৯২৬-২৭) নামৰ গীতিৰ পুথিখনিৰ পৰা কবি স্বৰ্গীয় যতীন্দ্ৰ নাথ দুৱৰাৰ ৰচিত এই ১২টি গীত সংগ্ৰহ কৰা হৈছে।

পুঃ দ্ৰঃ— ইয়াত উল্লেখ কৰা ৩,৭ আৰু ৯ নং গীত কেইটি দৈনিক-সাদিনীয়া জনমভূমি কাগজত সাংস্কৃতিক ডায়েৰীৰ অঘৰীৰ যোগে প্ৰকাশ হৈ গৈছে।

অসম সাহিত্য সভাই ১৯৯৩ চনৰ জানুৱাৰী মাহত প্ৰথম প্ৰকাশ কৰা দীপালী ভট্টাচাৰ্য্য বৰুৱাৰ দ্বাৰা সম্পাদিত "দিখৌ পৰীয়া বীণ বৰাগী" পুথি খনত প্ৰকাশ হৈছে।

সংগ্ৰাহক ঃ শ্ৰীবসন্ত লাল দুৱৰা

# মিশ্ৰ মুলতানী ঢিমা তেতেলা

আহাঁ, কি শুৱনী ছবি, উমাৰ কনক ৰবি
উজলালে দশোদিশ কৰি মনোহৰ
নিশাৰ তিমিৰ দূৰ কৰিলে কিৰণ আহি
আৰু দিলে দিনৰ পোহৰ
পখি সবে গালে গান কতনো বিভঙ্গে
সমীৰ নাচিলে কেনে ৰঙ্গে
শুৱনী কৰিলে ধৰা কেনে মনে প্ৰাণ হৰা
বঢ়ালে জেউতী মৰতৰ
আহাঁহে, মিলোহে, ঈশ গুণ গাওঁহে
প্ৰভু, তৱ মহিমা অপাৰ
তুমি অগতিৰ গতি অধম মুৰুখ মতি
নেজানো তোমাৰ স্তুতি কৰুণা সাগৰ।

(অ, স, মালা, পৃঃ ১০)

# ঝিঝিত একতাল

সকলো মিলি আনন্দ পূজা
কৰো আজি যতনেৰে
হৃদয় পটে ছবিটি আঁকি
চাওঁ সবে হৰষেৰে।
তোমাৰ গুণে পবিত্ৰ ভূমি
জননিৰ নাম প্ৰকাশিলা তুমি
মুৰুখ অধম নাজানো আমি
পূজো দেব কিনো দবে.
পৰৰ দুখতে তুমি বিগলিত
অশেষ গুণেৰে তুমি বিভূষিত
মোহন সাজেৰে তুমিহে শোভিত
পূজো দেব আদৰেৰে,
তোমাৰ কিৰীটি দেশ দেশান্তে
হিয়াৰ বাহিৰে যুগ যুগান্তে
থাকিব অটল জগত মাজে
পূজো দেব হৰষেৰে

(অ, স, মালা, পৃঃ ২২)

# ভৈৰৱী একতালা

কোমল সুৰেৰে নাজানো ৰচিব
লেখনী নচলে বেজাৰত হে
লগৰীয়া সবে এৰি থই মোক
কেনিবাদি হাঁয় গ'ল গুচি হে
মনৰ যাতনা মনতে লুকাই
ভাৱোঁ বহি বহি অতীত কাহিনী।
আছোঁ বেজাৰতে যাম বেজাৰেৰে
ৰচনা (ও) লগতে ঢুকাব হে
নুবুজি মানুহে মানুহৰ দুখ
এটি দুটি কৰি সকলোটি যায়,
পুঁৱতি নিশাৰ তৰাটিৰদৰে
যাম মই আতৰি এফালে হে।

(অ, স, মালা, পৃঃ ৩৭) দৈনিক জনমভূমি ১১-জুন ৭৬ সাংস্কৃতিক ডায়েৰী (অযৰী)

# অহং একতালা

নিৰাশা মনেৰে বনফুল তুমি
গাঁথি মালা ধাৰি অতি যতনেৰে;
দুখীয়াৰ আৰু কি আছে কি দিম,
দিওঁ তাকে আজি ক'ত হেঁপাহেৰে
ক্ষুদ্ৰ উপহাৰ এই অভাগাৰ
পায় যেন ঠাই তোমাৰ হাতত,
ঘিণ কৰি যেন নিদিয়া পেলাই

কৰোঁ এই আশা তোমাৰ কাষত
সৰল হিয়াৰ প্ৰেমৰ চানেকী
আঁকা আছে হেৰাফুলৰ মাজত
কত যে আনন্দ লভিম সদায়ে
তুলি যদি লোবা এবাৰ বুকুত।।

(অ. স. মালা. পৃঃ ৫০)

# বেহাগ আড়াঠেকা

(প্ৰভু) এয়েনেকি শেষ
দুখৰ ভাৰৰে জীৱন ঢাকিলে
নেথাকিল সুখৰ একো লেশ
বহু আশা কৰি সাজিছিলো ঘৰ,
সি আশা গুছিল, বিষাদ আহিল
কিয় দিলা অত ক্লেশ;
আৰু যত দিন আছোঁ পৃথিৱীত
অকলে ফুৰিম নিজান হাবিত,
অকলে হাঁহিম অকলে কান্দিম
হ'বই জীৱন শেষ।।

(অ. স. মালা. পৃঃ ৬২)

# ঝিঝিট খাম্বাজ— আড়খেমটা

নাহেটো মলয় সমীৰ ফুলে ফুলে চুমি যায়,
ঘুৰি ঘুৰি নাচি নাচি যেনি তেনি উৰি যায়,
সমীৰে কথা নুশুনে
খেলে মাথো আপোন মনে,
ফুল পাহি জোনৰ হাঁহি একো নামানে
এই নাচে কেনে কমল জলে
এৰি পুনু কেনিবা যায়।

(অ, স, মালা, পৃঃ ৭৪)

# ভৈৰৱী একতালা

অসম ৰতন যত সুসন্তান
উঠা উঠা মাতৃ কৰে আবাহন
খিয়লা খিয়লি পাহৰা সমূলি
জননীৰ হকে দিয়া প্ৰাণ মন
নতুন সাহেৰে হিয়া ডাঠ কৰা
স্বদেশ কাৰণে স্বাৰ্থ পৰিহৰা
সুফল লভিবা বিঘিনি নাশিবা
হ'ব তেবে হেৰা সুখ বৰিষণ
চোঁৱা চোঁৱা হেৰা যত সুসন্তান
জনমভূমিৰ সুখৰ কাৰণ,

তেজাল খোজেৰে উলাহ মনেৰে
কৰা সকলোৰে বিপদ দমন।।

(অ, স, মালা, পৃঃ ৮৪)

## ইমন বিভাস আড়খেমটা

আজি প্ৰকৃতিৰ শোভা সুন্দৰ
নাচে ফুল কলি নাচে হালি জালি
নাচে ফুলে ফুলে পৰি মধুকৰ
নাচে ধীৰে সমীৰে আহি
নীল আকাশত সোণালী ৰঙেৰে
নাচে সূৰ্য্য কিৰণ হাঁহি
নাচে লতা ড.লি অতি কুমলীয়া
প্ৰকৃতি দেৱীৰ আলসুৱা
নাচে বন শুৱনী মন মোহিনী
নাচে যত জীৱ আদৰৰ

(অ, স, মালা, পৃঃ ৯৪)

# মিশ্ৰ ভৈৰৱী খেমটা

(আজি) মধুৰ মিলন আজি মধুৰ মিলন
প্ৰাণে প্ৰাণে লাগে, লাগে কেনে বিতোপন,
দুখনিপ্ৰেমৰ নই, বই বই যাই বৈ
সাগৰ সঙ্গমে পায় নতুন জীৱন,
নিৰাশ শোকত হাঁয় আৰু একো কাম নাই
দুখৰ পাছত হয় সুখ দৰশন।।

(অ, স, মালা, পৃঃ ১০৪) "সাদিনীয়া জনভূমি" ২২।৯।৭৬ "আষৰী"

# পুৰবী আড়াঠেকা

এনে সময়ত ·মন হোৱা আজি অচেতন,
আশাৰ কুসুম তুলি গাঁথা মালা বিতোপন,
কবি ফুলনিত কত ফুলি ফুল শত শত
অকালতে সৰি গ'ল শোকতে কান্দে পৰাণ।
নাই সি বসন্ত আৰু কুলিৰ মধুৰ কুউ
নুশুনো বীণাৰ মাত আৰু সুললিত গান
নিজ পুৰুষালি এৰি কেনেনো মোহত পৰি
কালৰ কোলাত আজি চোৱা সবে অচেতন
দুখনী জননী আজি শোক তাপে বিষাদিনী।
মোহ নিদ্ৰা পৰিহৰি হোৱা মন অচেনত।

(অ, স, মালা, পৃঃ ১৯২)

# আলেয়া ঝাপতাল

ৰখোঁৱা চৰণে প্ৰভু জীৱন সাৰথি মোৰ
সংসাৰ সাগৰে যেন গুচোৱা যাতনা ঘোৰ
যেতিয়া অজান নৰে দুখৰ মাজত পৰে
তোমাৰ নামেৰে তাৰ পৰেহে দুখৰ ওৰ।।
দীঘল বাটত পৰি আছিছো ভাগৰি হৰি
নিয়া মোক আগুৱাই যাব লাগে বহুদূৰ
মিছা জীৱনৰ খেলা মিছা ই সুখৰ মেলা
নেপালে তোমাৰ প্ৰভু জ্যোতি সি স্বৰগৰ।।

(অ, স, মালা, পৃঃ ২৫৩)

# গীত

এবাৰ বজোৱা মোহন মুৰলী
উলাহে উথলি উঠক প্ৰাণ,
আকৌ অসম কুঞ্জ কাননে
বজোক ভক্তি মধুৰ তান,
নাচিব হৰষে হৃদয় ৰক্ত
আহিব শতকে জননী ভক্ত
ধৰিব আৰতি মুক্ত কণ্ঠে
কৰিব পূণ্য পবিত্ৰ প্ৰাণ।
দুনাই উঠিব পূৰ্ণ হৰষে
লুপ্ত অসম গৌৰৱ গান।

(অ, স, মালা, পৃঃ ২৭৯)

# শান্তি আৱাহন

(সৌঃ শান্তি ৰন্তৰীক্ষং শান্তিঃ পৃথিৱী শান্তিঃ)

শান্তি সমীৰ বই আকাশত
সৰগ মৰত বিয়পি যক
সাগৰ বুকুৰ সলিল লহৰী
সেই পৰশতে শান্ত হক।
গছ-গছনিৰ ওপৰেদি ধীৰে
শান্তিৰ শীতল মলয়া বই
চকুৰ আগৰ ধৰণী খনকো
তোলক শান্তিৰে মধুৰ হৈ।
ব্ৰহ্ম শান্তি নিখিল শান্তি
ক্ৰুদ্ধ দেৱতা শান্ত হক,
শান্তি পূত স্নিগ্ধ ধাৰাটি
এই অন্তৰৰো মাজেদি হক।

বাঁহী ৩০ বছৰ, ৪৯৪ শকবাজ আহাৰ ১৮৬৫
১ম খণ্ড পৃঃ ১

# প্ৰণাম

অনাদি কালৰে পৰা যিজনাই
ভূত-ভবিষ্যত বিৰাজ কৰে
জগতত নিজে প্ৰকাশি নিজকে
মাথো সুখৰেই স্বৰূপ ধৰে।
বিশ্ব ভূৱনৰ অধিপতি যেয়ে।
সেই পুৰুষকে স্মৰণ কৰোঁ।
ব্ৰহ্মাৰূপী সেই মহান দেৱতা
ভকতি ভাবেৰে প্ৰণাম কৰোঁ।

অথৰ্ববেদ ১০।৮।১

# গীত

বিতৰাঁ শান্তি মঙ্গলময় কথাহে প্ৰভু কৰুণা দান
আমাৰ ৰজাক কুশলে ৰাখক মিলিত কণ্ঠে উঠিছে তান।
বিষাদ দৈন্য দুখ যাতনাৰ হাঁহাকাৰে পাওক হিয়াতে লয়।
নিৰাশ কলিমা অশান্তি আন্ধাৰ চিৰকাললৈ বিদায় হয়।
পূৰ্ণ হৰষে প্ৰেম পৰশে ধৰক জগতে শান্তিৰ গান।
বিতৰাঁ শান্তি মঙ্গলময় কৰাঁহে প্ৰভু কৰুণা দান।
ঘৰে ঘৰে শুনো কান্দোনৰ বোল শোকে দুখে সৰে কাতৰ প্ৰাণ
তথাপি উছাহে নিৰ্ভয় অন্তৰে ৰাখিছে কেনেনো নিজৰ মান।
চোৱা কেনে হেৰা ভীষণ ৰণত তুচ্ছ কৰি প্ৰাণ যুজে হৰষত
গোৱা সি সবৰ গৰিম: গীত যি সৰে কৰিছে জীৱন দান,
বিতৰাঁ শান্তি মঙ্গলময় কৰাহে প্ৰভু কৰুণা দান।
আহা সকলোৱে ৰজাক আমাৰ শক্তি অনুসৰি সহায় দিওঁ।
পাপৰ এনুৱা ভীষণ ছবিটি একেবাৰে হেৰা দুৰতে থওঁ।

গৌৰৱেৰে যেন জিলিকি উঠক ষশব জেউতি বিৰণি পৰক।
মুক্ত কণ্ঠে মুগ্ধ প্ৰাণে গোঁৱাহে বজাব মঙ্গল গান।
বিতৰাঁ শান্তি মঙ্গলময় কৰাহে প্ৰভু কৰুণা দান।

পুৰনা বহীৰ পাতৰ পৰা ১৯১৭)

# অভিভাষণ

## চতুৰ্বিংশ অধিবেশন

গুৱাহাটী — ১৯৫৫ চন, ডিচেম্বৰ
সভাপতি — শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা

ওঁ যোদেৱোহগ্নৌ যোহপ্সু
যো বিশ্বং ভুৱনমাবিৱেশ।
য ওষধীষু যো বনস্পতিষু
তস্মৈ দেৱায় নমো নমঃ।।

অগ্নিৰ মাজত বিৰাজে যিজনা
শতধা ধাৰোৰ বিকাশ হই,
সলিল-বুকুত যিজনা দেৱতা
বিৰাজে কৰুণ ধাৰাৰে বই,
বিশ্ব-ভুৱনৰ প্ৰতি অণুতেই
যিজনা দেৱতা ব্যাপ্ত আছে,

যাৰ পৰশত লাজুকী বননি
ৰঙতে ৰূপহী জেউতি যাচে,
গছ-গছনিৰ ওপৰে যিজনা
গুৱনি শোভাৰে জাতিষ্কাৰ,
ভকতি-ভাৱেৰে সেই দেৱতাক
জনাওঁ শতেক নমস্কাৰ।

অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, সাহিত্য-সেৱক আৰু সাহিত্যানুৰাগী ৰাইজসকল।

জয়জয়তে এই বিশ্ব-জগতত অনুপ্ৰৱিষ্ট স্বয়ংপ্ৰকাশ পৰমাত্মাক স্মৰণ কৰি আপোনালোকক মোৰ সশ্ৰদ্ধ নমস্কাৰ জ্ঞাপন কৰিছোঁ। আপোনালোকে এই অভাজনক সাহিত্য-সভাৰ সভাপতিত্ব হেন সন্মানৰ বাব এটি দি সন্মানিত কৰিছে। তাৰ বাবে মই আপোনালোকক কৰপুটে কৃতজ্ঞতা জনাইছো। মোৰ শাৰীৰিক অক্ষমতাৰ বাবে যোৱা বছৰো আপোনালোকে আগবঢ়োৱা, সাহিত্যৰথী বেজবৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱা আদি দেশ-জননীৰ সুসন্তানসকলে অলঙ্কৃত কৰি থৈ যোৱা এই আসনখনি গ্ৰহণ কৰিব নোৱাৰিছিলোঁ। পুনৰ এইবাৰ আপোনালোকৰ সকলোৰে মৰম আৰু দেশৰ সাহিত্যৰ আকৰ্ষণ এৰাব নোৱাৰি সেই অক্ষমতা স্বত্বেও আপোনালোকৰ আদেশ শিৰোধাৰ্য কৰি লৈছোঁ। এই সন্মিলনৰ সাফল্যৰ কাৰণে আপোনালোকৰ সহায়, সহযোগিতা আৰু শুভেচ্ছা কামনা কৰিলোঁ।

ঈশ্বৰে এই অনিন্দ্য-সুন্দৰ-ৰূপে সজোৱা সংসাৰৰ মাজত প্ৰত্যেক বস্তুৱে, প্ৰত্যেক ঘটনাই একো একোখনি সৌন্দৰ্য্যৰ পট চকুৰ আগত তুলি ধৰি মনৰ মাজত নতুন

সাহিত্যৰ গুৰি-কথা

ভাবেৰে পৰিপূৰ্ণ একোখনি নতুন ৰাজ্য সৃষ্টি কৰে। সেই ৰাজ্য যে অকল বাহিৰা জগতৰ ছাঁৰেই আবৃত, এনে নহয়; তাৰ লগে লগে আমাৰ সুখ-দুখ, ভয় বিস্ময়, ভাললগা ইত্যাদি নানা ৰকমৰ মনৰ ভাৱৰ ৰসত পৰি অশেষ ৰকম ৰঙেৰে ৰঞ্জিত হৈ জিলিকি উঠে। আমাৰ মনে সেই ৰাজ্য ইচ্ছামতে সম্পূৰ্ণৰূপে নিজৰ তলতীয়া কৰি গঢ়ি লয়।

আমি এই জগতত জানিবলগীয়া বহু কথা আছে। আমাৰ ক্ষুদ্ৰ সীমাবদ্ধ জ্ঞানক যেতিয়া এই অসীম পৃথিৱীৰ অশেষ জটিল ৰহস্যপূৰ্ণ ঘটনাৰ লগত বিজাই চাওঁ, তেতিয়াই আমি আমাৰ হৃদয়ত অজ্ঞানতাৰ ক'লা ঢাকনিৰ ছাঁ দেখিবলৈ পাওঁ। আৰু দেখোঁ দিনে দিনে সংসাৰত ক'ত ঘটনা ঘটিছে যে, তাৰ লাখ যোজনৰ দূৰৈতো থিয় হ'বলৈ আমাৰ জ্ঞানে সাহ নকৰে; আমি মাথোঁ বৈচিত্ৰ দেখি একো বুজিব নোৱাৰি তথা লাগি একেথিৰে চাই থাকোঁ আৰু নিজেই নিজৰ অক্ষমতা বুজিব পাৰি স্বভাৱতে আমাৰ মনত সেইবোৰৰ প্ৰকৃত তথ্য জানিবলৈ এটা ঔৎসুক্য জন্মে। সেই ঔৎসুক্য-নিবাৰণৰ লগে লগে আমাৰ সৰ্কীৰ্ণ হৃদয়ো ক্ৰমশঃ বহল হৈ যায়, আমাৰ মনে তেতিয়া হৃদয়ৰ অজ্ঞানতা-আন্ধাৰৰ দুৱাৰ মুকলি কৰি জ্ঞানৰ পোহৰক সোমাবলৈ বাট দেখুৱাই দিয়ে। আৰু তেতিয়াই সংসাৰৰ প্ৰত্যেক ঘটনাই আমাৰ মনত একো একোটি সাঁচ বহুৱাই থৈ যায়। এই সাঁচবিলাকক লৈ মনে আমাৰ ভাবৰ ৰাজ্য গঢ়িবলৈ আৰম্ভ কৰে।

মানুহে নিজকে যিমান স্বাধীন বুলি ভাবে, প্ৰকৃততে সিমান নহয়। এফালে তেওঁ যেনে এজন মানুহ-বিশেষ, আনফালে তেওঁ জাতীয় ভাব, কল্পনা আৰু নানা সাময়িক-পাৰিপাৰ্শ্বিক ভাব-ধাৰাৰ অধীন। তেওঁৰ গাত এই কাৰণেই অতীত, বৰ্তমান, ভৱিষ্যতৰ চিন পোৱা যায়। মানুহৰ পশু-প্ৰকৃতিৰ বাহিৰেও বিচাৰ-বুদ্ধি আৰু অনুভূতিও আছে। তেওঁ আনৰ মাজত নিজক প্ৰকাশ কৰিবলৈ বিচাৰে, আৰু এই কাৰণেই তেওঁ লগ বিচাৰে আৰু তাৰ মাজেদি তেওঁ আত্মপ্ৰকাশ কৰিবলৈ চেষ্টা কৰে। মানুহে মাথোন নিজক লৈ ব্যিস্ত নহয়। সেই কাৰণেই তেওঁ বন্ধু-বান্ধৱ, তেওঁৰ দেশ, জাতি আৰু আত্মীয়-স্বজন আৰু প্ৰকৃতিক উপেক্ষা কৰি চলিব নোৱাৰে। নিজৰ ভোক-পিয়াহৰ সমাধান কৰি আঁতাই মানে এখন কাল্পনিক জগতৰ মোহে আহি তেওঁক আৱৰি ধৰে। কাৰণ তেওঁৰ বাস্তৱ জগতৰ সকলো আশা-আকাঙ্ক্ষাই তেওঁৰ হেঁপাহ পূৰাব নোৱাৰে। সেই কাৰণে তেওঁ কল্পনা-জগতত নিজৰ অপূৰ্ণতাৰ অংশক পৰিপূৰ্ণভাৱে পায়। তেওঁৰ নোপোৱাৰ পূৰ্ণ প্ৰকাশ পায়। কাৰণ মানুহ স্বভাৱতে ৰূপ-বিলাসী স্ৰষ্টা। আৰু সেই কাৰণেই নিজৰ কল্পনাক ৰূপ দি প্ৰকাশ কৰিবলৈ কামনা কৰে। সেই কাৰণেই আত্ম-প্ৰকাশৰ ইচ্ছা আৰু লগে লগে পাৰিপাৰ্শ্বিক জগতৰ লগত সংযোগ ৰাখি কল্পনা-জগতত বিহাৰ কৰাৰ ইচ্ছাই মূৰ্ত্তিমান হৈ মানুহৰ সাহিত্য-জগতৰ ইন্ধন যোগায়। লগে লগে জগতৰ মাজেদি মূৰ্ত্তিমান হৈ উঠে।

অতি আদিম যুগৰপৰা মানুহৰ মনত আত্ম-প্ৰকাশৰ ভাবটি যে বৈ আহিছে, তাক কোনেও নুই কৰিব নোৱাৰে। শিলত কাটিয়েই হওক বা তামৰ ফলিতেই হওক, সাঁচিপাতৰ পুথিতেই বা পৰ্বতৰ গাতেই হওক, মানুহৰ আশা-আকাঙ্ক্ষাৰ সীমা নাই — তেওঁ নিজে বাহিৰত নিজকে চাবলৈ বা আনৰ মাজত পাবলৈ বিচাৰে আৰু এই কাৰণেই মানুহে সাহিত্যৰ মাজেদি নিজক প্ৰকাশ কৰিবলৈ চেষ্টা কৰি আহিছে। কাৰণ মানুহ সঙ্গপ্ৰিয়; তেওঁলোকে বন্ধু-বান্ধৱ আত্মীয়-স্বজনৰ মাজত নিজক পাবলৈ ইচ্ছা কৰে। আৰু ইয়েই তেওঁলোকৰ আত্ম-প্ৰকাশৰ মূল ভেঁটি বুলি ধৰিব পাৰি। জগতত মানুহে সাধাৰণতে যি পায়, সেই খিনি লৈয়ে সন্তুষ্ট থাকিব নোৱাৰে; আৰু কল্পনাৰ সহায়ত যিখিনি নাপায় সেইখিনি পাবলৈ ইচ্ছা কৰে; তেওঁৰ ৰচনাত সৌন্দৰ্য্যময় জগতৰ প্ৰায়খিনি বস্তুৰেই প্ৰকাশ পায়। এনে আত্ম-প্ৰকাশৰ ইচ্ছাই কল্পনা-শক্তিৰ সহায়ত মনমোহা মধুৰ ভাবাবে আনক টানিব পৰা শক্তিৰ প্ৰকাশেদি সাহিত্যৰ মূল ভেঁটি হৈ উঠে।

ৰাষ্ট্ৰ-বিপ্লৱেও সাহিত্যৰ সাল-সলনি কৰি তাৰ মাজেদি এটি নতুন ধাৰা বোৱায়। ফৰাচী বিপ্লৱৰ সময়ত উঠা বাণী স্বাধীনতা, সাম্য আৰু ভাতৃত্বই এই যুগৰ কলা-সাহিত্যৰ উত্তৰৰ গুৰি বুলি ধৰিব পাৰি আৰু বিখ্যাত ফৰাচী লেখক ৰুছোকে এই যুগৰ জন্ম-দাতা বুলি সকলোৱে মানি লয়। মানুহ হিচাপে মানুহৰ মূল্য আৰু সম্ভ্ৰম আৰু মানুহৰ আৱশ্যক অনুসৰি বিশ্ব-প্ৰকৃতিৰ যোগান ধৰিব পৰা শক্তি — তেওঁৰ এই দুই মূল তথ্য এই যুগৰ সাহিত্যৰ মূল মন্ত্ৰ। জগতৰ মানুহ হিচাপে প্ৰকৃত মৰ্য্যদা আৰু প্ৰকৃতিক সৌন্দৰ্ব লগত তেওঁলোকৰ ভাবৰ পৰিস্ফুৰণেই এই যুগৰ সাহিত্যবিলাকত সম্যক ভাবে প্ৰতিফলিত হৈছে। নৈ, পৰ্বত, বন, উপত্যকা, জুৰি, প্ৰকৃতিৰ সৌন্দৰ্য, গাঁৱলীয়া উভু জীৱনৰ কাৰ্য-কলাপ, সূৰ্বৰ উদয়-অস্তৰ অনিৰ্বাচনীয় সৌন্দৰ্য, পূৰ্ণিমাৰ জোনালি ৰাতিৰ শান্ত স্নিগ্ধ পবিত্ৰ কিৰণ অন্তৰৰ দাপোনত প্ৰতিফলিত হৈ একো একোটা সাহিত্যৰ বিষয় সূচাই দিয়ে। কবি বা সাহিত্যিকৰ উদ্দেশ্য সৃষ্টি। কবিয়ে কবিতাত কোনো জ্ঞানৰ বিষয় প্ৰমাণ কৰিবলৈ নেযায়। তেওঁৰ অন্তৰ্দৃষ্টিৰে যিটো দেখিছে, তাকেই মাথোন মূৰ্ত্তিমান কৰি জগতত প্ৰকাশ কৰিব। তেওঁৰ বিচাৰ, তৰ্ক, বিশ্লেষণ নাই। তেওঁ সত্যক পূৰ্ণতা দি প্ৰকাশ কৰিব, তাক যুক্তি, তৰ্ক বা বিশ্লেষণেৰে সঙ্কীৰ্ণ কৰিবলৈ নেযায়। তেওঁৰ অন্তৰাত্মাই সহজে অভিনৱতাৰ সৃষ্টি কৰে। তেওঁৰ অন্তৰৰ উৎসৰ পৰা একো একোটি মূল ভাব উঠে। তাকে তেওঁ সাকাৰ কৰি জগতৰ আগত দাঙি ধৰে। এই যুগৰ কবিতা বা সাহিত্য বিলাকত ঈশ্বৰৰ সৃষ্ট বস্তুৰ প্ৰতি প্ৰেম অকল মানুহতেই সীমাবদ্ধ নহয়, পশু-পক্ষী, কীট-পতঙ্গ ইত্যাদিলৈ বিয়পি পৰিছে।

ৰাষ্ট্ৰ-বিপ্লৱে যেনেকৈ নতুন সাহিত্যৰ ধাৰা বোৱাই দিয়ে, ধৰ্ম-বিপ্লৱেও তেনেকৈ তেওঁলোকৰ নতুন ধৰ্ম-মত, প্ৰচাৰৰ সাহিত্যৰ সৃষ্টি কৰি জনসাধাৰণৰ মাজত প্ৰকাশ

কৰে। ইউৰোপত মাৰ্টিন লুথাৰ, কেলভিন্' ঝিংগ্লি আদি ধৰ্মপ্ৰচাৰকেও তেওঁলোকৰ ধৰ্মৰ প্ৰচাৰ কৰি নতুন সাহিত্যৰ ধাৰা বোৱাই গ'ল। আমাৰ দেশতো শঙ্কৰ, মাধৱ আদি ধৰ্ম প্ৰচাৰকসকলৰ সাহিত্য এটা অতুলনীয়া দান। ইয়াৰ যোগেদিয়ে ধৰ্মমত প্ৰচাৰৰ লগে লগে অসমীয়া সহিত্যৰ সৌষ্ঠৱ বঢ়ালে। তেওঁলোকৰ দানে অসমীয়া জাতি তথা অসমীয়া সাহিত্যক এটি গৌৰৱময় স্থানত এতিয়াই বহুৱাই অসমৰ জাতীয় সন্মান অক্ষুণ্ণ ৰাখিছে।

জগতৰ হৈ থকা ঘটনাবিলাকে মনৰ মাজত যি ভাৱৰ উদয় কৰে আনৰ মন মুহিব পৰা শক্তিৰে সৈতে ভাৱৰ বিকাশেই সাহিত্য। মন আৰু কল্পনাই তাৰ সৃষ্টিকৰ্ত্তা। ভাব তাৰ অঙ্গ, মানৱ-সমাজেই তাৰ প্ৰকাশৰ স্থল সাহিত্যৰ মধুময় ৰসে মানৱ সমাজক মোহিত কৰি থয় — এই সাহিত্যৰ মধুৰসেই ধনী, দুখীয়া সকলোৰে মন মোহাই তেওঁলোকৰ কল্পনাত এখনি অনিন্দ্য-সুন্দৰ ৰাজ্য সৃষ্টি কৰি তেওঁলোকৰ মনত আনন্দ দিয়াৰ লগে লগে আনৰ মনতো আনন্দ দিবলৈ সমৰ্থ হয়।

সাহিত্যৰ বুকুত কবিতা এপাহি অনুপম ফুল — ইয়াৰ সৌৰভে জগতক মোহিত কৰি থৈছে। কোন এক অতীত যুগৰপৰা সুকষৰ সোণোৱালী কিৰণত চিক্‌মিকোৱা তমসা নৈৰ পাৰত খেমালি কৰি থকা ক্ৰৌঞ্চ পখী এহালিৰ এটি ব্যাধৰ কাঁড়েৰে নিধনত বাল্মীকি মুনিৰ মুখেদি শ্লোক ছন্দেৰে

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমৱধীঃ কাম-মোহিতম্।।

ওলাইছিল ক'ব নোৱাৰোঁ, —

শ্লোকে শ্লোকে ভৰি গ'ল গোটেই ভুবন
নামি আহে মন্দাকিনী-ধাৰা,
মানৱ দেৱতা কৰি নমালে সৰগ,
বই ধীৰে শান্তিৰ নিজৰা।

জগতৰ শত পৰিবৰ্তনলৈ পিঠি দি এই শ্লোকে আজিলৈকে তাৰ ভাৱৰ সৌন্দৰ্য্য সজীৱ কৰি ৰাখিছে। কবিতা ছন্দোময় হোৱাৰ কাৰণেই মানুহে তাক মনত ৰখাবলৈ উজু পায় — আৰু সেই কাৰণেই আগৰ পুথিবিলাক প্ৰায় ভাগেই কবিতাৰে লিখা। কবিতাই আমাৰ মন আনন্দৰসেৰে আপ্লুত কৰি থয়। কবিতাৰ এই চিৰমধুৰতাৰ কাৰণেই জগতত ই আজি ইমান আদৰণীয়। বহুত দিনৰ আগেয়ে লিখা কালিদাসৰ শকুন্তলা, মেঘদূত আজিলৈকে পুৰণি হোৱা নাই। সকলোৱে তাক হেঁপাহেৰে পঢ়ে। সকলোৱেই তাত আনন্দ পায়। মধুৰতা আৰু সৌন্দৰ্য্য উপভোগ কৰিব পৰা যায়। কবিতাই কল্পনা ৰাজ্যত

বুৰাই, পাৰিজাত ফুল ফুলি থকা নন্দন কাননৰ মাঁতিয়েদি বৈ যোৱা মন্দাকিনীৰ তীৰৰ অপ্সৰাসকলৰ সুমধুৰ সঙ্গীত-পূৰ্ণ স্বৰ্গৰ অপূৰ্ব্ব শোভা দেখুৱাই, মন আনন্দৰে প্ৰফুল্লিত কৰি, পুনৰ মৰতলৈ নমাই মেঘৰ গাজনিৰে সৈতে ভীষণ ধুমুহা-পূৰ্ণ প্ৰকৃতিৰ ভয়ঙ্কৰ মুৰ্ত্তি আগত তুলি ভয় লগোৱাই, হৃদয়-বিদাৰক মৃত্যুৰ ছবিৰ কাষেদি লৈ গৈ, প্ৰাণত শোকৰ বেগ উথলাই, শৰতৰ নিৰ্মল জোনাক সৰগৰ তলেদি আনি বসন্তৰ কুঁহি কুঁহি নতুন ফুল-পাতেৰে জকমকোৱা, গছ-লতাৰে সু-সজ্জিত প্ৰকৃতিৰ বিতোপন মনমোহা কাপোৰে হৃদয়ক বিস্ময়েৰে বুৰাই, নিৰ্জ্জীৱ মনৰ ভাব সজীৱ কৰি মৰমৰ প্ৰাণত শান্তিয়নী পানী ছটিয়াই দিয়ে।

আজি আপোনালোক সমলোৰে মাজত থিয় হোৱাত মোৰ মনত অতীতৰ স্মৃতিয়ে স্পৰ্শ বুলাইছে। যিসকলে অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগটো গঢ়িলে, "জোনাকী" যুগৰ জ্যোতিষ্কসকলৰ লগত মোৰ জীৱনৰ ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল, তেখেতসকল মোৰ শ্ৰদ্ধাভাজন আত্মীয়-স্বজনৰ দৰে হৈ পৰিছিল।

স্মৃতিৰ পৰশ

আজি সেইসকলৰ কথা নুসুঁৱৰি মোৰ কাৰ্যত আগবঢ়া মোৰ কাৰণে অসমীচীন যেন লাগিছে। সেই সম্পৰ্কত মোৰ নিজৰ জীৱনৰ দুই-এটি কথাও প্ৰাসঙ্গিকভাৱে ক'বলগীয়াত পৰিব। তাৰ বাবে আপোনালোকৰ পৰা আগে ভাগে ক্ষমা বিচাৰি থলোঁ।

মাকৰ কোমল কোলাত শুই কেঁচুৱাই পিয়াহ খাওঁতে খাওঁতে পোন প্ৰথমে যিটো ভাষাৰে আই বুলি মাতিবলৈ শিকে, সেয়ে তাৰ মাতৃভাষা। ই স্বৰ্গতো অধিক। আমাৰ দিনত অসমত বঙলা ভাষা চলাৰ কাৰণেই আমি সকলে আমাৰ সেই মাতৃভাষা অসমীয়া পঢ়িবলৈ নেপালোঁ। আমি স্কুলত বঙলাহে পৰিছিলোঁ। তেতিয়াৰ দিনৰ fourth class—অৰ পৰাহে বঙলাৰ ঠাইত সংস্কৃত পঢ়িব লগা হৈছিল। সেই কাৰণেই তেতিয়াৰ পৰাই মাতৃভাষালৈ এটা প্ৰবল অনুৰাগ হ'ল। তাৰ ফলতেই ইংৰাজী পঢ়োঁতে যেতিয়াই যিটো ভাল লাগিছিল তাকেই নিজৰ ভাষালৈ আনিবলৈ চেষ্টা কৰিছিলোঁ।

মই যেতিয়া ইংৰাজী "Second Book" পঢ়ো তাত "Twinkle twinkle little star, How I wonder what you are কবিতাটো পাওঁ, তেতিয়া মুখে মুখে তাৰ অসমীয়া অনুবাদ কৰি কাগজত এখনত লিখি মোৰ স্বৰ্গগত দেউতাক দেখুৱাওঁ আৰু তেতিয়া তেখেতে কৈছিল, "বেণুক দেখুৱাবি"। সেই সময়ত স্বৰ্গীয় বেণুধৰ ৰাজখোৱা শিৱসাগৰত ছাব ডেপুটি কলেক্টৰ আছিল, আৰু মোৰ বৰ ককাইদেউৰ অতি অন্তৰঙ্গ বন্ধু থকাত আমাৰ ঘৰলৈ প্ৰায়েই গৈছিল। মই হাতত অসমীয়া অনুবাদটো এখন কাগজত লিখি লৈ, তেওঁৰ কাষে কাষে ঘুৰি ফুৰিছিলোঁ; মনত ইচ্ছা আছিল যেন তেখেতে মোৰ হাতৰ পৰা খুজি নিয়ক। তেখেতে মই হাতত কাগজখন লৈ ফুৰা দেখি সুধিলে, "চাওঁ বাপু, (মোৰ ঘৰত মতা নাম বাপু) সেইখন কি দিয়াচোন।" সেই সময়ত মই সকলোকে

"তুমি" বুলি উত্তৰ দিছিলো। মই কলোঁ, "নেদেখুৱাওঁ তোমাক" — অৰ্থাৎ তেখেতে নিজে হাতৰ পৰা নিয়ক, আৰু তেখেতে নিলেও আৰু পঢ়ি পেলাই ক'লে, "বৰ ভাল লাগিল বাপু, আৰু লিখিবা।" সেই সময়ত তেনে উৎসাহ পাই কেইবাটামান নাগ-বান্ধ নোহোৱা কবিতা নিজেও লিখিছিলোঁ। কি লিখিলোঁ পাহৰিলোঁ। বাজখোৱা ডাঙৰীয়াৰ পৰাই কবিতা লিখাত মই জীৱনত প্ৰথম উৎসাহ পাওঁ। এয়ে "জোনাকী" যুগৰ এজন মহতৰ লগত মোৰ প্ৰথম সম্পৰ্ক।

কলেজীয়া জীৱনত বেজবৰুৱা ডাঙৰীয়া, চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়া ইত্যাদিক লগ পাওঁ। আৰু তেখেতসকলে উৎসাহ দিয়াত আন কেইবাটামান কবিতা লিখোঁ। তাৰ পাছত বেজবৰুৱা ডাঙৰীয়াই "বাঁহী" উলিয়াওঁতাত তাতে মাজে মাজে লেখিবলৈ ধৰিলোঁ। এইখিনিতে "বাঁহী"ৰ জন্মৰ একাষাৰ কওঁ। আগতে স্বৰ্গীয় পদ্মনাথ গোহাঞিবৰুৱাৰ "উষা" আমাৰ স্কুলীয়া জীৱনতে ওলাইছিল আৰু ওলোৱাৰ কিছু দিনৰ পাছত অৱস্থা বেয়া হোৱাত নোহোৱাৰ দৰেই হৈছিল। তেখেতেও মোক কবিতা লিখাত যথেষ্ট উৎসাহ দিছিল। সেই সময়ত বেজবৰুৱা ডাঙৰীয়াক কলিকতাত থকা অসমীয়া ছাত্ৰসকলে অনুৰোধ কৰাত "বাঁহী" উলিয়াইছিল। বেজবৰুৱা ডাঙৰীয়াৰ "বাঁহী"ৰ লগত কথা পাতোঁতে কথাৰ ছলেৰে তেখেতে মোক সাহিত্যৰ নানা ধৰণৰ ভাবধাৰা সম্বন্ধে কৈ থাকে। আৰু সেই ভাবধাৰাবিলাক কেনেদৰে হাড়ে-হিমজুৰে অসমীয়া কবি আমাৰ সাহিত্যৰ মাজত সুমুৱাব পাৰি, সেইবোৰকো উনুকিয়াই দি মোক লেখিবলৈ সুচাই দিয়ে, লগে লগে মোৰ লিখাবিলাকৰ ভুল-ভ্ৰান্তিবোৰ দেখুৱাই সেইবোৰ নিজে শুধৰাই দিয়ে। বেজবৰুৱা ডাঙৰীয়াৰ উৎসাহ পোৱাত কেইবাটাও কবিতা, প্ৰবন্ধ ইত্যাদি দিছিলোঁ। স্বৰ্গীয় বাণীকান্ত কাকতিৰ উৎসাহতেই মোৰ "কথা-কবিতা"ৰ প্ৰথম আৰম্ভণ "বাঁহী"তেই।

স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াই আগৰ "জোনাকী" যুগৰ ৰচনা-ৰীতিৰ সম্বন্ধে আভাস দি কেনেকৈ সময়ৰ উপযোগী সাহিত্য গঢ়িব পাৰি, কথাৰ ছলেৰে সেইবোৰ মাজে মাজে উনুকিয়াই দিছিল। তেখেতে এদিন পুৰণা "জোনাকী" এখন আনি তাত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে লিখা 'কাকো আৰু হিয়া নিবিলাওঁ' কবিতাটি দেখুৱাই তাৰ উত্তৰ স্বৰূপে তেখেতে লিখা "কিয় ভাই নিবিলাবা হিয়া" বুলি নিজে হাঁহিবলৈ ধৰে। আমাৰ স্কুলীয়া জীৱনত গুৱাহাটী কটন কলেজৰ ছাত্ৰসকলে স্বৰ্গীয় সত্যনাথ বৰা ডাঙৰীয়াৰ সম্পাদনাত "জোনাকী"খন আকৌ উলিয়াইছিল। তাত স্বৰ্গীয় বৰা ডাঙৰীয়াই "কেন্দ্ৰ-সভা" নামেৰে এটি দীঘল প্ৰবন্ধ খণ্ডে খণ্ডে উলিয়াইছিল এতিয়া সেইখন কিতাপৰ আকাৰে ছপা হৈ ওলাল। স্বৰ্গীয় বৰা ডাঙৰীয়াৰ "সভ্যতাৰ মথাউৰি' নামেৰে এটা খুহতীয়া কবিতা তাত ওলাইছিল। সিটো পঢ়ি সকলোৱে আনন্দ উপভোগ কৰিছিল। তাত ওলোৱা শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ "জৰুৰ চাহাব হ'ম ইবাৰ মৰিলে" নামৰ এটা খুহতীয়া কবিতাই সকলোকে হহুৱাইছিল। আৰু সেই সময়ত প্ৰায়

সকলোৱে মুখতে তাৰ অলপ অলপ ওলাইছিল। তাতে স্বৰ্গীয় কমলাকান্ত ভট্টাচাৰ্য ডাঙৰীয়াই এটা দাৰ্শনিক প্ৰবন্ধ লেখিছিল। সেইসকলৰ প্ৰবন্ধবিলাক সেই সময়ত অতি আগ্ৰহেৰে সকলোৱে পঢ়িছিল। আৰু সিবোৰে সকলোৰে মনত আনন্দ দিছিল।

স্বৰ্গীয় গোসাঁই ডাঙৰীয়াই এবাৰ কলিকতাৰ পৰা গুৱাহাটীলৈ উলটি আহোঁতে ৰেল ষ্টেশ্যনত দেখা কৰোঁতে মোক কৈছিল "যদু, তুমি কবিতা লেখি থাকিবাঁ দেই; নেলেখাকৈ নাথাকিবা।" তেনেতে বেজবৰুৱা ডাঙৰীয়াই টপৰাই উত্তৰ দিছিল, "তুমি কাক কৈছা? তেওঁক? ইয়াৰপৰা গৈয়ে তেওঁ মাজ-বাটতে পাহৰিব।" "বাঁহী"ৰ যুগত স্বৰ্গীয় জ্ঞানভিৰাম বৰুৱায়ো তৰুণৰাম ফুকনেও মোক যথেষ্ট উদগণি দিছিল। দেখা হ'লেও তেখেতে হাতখন মেলি কৈছিল, "চাওঁ, দিয়া।" তেখেতৰ যোগেদিয়েই কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যপক খোদাবক্সৰ ওচৰত চুফিবাদৰ বিষয়ে কিছু কথা জানিবৰ সুবিধা পাইছিলোঁ আৰু সেই সম্বন্ধে লিখা এটা অপ্ৰকাশিত কবিতা মোৰ হাততে আছে। লক্ষ্মীধৰ শৰ্মাৰ পৰাও "ওমৰ -তীৰ্থ" লেখাৰ সময়ত যথেষ্ট উৎসাহ পাইছিলোঁ। আৰু এওঁ আবেলি মোৰ তালৈ গৈ মোক লেখিবলৈ খুঁচি থাকে আৰু কিমান দূৰ হ'ল বুলিও সুধি থাকে। লক্ষ্মীধৰ শৰ্মাৰ এজন বন্ধু ইস্মাইলৰ পৰাও মই সহায় পালোঁ। আৰু তেৱেঁই মোক হুইনফিল্‌ড্ ছাহাবে কৰা ওমৰ খায়ামৰ 'ৰুবাই-আত'ৰ বিশেষ অনুগত অনুবাদৰ কিতাপ এখন যোগাৰ কৰি দিয়ে। তাৰ পাছত শ্ৰীযুত হৰিকৃষ্ণ দাস, ৺লক্ষ্মীধৰ শৰ্মা, ৺মাধৱ চন্দ্ৰ বেজবৰুৱা, শ্ৰীমান বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীমান মোহিনীকান্ত বৰুৱা আদিৰ পৰা মই যথেষ্ট উৎসাহ পাইছিলোঁ।

বৰ্তমান যুগত অসমীয়া সাহিত্যৰ লাহে লাহে উন্নতি হোৱাত লিখাৰ ৰীতি-নিয়মবো অলপ সাল-সলনি হোৱা দেখা যায়। সেইটো স্বাভাৱিক, কাৰণ সাহিত্য এটি বোৱঁতী সুঁতি। বোৱঁতী সুঁতি হ'লেও বহুত দিন একেধাৰে বৈ থাকিলে পলস পৰি বাম হোৱা সম্ভাৱনা। যুগৰ পৰিবৰ্তনৰ লগে লগে সাহিত্যৰ ধাৰাও অলপ পৰিবৰ্তন হ'বই — লগতে এইটোও মন কৰিব লাগিব যে, সেই পৰিবৰ্তনে আমাৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত খাপ খাই সমাজৰ লগে লগে জাতিকো উন্নতিৰ পথত আগুৱাবলৈ সহায় কৰে যেন। কোনো এটা নতুন ধাৰা সাহিত্যৰ মাজেদি বোৱাঁবলৈ হ'লে সময়, সমাজ আৰু মানুহৰ ৰীতি-নীতিলৈকো মন কৰা উচিত। বিদেশী সাহিত্যৰ ধাৰা আমাৰ সাহিত্যৰ মাজেদি বোৱাঁবলৈ হ'লে আমাৰ সমাজৰ ৰীতি-নীতি আদিলৈ মন কৰি যতদূৰ সম্ভৱ তাক আপোন বোলেৰে নিজৰ কৰি সমাজৰ মাজেদি চলাবলৈ চেষ্টা কৰা উচিত।

**সাহিত্যৰ বোৱঁতী সুঁতি**

কোনো এটা ৰীতি সদায় একেদৰে একেৰাহে চলি নেথাকে। সমাজ পৰিবৰ্তনশীল। যুগৰ পৰিবৰ্তনৰ লগে লগে সমাজবো পৰিবৰ্তন হ'বই আৰু তাৰ লগে লগে দেশৰ সাহিত্যতো নতুন ধাৰা সোমাবহি। তেতিয়া তাক আমি আৱশ্যক হ'লে সাল-সলনি কৰি ল'ব লাগিব। —

কালক্ৰমত সিও পুৰণি হৈ যাব। তাৰ ঠাইত নতুন আহিব। এনেদৰেই সাহিত্যৰ বোৱঁতী সুঁতিৰ মাজেদি বৈ থাকিব।

## বৰ্তমান অসমীয়া সাহিত্যৰ স্বৰূপ আৰু সমস্যাসমূহ

আগতেই কৈছোঁ, কবিতা আদি সাহিত্যৰ বিবিধ বোৱঁতী সুঁতি। সি সদায় বাৰিষা খৰালিৰ লগে লগে ওফন্দি নানা ফালে পাৰ ভাঙি কেতিয়াবা নতুন গঢ় লৈ সদায় চলি থাকে। ইয়াৰ ভিতৰত মন কৰিবলগীয়া কথা, বোঁৱতী সুঁতিয়ে সদায় জাহি-জাবৰবোৰ উটুৱাই নি বা পাৰলৈ উফালি পেলাই, বুকুৰ বোকাবোৰ তললৈ নিগৰাই পলস পেলাই, পৰিষ্কাৰ হৈ উঠে। এইখিনিতেই সুঁতিটো জীয়াই থকাৰ পৰিচয়। সেইদৰে সাহিত্যৰ বোঁৱতী সুঁতিয়েও বাহিৰৰ সোঁতৰ পৰা অহা আবৰ্জনা আদি আঁতৰাই বিশ্ব-সাহিত্যৰ বিশ্ব-চিন্তাৰ সাৰ ভাগ গ্ৰহণ কৰি জাতীয় প্ৰাণেৰে উদ্বুদ্ধ হৈ ক্লেদময় নহৈ ফটিক পানীৰ ধাৰৰ দৰে হৈ পৰে। যেতিয়ালৈকে জাতীয় সাহিত্যই বিশ্বৰ আন সাহিত্যৰ নানা বস্তু লৈ তাক জীণ নিয়াব নোৱাৰি যজ্ঞাভুক অগ্নিৰ দৰে কগ্ন হৈ থাকে, তেতিয়ালৈকে সি বিশ্ব-সাহিত্যৰ সুখ-স্পৰ্শ পাইছে বুলি ক'ব নোৱাৰি। আধুনিক অসমীয়া সাহিত্যৰ নিছিলা সৰু সাহিত্য এটিৰ বুৰঞ্জীতো বাহিৰৰ প্ৰভাৱৰ নিজস্বীকৰণ আমি দেখা পাইছোঁ। যোৱা শতিকাৰ শেষ ভাগত "জোনাকী" যুগ প্ৰৱৰ্তিত হয়। এই যুগটো এই ধৰণৰ বাহিৰৰ সম্পদক আপোনাৰ কৰাৰ এটা ডাঙৰ সম্পৰীক্ষা। শ্বেলী, কীটছ, বাইৰণ, টেনিছন আদিৰ প্ৰভাৱ আমাৰ সাহিত্যত পৰিছিল; সেই যুগৰ বঙালী কবিসকলৰ মাধ্যম এই বিষয়ত অনস্বীকাৰ্য্য। কিন্তু এইবোৰ প্ৰভাৱৰ ফলত অসমীয়া কবিতা অসমীয়া কবিতাই হ'ল; সি ইংৰাজী বা আন সাহিত্যৰ নকল নবিছৰ দলৰ ব্যৰ্থ প্ৰয়াস মাথোন হৈ নৰ'ল। উপন্যাস, গল্প আদিতো, সেইদৰে বাহিৰৰ প্ৰভাৱে আমাৰ সাহিত্যত নতুন ধাৰা প্ৰৱেশ কৰালে সঁচা, কিন্তু সেই ধাৰাবোৰত আমাৰ জাতীয় প্ৰাণৰে উন্মেষ আমি দেখা পালোঁ।

**(১) নতুন কবিতাৰ কথা**

কিন্তু আমি বৰ্তমান শতিকাৰ এই মাজ ভাগত যি এটি নতুন যত্নৰ প্ৰতি আমাৰ কোনো অসদ্ভাৱ বা অসূয়া নাই। কিন্তু কেইটামান কথাই আমাৰ এই বিষয়ে ভাবিবলগীয়া কৰিছে। আগৰ কবিসকলৰ লিখাৰ ধৰণত মোৰ মনেৰে ভাৱৰ লহৰ, কল্পনাৰ প্ৰসাৰ আৰু ভাষাৰ সৌন্দৰ্য্যেৰে তাক বেছি মনোৰম কৰিবৰ প্ৰয়াস দেখা যায়। কিন্তু আজিৰ কবিতাত সেইবিলাক চেষ্টা এক প্ৰকাৰ অস্বীকাৰ কৰা হৈছে। আজিকালি বাস্তৱৰ বেছি স্পৰ্শ দিবলৈ গৈ কোনোৱে বাস্তৱক অদ্ভুত ৰূপ লোৱাইছে। তাৰ লগতে আগৰ কবিতাৰ সৌন্দৰ্য্য আৰু সুষমা একেবাৰেই লোপ পোৱাইছে। নতুন কবিসকলে বাহিৰৰ যিসকল কবিক গুৰু মানিছে, তেওঁলোকৰ কবিতাৰ আৰু কবিতা-সাহিত্যৰ সমালোচনাৰ দুই-

এপাত আমি পঢ়িছোঁ। কিন্তু সেই কবি গুৰুসকলক বুজাত আমাৰ বৰ অসুবিধা নহয়, কাৰণ তেওঁলোকৰ চিন্তাধাৰাৰ পটভূমিৰপৰা তেওঁলোক আঁতৰি যোৱা নাই। সেই পটভূমি তেওঁলোকৰ দেশৰ কলা-সংস্কৃতি-জ্ঞান-বিজ্ঞানত বৰ্তমান। সেই পটভূমিয়ে জাগতিক চিন্তাধাৰাক অভিনৱ ৰূপ দিবলৈ যত্ন কৰি আছে। আৰু তাৰ বাবে যি দ্বন্দ্বৰ সৃষ্টি হৈছে, তাৰেই প্ৰকাশ তেওঁলোকৰ কবিতা। কিন্তু চিন্তা বা ভাব সামগ্ৰীৰ ফালৰ পৰা আমাৰ কবিসকলে ভাৰতীয় চিন্তাধাৰা আৰু অসমীয়া জাতীয় জীৱনৰ লগত সম্বন্ধ ছিঙি বাহিৰৰ অনুকৰণতে ভোল যাবৰ কাৰণে চেষ্ট কৰিছে। ইয়াৰ ফলত যি কবিতাৰ সৃষ্টি হৈছে, সি সৌন্দৰ্য আৰু ভাব-সম্পত্তি দুই ফালৰ পৰাই অচিনাকি নিচিনা হৈ পৰিছে। আমি কবিসকলক ভাই বুলি কওঁ জাতীয় প্ৰাণৰ লগত — পাৰিপাৰ্শ্বিক জীৱনৰ লগত সম্পৰ্ক-ৰহিত সাহিত্য কেতিয়াও জাতীয় সাহিত্য হ'ব নোৱাৰে। আৰু সেই বাবেই সি আন্তৰ্জাতিক বা বিশ্বজনীন সাহিত্যও হ'ব নোৱাৰে। নকল মুকুতা বজাৰত চলে বা কেতিয়াবা মুকুতাৰ দৰতো বেচিব পাৰি; কিন্তু সি মুকুতাৰ মূল্য বা আদৰৰ যোগ্য নহয়।

সাম্প্ৰতিক কবিতাৰ প্ৰকাশ-ভঙ্গী আৰু ভাব-সঙ্গতি লৈ সকলো পাঠকেই বিমোৰত পৰে। এই কবিতা পঢ়োতে মনটোক ইমান বেছিকৈ বাউসিত ধৰি জোকাৰি দিবলগীয়া হয় যে কল-খোৱা ধাতুৰেই বাজ হ'বলগীয়া হয়; অথচ কবিৰ ভাবৰ সংগতি-বিসঙ্গতিৰ লগত মনৰ ভাল পৰিচয় নঘটে। আমাৰ বোধেৰে এনে প্ৰকাশ অসঙ্গত বা অসংযত চিন্তাৰে পৰিচয় হৈ থাকে বুলি ভয় হয়। ইয়াৰপৰা নতুন কবিসকলক ভাবৰ আৰু প্ৰকাশৰ অসংযম শিকোৱাহে হয়। তাৰ ফল কি হ'ব পাৰে, অসমীয়া আলোচনীৰ পাতে পাতে। অলপতে এজন বন্ধুৱে কোৱা এটি সৰু ঘটনা এই প্ৰসঙ্গত অৰ্থপূৰ্ণ হ'ব বুলি উত্থাপন কৰিলোঁ। তাৰ বাবে ক্ষমা কৰিব। এই বন্ধুজন স্কুলৰ অসমীয়া সাহিত্যৰ শিক্ষক। তেখেতৰ এজন ছাত্ৰই সদায় পৰীক্ষাত অসমীয়া সাহিত্যত উত্তীৰ্ণ হোৱা নম্বৰ নাপায় বা কোনোমতে চুচৰি-বাগৰি সেইখন ডেওনা পাৰ হৈ যায়। মেট্ৰিকুলেছন পৰীক্ষাতো তেওঁ দুই এবাৰ সেই বাবেই অকৃতকাৰ্যও হৈছে। কিন্তু এবাৰ সেই পৰীক্ষাত উঠি ল'ৰাটোৱে কলেজত নাম লগাই কলেজৰ আলোচনীত এটা কবিতা নামক পদাৰ্থ প্ৰকাশ কৰিলে — যিটি বুজাত ল'ৰাটিক স্কুলত 'ফেইল' কৰোৱা শিক্ষক মহোদয়েই অকৃতকাৰ্য হ'বলগীয়া হ'ল। এই কবিতা শ্ৰেণীৰ কবিতাক হোনো Intellectual বা আধ্যাত্মিক বুদ্ধিসম্পন্ন কবিতা বোলা হয়। তেনেহ'লে এই কবিতাৰ মানদণ্ড কি হ'ব কোনোবাই ক'ব পাৰিবনে? ক'ত কবিয়ে চিন্তাক অসংলগ্ন কৰি আমাৰ মনটো মৰণা মৰা ধানখেৰৰ দৰে জোকাৰি পেলাব খুজিছে, ক'ত বা তেওঁৰ ভাবেই অসংলগ্ন হোৱাৰ পৰা সাৰিব পৰা নাই, কোনো পাঠকৰ বাবেই সেইটো বাছি উলিওৱা সম্ভৱ নহয়।

কোনো কোনো সাম্প্ৰতিক কবিতাৰ পৃষ্ঠপোষকক কোৱা শুনা যায় আজিৰ জগতত জীৱনৰ গতিৰে সঙ্গতি হেৰাই গৈছে; আৰু সাম্প্ৰতিক কবিতা তাৰে প্ৰকাশ। আজিৰ জগত অশান্তিৰ জগত। সেইবাবে ঠায়ে ঠায়ে শান্তি সমিতি, এক মিলিত জাতি-সঙ্ঘ আদি প্ৰতিষ্ঠা কৰিছে শান্তিকামী, সুচিন্তাশীল লোকসকলে। আমাৰ কবিসকলে আধুনিক জীৱন আৰু চিন্তাধাৰাৰ হেৰোৱা আঁত বিচাৰিবৰ কাৰণে যত্ন নকৰি তেওঁলোকৰ চিন্তাশক্তিৰে সেই চিন্তাধাৰাত আৰু আউল লগাবৰ যত্ন কৰাৰ সাৰ্থকতা ক'ত মই বুজি নেপাওঁ।

আধুনিক কবিতাৰ প্ৰকাশৰ ফালৰপৰা তাক বুজাৰ দুৰূহতা সম্পৰ্কে আমাৰ ক'বলগীয়া আছে। তাৰ সমৰ্থকসকলে কয়, পুৰণি কবিতা বুজিবলৈ হ'লেও হেনো বেদান্ত, চুফিবাদ আদি পঢ়িলেহে হয়। তেতিয়াহে বোলে আমাৰ ভাব গভীৰ কবিতাবোৰ বুজিব পাৰি। তাৰ পিছত যুক্তিৰ পম খেদি এই সমৰ্থসকলে কয় যে, আধুনিক কবিতা বুজিবই যদি লাগে, পাঠকসকলে ফ্ৰয়েড, মাৰ্কস আদি নপঢ়িব কিয়? এই যুক্তিৰ ঠেক আমি ধৰিব পৰা নাই। কবিতা যদি উপলব্ধিৰ বস্তু, হয় তেনেহ'লে তাক বুজিবলৈ বেদান্ত বা চুফিবাদৰ পণ্ডিত হ'ব নেলাগে। ৰবীন্দ্ৰনাথ ঠাকুৰ বা ওমৰ খায়ামৰ কবিতা পঢ়িবলৈ যোৱাৰ আগতে এশজনৰ ভিতৰত কেইজন পাঠকে, উপনিষদ, ত্ৰিপিটক, শঙ্কৰাচাৰ্য্যৰ ভাষ্য, চুফিবাদ আৰু Neo-Platism অৰ শাস্ত্ৰ পঢ়ি লয়? অথচ সেইবোৰৰ লগত চিনাকি নথকাসকলে এইবোৰ কবিতা নুবুজাকৈ থাকেনে? ৰবি ঠাকুৰ বা ওমৰৰ ওপৰত কোনোবাই যদি 'থিছিছ' লিখিবলৈ যায়, তেনেহ'লে তেওঁলোকে উপনিষদ, বৌদ্ধ অৱদান, বেদান্তৰ ভাষ্য, চুফিবাদ আদিৰ পুথি ঘাটিবই লাগিব। গতিকে যি অৰ্থত ৰবীন্দ্ৰনাথ আৰু ওমৰক বুজিবলৈ প্ৰস্তুতি লাগে, সেই ধৰণৰ প্ৰস্তুতিৰে সাম্প্ৰতিক কবিতাৰ ওচৰ চাপিব নোৱাৰি। কাৰণ, এই সাম্প্ৰতিক কবিতাত ফ্ৰয়েদ, জাং, মাৰ্ক্সৰ সূত্ৰ আওৱোৱা বা তাৰ পদ্যীকৰণ কৰা হয় বা দুই চাৰিদিনৰ আগৰ খবৰ কাগজৰ কোনো অংশৰ এটা ভঙাছিঙা ৰূপ দিয়া হয়। এনে বিসঙ্গতিয়ে পাঠকৰ মনটোক লটি-ঘটি কৰাৰ উপৰিও নন্দন-তাত্ত্বিক অন্তৰকো একো তৃপ্তি নিদিয়ে।

বাহিৰৰ জগতৰ চিন্তাক আমাৰ কবিতাত ঠাই দিয়াত আমাৰ কোনো আপত্তি নাই। কাৰণ সেইটো যদি পাপ হয় সেই পাপত ময়ো ৰৰ বেছিকৈ পাপী হ'ব লাগিব। বনগীতৰেপৰা শ্বেলীলৈকে, ওমৰ খায়ামৰপৰা জাৰ্মান কবি হাইনলৈকে সকলোৰে ফুলনিতে মই বিচৰণ কৰিছোঁ। কিন্তু যদি ক'ৰবাৰ পৰা এটি তলসৰা ফুল আনিছোঁ, তাক মোৰ প্ৰাণেৰে ৰহণাই তুলিবৰ বাবে যত্ন কৰিছোঁ। এই যত্ন সফল হৈছে, বিফল, হৈছে, সি অৱশ্যে আপোনালোকৰ বিচাৰৰ বিষয়, মোৰ নহয়। কিন্তু মোৰ উপলব্ধি — বাহিৰৰ চিন্তাধাৰাক আমাৰ সমাজত চিনাকি কৰি তুলিবলৈ হ'লে সহজ পন্থা অৱলম্বন কৰাই বাঞ্ছনীয় বুলি মোৰ মনৰ ভাব হয়। সেই চিন্তাক দুৰূহ কৰি কটুৰ ৰূপ দিয়াত

কাৰ কি উদ্দেশ্য সাধিত হ'ব পাৰে, মই বুজিব নোৱাৰোঁ। অনেক সময়তে এই কবিতাবোৰত অনুকৰণৰ চাব পৰি থাকে। এই কথাই এটা ভাব সূচায় — সাম্প্ৰতিক কবিতাত অনুকৰণশীলতা আৰু পৰীক্ষাৰ স্তৰৰ ওপৰ উঠা নাই।

সাম্প্ৰতিক কবিতাৰ প্ৰকাশৰ ভাষাৰে আমি নিজে সুখী হ'ব পৰা নাই। এই ভাষা অনেক সময়ত অনেক ভাষৰ খিচুৰী হৈ বুজিব নোৱাৰা কিবা এটা হয়। কোনো কবিক কোৱা শুনিছোঁ, আধুনিক শিক্ষিত মানুহৰ যি ভাষা সেয়ে বোলে তেওঁলোকৰ আৰ্হি। যদি সেয়ে হয় তেনেহ'লে শিক্ষিতসকলৰ মাজত নিজ ভাষা কোৱা মানুহৰ অভাৱ হ'ল নেকি, এই সন্দেহ উপস্থিত হ'ব। এই উক্তি তাৰ তথ্যৰ অনুশীলন আৰু আধুনিক কবিতাৰ ভাবৰ খেলিমেলিলৈ চাই ক'বলগীয়া হয়, সাম্প্ৰতিক কবিতা ভাব-সামগ্ৰী আৰু প্ৰকাশ উভয়তে আধুনিক জগতৰ ভগা-ছিগা জীৱনৰ বিকল ৰূপ আৰু শিক্ষিত সমাজৰ বুজিব নোৱাৰা দোৱানৰ মিলনৰ ফলত ওপজা অভিনৱ সন্তান। এই ভাবাত সাম্প্ৰতিক বঙালী কবিসকলৰ ভাষাৰ অনুকৰণ এটা বৰ চকুত লগা কথা। সাম্প্ৰতিক অসমীয়া কবিতাৰ প্ৰায়বোৰ চমকপ্ৰদ খণ্ডবাক্যই বঙালা কবিতাৰ পৰা আনিছে বুলি সন্দেহ হয়। অনেক সময়ত প্ৰয়োগ কৰা শব্দবোৰৰ অৰ্থ লেখকে নিজেই বুজিছেনে নাই, আমাৰ সন্দেহ হয়।

ছন্দৰ ফালৰপৰা সাম্প্ৰতিক কবিতাত কি লাগিছে, মই নিজেই বুজিব পৰা নাই। কোনো আধুনিক কবিয়ে কব, সাম্প্ৰতিক অসমীয়া কবিতাত ছন্দ বা সঙ্গীত দিব তেওঁলোকৰ উদ্দেশ্য নহয়। কাৰণ, সেইবোৰ যদি কবিতাতে দিব লগা হ'ল, চেতাৰৰ গুঞ্জন, তবলাৰ লহৰ আৰু বাঁহীৰ লহৰীয়ে কি জগৰ লগালে? এনে উক্তি জগতৰ কোনো কবিতাৰ সমালোচকে কৰিছেনে নাই, বিশেষ খবৰ আমাৰ নাই। কিন্তু আদিম কালৰেপৰা সঙ্গীত আৰু কবিতা নলে গলে লগা বন্ধুৰ দৰে বা কেতিয়াবা অভিন্ন, আদিম জীৱনৰ ধৰ্ম বা যাদুবিদ্যাৰ লগতেই কবিতাৰ জন্ম ছন্দত। বহুতে অৱশ্যে ভাবে rhyme বা আন্ত্যনুপ্ৰাসো ছন্দৰ লগৰীয়া। কিন্তু সি যে ছন্দৰ অবিচ্ছেদ্য সঙ্গী নহয়, এইকথা একালে জয়দেৱৰ আগৰ সংস্কৃত কাব্য আৰু মিলটনৰ কাব্যই বিঙিয়াই কৈছে। কিন্তু শ্বাসাঘাত আৰু হ্ৰস্ব-দীৰ্ঘ স্বৰৰ লয়ে চিৰকালেই কবিতাক কবিতাৰূপে পৰিচয় দি আহিছে। আন এক শ্ৰেণীৰ সাম্প্ৰতিক কবিয়ে কয় যে তেওঁলোকৰ কবিতাত বোলে ছন্দ আছে। সেই ছন্দৰ নাম বোলে মুক্তক-ছন্দ। মই নিজে ইংৰাজী মুক্তক-ছন্দৰ কবিতাবোৰ বুজিব পাৰোঁ। কিন্তু অসমীয়া কবিতাৰ মুক্তক-ছন্দ বুজাৰ সম্ভাৱনা মোৰ পক্ষে দেখা নাই। অৱশ্যে কোনো কোনোজনৰ কবিতাত মুক্তক-ছন্দৰ প্ৰভাৱ পৰিছে। কিন্তু মুক্তক-ছন্দ যুক্ত হলেও তাৰ এটা ৰীতি আছে। কিন্তু অমাৰ কেইজনে সেই ৰীতি অনুসৰণ কৰিব পাৰিছে? বাৰ্ণ্ট হুইটমেন (কোনো কোনো কবিতাত) ডি এইচ, লৰেঞ্চ,

এজ্ৰা পাউণ্ড, টি. এছ. ইলিয়ট, কাৰ্ল চেণ্ডবাৰ্গ আদি ইংলণ্ড-আমেৰিকাৰ কবিসকলে এই ছন্দৰ সাৰ্থক অনুশীলন কৰিছে। মুক্তক-ছন্দৰ সংজ্ঞা প্ৰকৃতি, গুণ আৰু দুৰ্গুণ, তাৰ অতীত, বৰ্তমান আৰু ভবিষ্যতৰ বিষয়ে আলোচনা কৰি শ্ৰীমান মহেশ্বৰ নেওগে অষ্টম বছৰৰ দ্বিতীয় সংখ্যা "ৰামধেনু"ত এটি বহল আলোচনা প্ৰকাশ কৰিছে। সেইটিলৈ আঙুলিয়াই সেই ছন্দৰ বহল সমালোচনাৰপৰা বিৰত থাকিলোঁ। শ্ৰীমান মহেশ্বৰৰ প্ৰবন্ধত অসমীয়া কবিতাই যেনেকৈ লাহে লাহে পুৰণি ছন্দৰ বান্ধ এৰাই মুক্ত হ'বলৈ যত্ন কৰি আহিছে, ভালকৈ দেখুৱাইছে। কিন্তু সাম্প্ৰতিক অনেক কবিয়েই সেই ছন্দৰ ঠাইত এক অৰাজক ছন্দ-হীন কথাৰ এক ভঙ্গিমাৰ সৃষ্টি কৰিছে। উদাহৰণস্বৰূপে, উক্ত প্ৰবন্ধৰ উদ্ধৃতি দুআষাৰমান মই পুনৰুদ্ধৃত কৰি আপোনালোকক কথাটো বুজাবলৈ সামান্য যত্ন কৰিম। শাৰীকেইটা হ'ল —

বাস্তাৰ দাঁতিৰ ধূলিৰে ভৰা লেম্প-পষ্টটোৰ  
দশাই আমাৰ "ছোট লোক"ৰ দশা।  
আমাৰ আৰু জীৰ্ণ-শীৰ্ণ লেম্প-পষ্টটোৰ  
মাজত কিটো পাৰ্থক্য?  
আমি ঘোপ মৰা ব্লেক আউট নিশাৰ  
হতভাগ্য লেম্প-পষ্ট।

এই শাৰীকেইটাক যি ছন্দ বুলি কয়, তেওঁৰ ছন্দবোধ আছে বুলি মুঠেই সন্দেহ নহয়। "ইয়াত ছন্দই আমাক লেঠাত পেলাই আঁতৰ হৈছে" আৰু "কথাখিনি গদ্যৰ তেনেই কাষ চাপিছে।" আমাৰ অনেক সাম্প্ৰতিক কবিৰ মুক্তক-ছন্দ এইদৰে অতিমুক্ত হৈ ছন্দৰ বাহিৰলৈ উফৰি গৈছে। মুক্তক-ছন্দৰ কবিতা লিখাসকলে মুক্তক-ছন্দৰ সাধাৰণ-জ্ঞান আয়ত্ত কৰা নিতান্ত প্ৰয়োজনীয়। ১৯১৪ চনৰপৰা ১৯২০ চনৰ ভিতৰত আমেৰিকা আৰু ইংলেণ্ডত এই ছন্দৰ প্ৰচলন বৰ বেছি হৈছিল। কিন্তু তাৰ পিছত অনেক কবিকেই সি আমুৱালে আৰু তেওঁলোকে তাৰ পথ পৰিহাৰ কৰিলে। যিসকলে সেই ছন্দৰ অনুশীলন কৰিবলৈ তেতিয়াও এৰি নিদিলে, তাৰ ভিতৰত কাৰ্ল্ ছেণ্ডবাৰ্গ্ এজন। তেওঁৰ এটি এধানমান মুক্তক-ছন্দৰ কবিতা আপোনালোকৰ আগত দাঙি ধৰিলোঁ।

## GRASS

Pile the bodies high at Austerlity and Waterloo  
Shovel them under and let me work — I am the grass; I Cover all.  
And pile them high at Gettysburg  
And pile them high at Ypres and Verdun.  
Shovel them under and let me work.

Two years, ten years and passangers ask the conductor :
What place is this?
Where are we now?
I am the grass
Let me work.

আমাৰ সাহিত্যত এক শ্ৰেণীৰ ৰচনাৰ প্ৰাদুৰ্ভাৱ লক্ষ্য কৰিব পাৰি — সেইটি হৈছে ব্যক্তিগত প্ৰবন্ধ বা সাহিত্যিক প্ৰবন্ধ (Personal essay, Literary essay)। এই শ্ৰেণীৰ প্ৰবন্ধৰ এটি প্ৰধান লক্ষ্যণ — ই যেই কোনো ৰূপ ল'ব পাৰে। ই এখন চিঠিৰ আকৃতিও গ্ৰহণ কৰিব পাৰে বা এটা অনৈষ্ঠিক গল্পও হৈ উঠিব পাৰে। স্কুল-কলেজৰ লৰাৰ শ্ৰেণীৰ "ৰচনা"ৰ দৰে ইয়াত বিষয়-বস্তুৰ সংযত বিশ্লেষণৰ কোনো আৱশ্যক নাই। বৰঞ্চ ই যিমানেই ৰীতি আনুগত্য অস্বীকাৰ কৰে আৰু লেখকৰ ব্যক্তিগত জীৱনৰ কাষ চাপে, সিমানেই সি সুৰদি হৈ পৰে। এই শ্ৰেণীৰ প্ৰবন্ধক লেখকৰ ব্যক্তিত্বৰ মোহিনী শক্তিয়ে মনোৰম কৰি তোলে। মুঠতে এই শ্ৰেণীৰ প্ৰবন্ধৰ চৰিত্ৰ সাধাৰণ ৰীতিৰ দৰে নহৈ স্বাভাৱিকতে এঢলীয়া কটা হয়। এনে প্ৰবন্ধৰ লেখক যেতিয়া দলেৰে ওলায়, তেতিয়া তাৰ মোহে এক প্ৰকাৰে আঁতৰি যায়। এই শ্ৰেণীৰ প্ৰবন্ধৰ লেখকসকলৰ ভিতৰত ইংৰাজী সাহিত্যত যোৱা শতিকাৰ চাৰ্লছ লেম্ব আৰু বৰ্তমান শতিকাৰ এ. এ. মিল্‌নে আদিৰ নাম ল'ব পাৰি। এই ধাৰাৰ সাহিত্যলৈ হেমচন্দ্ৰ বৰুৱাই, লম্বোদৰ বৰা, সত্যনাথ বৰা, সাহিত্যৰথী বেজবৰুৱা আদিৰ দান অগ্ৰগণ্য। আগৰ "আৱাহন"ত এজন এ. এ. মিল্‌নেৰ এটা প্ৰবন্ধ ভাঙি এটি টোকাৰে প্ৰকাশ কৰিছিল। কিন্তু দেখা যায়, সেই বস্তুটিয়ে কাকো বিশেষ আকৰ্ষণ কৰিব পৰা নাছিল। কিছুদিনৰ পৰা এই শ্ৰেণীৰ ৰচনা বন্ধ-বিলৰ পানীত বিহমেটেকা বঢ়াৰ দৰে বাঢ়িছে। ডাক্তৰ হেম বৰুৱাৰ "চপনীয়া" আদি পুথিয়ে এই বিষয়ত ডাঙৰ বৰঙণি যোগাইছে। কিন্তু ডেকা চামৰ প্ৰায়বিলাক লেখকেই সাপ্তাহিক কাকতৰ পাতত এই বিধৰ চেষ্টা কৰা দেখা যায়। কোনোখন কাকতৰ কোনোটোহঁত সাহিত্যিক ওপৰঘিৰত এনে প্ৰবন্ধই ভৰি ওলায়; সংযত চিন্তা আৰু সংযত প্ৰকাশৰ ৰীতি অনুগত প্ৰবন্ধলৈ যেন তাত ঠায়েই নোহোৱা হয়। সৰু সৰু ছাত্ৰৰেও তেনে ধৰণৰ এঢলীয়া কটা প্ৰবন্ধ লিখিবলৈ ধৰিছে। ইয়াৰপৰা ভাব বা চিন্তা-ধাৰাৰ সংযমক অৱহেলা কৰিবৰ আদৰ্শ প্ৰবল হৈ উঠিছে। তাৰ লগে লগে এই শ্ৰেণীৰ প্ৰবন্ধত অন্তঃসাৰশূন্যতা আৰু ভাবাত পেনপেনীয়া সুৰৰ প্ৰাদুৰ্ভাৱ প্ৰবল হৈ পৰিছে। এটা কথা মনত ৰখা ভাল হ'ব, এজন বা দুজন চাৰ্লছ লেম্বে সাহিত্যিক ব্যক্তিত্বৰ সৌৰভেৰে কোমল কৰি তোলে, যদি সকলো গদ্য-লেখকেই চাৰ্লছ লেম্ব হ'বলৈ যায়, তেনেহ'লে বুজিবলগীয়া হয়, জাতীয় চিন্তা-ধাৰাত ক'ৰবাত শিথিলতা বেছি হৈছে।

(২) গদ্য-সাহিত্য

সকলো প্ৰকাৰৰ ৰচনাৰ ভিতৰত গল্পই আমাৰ পাঠকসকলক বেছিকৈ আকৰ্ষণ কৰে; আৰু এই শ্ৰেণী সাহিত্যই সকলো শ্ৰেণীৰ পাঠকৰে চিত্ত-প্ৰণোদন যোগায়। কিন্তু আমাৰ সাহিত্য আলোচনী-প্ৰাণ। সকলো ধাৰাৰ সাহিত্যৰ বিচাৰ হয় কেৱল আলোচনীৰ বিচাৰ কৰিলেহে। গল্প বিষয়তো একেটা কথাই খাটে। গল্পত লক্ষ্মীধৰ শৰ্মা আদিৰ দৰে নৱোন্মেষশালিনী প্ৰতিভাৰ বিকাশ বৰ্তমান ক্ষেত্ৰত নাই যদিও পাঠকক আনন্দ দিব পৰা ভাল গল্প লেখক ডেকা চামৰ ভিতৰত অনেক ওলাইছে। ই সুখৰ কথা। আলোচনী আৰু খবৰ-কাকতৰ পাতত যিমান পৰিমাণে গল্প ওলায়, কিতাপ আকাৰত তাৰ দশমাংশও প্ৰকাশ নাপায় বুলি ক'ব পাৰি। "আৱাহন"ৰ যুগৰ শ্ৰীবীণা বৰুৱাৰ আৰু শ্ৰীৰমা দাসৰ গল্পৰ সংগ্ৰহে সকলোৰে আদৰ পাইছে। শ্ৰীলক্ষ্মীনাথ ফুকনৰ সংগ্ৰহ "ওফাইডাঙ"ৰ নামো ল'ব পাৰি। কিন্তু বজাৰত গল্পৰ আদৰলৈ চাই ভাল গল্প লেখকৰ গল্প-সংগ্ৰহৰ আদৰ হ'ব যেন লাগে।

উপন্যাসৰ ক্ষেত্ৰতো আমাৰ গতি আগৰদৰেই মন্থৰ হৈ আছে অন্ততঃ গুণৰ ফালৰপৰা। যোৱা দহ বছৰৰ ভিতৰত "জীৱনৰ বাটত", "চাকনৈয়া", "নিয়তিৰ মিৰ্ম্মালি", "ডাৱৰ আৰু নাই" আদি কেইখনমানহে পুৰঠ অবয়বৰ আৰু উপন্যাস-মুৱা উপন্যাস প্ৰকাশ পাইছে। এই দশকৰ ভিতৰত ক্ষুদ্ৰকায় একশ্ৰেণী উপন্যাস অসমীয়া ভাষাত বাহিৰ হৈছে। ইয়াৰ অনেকবোৰেই বুজন বিধৰ একোটা চুটি গল্পৰ সমান মাথোন; আন ফালে তাত কাহিনী, চৰিত্ৰ, পৰিৱেশ আদিৰ ঔপন্যাসিক লক্ষণ সম্পূৰ্ণ অবৰ্তমান। গতিকে এইবিলাকক উপন্যাস বুলিবলৈ হ'লে বিমোৰত পৰিব পাৰিব লাগে। কিন্তু এনে ধৰণৰ "উপন্যাস" প্ৰকাশৰ যথেষ্ট অৰ্থনৈতিক কাৰণ আছে — বৃহদাকাৰ উপন্যাস বিক্ৰী কৰা সহজ কথা নহয়।

শিশু সাহিত্যৰ বিষয়ত অলপ দিনৰ ভিতৰত এটা উক্‌মুকনি দেখা গৈছে। বিশেষকৈ আলোচনী কাকতৰ "অকমাণিৰ চ'ৰা বিলাকে" অনেক সময়ত সৰু সৰু ল'ৰা-ছোৱালীৰ সাহিত্য-পিপাসা নিবৃত্তি কৰিছে। কিন্তু এই চ'ৰাবোৰত অনেক সময়ত বাছ-বিচাৰ নোহোৱাকৈ প্ৰবন্ধ আদি প্ৰকাশ পায়। ল'ৰাৰ দাঁত ভঙা শব্দেৰে গভীৰ বিষয়ৰ প্ৰবন্ধ প্ৰায়ে উলিওৱা হয়। ল'ৰাৰ ৰচনা বা ল'ৰাৰ কাৰণে ৰচনা বুলি যিবোৰ মিলিতাক্ষৰ ছন্দৰ পদ্য প্ৰকাশ হয়, সেইবোৰ অদ্ভুত একোটা বস্তু। পঢ়িলেও খং উঠে। তাত আন কথা থাকক বা নাথাকক ছন্দৰ ফালৰ পৰা সিবোৰ অত্যন্ত বিশ্ৰী। অন্ত্যানুপ্ৰাসৰ সন্মান সিবোৰত ক'তো নাথাকে। আখৰ জোঁটনি, ভাষা অতি দুখলগা বিধৰ। এনে ধৰণৰ বস্তু যোগান ধৰি ল'ৰা-ছোৱালীৰ শিক্ষাৰ মূৰতে কুঠাৰঘাত কৰা হৈছে। ই বৰ পৰিতাপ আৰু চিন্তাৰ বিষয়। ভাষা আৰু সাহিত্যৰ বিষয়ত সৰুৰে পৰা ল'ৰা-ছোৱালীৰ মনত ভুল ধাৰণা সুমুৱাই দিলে, তাৰ শুধৰণি হ'ব কেতিয়া?

জীৱনী, আত্ম-জীৱনী আদি বিষয়ত যোৱা দহ বছৰৰ ভিতৰতে আমাৰ বৰঙণি কি? জগতৰ বিবিধ সাহিত্যত ন ন ধাৰাৰ জীৱনী, জীৱনীমূলক প্ৰবন্ধ প্ৰবৰ্ত্তিত হৈছে, ইংলেণ্ডৰ লিটন্ ষ্ট্ৰেচি, তেওঁৰ শিষ্য জাৰ্মানীৰ এমিল্ লাডৱিগ আদিৰ জীৱনী-সাহিত্যত নৱ প্ৰবৰ্তনে বিপ্লৱ সৃষ্টি কৰিছিল। তাহানিতে প্ৰথম-দ্বিতীয় বছৰ "জয়ন্তী"ত এজনে লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনীৰ ওপৰত এই বিপ্লৱী ধাৰাৰ জীৱনী লিখা কৌশল প্ৰয়োগ কৰাৰ পিছত এই বিষয়ে আনে চকু-কাণ দিয়া দেখা নাই।

সমালোচনাৰ ক্ষেত্ৰত আমি যথেষ্টখিনি আগ বাঢ়িছো। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠান হোৱাৰপৰা সমীক্ষা সাহিত্যই এক নতুন উৎসাহ আৰু নতুন জীৱনী পাইছে যেন লাগে। ভালে বেয়াই ইতিমধ্যেই কেইবাখনিও এই ধৰণৰ কিতাপ প্ৰকাশ পাইছে। ইংৰাজীতো অসমীয়া সাহিত্যৰ সমালোচনা ওলোৱাটো অতি সুখৰ কথা হৈছে। ডক্টৰ বাণীকান্ত কাকতি সম্পাদিত বিশ্ববিদ্যালয়ৰ পণ্ডিতসকলৰ Some Aspects of Early Assamese Literature, ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ Studies in Early Assamese Literature, ডক্টৰ মহেশ্বৰ নেওগৰ Sankaradeva and His Predecessors, ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামীৰ Assamese Folk Literature পুথিয়ে বাহিৰত আমাৰ পৰিচয় বহলোৱাত নিশ্চয় সহায় কৰিব। অলপ আন প্ৰকৃতিৰ পুথি অধ্যক্ষ হেম বৰুৱাৰ Red River and Blue Hill অৰ নামো এই প্ৰসঙ্গত উল্লেখ কৰিবলগীয়া। গুৱাহাটী বিশ্ববিদ্যালয়ৰ মুখপত্ৰক আৰু ভাৰতৰ নানা গৱেষণামূলক আলোচনাত বিশেষকৈ আমাৰ বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলৰ অসমত সংস্কৃতি সম্পৰ্ক সাৰ্থক কৰি তুলিবলৈ ধৰিছে।

আন এটা বিষয়ত আমাৰ বিশেষ আশা দেখা পোৱা গৈছে। আমাৰ প্ৰাচীন পুথিবোৰ উদ্ধাৰ কৰি আধুনিক বিজ্ঞান-সম্মতভাৱে সম্পাদন কৰি প্ৰকাশ কৰাত এটি নতুন উদ্দীপনা দেখা পোৱা গৈছে। ইয়াৰপৰা আমাৰ ভাষা-সাহিত্যৰ বুৰঞ্জীৰ সূক্ষ্ম অধ্যয়ন শুদ্ধভাৱে আগবাঢ়িব পাৰিব। বাণীকান্ত কাকতি, অসম সাহিত্য সন্মিলনৰ ভূতপূৰ্ণ সভাপতি স্বৰ্গীয় কালিৰাম মেধি, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা আদিয়ে এই বিষয়ত আগত জোঁৰ ধৰি গৈছে। সেই পথেদি নতুন কেইবাজনো পণ্ডিত সদৰ্পে আগবাঢ়িব লাগিছে। যোৱা দুই দশকৰ ভিতৰতে (বিশেষকৈ যোৱা এক দশকৰ ভিতৰত ঘাইকৈ) এই তৰফৰ নানা পুথি প্ৰকাশ পাইছে — "অঙ্কীয়া নাট", "অঙ্কাৱলী", "মহামোহ কাব্যু", "শ্ৰীৰামদেৱ আৰু ৰামানন্দৰ গীত", "মনসা কাব্য", "ভক্তি-প্ৰদীপ", "উষা পৰিণয়", 'বংশীগোপাল দেৱৰ চৰিত্ৰ", "দুৰ্গাবৰী গীতি ৰামায়ন", "লৱ-কুশৰ যুদ্ধ" (অসম সাহিত্য সভা), "কীৰ্ত্তন-ঘোষা", "নাম ঘোষা", "গীত গোবিন্দ", "কথা গুৰুচৰিত", 'ভক্তি-ৰত্নাকৰ" আদি অনেক গ্ৰন্থ এই নতুন পদ্ধতিত সম্পাদিত হৈ প্ৰকাশ পাইছে। এই বিষয়ত অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগেও বৰঙণি যোগাই আছে।

পুৰণি অধ্যয়নৰ ভিতৰত বুৰঞ্জী আৰু বুৰঞ্জীমূলক প্ৰবন্ধৰ প্ৰকাশো এই ছোৱা কালৰ এটি উজ্জ্বল কামৰ চানেকি। ডক্টৰ ভূঞাৰ "কোঁৱৰ বিদ্ৰোহ", "বুৰঞ্জীৰ বাণী", "ৰমণী গাভৰু", শ্ৰীবেণুধৰ শৰ্মাৰ "মণিৰাম দেৱান" এই সময়ৰ উল্লেখযোগ্য দান।

নাটকৰ কৌশলৰ বিষয়ত আমি স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালাৰ পিছত আগবাঢ়িব নোৱাৰিলেও নাট-মঞ্চৰ পাদ-প্ৰদীপ উজলোৱা নাটৰ সৃষ্টি এই কালৰ ভিতৰত হ'ব লাগিছে। আগৰৱালাৰ "লভিতা"ই যুদ্ধবিধ্বস্ত দেশৰ শাৰীৰিক আৰু নৈতিক বিকলতাৰ বুৰঞ্জীৰ দৰে থিয় দিছে, যদিও তেওঁৰ আগৰ দুখনি অনুপম নাটৰ তুলনাত এইখনে আসন ল'ব পৰা নাই। নগাঁৱৰ কেইবাজনো অভিনয়কুশল লোক লগ লাগি লিখা "পিয়লি ফুকন" সুন্দৰ সংলাপ আৰু বুৰঞ্জী - উজ্জ্বল পটভূমিৰে এখনি ওখ শাৰীৰ নাটক। শ্ৰীপ্ৰবীণ ফুকন, শ্ৰীদৈৱচন্দ্ৰ তালুকদাৰ, শ্ৰীসাৰদা বৰদলৈ আদি কেইবাজনো নাট্যকাৰৰ নাট এই খিনিতে উল্লেখযোগ্য। গুৱাহাটীৰ ৰেডিঅ'ত অনেক নাটেই প্ৰয়োগ কৰা হয়, কিন্তু কিতাপ ৰূপে সিবিলাকৰ প্ৰকাশ নোপোৱাত ৰেডিঅ' নাট আৰু একাঙ্কিকত আমাৰ গৌৰব কৰিবলগীয়া একো নোহোৱাৰ দৰে।

আগতে সমালোচনাৰ ক্ষেত্ৰত আমাৰ গতিৰ বিষয়ে কৈ গ'লোঁ, আশাৰ বাণীকে তাক শুনিছোঁ বুলি ক'লোঁ। কিন্তু তাৰ আন এটা ফালো আছে। অকল কেইবছৰমানৰ ভিতৰত কোনো কোনো লেখকে এটা সৰু মনৰ চুবুৰি (Coteric) পাতি লৈ পৰস্পৰৰ প্ৰশংসা আৰু প্ৰচাৰত ৰত হৈছে। ইয়াৰ দ্বাৰা সেই দলৰ বাহিৰত কি হৈছে-নহৈছে সেই নতুন সমালোচনাৰ খবৰ নোহোৱাত তেওঁলোকৰ লেখাৰ পটভূমি হেৰাই যাব আৰু সমালোচনা অসাৰ্থক হৈ পৰে। তাৰ ফলত কোনো কাৰো চকুত নপৰা এজন লেখককো সমালোচকে নি ওখ আসনত বহুৱায় আৰু একে বিষয়তে শকত বৰগুণি থকা ভব্যজন হয়তো "ধান-পুৰীয়া কঁঠাল পাতৰ আঁৰতে লুকাই" ৰয়। এওঁলোকৰ লেখাই পূৰ্ণাঙ্গ ৰূপ ল'ব নোৱাৰাত ব্যক্তিগত প্ৰবন্ধৰ দৰে বা ব্যক্তিগত চিঠি ৰূপে প্ৰকাশ পায়। তাত ভাবসঙ্গতি, সুচিন্তিত মত আৰু প্ৰকাশ, সকলোৰে অভাৱ। এই সমালোচক সকলে বহল অধ্যয়নেৰে বহল সমালোচনাত প্ৰবৃত্ত হ'লে আমি বহুত আশা কৰিব পাৰিম। উপযুক্ত পৰিপ্ৰেক্ষীৰ অভাৱত কোনো লেখক বা লেখাৰ মূল্যাঙ্কন শুদ্ধ হ'ব নোৱাৰে।

নতুন তৰপৰ লেখকৰ মাজত ভাষা-জ্ঞান, বিশেষকৈ বৰ্ণ-বিন্যাসৰ জ্ঞানৰ অভাৱ হোৱা কাৰণে এফালে তেওঁলোকৰ ভাষা খিচুৰী হ'বলৈ ধৰিছে। আনফালে অসমীয়া ভাষাৰ প্ৰকৃতি (Genius) অনুসৰি খণ্ডবাক্য আদি জতুৱা ৰূপ একেবাৰেই লোপ পাইছে। বহুত লেখকৰে আদৰ্শৰ বাবে চকু অসমীয়া প্ৰতিষ্ঠাপন্ন লেখকত নহৈ বঙ্গ আদি বাহিৰৰ দেশৰ লেখকৰ লেখাতহে, যদিও তেওঁলোকে মুখেৰে বাহিৰৰ প্ৰভাৱ অস্বীকাৰ কৰে।

অসমীয়া বাতৰি কাকত আৰু আলোচনীৰ পাত মুকলি কৰিলে বৰ্ণ-বিন্যাসৰ বিভ্ৰাটেই পোনতে পাঠকৰ চকুত খোচা-বিন্ধা আৰম্ভ কৰে। অলপ ভিতৰলৈ গ'লে দেখা পাব ভাষাৰ ঠাঁচ নিতে নিতে নতুন হ'ব লাগিছে। কাৰণ অনেক সময়ত লেখকৰ নিজৰ ভাষা-ৰীতি নায়েই। আজি এটা শব্দ, কাইলৈ এটা খণ্ডবাক্য শিকি তেওঁলোকে ব্যৱহাৰ কৰে; পিছত সেইবোৰ প্ৰকাশৰ ৰূপ — ৰ'দৰ আগত নিয়ৰ উৰা মৰাৰ দৰে কেনিবা উৰা মাৰে। এটি কলা-ৰূপে ভাষাৰ উৎকৰ্ষ সাধন কৰাটো কোনেও আৱশ্যক বুলি নাভাবে। গতিকে তেওঁলোকৰ ভাষাত এটা অনিত্যতা সদায় বৰ্তমান। কাৰণ সাধাৰণতে ক'বৰ দৰে ভাষা-ৰীতি লেখকৰ কোটচোলা নহয় যে তাক সোলোকাই দাঁড়ত আঁৰি থ'ব, সি তেওঁৰ ছালৰ লগৰ। প্ৰকৃততে সি গাৰ ছালতকৈ বেছি গভীৰহে। লেখকৰ ভাষা-ৰীতি তেওঁৰ ব্যক্তিত্বৰ লগত আৰু জাতীয়ত্বৰ লগত সম্পৰ্কিত। অনেক লেখকে ভাষাৰ স্বৰূপটো ইংৰাজী বা আন ভাষাৰ বুলি জলজল পট-পটকৈ ওলাই থাকে। বৰ্ণ-বিন্যাসৰ শুদ্ধতা ভাষা-ৰীতিৰ সৌষ্ঠৱ আৰু জাতীয় চৰিত্ৰ আদিলৈ চকু দিবলৈ লেখকসকলক অনুৰোধ জনাব খোজোঁ। ব্যাকৰণ আৰু অভিধান দলিয়াই পেলালে কোনো ভাষাই ঠন্ ধৰি উঠিব নোৱাৰে। বাতৰি কাকত আলোচনীৰ সম্পাদকসকলেও এই বিষয়ত ভাষাক সুস্থ-সবল হৈ উঠাত নিতান্ত সহায় কৰিব পাৰে।

আজিৰ ভাৰতীয় সাহিত্যসমূহ সকলো ধৰণৰ বিষয়-বস্তুৰে সমৃদ্ধ হ'বলৈ ধৰিছে। দৰ্শন, ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, বিজ্ঞানৰ নানা শাখাৰ পুথি ভাৰতীয় ভাষাবোৰত নতুনকৈ ৰচিত হ'ব লাগিছে। বা ইংৰাজী আদি ভাষাৰ পৰা তেনে পুথি ভাঙনি কৰি যুগুত কৰা হৈছে। এই বিষয়ত আমাৰ চকুৰ আঁৰত ভাৰতৰ ভাষাবোৰে কেনেভাৱে বৰণটি সলাই যৌৱন-শ্ৰীসম্পন্ন হৈছে, তালৈ আজি আপোনালোকৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছোঁ। স্বাধীনতা লাভৰ পিছত চৰকাৰেও ৰাষ্ট্ৰভাষা হিন্দী আৰু ভাৰতীয় ভাষাসমূহৰ উত্তৰোত্তৰ বৃদ্ধি আৰু বিকাশত বল দিবলগীয়া হৈছে। ভাৰতৰ ৰাজনৈতিক ঐক্যৰ বাবে যেনেকৈ এটা জাতীয় বা ৰাষ্ট্ৰীয় ভাষাৰ আৱশ্যক হৈ পৰিছে, ৰাজ্যসমূহৰ গুটীয়া শ্ৰীবৃদ্ধিৰ কাৰণেও আঞ্চলিক ভাষাসমূহ সমৃদ্ধ হ'ব লাগিব। এই বিষয়ে সকলো প্ৰধান ভাষা ভাষীয়েই সজাগ, সচেতন। কিন্তু আমাৰ বিষয়ত সেই কথা ক'ব নোৱাৰি। আমি ভাষা-বিষয়ক নতুন পৰিস্থিতি আৰু সমস্যাসমূহ সম্বন্ধে ভবাই নাই আৰু সিবোৰৰ সন্মুখীন হ'বৰ কাৰণেও আমাৰ কোনো প্ৰস্তুতি এতিয়াও দেখা পোৱা নাই।

**জ্ঞান-বিজ্ঞানৰ সাহিত্যৰ সন্দৰ্ভত ভাষা-সমস্যা**

ভাৰত চৰকাৰে ভাৰতীয় নব সংবিধানৰ পৰ্যায় অনুসৰি সু-পণ্ডিত, সু-ৰাজনীতিজ্ঞ শ্ৰী বি. জি খেৰক সভাপতিস্বৰূপে লৈ এখনি চৰকাৰী ভাষা আয়োগ নিয়োগ কৰিছে। এই আয়োগে চৰকাৰৰ কাম-কাজৰ ভাষাৰ স্বৰূপকে যে নিৰূপন কৰিব, এনে নহয়;

স্কুল আৰু বিশ্ববিদ্যালয়তৰ শিক্ষাৰ বাহন সম্পৰ্কেও নিজা মন্তব্য চৰকাৰৰ ওচৰত উত্থাপন কৰিব। সংবিধানে স্বীকাৰ কৰি লোৱা ৰাষ্ট্ৰীয় ভাষা হিন্দীকে সৰ্বপ্ৰকাৰে ইংৰাজীৰ ঠাইত প্ৰতিষ্ঠা কৰা ভাৰত চৰকাৰৰ সুনিশ্চিত নীতিৰূপে দেখা গৈছে। কিন্তু আমি আশা কৰিছোঁ আঞ্চলিক ভাষাসমূহেও আয়োগৰ পৰিকল্পিত ভাৰতৰ ভাষা চিত্ৰত উপযুক্ত আৰু আৱশ্যকীয় স্থান পাব। অনেক ঠাইতেই এনে আশংকাও উত্থাপিত হৈছে যে হিন্দী যেতিয়া মহাৰাণীৰ দৰে হৈ বহিবই, আঞ্চলিক ভাষাসমূহে হিন্দীৰ লিগিৰীৰ দৰে হৈ নানাবিধ প্ৰপীড়নৰ বশ হৈ পৰিব। এই আশঙ্কা সঁচা হ'ব পাৰে — যদি আঞ্চলিক ভাষাসমূহ মুজুৰা পৰা বিধৰ হয়। যদি আঞ্চলিক ভাষাসমূহে জাতিৰ নতুন দাবী পূৰণৰ বাবে উপযুক্ত শক্তি লৈ আগ বাঢ়ি নাহে, তেতিয়া হ'লে সি আমাৰ জাতীয় ভাবৰ গৰাহত পৰি ম্ৰিয়মান হ'ব লাগিব পাৰে বুলি আশঙ্কা কৰা সমীচীন হ'ব পাৰে।

ৰাষ্ট্ৰপতিয়ে নিযোগ কৰা ভাষা-আয়োগে আন ঘাই প্ৰশ্নৰ ভিতৰত ইয়াকো সুধিছে — বিশ্ববিদ্যালয়বোৰৰ শিক্ষাৰ মাধ্যম কি হ'ব? কেন্দ্ৰীয় পাব্‌লিক ছাৰ্ভিচ কমিছনৰ পৰীক্ষাসমূহৰ মাধ্যম কি হ'ব? যদি এই দুই বিষয়তে ইংৰাজী ভাষাক আঁতৰোৱা হয়, তেতিয়া হ'লে আপোনালোকে হয়তো ক'ব, হিন্দীৰ বিকল্পে অসমীয়া ভাষাত আমাৰ ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰা উচিত আৰু অসমীয়া ভাষাতেই শিক্ষাৰ্থী আৰু নিয়োগকাৰীসকলে পৰীক্ষা দিবলৈ পাব লাগিব। কিন্তু এই উত্তৰ দিয়াৰ আগতে আপোনালেকে ভাবি চাইছেনে, এই নতুন পৰিস্থিতিৰ বাবে আৱশ্যকীয় জ্ঞান-বিজ্ঞানৰ পুথি-পাঁজি আমাৰ আছেনে নাই? বা তেনে পুথি-পাঁজি কৰিবৰ কাৰণে চৰকাৰ বা ৰাইজৰ তৰফৰ পৰা কিবা উদ্যোগ হৈছেনে? মনত ৰাখিব, এই বিষয়ত আমি যদি এতিয়াও আওকাণ কৰি থাকোঁ, তেতিয়া হ'লে ভাষা বিষয়ত অসমীয়াৰ স্থান দিনক দিনে দিনে বেয়াৰ পৰা অধিক বেয়ালৈ যাব, আৰু অচিৰেই আমাৰ উশাহ-নিশাহ ল'বলৈ নোৱাৰা অৱস্থা হ'ল। এই প্ৰসঙ্গত সাহিত্য-সভাৰ দায়িত্বও অতি গভীৰ। অতি কমকৈ হ'লেও, সভাই এই বিষয়ে এখন সবল আঁচনি কৰি চৰকাৰক সহায় কৰিব পাৰে, আৰু নিজেও তাৰ এক অংশ কাম হাতত ল'ব পাৰে। কিন্তু কোনো কাৰণতে হুৱামুৱা বা উত্তেজনা সৃষ্টি কৰি ল'লে কাম যে নহ'বই, আমি নিজকে দুৰ্বল কৰাহে হ'ব। আন আন ৰাজ্যসমূহ, বিশেষকৈ হিন্দী-ভাষী ৰাজ্য আৰু বিশ্ববিদ্যালয় বিলাকে আৰু ভাষা-সাহিত্যৰ অনুষ্ঠানবোৰে কি কাম কেনেকৈ কৰিছে তালৈ চকু ৰাখিহে কামত আগবাঢ়া উচিত হ'ব। কাম দুদিন পলম হওক; কিন্তু আমি ভুল বাটে যেন আগ নাবাঢ়োঁ।

অসমক ভাষা-বৈজ্ঞানিকৰ ভূ-স্বৰ্গ বুলি কোৱা হয়। ইয়াত যিমানবোৰ ভাষা-উপভাষা বৰ্তমান, পৃথিৱীৰ আন কোনো এনে কম ঠাইত সিমানবোৰ আছেনে নাই, সন্দেহ। এই ভাষাবোৰৰ পদ্ধতিগত কোনো অধ্যয়ন এতিয়ালৈকে হোৱা নাই। ইয়াৰ

ভিতৰত প্ৰমুখ্য, ৰাজ্যৰ শতকৰা ৫৫ জনৰ ভাষা অসমীয়াৰ অধ্যয়ন ডক্টৰ বাণীকান্ত কাকতিয়ে আৰম্ভ কৰি থৈ গৈছে। তেখেতৰ অনুপ্ৰেৰণাতে ঘাইকৈ অসমীয়া ভাষাৰ শাখাৰ চৰ্চা আৰু জনজাতীয় ভাষাৰ চৰ্চা গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৰীয়তে আৰম্ভ হৈছে। ই এটি সুখৰ সঙ্কেত। বিশেষকৈ জনজাতীয় ভাষা আৰু সংস্কৃতিৰ চৰ্চাৰপৰা অসমৰ বিভিন্ন শ্ৰেণীৰ লোকৰ মাজত জনা-জনি, বুজা-বুজি বাঢ়িব যে, ই নিশ্চয়। অসম চৰকাৰেও এই বিষয়ত বৃত্তি দি কেইবাটিও জনজাতীয় ভাষাৰ অধ্যয়ন গৱেষণা আশু-ফলপ্ৰদ কৰি তুলিব। গুৱাহাটী বিশ্ববিদ্যালয়ত ভাষা-তত্ত্বৰ বিশেষ পঠন-পাঠনৰ ব্যৱস্থা আছে যেতিয়া, উপযুক্ত গৱেষকৰ অভাৱ নহ'ব বুলি আমাৰ বিশ্বাস।

**ভাষা-বিজ্ঞান চৰ্চা**

ভাষাৰ বুৰঞ্জী আলোচনাৰ বিষয়ত প্ৰাচীন সাহিত্যৰ বৈজ্ঞানিক সঙ্কলন নিতান্ত আৱশ্যকীয়। এই বিষয়ে কি কাম আমাৰ হৈছে ইতিমধ্যে আলোচনা কৰিছোঁ। কিন্তু এতিয়ালৈকে হোৱাখিনিৰ তুলনাত অজস্ৰ কাম এতিয়াও পৰি আছে। তাৰ বাবে যথেষ্ট অৰ্থৰ প্ৰয়োজন — যিটো প্ৰয়োজন সাধিবৰ বাবে চৰকাৰৰ বাহিৰে আন পাত্ৰ মই দেখা পোৱা নাই। আনফালে আকৌ এতিয়ালৈকে সংগৃহীত নোহোৱা অনেক পুথি গাঁৱে-ভূঞে পৰি আছে। সেই বিলাক গোটাবৰ কাৰণে এটি অভিযানৰ আৱশ্যক হ'ব। চৰকাৰৰ পক্ষৰপৰাই ইয়াৰ ব্যৱস্থা লগে ভাল হয়। তাহানিতে বিদেশী চৰকাৰ থাকোঁতেই স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীক নিয়োগ কৰিছিল পুথি সংগ্ৰহ কৰিবৰ কাৰণে। কিন্তু স্বাধীন চৰকাৰে এই বিষয়ত বিশেষ নকৰাটো চকুত লগা হৈ আছে। বিশ্ববিদ্যালয় যোগে বা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ যোগেও এই কাম ভাল ৰূপে কৰিব পৰা যাব বুলি বিশ্বাস।

**প্ৰাচীন সাহিত্যৰ প্ৰকাশ আৰু উদ্ধাৰ**

আমাৰ জাতীয় উৎসাহৰ অভাৱত কিমান পুথি ইতিমধ্যে অতীতৰ বুকুত জাহ গ'ল, তাৰ হিচাপ কোনে ৰাখিছে? এই প্ৰসঙ্গত আৰু এটি কথা অসমৰ ৰাইজ আৰু ৰজাঘৰ, উভয়কে সকিয়াই দিবলগীয় আছে। এসময়ৰ অসমীয়া সংস্কৃতিৰ ক্ৰীড়া-ভূমি, শঙ্কৰ-মাধৱ-দামোদৰ গুৰুৰ সমাধি স্থান থকা কোচবেহাৰ আজি অসমৰ বুকুৰপৰা আঁতৰি গ'ল। কিন্তু অসমীয়া সাহিত্যৰ বহুতো বহুমূলীয়া সম্পদ কোচবেহাৰৰ ৰাজকীয় পুথিভঁৰালত ৰৈ গ'ল। "উষা-পৰিণয়"ৰ ৰচক পীতাম্বৰ কবিৰ ভাগৱতৰ পদ আৰু মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডী-আখ্যানৰ পদ, আন আন কবিসকলৰ মহাভাৰতৰ বিভিন্ন খণ্ড আদি অসমৰ ক'তো এতিয়ালৈকে নোহোৱা পুথি তাতেই ৰৈ গ'ল। এইবিলাক উদ্ধাৰৰ কি উপায় হ'ব, আমি ভাবি নাপাওঁ। আমাৰ চৰকাৰে পশ্চিম বঙ্গ চৰকাৰৰ লগত পোনপটীয়াকৈ বা কেন্দ্ৰীয় চৰকাৰৰ যোগেদি আলোচনা কৰি কিছু দিনৰ বাবে পুথিখিনি

আনি একোটি প্ৰতিলিপি কৰাই ৰাখিলেও অসমীয়া জাতিৰ প্ৰতি তেওঁলোকৰ কৰিবলগীয়া এটি ডাঙৰ কাম সম্পন্ন হয়। বিলম্বত যাতে নিনাশ নঘটে, তাৰ বাবে আমি এতিয়াই সতৰ্কবাণী শুনাই থলোঁ।

আধুনিক অসমীয়া ভাষাৰ ৰূপ দিওতা হেমচন্দ্ৰ বৰুৱাৰ "হেমকোষ" আৰু "পঢ়াশলীয়া অভিধানে" বহুত কাল ধৰি আমাৰ ডাঙৰ অভাৱ পূৰণ কৰি আছিল। সেই দুখনিয়ে ইতিমধ্যে বৰ্দ্ধিত দাবী পূৰণ কৰিব নোৱাৰাত দানবীয় স্বৰ্গীয় ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ উদ্যোমত "চন্দ্ৰকান্ত অভিধান" প্ৰকাশ হৈ ওলাল। কিন্তু ওলাবৰ দিন ধৰি অভিধানখনিৰ নানা সমালোচনা আৰু আপত্তি ওলায়ে আছে। এই আপত্তিবোৰৰ অনেকখিনিয়েই আবান্তৰ হ'ব পাৰে। কিন্তু ঠায়ে ঠায়ে হেমচন্দ্ৰ বৰুৱাৰ নিৰূপিত বৰ্ণবিন্যাস আৰু বুৎপত্তি অনাহক দলিয়াই নতুন জোঁটনি আৰু ব্যাখ্যা দিয়াত্, একোটা শব্দৰে কেইবা ঠাইতো কেইবাটাও জোঁটনি হোৱাত, আৰু এনে নানা ব্যতিক্ৰম দেখা পোৱাত আমাৰ বিশ্ববিদ্যালয়ৰ জৰীয়তে অভিধানখনি সংশোধন কৰিবলৈ লোৱা সুখৰ কথা হৈছে। এই বিষয়ত বিশ্ববিদ্যালয়ৰ উপকূলপতি শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ দান আৰু উৎসাহ স্মৰণীয় হৈ ৰ'ব।

অভিধান আৰু জ্ঞানকোষ

এটি ডাঙৰ ভাষাৰূপে অসমীয়া ভাষাই ইমানদিনে এখনি এনচাইক্লোপিডিয়া বা জ্ঞানকোষৰ জন্ম দিব নোৱাৰাটো বৰ অগৌৰৱৰ কথা হৈ আছে। ওচৰ-চুবুৰীয়া বঙ্গ দেশত "বিশ্বকোষ" কোন কেতিয়াই ওলাই গ'ল। এটি পণ্ডিত-মণ্ডলীয়ে তামিল ভাষাত এখনি সঙ্কলন কৰি উলিয়াইছে। তেলুগু ভাষাতো আন এখনি জ্ঞানকোষৰ সঙ্কলনৰ কাম খৰকৈ আগ বাঢ়িছে। এইদৰে কিছুবছৰৰ ভিতৰত ভাৰতীয় ভাষাসমূহে নিজকে নানাভাৱে পূৰণ কৰি ল'বৰ চেষ্টা কৰিব লাগিছে। অসম সাহিত্য-সভাৰ যোগেদি এনে এটি কাম হাতত ল'ব পাৰিনে, ইয়াত হোৱা সাহিত্যিক সকলে যেন এবাৰ গভীৰভাৱে ভাবি চায়।

আমি আমাৰ নিজ ভাষা আৰু সাহিত্যক সুস্থ-ডাঙৰ কৰিবলৈ বিচাৰোঁ। কিন্তু দেশৰ আৰু ভাষা-সাহিত্যৰ আশা-ভৰসাৰ স্থল ল'ৰা-ছোৱালীহঁতক কি কিতাপ পঢ়িবলৈ দিওঁ, ভাবি চাইছোঁনে? তলৰ শ্ৰেণীৰ এখন অসমীয়া সাহিত্যৰ পাঠ্য মেলি চাওক তাত ভাবৰ দৈন্য আৰু প্ৰকাশৰ অক্ষমতা দুয়োটি দেখা পাব। তাত অসমীয়া জতুৱা গঢ়ৰ কোনো পৰিচয় নাই। শব্দাৱলী অনেক সময়তে খিচুৰী। আখৰ-জোঁটনিৰ কোনো স্থিৰতা নাই। আমি টেক্সট্ বুক কমিটীক সুধিব পাৰোনে, ল'ৰাহঁতৰ ভাষা-জ্ঞান সমূলে লোপ পোৱাই কি শিক্ষা বিতৰণ কৰিবলৈ ওলাইছে? এই কমিটীখন গঠন কৰোঁতে ৰাজনৈতিক বিবেচনাক ঠাই দিয়াটো দোষৰ কথা বুলি সকলোৱে কয়। কিন্তু কিতাপবোৰ পৰীক্ষা কৰাত ভাষা-জ্ঞান থকা লোকক নিয়োগ নকৰি তাৰ অভাৱ-গ্ৰস্ত লোকক

নিয়োগ কৰাটো টেক্সট্ বুক কমিটীৰ নীতি নেকি? এই কমিটীত বিশ্ববিদ্যালয় আৰু অসম সাহিত্য-সভাৰপৰা এজনকৈ মাথোন লোক লোৱাটোও বৰ বিসদৃশ যেন লাগে। পঢ়াশালিবোৰৰপৰা ভুল ভাষাৰ সাহিত্যৰ পাঠ্যবোৰ নুগুচুৱালে ল'ৰা-ছোৱালীৰ ভৱিষ্যতক সদায়েই হানি কৰি থকা হ'ব মাথোন। মই আজি সাহিত্য সভাৰ সভাপতিৰ আসনৰপৰা চৰকাৰৰ বিশেষ মনোযোগ বিচাৰিলোঁ এই বিষয়ত।

**জনজাতিৰ সম্প্ৰীতি**

জনজাতিৰ সৈতে সম্প্ৰীতি আমাৰ আগৰপৰাই আছিল। বুৰঞ্জীয়ে তাৰেই প্ৰমাণ দিয়ে — অসমীয়া সংস্কৃতি আমাৰ মনেৰে পৰ্বত আৰু ভৈয়ামৰ উমৈহতীয়া সম্পত্তি। এইবোৰ আমি নানা ক্ষেত্ৰত দেখিবলৈ পাওঁ। আমাৰ চাৰিওফালে সুদূৰত জিলিকি থকা মনোৰম নীলা পাহাৰৰ শাৰীত বসতি কৰা পৰ্বতীয়া ভাইসকলো আমাৰ ভিতৰৰে একোজন। আজিকালি সততে শুনা যায় যে, ভৈয়ামৰ অসমীয়া মানুহ বিলাকে পৰ্বতীয়া জাতিৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ চেষ্টা কৰিছে। কিন্তু এইটো সঁচা নহয় — গোটেই অসমীয়া জাতিৰ বুৰঞ্জী মেলি চালে প্ৰমাণ পোৱা যায়, আমি কোনো জাতিৰ ওপৰত আমাৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ বিচৰা নাছিলোঁ। কিন্তু আমি এতিয়াও কিছুমান বাহিৰৰ আওপকীয়া হেঁচাৰপৰা মুক্ত হ'ব পৰা নাই। আমাৰ যদি কিবা দোষ আছে, সেইটো কেৱল আত্মৰক্ষাৰহে দোষ; আৰু আমাৰ সেয়েই অকণমান সজীৱতাৰ আভাস দিয়ে। এইকণো নোহোৱাহেঁতেন ইমান দিনে আমাৰ অস্তিত্ব লোপ পালেহেঁতেন।

আমাৰ বিহু উৎসৱৰ ইত্যাদিত জনজাতিৰ সৈতে এটা সমিল-মিল দেখা যায়। অসমীয়া জাতি বুলিলে আমি অকল ভৈয়ামৰ মানুহকে নুবুজোঁ — পৰ্বত-ভৈয়াম দুয়ো মিলিহে আমাৰ সোণৰ অসমখনি গঠিত হৈছে। নগা কোঁৱৰ, কুৰঙ্গনয়নী অসমীয়া নহয় বুলি কোনে ক'ব? আনকি মহাভাৰতৰ দিনৰ হিৰিম্বা, উলুপী, চিত্ৰাঙ্গদায়ো আমাৰ এই সত্যটোকে প্ৰমাণ কৰে।

**শিক্ষা-বিস্তাৰ**

অসম সাহিত্য সভাৰ যোগেদিয়ে নানা তৰহৰ সৰু পুথি সহজ সুৱলা ভাষাত ৰচনা কৰি গাঁৱে-ভূঞে বিলাই দেশ-বিদেশৰ বাতৰি তেওঁলোকক জনাই তেওঁলোকৰ মন সুস্থ সবল কৰি ৰখাৰ বাহিৰেও জাতিৰে সৈতে চিনাকি কৰি দিবৰ সুবিধা কৰি দিয়ক। স্বাস্থ্য সম্বন্ধেও এনে পুথি ৰচনা কৰি তেওঁলোকৰ স্বাস্থ্য ভালে ৰাখিবৰ উপায় জনাই, লগে লগে জনশিক্ষাৰ বাট তেওঁলোকক মুকলি কৰি দিয়ক। মোৰ এই দেশ ভাল, মোৰ দেশ সোণৰ অসম বুলি ভাবি থাকিলেই নচলিব। সেই সোণৰ অসমৰ কেইজনে শিক্ষাৰ পোহৰ পাইছে, শঙ্কৰ-মাধৱৰ দেশৰ কেইজনে লেখিব পঢ়িব জানে, এই সকলো বিষয়ে চিন্তা কৰি তেওঁলোকে সহজে চলিব পৰা বাটেদি তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ কৰি তেওঁলোকৰ মন মুকলি কৰি

অসমৰ চাৰিওফালে সকালোকে সমানে সামৰিব পৰা কৰি দিয়ক। এই কাম অসম সাহিত্য সভাই সুচাৰুৰূপে সমাধা কৰিব পাৰিব। স্বাস্থ্য সম্বন্ধেও সাধাৰণে বুজিব পৰা সহজ ভাষাত লিখা পুথি তেওঁলোকৰ মাজত বিলাই যাতে তেওঁলোকে নিজে স্বাস্থ্য সম্বন্ধে সচেতন হ'ব পাৰে, তাৰ উপায় কৰি দিয়ক। আমি যদি জনজাতীয় লোকসকলক কোনো ক্ষেত্ৰতে আকৰ্ষণ কৰিব পৰা নাই, বুলিব লাগিব, আমাৰো কোনোবাখিনিত দোষ আছে। তেওঁলোকৰ ভাষা, তেওঁলোকৰ লোক-সংস্কৃতি, তেওঁলোকৰ মৌখিক সাহিত্য অধ্যয়ন কৰি তেওঁলোকৰ বুকুৰ কাষ চাপিবলৈ আমি শিকিব লাগিব। মুঠতে, মৰম, ত্যাগ আৰু বুজা-বুজিৰ ভাব নহ'লে তেওঁলোকক আমাৰ মাজলৈ আনিব নোৱাৰি।

**অনুবাদ সাহিত্য**

বিদেশৰ ভাল ভাল কিতাপবিলাক অসমীয়া সাহিত্যলৈ অনুবাদ কৰি বিদেশী সাহিত্যৰ সোৱাদ ল'বলৈ উপায় কৰি দিয়ক। বিদেশী সাহিত্যক ৰবঘৰলৈ সুমুৱাবলৈ হ'লে সেইবিলাক যিমান দূৰ সম্ভৱ হাড়ে-হিমজুৰে অসমীয়া কৰিবলৈ চেষ্টা কৰা উচিত। এনেবিলাক সাহিত্যয়ো আমাৰ সাহিত্যৰ যথা সম্ভৱ সৌষ্ঠৱ বঢ়াব বুলিয়েই বিশ্বাস হয়। ন হি জ্ঞানেৰে সদৃশম্ পবিত্ৰমিহ বিদ্যতে — জ্ঞানৰ জাত বিচাৰ নাই। ই সকলো ঠাইতে সমানে চলা-ফুৰা কৰিব পাৰে, দেশ অনুযায়ী সাজৰ অলপ সাল-সলনি হ'বই।

মই মোৰ কথাৰে আপোনালোকৰ বহুখিনি সময় খতি কৰিছো আৰু এটি মাথোন কথা কৈ আপোনালোকৰ পৰা মেলানি ল'ম। এই বছৰৰ আৰম্ভণিতে ৰাজ্য

**ৰাজ্য পুনৰ্গঠন আয়োগৰ প্ৰতিবেদন আৰু সীমান্তৰ ভাষা**

পুনৰ্গঠন আয়োগৰ আগত দিবলগীয়া সাক্ষ্য লৈ অসমত এটা ডাঙৰ আলোড়ন হৈ গ'ল। আয়োগৰ প্ৰতিবেদন ওলোৱাৰ পিছতো সেই আলোড়নৰ শেষ কঁপনি মাৰ যোৱা নাই। সেই সম্পৰ্কত অসম সাহিত্য সভাৰ তৰফৰ পৰা দিয়া আবেদন-পত্ৰ আৰু সাক্ষ্য সন্তোষজনক হৈছে, আৰু অনুষ্ঠানটিৰ সন্মানৰ অনুকূল হৈছে বুলি বিশ্বাস কৰিবৰ কাৰণ আছে। যদিও অসমে দাবী কৰা মতে কোচবিহাৰ জলপাইগুৰিক পুনৰ অসমৰ লগত দিয়া নহ'ল, বৰ সুখৰ বিষয় — পশ্চিমবঙ্গৰ আক্ৰোশ উপেক্ষা কৰি আয়োগে গোৱালপাৰাখনৰ কোনো অংশ বঙ্গৰ লগত দিয়াটো সমৰ্থন নকৰিলে। ই আয়োগৰ ন্যায়শীল বিচাৰৰ এটি সুখকৰ পৰিচয়। কমতাপুৰ ৰাজ্য, পাৰ্বত্য ৰাজ্য আদি অসমঞ্জস্য প্ৰস্তাৱ আয়োগে ন্যায়সঙ্গত ভাবেই কাষৰীয়া কৰি থ'লে। শাসনতান্ত্ৰিক সুবিধাৰ বাবে ত্ৰিপুৰাক অসমৰ লগত দিয়া তেওঁলোকে সমৰ্থন কৰিছে। মণিপুৰেও পিছত সেই পথকে ল'ব। আমি ত্ৰিপুৰা আৰু মণিপুৰৰ ভাই-ভনীসকলক এই উপলক্ষতে সাদৰ 'ওলগ জনাইছোঁ। ৰাজ্য আয়োগে উত্তৰ-পূব সীমান্ত অঞ্চলক অন্ততঃ বৰ্তমানলৈ বৰ্তমান ব্যৱস্থাৰ তলতে ৰাখিবলৈ দিছে। ই আমাৰ বৰ হতাশৰ কাৰণ নহ'লেও,

একেবাৰেই আনন্দৰ বিষয়ো নহয়। এই অঞ্চল অসমৰ এটি অবিচ্ছেদ্য অঙ্গ। অতি পুৰণি কালৰেপৰা এই অঞ্চল পুৰণি কামৰূপ আৰু অসমৰ লগতে আছিল, বা অসমৰ লগত অতি ঘনিষ্ঠ সম্পৰ্কত বাস কৰিছিল। অসমীয়া ভাষাই তেওঁলোকৰ নিজৰ মাজত আৰু ভৈয়ামৰ লোকৰ লগত অতি ভাবৰ আদান-প্ৰদান আছিল আৰু এতিয়াও আছে। কিন্তু স্বাধীন ভাৰত চৰকাৰৰ অসমৰ ৰাজ্যপালৰ যোগেদি নিয়ন্ত্ৰিত নীতিমতে তেওঁলোকে এই সহজ আদান-প্ৰদানৰ পথৰপৰা বঞ্চিত হ'ব লগীয়াত পৰিছে। আমি উত্তৰ-পুব সীমান্ত অঞ্চল সম্পৰ্কীয় চৰকাৰী শিক্ষানীতিৰ সোনকালে পৰিবৰ্তন বিচাৰোঁ। এই বিষয়ত আমি চৰকাৰী ভাষা আয়োগৰ প্ৰতিবেদনলৈয়ো আশাৰে বাট চাম।

সাহিত্য-সেৱী আৰু সাহিত্যানুৰাগী বন্ধুসকল, নানা কথাৰে আপোনালোকক বহুত সময় বান্ধি ৰাখিলোঁ। সভাপতিয়ে অভিভাষণ পাঠ কৰাৰ চিৰাচৰিত ৰীতিৰ গাত

সামৰণি

ভেজা দি মোৰ অন্তৰৰ অনুভূতি আৰু মনৰ ভাব বহুতোখিনি আপোনালোকৰ আগত দাঙি ধৰিলোঁ। ইয়াৰ ভিতৰত কোনটো আপোনালোকৰ মনত লাগিছে, কোনটো লগা নাই, মই ভাবি উলিয়াব পৰা নাই। কিন্তু আপোনালোকৰ ওচৰত মোৰ এয়ে অনুৰোধ, মই যিবোৰ কাৰ্য্যকৰী পন্থাৰ কথা কথা-প্ৰসঙ্গত উল্লেখ কৰিলো, সেইবোৰৰ বিষয়ে আলোচনা কৰি অসম সাহিত্য সভাৰ অহা বছৰৰ কাৰ্য্যসূচী নিৰ্ণয় কৰি দিব। সাহিত্যৰ বিষয়ে তাত্ত্বিক আলোচনা কৰাতকৈ মই মোৰ ভাষণত উপস্থিত সমস্যাবোৰহে আলোচনা কৰিছোঁ — এই বাবেই যে আমাৰ চাৰিও ফালে সকলোয়ে কাম কৰিছে আৰু আগ বাঢ়ি গৈ আছে, আমিহে নিষ্ক্ৰিয়-নীৰৱ হৈ বহি আছে। এই নীৰৱতা ভাঙিবলৈ অনুৰোধ জনাবলৈকে মোৰ ৰুগ্ন-ভগ্ন শৰীৰেৰে আপোনালোকৰ মাজলৈ লৰি আহিছোঁ। এইদৰে সমজুৱাভাৱে ৰাইজক সম্বোধন কৰিবলৈ পোৱাৰ সৌভাগ্য মোৰ আৰু হ'ব যে, ভাবি নেপাওঁ। সেই বাবে আপোনালোকক এই ৰৈ থকা কামবোৰৰ সঁহাৰি দি ঋগ্বেদৰ মধুময় ছন্দৰ সোঁৱৰণেৰে বিদায় মাগোঁ —

বওক ধীৰে মধু সমীৰণ,
মধু হওক তাটিনীৰ জল,
দশোদিশ হওক মধুময়,
মধু হওক ওষধি শ্যামল,
মধু হওক দিন ৰাতিপুৱা,
মধু পৃথিৱীৰ ধূলিকণ,
মধু হওক মহান দ্যুলোক,

মধুময় হওক পিতৃগণ,
মধুমান হওক বনস্পতি,
মধু হওক সূৰ্য্য-কিৰণ,
দশোদিশ হওক মধুময়,
মধুময় হওক দুনয়ন,
হওক যেন মধুময় মানৱ-জীৱন।

# উদ্বোধনী ভাষণ

বাঁহী প্ৰেছ মুকলি উৎসৱ
(বেজবৰুৱা ৬ষ্ঠ স্মৃতি বাৰ্ষিকী)
২৬ মাৰ্চ ১৯৪৪ চন
শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা

এচুকীয়া জীৱনত নিৰলে উৰঁলি যাব খোজা এই অকলশৰীয়া প্ৰাণীটিক টানি আনি আপোনালোকৰ মাজত আগশাৰীত পেলাই মাধৱে কি বং চাব খুজিছে মই ক'ব নোৱাৰো। হয়তোবা মাধৱ অদ্ভুত কৰ্ম্ম গুৰি উঘলা গছৰ শুকান পাতত পানী দিও তেওঁ জিপ দিয়াব খোজে, পাৰে যদি পাৰক, নোৱাৰিলে ক্ষতি নাই; কাৰণ—

কোনোৰে দূৰতে চাই কোনোৰেবা চুই যায়
চেনেহ কণিকা বুলি কৰোঁ তাকে ভুল,
সপোন আতৰি গ'লে দিঠকে জনায় দিয়ে
বাটৰ কাষৰ মই বননিৰ ফুল।।

ফুলিলে বা মৰহিলে, বা লেৰেলিয়েই যাওক, কাৰো তাত কোনো একো হানি বিঘিনি নাই, বুঢ়া সংসাৰে তাৰ লাখুটিত ভৰ দি আগুৱাই গৈ থাকিব — দিনৰ পোহৰ বা ৰাতিৰ আন্ধাৰে তাৰ অপ্ৰতিহত গতিত বাধা দিব নোৱাৰে। বেজবৰুৱাৰ জীৱিত কালত মোৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা কাৰণে হয়তোবা মাধৱে আজি এই সোঁৱৰণী দিনত তেখেতৰ সমন্ধে দুআষাৰ মান কবলৈ সুযোগ দি বৰ্তমানত এই অতীত ভবিষ্যত মিলি যোৱা জীৱনত অতীতৰ এটা ৰাঙলী বোল সানি দিব খুজিছে। সঁচাকৈয়ে এতিয়া অতীতেই মোৰ জীৱনৰ ভবিষ্যত।

— পশ্চিমৰ দূৰ আকাশত জ্বলে মানে হেঙুলী দাপোন মই থকা বাটৰ আগেদি নাচি যায় সোণালী সপোন। ধীৰে ধীৰে নামিলে আন্ধাৰ পৰ্বতে-ভৈয়ামে মিলি যায় এৰি অহা দীঘলীয়া পথ।

— হেঁপাহেৰে ঘূৰি ঘূৰি চায়। এনে এটি আন্ধাৰ ক্ষণত অতীতেই ভবিষ্যৎ চিনাই নামি অহা গধূলি পৰত নতুন ভবিষ্যৎ আৰু নাই। আজি এই বিয়লি বেলিকা হেঙুলীয়া সপোনৰ ওৰ। জীৱনৰ নিজান বাটত অতীতেই ভবিষ্যৎ মোৰ। সি যি কি

নহওক জনাই নজনাই আজি যি দুৱাযাৰমান ক'বলৈ গৈ আপোনালোকক যদি আমনি দিওঁ — তেন্তে মোক নুদুষিব — দোষ মাধৱৰ।

## বাঁহীৰ জন্ম বৃত্তান্ত ঃ—

আজি মোৰ মনত পৰিছে উনৈছশ দহ চনৰ আগষ্ট মাহৰ এটা দিনৰ বিয়লি বেলা কলিকতীয়া কিনকিনীয়া বৰষুণত অলপ অলপ তিতি কলিকতাৰ প্ৰবসুৱা অসমীয়া ছাত্ৰসকল আৰু দুই চাৰিজন অসমীয়া ভদ্ৰলোকে সেই সময়ৰ মীৰ্জ্জাপুৰ ষ্ট্ৰীটত থকা 'লায়েক জুবিলী ইনষ্টিটিউটৰ এটা খোটালীত একেলগে গোটখোৱা উদ্দেশ্য কেইবাবছৰো নিসাৰ হৈ পৰি থকা এ, এচ, ক্লাবত কলিকতাৰ ছাত্ৰৰৰ মাজত পুনৰ সংস্থাপন কৰা সভাপতি আছিল যোৰহাটৰ স্বৰ্গীয় বি, চি, ফুকন। যথাসময়ত সভাৰ কাৰ্য্য আৰম্ভ কৰা হ'ল, আঁৰম্ভণী গীত, কবিতা, প্ৰবন্ধ ইত্যাদি পাঠ কৰাৰ পাচত কাৰ্য্য নিৰ্বাহক কমিতি গঠন কৰা হ'ল। স্থায়ী সভাপতি হ'ল ৺বেজবৰুৱা ডাঙৰীয়া (যদিও তেখেত সেই সভাত উপস্থিত নাছিল) সহকাৰী সভাপতি শ্ৰীযুত ভোলানাথ কাকতি আৰু সম্পাদক শ্ৰীযুত ৰোহিনী কুমাৰ চৌধুৰী নিৰ্বাচিত হ'ল। সভাপতিয়ে তেখেতৰ বক্তৃতাত সেইদিনা এটা কথা উনুকিয়াইছিল যে আগৰ কলিকতীয়া ছাত্ৰসকলে জোনাকী কাকতখন চলাইছিল আৰু এতিয়াও এই সভাৰ জৰীয়তে যদি সেই কাকতখন উলিয়াবলৈ গাত লয় তেন্তে তেখেতে যথাসাধ্য সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে। আমি আনন্দত উৰুলীকৃত হৈ পৰিলো। পাঁচ ছদিন মানৰ পাচতে আমি পাঁচজন — শ্ৰীযুত ভোলানাথ কাকতি, শ্ৰীযুত নীলমনি ফুকন, শ্ৰীযুত ৰেহিনী কুমাৰ চৌধুৰী, শ্ৰীযুত পূৰ্ণানন্দ পাঠক আৰু লগতে ময়ো, হেয়াৰ ষ্ট্ৰীটৰ অফিচত বেজবৰুৱা দেৱক দেখা কৰি সকলো কথা বিৱৰি কলোহঁক। তেখেতে সকলো শুনি হাঁহি মাৰি ক'লে — "তোমালোকে প্ৰবন্ধ গোটাবা, সম্পাদনা কৰিবা, তাৰ পিচত যোৰহাটলৈ পঠাবা, তাতে ছপা হৈ আকৌ কলিকতা পাবহি, তাৰ পাছত আকৌ তোমালোকে ইয়াৰ পৰা বিলাবা। থোৰাঁহে তোমালোকৰ এইবিলাক তিনি ফেৰেঙণীয়া কথা, কাকত উলিয়াব খুজিছা বাৰু দিয়া মোক তিনিমাহৰ কাৰণে ছটা ছটাকৈ ওঠৰটা প্ৰবন্ধ, মই উলিয়াই দিম কাকত।" আমিও গাতলৈ তেখেতে দিয়া চাহ আৰু মিঠাইৰ সদ্ব্যৱহাৰ কৰি ঘৰমুৱা হ'লোঁ। আহিবৰ সময়ত তেখেতে হাঁহি হাঁহি ফ্ৰাইট, ফ্ৰোট, ফ্ৰোৰইট মাতেৰে — আমাক বিদায় দিলে, তাৰ এমাহমানৰ পিচত যেতিয়া আমি গৈ ওঠৰৰৰ ঠাইত বাইছটামান প্ৰবন্ধ তেখেতৰ হাতত দিলো, তেতিয়া তেখেতে ক'লে — "তোমালোক বৰ দুষ্ট ল'ৰা, মই যেতিয়া ফোঁৰোহনি মাৰি তোমালোকক উৰুৱাই দিছিলো, পাচে তোমালোকে মোক ভাল ফান্দত পেলালা", মই ক'লো — "আমাৰ ফালে হ'লে হাতীৰ দাঁত এবাৰ ওলালে আৰু নোসোমাই, আপোনালোকৰ কলিকতীয়া হাতীৰ দাঁত কেনে বিধৰ ক'ব নোৱাৰো", তেখেতে

তেতিয়া ক'লে — "তোমালোকৰ বিধৰ দৰেই, বাক, প্ৰবন্ধবোৰ থৈ যোৱা, মই আকৌ পৰহিলৈ "খৰচাগোড়ালৈ যাব লাগিব, দেখা যক কি কৰিব পৰা যায়"। আমিও হাঁহি বিদায় লৈ আহিলো, পিচত শুনিবলৈ পালো যে আমি দিয়া প্ৰবন্ধবিলাক বাচি, সাল-সলনি কৰি শুধৰাই দিবলৈ সময় নোহোৱাত তেখেতৰ নিজৰ লিখা প্ৰবন্ধবিলাককে সজায় পিছদিনাখন ছাপাখানাত দি উলিওৱা মেলা সকলোখিনি বন্দবস্ত কৰি তাৰ পিছ দিনাখন "খৰচাগোড়ালৈ গুচি গ'ল। তেখেতৰ নিজৰ প্ৰবন্ধবিলাক বাচোতেই হেনো ৰাতি দুই বাজি গৈছিল। এই কাৰণেই প্ৰথম বছৰৰ প্ৰথম সংখ্যা "বাঁহী"ত কেৱল তেখেতৰেই সকলো প্ৰবন্ধ থকাৰ কাৰণ। "বাঁহী" যিদিনা ২নং লাল বজাৰ 'আসাম বেঙ্গল ষ্টোৰচ'ৰ পৰা ওলাইছিল সেইদিনা কলিকতীয়া অসমীয়া ছাত্ৰ সকলৰ মাজত যে কি আনন্দ তাক মুখেৰে কই বৰ্ণাব নোৱাৰি। তাৰ পাছত দ্বিতীয় সংখ্যা পৰাহে আন লেখকসকলৰ বাচকবণীয়া প্ৰবন্ধ "বাঁহী"ত ওলাবলৈ ধৰিলে। "বাঁহী" প্ৰথমতে ইংৰাজী মাহৰ শেহত ওলাইছিল। মাৰ্চ মাহৰ শেষ পৰত বাঁহীখন ওলাওতেই তেখেতৰ মন মেলালে — অসমীয়া মহিলী কাকতখন কিয় অসমীয়া জাতীয় পৰ্ব বহাগৰ বিহুৰ দিনা নোলাব? সেই কাৰণেই তেখেতে পিচৰ "বাঁহী"খনৰ পোন্ধৰ দিনৰ ভিতৰতে সকলো শেষ কৰি বহাগৰ বিহুৰ দিনাই উলিয়াই দিলে। তাৰ পাছৰ পৰা অসমীয়া মাহৰ প্ৰথম সপ্তাহৰ পৰাই "বাঁহী" ওলাবলৈ ধৰিলে। এইদৰে কেইবাবছৰো নিয়মিতৰূপে "বাঁহী" চলি আহিছিল, উনৈছশ সোতৰ চনৰ চেপ্তেম্বৰ মাহ মানৰ পৰা তেখেতে নিজৰ কামৰ কাৰণেই কলিকতা এৰি নিগাজীকৈ সম্বলপুৰত থাকিব লগা হ'ল। সেই মাহতে ময়ো কলিকতা এৰি ডিব্ৰুগড়লৈ যাবলগীয়া হ'ল। তেতিয়া "বাঁহী" পৰিচালনাৰ ভাৰ পৰিল পঞ্চলিশ নম্বৰ হেৰিচন ৰ'ডত থকা শ্ৰীযুত অমিয় কুমাৰ দাস, শ্ৰীযুত ধীৰেন্দ্ৰ আগৰৱালা, শ্ৰীযুত ৰাজেন্দ্ৰ নাথ বৰুৱা ইত্যাদি জনদিয়েক উদ্যোগী অসমীয়া ছাত্ৰৰ হাতত। সম্পাদনাৰ কাম তেখেতে সম্বলপুৰৰ পৰাই কৰিছিল। নানান আহুকালৰ মাজত পৰি "বাঁহী" আগৰ দৰে নিয়মীয়াকৈ ওলাব নোৱাৰিছিল। তেখেতৰ অতি মৰমৰ বন্ধু 'মাজিউ' অৰ্থাৎ ৺চন্দ্ৰকুমাৰ আগৰৱালা সেই সময়ত ডিব্ৰুগড়ত আছিল। 'অসমীয়া' কাকতখন তেতিয়া ডিব্ৰুগড়ৰ পৰাই ওলাইছিল, আৰু অসমীয়া প্ৰেছটো তেখেতৰ তত্বাৱধানতে আছিল। বেজবৰুৱা ডাঙৰীয়াই আমাৰ সৈতে পৰামৰ্শ কৰি "বাঁহী"খনৰ পৰিচালনাৰ ভাৰ আগৰৱালা ডাঙৰীয়াৰ হাতত দিলে। আকৌ "বাঁহী"ৰ লগত ঘনিষ্ঠভাৱে সংশ্লিষ্ট হৈ পৰিলো। উনৈছশ বাইছ চনত কামলৈ আকৌ কলিকতা পালোহি। "বাঁহী" ডিব্ৰুগড়ৰ পৰাই ওলাই আছিল।

অসমীয়া কাকত আৰু অসমীয়া প্ৰেছ গুৱাহাটীলৈ উঠি অহাত আগৰৱালা ডাঙৰীয়াও ডিব্ৰুগড় এৰিব লগা হ'ল। "বাঁহী" আকৌ গুৱাহাটীৰ পৰা ওলাবলৈ ধৰিলে। নক'লেও হ'ব যে কলিকতাত থাকোঁতে বাঁহীয়ে ইয়াৰ কলেজীয়া ছাত্ৰসকলৰ পৰা

যেনে সহায় পাইছিল তাত কেইজন মান কটন কলেজৰ ছাত্ৰৰ পৰাও তেনে সহায় পাইছিল। "বাঁহী" গুৱাহাটীত থাকোতে শ্ৰীযুত ডিম্বেশ্বৰ নেওগ, পদ্মধৰ চলিহা, অমিয় কুমাৰ দাস আৰু জ্যোতিপ্ৰসাদ আগৰৱালা, এখেতসকল খুব ঘনিষ্ঠভাৱে বাঁহীৰ লগত সংশ্লিষ্ট আছিল, যদিও তেতিয়া বেজবৰুৱা ডাঙৰীয়া সম্পাদক আছিল তথাচ বাঁহীৰ প্ৰায় বেচি ভাগ কামেই গুৱাহাটীৰ পৰা চলিছিল। এনেদৰেই কিছুমান দিন চলি বাঁহী নীৰৱ হ'বলগীয়া হ'ল। তেতিয়া শ্ৰীযুত অমিয় কুমাৰ দাসে বাঁহীখন নিজৰ হাতলৈ আনি নিজে চলাবলৈ বেজবৰুৱাৰ অনুমতি বিচাৰিলে। লগে লগে শ্ৰীযুত বাণীকান্ত কাকতীক আৰু মোকো এই বিষয়ে বেজবৰুৱা ডাঙৰীয়ালৈ চিঠি লিখিবলৈ ক'লে। বেজবৰুৱা ডাঙৰীয়া উত্তৰত মোলৈ লিখিছিল 'কাকতীৰো চিঠি পাইছো, তোমাৰো পালো, দুফালৰপৰা দুজন ডেকা অধিকাৰৰ তাপত বুঢ়া অধিকাৰ লৰক-ফৰক। তোমালোক দুয়ো যি ভাল দেখিছা তাকে কৰা। মোৰ অমত হ'বলৈ কোনো কাৰণ নাই, মাথোন মনত ৰাখিবা — "বাঁহী" মোৰ মানস প্ৰতীমা, আলায়-আথানি হোৱা দেখিলে মই বৰ বেজাৰ পাম। সেই সময়ত শ্ৰীযুত অমিয় কুমাৰ দাস কেইদিনমানৰ কাৰণে কলিকতালৈ আহিছিল, মোলৈ চিঠি লিখাৰ তিনি-চাৰিদিন মানৰ পিছতে বেজবৰুৱা ডাঙৰীয়া হঠাতে কলিকতা পালেহি। 'অমিয়' আৰু তেখেতৰে মোৰ তাতে দেখা দেখি হৈছিল। তাৰ পিচত 'অমিয়'ই নিজে সম্পাদক হৈ গুৱাহাটীৰ পৰা 'বাঁহী চপাবলৈ ধৰিলে। সঁচাকৈয়ে এই সময়তে নানান তৰহৰ বাছক-বনীয়া প্ৰবন্ধৰে "বাঁহী"ৰ সৌষ্ঠৱ বাঢ়ি উঠিছিল। আৰু আসামৰ চুকে-কোণে প্ৰায় সকলো ঠাইতে প্ৰচলিত হৈছিল। তাৰ কেইদিন মান পিচতে বাঁহী আকৌ নানান লেঠাত পৰি কিছুদিন নিৰবেই হৈছিল, ইতিমধ্যে বেজবৰুৱা ডাঙৰীয়াও স্বৰ্গী হ'ল। তাৰ কিছুমান দিনৰ পিচতে মাধৱ আহি "বাঁহী"খন নিজে ছপাবৰ মন কৰি মোক ক'লেহি আৰু অমিয়লৈকো মোক লিখিব কৈছিল। আৰু তেওঁ নিজেই লিখিছিল। মই মাথো মাধৱক কৈছিলো — "মাধৱ বৰ ডাঙৰ কাম হাতত লৈছা পাৰিবা জানো?" মাধৱে উত্তৰ দিলে — নিশ্চয় পাৰিম নহ'লে মই গাত নললোহেঁতেন।" আৰু পাছত মই 'অমিয়' আৰু শ্ৰীযুত কাকতীলৈ এই বিষয়ে চিঠি লিখিছিলো। এই কাৰণেই 'অমিয়' আৰু কাকতীক লগ পাবলৈ মই বৰদিনৰ বন্ধত গুৱাহাটীলৈও গৈছিলো। তাতে জ্যোতিকো লগ পাই এই কথাবাৰ কৈ অমিয় আৰু মই কাকতীৰ তালৈ গ'লো। তাতে সকলো ঠিক হ'ল আৰু বাঁহীও মাধৱৰ হাতলৈ আহিল। এই সময়ত মাধৱক এই কামতে ৺চন্দ্ৰকমল বেজবৰুৱা ডাঙৰীয়াই বিশেষভাৱে সহায় কৰিছিল। এয়েই হ'ল বাঁহীৰ কথা ইয়াৰ পিচত দোখৰটো আপোনালোকে জানেই।

বাঁহীৰ লগত বেজবৰুৱা ডাঙৰীয়াৰ কি সম্বন্ধ আছিল তাকে আগেয়ে কোৱা বেজবৰুৱা ডাঙৰীয়াৰ কথাবাৰৰ পৰাই গম পাইছে। বাঁহীক তেখেতে নিজৰ ল'ৰা-ছোৱালীতকৈও বেচি মৰম কৰা বুলিলে বঢ়াই কোৱা নহয় আপোনালোকে নেভাবেযেন

বাঁহীৰ বৰঙণীয়েই বাঁহীৰ খৰচ উলিয়াইছিল। যি কেইবছৰ তেখেতে নিজে বাঁহী চলাইছিল তেতিয়া মাহেকে প্ৰায় ষোল টকাৰ পৰা আৰম্ভ কৰি কুৰি পছিশ টকালৈকে নিজে ভৰিব লগীয়া হৈছিল। দিনৰ বেচি ভাগ সময় নিজৰ কামত ব্যস্ত থাকি ৰাতি ১২/১ বজালৈকে বাঁহীৰ কাৰণে প্ৰবন্ধাদি লিখিছিল। বাঁহীৰ যাতে সকলো পিনে শ্ৰীবৃদ্ধি হয় সেয়ে তেখেতৰ ধ্যানৰ দৰে আছিল; চমুকৈ ক'বলৈ গ'লে - বাঁহীৰ পৰা বেজবৰুৱাক আঁতৰাব নোৱাৰি আৰু বেজবৰুৱাৰ পৰা বাঁহী আঁতৰাব নোৱাৰি। এনে নিবিড় সম্বন্ধ আছিল। অকল নিজে যে বাঁহীৰ কাম কৰেই তাৰোপৰি ঘৰৰ ঘৰোৱাকো বাঁহীৰ কামত লগাইছিল।

# অসমীয়া ৰাইজলৈ বাঁহীৰ দান

বাঁহীয়ে আমাক দিলে কি? বাঁহীয়ে আমাক জাতীয়তা দিলে, আমাৰ পুৰণি কলীয়া জাতীয় উৎসৱবিলাক পালন কৰিবলৈ শিকালে? যাতে সকলো অসমীয়াই বিহু আদি নিজৰ জাতীয় উৎসৱ বছৰি বছৰি আগৰ দৰেই হাঁহি মাতি ৰং-ধেমালিৰে পালন কৰে, তাৰ কাৰণে বাঁহীৰ যোগেদি তেখেতে নথৈ চেষ্টা কৰিছিল। তেখেতে প্ৰায় কয় "যদি অসমীয়াই বিহু আদি জীতায় উৎসৱবিলাক আগৰ দৰে পালন কৰিবলৈ পাহৰি যায়, তেন্তে অসমীয়া জাতি আৰু অসমীয়া হৈ নাথাকে"। বৰ সুখৰ কথা যে তেখেতৰ জীৱিত কালতে তেখেতে অসমীয়া জাতিৰ নিজৰ জাতীয় উৎসৱ আদিলৈ ধাউতি জন্মা দেখিবলৈ পালে। তাৰ পিচত.বাঁহীয়ে উঠি অহা ডেকাসকলৰ নিজৰ সাহিত্যৰ সৌষ্ঠৱ বঢ়াবলৈ আগৰ পুৰণি সাহিত্যৰ ফালে মন আকৰ্ষণ কৰিলে। নিজৰ পুৰণি সাহিত্যক ভেটি কৰি আমাৰ আধুনিক সাহিত্য গঢ়িলে তাৰ সকলো পিনেই সৌন্দৰ্যবাঢ়িব, ইয়াকেই বাঁহীৰ যোগেদি তেখেতে সদাই প্ৰকাশ কৰি গৈছিল।

অসমৰ মহাপুৰুষসকলৰ গুণ গৰিমাৰ কীৰ্তনেৰে অসমৰ ইমূৰৰ পৰা সিমূৰ বাঁহীয়েই টৌৱাই দিছিল; এসময়ত বাঁহী মহাপুৰুষীয়া সম্প্ৰদায়ৰ মুখপত্ৰ স্বৰূপেই আছিল। মহাপুৰুষসকলৰ লুপ্ত হ'ব খোজা গৌৰৱক বাঁহীয়েই আকৌ উজলাই দিছিল। আজি গোটেই অসম ব্যাপি মহাপুৰুষসকলৰ সোঁৱৰণীৰ দিনত যি সভা-সমিতি উৎসৱ আদি হয় তাৰ গুৰতেই যে বাঁহী আছিল তাক নুই কৰা বৰ টান হ'ব। সেই সময়ৰ কলিকতীয়া ছাত্ৰসকলৰ কাণত বেজবৰুৱা ডাঙৰীয়াৰ ঘৰত পতা শঙ্কৰদেৱৰ তিথি উৎসৱৰ দিনাৰ ভোৰ তালৰ কোবৰ ধ্বনি সম্ভৱতঃ এতিয়াও মাৰ যোৱা নাই। বাঁহীয়ে অসমীয়াক নিজৰ জাতিক চিনিবলৈ শিকাইছিল। বিংশ শতাব্দীৰ উগ্ৰ বাস্তৱতাৰ তাপ নলগাকৈ বাঁহীৰ সহায়েৰে অসমীয়া সাহিত্যক আগুৰি ৰাখিছিল। এই প্ৰসঙ্গত এখন সৰু নাটিকাৰ সমালোচনা কৰোঁতে ৺বেজবৰুৱাই এই নাটিকা পুৰি পেলাবলৈ কওঁতে কৈছিল "পট নানা তৰহৰ থাকে কিন্তু আটাইবোৰ জানো চ'ৰাঘৰৰ বেৰত আঁৰিব পাৰি?"

বেজবৰুৱা ডাঙৰীয়া ঢুকুৱাৰ লগে লগেই এই আধুনিকতাৰ চাপ আমাৰ সাহিত্যত বিয়পি পৰিছে। ক'ব নোৱাৰো ইয়াৰ ফল ভালেই হয়নে বেয়াই হয়, হয়তোবা নতুন এটি ধাৰাইদি বই পৰিস্ফুৰণ হৈ অসমীয়া ভাষাই তাৰ নিজৰ সৌষ্ঠৱ বঢ়াই শ্ৰীবৃদ্ধি সম্পাদন কৰিব পাৰে; ঈশ্বৰে যেন তাকে কৰক।

# বাঁহীৰ আদৰ্শ কি?

তাৰ পিছত — বাঁহীৰ আদৰ্শ কি আছিল? ভাষাৰ পৱিত্ৰতা আৰু ভাবৰ নিৰ্ম্মলতা তেখেতৰ লেখাৰ ভিতৰত প্ৰধানকৈ মনকৰিবলগীয়া আছিল। তেখেতৰ শব্দ আৰু জটুৱা ঠাঁচৰ ব্যৱহাৰ, শব্দবিলাক যেন তেখেতে চালি-জোকাৰি অসমীয়া বান্ধনি ঘৰৰ আখলৰ আগৰ পৰা আনি পেলাইহে যেন আমাৰ আগত ডাঙি ধৰেহি।

বহুত সময়ত তেখেতে শব্দবিলাক বাচোতে ওচৰৰ বিদেশী ভাষালৈ হাত নেমেলি অসমীয়াৰ ভঁড়ালত থকা পুৰণি সাহিত্যলৈহে হাত মেলিছিল, তাত নাপালেহে বিদেশী শব্দক নিজৰ দৰে কৰিলৈ ব্যৱহাৰত লগাইছিল। সেই দেখিয়েই তেখেতৰ ৰচনাবিলাক পঢ়িলে আমি যেন তেখেতক নিচেই কাষতে পোৱা যেন লাগে। ভাব নিৰ্ম্মলতাৰ বিষয়ে ক'বলৈ গ'লে বাঁহীত সেই সময়ত প্ৰকাশ পোৱা প্ৰবন্ধবিলাক পঢ়ি চালেই আমাৰ কথাষাৰ উপলব্ধি কৰিব পাৰিব। তেখেতৰ ৰচনাবিলাক সদাই উলাহ আৰু আনন্দৰেই ভৰা, তাত বিষাদৰ বিননি নাছিল। তেখেতে শিক্ষা দিছিল উলাহৰ যোগেদিহে, বিষাদৰ সুৰেৰে নহয়। এইখিনিতে এটা কথা মনত পৰিল, অসমীয়া সাহিত্যৰ এটি ধুনীয়া কবিতা "বৰাগী আৰু বীণ" লিখাৰ সম্বন্ধ। সেই সময়ত কেইদিনমানৰ কাৰণে ৺চন্দ্ৰ কুমাৰ আগৰৱালা, ৺বেজবৰুৱাৰ ঘৰত আলহি আছিল। এদিন তাত কথা পাতি থাকোতে আগৰৱালা ডাঙৰীয়াই মোক কৈছিল "হেৰা যদু, তুমি কবিতা কেইটামান লেখাহে" মই ও আ কৰি কথাষাৰ অইনফালে ঢাল খুৱাব খোজোতে পৰিলগৈ ৺বেজবৰুৱা ডাঙৰীয়াৰ কাণত। তেখেতে হাঁহি হাঁহি আগৰৱালালৈ চাই মাত লগালে, ও ভাল তেওঁক কৈছা কবিতা লিখিবলৈ। তেওঁক কোৱা কান্দনি কলা মেলিবলৈ। চকুৰ পানীৰে নৈ বোৱাই দিব নহয়, আমি বা ক'ত উটি যামগৈ।" ময়ো হাঁহি হাঁহি ক'লো "আপোনাৰনো আসামত 'পেট্ৰিয়টিক' কবিতা লিখিবলৈ কি আছে? মাথোন নাই নাই। "আছিল এদিন আৰু নাই, ভাবিলে কলিজা ফাটি যায়, সুখৰ সূৰুয অসমত, ৰাতি আজি অদৃষ্ট চক্ৰত; নাই সেই মহাভাৰতৰ, 'বাণৰজা', 'শোণিতপুৰৰ' নৰকাসুৰৰ কামৰূপ, বিধবাৰ নিচিনা বিদ্ৰূপ। যিদিনাই বদন ফুকন, মান পদে ভাজিলে শৰণ, সিদিনাৰে পৰাতো অসম সংসাৰত পোকে খোৱা আম নাই সেই গৌৰৱৰ ভাটি, আহোমৰ দিন আজি ৰাতি, — এনে বিলাকৰ বাহিৰেনো আৰু কি লিখিবলৈ আছে?" তেখেতে একেকোবেই চকিৰ

পৰা জাপ মাৰি উঠি মোক ক'লে 'কি ক'লা তুমি, অসমত লিখিবলৈ নাই, তোমালোকে নপঢ়িবা, নুশুনিবা, মাথোন আনৰ চকুৰে নিজৰ দেশক চাবলৈ শিকিছা। মাথোন নাই নাই, আছে সকলো তোমোলোকে নাজানা আৰু জানিবলৈ মন নকৰা।" আগৰৱালা ডাঙৰীয়াই মাথোন চকু টিপিয়াই মোক তেখেতৰ লগত তৰ্ক কৰিবলৈ লগাইছে, কাৰণ আমি জানো যে তেখেতৰ খং তোলাই দিব পাৰিলেই তেখেতৰ পৰা ধুনীয়া প্ৰবন্ধ ওলাব। শেষত মই ক'লো "বাৰু আপুনিয়েই লিখক চাওঁচোন কি হয়।" তেখেতে ক'লে "নিশ্চয় লিখিম, চাবা বাৰু", এই বুলি অলপ পৰ মনে মনে আছিল, তাৰ পিছত আমাৰ লগত আকৌ হাঁহি মাতি কথা পাতিবলৈ ধৰিলে। পিছদিনা আকৌ যেতিয়া সন্ধিয়া তেখেতৰ তালে যাওঁ তেখেত ওপৰত আছিল আৰু আগৰৱালা ডাঙৰীয়াক তলত লগ পালো। তেতিয়া আগৰৱালা ডাঙৰীয়াই মোক হাঁহি পেলাই ক'লে "হেৰা যদু, লেখিলৈহে ওলাল।" তাৰ পিছত বেজবৰুৱা ডাঙৰীয়াই ওপৰৰ পৰা নামি আহোতে মই ক'লো "চাও দিয়ক কি লিখিলে" তেখেতে ক'লে "নাই লিখিবলৈ নাই নহয়, কি দিম" এই বুলি মেজৰ পৰা 'বৰাগী আৰু বীণ' কবিতাটো উলিয়াই দিলে। মোৰ পঢ়ি ইমান ভাল লাগিল যে মই মাথো ইয়াকে ক'লো "অসমীয়া ভাষাত মই এনেকুৱা কবিতা আজিলৈকে পঢ়া নাই।' আগৰৱালাইও মোৰ মততে মত দি ক'লে "হেৰা কিটপ জানিলে সকলো হয়"

সেই সময়ত প্ৰায়ভাগ কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰৰ তেখেতৰ ঘৰেই মুখ জুৰাবৰ ঠাই আছিল। তেখেতেও সকলোকে মৰমেৰে কোনো পাৰ্থক্য নাৰাখি ব্যৱহাৰ কৰি একেবাৰে আপোন কৰিছিল। আজিকালিৰ বহুত লিখকক তেখেতে হাতত ধৰি সাহিত্য ক্ষেত্ৰলৈ নমাইছিল। এনেদৰেই তেখেতে সেই সময়ত এদল সাহিত্যিকৰ সৃষ্টি কৰিছিল। এইখিনিতে এষাৰ মাথোন কথা ক'বৰ মন গৈছে। "জোনাকী"ৰ গুৰিতেও এমুঠি ছাত্ৰ। বাঁহীৰ গুৰিতেও সেই এমুঠি ছাত্ৰ আৰু 'আৱাহন'ৰ জনমতো সেই এমুঠি কলেজীয়া ছাত্ৰ। হয়তো 'জয়ন্তী'ৰ গুৰিতেও সম্ভৱতঃ কটন কলেজৰ ছাত্ৰ কেইজনমান থাকিব পায়। এনেদৰে এই কলেজীয়া ছাত্ৰ সকলেই আমাৰ সাহিত্যক জীপ দি ৰখাইছে, এদল গৈছে, আকৌ আন এদল আহি সেই ঠাই অধিকাৰ কৰিছেহি। এই ছাত্ৰসকল যেতিয়া সংসাৰত সোমাই তেতিয়া "অন্ন চিন্তা চমৎকাৰ" হেচাত পৰি কেইজনে সাহিত্যিক জীৱন ৰখাব পাৰিছে? এই কাৰণেই আমাৰ আধুনিক সাহিত্য প্ৰসাৰতা লাভ কৰিলেও গভীৰতাৰ পৰা বঞ্চিত হৈছে আমাৰ দেশত আন দেশৰ দৰে এনেকুৱা কোনো ধনী সম্প্ৰদায় বা কোনো অনুষ্ঠান নাই যি সহিত্যিক সকলক অভাৱ অনাটনৰ পৰা অলপ দূৰৈত থৈ সাহিত্য চৰ্চাৰ সুযোগ দিয়ে। ক'বলৈ বেজাৰ লাগে বেজবৰুৱা ডাঙৰীয়া শেষ বয়সত এটি সাহিত্যিক পেঞ্চন দিবলৈকো আমাৰ অসম

গভৰ্ণমেণ্টৰ বাজেটত ঘাটি পৰে। কিতাপ ওলালে কিনিব ছাত্ৰসকলেই, পঢ়িব ছাত্ৰ সকলেই, সাহিত্য চৰ্চা কৰিব ছাত্ৰসকলেই। এই ছাত্ৰ সকলেই অসমীয়া সাহিত্যক জীয়াই ৰখাইছে। এই কাৰণেই মোৰ ছাত্ৰসকলক বৰ ভাল লাগে। তেওঁলোকৰ ওচৰত যে আমি কিমান ঋণী? আজি এই সভাত ব্যক্তিগতভাৱে মই তেখতসকলক মোৰ অন্তৰৰ কৃতজ্ঞতা জনাইছোঁ। আনে কি ভাবে নাজানো আৰু জানিবৰ মনো নাই। মোৰ আৰু বিশেষ একো ক'বলে নাই, মাথোন মাধৱক কওঁ যে তেওঁ এটা বৰ দায়িত্বপূৰ্ণ কাম হাতত লৈছে। বাঁহীয়েও যেনে আগৰ দৰেই দলে দলে প্ৰকৃত সাহিত্যিক সৃষ্টি কৰে।

# চিঠি-পত্ৰ

## লক্ষ্মীনাথ বেজবৰুৱালৈ লেখা

The Tomory Memorial Hostel
5, Badurbagan Road
Calcutta, 5.1.14

১

My dear Sir,

Allow me to thank you most heartily for your very kind letter & the nice new year card which were duly to my hand. I have treasured up your new year's blessings with the utmost respect in my heart and may these be an impetus to my work in the world.

I think you have already heard from Sarat Babu that I was a bit indisposed & yet I never failed to do the work entrusted to me. But I am sorry to say that the printers are not at all caring to hurry up the work. I corrected & returned the first proof on the 30th December & got the proof of the 2nd forme & 2nd proof of the first forme only on 3rd January when I went to your office at about 2 P.M. I corrected them there and sent them to the press on that very day. I expected a proof today but have not yet got it. I don't know how in the midst of these irregularities, I shall be able to finish *Banhi's* work punctually. I write these to you only to inform you that I cannot be held responsible for the late publication of *Banhi* this time.

Re : Sibsagar co-operative stores. I met SJ. Kuladhar Chaliha, brother of SJ. Premadhar Chaliha & told him all about the affair asking him to advise for an early payment of the deficit.

I am glad that you are enjoying the climate very much . May the change to you some good. You wrote to me that water would freeze your imagination. I do not care if you be frozen into ice. But I would particularly request you to take care of your imagination.

A rumour is already afloat here that you are writing a book there. I don't know the truth of it, but they say that it is an ideal historical drama. Only the other day a friend of mine told me that you would write, after your return, a history of Assam dealing with not of dynasties but

with the social, literary & religious development from the beginning of the ancient times to the modern age. I am really glad to hear the news & I am pretty sure that I shall soon see these books . Regarding the history I know it would require time, but at the same time I should say that you are the only man to take up the work. No doubt it would be a pretty big volume, but what's of that to you? Of course, these are only rumours & I don't know who is responsible for it.

Am well. Hope this finds you hale & heartly with your family. Herewith goes my good wishes to Aruna & Ratna. With my best respects to you & to yours,

I am affectionately yours,
Jatin

P.S Excuse me please for the long letter.

The Ogilvie Hostel,
31/2, Hurtukibagan Lane,
Culcutta, 4.4.15

২

My dear Sir,

Now you see, I have scored the point, I have taken myself the aggressive step of thrusting myself before your presence with this short note of mine. Indeed, I find it a pleasant task to write to you, for whenever I take my pen for the purpose, your presence & bearing float before mine eyes, making me realise all the charm and sweetness of your enchanting company.

Of course, it is impossible for me to infuse into my note that jovial strain which is the keynote of Mr. Bezbarua the man and Mr. Bezbarua the author. Sad melancholy has asked me for her own; If you search for light in the thick of dismal could your enquiry will be baffled- it is dead certain. Even in the bosom of melancholy there is spread for me a soft bed of roses, without its thorns, where I can find eternal rest and consolation which to outward view seems ever repulsive and unattractive.

You are in Elysium, so to say, where roses bloom, cuckoos sing, and doves warble there amorous note to the gently blowing southern

breeze. I doubt whether this note of mine flowing from a heart saddened with melancholy, will find a fitting reception in that blissful bower. Yet I venture, on the strength of your affection for me, to send it to you and thereby presenting a contrast [ing] picture before your mind. As to the cause of the sad tone which generally pervades. Through my letter, I can only say with Shelley, "Our sweetest songs are those that tell of saddest thought." To this I can also even add another line from Victor Hugo which runs thus "Man respires, aspires and than expires."

I am sure you will excuse me for writing such a note to you. I wish I could have written more but *"Ispiation" fails* & so I must stop too.

The Hon'ble Mr. Barua is arriving to-day and I shall see him this evening. I had been to yours yesterday and spent a most pleasant evening there. Regarding *Banhi* I have already sent Mr. Bose's advertisement to the press. I have not yet received the proof of the last forme. You need not at all be anxious for *Banhi*, for everything will work on smoothly.

Am well. Hope this finds you hale & heartly. I am pretty sure, Aruna is quite well. Kindly give her my best wishes.

With respectful regards to you,

I remain<br>
ever yours affly<br>
Jatindra

The George Institution<br>
Dibrugarh, 19.4.20

৩

শ্ৰীচৰণেষু,

বিহু আহিল গ'ল — অসমীয়াৰ প্ৰাণ আনন্দত বুৰ গৈছিল — খন্তেকলৈ দুখ বেজাৰ পাহৰি হাঁহিছিল তাৰ পাছত পানীৰ বুৰবুৰণিৰ দৰে সেই আনন্দৰ কণা কেনিবাদি লয় পালে। ফুল কলি ফুলিল, ভোমোৰা আহিল, কাণে কাণে কথা ক'লে হৃদয়ৰ বীণ বজালে — কলি মৰহি সৰি গ'ল — ভোমোৰাও উৰি গ'ল, কিন্তু প্ৰকৃতি এনেদৰে ৰ'ল। মানুহে নতুন আশাৰে বুকুত নতুন বল বান্ধি কাৰ্য্যক্ষেত্ৰত আগুৱাবলৈ সাজু হৈছে, মনত নতুন আনন্দ আৰু নতুন উৎসাহ। কিন্তু হায়! ভৱিষ্যতৰ পেটত কি আছে

কোনে জানে — কতবাৰ তিতিছে-বুৰিছে, শিকিছে — তেওঁ সকলো পাহৰি আকৌ এবাৰ ভৱিষ্যতলৈ ব্যগ্ৰভাৱে চাইছে। কিন্তু সকলোলৈকে আওকাণ কৰি কাৰো দুখ-সুখলৈ চকু নিদি মহাকাল প্ৰবল সোঁতেৰে মহাবেগেৰে যাবলৈ ধৰিছে কেনি গৈছে ক'ব নোৱাৰে — ক'ত অন্ত হ'ব তাৰো ঠিক নাই — কিন্তু গৈয়ে আছে — ক'ত সাগৰ মৰুভূমি হৈছে, ক'ত মৰুভূমি সাগৰ হৈছে — ক'ত প্ৰাণী সোঁতত উটি গৈছে আৰু ক'ত প্ৰাণী সেই সোঁতৰ মাজৰ পৰাই উঠি মহা আনন্দেৰে কাল নিয়াইছে — তালৈ চাবলৈ কাৰো সময় নাই। কুমাৰৰ চাকত কত চৰু-কলহ সজা হৈছে, তাৰ ভিতৰত কেইটা বেয়া হৈছে বা কেইটা ভাগিছে, তালৈ চাবলৈ সময় নাই — চালে যে তাৰ কাম নহ'ব — তাৰ যি কেইটা থাকে, সেয়ে বহুত। আমিও সেই কালচক্ৰৰ খেলাৰ পুতলা। আমাক যেনেকৈয়ে চলাইছে, চলিছোঁ — তাৰ বাহিৰলৈ যাব পৰা নাই আৰু নোৱাৰোঁও। এই মহাশক্তিৰ আগত কন্দাও যি, হঁহাও সি; গালি পৰাও যি, প্ৰশংসা কৰাও সি। কাৰণ মানুহৰ উপায় নাই। তাৰ পিছত চাওঁতে চাওঁতে খেল অৱসান-সামৰণী গীত-বিদায়-যৱনিকা-পতন। মাথোঁ দুদিনৰ কাৰণে সুখ, দুদিনৰ কাৰণে দুখ। এই দুদিনৰ কাৰণেই সব গণ্ডগোল। বিষাদময় পৃথিৱীত সাৰ পাই দুদিনৰ কাৰণে সুখ বিচাৰি উত্ৰাৱল হৈ কোঢ়াল লগাই দিছোঁ। অভিনয়-অন্তত যেতিয়া আঁতৰি যাব লাগিব, তেতিয়া কি থাকিব পৰি? — মাথোন ফুটুকাৰ ফেনসোপা। তোমাৰ শূন্য ঠাই আহি আকৌ অইন এজনে অধিকাৰ কৰিব। তোমাৰ ওমোলা ঠাইত আহি তেৱেঁই উমলিব। এয়েতো নিয়ম — মানুহে জানো এই শক্তিক ঠেলি যাব পাৰিছে? নোৱাৰে। তেন্তে শোকেইনো কি, আনন্দইনো কি? বিছুৰেইনো কি — বিহেইনো কি! সেই দেখি মানুহৰ বিহুৰ আনন্দ মই বুজিব নোৱাৰোঁ। নুবুজিলেও লেঠা — মানুহে ক'ব ফুটনি হ'ল। মই বিমোৰ, দুই নাও দুই ভৰি।

বহুত দিন চিঠি লেখা নাই — যিহকে মন যায় তাকে লেখিলোঁ। বিহুৰ নমস্কাৰ জানিব। আৰু শ্ৰী যুত Mrs. Bezbaroa-কো মোৰ বিহুৰ প্ৰনাম জনাব। অৰুণা, ৰত্না, দীপিকাকো মোৰ বিহুৰ স্নেহ-সম্ভাষণ জনাব। অৱশ্যে আগেয়ে জনাব লাগিছিল — কিন্তু মইতো এইবোৰ এৰিয়ে দিছোঁ — সেই কাৰণে বেলি হ'ল, ক্ষমা কৰিব।

'বাঁহী'ৰ ১ম ফৰ্ম্মা ছপা হ'ল। 'বাঁহী'ৰ কামবিলাকত বৰ বেমেজালি ঘটিছে। অসমীয়া প্ৰেছত এটা machine থাকিলে নিয়মমতে 'বাঁহী' উলিয়াব নোৱাৰিব বুলি মোৰ বিশ্বাস। দেখা যাওক, আগৰৱালা ডাঙৰীয়াই কি কৰে। কিন্তু আপোনাৰ লগত 'বাঁহী'ৰ অলপ-অচৰপ কাম কৰি যি সুখ পাইছিলো, সেই সুখ পোৱা নাই, আৰু নাপাওঁ — মন একেবাৰে ভাগি গৈছে। দেখা যাওক, কি হয়! আপুনি নতুন বছৰৰ কাৰণেও একোকে 'বাঁহী'ত নেলেখিলে। বৰ বেজাৰৰ কথা যে, 'বাঁহী' আপোনাৰ লেখাৰ পৰাও

বঞ্চিত হ'ব লগা হ'ল। আপুনিয়ে যদি 'বাঁহী'ত নেলেখে, তেন্তে 'বাঁহী'নো আৰু কিটো হ'ব। চাৰিওফালে আন্ধাৰ আৰু নিৰাশা। কোনোমতে জীয়াই আছোঁ বুলিলে মোৰ বিষয়ে যথেষ্ট কোৱা হ'ব। আশা কৰোঁ আপোনালোক সকলোটিৰে মঙ্গল। মোৰ সেৱা জানিব।

ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

পুঃ যজ্ঞেশ্বৰ শৰ্ম্মা নামে এজন মানুহে 'বাঁহী'ৰ কাৰণে মোলৈ দুটা টকা পঠাইছে। মই সেইটো 'বাঁহী'ৰ অফিচত জমা দিম। তেখেতক 'কদমকলি' এখন লাগে। 'কদমকলি' মোক এখন দিব নোৱাৰেনে? মোৰ নাই। আৰু আপোনাৰ কেবাখনো কিতাপ মোৰ নাই। ইতি

শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা

Kindly excuse haste

The George Institution
Dibrugarh, 31.5.20
Assam

৪

শ্ৰীচৰণেষু,

আপোনাৰ চিঠি যথাসময়ত পালোঁ, পঢ়ি বৰ ভাল লাগিল। ফুকনলৈ দিয়া চিঠিও দেখিলোঁ। যি হক আপুনি এবাৰ আহিলে বৰ ভাল হয়। মহাপুৰুষ শঙ্কৰদেৱৰ তিথি অৱশ্যে সাধ্যমতে চেষ্টা কৰা যাব। আমাৰ স্কুল এতিয়া বন্ধ। সাম্প্ৰতি মই ইয়াতে আছোঁ। অলপ ইফাল-সিফালে, অৱশ্যে দাঁতি-কাষৰতে, ফুৰিবৰ মন আছে। কিমানদূৰ কৃতকাৰ্য্য হওঁ ক'ব নোৱাৰোঁ। 'বাঁহী' বোধ হয় পাৰ পায়। দ্বিতীয় সংখ্যাৰ দুই-তিনি ফৰ্ম্মামান ছাপা হ'ব পায়। এইবাৰ article অৰ বৰ নাটনি। ভাল article পোৱাই নাই। যিবিলাক হাতত আছে, সেইবোৰ দিব নোৱাৰি। দেখা যাওক, কি হয়। ইয়াতে দুজন-এজনৰ হাতে নতুন article লেখাইছোঁ। ইয়াতো গৰম পৰিছে। অৱশ্যে আপোনাৰ তাৰ দৰে নহয়। কাৰণ ইয়াৰ গৰম কোনোমতে টানি-টুনিহে 90°ৰ ওচৰ পায়গৈ। আৰু বেলি মাথোন এদিন 99° আৰু এদিন প্ৰায় 95° হৈছিল। সাধাৰণতে 90°ৰ ওপৰ নেপাইগৈ।

শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালালৈ দিয়া আপোনাৰ চিঠিখন পঢ়িলোঁ। বৰ বেয়া লাগিল। আপোনালোক সকলোৱেই বিবাদৰ সুৰ ধৰিছে, মাথোন মোৰ বেলাহে জগৰ!

কি কৰিম। যি হৈছে হৈ থাওক। কৈবৰ্ত্ত সন্মিলন হৈ গ'ল। বহু ঠাইৰ delegates আহিছিল, প্ৰায় ৪০০/৫০০ মান মানুহ গোট খাইছিল। Presidential speech-টো বৰ সুন্দৰ হৈছিল। বোধহয় ছপা হৈ ওলাব। আশা কৰোঁ আপোনালোক সকলোটি ভালে আছে। মোৰ সেৱা শ্ৰীযুতা Mrs. Bezbaroa-ক জনাব। আৰু অৰুণা, ৰত্না, দীপিকাক মোৰ মৰমৰ জনাব। নমৰি জীয়াই আছো। ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

P.S. ফুকনক ৰজনী বড়দলৈৰ চিঠি দিলোঁ। আপুনি ইয়ালৈ অহাৰ বাতৰি শুনি সকলোৱে ৰং পাইছে।

J.D.

The George Inst.
P.O. Rehabari
Dibrugarh, 19. 12. 21

৫

শ্ৰীচৰণেষু,

টকা পালোঁ-ক'বলৈ কথা নাই-কি ক'ম। বুজি ল'ব। মোৰ সেৱা গ্ৰহণ কৰিব।

আপোনাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ

Xmas বন্ধৰ ভিতৰত যাম।

J.D.

Lady Jane Dundas Hostel
71/1 Cornwallis Street
Calcutta 27. 6. 24

৬

শ্ৰীচৰণেষু,

মোৰ আগৰ চিঠিখন বোধ হয় পাব পায়। কালি খবৰ পাইছো যে, শঙ্কৰদেৱখন B. A.ৰ কাৰণে মনোনীত হ'ল। এতিয়া মাথোন ছপাবলৈ দিব লাগে। ছপাবাৰ আগতে মই দুআষাৰমান কথা সূচাই দিব খুজিছোঁ। আশা কৰোঁ দোষ যেন মাৰ্জ্জনা কৰে। মোৰ

দুই-এজন বন্ধুৱেই মোৰ মতত্তে মত দিছে। অৱশ্যে আগোনাৰ কিতাপত আমাৰ নিচিনা মানুহৰ সূচনি ধৃষ্টতা মাত্ৰ; তত্ৰাচ আগ বাঢ়িছোঁ; দোষ যদি হয়, ক্ষমা কৰিব। 'শঙ্কৰদেৱ'খন সৰ্ব্বাঙ্গ-সুন্দৰ হোৱাটোৱেই আমাৰ বাঞ্ছনীয়। প্ৰথমতে, সেই অনন্ত কন্দলি আৰু ৰাম সৰস্বতীৰ বিষয়ে মই University-এ Publish কৰা দ্ৰোণ-পৰ্ব্বৰপৰা ৰাম সৰস্বতীৰ আত্ম-পৰিচয় তুলি দিলোঁ।

গোপীনাথ পাঠক

দ্ৰোণ-পৰ্ব্ব

আত্ম পৰিচয়

পাটচৌৰা নামে আছে এক গ্ৰাম
ছিলাকোন নাম যাৰ
অতি বিতোপন সৰ্ব্বসুসম্পন্ন
দুই হেন স্বৰ্ণহাৰ।
সেহি গ্ৰামেশ্বৰ মহা দেশজ্বৰ
ভীমসেন দ্বিজবৰ
যাৰ যশোৰাশি অদ্যাপি প্ৰকাশি
যেন পূৰ্ণ শশধৰ।
কুলশীল সন্ত শ্ৰীমন্ত মহন্ত
মহাজ্ঞানী ক্ৰিয়ানিষ্ঠ
যাৰ দান ধৰ্ম্মে জগত জুৰিল
অপৰ যেন বশিষ্ঠ
তাহান সন্ততি ৰাম সৰস্বতী
পাঠক শুক্ৰধ্বজৰ
যেন শুক গুৰু অঙ্গিৰা তুম্বৰু
আনো নুহি পটন্তৰ।
তাহানে তনয় অতি শিশুনয়
গোপীনাথ দ্বিজবৰে
হ্ৰস্ব দীৰ্ঘ ছন্দে ৰচিলা প্ৰবন্ধ
কথা মহাভাৰতৰে।

ইয়াৰপৰা জানো বুজিব নোৱাৰি যে, অনন্ত কন্দলি আৰু ৰাম সৰস্বতী দুজন মানুহ? এজনৰ ঘৰ হাজোত আৰু আনজনৰ ৰৰপেটাৰ পাটচৌৰা গ্ৰামত। ৰাণীকান্ত কাকতিৰো এই মত। সেই কাৰণে সেইটো chapter omit কৰিলে বেয়া হ'ব জানো? বাতিথোৱা সম্প্ৰদায়ৰ বিষয়ে আৰু শঙ্কৰদেৱৰ দীক্ষাগুৰু সম্বন্ধে (14th & 15th chap) এই দুটা body of the book আৰ পৰা বাদ দি appendix বা ওপৰঞ্চি কৰি দিলে কেনে বোধ কৰে? মোৰ এইখাৰ কথা কোৱাৰ কাৰণ হৈছে এই যে, University-এ এইখন কিতাপ মনোনীত কৰিছে শঙ্কৰদেৱ as a writer and to some extent reformer অৰ্থাৎ তেওঁবিলাকৰ মতে এইখন কিতাপ Releigh-ৰ Shakespeare আৰু Milton অৰ দৰে ধৰি লৈছে। সঁচা কথা ক'বলৈ গলে 'শঙ্কৰদেৱ'খন সেই কিতাপৰ শাৰীতে থ'বৰ উপযুক্ত। আসামত আৰু এনে এখন কিতাপ সতকাই ওলোৱা টান, সেই কাৰণে যাতে কিতাপখন একেবাৰে criticism literature অৰ দৰে হয়, তাৰ চেষ্টাতহে ওপৰৰ সূচনি দিয়া হৈছে। তাৰ পাছত আৰু এটা chapter include কৰিব লাগে। সেইটো হৈছে শঙ্কৰদেৱৰ গীত সম্বন্ধে। আপোনাৰ বাহিৰে আন আৰু লিখোঁতা নাই। দহোকুৰি যেন লেখি পঠায়, তেনেহ'লে কিতাপখন এবোৰে complete হ'ব। আপোনাৰ কিতাপ মানুহে অসম্পূৰ্ণ বুলিলে মোৰ মৰিবৰ সমান খং উঠে। সেই কাৰণে এই সূচনি দিবলৈ সাহ কৰিছোঁ। তাৰ পিছত তেতিয়া সেই সময়ৰ কিতাপখন কিছুমান প্ৰশ্নৰ উত্তৰ স্বৰূপে লেখা হৈছিল নহয় জানো? তাৰ কাম হৈ গ'ল। সেই কাৰণে এতিয়া কিতাপখন অলপ re-model কৰি দিলেই অসম-সাহিত্যৰ এটা যুগমীয়া বস্তু হ'ব। আৰু 18th chapter-টো যেন এবাৰ পঢ়ি চায়। শঙ্কৰদেৱৰ গীত সম্বন্ধে আমাক এটা chapter লাগে-লাগে-লাগে। আপুনি দিব-দিব-দিব। নিশ্চয়-নিশ্চয়-নিশ্চয়। summer vacation অত লেখা চিঠিখন এই বিষয়ে লেখিছিলোঁ দুখৰ বিষয় হেৰাই থাকিল। আপোনাৰ বোধ হয় 'শঙ্কৰদেৱ'খন এবাৰ চকু ফুৰোৱা ৩/৪ দিনৰহে কাম । যদি কয় ফিৰত ডাকত কিতাপখন আপোনাৰলৈ registerred parcel কৰি পঠাব পাৰোঁ। যদি যেনেই আছে তেনেই ছপাবলৈ কয়, তাকো লেখিব। যিমান সোনকালে পাৰোঁ ছপাই শেষ পৰিম। কিতাপ ৫০০ ছপামনেকি? মই কাইলৈ বা পৰ্হিলৈ Press অলৈ যাম। য'তে সুবিধা আৰু সস্তা আৰু কামো ভাল হয়, তাতে দিম। বোধহয় নৱবিভাকৰ Press অত দিবৰ মন আছে — তাত সস্তা আৰু কাম সোনকালে দিয়ে বুলি শুনিছোঁ।

শেষত মাথোন ইয়াকে কওঁ যে, আমাৰ সূচনিবিলাক যেন এবাৰ ভাবি চায়, আৰু শঙ্কৰদেৱৰ গীত সম্বন্ধে আপোনাৰ লেখা পঠাই দিয়ে। আৰু এনে কথা মোৰ কবিতাটো পাতনিৰ পিছতে বা আগতে দিলে বেয়া হ'ব জানো? আপুনি ক'ত দিবলৈ কয়?

আশাকৰোঁ আপোনাৰ মঙ্গল। মোৰ সেৱা গ্ৰহণ কৰিব। শ্ৰীযুত Mrs. Bezbaroaকো মোৰ সেৱা জনাব। ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

Lady Jane Dundas Hostel,
71-1 Cornwallis Street,
Calcutta, 13. 12. 1924

৭

শ্ৰীচৰণেষু,

আপোনাৰ দুয়োখনি চিঠি যথাসময়ত পালোঁ। ইমানদিন আপোনাৰ addressলৈ বৰ ব্যস্ত থকাত উত্তৰ দিব পৰা নাছিলোঁ — আশাকৰোঁ দোষ ক্ষমা কৰে যেন। addressখন বৰ বিত্তোপন হৈছে। লখীইঁতে কৈছে যে, ইমান comprehensive address অসম সাহিত্য সভাত কেতিয়াও পঢ়া হোৱা নাই। সেই কাৰণে ছপোৱাৰ অনুমতিৰ কাৰণে অনুমতি বিচাৰিছিলোঁ। কাৰণ ই এটা piece of literature হ'ব। আৰু ইয়াৰ প্ৰত্যেক Points বিলাকৰ ওপৰতে ভৱিষ্যতৰ লেখকসকলে একো একোখন নতুন ৰচনা লেখিব পাৰিব। Addressটো অলপ দীঘল হৈছে যদিও মানুহ tired নহয়। ছপোৱাতহে বৰ দিগদাৰত পৰিলোঁ, কাৰণ দুটা প্ৰেছত ছপাবলৈ দিলোঁ, এটাই সাহ নকৰে। আপোনাৰ ৭৫ পৃঃ লৈকে সকলো ঠিক আছে। তাৰ পাছত ষ'ত চাকৰী সম্বন্ধে আৰু অসম-প্ৰবাসী বঙালীসকলৰ সম্বন্ধে বৰ দীঘলকৈ লেখা আছে, সেইটো অলপ digression হোৱাত আৰু আচল বিষয়ৰ লগত সম্বন্ধ নথকাত আৰু প্ৰেছও ছাপিব নোৱাৰোঁ বোলাত সেই দুটা Points মই অলপ touch কৰি conclusionটো নিজে লেখিব লগীয়া হ'ল — নিজে মানে আপোনাৰ পুৰণা লেখাবিলাকৰ পৰা permutation combination কৰি দিয়া হ'ল। কাৰণ আপুনি conclusion একেবাৰে নেলেখিলে। সেইটো মোলৈকে থৈছিলনেকি? আৰু এটা কথা, অসম সাহিত্য সভাৰ প্ৰায়বিলাকেই চাকৰিয়াল মানুহ presidential speechঅত তেওঁলোকৰ মনত বেজাৰ দিয়া কি আৱশ্যক — অসমবাসী বঙালী সম্বন্ধে বিশেষ কি আৱশ্যক? আচল বিষয়টো পৰা বহুত বাহিৰত পৰেগৈ। মই সেই points দুটা বিশ্লেষণ নকৰাকৈ মাথোন touch কৰি conclusion কৰি থৈছো — আপোনাৰ লেখাত হাত দিবৰ শকতি নাই আৰু দিয়াও মোৰ পক্ষে ধৃষ্টতা — কিন্তু You should be above criticism. দোষ যদি হৈছে ক্ষমা কৰিব। সঁচাকৈয়ে addressখন বৰ মনোৰম হৈছে। মই, অমিয়, লখী, হেম বৰুৱা এটাইকেইজন মিলি সকলো কাম কৰিছোঁ। আমাৰ সকলোৰে ইচ্ছা আপুনি যেন সকলোৰে ওপৰত থাকে।

আপুনি ২০ তাৰিখে আহিব বুলি শুনাত ৰং পালোঁ। অৱশ্যে ২১ তাৰিখে পুৰা stationঅলৈ যাম- যদি mixedঅত আহে- কিহত আহে জনাবয ২১তাৰিখে Assamese studentsবিলাক A. S. L. Clubঅৰ এটা বিশেষ অধিবেশন পাতিছে- তাত যোগ দিব লাগিব।

মোৰ যোৱাৰ সম্বন্ধে কি ক'ম? ক'লেও আয়ে মাৰ খায়, নক'লেও বোপায়ে চুৰাতে খায়। যাওক, আপোনাৰ ওচৰত সকলো খুলি কোৱাই উচিত। গুৱাহাটীলৈ গ'লে শিৱসাগৰলৈ শ্ৰীযুত আইতাক চাবলৈ যাব লাগিব- কাৰণ গুৱাহাটীৰপৰা শিৱসাগৰলৈ নোযোৱাটো অন্যায় হ'ব। Sibsagarঅলৈ গ'লে বোধ হয় Dibrugarh-অলৈকো যোৱাটো উচিত — অৱশ্যে সেইটো optional. কিন্তু গুৱাহাটীৰ পৰা Sibsagar-অলৈ নগ'লে অন্যায় হ'ব। অইন কি, মোৰ গুৱাহাটীলৈ যোৱাটোৱেই কেনেকৈ সম্ভৱ হ'ব ক'ব নোৱাৰোঁ। স্কুলত কাম কৰোঁ, পাওঁ Rs 60/-, Hostel allowance পাও Rs 15/-, ইয়াৰ Rs 25/- মাহে মাহে কলেজত পঢ়া মাউৰা ভতিজা ল'ৰাটোলৈ পঠাওঁ — নহ'লে তাৰ পঢ়া নহয়। বাকী টকাৰে নিজৰ খোৱা-বোৱা ইত্যাদি আছেই। Octoberঅত Sambalpurঅলৈ গৈছিলোঁ, কাৰণ সেইবাৰ College বন্ধ থকাত তালৈ টকা পঠাব নেলাগিছিল। তাৰ উপৰি Provident foudঅত মাহে ৫/- টকা কৰি কাটে। আপুনিয়ে কওকচোন, মইনো কেনেকৈ জোৰা মাৰোঁ? সাতে-সোতৰে ভাবি মনে মনে আছোঁ — আপোনাৰ লগত যাবলৈ মোৰ কিমান হেঁপাহ- আপোনাক সভাপতিৰূপে চাবলৈ কিমান মন — আপোনাৰ Speech শুনিবলৈ কিমান ধাউতি, সেইটো ঈশ্বৰ জানে — মই নক'লেও হ'ব। কিন্তু ঈশ্বৰে জানো উপায় দিছে? — সেই কাৰণে মনৰ হেঁপাহ মনতে মাৰিব লাগিব। ইয়াৰ উপৰি আপুনি যদি মোক দোষী কৰে, মই নিৰুপায়। সকলো কথা খুলি লেখিলোঁ — আৰু কি ক'ম? যদিও Xmas concession, তত্ৰাচ নিৰুপায়।.

আপুনি অহাৰ আগতে আমাৰ ছপা হৈ যাব। আপোনাৰ লগতে পঠাই দিম। আপুনি শুনি ৰং পাব যে, লখীধৰে M.A.ত First class পাইছে আৰু Universityত Firstহৈছে।

আহি ক'ত থাকে, যেন জানিবলৈ দিয়ে। মোৰ সেৱা গ্ৰহণ কৰিব। আশা কৰোঁ আপোনাৰ মঙ্গল। মোৰ গা লাহে লাহে ভাল পাই আহিছোঁ। অৱশ্যে আপুনি changeঅত মোৰ উপকাৰ হ'ব বুলি কৈছে, মইও কওঁ সঁচা, কিন্তু 'মাছে বোলে মাতে, পানীয়ে দুই কোৱাৰি ভেটে।' অমিয় ইয়াতে বেমাৰ পৰি আছেহি। ২০ তাৰিখে জৰুৰ জৰুৰ আহিব।

ইতি

আপোনাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ

পুঃ চিঠিৰ উত্তৰ যেন খুব সোনকালে পাওঁ।

The Lady Jane Dundas Hostel
71/1 Conwallis Street
Calcutta, 28. 1. 25.

৮

শ্ৰীচৰণেষু,

আজি প্ৰায় উভতি আহিবৰ দহ-বাৰ দিন হৈ গ'ল। তথাচ আপোনালৈ এখনো চিঠি লেখিব পৰা নাই। জানিছোঁ দোষ হৈছে। আশা কৰোঁ ক্ষমা কৰিব। মই অহাৰ পিছদিনাখনৰে পৰা Hostelঅৰ ল'ৰাবিলাকে Social পাৰ্তিৰলৈ যোজা কৰিলে আৰু লাভৰ ভিতৰত সেই দহ-বাৰ দিন খোৱা-শোৱাৰ একোৰে ঠিক নাছিল। যি হক, এতিয়া অলপ আহৰি পাইছোঁ।

এইবাৰ Conferenceযে সৰ্ব্বাঙ্গসুন্দৰ হৈছে, তাত অকনো সন্দেহ নাই। মই য'লৈকে গৈছোঁ তাতেই ইয়াৰ সুখ্যাতি। মুঠৰ ওপৰত ই এটা huge success। তাৰ কাৰণ আপুনিয়েই। তেও নেযাও নেযাও কৰে । চাওকচোন আপোনাৰ কি অন্যায়। অইন ঠাইৰ মানুহবিলাকে আপোনাৰ ওপৰত অভিমান কৰিছে, কাৰণ আপুনি হেনো গুৱাহাটীকে মোৰ বুলি তেওঁবিলাকলৈ পিঠি দিছে। মই হলে কৈ আহিছোঁ যে, অহা পূজাৰ বন্ধৰ আগতে অৰ্থাৎ August-September মাহতে আপোনাৰ আসাম ভ্ৰমণ ঘটিব। এতিয়া আপুনি above criticism সঁচাকৈয়ে আৰু কোননো আছে?

তাৰ পাছত আমাৰ আৰু আপোনাসকলৰ ঘৰৰ সকলোৰে ভাল। শিৱসাগৰৰ মানুহসকলে আপোনাক এইবাৰ চাবলৈ বৰ আশা কৰিছিল। সেই কাৰণে মোক বুঢ়াসকলে আপোনাক লৈ যাব নোৱাৰাৰ কাৰণে ডবিয়াইছে-বিশেষকৈ আপোনাৰ ককাইদেৱেকে B. C. Bazbaroa। তেখেতে কয় যে, আপুনি হেনো তেওঁলোকক এৰিলে। মই কিবা তাৰ বিৰুদ্ধে ক'ব খুজিলে মোক কয় যে, কালিৰ ল'ৰাই কি পৰ্ব্বৰ গীত গায়-কাজে কাজে মই নিমাত।

শিৱসাগৰখনলৈ সঁচাকৈয়ে বেজাৰ লাগে — একেবাৰে Deserted Village, গৱৰ্ণমেণ্টেই townখন খালে। মোৰ mother-এ আপোনাৰ কথা সুধিছিলে কিমান ডাঙৰ হ'ল-চুলি পকিলনে? ইত্যাদি। আৰু কৈছে, আপুনি বৰ ভাল, কাৰণ আপুনি হেনো তেখেতক সৰুতে চাৰিচকুৰা মেকুৰী পোৱালি এটা দিছিল আৰু হেনো দুটা ভাটৌৰ পোৱালি দিছিল। তেখেতৰ মইনা; ভাটৌ, মেকুৰী ইত্যাদিয়েই সম্পত্তি, এতিয়াও তাকে লৈ থাকে। আৰু সুধিছে যে সম্বলপুৰত ভাটৌৰ পোৱালি, মইনা চৰাইৰ পোৱালি আৰু মেকুৰীৰ পোৱালি পোৱা যায়নে নেযায়। তাৰ মানে যদি পোৱা যায় ঠাইখন ভাল, নহ'লে বেয়া (সেইতো অৱশ্যে ডাঙৰকৈ নকয়)। মই যেতিয়া ক'লোঁ,

আপোনালোকে মেকুৰীক ডিণ্ডিত জৰী দে বান্ধি থয়, তাৰ উত্তৰত তেখেতে কয় যে সেইতো বৰ বেয়া আৰু পাপ। কৈছে যে, মেকুৰীক পীৰা এখনৰ ওপৰত কাপোৰ পাৰি সেন্দূৰৰ ফোঁত দি থ'ব লাগে, তেহে মেকুৰীয়ে ঘৰ লয় আৰু 'গৃহস্থৰ ঘৰত লাগ দিয়ে'— ইত্যাদি।

ৰত্না-দীপিকাৰ লগত এতিয়াও দেখা কৰিব পৰা নাই। এইবাৰ আপুনি আসাম জয় কৰি আহিলে-সেই কাৰণে মোৰ আনন্দ। Mr. Mukherjee আৰু অৰুণা যদি তাত আছে, মোৰ কথা ক'ব। Mrs. Bezbaroaক মোৰ সেৱা জনাব। আপুনি মোৰ সেৱা গ্ৰহণ কৰিব। আজিলৈ ইমানতে। এইবাৰ আপোনাক চিঠিৰে পেঁপুৱা লগাম।

আপোনাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ

The Lady Jane Dandus Hostel.
71/1 Cornwallis Street,
Calcutta 7. 6. 25

৯

শ্ৰীচৰণেষু,

আপোনাৰ মৰমৰ চিঠিখনি যথাসময়ত পালোঁ, সকলো কথাই বুজিলোঁ। মই আগেয়ে ভাবিছিলোঁ যে, অলপ কিবাকিবি হ'ব। যাওক সেইবোৰ কথা — মোৰ একো আৱশ্যক নাই। আজি আপোনাক এটা কথা জনাবলৈ এইখন চিঠি লেখিছোঁ-কথাটো এই যে, কালি দিনৰ ১০ মান বজাত মোৰ *Omar Khayam* শেষ অৰ্থাৎ complete হ'ল। ১০৫টা stanza বা ৪২০ লাইনত শেষ কৰিলোঁ — এইবাৰৰপৰা এলেহুৱা দুষ্ট ল'ৰা বুলিব জানো? সঁচাকৈয়ে আপুনি এইবাৰ কলিকতালৈ নহাহেঁতেন মোৰ 'ওমৰ-তীৰ্থ' শেষ নহ'লহেঁতেন। যদি কেতিয়াবা প্ৰকাশ হয়, তেন্তে সি আপোনাৰ বস্তু, আপোনাকে দিম। তাৰ উপৰি আপুনি এখন পাতনিলেখি দিব লাগিব। সেইবোৰ অৱশ্যে ভৱিষ্যতৰ কথা। কলিকতালৈ অসমীয়া ল'ৰা আহিলে তেওলোকৰ এজনৰ হতুৱাই নকল কৰাম। আৰু আপুনি যেন অনুগ্ৰহ কৰি হাত ফুৰাই দিয়ে। অসমীয়া ভাষাতো *Omar Khayam* ওল্লাল — সেয়ে মোৰ আনন্দ। মোৰ সেৱা গ্ৰহণ কৰিব আৰু Mrs. Bezbaroa মোৰ সেৱা জনাব। ৰত্না দীপিকাক মোৰ মৰম জনাব। মোৰ কালি ইমান ৰং লাগিছিল যে, কিতাপখন শেষ হ'ল বুলি আপোনালৈ Telegraph কৰিম বুলি ভাবিছিলোঁ — কিন্তু বলিয়া বোলে বুলি ভয়তে নকৰিলোঁ। কিতাপখন শেষ কৰোঁতে ৬ দিন লাগিল —

এই কেইদিন মই কঁত আছিলো নিজেই কব নোৱাৰোঁ। বৰ ভাগৰ লাগিছে — এতিয়া শোৱা যাওক, কি বোলে?

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

The Lady Jane Dundas Hostel.
71-1 Cornwallis Street,
Calcutta, 18. 4. 1926

১০

শ্ৰীচৰণেষু,

আপোনাৰ মৰমৰ চিঠিখন পাই বৰ বং পালোঁ। মোৰ বিহুৰ সেৱা গ্ৰহণ কৰিব আৰু শ্ৰীযুত Mrs. Bezbaroaকো জনাব। আশা কৰোঁ আপোনালোকৰ মঙ্গল। পৃথিৱীৰ সকলোৱেই মৰম-ভিক্ষাৰী, মাথোন অলপ কম-বেছি, যাৰ সংসাৰত নিজৰ বুলিবলৈ এখন ঘৰ আছে, মৰমৰ থলি আছে, গোটেই দিনটো অনাই-বনাই ফুৰি গধূলি এবাৰ মিঠা মাত শুনি দিনৰ ভাগৰ পলুৱাবলৈ যি তেনে এখনি ঠাইলৈ লৰি যাব পাৰে, যি জানে তেওঁৰ সুখ-দুখৰ কাৰণেও ভবা এজন নহয় এজন প্ৰাণী পৃথিৱীত আছে, তেনেকুৱাসকলৰ মনত হয়তো তেওঁলোকৰ প্ৰতি আনৰ মৰমৰ টান সিমান অনুভৱ কৰিবৰ বাগী নেথাকিব পাৰে, কিন্তু তেওঁলোকো মৰম-ভিক্ষাৰী। ইফালে যাৰ ঘৰত টেকেলি উদং, পৰত যি ভিক্ষাৰী, বাটত ব'ৰাগী, যাৰ য'তে ৰাতি ত'তে কাতি, যাৰ 'ব' বুলিবলৈকো কোনো নাই আৰু 'যা' বুলিবলৈকো কোনো নাই ....... অহা-যোৱা সকলো ..... নিচিনা ভিকহ বাটৰ বলিয়াই যদি কেনিবা অকণো মৰমৰ জিলিকনি দেখিবলৈ পায়, তালৈকে তেওঁলোকে যে সাত দিন সাত ৰাতি বাটকুৰি যাব পাৰিব, তাত কাৰবাৰ অকনো সন্দেহ থাকিব পাৰেনে? সেই কাৰণেই কৈছোঁ যে, সকলোৱেই মৰম-ভিক্ষাৰী — মাথোন কাৰোবা ভাগ্যত ফলিছে সপোন কাৰোবা ভাগ্যত একোৱেই নাই। বহুতে ক'ব পাৰে যে, মৰম বিচৰা ভাবটো মানুহৰ এটা বৰ ডাঙৰ দুৰ্ব্বলতা। হ'ব পাৰে দুৰ্ব্বলতা, সঁচা, কিন্তু ইয়াতেই সুখ, ইয়াতেই সাধনা, ইয়াৰ বুকুতেই সিদ্ধি। জগতে এইটো ক'লেও বেছি কোৱা নহ'ব যে, এই দুৰ্ব্বলতাৰ ওপৰত সংসাৰ চলিছে।

শ্ৰীযুত লক্ষীধৰক মাথোন ইঁয়ামৰাকে Station-অত লগ ধৰিছিলোঁ। তেওঁতো আপোনালোকৰ কথা কৈয়ে অন্ত নেপায়। তাহানিখন ৰবৰবৰুৱাই চিঠিত লেখাৰ দৰেই হৈছে "ঈশ্বৰবেনো Dickঅৰ মুখ দুখন নিদিলে কিয় কাৰণ ...... গৰাকীৰ মনত .......।

ঈশ্বৰে যদি লখীক চাৰিখনমান মুখ দিলেহেঁতেন, আৰু মোক যদি চাৰিখন হাত দিলেহেঁতেন, তেহে আপোনালোকৰ কথা তেওঁ কৈ আৰু মই লেখি অতাব পাৰিলোহেঁতেন। দৰাচলতে ক'বলৈ গ'লে, তেওঁ আপোনালোকৰ মৰমতে পোত গ'ল। আকৌ August মাহত যাব বুলি মোৰ কাষত প্ৰতিজ্ঞা কৰি গৈছিল। মোৰ লগত Stationঅত প্ৰায় ২০/১৫ মিনিট মানহে দেখা হৈছিল।

আপুনি লেখিছে, "তুমি নাহিলা কিয়?" মইনো কেনেকৈ যাওঁ, আপুনি কওকচোন। বছৰৰ শেষ Hostel-অৰ Session-অৰ শেষ হ'ব লগীয়া হৈছে — হিছাপ-কিতাপ দিবলগীয়া হৈছিল — তাৰ উপৰি স্কুল যদিও বন্ধ আছিল, তত্ৰাচ কেতিয়া খোলে, ঠিক নাছিল। সেই কেইদিন যে Hostel attack কৰে .... ভাবত দিন গৈছিল...... ফালে মাৰপিট আৰু মাজে মাজে blank fire। ৰাতি হ'লেই উৎপাত বেছি হয়। student বিলাকে মন্দিৰ-মস্‌জিদ ৰক্ষা কৰাৰ কাৰণে rioteer বিলাকৰ তেওঁবিলাকৰ ওপৰত বেছি আক্ৰোশ আৰু কেইবাঠাইতো students' mess attack কৰিছিল। তেনে গণ্ডগোলৰ অৱস্থাত মই Hostel এৰি কেনেকৈ যাওঁ। যদিও যাবৰ বৰ ইচ্ছা আছিল — কিন্তু নোৱাৰিলোঁ।

আৰু বিশেষ কি লেখিম? এতিয়া লাহে লাহে সকলো ঠাণ্ডা হৈ গ'ল। আৰু আকৌ আগৰ নিচিনাকৈ কাম চলিছে। কিন্তু মানুহৰ Panic এতিয়ালৈকে যোৱা নাই। লখীয়ে লৰা-লৰিৰ বেগত টকা দিবলৈ বোধ হয় পাহৰি গ'ল আৰু মোৰো শুধিবলৈ লাজ লাগিল। যাওক সেইবোৰ কথা। সেৱা গ্ৰহণ কৰিব। মোৰ গা ভালে আছে। দীঘল চিঠি ......।

ইতি

যতীন্দ্ৰ

Sibsagar
14. 5. 26
Assam

১১

শ্ৰীচৰণেষু,

আপোনাৰ মৰমৰ চিঠিখন যথাসময়ত পাই বৰ ৰং পালোঁ। আজিকালি বিষাদৰ কথা বৰকৈ নেলেখোঁ আৰু মোৰ আগৰ চিঠিখনত সিমান বোধ হয় নাছিল — মাথোন অকল লেখিছিলোঁ যে ৰোহিণীকো সেইবিধ ৰোগে (অৱশ্যে আপোনাৰ মতেহে) ধৰিছে। অকল তেওঁৰ কথা কওঁ কিয়? ইয়াত য'ত আমাৰ লগৰ মানুহক দেখিছোঁ সকলোৰেই

সেই একে গুৰুঘৰৰে সেৱক। এওঁবিলাকতকৈ মই বহুত গুণে ভালে আছোঁ। মোৰ বোধ হয় আপুনি কি কৰিব ক'ব নোৱাৰোঁ। অন্ততঃ একুৰি এটা বক্তৃতাৰ ঠাইত চাৰি কুৰি চাৰিটামান দিব লাগিব।

যাওক সেইবোৰ কথা ইয়াত হ'লে বৰ ঠাণ্ডা, ৰাতি বৰষুণ আৰু দিনত অলপমান ৰ'দ। Sambalpurঅৰ November মাহতকৈও ইয়াত বেছি ঠাণ্ডা। ইয়াত আহি দুঠাইত বক্তৃতা দিব লগীয়া হৈছিল-ওমৰ খায়ামৰ সম্বন্ধে, এখন .....Town Hall অৰ Public meeting-অত আৰু আন এখন কালি Bezbaroa School-অত। আজি ক'ত হয় ক'ব নোৱাৰোঁ। অৱশ্যে মোৰ এই সকলোখিনিৰ গুৰি আপুনিয়েইহে। যদি মানুহে কিবা ভাল পাইছে, সেইটো আপোনাৰ কাৰণেহে — অৱশ্যে অক্ষমতা হ'লে মোৰ নিজৰ, তাত আপোনাৰ অকণো ভাগ নাই। সঁচা-সঁচিকৈয়ে এতিয়া শিৱসাগৰ দেখিলে বৰ বেজাৰ লাগে। আগৰ ডাঙৰ মানুহৰ সতি-সন্তানসকলৰ অৱস্থা বৰ শোচনীয়। তেওঁলোকৰ ঘৰবাৰী আগতকৈতো ভাল নহয়, বৰঞ্চ দিনক দিনে তললৈহে গৈছে। শিৱসাগৰ দেখিলে Goldsmithঅৰ Deserted Village-অৰ কথা মনত পৰে। কিন্তু ইয়াৰ vitality হ'লে এতিয়াও মাৰিব পৰা নাই। Govt Headquarter তুলি নিয়েই ইয়াৰ এনেকুৱা জুৰুলাজুপুৰা অৱস্থা কৰিলে, কিন্তু vitality হ'লে মাৰিব নোৱাৰিলে- সেইটো ইয়াৰ climateঅৰ গুণ। এতিয়া সকলোৱেই মুক্তকণ্ঠে স্বীকাৰ কৰে যে আসামৰ অইন সকলো ঠাইতকৈ (অৱশ্যে Shillong-অৰ বাহিৰে) ইয়াৰ climate ভাল। বৰ্ত্তমান ৰেল হৈছে, লগে লগে ইয়াৰ importance আকৌ বাঢ়ি আহিছে। দীঘল টোপনিৰপৰা যেন সাৰ পাইছে। কিন্তু দুখৰ বিষয় এই জাগৰণত ইয়াৰ অসমীয়া মানুহে যোগ দিব পৰা নাই। তেওঁলোক কঁকাল ভগা মানুহৰ দৰে পৰি আছে — সমুখতে যি এটা struggle for existence আহিছে, তাত এওঁলোক টিকিব নোৱাৰিব, চিটিকি উফৰি পৰিব — হয়তো গাঁৱে-ভূঞে পলাব লাগিব। যদিও সময়ত শিৱসাগৰ আকৌ ৰমক-জমক হৈ উঠিব, আৰু এখন health resorrt হ'ব, কিন্তু ই আৰু আমাৰ আগৰ পুৰণি চিনাকি ৰংপুৰ হৈ নেথাকে। বাহিৰৰ মানুহ আৰু আন আন বিদেশীসকলেৰেই ভৰি যাব। আমাৰ চিনাকিৰ ভিতৰত বিচাৰিলে কাচিৎহে দুজন-এজন দৰবত দিবলৈ ওলাব।

কালি ৺তুলসীৰাম শৰ্ম্মা বৰুৱাৰ পুতেক শ্ৰীযুত আনন্দৰাম বৰুৱাই আপোনালৈ এখন চিঠি লেখিছে। তেওঁ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাক 'হেমকোষ'ৰ দ্বিতীয় তাঙৰণ উলিয়াবলৈ লেখিছে আৰু আপোনাকো তেওঁক অনুৰোধ কৰিবলৈ কৈছে। এতিয়াও বপুৰীয়ে দেখিলে যে তেওঁ মুখখন বৰকৈ মেলাত অসম সাহিত্য সভাই সেই ডাঙৰ আঁটো ভৰাব নোৱাৰি অইন ফালেহে গতি ল'লে — ফলত 'চন্দ্ৰকান্ত অভিধান'ৰ কামৰ আৰম্ভণ। কালি মোৰ ওচৰলৈ তেওঁ আহিছিল। মই বেছিকৈ দুখাৰমান কথা শুনাই দিলোঁ। আৰু ক'লোঁ যে, তেওঁ যি mischief ধনৰ লোভত কৰিলে, সেইটোৰ ক্ষতিপূৰণ হোৱা বৰ টান। এতিয়াও যদি সোনকালে 'হেমকোষ'খন ওলায়, তবু মঙ্গল। মই

'হেমকোষ'খন ওলাবলৈ ইমান আগ্ৰহ কৰিছোঁ, তাক বুজিবলৈ পাৰিছে! যথা — 'চন্দ্ৰকান্ত অভিধান'ৰ ভাষাৰ নমুনা শুনক — অকলশৰে, অকলশৰীয়া — আকালছাৰ, ইত্যাদি। সেই কাৰণেই আকৌ 'হেমকোষ' ওলোৱাত মই ভাষাৰ মঙ্গল বুলিছোঁ। মই কাইলৈ Dibrugarhঅলৈ যাম আৰু আগৰৱালাৰ লগত দেখা কৰি এই বিষয়ে ক'ম। আপুনিও তেওঁলৈ লেখিব। আৰু ৺তুলসী বাবুৰ পুতেকলৈকো লেখিব যে, মুখৰ আঁটো যেন সৰু কৰে। কাৰণ যদিও এতিয়া তেওঁৰ আঁটো সৰু হৈছে, তত্ৰাচ আগৰৱালা ডাঙৰীয়াই যদি ছপাবলৈ আগ্ৰহ দেখুৱায়, হয়তো তিনিকতে আঁটো ডাঙৰ হৈ যাব। সঁচাকৈয়ে এনে মানুহবোৰক মোৰ দেখিবৰ মন নেযায়।

আমাৰ ইয়াত সকলোৰে ভাল। কালি আপোনাৰ ককাইদেৱেক শ্ৰীযুত বিনন্দ বেজবৰুৱাক লগ পাইছিলো। আৰু আপোনাৰ কথা কলো। তেখেতৰ গা ভাল। আমাৰ শ্ৰীযুতা আইতাই এতিয়াও আপোনাৰ কথা কয়। কালি কৈছে যে, আপুনি বৰ ভাল ল'ৰা, কাৰণ চাৰি-চকুৱা বেঘা লোৱা মেকুৰী পোৱালি এটা দি কলিকতালৈ যোৱাৰ সময়ত বিদায় লৈছিল। আৰু দুটা-তিনিটা হেনো ভাটৌ পোৱালি দিছিল। আজিকালি হেনো সংসাৰখন উলতিল, কাৰণ কোনেও আগৰ দৰে তেখেতক আৰু মেকুৰী পোৱালি আৰু ভাটৌৰ পোৱালি ইত্যাদি নিদিয়ে। মোৰ এই চিঠিৰ উত্তৰ C/O Raibahadur Sadananda Dowerah, B.L., P.O Rehabari, Dibrugarh.বুলি পঠাব। সেৱা গ্ৰহণ কৰিব। শ্ৰীযুতা Mrs. Bezbaroaকো দিব। আশা কৰোঁ ভালে আছে। ইতি

আপোনাৰ মৰমৰ
যতীন্দ্ৰ

The Lady Dundas Hostel
71/1, Cornwallis Street,
Calcutta, 27.9.26

১২

শ্ৰীচৰণেষু,

আপোনাৰ মৰমৰ চিঠিখন যথাসময়ত পালোঁ। আপুনি ইয়াৰ পৰা যোৱা দিনাখনৰেপৰা মোৰ গা বেয়া হ'ল আৰু শেহত সেয়ে বৰ বিষমভাৱে dysentery হ'লগৈ। অৱশ্যে আপুনি বেমাৰ হোৱা দেখিয়েই গৈছিল। ৫ টা injection-অৰ পাছতহে ভাল হইছে। এতিয়ালৈকে গাত আগৰ দৰে বল পোৱা নাই, তথাপি লাহে লাহে ভাল হই আহিছোঁ। injection দিয়াৰ পাছতো পেট কামুৰি আছিল, শেহত থেকেৰাৰ জোলেহে সম্পূৰ্ণৰূপে ভাল কৰিলগৈ।

আপুনি Dhubri লৈ যোৱাটো বৰ ভাল কাম হৈছে। বহুত কথা ভাবি চাবলৈ গ'লে আপোনাৰ Dhubri-ৰ Conference-অত যোগ দিয়াটো বৰ বাঞ্ছনীয়। মোৰ বিশ্বাস Goalpara-ত অসমীয়া ভাষা ভালকৈ চলা বিষয়ে এই Conference-অৰ ওপৰত বহুত নিৰ্ভৰ কৰিছে। ঈশ্বৰে যি কৰে ভালেই কৰে। মইতো কেতিয়াও Dhubri conferrenceঅলৈ যাম বুলি নেভাবিছিলোঁ আৰু যাবৰ ইচ্ছা নাছিল। কাৰণ অসুখৰপৰা উঠি এতিয়া routineঅৰ দৰে চলিছোঁ। বিশেষত তাৰে নবচৰ হ'বৰ ভয়। যি হওক, আপুনি যেতিয়া ওলাল মই যাবই লাগিব আৰু যামো। পিছলৈ ভাবিবলৈ আৰু সময় নাই। আপুনি ক'ত থাকিবগৈ? বোধ হয় শ্ৰীযুত আনন্দচন্দ্ৰ আগৰৱালাৰ তাতে। অৱশ্যে ময়ো তাতেই থাকিবগৈ লাগিব। কিন্তু বেছি মানুহৰ ভিড় হ'লে অইন ঠাইলৈ পলাব লাগিব। আপোনাক এৰি অইন ঠাইলৈ নেযাওঁ। আপুনি শ্ৰীযুত আগৰৱালালৈ লেখিব। ময়ো আজি লেখিম। মোৰ বোধ হয় আমি দুদিনমান আগেয়ে গ'লে ভাল, কাৰণ সেই সময়ত ৰেলত বৰ ভিড় হ'ব। আগেয়ে berth reserve কৰি থ'ব লাগিব। আপুনি যেনে ভাল বুজে কৰিব। গুৰুদাসৰ দোকানৰপৰা টকা আনি বত্নাক দিলোঁ। তেওঁবিলাকৰ তাত আৰু কিতাপ নাই। মানুহ আহি আহি উভতি গৈছেহি। তিনিটা পোকে খোৱা আৰু একেবাৰে লেতেৰা কিতাপ ওভোতাই দিছে — মোৰ হাতত সেইকেইটা পৰি আছে। তাক কোনোৰকমে উদ্ধাৰ কৰিব নোৱাৰি। মোৰ সেৱা গ্ৰহন কৰিব। আৰু শ্ৰীযুতা Mrs.Bezbaoraকো মোৰ সেৱা জনাব। তেখেতৰ চিঠিৰ উত্তৰো দিছোঁ।

পৃথিবীত ভুল মোৰ অকলে নহয় — আপোনাৰো হয়। লগত পঠোৱা envelope-টোৱেই তাৰ প্ৰমাণ। মোৰ এনেদৰে বহুত চিঠি গাৰু তলতে post হয়।

আশা কৰোঁ ভালে আছে।

আপোনাৰ মৰমৰ
যতীন্দ্ৰ

The Lady Jane Dundas Hostel,
71-1 Cornwallis Street,
Calcutta, 22.11.1926

১৩

শ্ৰীচৰণেষু,

ইমানদিন চিঠি লেখোঁ লেখোঁ বুলি আৰু লেখিব পৰা নাছিলোঁ। কিন্তু আজি স্কুলৰ পৰা আহি তেখেতৰ এখন চিঠি পাই দেখিলোঁ যে, নেলেখিলে আৰু ভদ্ৰতা নেথাকে। আশা কৰোঁ চিঠি নেলেখাৰ কাৰণে যেন ক্ষমা কৰিবলৈ ক'ব আৰু আপুনিও যেন ক্ষমা কৰে। কালি বত্না আৰু দীপিকাৰ লগত দেখা কৰিছিলোঁ। তেওঁলোকৰ গা

ভাল। কি কৰিলেনো (আপোনালৈ) নিয়মিতে চিঠি লেখিব পাৰি মোক শিকাই দিব পাৰেনে? মোক এই কাৰণেই আটায়ে অসভ্য বুলি গালি পাৰে আৰু মানুহৰ সমাজৰপৰা বাদ দিবলৈ বিচাৰিছে- কি কৰিম, দিব খুজিছে, দিয়ক। সিদিনাখন সদা দুৱৰা আহি মোৰ ইয়াতে এৰাতি থাকি ৰেঙ্গুনলৈ গ'লগৈ। তেখেতে কইছিল প্ৰায় ৬/৭ হেজাৰ মানুহে এইবাৰ আপোনাক Dibrugarh-অত দেখা পাবলৈ আশা কৰিছিল। সঁচাকৈয়ে আপুনি বৰ আপুৰুগীয়া বস্তু হৈ পৰিছেগৈ। সুবিধা বুজি ছেগ চাই এটা Upper Assam-অলৈ trip-ল'ব। পৰাপক্ষত সকলোৰে মনত সন্তোষ দিব পাৰিলেই ভাল। সেইফালৰ সকলোবিলাকেই আপোনাক চাবলৈ হেঁপাহ কৰি আছে। মোৰ সেৱা গ্ৰহণ কৰিব। সময় থাকিলে চিঠিৰ উত্তৰ দিব। ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

71-1 Cornwallis,
Calcutta, 10.3.27

১৪

শ্ৰীচৰণেষু,

বহুত দিন আপোনালৈ কোনো চিঠি দিব নোৱাৰি বৰ দোষৰ ভাগী হৈছোঁ — আশাকৰোঁ দোষ ক্ষমা কৰে যেন। বংশাৱলীৰ proof বোধ হয় পাব পায়। ইমানদিন তেওঁবিলাক question paper ছপোৱাৰ কামত বৰ ব্যস্ত আছিল। সেই দেখি আপোনাৰ কাম হাতত ল'ব পৰা নাছিল।

যি হওক, এতিয়া আৰু বিশেষ লেঠা নাই — কাম নিয়মমতে হ'ব বুলি আশা কৰিছোঁ। pressখন আমাৰ কাষতে বুলিলেই হয়, নিয়মমতে তাগিদা দি থাকিব পাৰিম। মোৰ মনেৰে কাগজ ২৮ পাউণ্ডৰ antique (বিলাতী) আৰু limp binding কৰিলেও ভাল হ'ব। Managerএ এই বিষয়ে আপোনাৰ লগত correspondence কৰিম বুলি মোৰপৰা আপোনাৰ address লৈ গৈছে।

আমাৰ ইয়াত এতিয়াও গৰম পৰা নাই। আপোনালোকৰ তাত চাগে বৰ গৰম। আপুনি এতিয়া কামত বৰ ব্যস্ত আছে, নহয় জানো? কিন্তু বৰ আচৰিত কথা যে ব্যস্ত থকা মানুহ বিলাকেই অইন সকলো কামৰ কাৰণেই সুবিধা উলিয়াব পাৰে — কিন্তু অইনবিলাকে দেখোন নোৱাৰে। কাম কৰোঁ কৰোঁ বুলি পেলাই থঁওতে কাম থোপোৰা লাগে। লগে লগে সমাজৰ অপদস্ত হ'ব লাগে আৰু বহুত ক্ষেত্ৰত অমানুহো হ'ব লাগে। পোনতে দুবাৰ-এবাৰ বৰ লাজ লাগে; শেহত যেতিয়া আভ্যাসত পৰেগৈ

অৰ্থ্যাৎ দগধা হয় তেতিয়া মনে মনে সকলো-বিলাকককে গিলি জীণ নিন্নাই থৈ দিয়ে। বঙলাত কয় বোলে, যাৰ এখন কাণ কটা, তাৰ অলপ লাজ থাকে, আৰু যাৰ দুখন কাণ কটা, তাৰ আকৌ কিহৰ লাজ? সঁচাসঁচিকৈয়ে আভ্যাস এবাৰ হ'লে একওবা বৰ টান। তাহানিখন 'বাঁহী'ত দেখিলোঁ বিনাকষ্টে পইছা এবাৰ জাননী — ইয়াৰ কিবা তেনে এটা বুধি নাইনে এবাৰ বৰবৰুৱাক শুধি চাবচোন। সঁচাসঁচিকৈয়ে কবলৈ গ'লে মোৰ এই চিঠিখন লেখোঁতে ইমান লাজ লাগিছে, কি ক'ম। আপুনি হয়তো ভবিছে যে, মই আপোনাৰ কথালৈ কাণসাৰ নকৰোঁ- কিন্তু ঈশ্বৰে জানে — এনে এটা দিন নেযায় যিদিনা আপোনাৰ কথা বাদ যায়। পাৰ্ব্বতীয়ে আহি সদায় সোধেহি, "বেজবৰুৱা ডাঙৰীয়াৰ চিঠি কতা?" মই আৰু সেমেনা-সেমেনি কৰি মনে মনে থাকোঁ, কাৰণ দোষ মোৰ গাত। এই কাৰণে সকলোৱেই মোক দোষ দিয়ে। আৰু বাটত অসমীয়া ল'ৰাৰ লগত দেখা হ'লেই আপোনাৰ কথা সোধে আৰু খবৰ মইও কই দিওঁ "বেছ আছে, নিয়মমতে চিঠিপত্ৰ পাওঁ", ইত্যাদি।

আশাকৰোঁ ভালে আছে। মোৰ সেৱা গ্ৰহণ কৰিব। শ্ৰীযুতা Mrs. Bazbaroa কো মোৰ সেৱা জনাব। ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

১৫

শ্ৰীচৰণেষু,

ইয়াৰ আগেয়ে আপোনালৈ এখন চিঠি লিখিছিলোঁ; আপুনি বোধ হয় বিশেষ ব্যস্ত বুলি তাৰ সমিধান দিব নোৱাৰিলে। পাছত পাৰিলেহেঁতেন যদিও এই চিঠিখন লিখি তাৰ বাট বন্ধ কৰি দিলোঁ।

সিদিনাখন শ্ৰীযুত বাণীকান্ত কাকতিৰ মুখে শুনিলোঁ হেনো আপোনাৰ নামতে আউজি 'বাঁহী'ত ৰাজনীতি সুমুৱাবলৈ যো-জা কৰিছে। আপুনি কি মত দিছে ক'ব নোৱাৰোঁ। মই হ'লে কওঁ — 'বাঁহী'ত যেন ৰাজনীতি নুসুমুৱাই। কিয়নো, মোৰ মনেৰে প্ৰকৃত ৰাজনীতি স্বাধীন দেশত আছে যদিও, আমাৰ এই অভিশপ্ত গোলামৰ দেশত নাই। ইয়াত আছে মাথোঁ নকলনবিচৰ হেঁপাহৰ কামধেনু মৰা গৰুৰ ছালেৰে ছোৱা পলিটিক্‌ছৰ জুমুথিটো আৰু তাৰে ভাৱনা পাতি যত দানৱৰ প্ৰবসন আৰু দেৱতাৰ চকুৰ লোতক সৰা the most stupendous tragedy in the whole range of human activities। তাৰ উপৰি যিটো কেঁকোৰাৰ মূৰ নাই, তাৰ মূৰ কামোৰণিৰ দৰৰ 'বাঁহী' পাতত উলিয়াই আৰু ইমান দিনৰ মূৰত হঠাতে আপুনি যদি ইমান দূৰৰপৰা তাৰ গুৰি ধৰিবলৈ যায়, তেনেহ'লে এই কান্দুলি মাছৰ দৰে ছল পালেই ইপিঠি ছল পালেই

সিপিঠি কৰা, ঔ-বিজলীয়া বিষয়টো আপুনিয়ে চম্ভালিব পাৰিব সেইটো মোৰ পক্ষে আশা কৰা বৰ টান। ইয়াৰ মানে ৰাজনীতি-ক্ষেত্ৰত যে আপোনাৰ কলমৰ জোৰ নেথাকিব তাক কোৱা নাই, বৰং আপুনি পাৰিলেহেঁতেন বুলিহে মোৰ বিশ্বাস। কিন্তু এইটো মই ডাঠি ক'ব পাৰো যে যি ঠাইত আৰু যাৰ হাতত আপুনি 'বাঁহী'ক গতাই দিব সেই ঠাইত আৰু সেইসকলৰ মনত ৰাজনীতি মানে এখন সঙ্কীৰ্ণ ক্ষেত্ৰ — দলিয়া-দলিৰ ঠাই।

সকলোতকৈ ঘাই কথা এই যে, ইমান দিনে আসামত 'বাঁহী'য়ে এটা সুকীয়া স্বতন্ত্ৰীয়া সুৰ বজাই আহিছে; আৰু আজি যদি সেই সুৰ বিকৃত হয়, তেন্তে 'বাঁহী'ক সঁচা-সঁচিকৈ ভাল পোৱা কোনো পাঠকে তাক সহ্য কৰিবলৈ টান পাব। কাৰণ তেওঁৰ মনত 'বাঁহী'ৰ সুৰ সলোৱা মানে 'বাঁহী'ৰ অস্তিত্ব লোপ হ'ব নোৱাৰে। কিছু দিনলৈ নিৰ্মাত হৈ ধোঁৱাচাঙত পৰি থাকিলেও ভবিষ্যতে যে 'বাঁহী'ৰপৰা ভাল সুৰহে ওলাব তাক আশা কৰিব পাৰোঁ; কিয়নো মোৰ বিশ্বাস যে, আপোনাৰ পাছতো 'বাঁহী'ৰ অস্তিত্ব ৰখাব পৰা বা পুনৰ মাত উলিয়াব পৰা উপায় 'বাঁহী'য়ে নিজে গঢ়ি আহিছে কিজানি। ল'ৰালিৰেপৰা 'বাঁহী'ৰ লগত একেলগে ডাঙৰ-দীঘল হোৱা বুলি মোৰ ক'ব লগীয়া এই কেআষাৰ কলোঁ।

আশা কৰো আপোনালোকৰ মঙ্গল। শ্ৰীযুতাৰপৰা এখন চিঠি পাইছিলোঁ। তেখেতক মোৰ সেৱা জনাই ক'ব যে তেখেতে কিতাপখন পঠাই দিলে চেপাখানাত সুধি তাৰ এটা হিছাপ পঠাইহে তেখেতৰ মতামত জানিব পাৰিম। মই সেইখন কিতাপ আমাৰ associationঅৰ হতুৱাই চেপাবলৈ যত্ন কৰিম। তেতিয়া হ'লে কাম সুকলমে হৈ উঠিব বুলি মোৰ বিশ্বাস। আপোনাৰ বংশাৱলীৰ প্ৰুফ নিয়মমতে পাব পায়। চেপা মোৰ মনেৰে ভাল হ'ব বুলি বিশ্বাস।

মাজে-সময়ে চিঠি-পত্ৰ লিখিব (মই নিলিখিলেও লেখিব, কাৰণ মোৰ সময় নাইতো জানেই দেখোঁ!) আপোনাৰ চিঠি আমাৰ বৰ হাবিয়াহৰ বস্তু। বাৰু, আজিকালি ওচৰ-চুবুৰীয়াৰ হাঁহ বিশেষকৈ আমৰলীয়া চোতালত চৰি ফুৰিলে আপোনাৰ খাবৰ মন যায় নে নেজায়? খায় যদি মোলৈকো টোপোলা এটা বান্ধি টেকেলিত ভৰাই থ'ব; কাৰণ মোৰো আজিকালি 'মঙহ' খাবৰ মন যায় — যদিও ভয় লাগে।

আৰু নাই — আজিলৈ ইমানতে।

মোৰ সেৱা ল'ব।

আপোনাৰ মৰমৰ<br>
যতীন্দ্ৰ

লেডী জেন ডাগুজ হষ্টেল,<br>
৭১-১ কৰ্ণৱালিছ ষ্ট্ৰীট,<br>
২০ মাৰ্চ, ১৯২৭

The Lady Jane Dundas Hostel,
71-1 Cornwallis street,
Calcutta 7.7.1927

১৬

শ্ৰীচৰণেষু,

আজি বহুত দিন আপোনালৈ চিঠি লেখিব পৰা নাই। আশা কৰোঁ খং নকৰিব। Hostelঅৰ admission ইত্যাদি বৰ ব্যস্ত থকাৰ কাৰণে উশাহ ল'বলৈকে সময় নোপোৱাৰ দৰে। আপোনাৰ কিতাপ limp binding হ'ব। তেওঁলোকে দপ্তৰীৰ ঘৰলৈ পঠাইছে। আৰু ইখন কিতাপৰ 3rd proof আজি পঠাইছোঁ। আপোনাৰ গা কেনে আছে? মাজতে শুনিলো যে আপুনি ৬ তাৰিখে ইয়ালৈ আহিব। সঁচানে? এইবাৰ Darjeeling চাই আহিলোঁ। শিলিগুৰিৰ অলপ আগৰপৰা মানুহবোৰৰ গঢ়ন, ঘৰবাৰী ইত্যাদি দেখিলে অসমীয়া বুলিহে মনে ধৰে। সেই ইকৰাৰ বেৰ আৰু চকোৱা, আন কি মাটিতো কচু-ঢেকীয়া। বেলেদি যাওঁতে মোৰ মনত খেলাইছিল যেন অসমীয়া গাওঁৰ মাজেদিহে আহিছোঁ। তাৰ পাছত Darjeelingঅত থকা নেপালী ধৰনৰ মানুহবিলাকৰ খোৱা-বোৱা ইত্যাদি দেখি বোধ হয় যে, অসমীয়া culture এবাৰ নহয় এবাৰ ইয়াত সোমাইছিলহি। অসমীয়া কচু-ঢেকীয়া Darjeelingঅৰ বজাৰত বেচে, অৱশ্যে তাৰ বাসিন্দাৰ কাৰণে। তেওঁলোকে বানবাটিত চাহ খায়, আমাৰ দৰে কাঁহী-বান ইত্যাদি দেখিবলৈ পোৱা গ'ল। আন কি তেলত ভজা ঘিলাপিঠা, তিল দি কৰা সুতুলি-পিঠা ইত্যাদি তাৰ interiorঅৰ মানুহবোৰৰ দোকানত দেখিছিলোঁ। আৰু দেখিলোঁ, পিঠাবিলাক পিঠাগুৰিৰহে। ময়দা বা আটাৰ নহয়। অসমীয়াৰ দৰে শলাকানি দি গোসাঁই ঘৰত ঘিঁউ আৰু তেলৰ চাকি দিয়ে। এটা Buddhist monasteryতো তাকে দেখিলোঁ। কি ক'ম। এসময়ত অসমীয়াই চাৰিওফালে নিজৰ culture বিলাইছিল। কিন্তু এতিয়া ৰণত পৰি ক'লীয়া হোৱাৰ দৰে অৱস্থা দেখি বৰ বেয়া লাগিল। যাওক সেইবোৰ কথা। মোৰ সেৱা গ্ৰহণ কৰিব। ইতি

আপোনাৰ মৰমৰ
যতীন্দ্ৰ

Lady Jane Dundas Hostel
71-1 Cornwallis Street
Calcutta, 24.6.1923

১৭

শ্ৰীচৰণেষু,

বহুত দিন আপোনাৰপৰা কোনো চিঠি-পত্ৰ পোৱা নাই আৰু ময়ো লেখিব পৰা নাই। কাজে কাজে কটাকটি গ'ল। আপুনি rubber stamp পাব পায় আৰু বস্তুটো ভালেই আৰু আপুনি বিচৰাৰ দৰেই হৈছে। আজি বত্না পাছ হৈছে বুলি খবৰ পাইছোঁ- যদিও পৰীক্ষাৰ খবৰ ওলাৰলৈ আৰু একসপ্তাহমান পলম আছে। অৱশ্যে বত্নাই এই খবৰ ৫-৬ দিনৰ আগেই বুজ পোৱা বুলিও আজিহে খবৰ পাইছোঁ। আমি সুধিলে tabulatorএ বহিটোকে পাহৰি আহে, মনত নেথাকে, ইত্যাদি। কাৰণ এইজন নতুন tabulator। মই আগৰজন আছে বুলিহে আপোনাৰপৰা rollটো আগেয়ে অনাইছিলোঁ-আৰু ভাবিছিলোঁ যে competitionঅত প্ৰথম হৈ ময়েই পোন প্ৰথম খবৰটো বত্নাক দিম, কিন্তু নোৱাৰিলোঁ, আৰু নিজৰ অক্ষমতাৰ বাবে নিজেই তলমূৰ কৰিছোঁ। আপোনাক একেবাৰে নতুন খবৰ দি চঁক খুৱাই দিম বুলি ইমানদিন মনে মনে আছিলোঁ। কিন্তু মোতকৈ অইনহে আগ হ'ল। নিশ্চয় সেইজনৰ বাহাদুৰি আছে।

ইয়াত মাজতে বৰ বৰষুণ হৈছিল। পোনপ্ৰথম যিদিনা বৰষুণ হয় সেইদিনা মোৰ বৰ দুৰ্গতি হৈছিল। বতৰ ধৰকাল আছিল। সেই কাৰণে ছাতি নোলোৱাকে tramঅত এজন ভদ্ৰলোকৰ তালে যাম বুলি উঠিছিলোঁ — Bethune Collegeৰ Hostelঅত এটা seat ঠিক কৰিবলৈ। লগতে সেই ভদ্ৰলোকজন এজন মোৰ student আছিল । বাটত নামিব নোৱাৰি ভাবিলোঁ যে tramঅতে ঘূৰি আহোঁগে আৰু বৰষুণ ৰ'লে আহি নামিম। Dalhousie Square পাওঁতে নৌ পাওঁতেই পানীৰ কাৰণে tram বন্ধ। ডেৰঘন্টামান বহিও যেতিয়া tram এৰিবৰ আশা নেদেখিলোঁ, তেতিয়া ওপৰে বৰষুন তলে এআঁঠুৱা পানীত নামি এখন bus ধৰিলোঁ। সেই busখন কালীঘাটলৈ গৈছিল। ভাবিছিলোঁ যে, কালিঘাটৰপৰা Shambazarঅলৈ আহিব। নাহিল, Esplanadeঅতে বন্ধ হ'ল। উঠিলোঁ taxi-ত। Central Avenueৰ প্ৰায় এককলীয়া পানীত taxi বন্ধ হ'ল। উঠিলোঁ rickshawত। অলপমান আগ বাঢ়ি এবুকুৱা পানীত rickshaw যাব নোৱাৰিলে। অন্ততঃ যোৱা-নোযোৱা সমান হ'ল। কাষত এখন ম'হৰ গাড়ী দেখি তাৰ ওপৰতে থিয় হৈ এডোখৰ আহিলোঁ। বাটতে মুটিয়া এটাই হাঁহি পেলাই কইছিল যে এটকা দিলে পাচিৰ ওপৰত তুলি নিব। মোৰ লগত student জন আছিল। নোহোৱাহেঁতেন উঠিলোঁহেঁতেন কিজানি। অলপ আগবাঢ়ি এখন ঘোঁড়াগাড়ী যোৱা দেখি তাতে উঠি কোনোমতে ৰাতি দহমান বজাত Hostel পালোঁহি।

'বাঁহী'ত বৰবৰুৱাৰ উত্তৰ দেখিছোঁ। Proceeding চলিয়েই থাকিব। আমি বৰবৰুৱাক এনে অন্যায় কাম কৰিবলৈ এৰি দিব নোৱাৰোঁ। এইবাৰ মই (সুদৰ্শন শৰ্ম্মা তাহানিখনৰ) বৰবৰুৱালৈ আৰু এখন চিঠি পঠাম। বৰবৰুৱাৰ কি অন্যায়- কিছুমানক মাৰে, কিছুমানক তাৰে। সেৱা গ্ৰহন কৰিব। আশা কৰো ভালে আছে। শ্ৰীযুতা Mrs. Bazbaroaক মোৰ সেৱা জনাব। ৰত্না-দীপিকাক মোৰ কথা ক'ব। অৰুনাক লগ পাইছিলোঁ, ভালে আছে।

ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

Lady Jane Dunadas Hostel,
71-1 Cornwallis Street,
Calcutta, 26.7.1928

১৮

শ্ৰীচৰণেষু,

আপোনাৰ চিঠি পালোঁ। মোক চাৰিওফালৰপৰা বিপদৰ ধুমুহাই আহি বেৰি ধৰিছে। Dr. Ewan-অৰ গোটেই কামবোৰ মূৰৰ ওপৰত পৰিছে। তাৰ পাছত যোৱা সাত দিনৰ বেমাৰত শ্ৰীযুত বিষ্ণুপ্ৰসাদ দুৱৰাৰ বৰ ল'ৰাটি Meddical college-অত ঢুকাল। তেওঁ 4th year-অত পঢ়িছিল। তাৰ পাছত ইফালে Bethune college hostelঅত তেওঁৰ ভনীয়েকৰ সেইদিনাখনৰ পৰাই জ্বৰ। পেটত একোকে নেথাকে, মাথোন বমি আছে। এই সকলোবিলাক লেঠা মোৰ মূৰৰ ওপৰত পৰি মোক জুমুৰি দি ধৰিছে। আপোনাৰ চিঠি লেখিবলৈ সময়কে পোৱা নাই। ৰত্নাৰ বিয়াৰ ঠিক হোৱা শুনি ভাল পালোঁ। ঈশ্বৰে যি কৰে ভালেই কৰে। ইয়াৰ বাহিৰে আৰু কি ক'ম? মই ৰোহিণীক এসময়ত Dibrughar-অত চিনি পাইছিলোঁ। এতিয়া চিনি পায়নে নেপায় ক'ব নোৱাৰোঁ। বোধ হয় পাব। আপুনি নিশ্চয় আগৰৱালা ইত্যাদি যিসকল আপোনাৰ বন্ধু আছে তেওঁলোককো এই বিষয় জনাইছে। আপোনাৰ এগৰাকী ছোৱালী আসামত পৰিব। ইয়াতকৈ আৰু আনন্দৰ বিষয় কিবা হ'ব পাৰেনে?

মোৰ সেৱা গ্ৰহণ কৰিব। শ্ৰীযুতা Mrs. Bezbaroa-ক মোৰ সেৱা জনাব। Ratna-ক মৰম জনাব। ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

পুঃ আপোনাৰ ফটো পালো। আপোনাৰ মৰমৰ দান শিৰ দোঁৱাই গ্ৰহণ কৰিলো।

The Lady Jane Dundas Hostel
71-1 Cornwallis Street
Calcutta 1928

১৯

শ্ৰীচৰণেষু,

আপোনাৰ চিঠি পোৱাত পলম হ'ল। কাৰণ এইবাৰো সিবাৰৰ দৰে বেয়াৰিং হৈ আহিল। কাৰণ কি-বোধ হয় কোনোবাই আপোনাৰ চিঠিৰ লেফাফাৰ ওপৰৰপৰা টিকট খুলি নিছে- post officeঅত নে ক'ত enquire কৰিব। সেই কাৰণেই লগতে envelopeটো পঠাই দিলো।

Dhubriলৈ Second Class Puja concessionগাইপতি ১৯/০ কৰি পৰিব। ticket আগেয়ে কিনিলেহে berth reserve কৰিব, নহ'লে নকৰে। আপুনি ১৬ তাৰিখে কলিকতাৰ পৰা যাব খুজিছে কিন্তু সেই দিনাখন যোৱা সুবিধা ন'হব। কাৰণ সেইদিনা Bijoya, গাড়ীত ভিড়; ইয়াৰ উপৰিও আচল কথা হৈছে, গুপুততে আপোনাক কওঁ, সেই দিনাখন ইয়াত খুব riot হ'বৰ সম্ভাৱনা — সকলোৱেই কৈছে যে, সেই .... কোনোমতে ..... taxi পোৱাও টান ........ বা নিজৰ মন ..... কোনে জানে? সেই কাৰণে মই আপোনাক ১৫ তাৰিখে ইয়াৰপৰা যাবলই খাটিছোঁ। মাথোন এদিনৰ আগ। আপোনাৰপৰা চিঠি পালেই মই ১৫ তাৰিখে berth reserve কৰিম। ৪-৫ দিনৰ আগেয়ে berth reserve কৰিব লাগিব।

ৰত্না যে যাব মই ইয়াতেই জানো। আপোনাৰ ঘৰ চাগে এতিয়া 'গুলজাৰ' হৈ আছে-কাৰণ ৰত্না, দীপিকা, বুবুক লই বেছ ৰঙেৰে দিন কটাইছে। তেওঁলোকক মোৰ সাদৰ সম্ভাষণ দিব। শ্ৰীযুতা Mrs. Bazbaroaক মোৰ সেৱা জনাব। একৰকম আশাকৰোঁ। আশাকৰোঁ আপুনি ভালে আছে। মোৰ সেৱা গ্ৰহণ কৰিব। ইতি

আপোনাৰ মৰমৰ
যতীন্দ্ৰ

জানুৱাৰী ১৯৩০

২০

......,

আপোনাৰ ইংৰাজী বছৰৰ ইংৰাজী আশীৰ্বাদ মূৰ দোঁৱাই ল'লোঁ আৰু তাৰ কাৰণে অন্তত শলাগ আৰু ধন্যবাদ গ্ৰহণ কৰিব।

কলিকতাৰ অসমীয়া ল'ৰাবোৰে বেজবৰুৱা সমিতি নে বেজবৰুৱা পৰিষদ কিবা এখন পাতিব খুজিছে-বোধ হয় শ্বেক্সপিয়েৰিয়ান সভাৰ দৰে। সিদিনাখন তেওঁলোক আহি আপোনাৰ সম্বন্ধে মোৰ কিবা লিখা আছে নে নাই বুলি শুধিছিল। মই ক'লোঁ তেখেতক মই চিনি পাওঁ — মোৰ লগত ঘনিষ্ঠ সম্বন্ধ — তেখেতে মোক মৰম কৰে আৰু জোকায়, মই ওফোন্দ পাতোঁ, খং কৰোঁ। আৰু মাজে মাজে গৈ সম্বলপুৰত ভ্ৰমণ কৰি খাই আহোঁগৈ। কিন্তু তেখেতৰ সম্বন্ধে কিবা লেখিব লাগে মোৰ মনত নেখেলায়। সিহঁতে হাঁহিবলৈ ধৰিলে। আপুনিয়ে কওকচোন বাৰু, হাঁহিবৰ কিবা কাৰণ আছে জানো? আপোনাৰ সম্বন্ধে কি লেখিব লাগে, মোক কওক, আপুনি নিজে লেখি দিয়ক, মই চহী কৰি দিম। ভয় নাই, আমি আপুনি লিখা বুলি নকওঁ।

গৌহাটীলৈ গৈছিলোঁ। তাতে বাণীকান্তই সমিতিৰ ভাৰ লৈছে আৰু কিজানি কাকতিৰ প্ৰবন্ধৰে পহিলা সমিতি খোলা হ'ব। ....

..........

..........

The Ogilive Hostel
(Scottish Church College)
31/2 Hurtuki Bagan Lane,
Calcutta 17.4.1935

২০ (ক)

শ্ৰীচৰণেষু,

আজি আপোনালোকলৈ শ্ৰীমান কৰুণা ব্যানাৰ্জীৰ হাতত অলপমান 'সোনামুগেৰ ডাল' আৰু গোন্ধোৱা 'সুপাৰি' পঠালোঁ। আশা কৰোঁ ভাল লাগিব। সিদিনাখন বস্তুৰ তাত শুনিলোঁ যে, তেখেতে হেনো ইয়াৰপৰা মগুমাহ কিনি নিছিল। তেতিয়াই মই ভাবিছিলো যে মই সকলোতকৈ ভাল বিধৰ মগুমাহ আপোনালৈ পঠাম। কেনে পায়, জনাব। ইয়াত বৰ গৰম পৰিছে, আপোনালোকৰ তাত চাগে কথাই নাই। আশাকৰোঁ সেইদিনাখন ভালে-কুশলে পালেগৈ। সঁচাকৈয়ে সেইদিনাখন আপোনালোকক তাত এৰি থৈ আহি মোৰ বৰ বেয়া লাগিছিল। কিয় ক'ব নোৱাৰো। মোৰ সেৱা জনাব। তেখেতকো মোৰ সেৱা জনাব। আশা কৰোঁ ভালে আছে। ইতি

আপোনাৰ মৰমৰ
যতীন্দ্ৰ

Ogilvie Hostel
31/2, Hurtoki Bagan Lane
calcutta, 18.3.1938

২১

শ্ৰীচৰণেষু,

কালি আপোনাৰ চিঠিৰপৰা আহিব নোৱাৰে বুলি জানি বেজাৰ পালোঁ। হঠাতেনো আকৌ কি হ'ল? যি হওক, এতিয়া নিশ্চয় ভাল পাইছে। সোমবাৰে আপোনাৰ চিঠিখন পাই আহিব বুলি জানি সকলো ঠিকঠাক কৰি থৈছিলোঁ — অৰ্থাৎ আপোনাক Howrahৰ waiting room-অলৈ নপঠিয়াই শ্ৰীমান ভবেশ বৰুৱাৰ flatঅতে আপোনালোকক দিনটোৰ কাৰণে ৰাখিবলৈ বিৰিঞ্চি আৰু মই ঠিক কৰিছিলো। ভবেশৰ flat ground floor-অত, room পাঁচোটা, মানুহ তেওঁ আৰু আন এজন অসমীয়া ল'ৰা — বোধ কৰোঁ আপোনাৰ একো অসুবিধা নহ'লহেঁতেন। যাওক, সেইবোৰ কথা।

এতিয়া গা কেনে পাইছে — সভায়-সমিতিয়ে বক্তৃতা দি ফুৰা দেখি ভাবিছোঁ যে, আগতকৈ নিশ্চয় ভাল পাইছে। আপুনি April-অত আহিব খুজিছে — Sambal-pur-অৰ গৰমে জানো suit কৰিব? অৱশ্যে সেই বিষয়ে আপুনি মোতকৈ বেছি জানে। যি ভাল বুজে কৰিব। মাথোন অহাৰ কেবাদিনমান আগতে জনাব-আপোনাৰ জিৰণিৰ ঠাই এডোখৰৰ বন্দৱস্ত কৰিব লাগিব। দেওবাৰে কলিকতা পালেহি মোৰ পক্ষে যে বিশেষ সুবিধা, সেইটো নক'লেও হ'ব। বিৰিঞ্চি আছে-তেওঁ আপোনাৰ বিষয়ে সকলো কামতে আগৰণুৱা।

বহুত দিনৰ মূৰত আপোনাৰ চিঠি পাই বৰ বং পালোঁ। মই ইচ্ছা কৰিয়েই আপোনালৈ লেখা নাছিলো-কাৰণ আপোনাৰ বিশ্ৰামৰ সম্পূৰ্ণ আৱশ্যক। Dibrugarhঅৰ climate-এ যেন আপোনাক সম্পূৰ্ণৰূপে নিৰাময় কৰি তোলক, এয়ে মোৰ ঈশ্বৰৰ কাষত প্ৰাৰ্থনা।

শ্ৰীযুতা Mrs. Bezbaroa-ৰ গা কেনে? তেখেতক মোৰ সেৱা জনাব আৰু আপুনি ল'ব। ৰত্না-ৰোহিণীক মোৰ মৰম জনাব-আশা কৰোঁ তেওঁলোকৰ মঙ্গল। একৰকম আছোঁ-ভালে-বেয়াই মাজতে-যাওক আজিলৈ ইমানতে। ইতি

আপোনাৰ মৰমৰ

যতীন্দ্ৰ

Suite No. 20
123-1-1 Upper Circular Road,
Calcutta, 6.12.1944

২২

শ্রীচৰণেষু,

.......... পর আপন ........ নার খুব ভাল লেগেছে। আশা করি মাজে মাজে এরকম করে খোজ-খবর একটু নেবেন। বড়ই একলা হয়ে পরেছি, আর কিছুই ভাল লাগে না। আমি শুনেছিলুম যে আপনার নাকি কোনেও একটা State-এ চলে গেছেন। একদিন দীপিকার সঙ্গে দেখা হওয়াতে সে আপনার ঠিকানা বলেছিল কিন্তু আমি আনতে ভুলে গেলাম। সেজন্য লিখতে পারিনি। আমার শরীর ভাল যাচ্ছে না। গত বিজয়া দশমীর দিনে খুব অসুখে পরলুম। হঠাৎ গা খুব গরম হয়ে গেল এবং প্রায় ঘন্টা তিনের পর আবার ভীষণ কাঁপুনি আরাম্ভ হল, সঙ্গে সঙ্গে জ্বর মাথা ধরা, Purgingএবং vomitting। প্রায ৩/৪দিন ....... চলেছিল — ....... conscious ....... এখনও ........ পাচ্ছি ........ মাজে মাজে মুখের ভিতর ....... এবং বমি হ্বার মতন লাগে। কিছু টোটকা জানেন যদি লিখবেন। আপুনি হয়তো কাছে থাকলে অনেক আগেই অসুখ সেরে যেত। যাক ওগুলো কথা। আমার কাছে ওঁর চিঠি কিছুই দেবার মতন নেই। কতকগুলো Hostel-এর ছাদথেকে জল পরে নষ্ট হয়ে গেছে আর খান কয়েক শ্রীমান বিরিঞ্চির হাতে আছে-আর দু-একজন আমার কাছ থেকে কতকগুলো নিয়ে গেছে — তখনতো ওর মূল্য বুজতুম না। আপনি একটা খুব ভাল কাজ করছেন। আমাকে Mr. J. Borooah লিখেছিলেন। আমাকে 'যদু' বলে ডাকবার মধ্যে.........তিনিই আছেন। তাঁর ............... চিঠি পেয়েছি কি ............. পাচ্ছিনা ........! ............. এবং Test .............। আমার যতদূর .......... আপনাকে সাহায্য করব। কিন্তু বর দুঃখের সঙ্গে বলতে হচ্ছে যে আমাদের লোকেরা কি আপনার শ্রমের মূল্য বুজবে? তবে অসমীয়া সাহিত্যতে একটা বিশিষ্ট স্থান অধিকার করবে-সেজন্যই এটা খুব বড় কাজ হবে। আমাকেও J. Borooah কতগুলো তাঁর সঙ্গে হওয়া কথা স্মৃতিচিহ্নের মতন লিখতে বলেছিলেন। কিন্তু লিখলুম না, কারণ আমাদের লোকগুলো যা-মনে করবে কি জানানে, যে আমি নিজরে ঢাক বাজাবার জন্য ছেষ্টা করেছি। আমিও বর বীতশ্রদ্ধ হয়ে পড়েছি-আর কিছু লিখব না। নানা কারণে মন খারাপ হয়ে গেছে আমার প্রতি দেশের লোকের (ব্যবহার) ........ থাক ওসব .......... ভাল হবে ........ কারণ ........ না। আমার প্রণাম নেবেন।

বড় দুর্ব্বল হয়ে পড়েছি অনেক কথা লিখবার ছিল, পারলুম না। পরে লিখব। আশা করি ভাল আছেন — চিঠি দেবেন, একেবারে একলা ছেরে দেবেন না। ইতি

আপনার স্নেহের যতীন্দ্র *

* ২২নং চিঠিখন ৰসৰাজ বেজবৰুৱাৰ পত্নী প্ৰজ্ঞাসুন্দৰী দেৱীলৈ লেখা। বেজবৰুৱালৈ লেখা চিঠিখিনি 'পত্ৰলেখা'ৰ পৰা সংগ্ৰহ কৰা হৈছে। — সম্পাদক।

# ডঃ বিৰিঞ্চি কুমাৰ বৰুৱালৈ লেখা

Amolapati, P. O. Rehabari
Dibrugarh (Assam)
3. 11. 1995
Strictly Confidential

২৩

মৰমৰ বিৰিঞ্চি,

এইমাত্ৰ তোমাৰ চিঠিখন পাইছো। তুমি কোৱা মতেই মই কাম কৰিম। মোক এটা তুমি উপকাৰ কৰা যেন, এই অনুৰোধ কৰিছো। মোক এটা Speech লেখি দিবা যেন কাৰণ মোৰ গা সিমান ভাল নহয়। তাৰ ইপৰি মূৰ ঘূৰনি হৈ মাজে মাজে বৰ অসুবিধাত পেলায়। তুমি শুনি বৰ আচৰিত হ'বা যে ৺বেজবৰুৱা ডাঙৰীয়াৰ Speechটো মই আৰু লক্ষীধৰ শৰ্মাই লেখিছিলো। তোমাৰ মৰমতে মই মানুহবোলাই খাইছো। মোক এইবাৰ উপকাৰ কৰি দিয়া যেন। তুমি যদি আন কাৰোবাৰ এই কামত সহায় ল'ব খোজা, তেন্তে শ্ৰীমান মহেশ্বৰ নেওগৰ সহায় ল'ব পাৰা; নতু তুমি যাকে ভাল দেখা (অৰ্থাৎ কথাষাৰ যি confidential কৰি ৰাখে) তেওঁক কৰা। মোৰ এই কথাষাৰ confidential কৰি থবা, অৱশ্যে সেইটো নকলেও হ'ব। তোমাৰ ওপৰতে মই সকলো ভৰষা কৰি এই পদ গ্ৰহণ কৰিবলৈ সাজু হৈছোঁ। সদাই তুমি মোক মৰম শ্ৰদ্ধা কৰি আহিছা, ইয়াতকৈ আৰু কি কম? এইবাৰো যেন তেনেদৰে কৰিবা। তোমাৰ পৰা Speechটো পালেই মই ছপাবলৈ দিম। শ্ৰদ্ধেয় বেনুধৰ ৰাজখোৱাৰ বাহিৰে প্ৰাই সকলোৱেই আনৰ সহায় লৈছিল। আৰু মই জনা দুই-এজনেও এনেদৰে সহায় লৈছিল।মৰম আৰু স্নেহাশীষ ল'বা। ঈশ্বৰে তোমাৰ সততে মঙ্গল কৰোক এয়ে কামনা কৰিছোঁ। আজি চাৰিদিনৰ আগত এদিন ৰাতি মূৰ ঘূৰাই একেবাৰে পেলাই থৈছিল। Pressure নাই বুলিলেই হয়। বোধহয় Gas অৰ কাৰণেই এনে হয়। তাৰ উপৰি 1933-ৰ Motor accident-অৰ effect বিলাক আহিবলৈ ধৰিছে। তোমালোক দুয়ো মোৰ মৰম ল'বা, ঈশ্বৰে যেন তোমালোকৰ মঙ্গল কৰক এয়ে কামনা। আৰু কি লিখিম? সকলো তোমাৰ ওপৰতে নিৰ্ভৰ কৰি সভাপতি পদ অন্তত এদিনলৈ আগ বাঢ়িছোঁ। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Amolapati, P.O. Rehabari
Dibrugarh, (Assam)
6.11.1955

**Strictly Confidential**

২৪

মৰমৰ বিৰিঞ্চি,

তোমাৰ ওপৰতে মই সকলো নিৰ্ভৰ কৰি কালি মই শ্ৰীযুত অতুল হাজৰিকালৈ Express চিঠিৰে সভাপতিৰ পদ গ্ৰহণ কৰিম বুলি জনালোঁ। লগতে এখন Private চিঠিৰ এইকথাটোও উনুকিয়াইছোঁ। যে মোৰ ভগ্ন স্বাস্থ্যৰ কাৰণে সকলো কাম সুচাৰুভাবে কৰিবৰ সম্ভৱ নহয়। সেইকাৰণে যেন তেখেতসকলে সভাৰ কাম চলাবৰ কাৰণে এজন কাৰ্যকাৰী সভাপতি কৰি লয়। Subject Commitee-ত সেই সভাপতিজনে কাম চলায় যেন। দৰাচলতে মই মাথোন এদিন সভাপতিৰ কাম কৰি বাকী কাম বিলাক মোৰ পক্ষে সম্ভৱ নহ'ব বুলি আন এজনক দিবলৈ অনুৰোধ কৰি চিঠিত লিখিছো। আশা কৰিছো তেওঁ মোৰ কথা ৰখাব আৰু লগতে মোৰ বৰ্তমান স্বাস্থ্য বিবৰি তেওঁক জনাইছোঁ। ৺বেজবৰুৱা ডাঙৰীয়াৰ অভিভাষণখন out date হোৱাৰ কাৰণে বৰ্ত্তমান যুগৰ কিছুমান কথাৰ বাহিৰে সকলো ক্ষেত্ৰতে খাপ নেখাব। সেইকাৰণে তুমি যেন বৰ্ত্তমান যুগৰ উপযোগী কৰি এখন লেখি দিবা আৰু বাকী মোৰ যিখিনি টুকটাক আছে, সুবিধা পালেই তাতেই সুমোৱাই দিম। মই মাথোন শিৱসাগৰৰ এজন মানুহলৈ বৰ ভয় কৰি আছোঁ। যিজনে গোটেই জীৱন মোৰ পিছত লাগি আছে। এইবাৰো সুবিধা পালে নেলাগিবযে তাৰ কোনো মানে নাই। তোমালোক বৰ্ত্তমান যুগৰ মানুহ, যুগধৰ্ম্ম ৰখাই চলিব জানা। মই এখন পুৰণা ইংৰাজী কিতাপৰ সাহিত্য সম্বন্ধে লিখা idea দুটামান এখন কাগজৰ বুকুত পাইছিলোঁ। তাৰে দুটামান points ইয়াত লেখি দিছোঁ, যদি উপযুক্ত যেন দেখা লগাই দিব পৰা, মোৰ হ'লে ভাল লাগিছে। যেনে — "মানুহে নিজক যিমান স্বাধীন বুলি ভাবে, সিমান নহয়। এফালে তেওঁ যেনে এজন মানুহ বিশেষ, আনফালে তেওঁ জাতিৰ ভাব, কল্পনা আৰু নানা ভাবধাৰৰ অধীন, তেওঁৰ গাত সেইকাৰণে অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ চিন পোৱা যায়। মানুহৰ পশু প্ৰবৃত্তিৰ বাহিৰে বিচাৰ-বুদ্ধি আৰু অনুভূতিও আছে। তেওঁ আনৰ মাজত নিজক প্ৰকাশ কৰিবলৈ বিচাৰে, আৰু এইকাৰণে তেওঁ লগ বিছাৰে আৰু তাৰ মাজেদি তেওঁ আত্মপ্ৰকাশ কৰিবলৈ চেষ্টা কৰে। মানুহ মাথোন নিজক লৈ বিব্ৰত নহয়। সেইকাৰণে তেওঁ বন্ধু-বান্ধব, তেওঁৰ দেশ, জাতি আৰু আত্মীয়-স্বজন আৰু প্ৰকৃতিক উপেক্ষা কৰি চলিব নোৱাৰে। নিজৰ ভোক-পিয়াহৰ সমাধান কৰি এখন কাল্পনিক জগতৰ মোহে তেওঁক

আৱৰি ধৰে। কাৰণ তেওঁৰ বাস্তৱ জগতৰ সকলো আশা-আকাংক্ষাই তেওঁৰ হেঁপাহ পূৰাব নোৱাৰে। সেইকাৰণে তেওঁ কল্পনা জগতত নিজৰ অপূৰ্ণতাৰ অংশক পৰিপূৰ্ণভাৱে পায়। তেওঁৰ নোপোৱা খিনিৰ অংশই কল্পনা জগতত মূৰ্ত্তিমানহৈ উঠি আৰু সাহিত্যত তেওঁৰ সপোনৰ সফলতাৰ পূৰ্ণ প্ৰকাশ পায়, কাৰণ মানুহ স্বভাৱতে ৰূপ বিলাসী আৰু স্ৰষ্টা, আৰু সেইকাৰণেই নিজৰ কল্পনাক ৰূপ দি প্ৰকাশ কৰিবলৈ কামনা কৰে। সেইকাৰণেই আত্মপ্ৰকাশৰ ইচ্ছা আৰু লগে লগে পাৰিপাৰ্শ্বিক জগতৰ লগত সংযোগ ৰাখি কল্পনা জগতত বিহাৰ কৰাৰ ইচ্ছাই মূৰ্ত্তিমান হৈ মানুহৰ সাহিত্য জগতৰ ইন্ধন যোগায়। লগে লগে সাহিত্যিকৰ আত্মপ্ৰকাশৰ কামনাই পাৰিপাৰ্শ্বিক জগতৰ মাজেদি মূৰ্ত্তিমান হৈ উঠে।" এইদখৰ পঢ়ি চাবা, মোৰ ভাল লাগিছে, যদি ভাল যেন দেখা সুমাই দিবা। স্নেহাশীষ ল'বা। ঈশ্বৰে তোমালোক দুয়োকে যেন মঙ্গলে ৰাখে, — এয়ে কামনা। এক ৰকম আছো। বিশেষ ভাল নহয়, মাজতে জ্বৰ দৰে হৈছিল।

ইতি

তোমাৰ মৰমৰ

যতীন্দ্ৰ নাথ দুৱৰা

Amolapati, P.O. Rehabari
Dibrugarh, (Assam)
6.11.1955

**Strictly Confidential**

২৫

মৰমৰ বিৰিঞ্চি,

মই মোৰ কাগজ-পত্ৰবোৰ শ্ৰীমান মহেশ্বৰ নেওগলৈ কেইবা দিনমানৰ আগতে পঠালো; লগতে তুমি দিয়া notes-বোৰ আৰু তাৰ উত্তৰবিলাক যতদূৰ সম্ভৱ আৰু যিমানখিনিলৈকে মনত আছে লেখি দিছোঁ। মোৰ ভাষণখনৰো খণ্ডে খণ্ডে অংশবিলাক তাৰ লগতেই দিছোঁ। ভাষণখন সু-সংশ্লিষ্ট কৰি লেখি মোলৈ পঠাবা। সেইখনকে মই চাই-চিতি নিজে লেখি পঠাম। সেইবোৰ Tribune Press বা আন ঠাইত য'তে তুমি ভাল দেখা ছপাবলৈ দিবা। মই তাৰ দাম দিম কাৰণ গুৱাহাটীত হ'ব, সেইবোৰ তাতেই তোমাৰ হাততেই থাকক। মই air-অত যাম, সেইবোৰ লগত মোৰ থাকিলে অসুবিধা হ'ব। অৰ্থাৎ নিয়া মেলাৰ। এই সকলোখিনি মই তোমাৰ আৰু শ্ৰীমান মহেশ্বৰৰ ওপৰত নিৰ্ভৰ কৰিছোঁ। সময় চাপি অহাৰ লগে লগে অলপ nervous-অৰ দৰে লাগিছে। মই

আৰম্ভণিতে উপনিষদৰ এটা শ্লোকেৰে আৰু লগে লগে তাৰ অসমীয়া ভাঙনিৰে (কবিতাত) আৰম্ভ কৰি আৰু শেহত 'মধুবাতা ঋতায়তে'ৰ এটা মুক্ত অসমীয়া ভাঙনিৰে (free translation) সমাপন কৰিম। ইয়াকে ভাবিছোঁ। তোমালোকৰ পৰা 'খচৰা'খন পালে মই মোৰ কাম আৰম্ভ কৰিব পাৰিম। তোমাৰ এতিয়া আশা কৰো Commission-অৰ কামৰ পৰা অলপ আজৰি পাইছা। এইবাৰ মোৰ কামটো যাতে সুকলমে সমাধা কৰিব পাৰো তাৰ চেষ্টা কৰিবা যেন। মোৰ মনত ভয় লগাৰ দৰে লাগি আছে। অৱশ্যে তুমি গুৰিত থকাৰ কাৰণে ভয় কমিলেও nervousness-টো বিশেষ কমা নাই। উত্তৰ যেন সোনকালে পাওঁ, কাৰণ তেতিয়াহ'লে ৰাতি ভাল টোপনি আহিব। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা আৰু 'মামনি'কো মোৰ স্নেহাশীষ। মই তাত মোৰ ভতিজা ছোৱালীজনীৰ তাতে থাকিম, চেনিকুঠিৰ টুনি বৰুৱাই তাইক বিয়া কৰাইছে। তেতিয়াহ'লে ঘৰত থকাৰ দৰেই লাগিব আৰু nervousness বহুত আঁতৰিব বুলি ভাবিছোঁ। শেহত কওঁ যে সম্ভৱতঃ এইটোৱেই মোৰ last public appearance হ'ব বুলি ভাবিছোঁ। চিঠিখন পোৱাৰ উত্তৰটো সোনকালে যেন দিবা।

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

# ডঃ সূর্যকুমাৰ ভূঞাঁলৈ লেখা

Amolapati, P.O. Rehabari
Dibrugarh, (Assam)
6.11.1955

২৬

মৰমৰ সূৰ্য্য,

মই তোমাৰ তালৈ যোৱাৰ কথা আছিল, কিন্তু মোৰ ভাত খোৱা অলপ বেলি হ'ল। ইফালে আকৌ Radio Office-অত ২ বজাত এখন meeting আছে, সেইকাৰণে মই তোমাৰ তালৈ যাব নোৱাৰিলোঁ। সেইদেখি মোৰ ভতিজা ল'ৰাটোক (শ্ৰীমান প্ৰশান্তলাল দুৱৰাক) তোমাৰ কাষলৈ পঠালো। তুমি অনুগ্ৰহ কৰি তাৰ হাতত মই বিচৰা 'বাঁহী'খন পঠাই দিলে ভাল হয় আৰু আবেলিকৈ মই তাৰ হাততে তোমালৈ পঠাই দিম। আমনি দিয়াত বেয়া যেন নোপোৱা। সাদৰ সম্ভাষণ ল'বা। ইতি, তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

# ডঃ মহেশ্বৰ নেওগলৈ লেখা

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 12.11.1942

২৭

মৰমৰ মহেশ্বৰ,

আজি বাপ যাব — মোৰ ঘৰ আকৌ উকণ্ডা হ'ল। সি আহি মোক বৰ সহায় কৰিলে। মোৰ গা এতিয়া ২/৩ মান ভাল হৈছে — আশা কৰোঁ লাহে লাহে ভাল হ'ব। বিবিৰ সম্বন্ধে বাপৰ আগত সকলো কৈছোঁ আৰু যি যি কৰিব লাগে তোমালোক দুয়ো কৰিবা। তোমাৰ কিতাপ যিখিনি পোৱা গ'ল পঠোৱা হ'ল। মোৰো নিজৰ এটা লাইব্ৰেৰীৰ দৰে আছিল — থকাহেঁতেন তোমাৰ ২/৩ ভাগ কিতাপ দিব পাৰিলোহেঁতেন। ক'বলৈ বেজাৰ লাগে a fool buys books and a wise man enjoys & never returns

them.Dryden অৰ Dramas আৰু Works, আনকি Sheridan অৰ School of Scandals ইত্যাদিও আছিল। অৱশ্যে মই নিজেই পঢ়িবলৈহে কিনিছিলোঁ- মানুহক দেখুৱাই বাহাদুৰি কৰিবলৈ নহয়। তাৰ লগে লগে Histories of Literature - English, Rassian, Persian অৰু Criticism ইত্যাদিও আছিল। Poetical Works সকলোখিনি আছিল। ১৯৩০ চনলৈ ওলোৱা Literature সম্বন্ধীয় বেছি ভাগ নামজ্বলা লিখকৰ কিতাপ আছিল — Accident অত (১৯৩২) বহুখিনি হেৰাল — বাকীখিনি ভদ্ৰলোকসকলে সদ্ব্যৱহাৰ কৰিলে — কি কৰিবা। তোমাৰ List খন দেখি মোৰ বেজাৰ লাগিছিল, কাৰণ বুজিবই পাৰিছা। জীৱনত মাথোন কিতাপ কিনিছিলো আৰু তাকেই লগৰীয়া কৰি লৈছিলো। কিন্তু ঈশ্বৰৰ সেইটো অভিপ্ৰায় নাছিল — অৱশ্যে এতিয়া যি আছে, সি আগৰ ছাঁ মাথোন। যদি ভৱিষ্যতে কেতিয়াবা লাইব্ৰেৰী কৰা তেন্তে হয় চুৰা-পাতনিৰ ফালে বা মানুহ নোযোৱা আনফালে কৰিবা। বেজাৰ লাগে মোৰ কিতাপবিলাকৰ কথা মনত পৰিলে। Bacon's Essays তুমি বিচাৰিছিলা — মোৰ আছে Advancement of Learning হে। সেই দেখি নপঠালো — Keats অৰ Works দুখন আছিল। তোমাৰ List পোৱাৰ তিনিদিনমানৰ আগতে এখন এজনক দি দিলোঁ। জীৱনত একো কৰিব নোৱাৰিলো, মাথোন কিতাপ পঢ়িলোঁ — কোনো দিন লাভৰ আশাও কৰা নাছিলোঁ, এতিয়াও কৰা নাই। যাওক কিবা-কিবা বহুত লেখিলোঁ, বেয়া নেপাবা।

ইয়াত অশান্তি বহুত শাম কাটিলে। স্কুল-কলেজ নিয়মমতেই চলিছে। Ricket খন ভৱিষ্যত দৰকাৰ হ'লে মোৰ পৰাই পাবা, কিন্তু সম্প্ৰতি engaged — আৰু কেবাখনো engaged. Univ অত Winter Tales Warwick Shakespeare অৰ খনহে পঢ়ায়— ইয়াৰ ল'ৰাই তাকেহে কিনে। Verity নেপালোঁ। কিবাকিবি বহুতলিখিবৰ মন যায় — আজিলৈ ইমানতে। মোৰ মৰম আৰু আশীৰ্বাদ লবা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Suit No. 20
123-1-1, Upper Circular Road
Calcutta 17.10.1944

২৮

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পৰ্শু পালোঁ আৰু অলপ আচৰিত হলোঁ। মই গোটেই কথাখিনি মুকলি কৰি লেখোঁ। তুমি M.A. দিয়াৰ সম্বন্ধে মোলৈ যিখন প্ৰথম চিঠি দিছিলা মই সাত দিন মানৰ পিছতে তাৰ উত্তৰ দিছিলোঁ। প্ৰায় ১ মাহ মানৰ পাছত কোনোবা এজনৰ মুখে তুমি মোৰ পৰা চিঠি নোপোৱা বুলি শুনাত মই তেতিয়া তুমি ক'ত আছা নেজানি তোমালৈ সকলো কথা বিতং কৰি এখন চিঠি লেখোঁ — প্ৰেমৰ চিঠিখন সাধাৰণ ভাবৰ চিঠি। তাত মই তেওঁক কৈছিলোঁ যে "মহেশ্বৰৰ ঠিকনা নজনাত মই এখিন চিঠি তোমালৈ পঠালোঁ — তুমি যেন তেওঁক নিশ্চয় দিবা।" — তেৰোঁ তাৰ উত্তৰত তিন দিন মানৰ মূৰত তোমাৰ তালৈ গৈ তোমাক দিম বুলি কৈছিল। এতিয়া চিঠি নোপোৱা দেখিহে মই আচৰিত হলোঁ। তাৰ পাছত তোমাৰ M.A. দিয়াৰ সম্বন্ধে মোৰ মতে — you must appear in M.A. in English মই তোমাক অসমীয়াত M.A. দিবলৈ কোনো ৰকমেই উপদেশ দিব নোৱাৰো। English অত ভাল ঠাই ৰাখি Honours পোৱা ল'ৰা — এতিয়া বলিয়ালিখন কৰিছা কিয়। এই বছৰ নোৱাৰা অহা বছৰ দিবা — মই এজন English অত M.A. লোৱা অসমীয়া ল'ৰাৰ লগত চিনাকি কৰি দিম — তেওঁৰ লগত চিঠি পত্ৰ চলাই সকলো খা-খবৰ জানিব পাৰিবা। তেওঁৰ লগত কথা পাতি মই পিছত তোমালৈ তেওঁৰ ঠিকনা পঠাম।

বিজয়া দশমীৰ দিনা দুপৰৰপৰা মোৰ বৰ অসুখ কৰি সেই বেমাৰতে ৪/৫ দিন মান লালকাল হৈ প্ৰায় একো ক'ব নোৱাৰাৰ দৰে হৈ আছিলোঁ — লাহে লাহে ভাল পাইছোঁ — কিন্তু বৰ দুৰ্ব্বল এতিয়াও ভালকৈ গা টঙাব পৰা নাই — তাৰ উপৰি তোমাৰ চিঠি পোৱা দিনাখনো আকৌ এবাৰ চুচুক-চামাককৈ দেখা দি গ'ল। সঁচাকৈয়ে এইবাৰ মোক বৰ জোকাৰণি দিলে। কি কৰিবা। বিজয়া দশমীৰ পুৱালৈকে মোৰ গা সম্পূৰ্ণৰূপেই ভাল আছিল — হঠাতে ২/৩ মান বজাৰৰপৰাহে এনেকুৱা হ'ল। আৰুনো কি লেখিম — সাহিত্য-সভাৰ কথা শুনিলো — এনে হ'ব বুলি আগেয়ে অলপমান মোৰ মনত খেলাইছিল কিন্তু সেইটো মোৰ মিছা ভয় বুলিয়েই ভাবিছিলোঁ। যাওক বাৰো সেইবোৰ কথা। আমাৰ নিচিনা আদাৰ বেপাৰীক জাহাজৰ খবৰ কিয় — সৰু টুলুঙা নাও এখনকে বিচাৰি নেপাওঁ।

তুমি এতিয়াও আমাৰ ঘৰলৈ গৈ থাকা নিশ্চয় — শ্ৰীযুতা সৰুবৌক মোৰ শ্ৰদ্ধা জনাবা আৰু বেমাৰ হৈছিল বুলি ক'বা। আমাৰ বিবি আইদেউ আৰু চাৰু আইদেউহঁতৰনো খবৰ কি? তেওঁলোকৰ হাত দুখন "গোধা" হ'লনেকি? সাধনে মোৰ কাৰণে এইবাৰ বৰ খাটিব লগীয়াত পৰিল। তুমি বেয়া পোৱা বুলিহে বৰ লৰালৰিকৈ এই চিঠিখন লেখিছোঁ — নহ'লে এতিয়াও ভালকৈ বহি চিঠি লেখিবৰ অৱস্থা পোৱাহি নাই।

শেহত কওঁ যে তুমি English অত M.A. দিবই লাগিব। অসমীয়াৰ কথাকে নেভাবিবা মই তোমাৰ ভালৰ কাৰণেহে কৈছোঁ। ঈশ্বৰে যেন তোমালোকৰ মঙ্গল কৰে।

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

"Who knows what will happen? Have patience. Shuffle your cards well. Some day I may go to Rome and come back as St.Peter." — এই কথা কেইষাৰ যেন মনত ৰখাবা। J.D.

Suite No- 20
123/111 Upper Circular Road,
Calcutta, 10.11.44

২৯

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন পাবৰ আজি কেবাদিনো হ'ল। কিন্তু এতিয়ালৈকে গা টঙাব পৰা নাই—মাজতে আকৌ পৰিলোঁ। বৰ্তমান স্কুলৰপৰা ছুটীতহে আছো। কাইলৈমানে এবাৰ যাম বুলি ভাবিছোঁ। বৰ দুৰ্ব্বল কৰি পেলাইছে। এতিয়াও চিকিৎসা চলি আছে। আজি এবিধ অন্ত হ'ল আৰু ৩/৪ দিনমানৰ পাছত আকৌ বোধহয় আন দৰব দিব। যাওক এইবোৰ কথা এৰি দিয়া। তুমি ঘৰলৈ যোৱা কথা লেখিছা। মইনো তাৰ উত্তৰ কি দিম — শ্ৰীযুতা সৰুবৌ, বিবি আইদেউ চাৰু আইদেউহঁতেই তাৰ উত্তৰ দিব। অৱশ্যে অসুখৰ সময়ত মানুহৰ নিজৰ আপোন জনৰ ওচৰত থকিবৰ মন যায় — আৰু মৰো মানুহ। কিন্তু এবাৰ কথা আছে......'আইৰ ঘৰলৈ যাম, দুই হাতে খাম। বিধতাই বোলে মই পাচে পাচে যাম।'

মই তোমাক কিয় অসমীয়াত M.A. দিবলৈ মানা কৰিছো, শুনা। Universityত অসমীয়াৰ M.A. class আজি ৪/৫ বছৰ মানৰপৰাহে খুলিছে এতিয়াও

"standardised" হোৱা নাই — কোনো নতুন subject অত M.A. class হ'লে পোনতে কেবাবছৰ মানো তেনে হয়েই। সেই কাৰণে লৰাবোৰ বৰ বিমোৰত পৰে। তাৰ উপৰি আমাৰ external examiner কেবাজনো আছে। আমি পঢ়াওঁ বা প্ৰশ্ন কাটোঁ এক ৰকমে আৰু তেওঁলোকে চায় একৰকমে। তেওঁলোকেও প্ৰশ্ন তেনে ৰকমেই কৰে আৰু আমিও আমাৰ standard মতে চাওঁ। আমাৰ হাতত মাথোন তিনিখন মান কাগজহে থাকে। তথাপি আমি যিমান দূৰ পাৰোঁ standard এটা ঠিক কৰি ল'বলৈ চেষ্টা কৰোঁ আৰু কাকতিৰ লগতো চিঠি-পত্ৰ চলাওঁ — কিন্তু আনে বোধহয় তেনে নকৰে। প্ৰশ্ন ধাৰাও এতিয়ালৈকে কোনো এটা নিৰ্দ্ধাৰিত বাটত আহি পৰাহি নাই। হয়তো আৰু ৩/৪ বছৰমানৰ পাছত ঠিক হ'ব পাৰে। সেই দেখিহে কৈছো এই বাটত বৰ পিছল। তোমাৰ নিচিনা লৰা এজনে ইয়াত Second Class এটা পালেও আমি ভাল নেপাওঁ। English অত এটা standard হৈ গৈছে — তুমি সেইমতে পঢ়িব পাৰিবা। ইয়াৰ দৰে অথাই সাগৰত নপৰা। মোৰ বিশ্বাস তুমি (private কৈয়ে হওক) ভালকৈ পঢ়িলেও অন্ততঃ এটা High Second Class পাবা — যিটোৰ আসন ইয়াতকৈ ওখ হ'ব বুলি মোৰ বিশ্বাস। এইবোৰ কাৰণতে মই তোমাক অসমীয়াত M.A. দিবলৈ মানা কৰিছোঁ। আৰু এটা কথা। যিসকলে private কৈ অসমীয়াত M.A. দিছে তেওঁলোকেও ভাত খোৱাৰ পাছত তামোল এখনেৰে মুখৰি মৰাৰ দৰে যেনহে লাগে। তাৰপৰা যেন এনে এটা ধাৰণা নকৰিবা যে তাৰ ভিতৰতো আমি serious students পোৱা নাই বুলি। পাইছো, কিন্তু বহুত ক্ষেত্ৰত বিমোৰত পৰা দৰে হয়। সেই দেখিয়েই তোমাক English অত M.A. দিবলৈ কৈছোঁ। বিজন লৰাৰ লগত তোমাৰ চিনাকি কৰি দিম বুলি ভাবিছোঁ তেওঁৰ নাম ধৰ্ম্মেশ্বৰ বৰুৱা — ঘৰ গুৱাহাটীত। তেওঁৰ লগত তুমি সুকলমে চিঠি-পত্ৰ চলাব পাৰা বুলি মই ভাবোঁ। কাৰণ মই তেওঁক কৈ দিম আৰু মোৰ কথা খুব শুনে। পিছে কথা হৈছে মইযে ক'লৈকো ওলাব পৰা নাই।

তাৰ পাছত তোমাৰ "ভক্তি-প্ৰদীপ" সম্বন্ধে। তুমি এই বিষয়ত শ্ৰীমান তীৰ্থলৈ লেখিলেহে বেছি উপকাৰ পাবা। মই সেই বিষয়ে বিশেষ একো নেজানো। তেওঁ এই বিষয়ে univ অত অলপ Research কৰিছে — আৰু অলপতে তেওঁৰ সম্পাদিত "নামঘোষা" university ৰপৰা published হ'ব। Dr Suniti Chatterjee এ শঙ্কৰী সাহিত্য সম্বন্ধে যে বিশেষ কিবা জানে মই ক'ব নোৱাৰো। অকল তেওঁ কিয়, ইয়াৰ কোনো বঙালী অধ্যাপকেও সেই বিষয়ে নেজানে। তেওঁলোকলৈ পঠালে তেওঁলোকে Dr. Bani Kakati লৈহে refer কৰিব। শ্ৰীতীৰ্থৰ ঠিকনা এতিয়ালৈকে ঠিক হোৱা নাই। ঠান-ঠিত লাগিলেই মই তোমাক জনাম। তেওঁ তোমাৰ বৰ কামত আহিব। তাৰ পাছতনো আৰু কি লেখিম? একৰকম আছোঁ — গা সম্পূৰ্ণৰূপে ভাল পোৱা নাই —

কিমান দিন লাগে ক'ব নোৱাৰোঁ। শ্ৰীযুতা সকবৌক মোৰ শ্ৰদ্ধা জনাবা। আইদেউ কুঁৱৰীহঁতক (অৰ্থাৎ বিবিক আৰু চাৰুক) স্নেহাশীষ। দিবা। মোৰ স্নেহাশিষ লবা। অ' আইদেউ কুঁৱৰীহঁতৰ হাতৰ গোধ শুচিল, মানে চিঠি পালোঁ। উত্তৰ লাহে ধীৰেহে যাব। আশা কৰোঁ ভালে আছা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 12.9.1942

৩০

মৰমৰ মহেশ্বৰ,

নানা অসুবিধা আৰু নিজৰ গা ভাল নথকাৰ কাৰণে ইমানদিন তোমাৰ M.A. এৰ Syllabus খন পঠাব পৰা নাছিলোঁ। সিদিনাখন University ৰ পৰা আনি আজিৰ ডাকত পঠালো। মোৰ এইবাৰ তাৰ পৰা অহাৰ পিছতেই গা বেয়া হৈছিল। এতিয়া মাজে মাজে ভাল হয় আৰু মাজে মাজে বেয়া হয় এনেদৰে ই থাকে। বাপ যোৱাৰ পাছৰ পৰা মোৰ গা বৰ বেছি ৰকমে বেয়া হৈছিল। মাজতে ৬/৭ দিন মান একৰকম ভালে আছিলোঁ। আজি আকৌ অলপমান বেয়া লাগিছে। যাওক সেইবোৰ কথা। প্ৰেমৰ সিদিনাখন এখন দীঘলীয়া চিঠি পাইছিলোঁ। তাত তেওঁ কিবা কিবি বহুত লেখিছে। অৱশ্যে কি লেখিছে তুমি জানা বুলিয়েই বিশ্বাস। তুমি বিবিক পঢ়ুৱাইছা বুলি শুনি ভাল লাগিছে। মোৰ আটাইতকৈ ভাল লাগিছে এই কাৰণে যে তোমালোকে আমাৰ ঘৰখনৰ সকলোৰে বৰ মৰমৰ হৈ পৰিছা। আশা কৰোঁ এই মৰম যেন আগলৈকে অটুত থাকে বাহিৰৰ বলিয়া বতাহে যেন ইয়াৰ ভেটি লৰাব নোৱাৰে। কিছুমান মনৰ ভাব আছে যাক মুখেৰে প্ৰকাশ কৰিব নোৱাৰি; মাথোন অনুভৱ কৰিব পাৰি। সেই কাৰণে এই বিষয়ে একো বহলাই নেলেখি আৰু কথাৰে তোমাৰ মৰমৰ অৱমাননা নকৰি মাথোন ইয়াকে কওঁ — ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক। বাপ যোৱাৰ পৰা মোৰ So Called ঘৰখন একেবাৰে উৰণ্ডা উৰণ্ডা লাগি গ'ল। গা বেয়া হ'লে তালৈ বৰ মনত পৰে, — কি কৰিবা উপায় নাই। আশা কৰোঁ তাত হাইজা বেমাৰ

পাতলিছে। ইয়াত বৰ গণ্ডগোল হৈ আছে। তুমি জানাই মই নিবিৰোধী মানুহ — সেই দেখি ইয়াত থাকিবৰ মন একেবাৰে নোহোৱা হৈছে। ঘৰত সুবিধা থকাহেতেন কেতিয়াবাই কাম এৰি গুচি গলোঁহেতেন। কিন্তু তুমি ঘৰৰ কথা জানাই —। আশাকৰোঁ ভালে আছা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Suite No- 20

123/1/1 Upper Circular Road,

Calcutta, 28.1.1943

৩১

মৰমৰ মহেশ্বৰ,

আজি বহুত দিন তোমালৈ চিঠি লেখিব পৰা নাই। কাৰণ মনৰ অৱস্থা আৰু ইয়াৰ বৰ্তমান পৰিস্থিতি। বেয়া যেন নোপোৱা। শ্ৰীমান সোণ আহি ইয়াত দুদিনমান থাকি আমাৰ সকলোকে আনন্দ দিলে। আজি সি যাবগৈ। সেই কাৰণে বৰ বেয়া লাগিছে। মোৰ ঘৰখন আকৌ নিজঞ্জাল হ'ব। মানুহবোৰ যে কিয় আহে দুদিনমান থাকি মৰম লগাই আঁতৰি যায় ক'ব নোৱাৰোঁ। যাওক বাৰু সেইবোৰ কথা। আমাৰ ইয়াৰ সম্পৰ্কে তাৰ মুখতে শুনিবা। লাহে লাহে মোৰ শৰীৰ আৰু মনৰ অৱস্থা সম্পৰ্কে গম পাবা।

বিবিৰ সকলো ঠিক কৰি দিয়া হ'ল। বাকীবোৰ ঈশ্বৰৰ হাতত আৰু লগে লগে তোমাৰ হাতত। মই এইবাৰ তাত কিছুমান কথাত মনত বৰ আঘাত পাই কিতাপ পত্ৰ গোটাই বিবিক কোনোমতে Matric দিয়াৰ মন কৰিছিলোঁ। তাতে ঈশ্বৰে তোমাক সহায় দিলে। বঙলা ভাষাত ক'বলৈ গ'লে —"কতগুলো ঘটনাৰ জন্য আমার জিদ্ চেপে গেছিল" আৰু তাতে তোমাক পাই মনত বল পালোঁ। এতিয়া বিবিয়ে যাতে পঢ়াশুনা কৰি মোৰ এই জিদটো বজাই ৰাখে তাৰ চেষ্টা কৰিবা। সোণৰ হাতত এখন Test Paper পঠালোঁ আৰু লগে লগে আমাৰ School অৰ question paper বোৰো পঠালোঁ। এইবোৰকে বাচি বাচি বিবিৰ হতুৱাই লেখাবা। ইয়াতকৈ আৰু কি ক'ম? বাকী ফলাফল ফলদাতা বিভুৰ হাতত। তুমি এখন Certificate দিব লাগিব। তাত থাকিব

লাগিব, — তুমি এবছৰ Privately পঢ়ুৱাইছা। বাপৰ হতুৱাই Domestic Hygeine সম্বন্ধে এখন Doctor অৰ Certificate পঠাই দিবা। মোৰ হাতত এইবোৰ থাকিব। দৰকাৰ হ'লে য'ত যেনেকৈ দিব লাগে দিম।

মানুহ বৰ স্বাৰ্থপৰ। ইমানবোৰ স্বাৰ্থ সম্পৰ্কে লেখিলো, — এতিয়া তোমাৰ খবৰ কি, গা কেনে, পঢ়াশুনা কেনে চলিছে জানিবৰ মন গৈছে। শ্ৰীমান প্ৰেম ই দোখোন তোমাৰ সম্পৰ্কে কিবা এটা লেখিছিল। সেই বিষয়ে বেচি নকওঁ। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Suite No- 20

123/1/1 Upper Circular Road,

Calcutta, 3.8.43

৩২

মৰমৰ মহেশ্বৰ,

এই চিঠিৰেই মোৰ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জনালোঁ। আজি Mat. result ওলালেও আৰু ল'ৰাই চাওঁতে চাওঁতে ফালিও পেলালে। বিবি 3rd Div. অত পাছ কৰিলে। ইমান দূৰ যে হ'ব মই তাকো আশা কৰা নাছিলো। যাওক ঈশ্বৰে যে তাইক পাৰ কৰালে। তোমাৰ নিশ্চয় বং লাগিছে। মোৰো সঁচাকৈয়ে বৰ ভাল লাগিছে। এবিবেলি মুঠ 59% p.c হে পাচ কৰাইছে। প্ৰথমতে 30% হৈছিল। Revision কৰাই কৰাই ইমান দূৰলৈ আনিলেগৈ। বেচি ভাগ (more than 2/3) Eng. আৰু Math. অত fail হৈছিল।

তোমাক আৰু বিশেষ কি কম। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক, ইয়াকে খাটিলো। গা-মন ভাল নাই। আশাকৰোঁ তোমাৰ ভাল। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 13.4.44

৩৩

মৰমৰ মহেশ্বৰ,

বিহুৰ কাৰণে তোমালোক দুয়ো মোৰ স্নেহাশীষ ল'বা। ঈশ্বৰে যেন তোমালোকৰ মঙ্গল কৰে। তোমাৰ চিঠি পালোঁ। Elm Press অলৈ গৈছিলো। দেৱপ্ৰসাদে তোমালৈ বোধহয় চিঠি লেখিব পাই। Manuscript খন যত্ন কৰিয়েই থ'বা। ভয় নকৰিবা। নেহেৰায় কাৰণ বৰ Respectable Press আৰু নো কি লেখিম? আমাৰ ঘৰলৈ মাজে সময়ে গৈ থাকিবা। বিবিহঁতক মোলৈ চিঠি লেখি থাকিবলৈ ক'বা। মাজতে মোৰ অসুখ কৰিছিল। এতিয়া ভালে আছোঁ। তুমিও মাজে সময়ে চিঠি পত্ৰ লেখি থাকিবা। তোমালোকৰ পৰা চিঠি পাই থাকিলে বৰ ভাল পাওঁ। মৰম ল'বা।

ইতি
তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

প্ৰেমৰ পৰা বিহুৰ সম্ভাষণ কালি পাইছোঁ।

P.O - Sibsagar
(Assam)
Date - 6.5.1948

Strictly Confidential

৩৪

মৰমৰ মহেশ্বৰ,

তোমাৰ চিঠিখন মই ইয়াতেই পালোহি। ডিব্ৰুগড়লৈ যোৱাৰ কাৰণ হয়তো তুমি জানিবই পাৰিছা। আৰু সাতদিনমানৰ মূৰতে এবাৰ দেখুৱাবগৈ লাগিব। বৰ্ত্তমানে 85% মান ভাল পাইছো। আশাকৰোঁ বাকীও লাহে লাহে ভালহৈ আহিব। তাৰ পাছত মোৰ মৰম ল'বা আৰু আশীৰ্বাদ ল'বা আৰু সঁচাকৈয়ে ভাল পাইছো। তুমি প্ৰথম বিভাগত কৃতকাৰ্য হোৱা দেখি। মোৰ শেহলৈকে ধাৰণা আছিল যে তুমি ইংৰাজীত M.A. দিছা বুলি। পিছত যেতিয়া এখন কাগজ বৰ প্ৰশংসা কৰা দেখি বিবিহঁতে চাব খোজাত — দেখুৱাত ক'লে যে "চাবৰ কাগজ" তাতো বিশ্বাস কৰা নাছিলো —

তাৰ পাছত দুলালক দুটামান প্ৰশ্নৰ উত্তৰ পঢ়াই শুনোৱাত আৰু মোৰ খুব ভাল লাগিছে বুলি কোৱাত তেতিয়াহে তোমাৰ কথা কৈছে। আকৌ কওঁ যে ঈশ্বৰে তোমাক ভালে কুশলে ৰাখক আৰু অসমীয়া ভাষাৰ হকে কাম-কাজ কৰিবলৈ সামৰ্থ্য দিয়ক এয়ে প্ৰাৰ্থনা।

মই তোমাক ডিব্ৰুগড়লৈ মাতিছিলো মোৰ নিজৰ সম্পৰ্কে দুটামান কথা সুধিবলৈ। এই চিঠিখনৰ কথাবিলাক যেন গুপুতে থোৱা আৰু চিঠিখন যেন ফালি পেলাবা। মোৰ গুৱাহাটীত বেমাৰ পৰিছিলো। বোধহয় জানা। তেতিয়া মোক দুজনমানে চাবলৈ আহি আশ্বাস দিছিল যে আপোনাক আমি গুৱাহাটীতে ৰখাম আৰু কলিকতালৈ যাবলৈ নিদিওঁ। কথা কোৱা মানুহ কেইজন সঁচাকৈয়ে responsibile person. শ্ৰীযুত ককাইদেৱ (B. P. Duara) মোৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰি আছে আৰু বহুত মোৰ জনাশুনা মানুহেও চেষ্টা কৰিছে বুলি জানো। অৱশ্যে সঁচা মিছা ঠিক কৰি ল'ব নোৱাৰো। মোৰ ছুটী June মাহলৈকে আছে। ইয়াৰ ভিতৰত কিবা এটা ঠিক কৰিব লাগিব। নহ'লে আকৌ কলিকতালৈ যাব লাগিব। অৱশ্যে চিৰকাললৈকে বেজবৰুৱা ডাঙৰীয়াৰ নিচিনা মানুহে য'ত ঠাই নেপালে, তাত মোৰ নিচিনা এজন নগণ্য Non-party মানুহে ঠাই পোৱা টান। তাৰ কাৰণে বেজাৰ নকৰোঁ আৰু কৰিও লাভ নাই। আমাৰ কামটো Non Pensionable আৰু Mission Service, তাতে Non-Christian মানুহৰ দৰ্মহা কম। কাযে কাযে মোৰ এনে সংস্থান নাই যে ঘৰতে বহি খাব পাৰিম। সেইদেখি কাম কৰিবই লাগিব। এইবাৰ বেমাৰে মোৰ একেবাৰে জোৰা লৰাই পেলালে। এতিয়াও গাত বল ভালকৈ পোৱা নাই। তাৰ পাছত ডিব্ৰুগড়ত থাকোতে — তাৰ কলেজৰ ল'ৰাবিলাকে মোক তাৰ কলেজত ৰখাবলৈ এটা resolution pass কৰি Governing Body লৈ পঠাইছিল। তেওঁলোকে মোক সোধাত মাথোন ভাবি চাম বুলি কৈছিলো। তাতে মিছাকৈয়ে কাগজত উলিয়াই দিলে যে মোক কামটো দিলে। Governing Body এ তাৰ উত্তৰত মাথোন ক'লে, "No action can be taken on the matter at present"। তেওঁলোকৰ এই সিদ্ধান্তত মই বৰ ভাল পালো। কাৰণ ল'ৰাৰ প্ৰশংসাৰ ওপৰত মই কাম কৰিবলৈ ইচ্ছুক নহওঁ। কাৰণ তেওঁলোকে আজি মোক লাগে বুলি কৈছে, কাইলৈ ক'ব তেওঁ পঢ়ুৱাব নোৱাৰে আমাক নেলাগে। এতিয়া এয়ে মোৰ বৰ্তমান অৱস্থা। তুমিও মোক অসমত ৰখাবৰ কাৰণে চেষ্টা কৰা বুলি কলিকতাতে শুনিছিলো। সেই কাৰণে তোমালৈ মুকলি কৰি গোটেইবোৰ কথা লেখিলো। Dibrugarh অতকৈ মই গুৱাহাটীত থাকিবলৈ পালে ভাল পাম। কাৰণ গুৱাহাটী Cultural Point of View ৰ পৰা বহুত বাঞ্ছনীয়, তাত কিতাপ পঢ়িবলৈ Library আছে আৰু মোৰ নিছিনা মানুহৰ পক্ষে সুবিধাই। মই Dr. Kakati লৈ Privately এখন চিঠি লেখিছোঁ, কি উত্তৰ আহে ক'ব নোৱাৰোঁ। যদি Dibrugarh অত সুবিধা হয় আৰু তাত নেপালে

হয়তো Dibrugarh অতে থাকিব পাৰোঁ, নহ'লেতো জানাই। Dibrugarh ঠাইখন Business Point of View অৰ পৰা ভাল, — কিন্তু বৰ expensive আৰু দৰ্মহাই আঁটাব নোৱাৰিলে তাত থাকিব নোৱাৰিম। ধৰিলোৱা যদি তাতে থাকিব পাৰোঁ, তেন্তে তোমাক দুটামান কথাৰ কাৰণে এতিয়াই খাটি থওঁ। তুমি জানা মোৰ গাত আগৰদৰে তেজ আৰু উৎসাহ নাই। কিমান যে খাটিব পাৰিম ক'ব নোৱাৰোঁ। তাৰ উপৰিও 1938 অৰ পৰা M.A. Class অত পঢ়াই আহিছোঁ। তাৰ Note ইত্যাদি সকলো লেখা আছে, মাথোন মাজে মাজে সাল-সলনি কৰি থাকিব লাগে। তীৰ্থ শৰ্মা ছুটীলৈ যোৱাৰ দুবছৰতহে University-ৰ বিশেষ অনুৰোধত 2nd আৰু 4th year class লৈছিলো। এইবোৰ কাৰণে তোমাক কওঁ যে যদি ইয়াত পঢ়ুৱাব লগা হয়, মোক যেন অলপ সহায় কৰিবা। Undergraduate class অত পঢ়ুৱা মোৰ বিশেষ অভিজ্ঞতা নাই। যদিও কৰি যাব পাৰিম। কিন্তু শৰীৰে টানে নে নেটানে ক'ব নোৱাৰোঁ। কাৰণ এই বয়সত নতুনকৈ Note ইত্যাদি লেখি পঢ়ুৱাৰ শকতি বোধহয় নহ'ব। অথচ কাম নকৰিলে উপায় নাই — সেই দেখিয়েই এবাৰ এবাৰ ভাবোঁ যে কলিকতালৈকে গুচি যাম আৰু মোৰ Library আৰু বস্তুবোৰ সকলো তাতে আছে।

তুমি মোৰ অতি আপোন আৰু তোমাক নিজৰ সৰু ভাইৰ দৰে ভাবোঁ বুলিয়েই ইমানবোৰ কথা লেখিলো, বেয়া যেন নোপোৱা। যদি পাৰা অলপ চেষ্টা কৰিবা। ককাইদেৱ, ভুবনেশ্বৰ বৰুৱা আৰু নকুল ভূএগ়ায়ো যথেষ্ট চেষ্টা কৰিছে বুলি শুনিছো। ঈশ্বৰে যেন তেওঁলোকৰ সমবেত চেষ্টা ফলবতী কৰক। এইবোৰ কথা ক'বৰ কাৰণে তোমাক Dibrugarh অত লগ পাবলৈ বিচাৰিছিলো। মোৰ লাজকুৰীয়া স্বভাবৰ কাৰণেই মই মানুহৰ আগত নিজৰ সম্পৰ্কে একো ক'ব নোৱাৰোঁ। আনকি University-ৰ কামলৈকো বিৰিঞ্চি বৰুৱাৰ যোগেদি Dr. Mukherjee-এ মতাই আনিছিল। তোমাৰ শৰীৰ অসুখ বুলি শুনিছোঁ। চাৰৰ দেউতাকৰো তেনে হোৱাত Dibrugarh অত ভাল কৰাই আনিছিল। অলপমান যত্ন ল'লেই আৰু নিয়মমতে থাকিলেই সেইবোৰ ভাল হৈ যায়। তাৰ কাৰণে নেভাবিবা। Dibrugarh অত লগ পোৱা হ'লে তোমাক বহুত এই বিষয়ে ক'ব পাৰিলোহেঁতেন। যাহক ঈশ্বৰে যেন তোমাক সোনকালে নিৰাময় কৰক এয়ে প্ৰাৰ্থনা। চিঠিৰ উত্তৰ সোনকালে দিবা আৰু ইয়ালৈকে, কাৰণ ইয়াত ৬/৭ দিনমান থাকিম। কি কৰিম বা নকৰিম তোমাৰ মত জনাবা। নিজেই একোকে ভাবিব পৰা নাই। জীৱনৰ বাকী কেইটা দিন কাৰো গলগ্ৰহ নোহোৱা কৰি কটাব পাৰিলেই হ'ল। কি কৰিলো, কি নকৰিলো ভাবিবৰ মন নাই। সপোনত হেৰা পোৱা ধন, দিঠকত কোনে ক'ত পালে, কাৰোবাৰ মায়া কাননত, কিনো বীণ কোনেবা বজালে, জীৱনৰ বিয়লি বেলিকা আজি তাৰ নকৰো বিচাৰ। মাৰ যক অন্তৰতে য'ত সুখ-দুখ আশা নিৰাশাৰ। এতিয়া মোৰ Wordsworth অৰ Line কেইটা বৰকৈ মনত পৰিছে ঃ —

"To be a Prodigal's favourite — then worse truth, A Miser's Pensioner behold our lot! O Man, that from thy far shining youth Age might but take the things youth needed not" — নহয় জানো?

চিঠিখন বোধহয় বলিয়ালিৰ দৰে হ'ল। দায় দোষ নধৰিবা। ইয়াৰ পৰাই বুজিছো মনৰ অৱস্থা কেনে। আশাকৰোঁ ভালে আছা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

এই চিঠিখন আৰু ইয়াৰ পিছত ২১-৫-৫৮ তাৰিখে লেখা চিঠিখনৰ একাংশ ডঃ মহেশ্বৰ নেওগৰ "জীৱনীৰ দীঘ আৰু বাণি"ত প্ৰকাশ হৈছে। 'Strictly confidential' বুলি লেখাৰ কাৰণে ডঃ নেওগে সম্পাদনা কৰিছে চিঠিখন প্ৰকাশ কৰিছিল। ইয়াত চিঠি দুখনৰ পূৰ্ণপাঠ দিয়া হৈছে। — সম্পাদক।

P.O - Sibsagar
(Assam)
Dated - 21.5.1948

Confidential

৩৫

মৰমৰ মহেশ্বৰ,

মই মাজতে চিকিৎসাৰ কাৰণে আকৌ এবাৰ ডিব্ৰগড়লৈ যাবলগীয়া হৈছিল। তাৰ পৰা আহিয়েই তোমাৰ চিঠিখন পালোঁ আৰু পাই বৰ ৰং পালোঁ। তোমাক অতিকে আপোন বুলি ভবাৰ কাৰণে মনৰ কথা সকলো মুকলি কৰি লেখিছিলোঁ। মনৰ অৱস্থা সিমান ভাল নথকাৰ কাৰণে কিবাকিবিবোৰ লেখিছিলো হ'ব পায়। যাওক বাৰু সেইবোৰ কথা। ডাক্তৰক ককাইদেৱে (Sri B. P. Baruah) ধৰিয়েই আছে। তেওঁ যথা সাধ্য চেষ্টা কৰিম বুলি কৈছে। তাৰ পাছত Dr. Kakati-ৰ লগত ককাইদেৱে কথা পতাত তেখেতে সকলোখিনি কৰিম বুলি কৈছে আৰু সন্দিকৈকো কম বুলি কৈছে। ককাইদেৱেও Handique অক কোৱা বুলি লিখিছে। কাকতিলৈ ময়ো এখন Confidential চিঠি দিছিলোঁ — তাৰ উত্তৰ পাছত দিম বুলি ককাইদেউক কৈছে। ডাক্তৰে মোক কলিকতাৰ পৰা আহোঁতে তাত আশা দি থোৱাৰ দৰেই। সেই দেখি মই আৰু দুনাই কালৈকো

লেখা উচিত নহয় বুলি ভাবোঁ। B. Baruah College বা Girls College অলৈ যাবৰ মন নাই, — তাৰ সলনি সুবিধা হ'লৈ Dibrugarh অতে থাকিম। তাৰ পাছত তুমি লিখা আন বিষয়বোৰ সম্পৰ্কে মোৰ আপত্তি নাই যদি শৰীৰৰ বৰ্তমান অৱস্থা আৰু বয়সেও সেই কাম কৰিবলৈ সামৰ্থ্য দিয়ে। তাতনো কি কি কৰিব লাগিব মোৰ কোনো ধাৰণা নাই। দেখা যাওক বাৰু কিমান দূৰ হয়। মাথোন মোৰ কাৰণে সদায় চেষ্টাত আৰু সজাগ থাকিবা। মই তোমাক অসমীয়াত M.A. দিবলৈ মানা কৰাৰ কাৰণ হৈছে যে আমাৰ তাৰ মানুহসকলে অসমীয়াত M.A. দিয়াটো ভাত খোৱাৰ পাছত তামোলৰ মুখদি বুলি ভাবি যিহকে পাই তাকে লেখে। সিবাৰ এজনে Matric বা I.A.-ৰ ল'ৰাই অসমীয়া লেখাৰ দৰে লেখিছিল। সকলোৰে হাততে fail হ'ল। তাৰ উপৰি তুমি অসমীয়াত Second class পোৱাহেঁতেন মই অতিকে বেজাৰ পালোঁহেঁতেন — হয়তো বলেৰে আকৌ এবাৰ English অত দিয়ালোহেঁতেন। তোমাৰ Mysticism আৰু Boswell অৰ Johnson অৰ life সম্পৰ্কে লেখা প্ৰশ্ন কেইটা মোৰ ভাল লাগিল। তুমি মাথোন Boswell অৰ life অৰ পৰা দুই চাৰিটা question দি তোমাৰ কথাবিলাক বুজাব লাগিছিল। অকণনাম আভাষ দি যোৱাহেঁতেন বোধহয় অতি সুন্দৰ হ'লহেঁতেন। Mysticism লেখোঁতে বৰদলৈৰ অকল ৰহদৈ লিগিৰীতে সমাপ্ত নকৰি আন বিলাকৰ সম্বন্ধে দুই চাৰি আষাৰ মান (যদিও সামান্য) কোৱাহেঁতেন বোধহয় আৰু ভাল হ'লহেঁতেন। যাওক ঈশ্বৰে যে তোমাক 1st class দিয়ালে তাৰ কাৰণ তোমাৰ ইংৰাজী সাহিত্যৰ যথেষ্ট জ্ঞান থকা। মই পৰীক্ষাৰ কাগজ Margherita-ত চামগৈ। কাইলৈ ইয়াৰ পৰা যাম। মোৰ Margherita-ৰ ঠিকনা হৈছে C/o Sri Hemantalal Dowerah, A. R. T. Co. Ltd., P. O. Margherita. (Assam)। তাত মই অন্ততঃ দুসপ্তাহ থাকিম। তোমাৰ 'অতীন্দ্ৰিয়বাদ'টো মোক আকৌ লিখি দিব লাগিব। মৰম ল'বা। দিগ্‌দিয়াৰ কাৰণে বেয়া নেপাবা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। শৰীৰৰ যত্ন ল'বা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

The Elm Press
63 Beadon street,
Calcutta, 15.5.52

৩৬

মৰমৰ মহেশ্বৰ,

আজি তোমাৰ নামে মোৰ নতুন কবিতাৰ পুথি "বনফুল"ৰ এটা Copy পঠাইছোঁ। আশাকৰোঁ সিবাৰ যেনেকৈ তুমি "আপোন সুৰ" আৰু "ওমৰ তীৰ্থ"ৰ সমালোচনা কৰি কিতাপ দুখন ৰাইজৰ মাজত সুচল কৰি দিছিলা, এইবাৰো যেনে তেনে কৰি দিবা। এয়ে মোৰ শেষ কবিতাৰ পুথি। বৰ ভাগৰ লাগিছে আৰু। আশাকৰোঁ ভালে আছা। স্নেহাশীষ ল'বা। ঈশ্বৰে যেন তোমালোকক ভালে কুশলে ৰাখে এয়ে কামনা। মই অহা ১৮ তাৰিখে ইয়াৰ পৰা Dibrugarh অলৈ যাম। চকুৰ চিকিৎসাৰ কাৰণে ইয়ালৈ আহিছিলো। চশ্‌মাৰ দোষ নেপালে, — কিন্তু General Weakness Specially the Optical nerves. দৰৱ খুৱাই ভাললৈ আনিছে। আৰুনো কি লেখিম?

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Strictly Confidential

AMOLAPATI, P.O - REHABARI
DIBRUGARH (ASSAM)
Dated No - 28.11.1955

৩৭

মৰমৰ মহেশ্বৰ,

মোৰ সাহিত্য সভালৈ লিখা অভিভাষণৰ আঁচনি এখন তোমালৈ পঠাইছো আৰু লগতে শ্ৰীমান বিৰিঞ্চিৰ চিঠি এখনো পঠাইছো। তেওঁৰ তিনি নম্বৰত লিখা কথাখিনি মই ভালকৈ জুকিয়াই লেখিব নোৱাৰিম। সেইখিনি তুমিয়েই লিখি দিবা। মোৰ মনেৰে কবিতাত মুক্ত ছন্দৰ প্ৰভাৱ পৰিছে, — মুক্ত ছন্দ হ'লও তাৰ ৰীতি আছে, — কিন্তু কেইজনে সেইটো অনুসৰণ কৰিব পাৰিছে? যিমান দূৰ জানো English অত

Elliot আৰু America-ত Whitman, Ezra Pound, Carl Sandburg ইত্যাদিয়ে ইংৰাজীত মুক্ত ছন্দৰ কবিতা লিখিছে — ইত্যাদি বিষয়ে তুমিয়েই লিখি দিবা — লগতে মই Carl Sandburg অৰ Grass নামেৰে এটা মুক্ত ছন্দৰ কবিতা পঠাইছোঁ, সেইটো তোমাৰ কাৰণেহে। মই যিখন অভিভাষণৰ আঁচনি তোমালৈ পঠাইছো, সেইখন তুমি ঠিক কৰি দিবা, — মই জুকিয়াই লেখিব পৰা নাই। — সেইবোৰ তুমি জুকিয়াই লই ঠিক কৰি য'ত যেনে বহুৱাব লাগে, তেনেকৈ বহুৱাই দিবা। মোৰ জীৱনত যি কেইজনৰ উৎসাহ পাইছিলো, তাৰো এটা আঁচনি পঠাইছোঁ। তুমিতো জানাই যে ১৯৩৩ চনৰ Motor accident অৰ পৰা মোৰ স্বাস্থ্যৰ লাহে লাহে অৱনতিহে ঘটিছে। সাহিত্য জগতত মোৰ যি অকণি সুনাম এতিয়ালৈকে আছে তাক ৰখোৱাৰ ভাৰ তোমাৰ ওপৰতে পেলাই দিছোঁ। ভগ্ন স্বাস্থ্যৰ কাৰণে ধাৰাবাহিকৰূপে লেখিব নোৱাৰি খণ্ড খণ্ড কৰিহে দিছোঁ — শ্ৰীমান বিৰিঞ্চিয়ে তোমাক সকলো কৈছে বুলি মোলৈ লিখিছে। মোৰ খণ্ড খণ্ডবোৰ জুকিয়াই এখন অভিভাষণৰ খচৰা কৰি মোলৈ পঠাই দিবা যেন, — মহেশ্বৰ, তোমাৰ ওচৰত মোৰ এইটোৱেই খাটনি যেন এই বয়সত যেন দুৰ্নাম এটা নেপাওঁ। অভিভাষণৰ আগতে "যো দেবাগ্নৌ" শ্লোকটো দি তাৰ অসমীয়া ভাঙনি দিম বুলি ভাবিছোঁ আৰু "মধুৱাতা ঋতায়তে"ৰ এটা free translation দিম বুলি ভাবিছোঁ। মোৰ মনেৰে মোৰ এইটোৱেই last public appearance হ'ব — আৰু Meeting ইত্যাদিত যোগ নিদিওঁ। তোমাক নিজৰ বুলি ভাবিয়েই সকলো খুলি লিখিছোঁ। বস্তুখিনি পালোঁ বুলি জনাবা। আজি দুদিনমানৰ পৰা change of Season অৰ কাৰণে গা বৰ ভাল যোৱা নাই। মোৰ স্নেহাশীষ ল'বা — ঈশ্বৰে যেন তোমাৰ সততে মঙ্গল কৰে এই কামনা।

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

N.B চাইচিতি যিমান সোনকালে পাৰা পঠাই দিবা যেন। মোৰ ভাষণখন তাতে ছপাবলৈ তোমালৈ পঠাম — Tribune অত ছপাবা। J. D.

AMOLAPATI, P.O - REHABARI
DIBRUGARH (ASSAM)
Dated - 12.12.1955

৩৮

মৰমৰ মহেশ্বৰ,

কালি তোমাৰ চিঠিখন পালোঁ। মই আজি Regtd কৰি মোৰ ভাষণৰ আগৰ দখৰ আৰু তুমি কোৱা মতে স্মৃতিৰ পৰশ লেখি পঠাইছোঁ। স্মৃতিৰ পৰশটো যদি ডাঙৰ হৈছে, সৰু কৰি দিবা, — কাৰণ নিজৰ Personal কথা বেচি কৰি দিলে মানুহে আমনি পাব পাৰে, আৰু আমনি পোৱা অন্ততঃ এজন সভাত থাকিব। সেই কাৰণে অলপ চমু কৰিবলৈ চাবা। তুমি কোৱা মতেই মই স্মৃতিৰ পৰশত অলপ বঢ়াই দিছোঁ, কিন্তু শ্ৰোতাসকললৈ মন কৰি তুমি অলপ কমাবলৈ চেষ্টা কৰিবা। বেচি ভাগ মানুহে হয়তো নিজৰ লিখা ব্যক্তিগত কথা দীঘল হোৱা পছন্দ নকৰিব পাৰে। মই "যো দেবাগ্নৌ"ৰ সংস্কৃতিটো দি নিজে কবিতাৰে লিখা অসমীয়া ভাঙনিৰো দিছোঁ। কাৰণ মই "মধুবাতা ঋতায়তে"ৰ সংস্কৃত শ্লোক আৰু তাৰ এটি মুক্ত অসমীয়া ভাঙনিৰে সমাপ্ত কৰিব খুজিছো। সাহিত্যৰ বোঁৱতী সুঁতি সম্বন্ধে মইনো কি লিখিম ক'ব নোৱাৰোঁ, কাৰণ বৰ্তমান (আগৰ লিখাৰ ধৰণত মোৰ মনেৰে ভাবৰ লহৰ, কল্পনাৰ প্ৰসাৰ আৰু ভাষাৰ সৌন্দৰ্যৰে তাক বেচি মনোৰম কৰিবৰ প্ৰায়স দেখা যায় আৰু বৰ্তমানত Realistic touch বেচিকৈ দিবৰ চেষ্টা দেখা যায়। মোৰ nervousness অলপমান বঢ়াৰ কাৰণে লিখাবোৰ কিবা হৈছে।)

যুগৰ সাহিত্যৰ লগত মোৰ বেচি সংস্পৰ্শ নাই, — কাৰণ বুজিব নোৱৰা হৈ গৈছোঁ, — যেনে বৰ্তমান মুক্ত ছন্দৰ কবিতাত এবাৰ এজনৰ লিখা আছিল "কোৰীয়াত জৰাসন্ধৰ কঙ্কাল" — আৰু এনে কিছুমান কথা — যিবোৰ মই অলপো বুজিব নোৱাৰোঁ। ইংৰাজীৰ মুক্ত ছন্দৰ কবিতাবোৰ বুজিব পাৰোঁ, কিন্তু অসমীয়াবোৰ নোৱাৰোঁ। সেই কাৰণেই সেইটো তুমিয়েই লিখি দিবা যেন, — মাথোন চাবা "ঢোকাতে কল ৰয় আৰু কলতে যেন ঢোকা ৰয়।" আৰুনো কি লিখিম, — কাৰণ মই ইয়াত out of touch with everything — পুৰণি খিনিৰেনো কিমান চলাম। তাৰ উপৰি আজি আকৌ M.A.ৰ অসমীয়া কাগজ আহিলে, — মইতো নোৱাৰোঁ বুলি লেখিছিলোঁ, — যি হওক চাই দিম বাৰু — সেইটো পাৰিম বুলিয়েই মোৰ বিশ্বাস।

মই শশধৰ ৰায় বৰুৱালৈ তোমাৰ কাষলৈ যাব লিখিছোঁ। — সি তোমাৰ কাষলৈ গৈ এইবোৰ খণ্ডে খণ্ডে লৈ আহি প্ৰেছত দিব আৰু সকলো চাই মেলি দিব। সি ইয়াত মোৰ আগত সকলো ঠিক কৰি দিম বুলি কৈ গৈছিল, — কাৰণ সি মোৰ

অতি আপোন সম্বন্ধীয়া মানুহ। তুমি সেই সময়ত নথকা বুলি শুনিহে ভয় লাগিছে। — কাৰণ তোমালোক কাষত থাকিলে মই মনত সাহ পোৱাৰ দৰে পাওঁ। তুমি লিখা "কবিতা"ৰ সম্বন্ধে কওঁ যে — মোৰ ৺কৃষ্ণ প্ৰসাদ আগৰৱালাই লিখা "স্বাৰ্থ" নামৰ কবিতা, বেজবৰুৱা ডাঙৰীয়া "বৰাগী আৰু বীণ" ৺গোপাল চন্দ্ৰ ভূঞাৰ "ফুল", ৺চন্দ্ৰ আগৰৱালাৰ "তেজী মলা", ৺হেম গোসাইৰ "পুৱা", ৺আনন্দৰাম আগৰৱালাৰ "পানেশৈ" শ্ৰীডিম্বেশ্বৰ নেওগৰ "বুৰঞ্জী লিখক", শৈলধৰ ৰাজখোৱাৰ "বিযানদৈ আহি", বিনন্দ বৰুৱাৰ "গড়গাঁও" এই বিলাককে ভাল লাগে যদি আৰু পিছত মনত পৰে লিখিম, — ৺কৃষ্ণপ্ৰসাদ আগৰৱালাৰ কবিতাটো যদি নোপোৱা — মোৰ মুখস্থ আছে। আৱশ্যক হ'লে লিখি দিম। মৰম ল'বা। আশাকৰোঁ ভালে আছা। তোমাৰ ওপৰতে সকলো পেলাই বহি আছোঁ।

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

N.B সোনকালে সমৰি প্ৰেছত দিবলৈ চেষ্টা কৰিবা। J. D.

AMOLAPATI, P.O - REHABARI
DIBRUGARH (ASSAM)
Dated - 22.5.56

৩৯

মৰমৰ মহেশ্বৰ,

কালি তোমাৰ চিঠিখন পাই বৰ ভাল পাইছোঁ। বৰ্তমান শ্ৰীমান লক্ষ্মীপ্ৰসাদ দত্ত ইয়াত নাই। আহিলেই মই তেওঁক কথাটো জনাই এটা বন্দবস্ত কৰিম। Qualification অৰ পৰা চালেও অতিসুন্দৰ, — কাৰণ Honours আৰু M.A. মোৰ পৰা যিমান দূৰ সহায় সুবিধা পাব পাৰে, তাৰ চেষ্টা কৰিম। আশা কৰো ভালে আছা। মৰম আৰু আশীৰ্বাদ ল'বা। মাজে সময়ে সহায়ৰ আৱশ্যক হ'লে যেন কৰিবা।

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

AMOLAPATI, P.O - REHABARI
DIBRUGARH (ASSAM)
Dated The 18th Nov. 1956

৪০

মৰমৰ মহেশ্বৰ,

আজিৰ ডাকত Regtd. কৰি মোৰ "কথা কবিতা" এখন তোমালৈ পঠাইছোঁ। এই কিতাপখনৰ সম্বন্ধে মই তোমাক কৈছিলোঁ বোধহয়। সি যি কি নহওক অতি কষ্টেৰে উকীলৰ পৰামৰ্শ মতে কিতাপখন উলিয়ালোঁ। এইখন নতুন সংস্কৰণ, — তোমাক আৰু কি কম। কিতাপখন এঠাইত যেন সুমোৱাই দিয়া। — মোৰ যিমান দূৰ মনত আছে তোমাক এই সম্বন্ধে কৈছিলোঁ — "কথা কবিতা"— "নতুন সংস্কৰণ", এই কথাঁ কেইষাৰি যেন লগাই দিবা। মই একে দিনাখনেই একো কৰিবলৈ কোৱা নাই, — মাথোন চেগ্ চাই সুবিধা মতে কৰিবলৈ চেষ্টা কৰিবা। পুৰণিখনৰ কেইৰাটামান বাদ দি তাৰ ঠাইত নতুন সুমোৱাই দিছোঁ আৰু সকলো পিনে ছপা যিমান দূৰ সুন্দৰ হয়, তাৰো চেষ্টা কৰিছোঁ। Delhi-ত তুমি সন্মান পোৱা শুনি অতি আনন্দ পাইছোঁ। আশা কৰোঁ ভালে আছা। মই একৰকম আছোঁ। মই ব্যক্তিগত লাভৰ কাৰণে বিচৰা নাই, মাথোন যাতে প্ৰকাশকে অলপমান কিবা কিবি পালে প্ৰকাশকো সন্তুষ্ট হ'ব। সঁচা সাঁচিকৈয়ে এওঁলোকৰ মৰম মই পাহৰিব নোৱাৰোঁ। আশা কৰোঁ ভালে আছা। একৰমক আছোঁ। সততে তোমাৰ মঙ্গল কামনা কৰোঁ।

ইতি
তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

AMOLAPATI, P.O - REHABARI
DIBRUGARH (ASSAM)
Dated 26.2.58

৪১

মৰমৰ মহেশ্বৰ,

তুমি হয়তো মোৰ চিঠিখন পাই অলপ আচৰিত হ'বা। কিন্তু এটা বিশেষ কাৰণতেই এইখন চিঠি লেখিবলগীয়া হৈছে। তুমি হয়তো জানিবা পাৰা যে আমাৰ কলেজৰ অসমীয়াৰ প্ৰফেচাৰ শ্ৰীযুত উপেন গোস্বামীয়ে Philology সম্পৰ্কে কিবা

এখন Thesis লেখি University-ত দাখিল কৰিছে। তেওঁৰ সেইখন accepted হ'লে তেওঁ খুব সম্ভৱ ইয়াৰ পৰা যাব পাৰে। শুনিবলৈ পাইছোঁ। Dr. Sukumar Sen-এ হেনো প্ৰশংসা কৰিছে। সি যি কি নহওক ইয়াৰ ভিতৰতে তুমি আমাৰ কলেজৰ কাৰণে মনে মনে এজনক চাই চিন্তি ঠিক কৰি থ'বা যাতে আৱশ্যক হ'লেই যেন পাব পাৰোঁ। সঁচা কথা ক'বলৈ গ'লে তুমিয়েই শ্ৰীমান তফজ্জুলক পঠাইছিলো। এনে সুন্দৰ আৰু ল'ৰাৰ লগত ইমান মিলিব পৰা Professor খুব কমেইহে দেখিছোঁ। সেই দেখিয়েই আমাৰ কলেজৰ Vice-Principal-এ মোক তোমালৈ লেখি থ'বলৈ কৈছে, — যাতে আৱশ্যক হ'লেই যেন পাব পাৰোঁ। তফজ্জুল সম্পৰ্কেই ইয়াকেই কওঁ He is a Jewel। আশাকৰোঁ ভালে আছা, — মৰম ল'বা। এতিয়া আৰু মাজে সময়ে তোমাকেই আমনি কৰিব লাগিব। মোৰ স্নেহাশীৰ ল'বা, — সততে তোমাৰ কামনা কৰোঁ।

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

# যতিনাৰায়ন শৰ্মালৈ লেখা

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 14.7.1941

৪২

মৰমৰ যতি,

তোমাৰ চিঠিখন দিহিঙে দিপাঙে ঘূৰি গাত কেবাটা মানো চাপলৈ মোৰ কাষ পালেহি। মই অৱশ্যে ইয়াৰ আগতে তোমাৰ পৰা চিঠি পাম বুলি ভাবিছিলোঁ। আশাকৰোঁ এতিয়া তোমাৰ গা আগতকৈ বহুত ভাল পাইছা।

তুমি মোক এটা চিন্তিব নোৱাৰা বান্ধেৰে বান্ধি পেলালা। সঁচাকৈয়ে তোমাৰ কথা মোৰ প্ৰায়েই মনত পৰি থাকে। যোৰহাটৰ সাহিত্য সভাই মোক যি সন্মান দেখুৱালে সি মোৰ জীৱনৰ এটা ডাঙৰ ঘটনা বুলি ধৰি লৈছোঁ। মাথোন বেজাৰ লাগিছে যে মই তাৰ অলপো উপযুক্ত নহওঁ। মই এইখিনি কথা বিনয় কৰি কোৱা নাই আৰু তেনে কথা কোৱা মোৰ অভ্যাসো নাই। মাথোন ঈশ্বৰক খাটোঁ যেন তেওঁলোকৰ মৰমৰ চেনেহৰ মোক উপযোগী কৰে। মই সম্প্ৰতি University ৰ কামত ব্যস্ত আছোঁ তাৰ পাছত প্ৰেমলৈ আৰু তেওঁৰ জৰীয়তে সভ্যসকললৈ মোৰ অন্তৰৰ ধন্যবাদ জনাম। যদি প্ৰেমৰ লগত দেখা হয় ক'বা যে মই পাহুৰা ধানৰ চাউলৰ ভাত খোৱা মানুহ নহওঁ, আৰু "গালোঁ নাম গ'ল উবি, তাৰ কি আছে আগ গুৰি" এই যোজনা ফাকি মোৰ গাত নেখাটে বুলি মোৰ বিশ্বাস। বহুত সময়ত মই হয়তো মোৰ মনৰ ভাব ফুটাই ক'ব নোৱাৰোঁ। মোৰ এটা বৰ ডাঙৰ দোষ আছে। সেইটো হৈছে এলাহত চিঠি পত্ৰ নেলেখা। আনকি ৺বেজবৰুৱা ডাঙৰীয়াই কতবাৰ তাৰ কাৰণে বেয়া পাই লেখিছিল "তোমাত মই হাৰিলোঁ — আৰু তোমাক বলে নোৱাৰিলোঁ। চুকতে দুৱাৰখন জপাই ভালকৈ বাহি থাকা। চাবা যেন বাহিৰৰ পোহৰে তোমাক নোচোৱে"। এতিয়া অৱশ্যে এই কথা মনত পৰিলে বেজাৰ লাগে আৰু ভাবোঁ যে দাঁত থাকোঁতে তাৰ মোল নুবুজিলোঁ। তেওঁৰ ৪/৫ খন চিঠিৰ মূৰতহে এখন দীঘল কৰি লেখিছিলোঁ। শ্ৰীযুত বাণীকান্ত কাকতিয়ে এবাৰ অনুযোগ কৰি মোলৈ লেখিছিল "আপুনি বাৰু আমালৈ নেলেখে নেলাগে লেখিব কিন্তু বেজবৰুৱা ডাঙৰীয়ালৈ নেলেখে কিয়। তেখেতে বেজাৰ কৰিছে।" আজি হঠাতে তোমালৈ চিঠি লেখোঁতে এই কথাষাৰ মত পৰিছে। সেইদেখিয়েই কলমত ওলাই পৰিল। বেয়া নোপোৱা যেন। তোমাৰ "চেনেহী" মোৰ ভাল লাগিছে। মই প্ৰায় পঢ়োঁ।

তাত বহুত ঠাইত মোৰ অন্তৰৰ ভাব বিলাক পাওঁ। এনে সৰল ভাবেৰে আৰু উজু ভাষাত তুমি তোমাৰ ল'ৰালি কালৰ ভাববোৰ ফুটাই তুলিছা যে সেইবোৰ আপোনা আপুনি পঢ়ি থাকিবৰ মন যায়। মনত খেলাই যেন এইবোৰ কৰবাত শুনিছিলোঁ — কোনোবাই যেন কৈছিল। মানুহৰ অন্তৰত ল'ৰালি কালৰ সোণালী সপোনে প্ৰায় দেখা দিয়ে সেই দেখিয়েই কৰবাত পোৱা পোৱা যেন লাগে। তুমি যিমান জীৱনৰ বাটত আগুৱাই যাবা সিমান তোমাৰ মনত সপোন গুৱনী হৈ পৰিব। কিন্তু "ল'ৰালি কালৰ সোণালী সপোন আৰু কি দুনাই আহে"? সেই কাৰণে বেজাৰত ক'বৰ মন যায় —

"এতিয়াও দিব পাৰোঁ গোটেই জীৱন,
পাওঁ যদি ঘূৰি সেই জোনাক একন।"

তুমি মোক সমালোচনা কৰিবলৈ কৈছা কিন্তু তোমাৰ লগত বেচিকৈ চিনাকি হোৱাত আৰু তোমালৈ বেচি মৰম সোমোৱাত সেই কাম মোৰ পক্ষে সম্ভৱপৰ নহ'ব। কাৰণ সমালোচকৰ কাষত লিখক জন দূৰত থাকিব লাগে — সদায় কাষে কাষে ঘূৰি ফুৰিলে সমালোচক জন বৰ বিপদত পৰে। তোমাক আৰু দীঘল চিঠিৰে আমনি নকৰোঁ। তোমাৰ দেউতাৰাক মোৰ ভক্তিপূৰ্ণ প্ৰণাম জনাবা। তেখেতৰ সৰল অমায়িক ব্যৱহাৰত মোৰ মূৰ আপোনাআপুনি তেখেতলৈ দোঁ খাই পৰে। আজিলৈ ইমানতে। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক।

দিয়ক ঈশ্বৰে যেন মধুৰ জীৱন,
শৰতৰ সোণালী কিৰণ।
অমিয়া প্ৰেমৰ সোঁতে জীৱন আৱৰি ধৰি
কৰে যেন মধু বৰিষণ,
— সৰগত নন্দন কানন
হক তেনে মধুৰ জীৱন
শৰতৰ সোণালী কিৰণ।

মোৰ মৰ ল'বা। দুলালক ক'বা যে পৰীক্ষাই মানুহৰ জীৱনৰ জোখ নহয়। তেওঁকো মোৰ মৰম দিবা। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 5.8.41

৪৩ ·

মৰমৰ যতি,

তোমাৰ চিঠি যথা সময়ত পালোঁ। আৰু তোমালোকৰ "ৰতাহী ৰহা"ৰ পৰা (Air Cottage) পঠোৱা বস্তুখিনিও পাই নথৈ ৰং পালো। তাৰ কাৰণে সাধাৰণ ধন্যবাদ এটা দি তোমাৰ মৰমৰ অৱমাননা নকৰোঁ। জগতত এনে কিছুমান ঘটনা হয় যে তাক কথাৰে প্ৰকাশ কৰিব নোৱাৰি তাক মাথোন অন্তৰৰ অনুভূতিৰেহে বুজিব পাৰি। আজি কেবাদিনৰ পৰা মোৰ অসুখ — পাছে তুমি বেয়া পোৱা বুলিহে এই চিঠিখনেৰে পোৱাৰ সংবাদ পঠালোঁ। আৰু এটা কথা শ্ৰীমান দুলাল বৰপূজাৰীৰ পৰা মই এখন বৰ মৰমৰ চিঠি পাইছোঁ — কিন্তু বৰ্তমান অসুখত তাৰ উত্তৰ দিব পৰা নাই। তেওঁক লগ ধৰি এই কথাষাৰ ক'বা দেই নহ'লে তেওঁ বৰ বেয়া পাব পাৰে। মই সকলোকে মৰম আৰু সন্মানৰ চকুৰে চাওঁ কাৰণ নিজেও আনৰ পৰা তেনে আশা কৰোঁ — যদিও বেছি ভাগতেই নিৰাশ হ'ৱলগীয়া হওঁ। কাৰণ পৃথিবীখন গোলাপৰ ফুলনি নহয়। তোমাৰ শ্ৰীযুতা আয়েৰাক মোৰ শ্ৰদ্ধা আৰু ভক্তি জনাবা — পুতেকৰ কাৰণে মইও তেখেতৰ পৰা মৰম চেনেহ পাইছোঁ। তোমাৰ শ্ৰীযুত দেউতাৰকো মোৰ ভক্তি জনাবা। তুমিও মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। আশাকৰোঁ ভালে আছা। আজিলৈ ইমানতেই। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। ইতি

তোমাৰ
যতীন্দ্ৰনাথ দুৱৰা

দুলালক মোৰ মৰম আৰু আশীৰ্বাদ দিবা। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 28.3.41

৪৪

মৰমৰ যতি,

তোমাৰ হিয়া উবুৰিয়াই দিয়া চেনেহৰ চিঠিখনি পাই বৰ ৰং পালোঁ— ঈশ্বৰে যেন তোমাৰ অন্তৰৰ সেউজীয়া ভাব সদায় সজীৱ কৰি ৰাখে — ইয়াৰ বাহিৰে মোৰ ক'বলৈ একো নাই। তুমি মোক চিঠিৰে আমনি কৰিব নোৱাৰা। চিঠি দূৰত থকা মৰমৰ মানুহৰ

লগত কথা বাৰ্ত্তাৰ আলম বুলি মই ভাবোঁ। তোমাৰ লগত মোৰ কথা বাৰ্ত্তাৰ সময় আৰু সুযোগ নোহোৱাৰ কাৰণেই চিঠিৰেই সেই সুবিধা লৈছোঁ। কাৰণ আমাৰ মাজৰ কথা-বাৰ্ত্তাৰ সুযোগ অহা সুদূৰ পৰাহত। তোমাৰ চিঠি মোৰ বৰ ভাল লাগে কেবাবাৰো পঢ়ো — কাযে কাযেই তুমি মোক চিঠিৰে কি আমনি কৰিবা।

তুমি যোৰহাটত থাকি পঢ়াত মই খুব ভাল পাইছোঁ। কাৰণ গুৱাহাটী বা কলিকতাত তুমি নানাধৰণৰ ল'ৰাৰ মাজত তোমাৰ মনৰ সৰলতাক ৰখাব নোৱাৰিলাহেঁতেন। সেই কাৰণে তোমাৰ জীৱনৰ এই formative period দথৰ ঘৰত থাকি কটোৱাই ভাল। মই তাত তুমি গুৱাটীলৈ যাবা বুলি শুনি এবাৰ মানা কৰিব খুজিছিলোঁ কিন্তু কিজানি তুমি বেয়া পোৱা বুলি একোকে নকলোঁ। ঈশ্বৰে যে মোৰ কথা শুনিলে তাৰ কাৰণে নথৈ ধন্যবাদ। তুমি কলিকতাত বা গুৱাহাটীত থকাহেঁতেন মই তোমাক যেনে ভাবে বিচাৰোঁ তেনেদৰে নেপালোঁহেতেন। এতিয়া পাইছোঁ আৰু আগলৈকো পাম বুলিয়েই আশা।

তাৰ পাছত তুমি লেখিছা যে "আমি অসমীয়া ডেকাবিলাকে আপোনাৰ কবিতা" ইত্যাদি। ইয়াৰ মানে কি? তুমিনো আকৌ কেতিয়া ডেকা হলা? সিদিনাখন তোমাক অকণমান পোৱালীটি দেখি আহিছোঁ, ইয়াৰ ভিতৰতে ঘপক কৰে ডেকা হৈ পৰিলা নে কি? এইবোৰ মিছা কথা, তুমি মোৰ ওচৰত সেই পোৱালী হৈয়েই থাকিবা। এইবোৰ নোহোৱা নোপোজা কথা মিছাতে নেলেখিবা। ডেকা হ'বলৈ আন বহুত আছে। সেই বাবটো তেওঁলোকক দিয়া।

তুমি মোক ষষ্ঠী অৰ্থাৎ দেবী প্ৰতিষ্ঠানৰ দিনা আৰু বিজয়া দশমী বিসৰ্জনৰ দিনা কবিতা লেখিবলৈ কৈছে। কবিতা লেখাৰ জানো কিবা বিশেষ সময় আছে যতি? তাৰ উপৰিও গোটেই জীৱনটো বিসৰ্জনৰ লগত ধেমালী কৰি নিয়তিৰ হাতৰ পুতলা হৈয়েই কটাই দিলোঁ। এতিয়ানো আৰু আবাহন আৰু প্ৰতিষ্ঠানৰ কি সময় আছে। বেলি ভাটি দিলে।

তোমাৰ পূজনীয়া 'মা'ই মোৰ কাৰণে ঘিঁউ চাকি দিয়া শুনি মোৰ মনত অতীতৰ এক অধ্যায় মুকলি হৈ গ'ল। মোৰ ৺মায়েও মোৰ কাৰণে মাজে সময়ে এনেদৰে ৰংপুৰৰ শিৱ দৌলত ঘিঁউ চাকি দিছিল। ১৯২৭ চনৰ জগদ্ধাত্ৰী প্ৰতিমা বিসৰ্জনৰ লগে লগে মোৰো সেই চেনেহৰ স্থূলীৰ বিসৰ্জন হ'ল। সঁচাকৈয়ে এই মাতৃ হৃদয়েই মৰতক সৰগৰ শাৰীলৈ তোলে। তেখেতক আৰু তোমাৰ দেউতাৰাক মোৰ অন্তৰৰ ভক্তি আৰু শ্ৰদ্ধা জনাবা।

শ্ৰীমান দুলালে মোলৈ এখন চিঠি আৰু "মৰম ভিখাৰী" বুলি এটা কৰিতা পঠাইছিল। আজি তেওঁৰ চিঠিৰ উত্তৰ দিছোঁ লাহে লাহে কবিতাৰো এটা উত্তৰ দিছোঁ। কবিতাটি বাঁহীত ওলাব। নাম হ'ব "মৰম ভিখাৰী"লৈ কবিতাটিৰ এটা Copy তোমালৈ

পঠালোঁ কাৰণ তুমি বাঁহী ওলোৱা সময়ৰ বাট চাবলৈ টান পাবা। নহয় জানো। জগতে যাৰ কাষত যেনেদৰে প্ৰকাশ পায় তেওঁৰ কবিতাটো তেনে ভাবৰ ধাৰা বৈ যায়। দুলালৰ কবিতাটো তেওঁৰ কাষতে চাবা। তুমি মোৰ মৰম আৰু আশীৰ্বাদ লবাঁ। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক — আমালৈ যেন নাপাহৰা। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

N. B. মোৰ গা আগতকৈ ভাল পাইছোঁ। প্ৰেমহঁতক মোৰ সাদৰ সম্ভাষণ জনাবা। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 20.10.41

৪৫

মৰমৰ যতি,

তোমাৰ মৰমৰ চিঠিখন মই বৰ পলমে পালোঁ — অৰ্থাৎ ছয় তাৰিখৰ চিঠিখন আবেলি ১৪ তাৰিখে ছয়মান বজাত তোমাৰ এজন বন্ধুৰ হাতৰ পৰা পালোঁ। উত্তৰ দিয়াত পলম হোৱাত তুমি সেই কাৰণে বেজাৰ বা ওফোন্দ পাতিব নোৱাৰা আৰু নেপাতিবা দেই। সোনকালে পোৱাহেঁতেন অৱশ্যে উত্তৰো সোনকালে পালাহেঁতেন অৱশ্যে উত্তৰো সোনকালে পালাহেঁতেন কাৰণ বৰ্তমান মোৰ কোনো কাম কাজ নাই — সময় আৰু সুবিধা যথেষ্ট আছে। বন্ধ খুলিলেহে কামৰ ভীড় পৰিব। সেই বুলি তোমাৰ চিঠিৰ উত্তৰ দিবৰ সময় যথেষ্ট থাকিব।

তোমাৰ কবিতাটো পঢ়ি ভাল লাগিল। পঢ়োঁতে পঢ়োঁতে মোৰ তাহানিখন পঢ়া এটা বঙলা কবিতালৈ মনত পৰিল। কবিতাটো লিখকে এটা সৰু ল'ৰাৰ অৰ্থাৎ তেওঁলোকৰ ভাষাতে "খোকা"ৰ হতুৱাই কোৱাইছে। কবিতাটো তলত দিছোঁ। ইয়াৰ 'ল' বিলাক ঠাই বিশেষে "ৰ" আৰু "ড়" কৰি পঢ়িব লাগিব। "বলো ছলো, হয়েছি আমি, ছেলেছি পুতোল খেলা। খাবাল্ তলে কাঁদি না আল ছন্দে সকাল বেলা। দিছিল্ সাথে খেলতে গিয়ে আল্ পলিনা তলে ক, খ, গ, ঘ, পল্তে পালি পেথম ভাল খূলে, এতোবল হয়েছি তবু কেউ মানেনা কেন?" এই "কেন" বা অসমীয়া "কিয়"ৰ উত্তৰ দিয়া টান। প্ৰথমতে কথাৰ নাটনি তাৰ পাছত মনস্তত্ত্বৰ ফালৰ পৰাও অলপ অসুবিধা হয় হ'ব পায়। সেইদেখি এনে প্ৰশ্ন কৰোঁতা সকলে "উত্তৰ দিব নোৱাৰাক" চেনেহৰ অত্যাচাৰ বা নিয়তিৰ পৰিহাস বুলি লোৱাই জানো যুক্তিযুক্ত নহয়? কি বোলা?

তুমি "আজলী"ক মোলৈ অৰ্পণ কৰাৰ গম পালোঁ — মই কি ক'ম। তোমাৰ দান অন্তৰেৰে গ্ৰহণ কৰিলোঁ। আন হোৱা হ'লে মই কমা খুজি একবাৰলৈ চেষ্টা কৰিলোঁহেঁতেন। কাৰণ মই Publicity ভাল নেপাওঁ। মোক কিয় টানি পেলাই বাহিৰলৈ উলিয়াব খুজিছা। কল্পনাময়ী প্ৰকৃতিৰ সেউজীয়া কোলাত পাহৰণি নৈৰ দাঁতিত থকা জুপুৰীটিতে মোক থাকিবলৈ দিয়া। কিন্তাপ মই চোৱা নাই আৰু নাঁচাও কাৰণ তোমাৰ ওপৰত মোৰ যথেষ্ট বিশ্বাস আছে। চাবৰ আৱশ্যক কি? মাথোন মই এটা অনুৰোধ কৰোঁ। অৰ্পণ কাকতত যদি কিবা বিশেষণাদি প্ৰয়োগ কৰিছা তেন্তে তাক তুলি দিয়া যেন। মাথো উকা থামটো আৰু তাৰ লগত শ্ৰীযুত, পূজনীয় বা শ্ৰদ্ধাস্পদ যি লেখা লেখিবা তাৰ বাহিৰে যেন একো নেলেখা। মোৰ সঁচাকৈয়ে বৰ বেয়া লাগে। মোৰ Univ. Degree টোও যেন তুলি দিয়া। মোৰ অনুৰোধ ৰাখিবা দেই যতি। মই সঁচাকৈয়ে কৈছো এইবোৰ মোৰ বৰ বেয়া লাগে — মই বিনয় কৰি বাহ্বা লবৰ কাৰণে কোৱা নাই। মোৰ তেনে স্বভাবো নহয় আৰু প্ৰকৃতিও নাই। অন্ততঃ তুমি যেন মোক ভুল নুবুজা এই বিষয়ে আকৌ দুনাই অনুৰোধ কৰিছোঁ যেন মোৰ কথা ৰাখা।

জীৱনত কোনো দিন ডাঙৰ মানুহ হ'বৰ আশা কৰা নাছিলো আৰু ইচ্ছাও নাছিল। সেই কাৰণে মোৰ "অতীত" বা আত্মীয়জীৱনি দিবৰ সম্বল নাই। যাৰ দিলে জগতৰ উপকাৰ হ'ব সেই সকলে দিছে আৰু ভৱিষ্যতে দিও থাকিব। মোৰ অতীত আঁতৰি বৰ আন্ধাৰ গুহাত —

বৰ্তমান নোবোবোঁ বুজিব;
ভৱিষ্যত ছাঁয়া ময়া চকুৰ আগত
উবাদিহ নোবাবোঁ ধৰিব।।
শুকান তটিনীখনি ধীৰে ধীৰে বই
সময়ৰ সোঁত পাহ্বাই;
আছোঁ মাথো ঠিয় হই শুকান বালিত
নিৰাশাত আশাটি মিলাই।।

সময়ৰ সোঁত পাহৰি গলোঁ কাৰে কাৰে মোৰ অতীত is a long forgetten dream. নজনোৱাত "কাৰো তাত একো হানি নাই"। শেষত মাথোন এটি অপ্ৰকাশিত কবিতাৰ (যি আৰু ভৱিষ্যতত পোহৰ নেদেখে) চাৰিটা শাৰী তুলি দি আজিলৈ সামৰণি মাৰোঁ।

"শান্ত তাপসৰ দৰে থাকিবা এচুকে,
এৰি দিয়া বাসনা বিলাস,
ঘৰে ঘৰে কান্দি কান্দি নকৰা দুনাই
বিশ্বাসৰ সমূলি বিনাশ।।

"কবিতা কুঞ্জত" "শূন্য পৰিচয়" আৰু "কথা কবিতাত" "চোৰ" এবাৰ পঢ়িবা আৰু তেতিয়াহে সকলো বুজিবা। মোৰ মৰম ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 16.11.41

৪৬

মৰমৰ যতি,

তোমাৰ Telegram, আৰু দুয়োখন চিঠি যথাসময়ত পালোঁ। তুমি কথাটো মোৰ মনেৰে খুব seriously লৈছিলা — সেইদেখিহে wire কৰিলো। অৱশ্যে সিমানদূৰ ভাবিব কোনো আৱশ্যক নাছিল। এইটোও এটা তোমাৰ মোলৈ বিশেষ মৰমৰ চিন্। সেইদেখিহে তোমাৰ চিঠিৰ উত্তৰ সময়মতে দিব নোৱাৰি বেয়া লাগিছে। সময়ৰ অভাৱ নহয়। যাহওক তুমি যেন বেয়া নোপোৱা।

মোৰ কল্পনা কুঞ্জৰ পাহৰণি নৈৰ দাঁতিৰ পঁজাত থকা কবিতা কুঁৱৰী "আধুনিকা" বা "Moderica" নহয়। সেই কাৰণে মোৰ বাহিৰে আনৰ আগত — ওলাবৰ ইচ্ছা প্ৰকাশ নকৰে। যদিও মোৰ অনুৰোধত অলপ অচৰপ ওলাইছিল কিন্তু বাস্তৱতাৰ আঘাতত বৰ বেচি ৰকমে ঘাইল হৈ আকৌ ভিতৰ সোমাল। ভৱিষ্যতত হেনো কাৰো আগত আৰু নোলায়— অৱশ্যে মোৰ বাহিৰে। তোমাৰ চিঠিখন দেখুৱালাত মাথোন মোৰ জৰিয়তে তোমালৈ এটা বাতৰি পঠাইছে

"আশাৰ কিৰণ কণা নউ পৰোঁতেই,
কলি যাৰ আন্ধাৰত লেবেলি শুকাল,
মাৰ গ'ল জোন বেলি আকাশত যাৰ —
কবিতাৰ চন্দ্ৰহাৰে তাক নুওকাই।"

তুমি এই বাতৰিতি পাই যি বুজা বুজিবা। মই কি কৰিম নিৰুপায় কাৰণ আজিকালি সম অধিকাৰৰ দিনত একো ক'ব নোৱাৰি। নহয় জানো?

তুমি গুৱাহাটীলৈ গৈ কবি সাহিত্যিক সকলৰ লগত দেখা শুনা কৰা গম পাইছোঁ। বৰ ভাল কথা। এনেদৰে সকলোৰে লগত জনা শুনা হৈ থকা ভাল। তুমি

সাহিত্য চৰ্চ্চা কৰিছা। তোমাৰ সাধনা সিদ্ধি হওক আৰু আশা ফলৱতী হওক এয়ে কামনা।

যতি সংসাৰখন বৰ একা চেকা ঠাই। ইয়াত কল্পনাৰ ঠাই নাই। চাৰিওফালে বাস্তৱতাৰ ঘাত প্ৰতিঘাতত কল্পনা প্ৰৱণ মানুহৰ অন্তৰ ভাগিছিগি চুৰমাৰ হয়। সেইকাৰণেও কওঁ যে সকলোবিলাক কামৰ মাজত যেন তুমি তোমাৰ যিটো আচল কাম তাক কেতিয়াও নেপাহৰা। সেই বিষয়ে যেন ঠিক থাকা। কল্পনাৰ ৰাগীত উটি গৈ তালৈ যেন কেতিয়াও পিঠি নিদিয়া। এই জগতৰ বাস্তৱতা বৰ কঠোৰ আৰু নিৰ্ম্মম। ই কাকো আঘাত দিবলৈ সঙ্কোচ নকৰে। আজি কল্পনা সোঁতত উটি গৈ যাবে সৈতে খুব হুলি গলি কৰিছা বাস্তৱতাৰ হেঁচাত সেই সকলেই হয়তো কাইলৈ তোমালৈ পিঠি দিব। নিজৰ কৰিব লগীয়া কাম ঠিক কৰি থ'লে বাস্তৱতাই দূৰতে প্ৰণাম জনাই তোমাক গৌৰৱ আসনত বহুৱাই মূৰত কল্পনাৰ মুকুট পিন্ধাব। সেয়েহে তোমাৰ জীৱনৰ আচল গৌৰৱ হ'ব। ঈশ্বৰে যেন তোমাৰ জীৱন তেনে গৌৰৱময় কৰি তোলক। সাহিত্য চৰ্চা কৰিছা কৰা কিন্তু তাৰ ৰাগীয়ে যেন তোমাক জীৱনৰ আচল বাটৰ পৰা পিছল নুখুৱাই তালে যেন সদায় মন কৰিবা। বেয়া নেপাবা, নিজৰ জীৱনৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা এই কথাষাৰ কৈছোঁ। মই আনক এইবিলাক কথা ক'বলৈ যোৱা দূৰত থাওক চিঠিৰেই উত্তৰ বৰ বেছিকৈ নিদিওঁ। ক'ব নোৱাৰোঁ তোমালৈ কিয় ইমান মৰম লাগে? সেই দেখিয়েই কওঁ মোৰ দৰে এটা ব্যৰ্থ জীৱনৰ ভাৰ বই সংসাৰৰ সোঁতত উটি যোৱা খেৰ ডালৰ দৰে যেন তোমাৰ জীৱন ঈশ্বৰে নকৰক। ইয়াতকৈ আৰু মোৰ বেচি ক'বলৈ নাই। এই বিলাক কথাত যেন তুমি বেজাৰ নোপোৱা। মাথোন খাঁটো যেন কথাখিনি মনত ৰাখিবা দেই।

তোমাৰ দেউতাৰ অহা দিনাখন পূৰা মই অলপ ভালে আছিলোঁ যদিও কিন্তু সেইদিনাখন ৰাতিৰ পৰা আকৌ বেয়া হৈছিল। এতিয়া ভাল পাইছোঁ যদিও সেই যোৰহাটত দেখাৰ দৰে ভাল পোৱা নাই। মোৰ ভক্তিপূৰ্ণ প্ৰণাম তোমাৰ দেউতাৰাক জনাবা। আশাকৰোঁ তেখেত ভালে আছে।

আৰু কি লেখিম কোঁৱা। তোমালৈ চিঠি লেখিবলৈ গ'লে কলম ৰব নোখোজে। মই নিজেই কেতিয়াবা আচৰিত হওঁ যে তোমালৈ চিঠি লিখাত ইমান নিয়মিত কেনেকৈ হ'লোঁ। মোক কোনেও বলে নোৱাৰিছিল। তুমিয়েই মোক হৰুৱালা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক। চিঠি লেখিবা দেই। মোৰ উত্তৰ দিয়া পলম হ'ল বুলি তুমিও 'পলম' কৰিবানে কি?

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta. 24.11.41

৪৭

মৰমৰ যতি,

তোমাৰ দীঘলীয়া চিঠিখন পাই বৰ ৰং পালোঁ। মই যিমান দূৰ বুজিব পাৰিছোঁ যে তুমি কিবা এটা ভুল ধাৰণা লৈ মিছাকৈয়ে নিজেই দুখ পাইছা। মোৰ কবিতা প্ৰকাশ কৰিবৰ ইচ্ছা নথকাত বা জগতৰ পৰা আঁতৰি থাকিবৰ চেষ্টাত তোমাৰ অকণো সংস্ৰৱ নাই আৰু তাত তুমি কোনো ৰকমেই সংশ্লিষ্ট নোহোৱা। তুমি বৰঞ্চ তাৰ ওলোটাতোহে কাৰণ তোমাৰ কথা মনত পৰিয়েই মই এইবাৰ প্ৰায় ৮/৯ টা মান নতুন কবিতা লেখিলোঁ। তাৰ কেইটামান তোমাৰ বন্ধু নৰেনে শুনিছেও। সেইকাৰণে মিছাকৈয়ে তুমি ভুল কৰি নিজে দুখ নেপাবা কাৰণ তুমি বেজাৰ পালে ময়ো বৰ বেজাৰ পাম বুলি জানি ল'বা। কিয় আজিকালি মোৰ কবিতা প্ৰকাশ কৰিবৰ ইচ্ছা নাযায় তাক নৰেনে জানে আৰু এইবাৰ তোমাৰ লগত দেখা হ'লে সকলো ক'ব। সেই আটাইবোৰ কথা চিঠিত লেখিব নোৱাৰি।

মই উপদেশ দিব নাজানো আৰু সেয়া মোৰ বাবো নহয় তাৰ কাৰণে বহুত বিধৰ "দড়িয়া" আৰু "চুলীয়া" গহীন প্ৰকৃতিৰ ভব্য ভদ্ৰলোক আছে। তেওঁলোকেই সেইবিধ কাম খুব সুচাৰু ৰূপে সমাধা কৰিব পাৰিব বুলি মোৰ বিশ্বাস। মই মাথোন মোৰ নিজৰ জীৱনৰ বাটত যি কেইটাত ঠেকা খাই সাধাৰণৰ পৰা পিচলি পৰি ভিন বাটেদি খোজ কাঢ়িব লগীয়া হ'লোঁ তাকে মাথোন যি দুই এজনক খুব বেচি ৰকমে মৰম কৰোঁ তেওঁলোকক উনুকিয়াই সাবধান কৰিব খোজোঁ। অৱশ্যে শুনিলে ভাল পাওঁ নুশুনিলে বেজাৰেৰে নিজৰ কপালকে দুষি বহি থাকোঁ। তুমি বৰ বেচি বাহিৰা কামত ফুৰি নিজৰ আচল কামলৈ পিঠি দিয়াৰ গম পাই বেয়া লাগি তোমালৈ লেখিছিলোঁ। তুমি মোৰ কথাখিনি মনত ৰখাবা বুলি জানি ৰং পালোঁ। জগতত মানুহৰ দুটা বেষ্টনী (world) আছে। এটা নিজৰ আৰু ইটো আনৰ। প্ৰথমটোৰ ভিতৰত তেওঁলোকে নিজে কাম কৰি ফুৰে আৰু দ্বিতীয়টোৰ ভিতৰৰ বিলাকে সেই কাম বিলাকৰ সমালোচনা কৰে। যেয়ে এই দুটাৰ সামঞ্জস্য ৰাখি কাম কৰি গৈছে তেওঁলোকেই জগতত কৃতকাৰ্য্য হৈছে। যি খন্তেকীয়া হাত চাপৰিত মোহ গৈ সেই সামঞ্জস্য ৰাখিব পৰা নাই তেওঁৰপক্ষে পৃথিৱীত ব্যৰ্থ জীৱনৰ ভাৰ বৈ আনৰ হাঁহিয়াতৰ পাত্ৰ হৈছে। First year no fear বুলি যিবিলাকে (অৰ্থাৎ বন্ধু নৰেনৰ দৰে) ঘূৰি ফুৰে second year অত তেওঁলোকেই shed tears কৰিবলগীয়া হয়। এটা কথা, তুমি নৰেনক পঢ়াশুনা কৰিবলৈ এখন চিঠি লিখিবাচোন

— মই তেওঁৰ ওচৰত হাৰিলোঁ। তেওঁ নিজৰ কামৰ বাহিৰে জগত খনৰ কাম কৰি ফুৰে। সেই কাৰণে মই তেওঁৰ নাম দিছোঁ Consular General for Assam.

তুমি কিয় বিষাদৰ বীণ বজাবা। তোমাৰ সকলো আছে— তোমাৰ বীণত সদায় যেন উলাহৰ ধ্বনি উঠে। তোমালোক হৈছা পৃথিবীৰ আনন্দ স্বৰূপ। তোমালোকৰ মন ঠিক যেন বসন্তৰ কুঁহি ফুল পাতৰ দৰে।

বসন্তে বাতৰি দিয়ে ফুৰি বনে বনে
মলয় কোঁৱৰে চুমি যায়
এজাৰ উপচি ফুলে উৰা উলাহতে
পলাশৰ ৰং কোনে চায়। (অপ্ৰকাশিত)

সেইদৰেই জাগতখন যেন তোমালোকৰ আনন্দেৰেই ভৰি পৰক। তোমালোকৰ ৰং দেখিয়েই আনেও যেন ৰং পাওক। তোমালোকৰ হাঁহিয়ে যেন জগতৰ জেউতি চৰাওক। মানুহৰ প্ৰকৃত বন্ধু হৈছে কিতাপ। Human friends may fail but books will never. সেইকাৰণে কিতাপক বন্ধু কৰিবলৈ বিশেষ চেষ্টা কৰিবা। উপকাৰ পাবা আৰু মনত শান্তি পাবা। মোৰ Library টো দেখি তোমাৰ দেউতাৰে কৈছিল "বুঢ়া মানুহৰ কথা ৰাখক ইমান নপঢ়িব সেই দেখিয়েই আপোনাৰ মূৰচুৰ ঘূৰাই থাকে" মই অৱশ্যে তল মূৰ কৰি মনে মনে থাকিলোঁ। কি উত্তৰ দিম। মোৰ অকলশৰীয়া জীৱনত কিতাপৰ বাহিৰে কোন বন্ধু আছে?

আশাকৰোঁ ভালে আছা। বোধহয় তোমাৰ মনৰ পৰা ভুল ধাৰণা আঁতৰিব পায়। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। এইবাৰ তোমাৰ পৰা উলাহৰ চিঠি পাম বুলি আশা কৰিলোঁ। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

পুঃ এটা নতুন কবিতা ইয়াৰ লগতে পঠালোঁ। এইবাৰ নিশ্চয় তোমাৰ মন ভাল হ'ব।

(১)

শুকুলা ডাৱৰ নামি পৰ্বত কোলাত
কটালেহি এৰাতি মাথোন;
পুৱাৰ সমীৰ সতে পুনু উৰি গ'ল
এৰি থই নিশাৰ সপোন।

(২)

সৰু সৰু পানী কণা শিলনি বুকুত
পৰি ৰ'ল সোঁৱৰণী চিন;
পৰ্বতৰ হুমনিয়া — জুৰি হই বয়
ভৈয়ামত বিযাদৰ বীণ!

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Confidential

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 21.12.1941

৪৮

"So I turned to the
Garden of Love
That so many sweet flowers love;
And I saw it was filled with graves."
— William Blake.

মৰমৰ যতি,

তোমাৰ মৰমৰ চিঠিখন আৰু লগতে পঠিৱা কবিতাটি পাবৰ আজি বহুত দিন হ'ল। কিন্তু স্কুলৰ বছেৰেকীয়া আৰু বাচনি পৰীক্ষাৰ হেঁচাত ইমান দিন মূৰকে তুলিব নোৱাৰিছিলোঁ। আজি মাথোন ২/৩ দিন মানৰ পৰাহে আহৰি পালোঁ। নকলেও হ'ব বোধহয় যে তোমাৰ চিঠিপাই মোৰ ভাল লাগিল। তোমাৰ যিহকে মন যায় মোলৈ তাকে লেখিবা। দীঘলেই হওক বা চুটীয়েই হওক মই একো বেয়া নেপাওঁ। মই নৰেণক তোমালৈ লেখিবলৈ কৈছিলোঁ। বোধহয় তেওঁৰ চিঠি পাবা পোৱা। মই মাজেত এই বন্ধ দিন কেইটা কিবা এটা কামত ঘৰলৈ যাব খুজিছিলোঁ আৰু চিঠিও লেখা হৈছিল। কিন্তু উত্তৰ হ'লে নেপালোঁ। কাযে কাযে মোৰ যোৱা নহ'ল। এতিয়া কাইলৈ মানে পালেও আৰু যাব নোৱাৰোঁ। মিছাকৈয়ে টকা খৰচ কৰি ৪/৫ দিনৰ কাৰণে যোৱা একো লাভ নাই। বোধহয় কিবা অসুবিধা হ'ব পায় সেই কাৰণেই মোক নিবিচাৰিলে। কি কৰিবা উপায় নাই।

মই এইকেইদিন এটা কথা বৰ ভাবিছোঁ। বৰ্তমান সময়ত ইয়াত থকা মানুহৰ যাৰ য'ত আপোন মানুহ আছে সকলোৱে তেওঁলোকক কেনে আছে বা কি কৰিব

খুজিছে ইত্যাদি বিষয়ে সুধি চিঠি লেখিছে। অথচ মোৰ বংশ পৰিয়াল-কুটুম (বন্ধু বান্ধবৰ কথাকে নকওঁ) দেখা অৱস্থাত বহুত আছে বুলি জানো কিন্তু কোনেও কি কৰিম বা কেনে আছোঁ এই বুলি চিঠি এদখৰ দিও সোধা নাই। মইহে মাথোন মিছাকৈয়ে সকলোকে আপোন আপোন বুলি ভাবোঁ। আপদবিপদৰ সময়ত মোৰ ঈশ্বৰৰ বাহিৰে কোনো নাই। মই সদায় অকলশৰীয়া তত্ৰাচ সঁচাকৈয়ে বেয়া লাগিছে কাৰণ মই মানুহ, দেৱতা নহওঁ। আৰু Human heart seeks for sympathy. আজি যদি মই খুব টকাসিকা থকা ডাঙৰ মানুহ হলোহেঁতেন বোধহয় মোক সকলোৱেই আপোন কৰিবলৈ বিচাৰিলেহেঁতেন। কাৰণ জগতত টকাই সকলো । তুমি এতিয়া ছাত্ৰ অৱস্থাত আছা হয়তো এইবিলাক কথা ভালকৈ বুজিব নোৱাৰিবা। তত্ৰাচ কওঁ নিজৰ কাম কৰি জগতৰ দহজনৰ এজন হৈ মুখ উজ্জলাবলৈ চেষ্টা কৰা। নহলে বাটত আধামৰা হৈ পৰি থাকিলেও চাওঁতা মানুহ নেপাবা।

কামতে উজলি উঠে জীৱনৰ পথ,
সময়ে চলাই মাথোঁ নিয়তিৰ ৰথ।

মন বেয়া লাগি তোমালৈ যিহকে পাই তাকে লেখিছোঁ বেয়া নেপাবা। তোমাৰ কাষত মোৰ মনৰ আগত এখন আঁৰ কাপোৰ তৰিবলৈ ভাল নেপাওঁ।

সিদিনাখন নৰেন আহি মোৰ পুৰণি বহীবোৰ "ছোপাত" কৰি বলেৰে মই লেখা কিবা কিবি কিছুমান লেখি লৈ গৈছে। বোধহয় ইমানদিন তোমাৰ কাষ পাবগৈ পায়। তুমি ভাল তাৰ পৰা কল চিপি ৰং চাইছা। অৱশ্যে কলেজীয়া দিন কেইটা এনেকৈয়ে যাব। তাৰ পাছত কেইজনৰ এই দিন কেইটা পাৰহৈ গলে মোলৈ মনত পৰিব? সেইদেখি যি ইচ্ছা এই কেইদিন কৰিবৰ মন যায় কৰি লওক আৰু পাছত আপোনা- আপুনি আঁতৰি যাব — হয়তো মাহেকে পষেকেও মোৰ কথা এবাৰ মনত পৰিবনে নপৰে সন্দেহ।

দুলালে মোৰ পৰা এখন কথা কবিতা বিচাৰিছিল। মোৰ হাতত কিতাপ এখনো নাই। সেইদেখি নৰেনক এখন যোগাড় কৰি পঠাবলৈ কৈছিলোঁ — পঠাইছে। মোক তেওঁ কিবা এটা লেখি দিবলৈ কোৱাত লেখি দিলোঁ। দুলালক মোৰ মৰম জনাবা। আশাকৰো তোমালোক সকলোটি ভালে আছা। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। মোৰ চিঠিবোৰ যেন তুমি সদৰী নকৰিবা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক।

ইতি
তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

চিঠিৰ উত্তৰ দিবা তোমাৰ চিঠি মোৰ ভাল লাগে। চিঠিখন পঢ়ি ফালি পেলালেও ভাল পাম। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta. 3.1.1942

৪৯

মৰমৰ যতি,

তোমাৰ মৰমৰ চিঠিখন পাই মোৰ যে কিমান ভাল লাগিছে তাক মই লেখি প্ৰকাশ কৰিব নোৱাৰোঁ। মই এটি সামান্য মানুহ। ঢউ লেখি কবিতা গাই জীৱন কটাইছোঁ। — জগতৰ কাৰো উপকাৰত আহিব নোৱাৰিলোঁ অথচ তুমি যে মোক ইমান ভাল পোৱা আৰু মোৰ কাৰণে ইমান ভাবা' মোৰ কবলৈ আৰু একো নাই। ভাষাও নাই। কলেজীয়া জীৱনৰ দুদিনীয়া চিক্‌মিকোৱা চেনেহৰ কিৰণৰ সম্পৰ্কে মই মাথোন ব্যাপক ভাবে (in a general way) কৈছিলোঁ। তাৰ নিশ্চয় ব্যতিক্ৰম আছে। তুমিয়েই সেই, — বৰ ওখ ধৰণৰ। তুমি লেখিছা " .... দেউতা আৰু মাই আপোনাৰ কাৰণে আপোনাৰ বংশ পৰিয়াল কুটুমতকৈ বেচি নহলেও যথেষ্ট ভাবিছে।" তুমি তলত আঁচ দিয়া কথাকেইটা ভদ্ৰতা কৰি লেখিছা অথচ নেলেখাহেঁতেনেই ঠিক হ'লহেঁতেন। কাৰণ মই সৰ্বান্তঃকৰণে সেই কথা কেইষাৰ বিশ্বাস কৰোঁ। যতি, মই জগতত যদি কৰবাত অকণমান মৰম চেনেহ পাইছোঁ, আনৰ পৰাহে, বংশ পৰিয়ালৰ পৰা নহয়। সেইদেখিহে কওঁ যে সেইষাৰ নেলেখাহেঁতেন ঠিক মিলিলেহেঁতেন। মোৰ বংশ পৰিয়ালৰ যিসকল ধনী তেওঁলোকৰ কাযত মই এজন অকামিলা আৰু তেওঁলোকৰ ভাষাৰে "অলগন্ধ" মানুহ। সংসাৰৰ কোনো কামতে আহিব নোৱাৰিলোঁ ইত্যাদি। যিসকল ধনী নহয়, তেওঁলোকে ভাবে যে মই কলিকতাত থাকি সোপাসোপে ধন ঘটিছোঁ। সেই দেখি তেওঁলোকে মোৰ পৰা যিমান পাৰে আদায় কৰিবলৈ বিচাৰে আৰু দিব নোৱাৰিলেই হলোঁ বেয়া। এটা কথা মনত পৰিছে। এবাৰ ৰংপুৰত এডখৰ মাটি কিনিব খুজিছিলোঁ। অৱশ্যে মাটিদখৰ আপোন মানুহৰে আৰু দাম কৰিছিল ২০০/২৫০ মান টকা। কিন্তু যেতিয়াই শুনিলো যে মই ল'বলৈ বিচাৰিছোঁ তেতিয়াই দাম ৪০০ টকা ওপৰ উঠিলে অৱশ্যে মোৰ লোৱা নহল। পিছৰ খবৰ নেজানোঁ। ইয়াতে বুজিবা, আৰু বেছি নকওঁ। তাৰ পাছত ঘৰৰ পৰা চিঠি নেপালেও অহা উচিত আছিল আৰু লগতে এটা ঘৰৰ সম্পৰ্কে তোমাৰ ধাৰণা দিছা। হ'ব পাৰে তোমাৰ ধাৰণা সঁচা। কিন্তু ঘৰে ঘৰে আছে — সকলো একে নহয়। হয়তো তেনেকই যোৱাহেঁতেন মই বৰ অসুবিধাত পৰিলোঁহেতেন।

কলিকতাৰ বিপদ দিনে দিনে ঘনাই আহিছে সঁচা আৰু স্কুল কলেজো ১৮ তাৰিখলৈকে বন্ধ দিছে। আমাৰ স্কুল অৱশ্যে ১৬ তাৰিখেই খুলিব আৰু সেই কথা কালিহে গম পাইছো। যদি একেবাৰে ১মাহ মান বন্ধ দিলেহেঁতেন তেন্তে হয়তো

গলোহেঁতেন। কিন্তু তেনে আশা নাই। বন্ধ হ'ব পাৰে কিন্তু ৰই ৰই হে কাযে কাযে ইয়াতেই থাকিব লাগিব। ইয়াৰ পৰা যোৱা মানে একেবাৰে কাম এৰি দি যোৱা। তোমাৰ কথামতে "টকাই সকলো নহলে"ও মানুহৰ অন্ন চিন্তা চমৎকাৰ। দুবেলা দুমুঠি খাবলৈকো সেই ভাবনাটোৱেই আহি পৰেহি। অৰ্থাৎ একে আষাৰে কবলৈ গলে মোৰ ইয়াৰ পৰা যোৱা মানেই আলিবাটত বহা যাক ইংৰাজীত বোলে "Literally stranded"। নৰেনৰ মুখে শুনিবা মই অসমলৈ যাবলৈ কেবাবাৰো চেষ্টা কৰিছিলোঁ আৰু কেনেকৈ ব্যৰ্থ হলোঁ গোটেই জগতখন 'যতি'ৰেই গঠিত নহয় আৰু আন মানুহো আছে। আৰু এটা বেজাৰ লাগে কি ক'ব পাৰা? আমাৰ মাটি বাৰী সকলো আছে অথচ মই বিদেশত পৰি থাকিব লগীয়া হৈছে। কাৰণ লেখিবৰ মন নাযায়। ইমান দিন হৈছে মাথোন তোমাৰ চিঠিখনেইহে মোৰ থকা মেলাৰ সম্পৰ্কে ভাবিছে। আন সকলো নিমাত। এসময়ত ময়ো ভাবিছিলোঁ যে টকাই সকলো নহয় বুলি। কিন্তু বাস্তৱ জগতৰ নিৰ্ম্মম ব্যবহাৰত সেই ভাব কেনিবা উটি গ'ল। যি হয় হই থাওক। সংসাৰৰ সোঁতত কত মানুহ কেনি উটি গৈছে। মই যেনিবা জগতৰ পৰা আঁতৰিয়েই গলোঁ, — তাতনো কি হ'ল? একো নতুন কথা নহয়। মাথোন মনত ৰখাবা।

নৰেন ইয়াৰ পৰা গ'ল। নিশ্চয় তোমাৰ লগত দেখা কৰিছে। মোৰ সম্পৰ্কে সকলো কথা বাৰ্ত্তা শুনিছাই। নৰেনে তোমাক কবিতা দিব। "স্মৃতি যুগমীয়া" বুলি এটা নতুন কবিতা লৈ গৈছে। সেই কবিতাটো তোমাৰ কথা ভাবিয়েই লেখিছিলোঁ। পঢ়িলেই বুজিবা। কিতাপখনৰ নাম হৈছে "An Anthology of Poetry, Edited by Mark Van Doren. আজিকালি পোৱা নাযায়। মোৰটো American Edition, দাম ১৫ টকা। মাজতে এটা Cheap English Edition ওলাইছিল দাম ৮/৯ টকা মান। এতিয়া পোৱা অসম্ভব। মোৰখন নাম শুনি America-ৰ পৰা অনাইছিলোঁ।

তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। তোমাৰ পূজনীয় দেউতাৰাক আৰু 'মা'ক মোৰ ভক্তিপূৰ্ণ প্ৰণাম জনাবা। মোৰ এইবোৰ নিজৰ সম্পৰ্কে কথা লেখিবৰ মন নাছিল। কিন্তু তোমাৰ ওচৰত ধৰা পৰিব লগীয়া হ'ল। আজিলৈ ইমানতে। মন একেবাৰে বেয়া। কি কৰিবা। উত্তৰ দিবা। নৰেনক মোৰ মৰম জনাবা। মোৰ এইবোৰ কথা আনে শুনিলে ঠাট্টা কৰিব। কাকো নক'বা দেই।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

N.B. চিঠিখন Confidential

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 31.1.1942

৫০

মৰমৰ যতি,

তোমাৰ মৰমৰ চিঠিখন পালোঁ। তোমাৰ পৰা নিয়মিতভাৱে চিঠি পালে বৰ ভাল লাগে। আশাকৰোঁ তোমাৰ ভোগালী বিহু বেচ ৰঙেৰে গ'ল। আমাৰ বিদেশতেই জীৱন যাবলগীয়া হ'ল কাজে কাজে আমাৰ আৰু বিহু কি? সেইদেখি আনৰ মুখেৰে সান্দহ খোৱাৰ দৰে তোমালোকৰ ৰং দেখিলে ভাল পাওঁ। তুমি নিশ্চয় মোৰহে অলপ বেচি কৰি খালাতোঁ?

তোমাৰনো ইমান অতীতলৈ ধাউতী কিয় হৈছে? তুমি অকমমান ল'ৰা। তোমাৰনো অতীত কণ কিমান? কটীয়া জোখেৰে এবেগেতো নহ'ব। আমাৰহে এতিয়া অতীতক ভাবিবৰ দিন, কাৰণ আমাৰ অতীত নেযায় নুপুৰাই। তোমালোকৰ এতিয়া কামৰ সময়। কাম কৰি যোৱাঁ। লগে লগে

"ভূতৰ ভাৱনা এৰা বৰ্তমান যায়,
ভৱিষ্যত আছে হেৰা মুখলৈ চায়।"

এই কথাষাৰ মনত থই নিজৰ জীৱনৰ বাটত আগুৱাই যোৱাঁ। পিছলৈ চাবলৈ সময় বহুত পাবা।

বিকাশেই মানৱ জীৱনৰ মূলমন্ত্ৰ। জগতৰ চাৰিওফালে বিকাশৰ লীলা। ফুলপাহি কেনেকৈ পাহি মেলি ফুলি নিজৰ জেউতিৰে জগতত গোন্ধৰ সফুঁৰা মেলি দিয়ে (পাঠোদ্ধাৰ সম্ভৱ নহ'ল) যদিও কেতিয়াবা সোধা নাই কিয় মই ফুলিছো বুলি। অথচ নিজৰ ঠাৰিৰ পৰাও সৰি পৰা নাই। সময় হ'লে আপোনাআপুনি সৰি যাব। পূৰ্ণিমাৰ জোনে কেনে ৰং মনেৰে ৰূপালী সোঁতৰ ধাৰা আকাশৰ পৰা জগতত বোৱাইদি নিজকে নিজেই বিকাশ কৰিছে। আকাশৰ পৰা নমাহেঁতেন নিজতে নিজেই লোপ পালাহেঁতেন। নিজৰ ঠাইত ঠিক থাকি তেনেদৰে নিজৰ জীৱনক সকলো সদ্‌গুণেৰে বিভূষিত কৰি জগতৰ সকলোৰে কাৰণে উপযোগী কৰি তোলাই মানুহৰ আচল কাম। এয়েই মানুহ জীৱনৰ বিকাশ — আৰু ইয়াতেই জীৱনৰ সাৰ্থকতা। যি নিজৰ ঠাইৰ পৰা আঁতৰি দহ জনৰ লগত বলিয়া হৈ ফুৰে তেওঁ নিজৰো উপকাৰ কৰিব নোৱাৰে আনৰো কৰিব নোৱাৰে। নৈৰ সোঁতত উঠি যোৱা খেৰ দালিৰ দৰে মানুহৰ জীৱন নহয়। ইয়াৰ এটা উদ্দেশ্য আছে। নিজৰ সম্পূৰ্ণ বিকাশতেই এই উদ্দেশ্য সিদ্ধি হয়। আজিকালি মই বৰ

উপদেশ দিবলৈ ধৰিছোঁ, নহয়নে? তুমিয়েই মোক উপদেশ দিয়াৰ আসনত তুলি দিছা। মই উপদেশ দিয়া দেখিলে মোৰ নিজৰে হাঁহি উঠে। নাই আৰু এই উপদেশ দিয়া বাবটোৱে মোত শোভা নেপায়।

শ্ৰীমান সত্যক ময়ে তোমাৰ খবৰ ল'বলৈ কৈছিলোঁ কি কৰিবা। যোৰহাটলৈ কোনোবা যোৱা শুনিলে মোৰ তোমাৰ খবৰ ল'বৰ মন যায়। মই যেন তোমাৰ দাঁৰৰ বাতৰি দাঁৰে পাই থাকে। ইয়াকে ভাবোঁ। সদায় তোমাক কাষত পাবলৈকো ইচ্ছা কৰোঁ। কিন্তু কেইজনৰ জগতত পুৰিছে, বাসনা! শ্ৰীপঞ্চমীৰ দিনাও এটা কবিতা লেখিছিলোঁ। যেতিয়াই যিহকে মন যায় তাকে লেখোঁ কিন্তু বৰ এলেহুৱা, নকল কাৰিবৰ মন নাযায়। এই এলাহুৰ কাৰণেই মোৰ কত কবিতা নষ্ট হৈছে। অৱশ্যে তাত মোৰ বেজাৰ নাই, কাৰণ সি মোৰ নিজৰ বস্তু প্ৰকাশৰ কাৰণেতো নহয়। বহুত কবিতা মই ফালিও পেলাও। যাওক সেইবোৰ কথা। আশাকৰোঁ ভালে আছা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। নৰেনৰ খবৰ কি তেওঁকো মোৰ মৰম দিবাঁ। আজিলৈ ইমানতে সিপিঠিত মোৰ শেষ অনুৰোধটি পঢ়ি চাবা। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

## শেষ অনুৰোধ

ধৰণীৰ কোলা এৰি আঁতৰি যেতিয়া যাম
 থোৱা যেন তুমি মোক স্মৃতি মন্দিৰত।
তোমাৰ চকুলো দেখি যদিবা জগতে হাঁহে
 মনে মনে সাঁচি থবা মনৰ মাজত।
নতুন সোঁতৰ ধাৰে অতীত উটাই নিয়ে,
 সপোন মৰহি যায় নতুন পুৱাত।
উছাহত ভোল গই নেপাহৰা যেন মোক
 লুকুৱাই থবলৈ তোমাৰ হিয়াত।।
উলাহ উপচি পৰা তোমাৰ বীণত নিতে
 উঠক শতেক গান লগৰী লগত;
মোৰ এই জীৱনৰ চাপিলে সন্ধিয়া কাষ,
 বজাবা পূৰবী সুৰ নিজান চুকত।

দুদিনীয়া সংসাৰৰ বিষাদৰ কুঁৱলীত
অন্তৰ উজলি উঠে চেনেহী ভাৱত।
দুদিন ধেমালী কৰি কেনিবা আঁতৰি যায়,
মৰণ মধুৰ হয় মৰম আশত।

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

পুঃ এইটো অৱশ্যে শ্ৰীপঞ্চমীৰ দিনা লেখা নহয়। সেইটো বেলেগ। কোনে আকৌ নকল কৰে? J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 12.2.42

৫১

মৰমৰ যতি,

তুমি মোক মৰমেৰে পোত খুৱাইছা। গতানুগতিক ভাবে "বৰ ৰং পালো। বৰ সন্তোষ পালোঁ, ভাল লাগিল" ইত্যাদি কথা লেখি তোমাৰ মৰমৰ অৱমাননা নকৰোঁ। মাথোন ঈশ্বৰেক খাটোঁ যেন তোমাৰ সকলো ৰকমে মঙ্গল হয়। তোমাৰ আগত চিঠি দুখন আৰু আজি এখন আৰু পঠিবা বস্তু সকলোখিনি পালোঁ। খালোঁ, খোৱাৰ লগে লগে মন অতীতৰ স্মৃতিয়ে আগুৰি ধৰিছে। লগতে একেলগে কাম কৰা এজন মোৰ বঙালী বন্ধুৱেও খালে। তেওঁ শ্ৰীমান তীৰ্থৰ মুখে তোমাৰ আৰু মোৰ সম্পৰ্কে সকলো শুনিছে। আজি মাথোন কৈছে "যতীন সে তোমাকে সত্যি ভালবাসে। চিঠিতে কতক গুলো বাজে কথা (formalities) লিখে তার স্নেহের অবমাননা করনা। আমি তাকে চিনিনা। কিন্তু লিখে দিয়ো যে আমি আশীর্বাদ কচ্ছি যেন ভগবান তাকে দীর্ঘ জীবন দেন এবং সর্বতোভাবে মঙ্গল করেন।" তোমাৰ 'মা' ক আৰু দেউতাৰক মোৰ প্ৰণাম জনাবা। আশাকৰোঁ তেখেত সকলৰ গা ভাল। বিহুৰ দুদিন মানৰ আগতে শ্ৰীমান তীৰ্থৰ তাত এদিন কথা হৈছিল। তীৰ্থই কৈছিল "গুৱাহাটীৰ পৰা মোলৈ পিঠা পণা পঠালে আপোনাকো ভাগ দিম"। মই উত্তৰত কৈছিলোঁ "দিবা বাৰু, আমাৰনো কোন আছে যে আমালৈ পঠাব।" তেওঁ কৈছিল। "কিয় আপোনাৰ 'যতি' আছে নহয় তেৱেঁই পঠাব।" মই কৈছিলোঁ "যতিয়ে নপঠায় কাৰণ লাজ কৰিব পাৰে আৰু মই খাওনে নেখাওঁ হয়তো নেজানে"। কিন্তু তেওঁ কৈছিল। "নিশ্চয় পঠাব। আৰু মই তেতিয়া যতিলৈ লেখিম" মই

তোমাৰ গাঁৱৰ মানুহ ওচৰ চুবুৰীয়া গঞা আৰু জাতি। অথচ মোলৈ পাহৰি খন্তেকীয়া চিনাকি হোৱা এজনলৈ ইমান মৰম কিয়”? এই বুলি হাঁহিবলৈ ধৰিলে। মইয়ো হাঁহি হাঁহি কলোঁ “বাৰু লেখিবা। কিন্তু সুযোগ নেপাবা বোধহয়”। কিন্তু শেহত দেখিলোঁ যে তেওঁৰ কথাহি ৰ'লগৈ। যাওক এইবোৰ ধেমালীৰ কথা — কিন্তু আজি মনত পৰিছে।

যতি মোৰ মনত নানা কাৰণে অশান্তি আৰু মন ভাল নহয়। লগে লগে গাও বৰ ভাল নহয়। কি কৰোঁ কি নকৰোঁ বৰ বেয়া লাগি আছে। কেতিয়াবা তোমালোকৰ তালৈকে গুচি যাবৰ মন যায় কিন্তু মোৰ লাজকুৰীয়া স্বভাবেই বাধা দিয়ে। এই লাজকুৰীয়া স্বভাবৰ কাৰণে মই মানুহৰ ঘৰত থাকিব নোৱাৰোঁ। আৰু সদায় অকলে থাকি থাকি কিবা এক ৰকম অভ্যাস হৈ গৈছে। সেই কাৰণে তোমালৈ আৰু আন কথা কি লেখিম। খবৰ খাবাৰ লবা; ‘শেহৰ আহুতি’ বোলা শ্ৰীপঞ্চমীৰ দিনাখন লিখা কবিতাটো পঠালোঁ। নবেনে বোদহয় তোমাক মোৰ লাহৰি series-ৰ কবিতা সম্পৰ্কে কৈছিল। কিন্তু সি আৰু গোহৰ নেদেখে — মৰতৰ সৰু উশাহত মৰহি যাব বুলি ‘লাহৰী’ কুসুমক লুইতৰ সোতৰ মুখত উটি গ'ল — যাওক সাগৰত পৰি অনন্তৰ বুকুত চিৰশান্তি লাভ কৰক। মোৰ মৰম ল'বা। মন ভাল নহয় আৰুনো কি লেখিম। কবিতা? আৰু কিয়? শেহৰ আহুতিতে শেষ হলে জানো বেয়া হ'ব? ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

ঘৰৰ পৰাও শ্ৰীমান বসন্তই মাতি পঠাইছে কাৰণ স্কুলৰ লগত মোৰ ভাল সম্বন্ধ নাই সেই দেখি। অসমলৈ নো কেনেকৈ যাওঁ। কিযে হ'ব কব পৰা নাই। উত্তৰ সোনকালে দিবা। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 22.2.1942

৫২

মৰমৰ যতি,

তোমাৰ চিঠি পালোঁ। তুমি ল'ৰা মানুহ; তাতে আকৌ কবি; থাকা কল্পনা সৰগত; উৰা পখিলাৰ দৰে গাত সুৰুযৰ ৰং সানি মলয় সমীৰৰ লগত; অন্তৰ চেনেহেৰে ভৰা। এতিয়ালৈকে বাস্তৱৰ সংস্পৰ্শত অহা নাই। কাযে কাযে আমাৰ অৱস্থা ( অন্ততঃ মোৰ ) উপলব্ধি কৰিব পৰা নাই। সেইদেখিয়েই লেখিছা “আপোনাৰ মনত অশান্তিতো

আহি আকৌ কৰ পৰা ওলালহি"? মোৰ উত্তৰত কবলৈ একো নাই। দেখা হোৱাহেঁতেন হয়তো বুজাব পাৰিলোহেঁতেন। যদিও,

তুমি মোক বুলিছা দেৱতা;
দেৱতাৰো সুখদুখ আছে;
সপোনৰ সোণালী জালত
আশাৰ ৰ'দালি পৰি নাচে।

তাৰ পাছত তুমি লেখিছা "আমাৰ ঘৰত থাকিবলৈ আপোনাৰ আকৌ লাজটো কিহৰ"? ইয়াৰ উত্তৰ ময়ো ভাবি পোৱা নাই। পৃথিৱীৰ লাজকুৰীয়া মানুহবোৰে যদি তেওঁলোকৰ লাজৰ উঁহটো বিচাৰি পালেহেঁহেতেন তেনেহ'লে হয় পৃথিৱীৰ বহুত প্ৰশ্নৰ সমাধান হ'লহেঁতেন আৰু হয়তো মোৰ জীৱনৰ ধাৰা আনফালে বলিলহেঁতেন। তুমি মোক খন্তেকৰ কাৰণে দেখা পাইছিলা কাযে কাযে মোৰ স্বভাৱ (nature) বুজিবৰ সুবিধা নহ'ল। সঁচাকৈয়ে মোৰ এই স্বভাৱৰ কাৰণে মই বহুত ঠাইত বিপাণ্ডত পৰোঁ। তোমাৰ বন্ধু নৰেনে সম্ভৱতঃ অলপ জানিব লাগে। লগতে তোমাক ইয়াকো কওঁ যে তোমাৰ অন্তৰৰ চেনেহৰ ধাৰা কেনেকৈ বৈছে মই তাক বেচকৈ বুজিব পাৰিছোঁ।

তুমি আমাৰ স্কুলৰ কথা সুধিছা। Private Mission School অত Pension নাই। যিমান দিন কাম কৰিবা সিমান দিন দৰমহা পাবা। মাথোন এটা Provident Fund আছে সিও নাম মাত্ৰ আৰু এতিয়া এই অৱস্থাত তাৰো অৱস্থা শোচনীয়। পোৱা নোপোৱাৰ একো ঠিকেই নাই। এতিয়া যদি কোনোবাই কাম এৰি গুচি যায় সি হয়তো অলপ অচৰপ কিবা পাব পাৰে শেহত কিন্তু তাৰো মুখ মৰিবৰ সম্ভাৱনা। তুমি জানিব খুজিছিলা দেখিহে মই এইখিনি কথা লেখিলোঁ নহ'লে এইবোৰ কবলৈ মোৰ বৰ বেয়া লাগে। নিজৰ অৱস্থাৰ সম্পৰ্কে মানুহক নোকোৱাই ভাল। দূৰৰ পৰা আনে যেনে ভাবে ভাবক। বৰ্তমান স্কুলত লৰাৰ সংখ্যা নিচেই কম আৰু লাহে লাহে কমিহে গৈছে। তাৰ পাছত কি হ'ব সেইটো ভৱিষ্যতৰ বুকুত — ক'লৈ কেনি? সেইটো ঈশ্বৰে জানে।

তুমি লেখিছা "আপুনি প্ৰবন্ধ নেলেখে কিয়"? মই তাৰ উত্তৰত কওঁ আৰু কিয়? ঢেৰ হ'ল। জীৱনত বহু আকাশ কুসুম ৰচনা কৰিছিলোঁ সি শূন্যতে ফুলি শূন্যতে মাৰ গ'ল। জীৱনত কি হ'ল কি নহ'ল তাৰ খবৰ লবৰ মন নাই — আৰু সময়ো নাই।

সপোনত হেৰা পোৱা ধন
দিঠকত কোনে ক'ত পালে?
কল্পনাৰ মায়া কাননত
কিনো বীণ কোনেনো বজালে?

জীৱনৰ আবেলি বেলিকা
আজি তাৰ নকৰো বিচাৰ
মাৰ যক অন্তৰতে যত
তোলপাৰ আশা নিৰাশাৰ।।

এতিয়া মাথোন কওঁ —

খলাবমা বাটে বাট বুলি
জীৱনত সুখ দুখ সানি,
ভাগৱত লাল কাল হই
আজি মই মাগিছোঁ মেলানি।।

আশাকৰোঁ ভালে আছা? মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। নবেনৰ খবৰ কি? মোৰ চিঠিখন পাব পায়। তেওঁকো মোৰ সাদৰ সম্ভাষণ জনাবা।

ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

পুঃ যতি, তোমাৰ এতিয়া পৰীক্ষাৰ সময়। সম্ভাৱতঃ March অত হ'ব। আশাকৰোঁ ভাল ফলেই হ'ব। এতিয়া আৰু নাটক লেখিবলৈ চেষ্টা নকৰিবা। তাৰ কাৰণে জীৱনত বহুত সময় পাবা। তোমাৰ ভালৰ কাৰণেহে কৈছোঁ। বেয়া নাপাবা। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 23.2.1942

Strictly Confidential

৫৩

মৰমৰ যতি,

তোমাৰ Express Delivery-ৰ চিঠিখন পাই মইযে তোমালৈ কি উত্তৰ দিম ক'ব নোৱাৰোঁ। তুমি যে মোক ইমান ভাল পোৱাঁ আৰু মোৰ কাৰণে ইমান ভাবা তাৰ কাৰণে মোৰ হিয়াভৰা চেনেহ আৰু আশীৰ্বাদৰ বাহিৰে তোমাক দিবলৈ একো নাই। মই আজি মোৰ গোটেই অৱস্থা তোমালৈ বুলি লেখোঁ। মোৰ একান্ত অনুৰোধ আৰু আদেশ

যে তুমি অন্ততঃ এই চিঠিখন পঢ়ি ফালি পেলাবা। কাৰণ এই কথা বিলাক কাকো কোৱা নাছিলোঁ। মোৰ আগৰ চিঠিৰ পৰা স্কুলৰ বৰ্তমান অৱস্থা বুজিছাই তথু এতিয়ালৈকে কিয় পৰি আছোঁ কাৰণ ভৱিষ্যতৰ ভয়। মই ইয়াৰ পৰা গুছি গ'লে একেবাৰে কাম এৰি যাব লাগিব কাৰণ ছুটী নিদিয়ে। ধৰা তোমালোকৰ তালৈ গলোঁ তাৰ পাছত মোৰ কি অৱস্থা হ'ব? মোৰ এনে সংস্থান নাই যে কাম নকৰা কৰি খাব পাৰিম। মোক কোনে খুৱাব এই বয়সত কামনো ক'ত পাম। এবাৰ Shillong অত Lady Keane College অত Prof. of Assamese Appointment দিছিল বৰ আগ্ৰহ কৰিছিল মোক বখাবলৈ কিন্তু ছোৱালীৰ College বুলিয়েই মোৰ লাজে আগচি ধৰিলে। এতিয়া ইয়াত School অত থাকিলেও Univ. Lecturer বুলি এটা সন্মান আছে। তাতনো আকৌ কেনেকৈ School অত সোমাওঁগৈ আৰু অসমৰ College অত মোলৈ ঠাই নাই। Univ. দিলেও অসমৰ বাতৰি কাকতে নিদিয়ে। তুমি হয়তো কবা আপুনি কিয় ভাবিছে? কিয় নেভাবিম যতি, এবাৰ Dibrugarh অত কাম কৰিছিলোঁ। মানুহৰ ওচৰত বেমাৰত পাঁচ টকা বিচাৰি ধাৰ নেপালোঁ। অথচ যাৰ ওচৰত বিচাৰিছিলোঁ তেওঁলোকে নিজৰ পুতেকৰ পুতলাৰ কাৰণে দিনে ৩০/৪০ টকা খৰচ কৰিব পাৰে। তোমাৰ কালৰ পৰাও চোৱা — তোমাৰ আপোন মানুহ আৰু জাতিয়ে মোক ইমান মৰম কৰা দেখিলে তোমাক বেয়া বুলিব আৰু মোক কি ক'ব জানা যে এই বুঢ়াটোৱে সৰু ল'ৰাটোৰে ওপৰত advantage লৈছে। আমাৰ দেশত যদি কাৰবাক কোনোবাই মৰম কৰে তেন্তে দুইজনৰ দোষ আৰু বদনাম খুচৰি উলিৱা মানুহৰ অভাৱ নাই। মই সেইদেখিয়েই কৈছোঁ যে আমাৰ নিছিনা টকা নোহোৱা মানুহৰ বোমা পৰি মৰাই ভাল। মই সঁচাকৈয়ে বৰ Desperate হৈ গৈছোঁ। তাৰ পাছত তুমি জানাই মোৰ ১৯৩২ চনত Motor accident হৈ মোক একেবাৰে জুকলা আৰু nervous কৰিলে। ঘড়িৰ কাঁটাৰ দৰে থাকিব লাগে। অলপ ইফালে সিফাল হ'লেই বেমাৰ হয়। সদায় মুখ ধুবলৈ গৰম পানীৰ আৰু দৰবৰে মুখধুৱৰ দৰকাৰ কাৰণ তালুত এটা ফুটা আছে যাৰ পৰা গৰম কালি সময়ে সময়ে তেজো ওলায়। তেতিয়া দৰৱ খাব লগীয়া হয় বা Shillong অৰ নিছিনা ঠাণ্ডা ঠাইলৈ গচি যাব লগীয়া হয় আৰু তেতিয়া আপোনা আপুনি ভাল হয়। মোৰ সোঁহাত ভগা। মই মানুহৰ ভাত খকা মানে আনক অসুবিধা দিয়া হয়। তাৰ পাছত মই সাধনকো এৰিব নোৱাৰোঁ কাৰণ সি মোৰ সকলোখিনি জানে কেতিয়া চকু খোলোঁ তাকো ক'ব পাৰে। সিও ভাল জাতৰ বঙ্গালী ঘোৰ। অসমলৈ গলে তাক বঙালী বুলি মানুহে ঘিণ কৰিব। অৱশ্যে আমাৰ ঘৰত নকৰে কাৰণ এইবাৰ সি নিজে গৈ সকলো দেখি আহিছে তাক মই কেতিয়াও চাকৰৰ দৰে ব্যৱহাৰ কৰা নাই আৰু আমাৰ ঘৰতো কৰা নাই। এইবাৰ Dibrugarh অত থাকোঁতে তাক পানীখোৱা নাদটোকে চুবলৈ নিদিয়ে। খোৱা বোৱাৰ কথা নকৰেই। মোৰ যদি ভৱিষ্যতৰ অলপমানো সংস্থান থাকিল হেঁতেন তেন্তে তোমাৰ পৰাই এটা ঘৰ খুজিলেই সাধনক লৈ

থাকিলোহেঁতেন। স্কুলৰ অৱস্থাৰ কথা বুজিবই পাৰিছা কেতিয়া কাম যায় একো ঠিক নাই — এনে অৱস্থাত মই পাৰোঁতে পৰি আছো নে? মাথোন ভৱিষ্যতৰ ভয়। মই তাৰ মানুহক (অসমীয়াক) বেচ জানো। ঠাট্টা, দোষ খোচৰাত পকা, অথচ উপকাৰ কোনো নাই। চোৰাছেন মোকনো য'তে ত'তে এটা অলপ ভাল ৰকমৰ কাম দিজ থ'ব নোৱাৰেনে? অথচ মোৰ So called friend. অৰ অভাব নাই। তুমিতো মোলৈ চিঠি পত্ৰ লেখি থকাৰ কাৰণেই বলিয়া নাম পাইছাই আৰু সিওঁ তোমাৰ বন্ধুবিলাকৰ পৰাহে আৰু মোক নি কিয় বেচি গালি খাব খুজিছা? তাৰ পাছত ঘৰৰ কথা। বসন্তই (মোৰ ভতিজা) মোৰ অৱস্থা সকলো জানে কাৰণ সি মোক ইয়াত দেখি গৈছে। তাৰো গা ভাল হৈ উঠা নাই। মাজে মাজে ২/১ দিন ভাল হয় তাৰ পাছত আকৌ বেয়া হয়। যাওক তাৰ কাৰণে মই ভবা নাই। As you like It নাটকত Olando ই কবৰ দৰে I fill a sorry place which will be better filled up when I am gone (যিমান দূৰ মনত আছে সুঁৰৰিহে লেখিছোঁ)

তাত তোমাক কোৱা কবিতাটো "তুমি মোৰ নাভাঙিবা ভুল" কেতিয়াবাই হৈ আছে — ভাবিছিলোঁ তোমাৰ চিঠি পালেই পঠাম কিন্তু পোৱা নাই দেখিয়েই পঠোৱা হোৱা নাই। "আবাহন"ত শেহৰ আহুতি পঢ়িলোঁ। কিছুমান সৰু সুৰা কবিতা য'তে ত'তে ইয়াত পৰি আছে, যদি বন্ধ হয়, বহি বহি সেইবোৰকে একোঠাইতে গোটাই থম, কি বোলা? সিঁচৰিত হৈ থকাতকৈ একে ঠাইতে থকা জানো বেয়া?

সিদিনাখন বসন্তৰ চিঠিত শিৱসাগৰত বৰ হাইজা বেমাৰ হৈছে বুলি শুনিছোঁ — টাউনতো হৈছে — মন বৰ বেয়া লাগি আছে। আশাকৰোঁ তোমাৰ ভাল। তোমাৰ বন্ধুসকলক মোৰ কথা ক'বা। তোমালোকৰ স্কুল কলেজৰ খবৰ কি?

শ্ৰীমান জীৱন গোস্বামীৰ হাতত এটা ঘড়ী আমাৰ ঘৰলৈ পঠাবলৈ প্ৰেমক দিবলৈ কৈছোঁ — সেইটো যাতে সোনকালে যায় তাৰ যেন খবৰ কৰিবা। জীৱনৰ আগত তুমি চিঠি নেলেখাত বৰ বেজাৰ কৰিছিলোঁ। বোধহয় তোমাক ক'বগৈ পায়। তুমি মোৰ মৰম আশীৰ্বাদ ল'বা। তোমাৰ দেউতাৰাক আৰু তোমাৰ 'মা'ক মোৰ শ্ৰদ্ধা জনাবা। আৰু সৰু দাদাইদেৱৰক সাদৰ সম্ভাষণ জনাবা। ঈশ্বৰে যেন তোমাক মঙ্গল কৰক। চিঠিৰ উত্তৰ যেন সোনকালে পাওঁ। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

কলিকতা
৪/৩/৪২

৫৪

মৰমৰ যতি,

"আজলী" পালোঁ। কেবা বাৰে পঢ়িলো। পঢ়ি ভাল লাগিব। লগতে উত্তৰ স্বৰূপে এটা কবিতাও পঠালোঁ। তোমাৰ পৰীক্ষাৰ সময়ত আৰু বেচি নেলেখোঁ। মাথোন ইয়াকে কওঁ যে ইমান দিন মানুহৰ চকুৰ আঁৰত আছিলোঁ তুমি মোক টানি জগতৰ আগত থিয় কৰি দিছাহি। ঠিয় হ'বৰ যে মোৰ যোগ্যতা নাই। তাক মই বেচিকৈ জানো কিন্তু তোমাৰ মৰমৰ কাষত মই মূৰ দোৱালোঁ। তুমি যি ভাল দেখা কৰা। তোমাৰ কিতাপখন পঢ়ি আৰু এটা কথা মনত খেলালে।

— এফালে পছিমৰ হেঙুলী ৰহণ সনা আকাশত বেলি লাহে লাহে ম্লান
হাঁহিৰে তললৈ নামি গৈও ইফালে পূব আকাশত জগতৰ নতুন
ৰকমে মন মুহিবলৈ পূর্ণিমাৰ জোন মধুৰ উজল হাঁহিৰে
লাহে লাহে ওপৰলৈ উঠি আহিছে।

মৰম ল'বা।

আশাকৰোঁ ভালে আছা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে —

ইতি তোমাৰ
শ্রীযতীন্দ্রনাথ দুৱৰা।

পু ঃ কবিতাতো যেন কোনো কাগজত প্রকাশ নকৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 16.3.42

৫৫

মৰমৰ যতি,

তোমালৈ আৰু ঘৰলৈ চিঠি Post কৰাৰ পাছত শ্রীযুত বিষ্ণুপ্রসাদ দুৱৰাৰ পৰা এখন জৰুৰী চিঠি পালোঁ। তেখেতে মোক মাতি পঠিয়াইছে যদিও মই ছুটি লোৱাৰ কথা তেখেতলৈ লেখা নাছিলোঁ। সেই কাৰণে মই গুৱাহাটীত দুদিন থাকিব লগা হ'ল। তাৰ মানে মই দেওবাৰ ২২ তাৰিখে পুৱা Assam Mail অত ঘৰলৈ যাম আৰু সেই দিনা

ৰাতি ৮ মান বজাত ঘৰ পামগৈ। সেইদেখি আগৰ চিঠিৰ বন্দবস্ত সকলো হুঁহকি গ'ল। তেখেতে কিয় হঠাতে চিঠি দিলে ক'ব নোৱাৰোঁ। মাথোন লেখিছে, — "যদি স্কুল বন্ধ হোৱা নাই তেন্তে কেইদিনমানৰ ছুটী লৈয়ে গুচি আহিবা। মোৰ মনেৰে তোমাৰ তাত থকা এতিয়া অনুচিত। কি কৰা সোনকালে জনাবা। — তোমাৰ কাৰণে বৰ উৎকণ্ঠিত হৈ আছোহঁক।"

বংশৰ ভিতৰত এখেতেই মোক মৰম কৰে। কিন্তু কিয় যে হঠাতে মাতিলে তাকেহে বুজিব পৰা নাই। যাওক সেইকথা। তোমাক দেখাৰ দুদিন পলম হ'ল। বাকী লগ পালে সুদে মূলে আদায় কৰিবা। মোৰ মৰম আৰু আশীৰ্বাদ লবা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Sibsagar,
16.4.42

৫৬

মৰমৰ যতি,

তোমাৰ অকণমানি চিঠিখন আজিহে পাইছো। বোধহয় আনকামত ব্যস্ত থকাৰ বাবে মোলৈ সময় উলিয়াব নোৱাৰিলা হ'ব পায়। মই আজি প্ৰেমলৈ লেখিছো যে ২০ তাৰিখ সোমবাৰে ইয়াৰ পৰা ৫ বজাৰ গাড়ীত গৈ সেইখিনি প্ৰায় ৭ মান বজাত পামগৈ বুলি। সাধনক লগত লৈ যাম। প্ৰেমক মোৰ কাৰণে এখন তুলি, লেপ আৰু আঠুৱা যোগাৰ কৰিবলৈ কৈছো, যদি নোৱাৰে যেন তুমি যোগাৰ কৰি দিবা। Bus অত যোৱাৰ কাৰণে বস্তু নিব নোৱাৰো। যদি তীৰ্থক লগ পাওঁ তেন্তে দুদিনমান থাকিব লাগিব নহলে এদিন থাকিয়ে গুচি আহিম। কাৰণ তাৰ কামটো ভেতিয়া গুৱাহাটীত কৰিব লাগিব আৰু ইফালে মই ৩০ তাৰিখে কলিকতা পাবগৈ লাগিব। মন কৰিলে মই June মাহলৈকে থাকিব পাৰোঁ। কিন্তু মোৰ আৰু ইয়াত থাকিবৰ মন নাই। মোৰ থকা-মেলাৰ সম্পৰ্কে যেন তুমি প্ৰেমক সকলোখিনি ক'বা। এইবাৰো তুমি কণাৰ লুখুটি হ'ব লাগিব। মন বৰ বেয়া — কবিতা লিখিবৰ মন নাই। মাথোন দুটাহে যদি বিহিয়ে নকল কৰি দিয়ে পাবা পাবা। মই তোমাক বৰ দিগ দিবলৈ আৰম্ভ কৰিছো। সঁচাকৈয়ে নিজৰে বৰ বেয়া

লাগিছে। মাথোন তুমি যেন বেয়া নোপোৱা। ইয়াকে খাটিলো। তুমি প্ৰমোচন পোৱা শুনি বং পালোঁ। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক। সিবাৰ যেন সুবিধা কৰি এইবাৰো যেন ফুকনৰ তাতো তেনে কৰি দিবা ইয়াকে খাটিলো। মোৰ মৰম ল'বা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Sibsagar,
8.5.42
(Assam)

৫৭

মৰমৰ যতি,

তোমাৰ চিঠিখন কালি পাই সঁচাকৈয়ে বৰ ভাল পালোঁ। সেই দেখি আজি পৰীক্ষাৰ কাগজ নেচাই তোমালৈকে চিঠি লেখিছোঁ। ডাৱৰ থুপ খোৱা নাই আশাকৰোঁ আগলৈকো নেখায় যেন। তোমাৰ দদাইদেৱৰ কথা শুনিহে বেয়া লাগিছে। ঈশ্বৰে যেন তেখেতক সোনকালে নিৰাময় কৰে। তোমাৰ দেউতাৰ চাগে তেখেতক লৈয়ে ব্যস্ত আছে। নহয়নে?

শ্ৰীমান তীৰ্থই তোমাক যিবিলাক কৈছে সেইবিলাক মই অলপ অলপ জানো কাৰণ তোমাৰ আজলী সম্পৰ্কে তেওঁ মোক কৈছিল। তেওঁৰ কথাবিলাকৰ পৰা যিথিনি ভাল লাগে বাচি ল'বা কাৰণ মোৰ কাৰণেই তেওঁ তোমাক ভাল পায় আৰু সেইদেখিয়েই কৈছে। মানুহে সকলোকে নিজৰ দৰে বিচাৰে বাবে সেইদেখিয়েই বহুত সময়ত ভুলো কৰে। তাত বিচলিত হ'বৰ কোনো কাৰণ নাই। জগতখন অকল মোক লৈয়ে (অৰ্থাৎ মোৰদৰে বলিয়া লই) গঠিত নহয়। ইয়াত সকলো ৰকমৰ মানুহ পাবা। কিছুমানৰ পৰা মৰম পাবা, কিছুমানৰ পৰা বিদ্ৰূপ আৰু কিছুমানৰ পৰা আঘাত পাবা। তালৈ কাণ নকৰি নিজক ঠিক ৰাখি জীৱনৰ বাটত আগুৱাই গৈ থাকিবা। তেতিয়াহে জগতত তুমি মানুহ বোলাই থাব পাৰিবা। কেতিয়াও নিজৰ পথৰ পৰা যেন লক্ষ্যভ্ৰষ্ট নোহোৱা। অন্তৰখন যেন সদায় সত্য আৰু চিৰ সুন্দৰৰ পোহৰ পৰিবলৈ মুকলি কৰি থবা। "When a man proceeding onwards from terrestrial things by the right way of loving, one comes to sight of that Beauty, he is not far from the goal. And this

is the right way ... he should begin by loving earthly things for the sake of the absolute loveliness, ascending to that as it were by degrees or steps, from the first to the second and thence to all fair forms, and from fair forms to fair conduct, and from fair conduct to fair principles, until from fair principles he finally arrives at the ultimate principle of all and learn what absolute beauty is. This life my dear Socrates, said Diotima, if any life at all is worth living, is the life that a man should live in the contemplation of absolute Beauty."

ওপৰত লিখা কথাখিনি পোনতে বুজিবলৈ টান পালেও লাহে লাহে বুজিবলৈ চেষ্টা কৰিবা। যিহকে পায় তাকে অৰ্থাৎ ভুল কৰি নুবুজিবা। তেনেহ'লে পিছত ভুল ভাঙিবলৈ বৰ টান হ'ব। মোৰ এই কথাকেইষাৰ বৰ ভাল লাগে দেখি তোমালৈ লেখিলোঁ। চিঠিৰ পৰা টুকি আনঠাইত পাৰিলে লেখি থবা, কাৰণ আনৰ আগত মোৰ চিঠি প্ৰকাশ হোৱা মই ভাল নেপাওঁ। মৰম আৰু আশীৰ্বাদ ল'বা। ইয়াত বৰ বৰষুণ দিছে। ওলাবই পৰা নাই। লগৰ চিঠিখন প্ৰেমক দিবা। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Sibsagar,
24.5.42
(Assam)

৫৮

মৰমৰ যতি,

তোমাৰ চিঠিখন পাবৰ আজি কেইবাদিনো হ'ল। কিন্তু পৰীক্ষাৰ কাগজলৈ ব্যস্ত থকাত তাৰ উত্তৰ দিয়াত পলম হ'ল। বেয়া যেন নোপোৱা। নৰেনৰ হাতত অভিভাষণ দুখন পঠালোঁ এখন তোমাৰ এখন প্ৰেমৰ। বোধহয় পাব পোৱা। সেইদিনাখনেই সৰ নম্বৰ পঠালোঁ আৰু ডাকঘৰৰ পৰা উলটি আহি ইমান ভাগৰ লাগিল যে এখন চিঠি লেখিবৰো গাত শকতি নোহোৱা যেন লাগিল। কিতাপ খিনিও পঠালোঁ। ইয়াত থকা কেইদিন তোমাক বৰ দিগ দিলোঁ — টনা আজোৰা কৰি, নহয়নে বাৰু? যাওক সেইবোৰ কথা। এতিয়া অলপতে নাহৰীয়া বাৰ ভাটিয়াই। যদিও স্কুল আৰু Univ. খুলিবলৈ বহুত সময় আছে অত্ৰাচ গুচি যাম, কাৰণ ইয়াত বৰ বেয়া লাগিছে। মোটৰ ওপৰত দেখিলোঁ আৰু বুজিলোঁ যে মোলৈ ইয়াত ঠাই নাই। কাৰে কাৰে দুদিনৰ কাৰণে মৰমৰ জবী গছ দীঘল কৰাবনো আৰু কি সকাম আছে? কেতিয়া যাম সঠিক কৰি ক'ব নোৱাৰোঁ।

মাথোন সুবিধা পালেই গুচি যাম। তোমালোকে মিছামিছি কথাত বৰ বিচলিত হই মনলৈ ভয় মাতি আনি মাথোন নিজৰ অশান্তি সৃষ্টি কৰা। Rumour-ৰ ওপৰত কেতিয়াও বিশ্বাস নকৰিবা। ধীৰে সুস্থে সকলো ভাবি চিন্তি মন স্থিৰ কৰি ল'লে আপদ-বিপদ বেচি ব্যতিব্যস্ত কৰিব নোৱাৰে। সঁচাকৈয়ে তোমাৰ চিঠিখন পঢ়ি মোৰ হাঁহিহে উঠিছিল আৰু লগে লগে মাথোন ভাবিছিলোঁ, তুমি মোৰ দৰে কবিতাত পৰি থকাহেঁতেন কি কৰিলাহেঁতেন। ঘৰত থাকিবৰ মন নোযোৱা কাৰণটো জানাই। সেই বিষয়ে আৰু বেছি ক'বৰ মন নাযায়। শ্ৰীমান তীৰ্থই তোমাক ভাল উপদেশ দিয়া শুনি ৰং পালোঁ। মই জানোঁ তেওঁ তোমাক মোৰ কাৰণেই ভাল পায় কাৰণ তেওঁ মোক বৰ শ্ৰদ্ধা কৰে। আৰু এবাৰ কথা কওঁ বেয়া নেপাবা। এটা সামান্য কাথাতে বা অলপ ঠাট্টাতে বিচলিত হৈ নুঠিবা। কোনোবাই যদি ধেমালীকেই বা অলপ ঠাট্টাৰ সুৰতে বা সঁচাকৈয়ে তোমাক বেজাৰ দিবৰ কাৰণে ধৰিলোৱা যদি কয় "That Young কবি" বা "That Young Poet" তেতিয়া খঙত বা বেজাৰত ছটনফটাই হাঁহি হাঁহি নুশুনা ভাও জুৰিলেই হ'ল। তোমাৰো কুঁহিপাতে গা নাকাটিলে আৰু ভৱিষ্যতে একোকে নকয়। মোৰ বৰ্তমান ইমান গা বেয়া লাগি আছে যে একোকে লেখিবৰ মনেই যোৱা নাই। Univ. লৈ লেখিছোঁ তাৰ পৰা উত্তৰ পালেই সম্ভৱতঃ June মাহৰ মাজতেই ইয়াৰ পৰা যাম। আশাকৰোঁ ভালে আছা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বাঁ। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। অমূল্য, পদুম, ৰাজেন ইত্যাদিকো মোৰ মৰম জনাবা। প্ৰেম আৰু ভবক মোৰ স্নেহাশীষ দিবা। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

তোমালোক যোৰহাটত থাকিবানে বা ক'ৰবালৈ যাবা জনাবা। তোমাৰ দদাইদেৱক মোৰ সাদৰ সম্ভাষণ জনাবা। তোমাৰ দেউতাৰাক, আইতাৰাক আৰু 'মা'ক মোৰ শ্ৰদ্ধা জনাবা। ইতি

যতীন্দ্ৰ দুৱৰা।

Sibsagar,
1.6.42

৫৯

মৰমৰ ৰতি,

বহুত দিনৰ মূৰত তোমাৰ চিঠিখন পাই মোৰ বৰ ভাল লাগিল। আচৰিত কথা যে তোমাৰ ২৬ তাৰিখৰ চিঠিখন মই ইয়াত ৩০ তাৰিখেহে পালোঁ। উত্তৰ পলম হোৱাত ভাবিছিলোঁ যে মোৰ চিঠিবোৰ বেচি উপদেশমূলক হোৱাত তুমি কিজানি বেয়াই পালা।

পিছতহে বুজিছোঁ যে ডাকৰ বেমেজালিতহে এনে হইছে। তোমালৈ এই চিঠিখন লেখাৰ সময়ত মোৰ এজন ডাঙৰ লেখকৰ দুটামান কথা বৰ মনত পৰিছে তোমালৈ নেলেখাৰ লোভ সামৰিব নোৱাৰিলোঁ। "We are like the strings of a stringed instrument which slackened in any part are dead; they can yield no music but the music proper to themselves and then only if thier tension be just. Each man must discover the perfect tension of his being -in action or solitude, in love or ascetism, in philosophy or faith -by continual adjustments of thoughts and experience." জীৱনত যেন তুমি সেই সামঞ্জস্য উলিয়াই ল'ব পাৰা। মই নোৱাৰিলোঁ আৰু নতুনকৈ চেষ্টা কৰিবৰ সময়ো নাই। বেলি ভাটি দিলে, ইয়াৰ পাছতে হয়তো জগত আন্ধাৰে আবৰি ধৰিব।

মই দুটা কাৰণত যোৰহাটলৈ যাব পৰা নাই। প্ৰথমটো হৈছে কিজানি University এ Re-exam অৰ কাৰণে কাগজ পঠাই সেইটো বৰ Urgent, ততালিকে কৰি পঠাব লাগে যদি আহে তাৰ পাছত গা সিমান ভাল নহয়, কাৰণ কাগজ চোৱাত বৰ হেঁচা পালোঁ। লাহে লাহে অৱশ্যে ভালহে আহিছে। সঁচা কথা ক'বলৈ গ'লে মোৰ বোধহয় আৰু যোৰহাটলৈ যোৱা নহ'ব কাৰণ যাবৰ আয়োজন কৰিব লাগিব। কেতিয়া যাওঁ ঠিক নাই। অন্ততঃ ১৫ তাৰিখলৈকে ইয়াত আছোঁ তাৰ পাছত কি কৰোঁ ক'ব নোৱাৰো। অভিমান কৰা নাই, — অভিমান কাৰ ওপৰত কৰিম? ভাগ্যৰ ওপৰতনে কি? "অভিমান কৰা হৃদয়ত বিন্ধিবহি উপেক্ষাৰ বাণে"। ইয়াৰ লগতে শ্ৰীমান প্ৰেমলৈ এখন চিঠি দিছো দিবা যেন। সিদিনা তাৰ শ্ৰীযুত চন্দ্ৰ শৰ্মা আহি কৈ দিলে যে মানুহবোৰে মিছাকৈয়ে তাত ভয় খাইছে — চাৰিওফালে কিবাকিবি উৰা বাতৰিবোৰে বিয়পি পৰিছে যাৰ কোনো মূল্য নাই। যাওক সেই বিষয়ে মই একো নকওঁ। আৰু এটা কথা, তোমাৰ আৰু মোৰ ফটোখন তেওঁলোকৰ জপাত সোমাল। লগত লৈ যাবলৈ যদি এখন কাৰবাৰ হাতত পঠাই দিব পাৰা ভাল পাম। অসুবিধা হ'লে নেলাগে। অভিভাষণ খন কেনে লাগিল নেলেখিলা দেখোন। বেয়া হ'ব পায়, কাৰণ বৰ লৰালৰিকৈ লেখিছোঁ। বিচাৰিছিলা দেখি পঠাই দিলোঁ। এওঁলোকক ধন্যবাদ দিলোঁ। আশাকৰোঁ তোমালোকৰ সকলোৰে ভাল। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক। আজিলৈ ইমানতে। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Sibsagar,
10.6.42

৬০

মৰমৰ যতি,

তোমাৰ চিঠি আৰু পঠোৱা বস্তু কেইটা পাই বৰ ভাল পালোঁ। সেই দিনাখন আবেলি মই নেমু টেঙা কিনিম বুলি ভাবিছিলোঁ, অৱশ্যে যদি বজাৰত পাওঁ, কাৰণ তাৰ ২/১ দিনৰ আগতে একেবাৰে নাছিল। সেই কেইটা সেইদেখি নোপোৱাই পোৱাৰ দৰে পালোঁ। তুমি কোৱা সকলো কথা মোৰ মনত আছে আৰু সঁচাকৈয়ে তাক বিশ্বাস কৰিছোঁ। যদি ঈশ্বৰে সুযোগ দিয়ে হয়তো তোমাৰ কাষতেই থাকি যাব পাৰোঁ, — সেই সুবিধা দিব জানো? যাহক তোমাৰ কথাখিনি যেন মনত ৰখাবা। মোৰ কল্পনাত সজা ৰতাহী বহু কালৰ সোঁতত উটি যোৱাৰ দৰে যেন উটি নেযায়। দুলালহঁত ইয়াত নাই। তেওঁলোকৰ ঘৰ ভাড়া দি ৰাজগড়ত আছে গৈ। অৱশ্যে ৰূপ্ৰাইঁতৰ ঘৰৰ কথা কব নোৱাৰোঁ। সেইবোৰ যাহক যদি ৰতৰ আৰু গা ভালে থাকে, তেন্তে শনিবাৰ ১৩ তাৰিখে এদিনৰ কাৰণে যোৰহাটলৈ যাম বুলি ভাবিছোঁ। কাৰণ যোৱাৰ আগেয়ে তোমাক এবাৰ চাই অহা। সেইদিনাখন পুৱা পামগৈ, সেইদিনাই উলটিম বুলি ভাবিছোঁ যদি সুবিধা হয়। নহলে ৰাতিটোৰ কাৰণে থাকিব লাগিব। পৰাপক্ষত মোক নৰখাবা। মোৰ থকা ঠাইৰ আৰু দুপৰীয়া ভাত মুঠিৰ দিহা কৰিবা। শ্ৰীযুত ফুকনৰ তাত বোধহয় আলহীৰ বৰ কোব হ'ব পায় কাৰণ Student federation অৰ President আৰু Guest দুজনমান হেনো তাতে আছে গৈ। তোমাৰ তাতো আলহীৰ হেঁচা পৰিব পায় সেইদেখিয়েই মই শনিবাৰেই উলটিব খুজিছোঁ। কাৰণ মানুহৰ ভিৰ সহিব নোৱাৰোঁ। লগত একোকে নিনিও। তুমি আৰু প্ৰেমই বি ভাল দেখা কৰিবা। মোৰ কৰলই একো নাই। Bus Station অত ৰাকে লগ পাম তাৰ লগতে যাম। এটা বন্দোবস্ত কৰিবা নেই? যদি যাব নোৱাৰোঁ, বুজিবা হয় মোৰ গা ভাল নহয় নতু ৰতৰ বেয়া। আজি বৰ কেনকেনিয়া ৰৰষুণ দিছে। বাকী কথা দেখা হ'লে কম। নহ'লে যোৱাৰ আগতে এখন চিঠি দিম।

খুব সম্ভৱ মই ১৭ তাৰিখে Dibrugarh লৈ যাম তাৰ পৰা Train বা জাহাজেৰে (যিহতে সুবিধা হয়) গুৱাহাটীলৈ যাম, তাৰ পৰা কলিকতা পামগৈ। মোৰ সকলো কথা ভৱিষ্যতৰ বুকুত, সেই কাৰণে বিশেষ একো ক'ব নোৱাৰোঁ। তোমাৰ কবিতা পালোঁ। নানান কাৰণে মনত বৰ অশান্তি, — একো ভাল লগা নাই। ইয়াৰ পৰা যিমান সোনকালে আঁতৰিব পাৰোঁ, সিমান ভাল। তেহেলৈ পিছত বিহয় হওক। মোৰ মৰম আৰু আশীৰ্বাদ

ল'ৰা। শনিবাৰে বাট চাবা দেই। এটা বন্দবস্ত কৰিবা অন্ততঃ Station লৈ আহিবা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

মই আৰু আগেয়ে গ'লোহেঁতেন Student federation অত তুমি ব্যস্ত থাকিবা বুলিহে নগলোঁ। তেতিয়া ২/১ দিন তোমাৰ লগত থাকিব পাৰিলোঁহেতেন। কিন্তু সুযোগ নহ'ল। কি কৰিবা। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 10.8.1942

৬১

মৰমৰ যতি,

তোমাৰ চিঠিখন পাবৰ আজি কেবাদিন মানো হ'ল কিন্তু নানা কাৰণে তাৰ উত্তৰ দিয়া পলম হ'ল। বেয়া যেন নোপোৱা তাকে আশা কৰিলোঁ। তোমাৰ চিঠিখন পালত মোক বহুত ভাবে জুমুৰি দি ধৰিছিল সেইকাৰণে কি লেখোঁ কি নেলেখোঁ ঠিক কৰিব পৰা নাছিলোঁ — তুমিটো জানা যে মই বৰ ভাব প্ৰবণ (Sentimental)। সেইদেখি ভাব বিলাকক সংযত কৰাত অলপ সময় লাগিছিল। তোমাৰ চিঠিখন পঢ়ি মোৰ Long Fellow-ৰ তলত দিয়া কবিতাৰ শাৰী কেইটা বৰ মনত পৰিছিল।

> "Ships that pass in the night and speak each
> other in passing,
> Only a singal shown and distant voice in
> the darkness;
> So, on the ocean of life we pass and speak
> one another,
> Only a look and a voice, then darkness again
> and a silence."

তুমি তাত এবাৰি কথা লেখিছিলা " ... কৰ যেন আমালৈ নেপাহৰে" আৰু তাৰ পিছত লেখিছা "আপুনি পাৰিলেও দায় নাই"। মোৰ মনেৰে পাহৰা বা মনত ৰখোৱা

কথাটো মানুহৰ ইচ্ছাধীন নহয়। উঠি অহা বিলাকৰ মনলৈ "পাহৰণীটো" যেনেকৈ সোনকালে আহে পৰি অহা বিলাকৰ মনতো "সোঁৱৰণী"টো তেনেকৈ বেচি খাপ খাই পৰে। কাৰণ তেওঁলোকৰ মনত "To be remembered is the only morsel in the world of man only to be remembered, that and nothing else" এই কথা কেইযাৰ দকৈ শিপায়। যাহক তুমি যেতিয়া লেখিলা মোৰ আৰু ইয়াতকৈ ক'বলৈ একো নাই — এইবিলাক ভাবৰ কাৰণেই তোমাৰ চিঠিৰ উত্তৰ পলম হ'ল।

তুমি লেখিছা মোৰ অসমৰ যাত্ৰা সম্পৰ্কে "মোক ক্ষমা কৰক ময়েহে এইখন কৰিলোঁ"। কথাষাৰ একৰকমে সঁচা। তোমাক লগ পাবলৈ আৰু তোমাৰ লগত দুদিনমান একেলগে কটাবলৈ মোৰ মনত এটা যি অদমনীয় বাসনা হৈছিল মাথোন তাৰ কাৰণেহে মই অসমলৈ গৈছিলোঁ। তোমাক ক্ষমা কৰিবৰ একো নাই বৰঞ্চ তুমি মোৰ একৰকমে উপকাৰহে কৰিলা — কাৰণ অসমৰ নগ্ন মূৰ্ত্তি এইবাৰ মোৰ আগত প্ৰকাশ হৈ তাৰ বিকট আকাৰে ইমান দিন অসম সম্পৰ্কে মনত গঢ়া মোৰ সোণৰ সোলেংটো খন্তেকীয়া পানীৰ বুৰবুৰণিৰ দৰে নিমিষতে মাৰ নিয়ালে। সেই কাৰণেহে কৈছোঁ তুমি মোৰ উপকাৰহে কৰিলা। সঁচাকৈয়ে মোৰ এইবাৰ তাত থকা বেচি ভাগ দিন কেইটাই বৰ অশান্তিত গ'ল ঘৰত আৰু পৰত। অপ্ৰত্যাশিত ভাবে মনত নানাৰকমে বৰ আঘাত পালোঁ। মাথোন তাৰ ভিতৰত এইটোৱেই ভাল লাগিল যে তোমাক লগ পালো আৰু তোমাৰ লগত দুদিনমান একেলগে কটালোঁ। মোৰ আৰু অসমলৈ ক'ত যোৱা হ'ব — যাবৰ মনো নাই আৰু উপায়ো নাই। য'তে থাকিম সদায় তোমাৰ মঙ্গল কামনাই কৰিম — অন্ততঃ এইষাৰ কথা বিশ্বাস সদায় কৰিবা।

তুমি মোৰ কবিতাৰ বহীত পোৱা কবিতা বিলাক মোক নোকোৱাকৈ যেন কেতিয়াও প্ৰকাশ নকৰা — কাৰণ কিছুমান কেতিয়াবাই ওলাই গৈছে আৰু কিছুমান মোৰ একেবাৰে প্ৰকাশ কৰিবৰ মন নাই — অন্ততঃ You will respect this sentiment of mine. মই কিছুমান কবিতা বহীত থকা কথাটো পাহৰি গৈছিলোঁ — মনত থকাহেঁতেন সেই কবিতা কেইটা ফালি পেলালোহেঁতেন। আৰু এটা কথা মই মোৰ তাত থাকোঁতে যি দুটা চাৰিটা কবিতা in a spasmodic moment অত লেখিছিলোঁ, মই সেইবোৰ প্ৰকাশৰ যোগ্য বুলি নেভাবোঁ। হঠাতে এইবাৰ বাঁহীত তেনে এটা কবিতা দেখা পালোঁ। মই বোধহয় এইবাৰৰ পৰা কবিতা সম্পৰ্কে অলপ সংযত আৰু সাবধান হ'ব লাগিব। ইয়াৰ অৰ্থ হৈছে যে মোৰ কবিতাবোৰ কাছৰ কণীৰ দৰে য'তে ত'তে লেখোঁ — আটইবোৰ জানো ভাল হয়? তুমি এই আবাৰ কথা মনত ৰখা যে তুমি মোক যি ভাৱেৰে চোৱা জগতৰ আনে হয়তো সেই ভাবে নেচাবও পাৰে তাৰ কাৰণে তেওঁলোকৰ গাত দোষ নাই — কাৰণ ধানটোৱে প্ৰতি কণটো — মানুহটোৱে প্ৰতি মনটো।

তুমি Hotel অত থকাৰ কাৰণটো মই তাত ভবি উলিয়াব নোৱাৰিলোঁ। কিন্তু গুৱাহাটীত তাৰ এজন Retired High Official অৰ কথাৰ আভাসত অলপ গম ধৰিব পাৰিছিলোঁ। থাওক সেইবোৰ যোৱা কথা গ'ল। এতিয়া বোধহয় ঘৰতে আছা আৰু পঢ়াশুনাও ভাল চলিছে বুলি আশা কৰিছোঁ।

নানা মানসিক অশান্তিত মোৰ মন একেবাৰে ভাগি গৈছে — কোনো কামলৈকে উৎসাহ নোহোৱা হল। যাওক ঈশ্বৰে যি কৰে ভালেই কৰে বুলি ধৰাত বাহিৰে আৰু আন উপায় নাই। আশাকৰোঁ ভালে আছা। তোমাৰ দেউতাৰা আৰু "আইতা" আৰু 'মা'ক মোৰ শ্ৰদ্ধা জনাবা। আশাকৰোঁ তেখেতসকল ভালে আছে। তোমাৰ সৰু দাদাইদেৱৰক মোৰ সাদৰ সম্ভাষম জনাবা। বাঁহীত এইবাৰ এম ইব্ৰাহীম আলিৰ পলৰীয়া কবিতাতো ইমান ভাল লাগিছে যে পঢ়ি পঢ়ি মুখস্থ হৈ গ'ল। অৱশ্যে তেওঁৰ লগত মোৰ চিনাকি নাই তত্ৰাচ তেওঁক মোৰ শুভ ইচ্ছা জনাবা। আজিলৈ ইমানতে। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

তোমাৰ বন্ধু সকলক মোৰ সাদৰ সম্ভাষণ জনাবা। বাঁহীত তোমাৰ কবিতা পঢ়ি ভাল পালোঁ। মাথোন জোনাকীৰ লগত উৰি নেযাবা। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta. 22.9.42

৬২

মৰমৰ যতি,

আজি প্ৰায় ৮/৯ মাহ মানৰ আগৰে পৰা তোমাক এই কিতাপখন (The spirit of Man) দিম বুলি ভাবি আছিলোঁ। কিন্তু ইমানদিন কিতাপখন ইয়াত নথকাৰ কাৰণে পঠাব পৰা নাছিলোঁ। সিদিনাখন অলপতে কিতাপখন পাই তোমালৈ আজি Regtd. Parcel কৰি পঠালোঁ। আশা কৰোঁ পোৱাৰ খবৰটো যেন দিয়া। কিতাপখন এই মাহৰ প্ৰথমতেই আহিলে। ইমানদিন কোনোবা যোৱা ল'ৰাৰ হাতত দিম বুলি আশা কৰি আছিলোঁ, — নোপোৱাতহে ডাকত পঠালোঁ। আজিকালি হেৰাই বুলি ডাকত পঠাবলৈ ভয় লাগে। ই এখন ভাল লিখকৰ পৰা গোটোৱা গদ্য আৰু কবিতা পুথি। সেইদেখি

একেবাৰে এফালৰ পৰা একেৰাহে পঢ়ি যোৱা কিতাপ নহয়। তেনে কৰিলে ভালো নেলাগিব। মাজে মাজে কিছুমান অপল টান সংগ্ৰহো আছে। তুমি মাজে মাজে পাত লুটিয়াই যিটোকে ভাল লাগে তাকে পঢ়িবা। মোৰ কিতাপখন বৰ ভাল লাগে, — মন বেয়া লাগিলে কেতিয়াবা কেতিয়াবা উলিয়াই পঢ়ো আৰু তেতিয়া ভাল লাগে। আশা কৰোঁ তুমি ইয়াক ল'বা। মোৰ হৈ যেন ২২২ নং অৰ কবিতাটো এবাৰ পঢ়িবা।

তোমাৰ চিঠিখন পালোঁ। মোৰ গা ভাল নহয়, সেই দেখি উত্তৰ দিয়াত পলম হ'ল। যোৱা শনি আৰু দেওবাৰে অলপ বেয়াই হৈছিল। নিজক বৰ অসহায় অসহায় অৱস্থাত পৰা যেন লাগিছিল। সেই দেখি পৰ্শু টকা পঠাই বসন্তক মাতি পঠালোঁ। এনে সময়ত নিজৰ মানুহ এজন কাষত থাকিলে ভাল লাগে। আজি অলপমান ভাল পাই তোমালৈ চিঠিখনে সৈতে কিতাপ পঠালোঁ। নানা অশান্তি আৰু Worries মনত থকাৰ কাৰণে গা ভাল নেথাকে। মোৰ নিচিনা Sensitve আৰু Sentimental মানুহ (তাতে আকৌ টকা নথকা) পৃথিৱীত নথকাই ভাল। আজি আৰু কবিতা নকল কৰিবৰ মন যোৱা নাই। বৰ ভাগৰ লাগিছে। মই তোমালৈ "তুমি মোৰ নেভাঙিবা ভুল" কবিতাটো পঠাম। সেইটো তীৰ্থই আৱাহনত দিব। তাৰ পিছত দুটা (অলপ লিখা ) প্ৰকাশ নকৰোঁ। মোটৰ ওপৰত মই আৰু কোনো কবিতা লিখিলেও প্ৰকাশ নকৰো, — আগৰ ওলোৱা খিনিৰো Second Edition নকৰোঁ। সাহিত্য ক্ষেত্ৰৰ পৰা মেলানি মাগিছোঁ। Uncalled for critisism বোৰে বৰ অন্তৰত আঘাত দিয়ে। কি আৱশ্যেক মই কোনো দিন নাম আৰু প্ৰকাশৰ কাৰণে কবিতা লেখা নাছিলোঁ। মোৰ সকলো কামতে আজিকালি Motive বিচাৰে, — আনকি যোৰহাটলৈ যোৱাটোও; কিন্তু ঈশ্বৰে জানে যতি, Motive অৰ কাৰণে নে নাই। তোমাৰ মৰমৰ কাৰণে গৈছিলোঁ। মোৰ মৰম ল'বা। আশাকৰোঁ ভালে আছা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

মনৰ বেজাৰত যি মন যায় তাকে লেখিছোঁ, — কথাবোৰে সদৰী নকৰিবা যেন। মোক যেন আৰু কাৰো আগত নুলিৱা; মই তোমালৈ কথা লুকাই চিঠি লেখিব নোৱাৰোঁ। কবিতাটো পঠালোঁ। তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta. 31.10.42

৬৩

মৰমৰ যতি,

তুমিয়েই জিকিলা। মই নোৱাৰিলোঁ, — অৱশ্যে মোৰ ইয়াত অকনো সংকোচ নাই কাৰণ মৰমৰ সকলোতে জয়। সঁচাকৈয়ে তোমাৰ চিঠিখন পাই মোৰ ইমান ভাল লাগিল কি ক'ম। আজি ৭ মাহ মান তোমাৰ পৰা এনে ধুনীয়া চিঠি পোৱা নাছিলোঁ। কালি জীৱন আহোঁতে মই ঘৰত নাছিলোঁ, — দৰৱ বিচাৰি গৈছিলোঁ। ৰাতি ৭ মান বজাতহে আহি পালোহি। মোৰ এতিয়া — ভাগ মান গা ভাল হৈছে। এনেদৰে চলিলে ভাল হ'ম বুলি আশা কৰিব পাৰোঁ। জীৱনক লগ পোৱাহেঁতেন তোমাক ক'বলৈ বহুত কথা কলোহেঁতেন, — নেপালো যেতিয়া যাওক যাক। তোমাৰ চিঠিখন কেবাবাৰো পঢ়িলো আৰু আজি পুৰাই কবিতা দুটা নকল কৰিলোঁ, — তাৰ পাছতহে চিঠিখন লেখিলো। কালি দৰৱ নেপালোঁ, — আজি আকৌ এতিয়া যাম।

মানুহৰ জীৱনত (অন্ততঃ মোৰ) তুঁহ পতানৰ ভাগেই বেচি। গোট ধান খুব কম। খুব কম মানুহৰ জীৱনত তুঁহ পতানৰ ভাগ কম পাবা। সেই দেখি তুঁহ পতানবোৰ চালি জাৰি পেলাই দিয়া উচিত নহয় জানো? সেই দেখি বেচি ভাগ কবিতা ফালোঁ, আৰু এটা কাৰণ, মই মোৰ নিজৰ বস্তুটো যিমান ভাল পাওঁ অইনে জানো তেনে পাব। তোমাৰ মৰমৰ বস্তু এটাৰ আনৰ হাতত অনাদৰ দেখিলে তোমাৰ জানো বেয়া নেলাগিব? কিয় মিছাতে ইমান দুখৰ মাজতো নিজৰ মনলৈ আৰু দুখ চপাই আনোঁ? এনেকুৱাবোৰ কাৰণতে মই কবিতা নুলিয়াও আৰু লেখাৰ কথাও মানুহক ৰবকৈ নকওঁ। ক'ব নোৱাৰো মোৰ তুঁহ পতানবোৰ চালি জোকাৰি তুমি কি ভাল পোৱা? এইবোৰৰ কাৰণেই কেবা ঠাইতো নানা ৰকমৰ আলোচনা শুনিবলৈ পোৱা যায়, — সেই বিলাক শুনাৰ কি আৱশ্যক? নোলালেইটো কোনেও এইটো কৰিব নোৱাৰে। এনেকুৱা দুটামান কথা তোমাক ক'ব পাৰোঁ যে তুমি শুনিলে নিজেই অতি আচৰিত হ'বা। কিন্তু সেইবোৰৰ মই কাগজে কলমে আঁচনি নিদিও। এই দুটা কবিতা যেন ক'তো প্ৰকাশ নহয়। ৰব যেজাৰত লেখা ফালি পেলাবলৈ কোনটো মিছা কথা, তুমি তাক কেতিয়াও নকৰা। তোমাৰ তেনে অভ্যাস থকাহেঁতেন বহুত কিবাকিবি পালাহেঁতেন। মই মৰমৰ দাস কিন্তু জীৱনৰ প্ৰায় সকলো অৱস্থাতেই আৰু সকলো ঠাইতেই ইয়াৰ কাৰণেই ঠগ খাইছোঁ আৰু সেইবোৰেই জীৱনৰ ধাৰা আনফালে ঘোৰাই দিছে। এতিয়া আৰু আগৰ দৰে সহিবৰ শক্তি নাই,

জুৰুলা জুপুৰা হোৱাৰ দৰে কাযে কাযে ভয় লাগে। থোৰতে কথাষাৰ কৈ থলোঁ, — নিশ্চয় বুজিবা।

বসন্ত ইয়াতেই আছে, — সি নহাহেঁতেন ইমান সোনকালে ভালৰ ফালে নাহিলোঁহেঁতেন। মোক এতিয়া লাগে মৰম চেনেহৰ মাজত থাকিবলৈ। পোৱাহেঁতেন কিন্তু নেপাওঁ যেতিয়া ই যেনেকৈ যেনিয়ে পাৰে চলি যাওক। মোৰ মৰম আশীৰ্বাদ ল'বা। আশাকৰোঁ ভালে আছা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Md. Pear বুলি এজন ল'ৰাই মোলৈ এখন কবিতাৰ কিতাপ পঠাই দিছে। মই এখন কাৰ্ডত তেওঁলৈ পোৱাৰ কথা লেখিছিলো — পালেনে নেপালে গম ল'বাচোন। মহম্মদ পিয়াৰ, বালিবাট যোৰহাট — কিতাপ বাতৰি প্ৰেচত ছপা।

J. D.

Suite No - 20
123/1/1 Upper Circular Road
Calcutta, 23.12.42

৬৪

মৰমৰ যতি,

তোমাৰ চিঠিখন পাই বং পালোঁ। তাৰ আগেয়ে প্ৰেমৰো এখন চিঠি পাইছিলোঁ। সেইদেখি বৰ্তমান অৱস্থাৰ কাৰণে তেওঁৰ লগতে তোমাৰখনো সুমুৱাই দিলোঁ। যেন বেয়া নোপোৱা। মোৰ বৰ্তমান শৰীৰৰ অৱস্থাৰ কথা প্ৰেমৰ চিঠিখনৰ পৰাই বুজিবা। একে কথাকে দুনাই নেলেখোঁ। সেই চিঠিৰ পৰা আমাৰ ইয়াৰ সকলো অৱস্থাই বুজিবা। তোমাৰ "হেৰোৱা স্বৰ্গ" মেলিবলৈকে সময়েই পোৱা নাই। যোৱা মাহৰ ২৩ তাৰিখৰ পৰা যে গা বেয়া হ'ল তাৰ পৰা গা টঙাৱই পৰা নাই। আনকি স্কুলৰ পৰীক্ষাৰ কাগজ পত্ৰ আনেহে চাই দিলে। বৰ্তমান নানা অশান্তিৰ মাজত থকা গৈছে। তেওঁ ইয়াতে সময় উলিয়াই টৌতে খৰ মৰাৰ দৰে চাই কিবাকিবি অলপ লেখি দিব লাগিব। এতিয়াও গা সম্পূৰ্ণৰূপে ভাল পোৱা নাই। সিদিনাখন মাধৱৰ লগত ইব্ৰাহীম আলি আহিছিল।

তেওঁক দুটামান কবিতা মাতি শুনাইছিলোঁ হয় মাথোন এটাৰ বাহিৰে আনবোৰ তুমি পাইছা। এতিয়া কলিকতালৈ অহা নিৰাপদ নহয়। প্ৰেমৰ চিঠিখন পঢ়ি চাবা। মোৰ আগৰ যিকেইটা কবিতা লিখা আছে সেইবোৰ বৰ্তমান যুগত প্ৰকাশৰ উপযোগী নহয় বুলি মই ভাবোঁ সেইকাৰণেই সেইবোৰ নষ্ট কৰিলোঁ। সেইবোৰ সেই বয়সত লিখা কবিতা এতিয়া ওলালে মানুহে ঠাট্টাহে কৰিব। সেইদেখি সেইবোৰক বাদ দিলোঁ। আৰু কি লেখিম। গা মন ভাল নহয়। শেহত এটা কথা তোমাক কওঁ যে কল্পনাৰ জগত বাস্তৱ জগতত‌কৈ বহুত পৃথক। এই কথাষাৰ মনত ৰাখি চলা যেন। One thing more, please donot try to rake up my past. বৰ্তমান মোক যেনে দেখিছা সেইদৰে ল'বলৈ চেষ্টা কৰিবা। আশাকৰোঁ ভালে আছা। Test পৰীক্ষাত ভাল হৈছে বুলিয়েই আশা কৰিছোঁ। মোৰ স্নেহাশীষ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 25.XI.42

৬৫

মৰমৰ যতি,

তোমাৰ চিঠিখন পালোঁ। যোৱা দেওবাৰে সুৰেনে আহি তোমাৰ কিতাপখন দিলেহি আৰু কালি Regtd. কৰি পঠোৱা "হেৰোৱা স্বৰ্গ"ৰ হাতে লিখা বহীখন পালোঁ। যোৱা সোমবাৰে (২৩ তাৰিখে) গধূলি তীৰ্থৰ লগত ফুৰি উভতি আহোঁতে বাটত ইমান পেট কামুৰিবলৈ ধৰিলে যে কোনো মতেহে ঘৰ পালোঁহি। গোটেই বাটতো আহোঁতে চকুৰে ধুৱঁল-কুঁৱলি দেখি আহিছিলোঁ। তীৰ্থ লগত নাছিল কাৰণ তেওঁ তাৰ আগেয়ে ঘৰ সোমাল। ঘৰ পাই সাধনৰ হতুৱাই নেমু টেঙাৰ পানী অলপমান খালোঁ। তেওঁ অলপমান ভাল নেপালোঁ, —তাৰ পাছত উশাহ্ নিশাহ্ বন্ধ হৈ যোৱাৰ দৰে হ'ল আৰু ইমান মুৰ কামুৰিছিল আৰু এনে অসহ্য যন্ত্ৰণা হৈছিল, তোমাক কি কম, — মই প্ৰায় অজ্ঞানৰ দৰেই হৈছিলোঁ। তাৰ পাছত কেবাবাৰ মান Purging হ'ল আৰু এবাৰ Vomiting হ'ল। নিওতে হাতত ধৰি নিব লগা হৈছিল। তাৰ পাছত অলপমান ভাল পালোঁ, কিন্তু তাৰ পাছতেই collapse হ'ল, — কি হ'ল আৰু ক'ব নোৱাৰোঁ। ডাক্তৰ আহি বোধহয়

কিবা কিবি দৰব দিলে। মই ৰাতি ১২ মান বজাত জ্ঞান পালোঁ, — কিন্তু মূৰত অসহ্য যন্ত্ৰণা আছিল। আকৌ লালকাল হৈ পৰিলোঁ। পুৱা ডাক্তৰ আহি একেবাৰে ঢাৰি পাটীত শুই থাকিবলৈ দিলে আৰু খোৱাৰ ভিতৰত মাথোন মিছ্‌ৰি পানী, ডাবৰ পানী আৰু বাৰ্লি Water ইত্যাদি। আবেলিৰ পৰা অলপমান ভাল পালোঁ, — পুৱাতেই তোমাৰ 'হেৰোৱা স্বৰ্গ'ৰ Packet কোনো মতে চহী কৰি ললোঁ। আজি অলপ ভাল পাইছোঁ — যদিও অলপ কৰা হৈছিল। ইয়াৰ উপৰিও এতিয়া আমাৰ স্কুলত Annual আৰু test exam চলিছে। বোধহয় পৰ্শুৰ পৰা পাৰিলে স্কুললৈ যাম বুলি ভাবিছোঁ। — আজি এবেলা ভাত খাবলৈ কৈছে। এইখন চিঠি তোমালৈ লেখাৰ মানে এইটোৱেই তোমাৰ কিতাপখন পঢ়া মেলা পলম হ'ব। কাৰণ অহা মাহৰ 1st অৰ পৰাই মই বৰ ব্যস্ত থাকিব লাগিব। সেইদেখিয়েই তোমাক কওঁ যেন বেলি হ'লে অলপো বেয়া নোপোৱা। যতি তোমাৰ কাম মই কেতিয়াও পেলাই নথওঁ, — কিন্তু কি কৰিবা, অৱস্থাই এনেকুৱা কৰিছে। Xmas Week অত মই চাই দিম, কাৰণ তেতিয়াহে আহৰি পাম। কোনো মতে উঠি এইখন চিঠি তোমালৈ লেখিলোঁ আৰু লগতে এখন প্ৰেমলৈকো দিছোঁ। — এয়ে মোৰ জীৱন আৰু অৱস্থা। এনেদৰে কেতিয়াবা হঠাতে চাকি নুমাব। এতিয়া মূৰ ঘূৰায়েই আছে; — তত্ৰাচ চিঠিখন লেখিলোঁ। মোক যেন ভুল নুবুজা। এয়ে খাটিলোঁ। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। পঢ়াশুনা ভালকৈ কৰিবা যাতে কৃতকাৰ্য্য হোৱা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক। ইতি

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

P.S. অলপ মান শুই পেলাইহে প্ৰেমৰ চিঠিখন লেখিম।

Suite No 20
123/1/1 Upper Circular Road
Calcutta. 3.1.43

৬৬

মৰমৰ যতি,

কালি তোমাৰ পৰা চিঠি একণমান পাই ভাল পালোঁ। ইয়াৰ আগেয়ে প্ৰেমলৈ লিখা এটা Post Card অৰ পৰা ইয়াৰ তথা মোৰ সম্বন্ধে সকলো গম পাব পোৱা। অৱস্থাৰ একো পৰিৱৰ্তন হোৱা নাই। ভাললৈ অহা দূৰত থাওক ইফালে যোৱা যেনহে লাগে। যাওক নিৰুপায় যেতিয়া সকলো মূৰ পাতি ল'ব লাগিব।

তোমাৰ চিঠিখনত এইবাৰ বৰ অভিমানৰ সুৰ বাজি উঠা যেন পাওঁ। তোমাৰ যি কেইটা কথাত অভিমান হোৱা বুলি অনুমান কৰিছোঁ তাক যিমান দূৰ পাৰোঁ বুজাই দিব খুজিছোঁ। পোনতে মোৰ কবিতা নষ্ট কৰাৰ কথা। তুমি ভুল বুজিছা। কবিতাবোৰ মই ফালি পেলাব খোজা নাই। সেইবোৰ আপোনা আপুনি নষ্ট হৈ গৈছে। যাক অসমীয়াত উৰঁলি যোৱা বোলে তেনে হৈছে যাৰ লগে লগে নষ্টও হৈছে। মই ধাৰাবাহিকৰূপে কোনো ঠাইত কিবাত লেখি নথওঁ। য'তে যেতিয়া মন যায় তাতে লেখি থওঁ আৰু লগে লগে নিজে ক'ত লেখিলো পাহৰি যাওঁ কিন্তু বেছিভাগ কবিতা মনত থাকি যোৱাৰ কাৰণে সেইবোৰলৈ যত্ন নলওঁ। তাকহে মই নষ্ট কৰা বুলিছোঁ। তাৰ পাছত এদিন শ্ৰীমান তীৰ্থৰ লগত ফুৰোঁতে মোৰ আগৰ যুগৰ দুই চাৰিটা কবিতাৰ ফাঁকি তেওঁক মাতি শুনাইছিলোঁ আৰু কৈছিলোঁ এইবোৰ কবিতা যতিক লাগে এইবোৰ কবিতা এতিয়া চলিব জানো। তেওঁ ক'লে যে কিছুমান re-write কৰিব লাগিব। নহ'লে আগৰ যুগৰ বোৰ এনেদৰে উলিৱা ঠিক নহ'ব। এলেহুৱা মানুহ মই আকৌ কবিতা re-write কৰি উলিৱা মোৰ পক্ষে অসম্ভৱ। সেই দেখি তেওঁক মই কৈছিলোঁ যোৱাঁ এইবোৰনো আৰু কি হ'ব। নষ্ট হয় হওক। মিছাকৈয়ে আনৰ মাজত বগা কাউৰী হৈ ওলোৱাৰ কি আৱশ্যক। এয়েই কথা। সেইদেখিয়ে কবিতা নষ্ট হোৱাৰ কথা লেখিছিলোঁ। বহিৰ পাতত নাথাকিলেও মোৰ মনৰ পাতত লেখা আছে — কিন্তু তাকে আকৌ নতুনকৈ কাগজত লেখিবৰ মন নাযায়। ইমানেই কথা। আশা কৰোঁ অভিমানৰ প্ৰথম কাৰণটো আঁতৰিব পায়। তাৰ পাছত বোধহয় raking up my past অৰ সম্বন্ধে লেখিছিলোঁ। তাতো তুমি অলপ মান বুল বুজিছা যেন পাওঁ। যতি, মই অতীতত এনে কোনো বেয়া কাম কৰা নাই যাৰ কাৰণে মই বৰ্তমানত লাজ পাব লাগিব। মোৰ ভৱিষ্যত আন্ধাৰ বা একেবাৰে নোহোৱা বুলি ধৰিলেও অতীত আৰু বৰ্তমান আচীৰ দৰে ফটফটীয়া। মই ব্যৰ্থজীৱনৰ এনে কৰুণ কাহিনী উজাৰি উলিয়াই কিয় নিজ মনত কষ্ট পাবা। সেই ভাৱতহে লেখিছিলোঁ। সংসাৰত বাট বুলিবলৈ ওলোৱা এজন নতুন যাত্ৰীৰ সৰলতাৰ সুবিধা লই তেওঁৰ পৰা সকলো খিনি নিজৰ প্ৰয়োজনীয় আৰু সুখৰ কাৰণে আহিলা পাতি লই শেষত তেওঁক বাটত বহুৱাৰ কাহিনীয়ে তোমাৰ মনত বেজাৰহে দিব। সুখ নিদিয়ে। সেই সময়ত যিসকলে ঠিক মতে উপদেশ দি ঠিক বাটেদি বাট বোলাব পাৰিলেহেঁতেন তেওঁলোকে মাথোন মুখেৰে দুটা চাৰিটা উৰা উপদেশেৰেই নিজৰ কৰ্তব্য সমাধা কৰিলোঁ বুলি ভাবি আঁতৰি গ'ল। — অথচ তেওঁলোকৰ কামৰ ওপৰতে মোৰ গোটেই জীৱনটোৱেই নিৰ্ভৰ কৰিছিল। সদায় কল্পনাৰ ৰাজ্যত উৰি ফুৰি বাস্তৱ জগতৰ মোৰ ধৰিব নোৱাৰিছিলোঁ। — অথচ তেওঁলোকে মন কৰাহেঁতেন মোৰ জীৱনৰ গতি আনফালে পোনাই দিব পাৰিলেহেঁতেন। এতিয়া এই কথাবিলাক আলোচনা কৰি বা উজাৰি উলিয়ালে কিবা

লাভ হ'ব জানো — মাথোন নিজে আনৰ পৰা অকামিলা বা অলগন্ধ বুলি উপাধিহে পাম। আৰু যি মোক নিজৰবুলি ভাবে আৰু যাক ময়ো আপোন বুলি ভাবোঁ তেওঁলোকেনো এইবোৰ জানি পেলাই কি কৰিব মাথোন বেজাৰহে পাব। সেইদেখিহে মৰা অতীতৰ জকা টানি উলিয়াবলৈ মোৰ অলপো মন নাই। আৰু সেই কাৰণেই তোমালৈ তেনেদৰে লেখিছিলোঁ — আশাকৰোঁ এইবাৰ তোমাৰ ভুল ভাঙিব পায়। মই তোমাক অতি আপোন বুলি নভবা হ'লে সেই কথাযাৰ কেতিয়াও নেলেখিলোঁহেতেন। যাওক সকলো যেতিয়া বুজিলা অভিমান আঁতৰিব পায়।

মোৰ কিন্তু সঁচাকৈয়ে তোমাৰ ওপৰত অলপ বেজাৰ লাগিছিল। ইমান টান বেমাৰ হৈ গ'ল, ১৫/১৬ দিনমান ঢাৰি পাটীতে পৰি আছিলোঁ আৰু সদায় তোমাৰ পৰা চিঠি পাম পাম বুলি ভাবিও সেই সময়ত নোপোৱাত কিমান বেজাৰ লাগিছিল সেইটো তুমি নিজেই বুজিবা — মই বিশেষ নেলেখোঁ। অৱশ্যে তোমাৰ যে আন কামো বহুত আছে সেইটো মই ভবা উচিত আছিল কিন্তু সেইটো মই ভাবিব পৰা নাছিলোঁ। পৰাহেঁতেন তোমালৈ ইয়াৰ উল্লেখকে নকৰিলোহেঁতন।

বৰ্তমান মনৰ এনে অৱস্থা কোনো কামেই মনপুতি কৰিবৰ মন নেযায়। তোমাৰ কিতাপখন বৰ্তমান তীৰ্থহি চাইছে তাৰ পাছতহে মই চাম। মই তোমাৰ কবিতাত ভৱিষ্যত সফলতাৰ বীজ সিঁচা আছেনে নাই সেইফালৰ পৰাহে চাম। বৰ্তমান ভাল হ'লেও ভৱিষ্যতত যে আৰু উজ্বল হৈ উঠিব লাগে মই তাকেহে আশাকৰোঁ। তুমি যিটো *হেঁপাহেৰে মোলৈ কিতাপখন পঠাইছা সেই হেঁপাহৰ সন্মান মই সদায় অটুট ৰাখিম সেইটো যেন বিশ্বাস কৰা।*

কি কৰিবা বৰ্তমান অৱস্থা এনে কামৰ বাবে একেবাৰে সুচল নহয়। এই মানসিক অশান্তি মোৰো গা যে আগৰদৰে ভাল তেনেও নহয় কিন্তু ইয়াৰ ভিতৰতে সুবিধা পাই যি পাৰোঁ কৰিম। ইয়াৰ বাহিৰে মোৰ আৰু কবলই একো নাই। আমাৰ অৱস্থা গম পাইছাই। কলিকতা এৰি আন ঠাইলৈ যাবৰো উপায় নাই — আন কি এতিয়া থকা ঠাই দখৰ বজাৰৰ মাজত কাৰণে সিমান নিৰাপদ নহয় তাকো এৰি যাব নোৱাৰোঁ। আন ঠাইত ভাড়া অলপ বেচি বৰ্তমান দুৰ্দ্দশাৰ অৱস্থাত কোনোৰকমেই যোৱা মাৰিব নোৱাৰোঁ। বস্তু বাহিনিৰ দামো ইমান চৰিছে যে কোনোমতে eat to live কৰিব নোৱাৰাতহে পৰিছোঁ গৈ। সিবছৰৰ কথা এবাৰ এতিয়া তোমাক সোঁৱৰাও মই 'টকাই সকলো' বুলি তোমালৈ লেখাত তুমি প্ৰতিবাদ কৰি লেখিছিলা "মই টকাই সকলো বুলি নামানো" — কিন্তু মোৰ এতিয়া এই চিঠিৰ পৰা সেইটো মানিব লগা হ'ল। নহয় জানো। বৰ দীঘল চিঠি লেখিলোঁ — সেইদেখি নতুন কবিতাটো পথাব নোৱাৰিলোঁ। পাচত পাৰিলে পঠাম। আশাকৰোঁ

পঢ়াশুনা ভালেই হৈছে। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰে যেন। আশাকৰোঁ ভালে আছা। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

"Truth is always listening early for marching orders; but the aged can only look backward to sad memories and hopeless dreams" — J. D. ভাবি ভাবি এইষাৰকেই তোমালৈ পোনতে লেখিলোঁ (এইখন চিঠিৰ আৰম্ভণিতে সম্বোধনৰ ওপৰত কথাখিনি লেখা আছে — সম্পাদক)।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 8.2.1943

৬৭

মৰমৰ যতি,

তোমাৰ চিঠিখন পাই ৰং পালোঁ। নানা অশান্তি আৰু অসুবিধাত তোমাৰ 'হেৰোৱা স্বৰ্গ'ৰ আগতীয়া কেইষাৰমান লেখাত পলম হ'ল। বেয়া যেন নোপোৱা। বৰ্তমান সময়ত কলিকতাত মন স্থিৰ কৰি কোনো কাম কৰা বৰ টান। একেলগে চিঠি দিম বুলি থাকোঁতেই উত্তৰ দিয়া পলম হ'ল বেয়া যেন নোপোৱা। তুমি কোৱামতে কিতাপখন দুটা চাৰিটা শুধৰাই দিছোঁ — শ্ৰীমান তীৰ্থয়ো চাই দিছে। মোৰ পক্ষে তোমাৰ কিতাপৰ সমালোচনা কৰা অলপ টান হৈ পৰে কাৰণ সমালোচকৰ পক্ষে লিখকজনক আঁতৰাই থ'ব লাগে। তোমাৰ কোনো কিতাপ পঢ়াৰ আগেয়ে তুমি মোৰ ওচৰত ঠিয় হোৱাই — সেয়ে অসুবিধা হয়। আগতীয়া কথা মোৰ মনেৰে যেনে লাগিছে তেনেই লেখিছোঁ — ক'ব নোৱাৰো তুমি কেনে পোৱা। তুমি পৰীক্ষাত ভালকৈ 'পাচ' কৰা শুনি বৰ ভাল পালোঁ। আশাকৰোঁ Univ পৰীক্ষাতো যেন ভালকৈ কৃতকাৰ্য হোৱা। এতিয়া আৰু তোমাৰ পঢ়াৰ সময়ত আৰু বেচি চিঠি নেলেখোঁ। "হেৰোৱা স্বৰ্গ" একেবাৰে সামৰি থই পৰীক্ষা হৈ যোৱাৰ পাছত মেলি চাবা। ২/৪ বাৰমান ভালকৈ পঢ়িবা — মাজে মাজে অলপপুনৰুক্তি দোষ হৈছে সেই বিলাক শুধৰাই দিবা। মোৰ মন আগৰদৰে থকাহেঁতেন ময়ে কৰিব পাৰিলোহেঁতেন। কিন্তু মোৰ বৰ্তমান শৰীৰৰ আৰু তথা মনৰ অৱস্থাৰ কাৰণে তেনে কৰিব নোৱাৰিলোঁ। তুমি নিজেই ভালকৈ পঢ়িলে বুজিবা আৰু stanza দুটামান তল ওপৰ কৰি দিবা। অৱশ্যে তুমি এতিয়া নিশ্চয় নছপোৱা কাৰণ কাগজৰ যি অৱস্থা।

এনেকুৱাত তেনে কামলে সাহ কৰা টান। মোটৰ ওপৰত ভালকৈ পঢ়ি চাইচিতি যি ভাল বুজা কৰিবা। কিন্তু পৰীক্ষাৰ পাছত। আশাকৰোঁ ভালে আছা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। মাজে মাজে খবৰ ল'বা। আৰু কি লেখিম। প্ৰেমক মোৰ মৰম আৰু আশীৰ্বাদ দিবা। মন আৰু গা বেয়াৰ কাৰণেই মানুহলৈ চিঠি পত্ৰ লেখিবলৈ এবাৰ দৰেই হৈছে। ইতি

তোমাৰ দৰে মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 13.7.1943

৬৮

মৰমৰ যতি,

তুমি জানিব খোজা খবৰ বিলাক এখন বেলেগ কাগজত লেখি পঠালোঁ। কালি প্ৰায় সকলোবিলাক Hostel অলৈকে গলোঁ। কিন্তু ক'তো সুবিধা কৰিব নোৱাৰিলোঁ। কাগজখন পঢ়িলেই সকলো গম পাবা। আশাকৰোঁ নিৰাপদে ঘৰ পালাগৈ। বাটত কোনো অসুখ বা অসুবিধা পোৱা নাছিলা। তোমাৰ কাৰণে বৰ উদ্বিগ্ন হৈ আছো। তাৰ পাছত ঘৰত কেইদিনমান থাকি মনটো ঠিক কৰি আকৌ ইয়ালৈ গুচি আহিবা। তোমাৰ College অত admission লোৱা নিতান্ত আৱশ্যক। কাৰণ Feb অৰ পৰা July লৈকে কিতাপৰ লগত সম্বন্ধ নোহোৱাৰ দৰে। College অৰ Connection-এ সেই হেৰোৱা সূতাদাল বিচাৰি আনি আকৌ সম্বন্ধ লগাই দিবলৈ খুব সুবিধা কৰি দিব। এইষাৰ কথা মই College অৰ ল'ৰাৰ লগত থাকি ত্ৰিশ বছৰীয়া অভিজ্ঞতাৰ পৰাহে কৈছোঁ। মোক লাগে তোমাৰ পাচ কৰাটো, তাৰ বাহিৰে মোৰ আৰু আন একো স্বাৰ্থ নাই। জীৱনত তোমাৰ উপকাৰৰ কোনো এটা সুযোগ পালে নিজেই নিজকে ধন্য মানিম। আশাকৰোঁ তোমাৰ পৰা তেনে সুযোগ এটা পাম, -- কাৰণ মই তোমাৰ কোনো উপকাৰতে আহিব নোৱাৰিলোঁ। যি কৰা মন দি পঢ়িবা। এই মাহ কেইটাৰ বাহিৰৰ কামবোৰ নেওচা দিবা। বান্ধনি উচটাই জোল খোৱা বিলাকৰ লগ এৰি দিবা। মাথোন মনপুতি পঢ়াশুনাত লাগিবা। মোৰ সম্পৰ্কে আৰু একো নকওঁ। মোৰ বিশ্বাস তুমি মোক বুজিছা। মোক লাগে তুমি খোৱা-বোৱা, পঢ়াশুনা, ফুৰাচকা আৰু খৰচতো যেন নিয়মীয়া হোৱা। তুমি

যোৱা দিনাখন আমাৰ চকুৰ তলতে জাল নগল — বৰ বেয়া লাগিছিল।মোৰ ঘৰ এতিয়া বাঁহতল আৰু বুকু সুদা। কবিতা হেৰাল। নিজকে একেবাৰে নিসহায়ৰ দৰে লাগিছে। যি বুজা কৰিবা। অবস্থা বুজি বেচি নেলেখোঁ। মৰম আৰু আশীৰ্বাদ ল'বা। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

চিঠিখন তুমি দিয়া envelope টোতে লেখিলোঁ J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 1.10.43

৬৯

মৰমৰ যতি,

তোমাৰ চিঠিখন পাই বৰ ৰং পালোঁ। আজি বহুত দিনৰ মূৰত তোমালৈ চিঠি লেখিবলৈ পাই বৰ ভাল লাগিছে। ইমান দিন যে তোমালৈ চিঠি লেখিব নোৱাৰি যে কিমান বেজাৰ পাইছিলো তাক ঈশ্বৰেহে জানে। তোমালোক দুই এজনৰ বাহিৰে মোৰ চিঠি লেখা মানুহ নাই বুলিলেই হয়। তোমাৰ কথা বেলেগ। তোমাৰ বহুত চিঠি লেখোঁতা মানুহ আছে তাৰ ভিতৰত এজনে নেলেখিলেই বা তেওঁৰ বাহিৰে বা কত লেখোঁতা আছে। কাজ কাজে তোমাৰ চাৰিফালে মৰমৰ চকু দিবৰ ঠাই আছে — মোৰ নাই। সেই দেখিয়েই মই বৰ বেচি বেজাৰ পাওঁ।

তুমি যোৱাৰ পিছ দিনাই মাধৱ আহিছিল। মই তোমাৰ কথা কলোঁ আৰু তোমাৰ চিঠিখনো দিলোঁ। ৰদালী দিব নোৱাৰোঁ বুলি ক'লে — যি দিছিল তেৰেঁই লৈ যাবহি। মই দেউতিক যাবলৈ কৈছিলোঁ — যাব নোৱাৰিলে। যোৱাহেঁতেনো বোধহয় নেপালেহেঁতেন। বহুত কথা হৈছিল — সেইবোৰত কাণ দিয়া উচিত নহয়। মোৰ advance কবিতাটো লৈ গ'ল। পৰশু তীৰ্থ শৰ্মাৰ তাত খবৰ কৰিবলৈ আহোঁতে দীন শৰ্মা মোৰ ইয়াতো ভুমুকি মাৰি থৈ গ'লহি। মই কথায় কথায় তুমি অহা কথাও কৈছিলো — আৰু মাথোন দুৰাতি থাকিয়েই গুছি গলা যে তাকো কলোঁ। তেখেতে হয় নেকি বুলি হাঁহি পেলাই মনে মনে থাকিল আৰু আন কথা পাতিবলৈ ধৰিলে। মোৰ কবিতা বিচৰাত মোৰ কবিতাবোৰ সকলো তোমাৰ কাষত আছে বুলি কলোঁ — পিছত কিবা লেখিছেনে নাই লেখা বুলি সোধাত নাই লেখা বুলি কলোঁ। তোমাৰ আৰু কোনো

কথা নোলাল। মোৰ এটা কাতৰ অনুৰোধ তুমি মোৰ কবিতাবোৰ ক'তো মোৰ বিনা অনুমতিত প্ৰকাশ কৰিববলৈ নপঠোৱা যেন — তেহেলৈ বিচাৰোঁতা জন তোমাৰ যিমান আপোনৰ মৰমৰেই হওক। আশাকৰোঁ অন্ততঃ মোৰ এই অনুৰোধটো তুমি ৰখাবা যেন।

· তোমাক আৰু দুষাৰ মান কথা কওঁ বেয়া যেন নোপোৱা। জগতখন কবিতা নহয় — ই কঠোৰ বাস্তব। কবিতাৰ মোহত পৰি আমি যাক যিমানেই আপোন বুলি ভাবোঁ স্বাৰ্থান্বেষী সকলৰ পৰা আৰু মৌখিক ভদ্ৰতা কৰোঁতা সকলৰ পৰা ঠিক সেই অনুভূতি ওভোটাই নেপাওঁ। আমাৰ মান অভিমান তেওঁলোকৰ ওচৰত হয়তো কোনো কথাৰ কথাই নহয় — মান অভিমান কৰি অন্তৰত খুব আঘাত দিলোঁ তেওঁলোকৰ কিন্তু তাত নোম এডালো নলৰিল। কাজে কাজে এওঁলোকৰ মৌখিক ভদ্ৰতাৰ ঠাইত মৌখিক ভদ্ৰতাই দিয়া উচিত। অমূল্যলৈ লেখাৰ দৰেই আকৌ কওঁ যে — এনেবোৰৰ কাষত Dignified indifference দেখুৱাই (as if nothing had happened) নিজৰ আত্মসন্মান অটুট ৰাখিব লাগে। তুমি বিশ্বাস কৰা বা নকৰা মোৰ বিশ্বাস যে তোমাৰ মোৰ সম্পৰ্ক অবিচ্ছেদ্য কাযে কাযে তোমাৰ আত্মসন্মাননত মোৰ আত্মসন্মান জড়িত। এনে স্থলত দুয়ো দুয়োৰো আত্মসন্মান অটুত ৰখাই জগতত চলা উচিত নহয় জানো? তোমালৈ বহুত কথা লেখিবৰ মন যায় — কত ধৰণৰ চিঠি যে দিনে দিনে মনৰ মাজত লেখোঁ — কিন্তু ভয় লাগে, কাৰণ তুমি মোৰ চিঠিবোৰ ৰখাই থোৱা যে। সেইবোৰ নষ্ট কৰাহেঁতেন মই হেপাহ পলুৱাই তোমালৈ চিঠি লেখিলোঁহেতেন। এতিয়া সদায় যেন একোটা বাধা আহি পৰেহি। অমূল্যই মোলৈ পাহৰিলে নেকি? মোলৈ দেখোন চিঠিকে নেলেখে — বৰ বেজাৰ পাইছোঁ। তেওঁক মোৰ মৰম আৰু আশীৰ্বাদ দিবা। আশাকৰোঁ ভালে আছা। তুমিও মোৰ মৰম আৰু সকলোখিনি প্ৰাপ্য ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। তোমাৰ দেউতাৰাক মোৰ ভক্তি জনাবা আৰু সৰু দাদাৰক সাদৰ সম্ভাষণ জনাবা। অ' মোৰ কবিতাৰ কথা? মোৰ কবিতাৰ সঁচাৰ কাঠি দেখোন তোমাৰ হাততে আছে — মেলিলেই পাবা। উত্তৰ দিবা।

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

N.B. -'দেউতিক' নিশ্চয় লগ পাইছা। তেওঁক মোৰ মৰম দিবা দেই। আশাকৰোঁ তেওঁ ভালে আছ। এইখন চিঠি ফালিলে মই বৰ ভাল পাম — অন্ততঃ মোৰ এই অনুৰোধটো ৰখাবাচোন — মাথোন এবাৰ ৰখোৱা — J. D.

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 19.10.43

৭০

মৰমৰ যতি,

তোমাৰ ৪ তাৰিখৰ চিঠিখন ১৪ তাৰিখেহে পাইছোঁ। চিঠিখন পাই মোৰ সঁচাকৈয়ে বৰ ভাল লাগিল — ঠিক যেন তোমাক পোনতে দুবছৰৰ আগেয়ে পোৱা যেন লাগিল — মনত বহুত সোঁৱৰণীৰ ঢৌ উঠি মাৰ গ'ল — অতীত যদি বৰ্তমানেই হৈ থাকিলহেঁতেন। তোমাৰ চিঠিৰ উত্তৰ দিয়াত পলম হ'ল সঁচা কিন্তু ইয়াৰ ভিতৰতে মই প্ৰায় তিনি দিন তোমালৈ তিনিখন চিঠি লেখি ফালিলোঁ। আজিকালি মই তেনেকুৱা প্ৰায়েই কৰোঁ। বহুত সময়ত চিঠি লেখি নিজৰ post office অতে post কৰি ফালি পেলাওঁ। ফলাৰ কাৰণটো তুমি জানাই। তুমি মোৰ চিঠি ফালিবলৈ কোৱাত কিয় বেয়া পালা? মোৰ চিঠিৰ জানো কিবা মূল্য আছে? মাথোন বলিয়াৰ বলিয়ালিৰ দৰে কিছুমান কথা আছে। এদিন মোৰ ইয়াত দুয়ো বহি থাকোঁতে কথাই কথাই তোমাক অতীতত কোৱা দুআষাৰ মান কথা সোঁৱৰাই দিছিলোঁ তাৰ উত্তৰত তুমি ক'লা "সেই সময়ত মোৰ মনৰ ভাব তেনেকুৱা আছিল দেখিহে — তেনে কৈছিলোঁ — আপুনি কি আশা কৰে যে মোৰ মনৰ ভাব সদায় এনেদৰেই থাকিব"? মই অৱশ্যে ইয়াৰ কোনো উত্তৰ নিদি মনে মনে তোমাৰ কাষৰ পৰা উঠি আহিলোঁ কাৰণ মই তোমাৰ সেই উত্তৰত বৰ বেজাৰ পালোঁ। কথা কবলই বেয়া লাগিল কাৰণ তুমি হয়তো তেতিয়া তাতোকৈ টান কথা ক'লাহেতেন। তোমাৰ এই চিঠি খনে সেই কথাখিনি আকৌ মনত পেলাই দিলে — সেই দেখিহে সুধিছো অতীতৰ সেই চিঠিবোৰৰ বৰ্তমানত কি মূল্য আছে? তাৰ উপৰি জানাইতো যে মোক accident এ nervous কৰিলে। বয়সৰ লগে লগে Nervousness বাঢ়ি গৈছে; তাৰ উপৰি হৈ যোৱা ঘটনা বিলাকেও মনত ভয়ৰ সাচঁ বহুৱাই যায়। মোৰ মনত সঁচাকৈয়ে এটা বৰ Nervous fear সোমাইছে — যেই সেই কথাতে ভয় খাওঁ। সেইদেখিহে তেনেকৈয়ে লেখিছিলোঁ — তোমাক অবিশ্বাস কৰাৰ কাৰণে নহয়। আৰু এতিয়া বিশ্বাস অবিশ্বাসৰ কথা উঠিবই নোৱাৰে । তোমাক অবিশ্বাস কৰা বুলি যেন সপোনতো নেভাবা। মোক যেন ভুল নুবুজা। কিন্তু নষ্ট কৰাহেঁতেন বা মোক ওলোতাই দিয়াহেতেন মই বৰ ভাল পালোহেঁতেন। তোমাৰ যি মন যায় তাকে কৰিবা মোৰ কবলই একো নাই। মাথোন বেয়া নোপাবা আৰু যেন মোক ভুল নুবুজিবা। তুমি বেজাৰ পোৱা কোনো কাম কৰিবলৈ মই ভাল নেপাও বুলি ধৰি ল'বা।

তাৰ পিছত তোমাৰ কবিতাৰ কথা। কবিতা মই লেখা নাই। লেখাহেঁতেন পঠালোঁহেতেন। বাস্তৱৰ কঠোৰ হেঁচাই কবিতাক কেনিবা আঁতৰাই পঠালে। তুমি জানা মই অকলসৰীয়া — মোৰ সহায় সাৰথি কোনো নাই। মুখেৰে বহুতে স্বৰ্গতো তুলি দিয়ে কিন্তু কাৰ্য্যতঃ কামলৈ কোনো নাহে। বৰ্তমান আমাৰ নিচিনা অৱস্থাৰ মানুহৰ কি দুৰবস্থা হৈছে তুমি তাত বহি বুজিব নোৱাৰা। চাউলৰ পৰা কয়লালৈকে সকলোখিনি ময়েই যোগাৰ কৰিব লাগে। পইছা দিলেও বজাৰত চাউল পাবলৈ নাই — বস্ত্ৰ বাহানিৰ দাম দিনে দিনে বাঢ়ি গৈছে। তুমি হয়তো ক'বা যে "খোৱা বোৱাতো মই অতি তুচ্ছ বুলি ভাবোঁ"। কল্পনাৰ ৰাজ্যত বহি এসময়ত ময়ো তেনেকৈ কৈছিলোঁ — কিন্তু বাস্তৱে গটা মাৰি বুজাই দিলে যে কল্পনা ৰাজ্য আৰু বাস্তৱৰ ৰাজ্য দুয়োখন বেলেগ। যাৰ কাৰণে ভাবোঁতে চিন্তোতা আছে, যাৰ কাৰণে সহায় সাৰথি ভৰি আছে, মাথোন তেওঁলোকৰ কাৰণেহে কবিতাৰ ৰাজ্য। আমাৰ নিচিনা নিঃসহায় দুখীয়া মানুহৰ কাৰণে নহয়। তাৰ উপৰি নিজৰ মনলৈকো এটা ধিক্কাৰ আহিছে। নোযোৱা মানুহৰ তালৈ গৈছোঁ — কথা নোকোৱাক কথা কৈছোঁ — হাত নপতাৰ ওচৰত হাত পাতিছোঁ, তেওঁ উৱাদিহ পোৱা নাই। ইয়াতকৈ আৰু কি কৰিব পাৰোঁ? সঁচাকৈয়ে নিজৰ জীৱনটো কি দৰে নষ্ট কৰিলোঁ এতিয়া ভাবিলে বেজাৰ লাগে। মোৰ লগৰ লগৰীয়া বিলাক মোতকৈ কিমান ওপৰত। এইবিলাক ভাবি চিন্তি থাকোঁতে থাকোঁতে নিজৰ মনলৈকো এটা ধিক্কাৰ আৰু অৱসাদ আহিছে। সিদিনা এজনে কৈছে যে মই হেনো সদায় 'উৰণীয়া চৰাইকে' আপোন বুলি ভাবোঁ ইত্যাদি। এইবোৰ কথা আৰু শুনিবৰ মন নেযায়। এনে অৱস্থাত কবিতা লিখিব পাৰি জানো? অকলেই মনে মনে বহি গুণ গুণাই থাকিলেও কাগজে কলমে কৰিবলৈ ভাল নেপাওঁ। তাৰ উপৰি মোৰ কবিতাই মানুহক আমনি লগালে। তেওঁলোকে বিচাৰে নতুন। তোমালোকৰ সমালোচনা মন্দিৰৰ কথাবোৰ তুমি জানাই দেখোন। কামত থকাহেঁতেন তোমাক কবিতা গাই শুনালোঁহেতেন আৰু হয়তো তেতিয়া ওলালেহেতেন। মই মোৰ মনৰ অৱস্থাৰ কথা খুলি পেলাই লেখিছোঁ — তুমি কথাবোৰ বুজিবলৈ চেষ্টা কৰিবা। অমূল্যকো চিঠিখন দেখুৱাবা মোৰ বিশ্বাস সি এই চিঠি খনৰ ভাব বেচিকৈ বুজিব আৰু কবিতা পঠাব নোৱাৰাত তোমাক বেয়া পাবলৈ মানা কৰিব। শেহত কওঁ যে সংসাৰৰ কোনো কামতে নহা মোৰ নিচিনা অলাগতীয়াল মানুহ যিমান সোনকালে পৃথিৱীৰ পৰা আঁতৰে সিমান জগতৰ মঙ্গল। যতি, তুমি বৰ ভাল ল'ৰা, তুমি মোৰ কবিতাবোৰো ফালি পেলাবা দেই — কিয় আৰু মোক বাহিৰত উলিয়াই সমালোচনাৰ শৰেৰে বিন্ধাব খুজিছা? দেউতাৰ খবৰ কি? তেওঁক মোৰ মৰম দিবা। অমূল্যকো মোৰ মৰম দিবা। তুমিও মোৰ মৰম আৰু আশীৰ্বাদ আৰু মৰমৰ প্ৰাপ্য সকলোখিনি ল'বা। যদি কেতিয়াবা কবিতা কাগজে কলমে লেখোঁ (অৱশ্যে সন্দেহজনক) তোমালৈ পঠাম।

অ' বাঁহীত দেখোন মোৰ কবিতা দেখিবলৈ পোৱাই — আজিকালি মই হেনো সেইবোৰহে লেখা উচিত। মই মাধবক উপযাচি তোমাৰ কথা নকওঁ, সুধিলে ৰদালিৰ কথা ক'ম-আজিকালি কাৰো আগত উপযাচি তোমাৰ কথা নকওঁ, ভাল নহয়। তাৰ পাছত —

অতদিন আলাসত উমলি ফুৰোঁতে,
অকলে আপোন মনে সকলো পাহৰি;
সাৰ পাই উঠি দেখোঁ দুচকু মোহাৰি
হঠাতে হেৰাল মোৰ কবিতা কুঁৱৰী।।
কি বোলা? নহয় জানো? তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

তোমাৰ দীঘলীয়া চিঠি পঢ়িবলৈ বহুত দিন পোৱা নাই। পামনে?

এই চিঠিখন ফালি পেলাবা দেই। J. D.

আজি দুদিন মানৰ পৰা পানী লাগি জ্বৰ উঠাৰ দৰে কৰিছে। আজি জ্বৰ আছেই— তেনে অৱস্থাৰেই তোমালৈ চিঠি লেখিছোঁ কাৰণ উত্তৰ সঁচাকৈয়ে পলম হ'ল। দায় দোষ নধৰিবা দেই। J. D.

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta. 23.11.43

৭১

মৰমৰ যতি,

তোমাৰ চিঠিখন পাবৰ বহুত দিন হ'ল। উত্তৰ দিয়াত পলম হ'ল। তাৰ বাবে যেন বেয়া নোপোৱা। কাৰণ মোৰ গা ভাল নাছিল। মাজতে ঠাণ্ডা লাগি পিঠিৰ ফালে এটা বিষহে ৫/৬ দিন মান ইকাটি সিকাটি কৰিব নোৱাৰকৈ জঠৰ হৈ আছিলোঁ। তোমাৰ দেউতিয়ে দেখিছিল মই শ্ৰীমান ভূবনেশ্বৰ বৰুৱাৰ চিকিৎসাত ২০ দিন মান আছিলোঁ। এটা Course শেষ হ'ল। আৰু এটা গুৱাহাটীৰ পৰা Prescription দিম বুলি কৈ গৈছে। বৰ্তমান গা লাহে লাহে ভাল পাই আহিছোঁ। সাতে সোতৰে এই বিলাকতে তোমালৈ উত্তৰ দিয়াত পলম হ'ল। বেজাৰ নকৰিবা, ওফোন্দ নেপাতিবা, ছাঁটোকে বাঘটো যেন নেদেখিবা। আগেয়ে মই জানো তোমাৰ চিঠিৰ উত্তৰ দিয়াত পলম কৰিছিলোঁ? কোৱাছোন।

তোমাৰ কবিতা আৰু সাধুতো পালোঁ। সাধুতোৰ উত্তৰ স্বৰূপে মোৰো কথা কবিতা এটা লেখা অৱস্থাতে আছে। কবিতাটোও পঢ়িলোঁ। মই এটা কথা ভাবি আচৰিত হওঁ যে জগতত যাৰ বন্ধু-বান্ধৱ, সহায়-সাৰথি, অৰ্থ-সম্পদ সকলোখিনিয়েই আছে, তেওঁ যে কল্পনাত তেওঁৰ কোনো নাই বুলি কিয় ভাবে। সঁচাকৈয়ে মই ইয়াৰ উত্তৰ বিচাৰি নেপাওঁ। সম্ভৱতঃ ডেকা কালত এনেকৈয়ে ভবাটো এটা ধৰণ আৰু বোধহয় তেওঁলোকে ইয়াতেই সুখ পায়। কিন্তু যাৰ সচাঁকৈয়ে জগতত কোনো নাই একেবাৰে নিঠৰুৱা, তেওঁলোকে কপালত তাৰ বিপৰিত ভাবি সুখ অনুভব কৰিব নোৱাৰে। কৰিবলৈ গ'লেও বাস্তৱে মুখ মেলি গিলি থয়। জীৱনৰ পৰা কবিতা ইত্যাদি সকলোকে বিদায় দিলোঁ। মোৰ লিখাৰ একেটা ধাৰাই মানুহক আমনি লগাইছে। সেইদেখি দুনাই আমনি দিব নোখোজোঁ। তাৰ উপৰি তোমালোক উঠি অহা ডেকা ল'ৰা । এতিয়া ডাঙৰ ডাঙৰ সাহিত্যিক সকলৰ সংস্পৰ্শত আহি তেওঁলোকৰ ওখ ধৰণৰ, ওখ ভাবৰ, ওখ আদৰ্শৰ কবিতাবিলাক পঢ়ি জীৱনৰ উন্নতিৰ জখলাত দোপত দোপে উঠি যাবা। এয়ে নিয়ম। আশাকৰোঁ ভালে আছা। পঢ়া শুনা ভাল চলিছে। মোৰ মৰম আশীৰ্বাদ আৰু মৰমৰ সকলোখিনি তোমাক দিছোঁ। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। ইতি —

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

NB. লগৰ চিঠিখন 'অমূল্য'ক দিবা যেন। কি কৰিবা। War Economy. J. D.

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 14.1.44

৭২

মৰমৰ যতি,

আজি মাঘৰ ভোগালী বিহু — বিদেশত তাৰ উমঘাম নেথাকিলেও ইয়াত থকা কেইজনৰ নিজৰ দেশলৈ আৰু আপোন মানুহ বিলাকলৈ বৰকৈ মনত পৰে। বিহুৰ বাবে তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মন আনন্দৰে পূৰ্ণ কৰে আৰু যেন ভালে কুশলে ৰাখে এয়ে আজি মোৰ প্ৰাৰ্থনা। আজি দুবছৰ মান বিহুৰ দিনাখন সদায় তোমাৰ পৰা একোখন মৰম সনা চিঠি পাওঁ এইবেলি নেপালোঁ — সঁচাকৈয়ে মোৰ মন বৰ বেয়া লাগিছে। কিয় তুমি মোলৈ ইমান দিন (প্ৰায় দুমাহৰ ওপৰ) চিঠি লিখা নাই ক'ব নোৱোৰোঁ। কাৰণ কি? মইতো কোনো দায় জগৰ লগোৱা নাই। যিজনৰ পৰা

মাহে অন্ততঃ দুখনকৈ চিঠি পাওঁ, দুমাহৰ ওপৰেও তেওঁৰ পৰা এখনো নেপালে যে কিমান বেয়া লাগে তাক ভুক্তভোগী মাত্ৰেই জানে। তুমি হয়তো বুজিব নোৱাৰা, কাৰণ তোমাৰ চাৰিওফালে বন্ধু বান্ধৱ আত্মীয় স্বজনেৰে ভৰা। যেই সেই এফালে মন বহুৱাই মনত ৰং লগাব পাৰা। কিন্তু যাৰ গোটেই জীৱন অকলশৰেই গৈছে সি যি ২/১ জনৰ পৰা চিঠি সদায় আশা কৰে, নেপালে যে তেওঁৰ মনৰ অৱস্থা কেনে হয় তাক অলপো ভাবিবৰ মন — বেচ, তোমাৰ তেনে কৰিবৰ মন গৈছে কৰা, মোৰটো বাধা দিবৰ কোনো শকতি নাই। থকা হলে ইমান দিনে তোমাৰ পৰা চিঠি পালোহেঁতেন। তুমি কৈছা যে মই তোমাৰ পৰা চিঠি বিচৰা নাই তাৰ উত্তৰত মাথোঁ ইয়াকে কওঁ যে সেই দেখিহে তোমাৰ পুৰণা চিঠি বিলাক উলিয়াই পঢ়ি পঢ়ি থাকোঁ। থাকক এই বিষয়ে মই আৰু একো নকওঁ। তুমি কিয় মোৰ ওপৰত ইমান দুৰ্জ্জয় অভিমান কৰিছা? তুমিতো জানাই তোমাৰ মোৰ সম্পৰ্ক চিঙিব নোৱাৰোঁ। তুমি এৰিলেও মই এৰিব নোৱাৰোঁ — তেনেহলে এনেকুৱা হোৱাটো জানো বাঞ্ছনীয়? তুমি সৰু ল'ৰা তোমাৰ এবেগতীয়া জীৱনত হয়তো — বেগেতেই ওফোন্দ লাগে আমাৰ আৰু সেই বয়স নাই। আমাৰ এতিয়া আনৰ ওফোন্দ ভাঙিবৰহে বয়স। সেই কাৰণে কৈছোঁ যতি, তুমি মোৰ ওপৰত মিছা অভিমান নকৰিবা আৰুনো মোক কিমান বেজাৰ দিয়া। মোক কিয় ভুল বুজিছা ক'ব নোৱাৰোঁ। সাগৰৰ ওপৰত — সদায় ঢৌ থাকিলেও তাৰ ভিতৰৰ সোঁত অবাধ গতিৰে চলি থাকে মনত ৰাখিবা। আৰু মোৰ কবলৈ একো নাই। আশাকৰোঁ — পঢ়া শুনা খুব ভালেই চলিছে — এনে সময়ত মোৰ দীঘল চিঠিৰে তোমাৰ সময় নষ্ট নকৰোঁ। কি কৰিম ইমান যে লেখিবৰ মন যায়। ভয় লাগে আৰু সেইদেখি বাধ্য হৈয়েই বন্ধ কৰিলোঁ। উত্তৰ দিবা দেই। তোমাৰ চিঠি মোৰ বৰ আদৰৰ বস্তু। মোৰ মৰমৰ সকলোখিনি লবা। আশাকৰোঁ ভালে আছা। লগতে এটাৰ বলিয়াৰ কবিতা পঠালোঁ, পঢ়ি ফালি পেলাবা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

আশাকৰোঁ এইবাৰ যেন ওফোন্দ ভাগে। J. D.

অমূল্যক মোৰ বিহুৰ মৰম আৰু আশীৰ্বাদ দিবা। আশাকৰোঁ তেওঁ ভালে আছে। কবিতা অমূল্যক দেখুৱাবা। আনৰ আগত সদৰী কৰিনেহে বেজাৰ পাম। কবিতাটো তোমাৰ কেনে লাগিল লিখিবা। এইটো প্ৰায় দুমাহমানৰ আগেয়ে লেখা। Copy কৰাৰ এলাহতে পঠোৱা নাছিলোঁ। বেয়া যেন নোপোৱা। J. D.

Suite No- 20
123/1/1 Upper Circular Road.
Calcutta. 30.1.44

৭৩ ·

মৰমৰ যতি,

তোমাৰ চিঠিখন পাই বৰ ভাল লাগিল। তুমি যে কিয় আগৰ সেই চিঠিখন বেয়া পাইছিলা মই ক'ব নোৱাৰোঁ। তাত মই মাথোন মোৰ সুখ-দুখৰ কথা লেখিছিলোঁ। ইয়াকেই মোৰ মনত পৰে ইয়াৰ বাহিৰে মইতো আৰু বিশেষ একো লেখা নাছিলোঁ। এই বাৰৰ পৰা নিজৰ সুখ-দুখৰ কথা কালৈকো আৰু একোকে নিলিখোঁ। তুমি মোক ঠেহঁ পতা বুলি নেখিছা। কিন্তু তুমিতো তাকে কৰিছিলা। যাওক বাৰু সেইবোৰ কথা। তুমি মোক দীঘলীয়া চিঠি লেখিবলৈ কৈছা। তুমিনো নিজে নেলেখা কিয় ? বাৰু এতিয়া পৰীক্ষাৰ সময়ত লিখিব নেলাগে। ময়ো সেই কাৰণে আৰু দীঘল চিঠি লিখি তোমাৰ সময় নষ্ট নকৰোঁ। তাৰ উপৰিও মোৰ লিখিবলৈ একো নায়েই দেখোন। তোমালোকৰ চিঠি বিলাকৰ পৰা point বাছি বাছি জাপে জাপে লেখিছিলোঁ। এতিয়া তোমালোকেই points নিদিয়া হ'লা। আগৰ চিঠিখনত যে লেখিছিলোঁ যে মোৰ অতীতেই ভবিষ্যত বুলি এটা কবিতা তোমালৈ পঠাম বুলিছিলোঁ। লগতে পঠালোঁ। পঢ়ি চাবা তাৰ পাছত ফালি পেলাবা। যদিও জানো তুমি সেইটো নকৰা, তত্ৰাচ মোৰ কোৱা দস্তুৰ দেখিয়েই কৈছো। তুমি সুধিছা যে ইমান বেজাৰৰ চিঠি কিয় লেখিলো? তাৰ কাৰণ দেখোন তুমিয়েই মিছাকৈয়ে ওফোন্দ পাতি আনৰ কথাত বেজাৰ কৰি যি মন যায় তাকে কৰা। মই বেজাৰ কৰিলেই দোষ। তুমি কি এচকুৱা? নিজৰটোহে ভাবা। আনৰটো নেভাবা। মোৰ বিষয়েও ভাবাছোন বাৰু। তেতিয়া বুজিবা।

মোৰ কবিতাবোৰ কিতাপৰ আকাৰে উলিয়াবলৈ একেবাৰে মন নাই আৰু আনকো তেনে কৰিবলৈ নিদিও। তুমি যেন মোক আৰু অনুৰুধ নকৰিবা। মই বেজাৰ পাওঁ। মোৰ Sentimental nonsense বোৰ কিতাপৰ আকাৰত ওলালে জগতৰ কি উপকাৰ সাধিব কোৱাছোন? আজিকালি লাগে তোমালোকক High class poems মোৰ বোৰ কোনো Class অৰ ভিতৰতেই নপৰে। তুমি বা অমূল্যই ভাল পালেই জগতে ভাল নেপায়। সেই কবিতা ছপোৱাৰ কথা যেন মনলৈ নানিবা। আগে কবিতা খুজিলেও মই অনুমতি নিদিওঁ। তাৰ উপৰি তুমি জানা যে মোৰ প্ৰকাশিত কবিতা কেইটাৰ ভবিষ্যত সংস্কৰণ আৰু প্ৰকাশিত অপ্ৰকাশিত সকলো কবিতাৰ স্বত্ত্ব Elm press অক দিলোঁ। তেওঁলোকে সুবিধা অনুযায়ী,— অৱশ্যে মই মত দিলেহে, — উলিয়াব। মোৰ মত দিয়া সময় সাপেক্ষ, — এতিয়াটো নহয়েই। তুমি 'মৰমৰ সুৰ' নাম দি কোনবোৰ কবিতাৰ

কথা কৈছা? 'মৰমৰ সুৰ'তো মই লেখা নাছিলোঁ। লেখিম বুলি ভাবিছিলোঁহে। দুটা লেখিয়েই দেখোন ঘটনাৰ সোঁতত 'মৰমৰ সুৰ' হেৰালেই। যদি তোমালোক থাকোতে লেখা Sentimental nonsense বোৰৰ কথা কৈছা, সেইবোৰতো মই এতিয়া উলিয়াব খোজা নাই। কেলেই তুমি দেখোন ইয়াত থাকোতেই কেবা বছৰ মানলৈকে গাপ দি থবলৈ কোৱা নাছিলা জানো? আন ২/৩ জনেও সেই সময়ত তাকে কৈছিল। ভালেই হওক বা বেয়াই হওক, কবিতা উলিয়াই মোৰ প্ৰতিভা শক্তিৰ বিকাশ কৰিবৰ 'মন' নাই। তোমাৰ হাতত দেখোন আছেই, তাকেই পঢ়িবা। লাগিলে মই নিজ হাতেৰে নকল কৰি দিম। তোমাৰে মোৰে ভিতৰত থাকিলেই হ'ল দেখোন। বাহিৰৰ জগতক দেখুৱাবৰ কোনো আৱশ্যক নেদেখোঁ। তুমি বেয়া যেন নেপোৱা যতি। আনে ক'লেও যেন ভৱিষ্যতে অনুৰোধ নকৰা, তাকে খাটিলোঁ। মোক দেখোন তুমি জানাই। বেয়া নেপাবা দেই!

মই তোমাৰ চিঠিৰ দুটা চাৰিটা মান কথাৰ সদৰী কৰাৰ কথা কৈছা। মই মাথোন ইয়াকে কওঁ যে তুমি নিজেই নিজৰ গাত চিকুট মাৰি চোঁৱাছোন। মোৰ সকলোবোৰ কথাই তোমাৰ এজন অতি আপোনৰ আগত জানো সদৰী হোৱা নাই? আনকি অমূল্যৰ ছোলাৰ দাগৰ কথাও টোও লুকাই থকা নাই। ময়ো হয়তো দুটা চাৰিটা সদৰী কৰিছো, কিন্তু তোমাত কৈ অতি কম আৰু সিও By chance হে। কিন্তু আগেয়ে কোন? মই বেয়া পোৱা অৱশ্যে নাই, কাৰণ তোমাৰ সেই মৰমৰ জন অতি innocent, inoffensive আৰু সেই সৰু মমৰ পুতলাৰ দৰে। তেওঁ লাজ লাগে। তেওঁৰ ওচৰত যদি সকলোবোৰেই Safe, তুমিতো মোক সেইবোৰ ওভোটাই দিম বুলি কৈয়ো নিদিলা। সেইবোৰ তোমাৰ অতি মৰমৰ বুলি জানো, — তত্ৰাচ এবাৰ ভাবি চাবা।

তোমাৰ তুলসী দদাইদেৱৰ ল'ৰাটি ঢুকোৱা শুনি বৰ বেজাৰ পালোঁ। লগতে তেওঁলৈকো এখন চিঠি দিছোঁ। দিবা যেন। বিদেশত থাকিলে বিহুৰে সংক্ৰান্তিয়ে মানুহে নিজৰ মৰমৰ আপোন জনৰ বা-বাতৰি পালে ভাল পাই। ময়ো মানুহ, সেই দেখি ময়ো ভাল পাওঁ— বিশেষকৈ আগেয়ে পোৱা আহিলে। সেই দেখিয়ে মোৰ আগৰখন চিঠি বেজাৰৰ হৈছিল। চোৱা মই কিমান দীঘল চিঠি লেখি তোমাৰ বহু মূলীয়া সময় নষ্ট কৰিলোঁ। বেয়া যেন নোপোৱা। মোৰ মৰম আৰু আশাৰ্ব্বাদ লবা। যতি, আৰু এসপ্তাহ মানৰ পাছতেই তোমাৰ পৰীক্ষা। ঈশ্বৰে যেন তোমাক জয়যুক্ত কৰক। সঁচাকৈয়ে তোমাৰ পৰীক্ষাৰ কাৰণে মঙ্গল কৰে। মোৰ মৰম আৰু মৰমৰ সকলোখিনি লবা যেন। পৰীক্ষাৰ আগতে যেন এখনি চিঠি পাওঁ তাকে আশা কৰিলোঁ। মোৰ সম্বন্ধে মই আজিকালি নিমাত। আশাকৰোঁ তোমাৰ মঙ্গল। অমূল্যলৈকো এখন চিঠি লেখিছোঁ। আকৌ এবাৰ স্নেহাশীষেৰে সৈতে চিঠিখনৰ সামৰণী মাৰিলোঁ দেই। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 17.2.44

৭৪

মৰমৰ যতি,

তোমাৰ চিঠিখন পাই বৰ ভাল লাগিল। কেবাবাৰো পঢ়িলোঁ। তোমাৰ জন্মতিথিৰ কাৰণে মোৰ মৰম আৰু আশীৰ্বাদ লবা যেন। ঈশ্বৰে যেন তোমাক ভালে কুশলে ৰাখি নিতৌ তোমাৰ ওপৰত মঙ্গলাশীষ বৰ্ষণ কৰে এয়ে প্ৰাৰ্থনা। এৰা মোৰো এই মাহতেই জন্ম, বাৰো তোমাৰ সৈতে একে কিন্তু মোৰ দুৰ্ভাগ্যই যেন তোমাৰ পৰা দূৰতে পলাওক। মোৰ "ক্ষুদ্ৰ এই তুচ্ছ এই অখ্যাত জীৱন, ধীৰে ধীৰে মৰণক কৰক বৰণ"। তুমি বেয়া পোৱা বুলিয়েই মই মোৰ নিজৰ সম্পৰ্কে একো নেলেখোঁ। কিন্তু আজি লেখিবলৈ বাধ্য হ'লোঁ। কথাটো এই যে আজি এমাহ মানৰ পৰাই মোৰ গা বেয়া। পিছে যোৱা মঙ্গলবাৰে ৰাতিৰ পৰা বৰ বিশেষ ৰকমে বেয়া হোৱাত ঢাৰিপাতি ল'বলগীয়া হ'ল। আজি পুৱাহে ভাত খাইছোঁ। সেই দেখি তুমি বেয়া পোৱা বুলি লৰালৰিকৈ এই (Post card) অতে তোমাৰ চিঠিৰ উত্তৰ দিলোঁ। বেয়া যেন নোপোৱা। নিজৰ কথা লেখাৰ কাৰণে যেন ক্ষমা কৰিবা। বৰ দুৰ্ব্বল, মূৰ ঘূৰায়েই আছে, ৰাতি আজি ভাত খাবলৈ নিদিয়ে আৰু খাবৰ মনো নাই। মোৰ জন্ম মাহৰ আৰম্ভণিতে অসুখ আৰম্ভ হ'ল। যাওক, নিজৰ কথা লেখি তোমাক আমনি কৰাৰ কাৰণে যেন মোক ক্ষমা কৰিবা। বেমাৰত অকলে অকলে ঢাৰিপাটিত পৰি থাকোঁতে তোমাৰ চিঠিবোৰ পঢ়ি ভাল লাগে। মোৰ কাবলৈতো কোনো নাহে, পৰতো আপোন নহয়েই, আপোনো আপোন নহয়। অ' মই ক'বলই পাহৰিছোঁ, মোৰতো কোনো আপোন নাই। তোমাৰ সোনক কবা যে তেওঁৰ চিঠিৰ উত্তৰ দুদিনমান পলম হ'ব। বহুত কথা লেখিছে। জেঠিৰ নেজৰ দৰে চিঠি অকণমান লেখি বৰাই কৰিছে "বৰ দীঘল চিঠি লেখিলোঁ চাৰ" — হাঁহিও উঠে। যাহওক তোমাৰ পৰীক্ষা ভাল হোৱা শুনিবৰ ৰং পালো। তুমি বিশ্বাস কৰা বা নকৰা মই তোমাৰ কাৰণে বৰ চিন্তিত আছিলোঁ। মোৰ এতিয়া বহুত ভাবনা কমি যোৱা যেন লাগিল। তোমাৰ যেন মনৰ বাসনা পূৰ্ণ হওক। মোৰ আগৰ চিঠিখন বোধহয় পাব পোৱা। মোৰ ওফোন্দ লগা নাই। তুমি মিছাকৈয়ে লেখিছা। আৰু নো কি লিখিম। অমূল্যক মোৰ মৰম আৰু আশৰ্বাদ দিবা আৰু কবা যে তেওঁ মোক দীঘল চিঠিৰে ভয় খুৱাব নোৱাৰে। তোমালৈ যে কত কি লেখিবৰ মন যায়-কিন্তু কিয় কব নোৱাৰো বৰ ভয় লাগে লেখিব নোৱাৰা হই যাওঁ। মোৰ মৰম আৰু আশীৰ্বাদ ল'ব নেপাহৰিবা। মনত পেলাবা মাজে মাজে-যেন তোমাৰ উলাহৰ সভাৰ আন্ধাৰ চুকত সকলোৰে শেহতো যেন মোলৈ ঠাই অকন থ'বা, পাৰিবানে নাই "—"?

বৰ মূৰ ঘুৰাইছে। গা দুৰ্ব্বল লাগি গৈছে। তুমি বেয়া পোৱা বুলিহে ঢাৰিপাটিৰ পৰা লেখাৰ দৰে চিঠিখন লেখিলোঁ। উত্তৰ দিবা। বৰ দীঘলকৈ — তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 28.2.44

৭৫

মৰমৰ যতি,

তোমাৰ কাৰ্দখন পাই বৰ ৰং পালোঁ। আশাকৰোঁ তোমাৰ পৰীক্ষা ভালেই হৈ গৈছে। Eng I paper খন বৰ ভাল আছিল। II খন যদিও অলপমান দীঘল তত্ৰাচ বেচ ভালেই আছিল। III খন অৱশ্যে অলপমান টান থাকিলেও Essay ইত্যাদিয়ে পাচ কৰাত কোনো অসুবিধা হ'ব নেলাগে। সেই দেখিয়েই Eng অত হ্যত সাৰিলা বুলিয়েই আশা কৰিলোঁ। সদায় ভালটোকে ভাবি থাকিবাছোন। এতিয়াইনো ইমান মিছাকৈয়ে ভয় খাইছা কিয়? Sanskrit অৰ paper খন সাধাৰণতে একেবাৰে নাম মাত্ৰহে Sanskrit বৰ উজু। তাৰ কাৰণে ভয়ৰ কোনো কাৰণ নাই। ঈশ্বৰে যেন তোমাৰ কামনা সফল কৰে এয়ে প্ৰাৰ্থনা। তুমি দুলাললৈ দিয়া চিঠিৰ খবৰ পালোঁ। তুমি প্ৰায় খিনিয়েই ঠিক লেখিছা। মাথোন এটা বৰ ভুল কৰিছা। তুমি বিশ্বাস কৰা যে মই তোমাৰ চিঠি নোপোৱাত সঁচাকৈয়ে বৰ বেজাৰ পাইছিলোঁ। বেজাৰত তোমালৈ নেলেখি আনলৈ লেখিছিলোঁ। যাহওক এতিয়া ভুল ভাগিব পায়। পৰীক্ষাৰ পাছত বৰ দীঘল চিঠি দিব লাগিব। নহলে বেজাৰ পাম। তুমি লেখিছা " আনে তেখেতক কৰবাত আঘাত দিব আৰু মোৰ ওপৰত হোৰ তুলিব"। সঁচা কথা, মইনো কাৰ ওপৰত বেজাৰ কৰিম? মোৰতো কোনো নাই। জীৱনতটো মোৰ বহুত অত্যাচাৰ সহি আহিছা এইকণো নসহানে আৰু? ইয়াকে মৰমৰ অত্যাচাৰ বুলি ধৰি ল'বা। যাওক বাৰু সেইবোৰ কথা। পৰীক্ষাৰ সময়ত আৰু দীঘল চিঠি নেলেখোঁ। পৰীক্ষাৰ সময়ত বেছি ৰাতিলৈতে নপঢ়িবা কাৰণ পিছদিনাখন পুৰা মূৰ ঘূৰাব। মনত সদায় ৰং লগাই থাকিবা। তোমাৰ মৰমৰ আপোন কেইজনৰ লগত হাঁহি মাতি ৰং মনে ধেমালী কৰি ফুৰিবা। Be always cheerful. অমূল্যলৈ এখন চিঠি দিছোঁ, বোধহয় পাব পায়। আশাকৰোঁ তেওঁৰ গা ভাল। আৰু নো কি লেখিম বিশেষ একো নাই। অমূল্যক মোৰ মৰম আৰু আশীৰ্বাদ দিবা। আজিকালি তেওঁলোকে চিঠিৰ

উত্তৰ দিবলৈ বৰ পলম কৰে। তোমাৰ ইয়াত থকা বন্ধুবিলাকৰ সকলোৰেই ভাল। দুলাল কালি ৰাতি আহিছিল। তেওঁৰ ককাইদেৱক কলিকতালৈ আহিছিল। তোমাৰ দেউতাৰক মোৰ ভক্তি শ্ৰদ্ধা জনাবা। সৰু দাদাইদেৱেক মোৰ সাদৰ সম্ভাষণ দিবা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Suite No- 20

123/1/1 Upper Circular Road.

Calcutta, 29.2.44

৭৬

মৰমৰ যতি,

ইয়াৰ আগৰ চিঠিখন বোধকৰোঁ পাব পোৱা। আশাকৰোঁ তোমাৰ পৰীক্ষা ভালেই হৈ গৈছে। ঈশ্বৰে যে তোমাক সুফল দিয়ক। আজি এটা বৰ বিশেষ দৰ্কাৰত হে এই চিঠিখন লেখিছোঁ। কথাটো হৈছে এই যে মই তোমাক দিয়া মোৰ photo বিলাকৰ লগতে মোৰ Graduate হোৱাৰ Diploma লোৱা ফটো খনো গ'ল। গ'ল মানে ময়ে বোধহই তোমাক দিছিলোঁ। যিহক photo খন মোৰ নিজৰ কাৰনে প্ৰয়োজন — মই মোৰ হাতত থ'ব খোজিছোঁ। গোটেই জীৱনটোৰেই মোৰ দুখৰ — তাৰ মাজতে সেইটোৰেই মোৰ খন্তেকীয়া সুখৰ মুহূৰ্ত। সেই দেখিয়েই মোৰ তালৈ মনত পৰিছে বিচাৰি ইয়াত নেপালোঁ। তেতিয়া তোমাক দিয়া মনত পৰিল। সেইখন যেন এই চিঠি পোৱাৰ ২/১ দিনৰ ভিতৰতে Regtd. packet কৰি মোলৈ পঠাবা। মোক বিশ্বাস কৰা মই কাকো দিব খোজা নাই বা কোনোও চাব খোজা নাই কাৰণ কোনেও নেজানে। মোৰ photoৰ কাৰণে তোমাৰ বাহিৰে আৰু অমূল্যৰ বাহিৰেও বোধহয় জগতত কাৰো স্পৃহা নাই — মাথো বিবিয়ে মোৰ photo এখন বিচাৰোঁতে মই লেখিছিলোঁ 'যতি ককাইদেৱৰৰ পৰা খুজি নিবা।" কি কৰিলে ক'ব নোৱাৰো। বেমাৰত পৰি থাকোতে হঠাৎ photo খনলৈ মনত পৰিল। মই ইয়াৰ পৰা তোমাৰ প্ৰয়োজন হ'লে Sital অৰ হতুৱাই এখন copy পঠাই দিব পাৰোঁ। তাত photo নকৰাবা, photo খন নষ্ট কৰিব। মোৰ সেইখন বৰ মৰমৰ photo মোৰ শপত পঠাবা দেই। নহ'লে মই মৰাৰ সমান বেজাৰ পাম। Regtd. কৰোঁতে

School অৰ ঠিকনাত কৰিবা। S. C. C School. 73 Cornwallis Street. মই বাটলৈ চাই থাকিলোঁ। মোৰ এতিয়াও গা ভাল হোৱা নাই — ঢাৰী-পাটিত থকাৰ দৰেই আজি স্কুললৈ যাঁও বুলি গৈছিলোঁ। পিছে ভৰি কঁপি মূৰ ঘূৰাবলৈ ধৰাত ছুটি লই গুছি আহিছোঁ। নিজৰ এই কণ কথা কোৱাৰ কাৰণে যেন — ক্ষমা কৰিবা। অমূল্যক মোৰ মৰম দিবা। তুমিও ল'বা। মানুহৰ হাতত নপঠাবা। হেৰুৱাব পাৰে — কাৰণ আনেটো সিমান যত্ন নলয়। নিশ্চয় পঠাবা দেই যতি। মই আৰু কি কম। তোমাৰ Copy দৰ্কাৰ হ'লে মই ইয়াত কৰাই দিম। মোৰ মনত যেন বেজাৰ নিদিয়া। নিশ্চয় নিশ্চয় পঠাবা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

অমূল্যৰ চিঠিৰ উত্তৰ দিবপৰা নাই। বৰ দুৰ্ব্বল। J. D.

Photo খন মোৰ জীৱনৰ এটা খন্তেকীয়া মধুৰ স্মৃতি তুমিও যে তেনেকৈ ভাবি মোক সুখ কণ দিবা। J. D.

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 1.6.44

৭৭

মৰমৰ যতি,

তোমাৰ চিঠিখন কেবাদিনৰ আগতে পালোঁ। নিজে Senate Hall অলৈ গৈ মানুহৰ হেঁচা ঠেলি result দিব নোৱাৰিম বুলি প্ৰফুল্লৰ হাতত তোমাৰ reply post card খন দিছিলোঁ। Result বোধই পাব পোৱা — কাৰণ কালিয়েই ওলাই গৈছে। কিছুমানৰ Result কিছুমান কাগজৰ নম্বৰ এতিয়াও আহি পোৱাহি নাই দেখি এতিয়ালৈকে incomplete আছে। Roll Jor TN 1 অৰ Result blank দেখি প্ৰফুল্লই বোধহয় Fail বুলি জনাব পায়। কিন্তু তেওঁৰ Result এতিয়ালৈকে incomplete পিছত কি হয় ক'ব নোৱাৰোঁ। মই এইমাত্ৰ Asstt Controller অৰ কাৰৰ পৰা আহিছোঁ — আৰু Roll Jor TN 1 অৰ ঠাইত incomplete লেখা আছে। গতিকে তেওঁক Fail হৈছে বুলি যেন নকবা। মোৰ কালি হঠাতে অসুখ হোৱাত (অৱশ্যে পেটৰ) বাব নোৱাৰিলোঁ — সেইদেখি আজিহে এইখন চিঠি লেখিছোঁ।

তোমাৰ result অৰ কাৰণে মই অতি বেজাৰ পাইছোঁ — তুমি হয়তো বিশ্বাস কৰিব পাৰা কিন্তু মই দুনাই কওঁ — মই বৰ বেজাৰ পালোঁ। তোমাৰ Roll No মই আগৰ পৰাই জানো কিন্তু বেয়া খবৰ নিজে দিবলৈ ভাল নাপালোঁ। তাৰ উপৰি তুমি এটা subiect অত Fail কৰিছা দেখি তোমাৰ কাগজ সম্ভৱত দুবাৰ Re-exam অলৈ গৈছিল কিন্তু একো কৰিব নোৱাৰিলো যদিও মোৰ সুধিবলৈ বেয়া লাগিল মোৰ বিশ্বাস তুমি English ত গৈছা — কাৰণ এইবাৰ English অত বহুত ল'ৰা Fail কৰিছে। কি কৰিবা। হোৱা হৈ গ'ল তাৰ কাৰণে মিছাতে ভাবি যেন নিজক কষ্ট নিজিয়া। এতিয়া কি কৰিবা নিজে ভাবি চিন্তি এটা ঠিক কৰা। যদি total অত 40% থাকে তেন্তে সেই Fail হোৱা Subiect টোত Compartmental exam অহাবাৰলৈ দিব পাৰিবা। মই তোমাক উপদেশ দিবলৈ যোৱা নাই কিন্তু মোৰ মনেৰে পঢ়াটোৱেই ভাল হ'ব। পৰীক্ষাত pass বা Fail হোৱাত মানুহৰ মূল্য ঠিক হয় বুলি মই নেভাবোঁ। তত্ৰাচ 'অৰ্থকৰী' জগতত তাৰ যথেষ্ট মূল্য আছে। তুমি নিজে জনা বুজা ল'ৰা। যিটো ভাল দেখা কৰিবা। আমি বাহিৰা মানুহ। বাহিৰৰ পৰা যেনে দেখোঁ তেনেদৰেহে ক'ব পাৰোঁ। শেহত মাথোন কওঁ যে বিশ্বাস কৰা তোমাৰ আন চেনেহৰ বন্ধু বান্ধৱতকৈ মোৰ বেজাৰ কোনো অংশে কম নহয়। Let by gones, be by gones কৰি এই বিষয়ে যেন আৰু নেভাবা। মোৰ স্নেহাশীষ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। মিছাকৈয়ে ভাবি চিন্তি যেন নিজক কষ্ট নিদিয়া ইয়াকে খাটিলোঁ। কি ঠিক কৰিছা জনালে বৰ ৰং পাম। এইবাৰ অসমৰ result বৰ বেয়া আশা কৰোঁ ভালে আঁছা।

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Suite No- 20
123/1/1 Upper Circular Road,
Calcutta, 30.6.44

৭৮

মৰমৰ যতি,

তোমাৰ টকা আৰু চিঠি পালোঁ। টকা মই প্ৰফুল্লক দিলোঁ আৰু তেওঁ Univ ত জমা দিলো। Gazette নোলালে Univ এ Mark sheet নিদিয়ে। কালি খবৰ Gazetted হৈ গ'ল। প্ৰফুল্লই Mark Sheet পঠালো নে নাই পঠোৱা মই ক'ব নোৱাৰো। কিন্তু কালি Gazette অত Compartmental পৰীক্ষা দিব পৰা ল'ৰাবিলাকৰ ওলোৱা Roll No.

অৰ ভিতৰত তোমাৰ Roll নেপাই আৰু বেজাৰ পালোঁ। মই তোমাৰ খবৰ আগেয়ে জনাৰ কাৰণে নিজে চাবলৈ বেয়া লগাত আন এজনক কৈছিলোঁ। তেওঁ মোক কৈছিল যে "দুবাৰ Re-exam অত একো নহ'ল — সম্ভৱতঃ English অত গৈছে। আপুনি Compartmental দিবলৈ eligible হ'লে তাক Suggest কৰক" — সেই দেখিয়েই মই লেখিছিলোঁ — যাহওক মোৰ মনেৰে — এই মাহ কেইটা খুব ভালকৈ মন দি পঢ়ি আৰু বাহিৰা কামবোৰৰ পৰা মনটোক টানি আনি আকৌ আহাবাৰলৈ বেষ্ট কৰাটোই যুক্তি সঙ্গত হ'ব আৰু কামত লাগি থাকিলেই মনৰ গ্লানি আঁতৰ হ'ব। এই কেইটা মাহ চাওঁতে চাওঁতে চকুৰ আগতে যাব। আশাকৰো তাকেই কৰিবা। ইয়াৰ বাহিৰে আৰু মোৰ ক'বলৈ বিশেষ একো নাই। কেবাদিনো গৈ প্ৰফুল্লক লগ পোৱা নাই। ইমান দিনে বোধহয় Mark Sheet পাব পোৱা। My honest belief is that you would pass if you would read only. Believe it or not I am very very sorry for your result. যাওক — নানা কামত ব্যস্ত থকাৰ কাৰণে ইমান দিন চিঠি লেখিব পৰা নাছিলোঁ। আশাকৰোঁ ভালে আছা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰক। ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

C/o Mrs. Gauriprabha Chaliha B. A. B.T
P.O. Rehabari, Dibrugarh.
24.4.48

৭৯

মৰমৰ যতি,

কালি তোমাৰ চিঠিখন হঠাতে পাই বৰ ৰং পালো। তুমিও বিহুৰ বাবে মোৰ সাদৰ সম্ভাষণ আৰু স্নেহাশীষ ল'বা। মোৰ কলিকতাত হোৱা Typhoid অৰ বাতৰি হয়তো কাৰেবাৰ মুখে শুনিব পোৱা। যোৱা December মাহৰ মাজত ঘৰ পালোঁহি। তাৰ প্ৰায় ২ মাহমানৰ পাছত অলপ কিবাকিবি উপসৰ্গ ওলোৱাত চিকিৎসাৰ কাৰণে এমাহমান ইয়াত আছোঁহি। যোৱা কালি মোৰ বেজী দিয়া শেষ হ'ল। তিনি দিনমান পাছতেই ঘৰলৈ যাম। মই ইয়াত কাম বিচাৰি অহা নাছিলোঁ — Tribune অৰ বাতৰি একেবাৰে মিছা — কোনে দিছে মই নাজানো। ইয়াত এমাহমান থকা দেখিয়েই কোনোবাই কিবা সপোন দেখি দিলে হ'ব পায়। যাওক তাত মোৰ ক'ব লগীয়া একো নাই। মুঠতে ইয়াকে কওঁ যে মোৰ June মাহলৈকে ছুটী আছে। মই কলিকতাৰ কাম একেবাৰে এৰি

দিয়া নাই। সম্পূৰ্ণৰূপে ভাল পোৱাৰ পাছত কি কৰিম ক'ব নোৱাৰোঁ। এতিয়ালৈকে শৰীৰৰ দুৰ্বলতাৰ কাৰণে Bus Journey ল'ব পৰা হোৱা নাই। গা ভাল পালে এবাৰ বোধহয় কৰিম। ঠিক কৰি বৰ্তমানে একো ক'ব নোৱাৰোঁ। যদি চিঠিৰ উত্তৰ দিয়া তেন্তে ঘৰৰ ঠিকনাত দিবা। আশাকৰোঁ ভালে আছা। ঈশ্বৰে তোমালোকৰ মঙ্গল কৰক। তোমাৰ দেউতাৰাক আৰু মাক মোৰ সেৱা জনাবা। আশাকৰোঁ তেখেতসকল ভালে আছে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Sibsagar

1.7.49

৮০

মৰমৰ যতি,

তোমাৰ কোনোবাই ভুল বাতৰি দিছে — মোৰ হাতত নাই। আৰু মই সেইখন পোৱা নাই। Comp হে পাইছোঁ। লাহে লাহে জীৱনত মামৰে ধৰি অহাৰ কাৰণেই মুগাই লেটাৰ ভিতৰত সোমোৱাৰ দৰেই সোমাইছোঁ। বাহিৰৰ পৰা ক্ৰমাৎ আঁতৰি আহিছোঁ। বহুত বাহিৰত থাকি একেবাৰে কিবা হৈ গঁলো। মৰম ল'বা। আশাকৰোঁ। ভালে আছো। তোমাৰ দেউতাৰাক মোৰ শ্ৰদ্ধা ও নমস্কাৰ জনাবা।

ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

Amolapati

P.O. Rehabari

Dibrugarh (Assam)

৮১

মৰমৰ যতি,

তোমাৰ চিঠিখন পালোঁ - কিন্তু আগৰখন পোৱা নাই। বোধহয় College অৰ address অত দিছিলা। ভৱিষ্যতে যদি লিখিবৰ মন যায় তেন্তে ওপৰৰ ঠিকনাত দিবা।

কলেজলৈ দিলে বহুত সময়ত floor সাৰে। তাৰ পাছত তোমাৰ পাছ হোৱাৰ খবৰ পকুৰ কানে অহুৰ কাণে শুনিছিলোঁ। শুনি ভাল পালোঁ — ঈশ্বৰে তোমাৰ যেন আৰু উন্নতি কৰক এয়ে প্ৰাৰ্থনা। তুমি বোধহয় নেজানো যে মোৰ Typhod অৰ সময়ত বহুত বস্তু কি হ'ল ক'ব নোৱাৰো আৰু সেই কাৰণেই তাৰ উপৰি একেবাৰে অসহায় অৱস্থা হোৱাত আহিবলৈ বাধ্য হ'লো। যদি কিবা কিবি আছে বিচাৰি চাম। মাজতে আকৌ গা বেয়া হৈছিল। এতিয়া অলপ ভাল পাইছোঁ। মইতো তোমালোকৰ দেশত out of date বোধহয় বহুত পাছ পৰা। কাজেই মোৰ বলকনিয়ে তোমাৰ কি উপকাৰ কৰিব ক'ব নোৱাৰো। সেইদেখিয়েই কোনো কাম হাতত ল'বৰ মন নেযায় আৰু নলও। ইয়াত মই একেবাৰে unfit, ভাল লগা নাই। ভৱিষ্যৎ অনিশ্চিত। আহিবই নেলাগিছিল — কিন্তু বিধাতাই নেৰিলে। আশাকৰোঁ ভালে আছা — মৰম ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰে যেন। মোৰ আজিকালি কলৈকো যাবৰ মন নাই — মাজে, Univ. ৰ meeting অত গুৱাহাটীলৈ যাও। তোমাৰ দেউতাৰক মোৰ প্ৰণাম জনাবা। আশাকৰোঁ তেখেতৰ ভাল।

ইতি তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Amolapati
P.O. Rehabari
Dibrugarh

৮২

মৰমৰ যতি,

কালি তোমাৰ চিঠিখন পাই অলপ আচৰিত হ'লোঁ — কাৰণ যিজন মানুহে অসমীয়া ল'ৰাই B.A Pass কৰাৰ পাছতেই তেওঁলোকক সকলো সময়তে M.A পঢ়িবলৈ উদগাই থাকে সেই মানুহজনে তোমাৰ M.A পঢ়াত বাধা দিবলৈ কি স্বাৰ্থ আছে বুজিব নোৱাৰিলো। সি যি কি নহওক তুমি M.A পঢ়িলে তেওঁ অতি আনন্দ পাব আৰু যাতে তোমাৰ সৰ্বতোভাৱে মঙ্গল হয় সেয়ে তেওঁৰ ইচ্ছা আৰু ঈশ্বৰৰ কাষত প্ৰাৰ্থনাও সেয়েই। তাৰ পাছত কলিকতাত মোৰ বেমাৰৰ পৰিস্থিতি সম্পৰ্কে অলপমান যদি বুজিব পাৰিলা হেতেন তেন্তে বোধকৰোঁ মোৰ আগৰ চিঠিখনৰ কথা বুজিব পাৰিলাহেতেন। নিজেই বেমাৰত শয্যাশায়ী। আহোঁতে দুৰ্ব্বল, ঘৰৰ সৰুবৌ, বিবিহঁতে লগত লৈ আহিছে তেনেস্থলত ক'ৰ বস্তু ক'লৈ গ'ল বা ক'ত আছে সেই বিষয়ে নজনাটো একো আচৰিত নহয়। এতিয়ালৈকে মই সেইবোৰ পাজি পুথি মেলি চোৱাই নাই — যাহক তুমি লেখিবলৈ ভাল পালা যেতিয়া ক'বলৈ একো নাই। মোৰ বৰ্ত্তমানে গা ভাল নহয় — আজি কেবা

দিন মানৰ পৰাই জ্বৰ। মহৰমৰ সময়ত মই — শিৱসাগৰত আছিলোঁ — অহাহেঁতেন নেপালা হেঁতেন। আশাকৰোঁ তোমাৰ সকলোপিনেই ভাল। তোমাৰ দেউতাৰাক মোৰ ভক্তিপূৰ্ণ নমস্কাৰ জনাবা। মৰম ল'বা। ঈশ্বৰে তোমাৰ যেন মঙ্গল কৰে। ইতি

তোমাৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা

Amolapati
P.O. Rehabari
Dibrugarh (Assam)
Dated the 31-1-1951

৮৩

মৰমৰ যতি,

তোমাৰ চিঠিখন পাই ৰং পালোঁ। তুমি 'মৰমৰ সুৰ' বোলা কবিতাটো ছপাবলৈ দিয়াটো ভুল হ'ল। অৱশ্যে মোৰ অনুমতিৰ সৈতে বোলে সম্বন্ধ নাই। মই গোতেই কিনি কথা মুকলি কৰি লেখোঁ আৰু আশাকৰোঁ তুমি চিঠি পোৱা মাত্ৰকেই তৎক্ষনাৎ ছপা বন্ধ কৰিবলৈ চিঠি দি পঠাবা। প্ৰথমতে কবিতাটোৰ নাম সলনি হ'ল — তাৰ নাম হ'ল 'মিলন' আৰু কবিতাটো বহুত সালসলনি হৈছে। যোৱা বছৰৰ July মাহত শ্ৰীমান বিৰিঞ্চি আহিছিল আৰু তাৰ আগতেই সেই কবিতাটোৰ এটা Copy মই কলিকতাত থাকোঁতে Dr. kakati এ Copy কৰাই নিয়াইছিল। সেই বাৰ বিৰিঞ্চিয়ে তাৰ বিষয়ে সোধাত মই কৈছিলোঁ যে তাৰ বহুত সালসলনি হৈছে আৰু এটা Copy Dr.Kakati ৰ হাতত আছে। এইবাৰ অলপতে গুৱহাটীলৈ যাওঁতে শুনিবলৈ পালোঁ যে তেওঁলোকে Dr. Kakati ৰ Preface এখনৰে সৈতে এই মাহতে ছপাখানালৈ পঠাবলৈ যো-যা কৰিছে। পঠালে নে নাই পঠোৱা মই ক'ব নোৱাৰোঁ। সম্ভৱতঃ নাই পঠোৱা মানে মই কৈছিলো যে মোৰ কবিতাবোৰ যেয়েই ছপাওক Elm Press অত ছপাব লাগিব দেখি একেখন কিতাপকে দুটা নামেৰে (ইতিমধ্যে পিছৰটোত সালসলনি হৈছে) ছপাহে ওলোৱা ৰৰ অশোভনীয় হ'ব আৰু তোমাৰ যথেষ্ট ক্ষতি হ'ব। মই এই বিষয়ে তেওঁলোকক সুধি মেলি চাওঁ, যদি পঠালেই মই একো কৰিব নোৱাৰোঁ। যদি নাই পঠিওৱা তেন্তে মই কাকতিৰ পাতনিৰে সৈতে তোমাকেই ছপাব দিম অৱশ্যে Elm Press অত। সেইদেখি আকৌ কওঁ তুমি এতিয়া ছপা বন্ধ কৰিবলৈ তৎক্ষণাৎ Wire বা চিঠি দিয়া। সেই

কবিতাটোত তোমাৰ যথেষ্ট অধিকাৰ আছে কাৰণ সেই সময়ত তুমি কলিকতাত মোৰ তাত নথকাহেঁতেন আৰু তেনে এটা মৰমৰ আবেষ্টনী সৃষ্টি নোহোৱাহেঁতেন তাৰো সৃষ্টি নহ'লহেঁতেন। যদিও মই বহুত দিনৰ পৰাই Sufism ৰ Spirit ৰে এটা কবিতা লেখোঁ বুলি ভাবি আছিলোঁ। তুমিতো জানাই মোৰ বহুত ভাব-ভাবনাতেই জাহ যায়, — কামত একো নাহে। এতিয়া গোটেই কথাখিনি বুজি পেলাই বেয়া যেন নোপোৱা। লগতে আৰু এটা কথা কওঁ মোৰ বহুত কবিতা বহুতৰ হাতত সিঁচৰতি হৈ পৰিছে সেইদেখি মোৰ কবিতা কৰবাত দেখিবলৈ পালে মই নিজেই পঠিয়াইছো বুলি যেন নেভাবা। মোৰ গা বৰ ভাল নহয় জ্বাৰৰ কাৰণে। মই অলপতে Gauhati লৈ যাম — তাৰ পাছতহে তোমালৈ আকৌ চিঠি লেখিম। আশাকৰোঁ ভালে আছা।

ইতি তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

Amolapati
P.O. Rehabari
Dibrugarh-21-3-1953

৮৪

মৰমৰ যতি,

বহুত দিনৰ মূৰত তোমাৰ চিঠিখন পাই বৰ ভাল লাগিল। মানুহে জীৱনৰ বাটত যিমানেই আগবাঢ়ি গৈ থাকে, অতীতৰ সপোনৰ দৰে হৈ যোৱা ঘটনাবোৰে মৰমৰ ৰেঙণিৰে তেওঁলোকৰ জীৱনৰ বাট উজলাই দিয়ে অন্ততঃ খন্তেকলৈ হ'লেও তেওঁলোকৰ মন ৰঙীণ বোলেৰে বোলাই দিয়ে। মই তোমাৰ ওপৰত অকনো খং কৰা নাই। বৰঞ্চ তোমাৰ অলপতে হৈ যোৱা ঘটনাবোৰে — যি তোমাক সংসাৰত একেবাৰে নিঠৰুৱাৰ দৰে কৰিলে মনত পাৰিলে বেজাৰ লাগে। মোৰ বেজাৰ মাথোন এইখিনিতে যে গা বেয়া থকাৰ কাৰণে নিজ হাতেৰে সেই সময়ত তোমালৈ চিঠি এখনকো লেখিব নোৱাৰিলোঁ। এতিয়া যদিও অলপমান ভাল পাইছোঁ তত্ৰাচ আগৰ স্বাস্থ্য ঘূৰাই পাবলৈ আশা কৰা বৃথা। তুমি জনাই যে মই অৱস্থাৰ দাস — আৰু ইয়াৰ অৱস্থাই মোক এনেকুৱা কৰিলে। "বনফুল" ওলাল কিন্তু তোমাৰ এই বেমেজালিৰ মাজত পঠাবলৈ সাহ নহ'ল। দেব বাবুলৈ লেখিছোঁ। কিতাপ আহি পালেই তোমালৈ পঠাম। "বনফুল" তোমাৰ অচিনাকি হ'ব নেলাগে কাৰণ বেছী ভাগ কবিতাই তোমাৰ হাতেৰে লেখি থৈ যোৱা বহীখনৰ পৰাই তোলা। তেতিয়া শ্ৰীমান বিৰিঞ্চি কুমাৰ বৰুৱা ইয়ালৈ আহিছিল আৰু সেই সময়তেই

তেওঁ সেইবোৰ আৰু আন কাকতপত্ৰ যিবোৰ আছিল সোধাত মই ছপাই দিব বুলি ক'লো। এয়েই তাৰ ইতি কথা। অ' মোৰ গা এতিয়াও সম্পূৰ্ণৰূপে ভাল পোৱা নাই। অ' আৰু এটা কথা 'দেবিকা শইকীয়া' মোৰ pen friend অৰ দৰে — যদিও মই তেওঁক দেখা নাই। মাজে সময়ে প্ৰায়েই চিঠি পত্ৰ লেখি থাকে অলপ আগৰ দুখন মানৰ মোৰ গা বেয়া থকাত উত্তৰ দিব নোৱাৰি মোৰ ভটিজা ল'ৰাটোৰ হতুৱায়েই লেখালোঁ। অলপতে তেওঁক অনুৰোধ কৰি এখন চিঠি লেখিলোঁ (কাৰণ তোমাৰ বৰ্তমান অৱস্থাই মোক নিমাত কৰিছিল্‌ এতিয়া আকৌ লেখিম (অৱশ্যে) গা ভাল থাকিলে) যে তোমাৰ তাত থকা মোৰ আৰু বেজবৰুৱাদেৱৰ ফটো খনৰ এটা copy কৰি পঠাই দিবলৈ — তাত ভাল photographer আছে, কাৰণ তোমাৰে মোৰে যিখন photograph তুলিছিলোঁ এতিয়াও সি ঘৰত অটুত ভাবে আছে। তেওঁ সময় পালে যদি যায় তেন্তে তুমি তাৰ copy ল'বলৈ অনুমতি দিবা যেন — এইটো মোৰ বিশেষ অনুৰোধ বুলি ভাবি লোৱা যেন। আগেয়ে কৈছো নহয় বয়সৰ লগে লগে অতীতৰ স্মৃতিবিলাকক বৰ হেপাহেৰে সাৱটি ধৰি থাকিবৰ মন যায়। যোৱাবাৰ কলিকতালৈ যাওঁতে মানুহজনে Change অলৈ গৈছিল, লগ নেপালোঁ, পোৱাহেঁতেন তেওঁৰ পৰাই আনিলোঁহেতেন কাৰণ তাত Negative আছে আৰু তেখেত মোৰ Personal friend. দীঘল চিঠি লেখি আমনি দিয়াত যেন বেয়া নোপোৱা। মৰম আৰু আশীৰ্বাদ ল'বা ঈশ্বৰে যেন .... মঙ্গল ৰাখে আৰু সততে যেন ......(পাঠোদ্ধাৰ সম্ভৱ নহ'ল) দুনাই মৰম জনাই আজিলৈ ইমানতে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

N.B. মোক যেন কেতিয়াও College অৰ ঠিকনাত চিঠি নিদিবা - বহুত সময়ত তেনে ঠাই সৰা দেখিবলৈ পোৱা যায়। J. D.

Suite No- 20
123/1/1 Upper Circular Road.
Calcutta

৮৫

মৰমৰ যতি,

হঠাতে তোমাক চিঠিৰে আমনি কৰাৰ কাৰণে ক্ষমা কৰিবা। তুমি বোধহয় খুব লৰালৰিকৈ গ'লা। আগদিনাখন আবেলি ইয়ালৈ আহোঁতেও যাবা বুলি নাজানো যদিও

Hotel Cecil অত যাম বুলি কৈ আহিছিলা। লৰালৰি কোবতে মোৰ কিতাপ দুখন (i) The New Temple, (2) The Power of a lie তোমাৰ লগতে গ'ল। ইমানদিন তোমাৰ পঢ়া নিশ্চয় শেষ হ'ল। সি যি কি নহওক তুমি যেন কিতাপ দুখন কল্যাণীয়া মাখনিৰ হাতত জৰুৰ দিবা। কাৰণ সেইবোৰ মোৰ বৰ মৰমৰ কিতাপ। বৰ্তমান সময়ত replace কৰা টান। বেয়া নেপাবা। মই মাখনিক সকলো কৈছোঁ। তেওঁ কিতাপ দুখন পালেই তাৰ ব্যৱস্থা কৰিব। মোৰ নিচিনা অকলশৰীয়া মানুহে কিতাপকে নিজৰ ল'ৰা-ছোৱালীৰ দৰে ভাল পায়। শেহত মোৰ অনুৰোধ যে এই চিঠি পালেই যেন তুমি কিতাপ দুখন তেওঁক দিবা বা নিজে গৈ দিব নোৱাৰিলেও তেওঁ তোমাৰ তাৰ পৰা অনাবৰ ব্যৱস্থা কৰিব। শেহত কিতাপ দুখন ওভোটাই দিবৰ কাৰণে অনুৰোধ কৰি এই চিঠি সামৰিলোঁ। আশাকৰোঁ ভালে আছা। শুনি ৰং পাইছোঁ তুমি এটা ছপাখানা পাতিবলৈ চেষ্টা কৰিছা কৃতকাৰ্য্য যেন হোৱা এই আশা কৰিলোঁ। কিতাপ দুখন নিশ্চয় যেন তেওঁৰ হাতত দিবা। এইখন চিঠি লেখাত যেন দোষ নধৰিবা। কাৰণ মোৰ ইমান কিতাপ হেৰাইছে that I have become regularly nervous about my books সেই ভাবিয়েই যেন ক্ষমা কৰিবা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক।

ইতি
তোমাৰ
শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

বিজয়া দশমী
কলিকতা-১৮৬৪শক

৮৬

মৰমৰ যতি,

তোমাৰ চিঠিখন পোৱা আজি কেবাদিনো হ'ল। পাই বৰ ভাল লাগিল। মই পঠিবা কিতাপখন পঢ়ি ভাল পাইছা বুলি জানি আৰু ভাল পালোঁ। এই যোৱা সপ্তাহত মোৰ গা ভালেই আছিল আৰু আজিলৈকো আছে। তাৰ আগৰ সপ্তাহত হলে কেবাদিনো ভাল নাছিল। বেচিকৈ ভবাৰ কাৰণে যে অসুখ হৈছে বুলি তুমি লেখিছা ই একেবাৰে সঁচা কথা আৰু লগতে ময়ো কওঁ যে নানাবিধ মানসিক অশান্তি আৰু worries ইত্যাদিয়েই ইয়াৰ গুৰি। কিন্তু মানুহে জানো নাভাবি থাকিব পাৰে? বয়সৰ লগে লগে ভাবনাও বেছি হৈ আহে। ভবিষ্যত নাথাকিলেও মানুহে অতীতৰ ফালে ভুমুকি মাৰি ভবিষ্যতৰ মুখলৈ চায় — সেই আকাশখন যদি ডাৱৰেৰে ঢকা দেখে তেন্তে নিশ্চয় মানুহৰ মনত অশান্তিয়ে

বাহ ল'ব। যদি সহিবৰ সামৰ্থ্য গাত থাকে তেন্তে তেওঁলোকক বেচিকৈ পীড়িব নোৱাৰে- কিন্তু যাৰ সেই সামৰ্থ্য নাই তাৰ মনৰ অৱস্থা নকলেও বোধহয় বুজিব পাৰিবা। যাওক এই বিষয়ে আৰু একো নকওঁ-তুমি লেখিছিলা দেখিহে এইখিনিকে লেখিব লগিয়া হ'ল। নিজৰ শোক দুখৰ বোজাটো নিজেই বোৱা উচিত নহয় জানো?

মোক ক বিতা ফালিবলৈ মানা কৰিবলৈ তুমি তীৰ্থলৈ লেখিছা — মোৰ সেই অভ্যাসৰ সম্পৰ্কে তেওঁ এতিয়ালৈ নাজানিছিল আৰু সেই দেখিয়েই মিছা বুলি ভাবিছিল আৰু তোমালৈকো তোনদৰে লেখিছিল। সেই দিনাখন এই বিষয়ে মোক সোধাত মই কলোঁ যে মোৰ ওলোৱা কবিতা বোৰতকৈ ফলাবিলাকৰ সংখ্যা বেচি আৰু তেতিয়াহে তুমি লেখা বুলি জানিলোঁ। মই মাথোন ক'লোঁ "যতিয়ে যদি তুমি তেনেকৈ লেখাতেই মনত ৰং পাই মোৰ একো আপত্তি নাই,কিন্তু কথাষাৰ হ'লে মিছা।" মোৰ বিশ্বাস যে তেওঁতকৈ তুমি মোক বেচি জানিব পাৰিছা — সেই দেখিয়েই সেই উত্তৰৰ সম্পৰ্কে তোমাৰ গাতেই পেলাই দেলোঁ। মোৰ মনেৰে আজিকালি সেই অভ্যাসটো বেচি কৰা উচিত — মানুহটো দূৰতেই আনকি সৰগৰ দেৱতায়ো গমতে নোপাৱা কৰি কৰিব লাগিব। সম্প্ৰতি দুটা কবিতা হাতত আছে তোমালৈ পঠাওঁনে নপঠাও ঠিক কৰিব পৰা নাই। কাৰণ সেইবোৰ মোৰ প্ৰকাশৰ ইচ্ছা একেবাৰেই নাই অৱশ্যে তোমাৰ কথা বেলেগ। এফালে তুমি আনফালে হাতৰ শিৰশিৰণি ক'ব নোৱাৰোঁ কোন জিকে। তুমিয়েই কিজানি জিকিবা, কেতিয়া ক'ব নোৱাৰোঁ। তোমালৈ বহুত কিবাকিবি লেখিবৰ মন যায় কিন্তু তুমি যে মোৰ চিঠি বোৰ ফালি নেপেলোৱা। তেনে কৰা হেতেন মই বহুত লেখিলোঁ হেতেন। বসন্ত ইয়াতে আছে — তোমাৰ কথা কৈছিলোঁ। প্ৰেমক লগৰ চিঠি দিবা — প্ৰেমই কিন্তু মই ফালিবলৈ কোৱা চিঠিবোৰ ফালি পেলায় বৰ ভাল কাম কৰে। আশাকৰোঁ ভালে আছা- মোৰ মৰম আৰু আশীৰ্ব্বাদ ল'বা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।

তোমাৰ পৰা চিঠি পালে ভাল লাগে — আশাকৰোঁ উত্তৰ দিবা যেন — সোনকালে J.D.

N.B. চিঠিৰ উত্তৰৰ পলম হোৱাৰ কাৰণ মোৰ গা ভালে নথকা। একো কৰিবৰ মন নাযায়। যোৱা সপ্তাহৰ দৰে যদি থাকে তেন্তে ভাল পাম বুলি আশা কৰিব পাৰোঁ। J.D.

# অমূল্য বৰুৱালৈ লেখা

Suite No - 20
123/1/1 Upper Circular Road
Calcutta, 26 ....

৮৭

মৰমৰ অমূল্য,

বহুদিনৰ মূৰত কালি তোমাৰ চিঠিখন পাই ৰং পালোঁ। যদিও মই মোৰ চিঠিখনৰ উত্তৰ বৰ আশা কৰা নাছিলোঁ (?), — তত্ৰাচ কিবা এটা লেখিবা বুলি মাজে মাজে ভাবিছিলোঁ। পলম হোৱাত ভাবিলোঁ যে কোনো লেখিবলগীয়া কথা নথকাত তোমাৰ বহুমূলীয়া সময় নষ্ট কৰিবলৈ ভাল নেপালো। সঁচাকৈয়ে তুমি যে ইমান পলম কৰি ঘৰ পাবাগৈ সেইটোনো কোনে ভাবিব পাৰে?

সেইখন চিঠি মই বৰ বেজাৰত লেখা, — কি যে লেখিছিলোঁ এতিয়া নিজেই ক'ব নোৱাৰো, কিন্তু এইটো ঠিক যে মই অন্তৰেৰে যি অনুভৱ কৰিছিলোঁ তাকেহে লেখিছিলোঁ। তোমালৈ লেখাৰ কাৰণ এয়ে যে মই তোমাক কৰিবলৈ কোৱাৰ বিষয়ে যেন আৰু আগ নেবাঢ়া, কাৰণ কোনো লাভ নাই। বিয়োগত কি ভুল হ'ল মই ক'ব নোৱাৰোঁ, মোৰ বিশ্বাস যে মই ঠিকনাটো ঠিকেই দিছিলোঁ। কিতাপ অৱশ্যে মোৰ কাষত হেৰাল, কিন্তু আনফালে, — যাওক বাৰু যাবলৈ দিয়া। এনে একোটি ঘটনাই মানুহৰ অন্তৰত আঘাত দি মানুহৰ ওপৰত বিশ্বাস হেৰাই দিয়ে। ইমান দিনে ঘটনাৰ চাক নৈয়াই মোৰ জীৱনৰ চাৰিওফালে যিখন অবিশ্বাসৰ ইটাৰ গড় বান্ধি মাজে সময়ে পোহৰ সোমাবলৈ যি অকণমান সুৰুঙা থৈছিল তাকো এইবাৰ একেবাৰে বন্ধ কৰি দিলে। সেইটো এক ৰকমে ভালেই হ'ল, — কাৰণ য'তে পোহৰ ত'তে ছাঁৰ সঁচাৰ ভেশ ধৰা ফাঁকিৰ ধেমালি, আন্ধাৰত তাৰ প্ৰৱেশ নিষেধ। সাধাৰণ দৈনন্দিন জীৱনত মানুহক চিনা টান, কিন্তু কোনো এটি অসাৱধান মুহূৰ্তৰ একো একোটি ব্যৱহাৰে বা দুষাৰ আধাৰ কথাই তেওঁৰ প্ৰকৃত স্বৰূপ চিনাই দিয়ে। ভাব প্ৰবণ মনুহবিলাকৰ অন্তৰত এনে একোটি ব্যৱহাৰে বা কথাই মচিব নোৱাৰা সাঁচ বহুৱাই থৈ যায়। যাওক, ছাঁৰ লগত ধেমালি ইমানতে শেষ, — কিমাননো আৰু বাকলি চোৱাবা?

পণ্ডিত শ্ৰীযুত বেণুধৰ ৰাজখোৱাৰ Military-ত কাম কৰা ভতিজাক এজনে photo enlarge কৰাই দিয়াবলৈ তোমাক বিচাৰি আহিছিল। মই তেওঁক তুমি য'ত photo খন দিবা, সেই দোকানখন চিনি পাঁও বুলি আৰু মোক দিলে তাতে দিব পাৰিম বুলি কোৱাত বিশেষ একো নকই মাথোন তুমি কেতিয়া আহিবা বুলি শুধি-শুচি গ'ল।

এইবাৰ যেন পোনতে পঢ়াৰ দৰে ভালকৈ পঢ়িবা বুলি আশা কৰিলোঁ আৰু যাবৰ আগৰাতি তুমি তেনে কৰিবা বুলি মোক কথা দি গৈছা। খন্তেকীয়া মোহত পৰি উলাহৰ সোঁতত যেন গা এৰি নিদিয়া। যিটো উদ্দেশ্যেৰে কলিকতাত খৰলি খাইছাহি, সেই উদ্দেশ্যলৈ তুমি পিঠি দিলে মই সঁচাকৈয়ে অন্তৰত বৰ আঘাত পাঁও। মোক আঘাত দিবলৈ তুমি ভাল নোপোৱা বুলিয়েই মই ভাবোঁ। তোমালৈ (বাকী অংশ বিছাৰি পোৱা নগ'ল ঃ সম্পা.)।

Suite No - 20
123/1/1 Upper Circular Road
Calcutta, 24.6.43

**Urgent & Strictly Confidential**

৮৮

মৰমৰ অমূল্য,

তুমি যাবৰ সময়ত মোক কৈ গৈছিলা যে "আপুনি কিবা ঠেকত পৰিলে মোলৈ লেখিব মই তাৰ ব্যৱস্থা কৰিম আৰু কথাটো কাকো নকওঁ।" তাৰ ওপৰতে ভৰষা কৰি তোমালৈ কথা দুআষাৰমান লেখিবলৈ সাহ কৰিলোঁ। চিঠি পঢ়িয়েই যেন ফালি পেলাবা। গম পালে মোৰ যে অৱস্থা কি হ'ব বুজিছাই। তুমি যোৱাৰ পাছৰ পৰা তিনিদিন মাথোন চুপ চাপ কৰি ঘৰত আছিল। তাৰ পৰা যে ওলালে আৰু ইমান অতি মাত্ৰাই হৈছে কি কম। পুৱা চাহ খায়েই ওলাব, দুপৰীয়া আহিব ১২/১ মান বজাত তাৰ পাছত অলপ পৰৰ পাছতে চাহ নোখোৱা কৰি ওলাব আহিব ৰাতি ৯ বা দহমান বজাত। যোৰহাটৰ পৰা তিনিজনমান ল'ৰা আহিছে তেওঁলোকক কলিকতা দেখুৱাছে আৰু কালি দুজন আহিছে তেওঁলোকৰ লগতো ঘূৰিব। পুৱা কি গধূলি অবাধে সমূলি বৰষুণত তিতিছে ৰ'দত শুকাইছে। কথা নুশুনে ক'লেই খং কৰি যিহকে পায় তাকে কয়। ইয়াৰ মাজতে Tollygunj লৈ দিনৌ যোৱাটো আছেই Tollygunj তীৰ্থস্থান হৈছে। বোধহয় মানস প্ৰতিমা Tollygunj-ত আছে সিদিনাখন মোৰ দুজন বঙালী ছাত্ৰক নি তেওক দেখুৱাইছে আৰু লগতে photo (পাঠোদ্ধাৰ সম্ভৱ নহ'ল।) ...... নষ্ট হ'বৰ খুব সম্ভৱ অৱশ্যে মই বেয়া ভাবত কোৱা নাই। বাহিৰা মানুহেই লটিঘটি কৰিব। পৰীক্ষাত fail কৰিলে মানুহবোৰে মোৰ বদনাম দিব দেউতাকে মোক কি ভাবিব? মই কি কৰোঁ — উপায় এটা দি ৰক্ষা কৰা। তুমি তেওঁৰ অতি মৰমৰ বন্ধু আৰু মোৰো মৰমৰ। যাতে ল'ৰাটোৰ এটা ভাল হয় তাৰ এটা দিহা কৰা। কোনোমতে ফুচলাই বা ফাঁকি দি এবাৰ যোৰহাটলৈ লৈ যোৱা। ইয়ালৈ আৰু নপঠিয়াবা। মোৰ অৱস্থাটো বুজিবই পাৰিছা। ক'লেও আয়ে

মাৰ খায় নক'লেও বোপায়ে চুৱাতে খায়। তুমি অতি সোনকালে ইয়াৰ এটা বিহিত ব্যৱস্থা কৰা যাতে দুয়ো ফালে ভালে থাকো অৰ্থাৎ ঢোকাতে কল ৰয় আৰু কলতে ঢোকা ৰয়। মই নিৰুপায়হে তোমালৈ লেখিছোঁ — তুমিটো জানা মই তেওঁক কিমান ভাল পাওঁ — কিন্তু মোৰ মৰমেও বাধা দিব পৰা নাই। college অত admission ল'লেও এনে কৰিব। এই উদ্দাম গতিক বাধা দিব নোৱাৰে। মোৰ অৱস্থা এবাৰ ভাবি যি ভাল বুজা তাকে কৰিবা। সাৱধান মই যে লেখিছোঁ এই কথা যেন ভুলটো নোলায়। চিঠিখন পঢ়িয়েই ফালিবা আৰু যোৰহাটলৈ লৈ যাবলৈ চেষ্টা কৰিবা। মই তোমাৰ বাহিৰে আৰু কালৈকো লেখিব নোৱাৰো। মৰম ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। সাধনে তোমালৈ শ্ৰদ্ধা পঠাইছে। সিও বৰকৈ মোক তোমালৈ লেখিব কৈছে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Suite No - 20
123/1/1 Upper Circular Road
Calcutta, 26.6.43

Confidential

৮৯

মৰমৰ অমূল্য,

তুমি আজিৰ তাৰিখৰ মোৰ পৰা এখন Post Card পাবা। তেওঁ তোমালৈ এখন বৰ দীঘল চিঠি লেখিছিল — তাত মোৰ সম্পৰ্কে তেওঁৰ কিছুমান ভুল ধাৰণা তোমালৈ লেখিছিল। মোক কোৱাত মই সেই চিঠিখন তোমালৈ পঠাবলৈ বন্ধ কৰালোঁ আৰু সেই কাৰণে তেওঁ কোৱা মতে সেই Post Card খন লেখিলোঁ। মোক ইমান অবিশ্বাস কৰিছে যে সেইখনত পিছত মই কিবা লেখোঁ বুলি নিজে Post কৰিবলৈ লৈ গৈছে। কথাটো হৈছে এই যে মই বৰ বেজাৰত তোমালৈ দ্বিতীয় চিঠিখন লেখিছিলোঁ। আমাৰ ঘৰৰ সিপাৰৰ দিলীপ দত্ত তেতিয়া সাধনৰ লগত কথা পাতি আছিল। বোধহয় সাধনৰ লগত তেওঁৰ ফুৰা-চকা সম্পৰ্কে কিবা কথা হ'ব পায়। কালি সি তেওঁক এনেকৈ ফুৰা-চকা কৰি থাকিলে ইয়াত পঢ়া-শুনা নহ'ব বুলি বোধহয় কৈছিল আৰু কি কৈছিল নেজানো। সম্ভৱতঃ মোৰ বেজাৰ লগা কথাও ক'ব পায়। তাতে তেওঁ ভাবি ল'লে যে দিলীপক মই তেওঁৰ সম্পৰ্কে কিবাকিবি কৈছোঁ। তাৰপিছত যি হৈছে বুজিবই

পাৰিছা। ল'ৰালৰিকৈ তোমালৈ দীঘল চিঠি ৰাতিয়েই লেখি Post কৰিব খুজিছিলো — আৰু তাত লেখিছিলো হেনো যে মই তেওঁক আৰু ভাল নেপাওঁ — সেই দেখি তালৈ গুছি যাব। লগতে মোৰ সম্বন্ধে বোধহয় কিবা কিবি লেখিব পাই। অমূল্য, তুমিতো জানা যে মই তেওঁক কিমান ভাল পাওঁ আৰু ঈশ্বৰেও জানে। যাওক মোক এটা মিছা বদনাম দি ইয়াৰ পৰা গুচি গ'লে মোৰ যে কেনে মৰ্মান্তিক আঘাত হ'ব সেইটো বেছ বুজিব পাৰিছা। সেই দেখিয়েই চিঠিখন মই বন্ধ কৰালোঁ। মোৰ দ্বিতীয়খনত লেখা কথাবোৰ সম্পৰ্কে তুমি এতিয়া একো নকৰিবা। কাৰণ ঘটনাচক্ৰ আন ৰকম হৈ গ'ল। তাত মই এটাও মিছা কথা লেখা নাই। তুমিয়ে কোৱাচোন যে দিনে ৰাতিয়ে বাহিৰা মানুহৰ লগত এনেদৰে ৰ'দে বৰষুণে তিতি ফুৰিলে বেমাৰ আজাৰ হ'বৰ সম্ভাৱ নহয় জানো? তাতে তেওঁৰ Health বৰ ভাল নহয় আৰু কলিকতাত এতিয়া খুব Typhoid ইত্যাদি হৈছে। আৰু এনেদৰে কৰিলেনো পঢ়া শুনাত কেনেকৈ মন দিব — অসমৰ পৰা প্ৰায়েই মানুহ আহি থাকিব। সকলোৱেই তেওঁক ঠগিব কাৰণ আন মানুহে নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে তেওঁৰ দুৰ্বলতাৰ সুযোগ ল'বলৈ বিচাৰিব। সেই দেখিয়েই মই অলপ অসন্তোষ প্ৰকাশ কৰি দেখুৱাইছিলো আৰু এটা impulse অত তোমালৈ সেইখন চিঠি লেখিছিলোঁ — এতিয়া ঘপকৰে একো নকৰিবা বা তেওঁলৈ একো নেলেখিবা সেইখন চিঠি ফালি পেলাবা। তুমি মোৰ তেওঁলৈ মৰম সম্পৰ্কে সন্দেহ নকৰা। সেই দেখিয়েই মোলৈ চাই সকলো কাম কৰিবা।

ইতি<br>
তোমাৰ মৰমৰ<br>
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

Suite No 20<br>
123/1/1 Upper Circular Road<br>
Calcutta, 5.7.43

৯০

মৰমৰ অমূল্য,

তোমাৰ চিঠিখন পৰ্শু পাই বৰ ৰং পালো। মই এই চিঠিখনৰ কাৰণে কেবাবাৰো বাটলৈ চাব লগীয়া হৈছিল। তোমাৰ যে মোলৈ শ্ৰদ্ধা মৰম আছে তাক মই বেছ বুজি পাওঁ সেই দেখিয়েই মই তোমালৈ দীঘল চিঠি লেখিছিলোঁ। আশাকৰোঁ তোমাৰ অন্তৰৰ এই ভাব যেন দুদিনীয়া মোহত পৰিণত নহয় আৰু নহ'ব বুলিও মোৰ বিশ্বাস। মই পাছৰ চিঠিকেইখনত একো মিছা কথা লেখা নাই মাথোন সকলো কথা যথাযথভাৱে

তোমাক জনাই দিলোঁ। তুমি নিজেও এই বিষয়ে মোতকৈ বহুত জানা। কাৰণ ইয়াত আহি তুমি তেওঁলোকৰ ঘৰলৈ গৈ মাক আৰু আন ইত্যাদিৰ লগত কথা পাতি বেহ ৰূপ চাই সকলো ঠিক কৰিছা আৰু তাতো তেওঁলোকৰ ঘৰতো দেউতাকৰ লগত কথা পাতি চাইছা। সেইদেখি তুমি সকলো বুজিছা আনকি লগত কথা পাতি চাইছা। সেইদেখি তুমি সকলো বুজিছা আনকি বাঁহীত কবিতা লেখা-লেখিৰ কথাও তুমি জানা। কায়ে কাযে সেই বিষয়ে মোৰ ক'বৰ একো নাই — জানিবলো মন নাই আৰু মোৰ কোনো "interest" ও নাই। কলিকতালৈ যদি এই কাৰণতে আহিছিল তেন্তে কিমান দূৰ কি হৈছে সেইটো তুমি বেছ জানা। মই মাথোন ইয়াত থাকি পঢ়া-শুনা কিমান দূৰ সম্ভৱ হ'ব সেই বিষয় ভাবিহে তোমালৈ চিঠি লেখিছিলোঁ — আনবোৰ বিষয় মোৰ কোনো আৱশ্যক নাই। বাহিৰৰ মানুহৰ কথা শুনিবলো মোৰো মন নাই। মাজৰ দখৰ সময়ত এনেকুৱা উতলা হৈ নিজক ভাবৰ সোঁতত উটাই দিলে পঢ়া-শুনা কি হ'ব তুমি বুজিবই পাৰিছা। সেই দেখিহে ভাবিছিলো ইয়াত ..... চিত্ত বিক্ষিপ্ত হোৱাৰ ফলত পঢ়া-শুনা হ'বৰ আশা কম। সেইকাৰণে মই ঘৰলৈ যোৱাৰ কথা লেখিছিলোঁ। মোৰ বোধেৰে তুমি যদি তেওঁক ঘৰলৈ নিয়াব পাৰা তেন্তে তুমি তেওঁৰ এটা বৰ ডাঙৰ উপকাৰ কৰিবা বুলি মোৰ বিশ্বাস। মোৰ কবৰ একো নাই। মোৰ যে বেজাৰ লাগিব সেইটো তুমি নুই কৰিব নোৱাৰা। তোমাৰ সিদিনাখন লেখা Post Card টোৱে ঘৰলৈ যাবৰ মন মেলাইছে। তুমি সপোনতো নেভাবিবা যে মোৰ ইয়াত থকাৰ কাৰণে মই কিবা বেয়া পাইছো। বৰং খুউব ভালেইহে পাইছোঁ — যদিও মোৰ লগত তুমি যোৱাৰ পাছৰ পৰা ৩/৪ দিনহে কথা হৈছে আৰু বেছি ভাগেই আনৰ অন্তৰত আঘাত দিয়ে নে নিদিয়ে সেইটো ভাবিবৰ আৱশ্যক নেদেখে। তেওঁ মোৰ ভাল লাগে কাৰণ "জগতত ভাল পোৱা যদিহে দোষৰ হয় মৰেই পোনতে দোষী ভাল পাওঁ বুলি।"

ওপৰৰ কবিতা আৰু এটা "মধুৰ মিলন" কবিতা তেওঁ তোমালৈ পঠাইছে বুলি কৈছে। এই দুটাৰ পাছতো আৰু দুটা লেখিছিলোঁ। তাৰ এটা মই নিজে তোমালৈ পঠোৱাৰ কথা আছিল কিন্তু ঘটনা চক্ৰত পৰি নোৱাৰিলোঁ। মোৰ সকলোবোৰ কবিতাই তেওঁক দিছিলোঁ কিন্তু এই দুটা নিদিলোঁ। এটাৰ কাৰণে মোক খুব ধৰিছিল কিন্তু কিছুমান কথাৰ কাৰণে মই দিব নোৱাৰিলোঁ। ইয়াৰ কাৰণেও বহুত অশান্তি হৈ গ'ল। সেইদেখিয়েই তোমালৈকো নপঠালোঁ। তেওঁক দিব নোৱাৰি মই যে কিমান আঘাত পাইছো সেইটো ঈশ্বৰে জানে। এয়ে মোৰ জনসাধাৰণৰ আগত শেষ কবিতা। দুটা-চাৰিটা যদি কৰবাত কেনেবাকৈ ওলায় তাত আৰু মোক বিচাৰি নোপোৱা মোক বিচাৰি পোৱা কবিতাবোৰ (পাঠোদ্ধাৰ নহ'ল) কাৰণ তেখেতসকলক মই জানো আৰু ৺বেজবৰুৱাৰ সম্পৰ্কে তেখেতসকলৰ ধাৰণাও অলপ অচৰপ জনা আছে। মোৰ আগত বেছিকৈ কবলৈ ভয় কৰে মই বেয়া পাওঁ বুলি। তবু ওলালে মাজে সময়ে দুযাৰ এবাৰ মাজতে ওলাই পৰে।

কিন্তু চকুৰ 'পৰ্দ্দা' দুখন ইমান সোনকালে আৰু ইমান প্ৰকাশ্য ভাবে আঁতৰাব বুলি মই ভবা নাছিলোঁ। মোৰ তেখেত সকললৈ বৰ বেজাৰ লাগিছে — খণ্ডতকৈ পুতৌ কৰিবৰহে মন গৈছে। Dr. Johnson ঢুকোৱাৰ পাছত সৰুসুৰা চেগাচোৰোকা লিখক এজনে তেওঁৰ সম্পৰ্কে বৰ তাচ্ছিল্য ভাবে কৈছিল। তেতিয়া Burke-এ মাথোন উত্তৰ দিছিল "Ah! when the old lion is dead, every ass thinks it can kick at him." তুমি Victor Hugo-ৰ Shakespeare খন পঢ়িছানে নাই পঢ়া ক'ব নোৱাৰোঁ। বৰ ভাল কিতাপ এবাৰ পঢ়িবা। মোৰ ইয়াত থাকোঁতে নপঢ়িলা কিয়। তাত Shakespeare-ৰ Marble statue কৰাৰ সম্পৰ্কে এঠাইত লেখিছে Queen Elizabeth অৰ দিনত হোৱা পাহৰণিৰ প্ৰতিকাৰ Queen Victoria-ৰ দিনতহে হৈছে। কওঁতে কওঁতে এঠাইত লেখিছে যে Public Squares আৰু Park বিলাকত থকা যত ৰজা মহাৰজা Earl, Lords ইত্যাদিৰ মূৰ্ত্তিবোৰ ভাঙি গলাই এটা Shakespeare অৰ মূৰ্ত্তি; তৈয়াৰ কৰা হওক। তাত মাথোন থাকিব England আৰু Shakespeare। সেই তেনে এটা মূৰ্ত্তি স্থাপন কৰাৰ দিনৰ কথা তেওঁ ভাবি দেখিছে যে Queen Victoria ই যেন State Procession লই আহিছে। চাৰিওফালে মানুহৰ আনন্দৰ কোঢ়াল। "Cheers and applause rose. Cannons boom. The Queen of England salutes Shakespeare. What then? To England it is noble, to Shakespeare it is indifferent." মোৰ ভালকৈ মনত নাই। কিতাপখন পঢ়িবা বৰ সুন্দৰ কিতাপ যেনে ভাষা মুখস্থ কৰি থবৰ মন যায়। যেনে "To whom does belong the man genious, if not to thee O pepple .... they are thy sons, they are thy fathers" ইত্যাদি। যাওক এইবোৰ কথা। চোৱাছোন মই কিবোৰ বলকিবলৈ গৈছো। খোৰোঙত সোমোৱা মানুহৰ পক্ষে বাহিৰৰ কথা চৰ্চ্চা কৰা অনুচিত। সেই কাৰণে ইয়াতেই অন্ত। অ' মাধবে মোক টানি নি ৺বেজবৰুৱাৰ সোঁৱৰণীৰ দিনা কিবাবোৰ বলকালে আৰু কৈ যোৱা অবস্থাত দুলালে লেখি গৈছিল। তাকে হেনো বাঁহীত উলিয়াইছে। কি অন্যায় নভবা নিচিন্তা কথা বিলাক ওলালে বেয়া লাগে। এইবাৰৰ পৰা সাৱধান হ'ব লাগিব। তুমি পঢ়ি পেলাই তোমাৰ কেনে লাগিল মোক জনাবা দেই — বলিয়াৰ বলকনি নে আন কিবা আছে। আশাকৰোঁ ভালে আছা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ
যতীন্দ্ৰ নাথ দুৱৰা।

পুনশ্চঃ মোৰ চিঠিবোৰ ফালি পেলাবা। নৰখাবা দেই। আৰু যতিয়ে যাতে মোৰ চিঠিবোৰ ওভোটাই দিয়ে সেই বিষয়ে যেন মোক সহায় কৰিবা। তাকে খাতিলোঁ — J.D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 7.8.43

৯১

মৰমৰ অমূল্য,

তোমাৰ আগৰ দুখন চিঠি কেতিয়াবাই পালোঁ আৰু শেহৰ Post Card খনো পালোঁ। সঁচাকৈয়ে মই তোমাৰ চিঠিৰ উত্তৰ নিদি অন্যায় কৰিছোঁ। কি কৰিবা। তুমি মোৰ সম্পৰ্কে সকলো জানিবলৈ যেতিয়া সুযোগ পালা, মোৰ মনৰ বৰ্তমান অৱস্থা বুজি নিশ্চয় ক্ষমা কৰিবা। মোৰ এতিয়া চিঠি লেখাৰ মনৰ অৱস্থা নহয়। ঘটনাৰ চক্ৰত পৰি মন একেবাৰে ভাগি গৈছে আৰু শৰীৰো অৱচন্ন হৈ পৰিছে। ইয়াৰ পৰিণতি কি হ'ব ক'ব নোৱাৰো। এবাৰ তুমিতো মোৰ Break down দেখি গৈছিলা, — পাছে আকৌ সেই অৱস্থা হয় বুলিয়েই চিঠি লেখা বন্ধ কৰিছো। কিন্তু তোমাৰ শেহৰ Post Card খন পাই বৰ বেয়া লাগিল। তুমি একো দোষ কৰা নাই সোণ। দোষ মোৰ কপালৰ। য'ত দোষ সব আপোনাৰ। তুমি কোনো ভুলো কৰা নাই। ময়েই আজীৱন ভুল কৰি আহিছোঁ। মাথোন এবাৰ কথা কওঁ যে তুমি হয়তো এফালৰ কথা শুনি মোলৈ সেই দুখন চিঠি লেখিছিলাঁ। মোৰো ক'বলগীয়া বহুত আছে — বিশেষকৈ এতিয়া তেওঁ যোৱাৰ পিছত তেওঁৰ বন্ধুসকলে যিবিলাক কৈ ফুৰিছে। আমাৰ অসমীয়াত এটা কথা আছে যে "মাছে বোলে মাতে পানীয়ে দুই কোৱাৰী ভেটে।" মোৰো তেনে অৱস্থা। মই কেতিয়াবা ভাবোঁ যে মানুহবোৰ এনে দুতলীয়া (double dealer) হয় কেনেকৈ? কাষত থাকোঁতে তইহে তই মই হে মই, কিন্তু আঁতৰি গ'লেই ওলোটাটো হয়। বিশেষকৈ তেওঁ যিবিলাকক অন্তৰঙ্গ বন্ধু আৰু অতি আপোন বুলি ভাবে আৰু যিসকলৰ কাৰণেই সৰ্বস্বান্তহে মোৰ মৰমক নেএচা দি মোৰ বুকুৰ ওপৰেদি অহা-যোৱা কৰিছিল, তেওঁলোকৰ মুখৰ পৰাই তেনেবোৰ শুনিবলৈ পোৱা যায়। মই অৱশ্যে ইয়াত একো আচৰিত হোৱা নাই। কাৰণ ময়ো তেওঁলোকৰ পৰা তেনে ব্যৱহাৰ পাইছিলোঁ। এইবিলাক মানুহ কাজুলি মাছ। ইলুটি সিলুটি। শুধিলেই ক'ব "এ ৰাম আমাৰ বিশ্বাস মুখৰ পৰা তেনে কথা নোলায়েই।" তেতিয়া মোক কোনে বিশ্বাস কৰিব। কাৰণ Brutus has said so and Brutus is an honourable man. এঠাইত নহয় তিনিঠাইৰ পৰা কিন্তু মই তেওঁলোকৰ লগতে মিলি জুলি থাকিব লাগিব। কাষে কাষে মই নিমাত হৈ থকাই ভাল। তাৰ উপৰি মোক কোনে বিশ্বাস কৰিব Who I am? অন্ততঃ তুমি মোক বিশ্বাস কৰিবা নহয় জানো? তুমি যদি জানিব খোজা তেন্তে তুমি On your honour promise কৰিব লাগিব যে পোৱা মাত্ৰকেই চিঠিখন পঢ়ি জ্বালি পেলাবা।

তেতিয়া হ'লে মই তোমাক আভাস দিব পাৰোঁ। তুমি নিজেই আচৰিত হ'বা আৰু তোমাৰ এনেবোৰ মানুহক চিনি থোৱা উচিত। যাওক সেই বিষয়ে তোমাৰ যি মন যায় কৰিবা। তুমি লেখিছা যে 'অনুৰোধ' 'উপৰোধ' ইত্যাদিত পৰি আৰু নিজৰ Prestige ৰাখিবৰ কাৰণে বহুত সময়ত মই বেয়া পোৱা কাম কৰিবলৈ বাধ্য হয়। বেছ কথা, আনৰ অনুৰোধ 'উপৰোধ'ৰ মূল্য আছে আৰু Prestige অৰ দাম আছে, মোৰ feelings নাই, sentiment নাই, আনকি মোৰ Prestige-ও নাই নহয় জানো? সেই কাৰণেই মোৰ কথা ভাবিবৰ আৱশ্যক নাই। মই যেনিবা এটা গছৰ মূঢ়া, আৰু বিশেষ ক'বলৈ নেযাওঁ, — বেজাৰ লাগে। হয়তো তোমালৈ এই চিঠি শেষ কৰিব নোৱাৰিম। তুমি লেখিছা 'অভিমান নকৰি চিঠিৰ উত্তৰ দিব'। মোৰো আকৌ অভিমান? কাৰ ওপৰত? 'আপোন সুৰ'ৰ শেহত পঢ়া নাই জানো? মই হৈছোঁ মাছ কুটা গড় — সকলোৱে এঘাপ এঘাপ মাৰি যাব। বেজাৰ এইখিনিতে যে সেই দাগবোৰ মাৰ নেযায়। যাৰ অভিমান ক'তো নৰজে, তেনেবিলাক মানুহৰ নিজৰ অভিমানতেই জলিপুৰি জাহ যোৱাৰ বাহিৰে আন উপায় আছে জানো? তাৰ পাছত মোৰ কবিতা সম্পৰ্কে তুমি ইয়াত হাঁহি মাতি ধেমালী কৰি থকা যিজন কবিতা লেখা মানুহক লগ পাইছিলা, তেওঁ মৰিলে। মাথোন তেওঁৰ প্ৰেতাত্মা এতিয়া শ্মশানত ঘূৰি ফুৰিছে। সেইদেখি তোমালোকে তেওঁক নাই বুলি ধৰি ল'লে সন্তোষ পাম, আৰু বেছি সন্তোষ পাম যদি তেওঁৰ নামৰ আগত এটা চন্দ্ৰ বিন্দু বহুৱাই দিয়া। কঠোৰ হেঁচাত পৰি সি যে আজি মৰি গ'ল, হিয়া তাৰ পৰি গ'ল চন। বলিয়াই বলিয়ালি কৰিবও আৰু ফালিবও মাথোন জগতৰ কোনেও গম নাপায়। তাৰ উপৰি তোমালোক উঠি অহা ল'ৰা — তোমালোকক লাগে something elevating। সেইদেখি নানা ডাঙৰ লিখকৰ সংস্পৰ্শত আহিছা, — তেওঁলোকৰ পৰা কবিতা আৰু লগে লগে উদ্‌গনি চিঠি পত্ৰ পাইছা। মোক আৰু এতিয়া কিয়? Jerome K Jerome ভাষাৰ অলপ সাল সলনি কৰি ক'ব লাগিলে কওঁ "what the modern readers want is somthing that would improve. instruct and elevate" but so far my poems are concerned they "would not elevate a cow even." চিঠিখন দীঘল হৈ গ'ল — সেই দেখিয়েই মই চিঠি লেখা নাছিলোঁ। যিহকে যি মন যায় তাকে লেকোঁ। সেইদেখি কওঁ ভবিষ্যতে চিঠিপত্ৰ নেপালে যেন বেয়া নোপোৱা। কাৰণ তোমালৈ চিঠি লেখিলেই মোৰ নিজক একেবাৰে উলিয়াই দিব লাগে। সেইদেখিয়েই আকৌ আগৰ দৰে (অৰ্থাৎ দুবছৰৰ আগেয়ে যেনে আছিলোঁ) খোলোঙত সোমাবলৈ যো যা কৰিছোঁ। যতিৰ দুখন চিঠি পাইছোঁ। কিন্তু উত্তৰ দিব পৰা নাই দেখি বেজাৰ লাগিছে। সেই একে কাৰণেই অৰ্থাৎ চিঠি লেখিবৰ মনৰ অৱস্থা নহয়। লাহে লাহে উত্তৰ দিবলৈ চেষ্টা কৰিম। তুমি বঢ়াই বুজাই ক'বা যেন তাৰ কাৰণে বেয়া নেপাই। তাৰ উপৰি তেওঁ আহিবৰ কথা আছে বুলি শুনিছোঁ, কেতিয়া আহে ক'ব

নোৱাৰোঁ। অৱশ্যে সিও এটা কাৰণ। তাৰ উপৰি ওপৰত লেখা কথাবিলাকৰ কাৰণে যেন নেভাবা যে তেওঁলৈ মোৰ ভালপোৱাৰ কিবা হীন ডেঢ়ি হৈছে, মোটেই নহয়, বৰঞ্চ বেছিহে হৈ গৈছে। কিন্তু কি কৰিবা। নিজে সংযত নহৈ চিঠি লেখা উচিত জানো? তেওঁক মোৰ মৰম আৰু আশীৰ্বাদ দিবা। আৰু ক'বা যে মোৰ তেওঁক ভাল পোৱাৰ দুখৰ বাশিৰে দীঘবাণি কৰি আৰু মোৰ তেওঁক ভাল পোৱাৰ অনিৰ্বচনীয় সুখৰ সোণালী সুতা সোঁৱৰণীৰ বুকুৰ পৰা উলিয়াই তাৰে সৈতে ধুনীয়া ধুনীয়া ফুল বাচি এখন খনীয়া বৈ যদি তেওঁৰ গাত আলফুল কৰি দিব পাৰিলোহেঁতেন তেতিয়া হ'লে মোৰ হেঁপাহ পলালেহেঁতেন। আশাকৰোঁ তোমাৰ পঢ়া-শুনা ভাল চলিছে। সঁচাকৈয়ে অকলশৰীয়া হৈ বৰ বেয়া লাগিছে। মোৰ বৰ্তমান গা সিমান ভাল নহয় প্ৰায়েই মূৰ ঘূৰাই থাকে আৰু ৰাতিও বৰ টোপনি নাহে। যি হ'ব লাগে হওক। মই সকলোলৈকে সাজু। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেনে তোমাৰ মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

N.B. অমূল্য মোৰ চিঠি বিলাক ফালি পেলাবা দেই সোণ। নিশ্চয় কৰা যেন।

N.B. তোমাক মই এটা কথা কৈছিলোঁ — যতিক মোৰ — চিঠিবিলাক দিবলই আৰু এই বিষয়ে সহায় কৰিবলই তোমাক কৈছিলো — কি কৰিলা? J. D.

Suite No 20

123/1/1 Upper Circular Road

Calcutta, 12.9.43

৯২

মৰমৰ অমূল্য,

তোমাৰ চিঠিৰ উত্তৰ দিয়াত পলম হোৱাৰ কাৰণে যেন বেয়া নোপোৱা। মাজতে অসুখ হোৱাৰ কথা লেখিছিলোৱেই, — তাৰ উপৰিও নানা কাৰণত মন একোবাৰে ভাগি গৈছে, — কোনো কাম-কাজলৈকো উছাহ নোহোৱা হ'ল। University-ৰ কামতো ব্যস্ত থাকিবলগীয় হৈছিল। কিনো লেখিম ভাবিকে পোৱা নাই। আগৰ চিঠিখন যি দুটা চাৰিটামান কথাৰ আভাষ দিম বুলি লেখিছিলোঁ তাকে ঠাৰে চিয়াঁৰে জনাও। অন্ততঃ তুমি মোক বিশ্বাস কৰিবা বুলি মোৰো বিশ্বাস। 'এৰা ল'বাটো গ'ল — ভালেই হ'ল। ইয়াত একেবাৰে উছল যাবলৈ ধৰিছিল। মাথোন Bioscope আৰু ঘূৰি

ফুৰাৰ বাহিৰে একো কাম নাছিল। লগে লগে মোৰ ল'ৰাটোকো বেয়া কৰিছিল। মই তাক এদিন খুব ধমক দি Bioscope চাবলৈ আৰু তেওঁৰ লগত ফুৰিবলৈ মানা কৰি দিলোঁ। প্ৰায় নিতৌ ৪/৫ খন Bioscope অৰ টিকেট লৈ আমাৰ তাত বহি থাকেগৈ, — মই এদিন কিবা কিবি বহুত কলোঁ। মাজতে মুখেৰে নেমাতিলে। দেউতাক আৰু দদায়েকৰ লগত আমাৰ জনা-শুনা আছে আৰু আমি তেওঁৰ পৰা বহুত কাম পাও, — সেই দেখিয়েই আমি অলপ মৰম কৰোঁ আৰু ভদ্ৰতাৰ খাতিৰত তেনে কৰিবলৈ বাধ্য। যাওক ইয়াৰ পৰা গৈ ৰক্ষা পৰিলে।

মোৰ ল'ৰাটোৰো ফুৰা বন্ধ হ'ল। ..... নাহে আৰু। যোৱাৰ আগদিনা আবেলি আমাৰ তাৰপৰা — লৈ গ'ল আৰু কৈছিল যে একেবাৰে পৰীক্ষাৰ পাছতহে ঘূৰি যোৱাৰ দিনাখন পুৱাও গৈছিল' ইত্যাদি। এইবিলাক কথা ঘটনা চক্ৰত পৰি মই নিজ কাণেৰে শুনাৰ দৰেই বুলি ধৰিলোঁ, — যদিও মোৰ আগত কোৱা নাছিল। তাৰ পাছত তোমালোকৰ Tollygunge অৰ সমালোচনা মন্দিৰৰ কথা দুজন পৰিষদ এদিন মোৰ কাষলৈ আহিছিল, — এজন মোৰ critic আৰু adviser। আনজন মাথোন adviser, — কথাই কথাই তেওঁৰ ওলোৱাত তেওঁক বৰ বেয়া ৰকমে criticise কৰি down কৰিছিল আৰু লগে লগে তোমাক প্ৰশংসা কৰি বৰ ওপৰলৈ তুলিছিল। মানুহজন বৰ সাংঘাটিক ৰকমৰ critic। তেওঁ thirdrate একোকে নাজান মাথোন টকা খৰচ কৰি Bioscope দেখুৱাই হোটেলত খুৱাব জানে। শেহত ঠাট্টাৰ সুৰেৰে কৈছিল টকা খৰচ কৰিলে সাহিত্যিক হ'ব নোৱাৰে। তোমাক বৰ ভাল বুলিছিল। মোৰ বেয়া লাগি তেওঁলোকক কিবা কিবি কোৱাত মোক কৈছিল "আপুনিহে মাথোন 'অমুক অমুক' কৰে কিন্তু তেওঁ আপোনাৰ সম্বন্ধে কি সমালোচনা কৰে জানে জানো? এদিন হেনো তাত কোনোবা এজনে কৈছিল যে মোৰ intergrity কমি গৈছে আৰু কবিতা লেখা উচিত নহয়। এনে ধৰণৰ অলপ কথা বাৰ্ত্তাৰ পাছতে এজনে তেওঁক সুধিলে কিহে তুমিতো তেখেতৰ authority তুমি কি কোৱা? তেওঁ হেনো অলপ পৰৰ পাছত উত্তৰ দিলে 'এৰা তেখেতে আমাক আৰু নতুন একো দিব নোৱাৰিলে মাথোন একোটা সুৰকে ঘূৰাই পকাই লেখি থাকে। মই আজি কালি তেখেতক আগতে এনেদৰে কওঁ — আৰু আন ধৰণেৰে লেখিব পাৰে যদি লেখিবলৈ কওঁ — ইত্যাদি। আৰু লগৰ জনে তেতিয়া মাত লগালে Tollygunge অত ঘৰ বিচৰাৰ কথাটো নকয় কিয়। তেতিয়া তেওঁ ক'লে "থ", Tollygunge অত ঘৰ বিচাৰিবলৈ ২/১ জন তেওঁৰ বন্ধুক হেনো কৈছিল তেওঁলোকে ইয়াত থকাৰ কথা কোৱাত তেওঁ হেনো কৈছিল, "মই তাত শান্তি নেপাও কাৰণ তেখেতৰ mind-টো বৰ perverted"। কথাষাৰ শুনি মোৰ বৰ বেজাৰ লাগিল, — মাতিব নোৱাৰিলোঁ। অমূল্য I may be anything but not a perverted minded

fellow মোক বহুতে fool, simpleton ইত্যাদি বুলিছিল, কিন্তু perverted minded বুলি আজিলৈকে কোনেও কোৱা নাছিল। ঈশ্বৰে কৰক যেন তেওঁৰ মুখৰ পৰা এনেধাৰ কথা ওলোৱা নাছিল। এইধাৰ কথা আৰু দুই এঠাইত শুনিবলৈ পাইছো, — তেওঁ বুকুৰ বন্ধু আৰু keeper of his conscience এই ইয়াৰ গুৰিতে আছে বুলি শুনিলোঁ। কিন্তু তত্ৰাচ মই বিশ্বাস কৰিব নোৱাৰোঁ। কবিতা সম্বন্ধে তুমিতো জানা মই কোনো নতুন কথা উলিয়াব খোজা নাছিলোঁ — মাথোন মোৰ অন্তৰৰ অনুভূতি বিলাক প্ৰকাশ কৰোঁ। ৺বেজবৰুৱা আৰু ৺আগৰবালা থকাহেঁতেন মোৰ কবিতাও প্ৰকাশ নহ'লহেঁতেন। যাওক মোৰ আৰু কবিতা প্ৰকাশ নহয়। ভয় নকৰিবা। অন্তৰৰ অনুভূতি প্ৰকাশ কৰিলেও তাক নষ্ট কৰা যাব আৰু গৈছেও। আনে কোনেও দেখা নেপায়। তুমি .... মোৰ ইয়াৰ পৰা নকল কৰি নিয়া কবিতাবোৰ নষ্ট কৰা মই দুই হাত তুলি তোমাক আশীৰ্বাদ দিম। তাৰ পাছত তোমালোকৰ যিজনৰ কাষত obligation আছে বুলি লেখিছিলা, — তেৰোঁ বহুত কিবাকিবি কৈ গ'ল, — অৱশ্যে তাত মোৰ নাম গোজ্ঞো নাঠিল। মাথোন মই ... তেওঁৰ ওপৰত মতামত বুজিলোঁ। বাঁহীৰ কেৰাণীজনৰ হাতত Bioscope অৰ ticket গুজি দিবৰ কি প্ৰয়োজন থাকিব পাৰে মই নুবুজো। মোৰ বেজাৰ এইখিনিতে যে স্বাৰ্থৰ খাতিৰত মৰমৰ মুখা পিন্ধি যি তেওঁক আদৰ-সাদৰ কৰে, তেওঁলোকেই হ'ল তেওঁৰ বুকুৰ বান্ধ, — আৰু তেওঁলোকৰ কাৰণে কৰিব নোৱৰা কাম একোকেই নাই। আৰু যি নিস্বাৰ্থভাৱে হিয়া উবুৰিয়াই তেওঁক মৰম ঢালি দিয়ে, তেওঁৰ মৰমক নেওচা দি তেওঁৰ বুকুৰ ওপৰেদি তেওঁ ৰাজ আলি বান্ধে। যাওক এইবোৰ কথা আৰু। মাথোন এইধাৰ মনত ৰখাবা যে মই মানুহ, দেৱতা নহঁও, মোৰো সুখ-দুখ, অন্তৰৰ অনুভূতি আনৰ দৰেই আছে। মোক যেন তেনে দৰে বিচাৰ কৰি চাবা। ইয়াকে খাটিলোঁ। আৰু এটা কথা, তুমি মোৰ অভিমানৰ কথা লেখিছা। কি কৰিবা সৰুৰ পৰাই অভিমানী আৰু তেনেদৰেই ডাঙৰ দীঘল হলোঁ। এতিয়া আৰু এৰিবৰ উপায় নাই। তেতিয়া ভাঙোতে মানুহ আছিল। এতিয়া আৰু অভিমানত জহি মৰি গলেও কাৰো কুঁহিপাত গা কাটি নেযায়। হয়তো বহুতে এটা বেয়া সপোন গাৰ পৰা আঁতৰ হ'ল বুলি মুৰত পানী এচলু ল'বৰ সম্ভৱ। তুমিতো দেখিয়েই গৈছা অভিমানত নিজেই মই নিজৰ শৰীৰক কষ্ট দিয়া। আজি দুবছৰমানৰ পৰা ভাবিছেলোঁ যে অন্ততঃ মোৰ কাৰণে ভৱা এজন আছে। — মনত যে কি অনিৰ্বচনীয় সুখ হৈছিল তোমাক কি কম। মই উলাহতে বুকু ফিন্দাই মানুহক কৈছিলোঁ যে মোৰ অমুক আছে কি ভয়? এতিয়া দেখিলোঁ যে মোৰ কোনোৱেই নাই। — দৰ্পহাৰী ভগৱানে মোৰ দৰ্পচুৰ কৰিলে, — মোৰ মুখৰ মাত হৰি নিলে। অভিমান ভৰা হৃদয়ত বিন্ধে বৰ উপেক্ষাৰ বাণে', — মোৰ বেজাৰ কৰিবৰ কাৰণ নাই জানো? তুমি যেনেকৈ এজনৰ আন্তৰিকতাত বিশ্বাস কৰিছা, মোৰো আন্তৰিকতাত বিশ্বাস নকৰানে?

এইবোৰ কথা ইমানতে ইতি কৰিলোঁ। তোমাৰ পঢ়া-শুনাৰ কথা কেনে চলিছে। তুমি যি কেইখন কিতাপৰ কথা লিখিছিলা, বোধহয় খন দিয়েক আছে হ'ব পায়, সম্ভৱতঃ বেচি ভাগেই আছে। তুমি আহিবা বুলি মই মোৰ কিতাপবোৰ গোটোব খুজিছিলোঁ। কিন্তু এতিয়া আৰু মন ভাগি গ'ল, — এৰি দিলোঁ। য'ত থাকে থাকক। ক'ৰবাত দি যাম বুলি ভাবিছিলোঁ, — কি দৰকাৰ জগতৰ লগত মোৰ কি সম্বন্ধ আছে? — জগতে মোক জোলোকা জোলোকে শিকালে। ৰৰ ভাগৰ লাগিছে, এতিয়া শুব পাৰিলেই ৰক্ষা। ... মই আৰু কবিতা quote নকৰোঁ। বৰ বেয়া অভ্যাস। নহয় জানো? কলিকতাৰ খবৰ কাগজে পত্ৰে দেখিছাই, বিশেষ ক'বলৈ একো নাই। সিদিনা ৪২।। টকা দি এমোন চাউল কিনিছোঁ আৰু সেৰে ১।। টকা দৰে তেলে কিনিছোঁ, — এতিয়া তেলৰ আৰু হেনো দাম বাঢ়িছে। আজি আলু গুটিৰ সেৰে ।৶√.অনা হৈছে। নিজৰ সামৰ্থ্য সম্বন্ধেতো তুমি জানাই, তাতে ঘৰৰ ভাড়াও বঢ়াইছে। বেচ আছোঁ। মোৰ সুখৰ ভাগ তোমাক নালাগে? লাগিলেও মই নিদিও। ইয়াৰ পাছত কি হ'ব ভাবিব নোৱাৰোঁ, আৰু ভাবিবৰ মনো নাই। এই চিঠিখনৰ উত্তৰ সোনকালে দিবা অৰ্থাৎ চিঠিখন ফালিলোঁ বুলি লেখিবা। নহ'লে মোৰ মনত শান্তি নেথাকিব। এনেয়ে শান্তি নাই, তুমি আৰু তাতে দুগুণ নকৰিবা। নানা কাৰণত গা বৰ ভাল নথকা হৈছে। প্ৰায় মাজে মাজে কিবা কিবি হয়েই থাকে। আশা কৰোঁ ভালে আছা। মোৰ খবৰ যদি কোনোবাই বিচাৰে ক'বা যে দিন সকলোৰে যায় — মোৰো গৈছে। বিশেষ একো নাই। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

PS শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাৰ বহীৰ পৰা মই বিচৰা Note খিনি পূজাৰ বন্ধত নকল কৰি কাৰবাৰ হাতত পঠাই দিবা। তেওঁক মোৰ সাদৰ সম্ভাষণ জনাবা। আশা কৰো তেওঁৰ মঙ্গল। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 20.9.1943

৯৩

মৰমৰ অমূল্য,

যত্তিক পালোঁ — তোমাকো পাইছোঁ। জীৱনৰ আবেলি বেলিকা দুয়োকো দুফালে দুডাল কণাৰ লাখুটিৰ দৰে লৈ জীৱনৰ বাকী কেইটা দিন মাহে আগুৱাই যাব

পাৰোঁ যেন ইয়াকে আশা কৰিলোঁ। লগে লগে যতিয়ে যেন মানুহক চিনি পায় তাৰ কাৰণে ঈশ্বৰৰ কাষত প্ৰাৰ্থনা কৰিছোঁ। মানুহৰ কথা আৰু কামৰ সামঞ্জস্য থাকিলে বাহিৰৰ হাজাৰ হাই উৰুমিয়েও বিশ্বাসৰ ভেটি লৰাব নোৱাৰে। যদিও এনেই দুই একৰ কৰ্পনি উঠে সিও খন্তেকীয়া মাথোন ৰৰঞ্চ সি ভেটি শকত হে কৰে। পিছত বহলাই লেখিম। কবিতা এটা copy কৰি পঠালো। তোমাৰ আৰু যতিৰ কাৰণে। তুমি মোৰ custodian হৈ যতিক ৰখাবা। কিতাপ দুখন পাঠালোঁ — বহুত কিতাপ আছে Sailesh অৰ তাত। মোৰ মৰম আশীৰ্বাদ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। "এনেয়ে মহে খাইছে তাতে আকৌ ...." ইয়াৰ মানে যতিক সুধিবা।

তোমাৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

অমূল্য মোৰ আজি বৰ ভাল লাগিছে। J. D.

Please excuse haste. J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 24.9.43

৯৪

মৰমৰ অমূল্য,

যতি আহিল আৰু গ'ল আৰু তেওঁৰ হাতত দিয়া চিঠিখনো পাব পোৱা। মোৰ আৰু বিশেষ ক'বলৈ একো নাই মাথোন ঈশ্বৰক খাটোঁ যেন যতিয়ে জগতত মানুহ চিনিব পাৰে আৰু য'তে ত'তে হলিগলি নহৈ যেন নিজৰ আত্ম সম্মান অটুত ৰাখিব পাৰে। সঁচাকৈয়ে আনৰ কাষত যতিক লঘু হোৱা দেখিলে মই অন্তৰত বৰ আঘাত পাওঁ। তেওঁ যেন আৰু মোৰ অন্তৰত আঘাত নিদিয়ে। তেওঁ মোৰ দুটা কবিতা নকল কৰি লৈ গৈছে — তাৰে এটা (ৰাজ হাঁহলৈ লেখাটো) তেওঁৰ আৰু তোমাৰ বাহিৰে যেন আনৰ কাৰো হাতলৈ নেযাগৰে — কাৰণ সেই কবিতাটো মই উলিয়াঁও নে নুলিয়াঁও ঠিক কৰিব পৰা নাই। যি ওপজাৰ পৰাই পয়া লগা যতিয়ে এই বিষয়ে তোমাক ক'ব।

আজি দেউতাৰ হাতত তোমালৈ 'Triveni' নামেৰে Magazine এখন পঠাইছোঁ। এই কাগজখনত All India Culture অৰ আভাষ পোৱা যায়। The paper

is very liberal in its views and has a very broad outlook. আমাৰ গোটেই ভাৰতীয় সংস্কৃতিৰ সংস্পৰ্শত অহা উচিত নহয় জানো? আমাৰ বৰ দুৰ্কপাল যে এখন সকলো বিষয়ে উন্নত প্ৰদেশে আমাৰ দেশখনক হেঁচা মাৰি থৈছে। আমাৰ সাহিত্য সংস্কৃতি সম্পৰ্কে অলপ জানিবলৈ হ'লে পোনেই এই ফালেহে চাওঁ তাৰ সিফালেও যে এখন বহল ভাৰতবৰ্ষ আছে সেইফালে আৰু চকু নেযায়। কাষে কাষে আমাৰ সাহিত্যৰ ঠাঁচ আৰু সংস্কৃতি এই ধাৰাতেই গঢ় ল'বলৈ আৰম্ভ কৰিছে — কিন্তু আমি পাহৰি যাওঁ যে এওঁলোক বৰ Parochial in their views — তেওঁলোকৰ বাহিৰে যে আন দেশত আৰু কিবা ভাল কথা থাকিব পাৰে সেইটো ভাবিব নোৱাৰে। তেওঁলোকে ধৰি লয় যে সকলো ভাল কথাখিনি তেওঁলোকৰ ইয়াৰ পৰাই উদ্ভৱ হৈছে। তেনেহ'লে এইফালে মাথোন চকু দিলেই তাৰ Broad view ল'ব পাৰিমনে, and can we have a broad outlook? দুখৰ বিষয় আমি একেবাৰে চকু কাণ বন্ধ কৰি কি সাহিত্য কি সংস্কৃতি ইত্যাদি সকলোতে তেওঁলোকৰ হুবহু অনুকৰণ কৰিবলৈ আৰম্ভ কৰিছোঁ। যেতিয়া অসমীয়া সাহিত্য ফুলনিত এই অনা অসমীয়া পখিলাবোৰৰ ৰচকী নাচোন দেখিবলৈ পাওঁ আৰু মৌ চোহাৰ চলেৰে ফুলৰ অন্তৰৰ ৰসো চুহি লৈ ফুলক মোলান পোলোৱা দেখিলে অসমীয়া সাহিত্যৰ ভৱিষ্যত ভাবি নিজৰ অন্তৰো মোলান পৰি যায়। যেতিয়া অসমীয়া লিখাৰ সকলৰ ৰচনাত "ঘৰৰ কোণত পৰ্দাখন টাঙোৱা" দেখো তেতিয়া অসমীয়া ভাষাইযে কেতিয়াবা গা টঙাব পাৰিব সেই সম্পৰ্কে একেবাৰে নিৰাশ হৈ যাওঁ। এওঁ লোকবো যে ভাল কিবা নাই এনে নহয় যথেষ্ট আছে কিন্তু লগে লগে আনবো যে আছে সেইটোও পাহৰিব নেলাগে আৰু সেই ফালেও চকু দি নিজৰ culture ঠিক কৰি সজাই পৰাই উলিয়া উচিত নহয় জানো? আমি সকলোৰে পৰাই ভাল ফল বিলাক বাচি লোৱা উচিত। এই কাগজখন এবাৰ পঢ়ি চাবা — কেনে লাগে লেখিবা। কাগজখন মোৰ নহয়। সেইদেখি দেউতাৰ হাততে আকৌ ওভোটাই পঠাবা দেই। মোৰ এই কথা কেইষাৰে অন্ততঃ তোমাৰ চকুকো যদি এই ডাঙৰ বেৰখন পাৰ কৰাই বাহিৰৰ ফালে ভাৰতৰ ফালে পেলাব পাৰে তেনে মোৰ এই বলকণিবোৰ অলপ সাৰ্থক হ'ল বুলি ভাবিম আৰু নিজেও মনতে ৰং পাম। যদিও তোমালোকে মোক back number বুলি তোমালোকৰ জগতৰ পৰা বাদদি আঁতৰাই থৈছা তত্ৰাচ এইখিনি ক'বলৈ সাহ কৰিলোঁ, দোষ হ'লে যে ক্ৰটি মাৰ্জনা কৰিবা। লগত "ভাৰতীয় সংস্কৃতি" বুলি অকণমান কিতাপ এখনো তোমালৈ পঠালোঁ — মোৰ পঢ়ি পেলাই ভাল লাগিল। আশাকৰোঁ তোমাৰো ভাল লাগিব। কোনে লাগে জনাবা।

জীৱনৰ মোৰ 'বৰনৈ' হ'বৰ ইচ্ছা কোনো দিন নাছিল। আশা, হয় সাগৰ হ'ম নতু পৰ্বতীয়া জুৰি হৈ বুকুত ফটিকৰ ধাৰ যেন পানীলৈ মানুহৰ চকুৰ আঁৰে আঁৰে শিলনিৰ ওপৰেদি বাগৰি বৈ যাম। যদি কোনোবা বাটৰুৱাৰ পানী খাবৰ মন যায় তাৰে

এচলু, দুচলুলৈ খাব পাৰে। 'বৰনৈ' হ'লে নানা কাৰণত পানী কলুষিত হয়, মানুহে খাবলৈ গ'লে নানা ৰকমে চাকা কৰি ল'ব লাগিব ইত্যাদি আৰু তাৰ বুকুৰ ওপৰেদি নাও জাহাজ ইত্যাদি গৈ বুকুত আঘাত দি থাকিব। সেই দেখিয়েই সেইটো হ'বৰ মন নাছিল। সাগৰ যেতিয়া হ'ব নোৱাৰিলোঁ পৰ্বতীয়া জুৰিকে হ'লোঁ। আছিলোঁও তেনে মানুহৰ চকুৰ আঁৰত। মাথোন এজনে দুই/এবছৰৰ কাৰণে মানুহৰ আগলৈ উলিয়াই দিলে। বহুত শিক্ষা হ'ল। আৰু শিকিবৰ মন নাই। আকৌ আগৰদৰে মানুহৰ চকুৰ আঁৰলৈ গলো। তাত জগতত কাৰো অকণো হানি নহ'ল। বুঢ়া সংসাৰ লাথুত্তিৰ ওপৰত ভৰ দি আগুৱাই গৈ থাকিব। দিনৰ পোহৰ আৰু ৰাতিৰ আন্ধাৰে তাৰ বাটত বাধা দিব নোৱাৰে — তাৰ পাছত মই কোন মানুহৰ মৰম চেনেহ আশা কৰিম? বাটৰ বাটৰুৱা এজন মাথোন দুদনিৰ মোহত পৰি লগ ধৰিছিল। এয়ে মোৰ শেষ কথা।

তাৰ পাছত তোমাৰ পঢ়া-শুনা সম্বন্ধে Benaras লৈ যাবা বুলি শুনি ভাল পালোঁ। যাবলৈ চেষ্টা কৰিবা। নহ'লে গুৱাহাটীত পঢ়িবা কাৰণ মোৰ বৰ ইচ্ছা তুমি English অত Honours লোৱা। তুমি কলিকতালৈ অহাৰ পক্ষপাতী মই নহওঁ। তোমাক কাৰণবোৰ আগেয়ে কৈছিলোঁ। ইয়াৰ College Hostel বিলাকত খৰচ বৰ বেচি এতিয়া আৰু বঢ়াব। চম্ভালিব নোৱাৰিবা। তাৰ পাছত কোনো Hostel অত থাকি পঢ়িবা নোৱাৰা কাৰণ Hostel অত থাকি পঢ়াৰ Circle নেপাবা। দেখৰ মানে বাহিৰা মানুহবোৰ আহিব আৰু যাব। আৰু বেমাৰ আজাৰত একেবাৰে অসহায় অবস্থা — খোৱাবোৱাত বজাৰৰ বেয়াতকৈ বেয়া বস্তুবোৰ পাবা। তাৰ পাছত যদি এওঁৰ লগত বেলেগে ঘৰ ভাড়া কৰিব খুজিছা তাৰ উত্তৰত ইয়াকো মাথোন কওঁ যে টকাৰ শৰাধ, মনৰ অশান্তি আৰু দিগদাৰী লগে লগে পঢ়া-শুনাৰ উচ্ছন্ন। তুমিটো কলিকতাত গা মেলাবলৈ নিবিচাৰা পঢ়িবলৈ হে বিচাৰা। মই তোমাৰ এনেবোৰ ধাৰণা মনত থকাৰ অলপ আভাস শুনিহে ইমানবোৰ লেখিলোঁ। তুমি নিজে জনা-বুজা ল'ৰা — তোমাক আৰু কি কম। দোষ হৈছে যদি ক্ষমা কৰিবা। মোটৰ ওপৰত তোমাৰ Honours লোৱা শুনিলে বং পাম — ঈশ্বৰে কৰক যেন তুমি Benaras লৈ যোৱা। তাৰ পাছত আৰু এটা কথা ভয়ে ভয়ে কওঁ যিটো মই তোমাৰ আগত যাবৰ দিনাখন কৈ দিলোঁ। তুমি যদি কতো কেনিও সুবিধা কৰিব নোৱাৰা তেন্তে সদায় মনত থ'বা মোৰ দুৱাৰ তোমাৰ কাৰণে সদায় মুকলি। যদি মোক তোমাৰ নিজৰ এজন বুলি ভাবি লোঁৱা আৰু মোৰ বাহটো ঘৰ বুলি ভাবিব পাৰা তেন্তে অবাধে ইয়ালৈ গুচি আহিব পাৰা — ইয়াত অন্ততঃ মোৰ Library টোৰ সুবিধা পাবা। বেচি ভাগ কিতাপেই পাবা। মই কিতাপবোৰ গোটাইছোঁ আৰু কাকো বাহিৰত পঢ়িবলৈ নিদিওঁ আনকি কলিকতীয়া ল'ৰাকো। কিন্তু মই বৰ regular আৰু অভিমানী। তথাচ মই তোমাৰ পৰা কোনো অসুবিধা নাপাওঁ। বৰঞ্চ তুমি মোৰ সহায়হে হ'বা। কিন্তু এইটো একেবাৰে last step কাৰণ মই অসমীয়া

ল'বা কলিকতালৈ অহাৰ পক্ষপাতী নহওঁ অথচ মোৰ ইচ্ছা তুমি Honours লোৱা। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে তোমাৰ মঙ্গল কৰক। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 15.10.43

৯৫

মৰমৰ অমূল্য,

তোমাৰ চিঠিখন পাবৰ আজি কেবাদিনো হ'ল। মাথোন উত্তৰ দিয়াতহে পলম হৈছে — তাৰ কাৰণ মুখেৰে নকৈ তোমাৰ গালৈকে আঙুলিয়াই দিছোঁ। তুমি যে মোৰ বলকনি খিনি ভাল পালা তাৰ কাৰণে নথৈ সন্তোষ পালোঁ। মই ভয়ে ভয়েহে চিঠিখন লেখিছিলোঁ — দেউতিয়েই জানে নাই লেখা নাই লেখা বুলি কেইদিন তেওঁক ওভোটাই দিছিলোঁ। ভয়ৰ কাৰণ এয়ে যে তোমালোকে মোক একেবাৰে Out of date বুলি বাহিৰত উলিয়াই দিছা — তোমাৰ 'পুতুৱে' এটা 'fossil' বুলি ধৰিলৈ Museum অত সুমোৱাবলৈ যো যা কৰিছে। তেনেস্থলত মইনো কোন সাহেৰেনো তোমালোকৰ কাষলৈ যাওঁ বাৰু তুমিয়েই কোৱাছোন। তুমি মোক মাজে মাজে এইবিলাকলৈ আঙুলিয়াই দিবলৈ কৈছা — মইনো কিটো জানো! তথাপি তুমি মোৰ কামৰ ভাৰ লোৱাৰ দৰে ময়ো বৰ আনন্দেৰে গাত লৈছোঁ — আৰু যি ২/৪ টা শিকিছোঁ তাকেলৈ তোমাক মাজে সময়ে দিগ্‌দি থাকিম মাথোন আমনি লাগিলে জনাবা। মই কিন্তু বৰ পীৰা পাৰি ঠঙাৰ ওপৰত বহি চাৰিওকাষে ভক্ত বৃন্দৰে পৰিবেষ্টিত হৈ 'শৃনু বৎস প্ৰবক্ষামি' বুলি উপদেশৰ জাউবিৰে তোমালোকক পোত খুৱাই তোমালোৰ চকুৰ পৰা ভক্তি আৰু কৃতজ্ঞতাৰ আনন্দাশ্ৰু বোৱাব নোৱাৰোঁ — কাৰণ তেনে কৰিব নেজানো। In a word I tell You Amulya that I simply hate it-এনে কৰাটোক মই আনৰ স্বাধীন চিন্তাৰ প্ৰতিৰোধক বুলি ভাবোঁ। মই মাথোন সমানে একেলগে বহি দুই চাৰি আষাৰ আলোচনা কৰি লগে লগে আনৰ চিন্তাৰ ধাৰাৰ বিকাশৰ সুযোগ দিবলৈ ভাল পাওঁ। যিমানেই পণ্ডিত হওক জগতত কোনেও এটা চিন্তা ধাৰাৰ ইমানতে শেষ হ'ল বুলি (পাঠোদ্ধাৰ সম্ভাব নহ'ল সম্পা) খুটি পুঁতিব নোৱাৰে। তেওঁ মাথোন সেই বিষয়লৈ যিমান দূৰ আগুৱাব পাৰিলে সিমান দূৰ গ'ল — তাৰ পাছত আনজনে আহি সেইখিনিৰ পৰাই

আগুৱাবলৈ আৰম্ভ কৰি যিমান দূৰ যাব পাৰে যাব। এনেদৰেই জগতত চিন্তাধাৰাৰ ক্ৰম বিকাশহে জগত নিতে নিতে উন্নতিৰ পথত আগুৱাব লাগিছে। সেই দেখিয়েই কওঁ আনৰ উপদেশ বাণী মনত সৰোগত কৰি সেই চিন্তা ধাৰাৰ লগত বৰ্তমান জগতৰ ক'ত ক'ত সামঞ্জস্য আছে আৰু ক'ত নাই এই বিলাক ভাবি চিন্তি নিজে স্বাধীনভাৱে ভাবিবলৈ অভ্যাস কৰিব লাগে। এনে কৰিলেই স্বাধীন চিন্তাধাৰাৰ বিকাশ হ'বলৈ সুযোগ পায় এজনে নিশ্চয় বাট দেখুৱাই দিব লাগিব কিন্তু সদায় হাতত ধৰি নিয়াটো জানো উচিত হ'ব। তেওঁক অকলেই যাবলৈ এৰি দিব লাগে — মাথোন যাতে খালে ডোঙে নপৰে তালৈ চকু ৰাখিব লাগে — তাৰ পাছত তেওঁ আপোনা আপুনি বিনা সহায়তে বাট বুলিব পাৰিব। অতীতৰ চিন্তাধাৰা বিলাকক ভেঁটি কৰি ল'ব লাগিব। অতীতৰ ওপৰতহে বৰ্তমানে ঠিয় হৈ ভৱিষ্যতৰ ফালে চাই। ক'বলৈ বৰ বেজাৰ লাগে যে আমাৰ উঠি অহা ল'ৰাবিলাকে ইয়াৰ ল'ৰা বিলাকৰ দৰে সকলে পৰা “Proper guidance” নেপায় — কাজে কাজে বহুত ক্ষেত্ৰত তেওঁলোকে নিজে কিবা কিবি এটা ভাবিলই যিহকে পায় তাকে কৰে। আমাৰ নিজৰে ক'ত ভুল আছে তাক কেইজনে জানে? বহুতে আকৌ নিজৰ বিদ্যাৰ বৰাই কৰিবলৈ বৰ ডাঙৰ ডাঙৰ কথাৰে বুজাবলৈ যায় আৰু বৰ ডাঙৰ ডাঙৰ কিতাপৰ নাম কৰি সেইবোৰ পঢ়িবলৈ উনুকিয়াই দিয়ে — ল'ৰাৰ সেইখিনি বুজিব ক্ষমতা হৈছেনে নাই হোৱা সেইটো ভাবি নেচায়। এগোৰাৰ বাটিত এসৰে ঢালি দিলে লগে লগে তাত ধৰা এগোৰাৰো বহুত পৰিগৈ এগোৰাতকৈয়ো কমহে থাকেগৈ। আনফালে কিছুমানে আকৌ আধাসেৰীয়া বাটিত আধাপোৱাতকৈয়ো কমহে ঢালিবলৈ যায়। উন্নতি সময় সাপেক্ষে — খাপে খাপে উঠি যোৱাটোহে উচিত। মাজৰ ২/৪ খাপ এৰি ওপৰলৈ জাপ দিবলৈ গ'লে ভৰি ভাগিবৰহে সম্ভাৱ। কোনেও কাকো বলেৰে একেবাৰে ওপৰলৈ তুলিব নোৱাৰে তেহেঁলৈ তেখেতেই যিমানেই পণ্ডিত হওক — লৰালৰি কৰিলে চিপজৰি লগাৰহে ভয় বেচি থাকে।

তোমালোকৰ জ্ঞান চৰ্চাৰ কথা শুনি বৰ বং পালোঁ — মুকলি চকুৰে চাৰিওফালে চাবা আৰু য'তে যিটো ভাল দেখা নিজৰ ভঁৰাললৈ নিজৰ বাৰীলৈ আনিবা। কিন্তু সাবধান লাহে লাহে উঠাবলৈ চেষ্টা কৰিবা। Approach the temple of learning with all humility and with an unbiassed mind – “Goddess of learning is a very sensitive Goddess” নিজে খুব জনা বুলি ধৰি লৈ আনৰ কাৰত শিকিবলৈ গ'লে শিকাওঁতা জনেও ভাল নেপায় আৰু শিকোঁতাজনেও একোকে শিকিব নোৱাৰে। Dogmatism আৰু arrogance শিক্ষাৰ বাটত বৰ ডাঙৰ বাধা। অমূল্য, মোক কিহে পালে। এইবোৰনো কিয় বলকিছোঁ ক'ব পাৰানে? তোমালোকে মোৰ চিঠিবোৰ ফালিবলৈ গাত ললে আৰু যে ক'ত কি বলকিব পাৰোঁ — কিন্তু তোমালোকে একো নকবাঁ — মোক যে কি কৰিব খুজিছা ঈশ্বৰেহে জানে। সিদিনাখন এজনে কোৱাৰ দৰে এই

কলেজৰ ল'ৰাবিলাকক আপুনি বিশ্বাস কৰে আৰু যিহকে পায় তাকে কয় আৰু যি মন যায় তাকে লেখে কিন্তু সিইঁতেই আপোনাক শেহত ভুচং পছ কৰিব। কিন্তু মোৰটো ২/৩ জনৰ বাহিৰেতো আৰু কাৰো লগত ঘনিষ্ঠতা নাই কাযে কাযে মইনো কিয় ভয় কৰিম কাৰণ তেওঁলোকৰ সৈতে মই নিজৰ কোনো পাৰ্থক্য নেৰাখোঁ — যি ভাল দেখে কৰিব। মোৰ উত্তৰটো ভাল হ'লনে? কিন্তু মোৰ সঁচাকৈয়ে বৰ ভয় লাগি থাকে। মনৰ হেঁপাহ্ পলুৱাই কোনো আলোচনা কৰিবলৈ গ'লে হঠাতে এটা বাধা আহি পৰেহি। যাওক মনে মনে থকাই ভাল। দেউতিয়ে এই কথাবোৰ জানে। অ' তোমাৰ চিঠিখনৰ উত্তৰ লাগে নহয়নে? শুনা তেন্তে, accident হঠাতে হয়, systematically হ'লে সি আৰু accident হৈ নেথাকে। নিতৌ ভুলৰ সুযোগ পালে দেৱতাইহে ভুল নকৰে— মানুহ দেৱতা নহয় বুলিয়েই মোৰ বিশ্বাস। ছাঁটোকে বাঘ দেখা (পাঠোদ্ধাৰ অসম্ভৱ — সম্পা) কিন্তু সঁচা বাঘৰ আকৌ ধাতুৰূপ কৰি (বি + ঘ্ৰা) বিশিষ্ট ৰূপে ঘ্ৰাণহে কৰিব আৰু একো নকৰে এনে ভবাটোও ভুল। যাওক এইবোৰ কথা।

তাৰ পাছত তুমি কেনে আছা কোঁৱা — তোমাৰ 'পুতু' কোনে আছে — পঢ়া-শুনা কেনে কৰিছে জনাবা। তুমি মোলৈ চিঠিৰ উত্তৰ দিবলৈ কিয় পলম কৰা — সঁচাকৈয়ে মই বৰ বেজাৰ পাওঁ — ভাবি চিন্তি কিয় লেখিবা। মোৰ হ'লে যিহকে মন যায় তাকে লেখোঁ। অ' দেউতিয়ে তোমাক 'তই'হে বোলে। আয়ৈ দেহি! তোমাক এটায়ে তই বোলে! ৰবা মইয়ো এইবাৰ চিঠিত তই বুলিহে লেখিম। 'পুতু'ৱে মোলৈ কবিতা বিচাৰিছে। ক'ব নোৱাৰোঁ কিয় মোৰ মনলৈ এটা বৰ অৱসাদ আহিছে যেন মোৰ মূৰৰ ওপৰে এটা বৰ ধুমুহা পাৰহৈ গ'ল — মই যেন এটা বৰ ডাঙৰ বেমাৰৰ পৰাহে উঠিছোঁ। অলপমান থিত ল'বলৈ দিয়া। মনতে কবিতা গাবলৈহে আজিকালি ভাল পাওঁ, কাগজ কলমেৰে নহয় — অলপ কাৰণো আছে অৱশ্যে। যদি কেতিয়াবা লেখোঁ নিশ্চয় তোমাৰ 'পুতু'ৱে পাব। তাৰ পিছত তোমাৰ Application অৰ সম্পৰ্কে তুমি এবাৰ তীৰ্থলৈ লেখিবা দেই যদিও তেওঁৰ ঘৰত বিপদ তত্ৰাচ তেওঁ তোমাৰ কাৰণে চেষ্টা কৰিব। তেওঁৰ লগতহে Registrar আৰু Asstt. Registrar অৰ চিনাকি আছে। সাধনে কৈছে যে Cinema নেদেখুৱালে আৰু মিঠাই খাবলৈ নিদিলে পাহৰিম। তাৰ গা ভাল। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। তুমি যেন জগতৰ সকলোকে আনন্দ দিব পাৰা এয়ে মোৰ তোমালৈ অন্তৰৰ আশীৰ্বাদ। তোমাৰ 'পুতু'ক মোৰ মৰম আৰু মৰমৰ — দিবা। ল'ৰাজন বৰ বেয়া। সদায় মনত পৰি থাকে। পুতুৰ পঢ়া-শুনাত চকু ৰখাবা দেই। কোনোমতে জীয়াই আছোঁ। আশাকৰোঁ তোমাৰ মঙ্গল। দেউতিকো মোৰ মৰম আৰু আশীৰ্বাদ দিবা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 5.11.43

৯৬

মৰমৰ অমূল্য,

এই কিতাপকন তোমাৰ উপকাৰত আহিব বুলিয়েই পঠালোঁ। মোৰ কিতাপখন বৰ ভাল লাগে। আশাকৰোঁ তোমাৰো লাগিব। Hudson's Introduction to the study of literature তোমাৰ নিশ্চয় পঢ়িব লাগিব। তাৰ আগেয়ে এইখন এবাৰ পঢ়ি ল'লে সেইখন বুজিবলৈ ভাল পাবা। ইয়াৰ কিছুমান কথা বুজিবলৈ টান পালে শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাৰ কাষলৈ যাবা। তেওঁ বুজাই দিব। নিজেই বুজিছোঁ বুলি ভাবি মনত যেন এটা ভুল ধাৰণা মিছামিছিকৈয়ে নুসোমোৱা কিতাপখন পোৱাৰ কথা যেন সোনকালে জনাবা।

তোমাৰ চিঠি পালোঁ। Triveni খনত all India Culture অৰ এটা আভাস পোৱা যায়। সেই কাৰণেহে তোমালৈ পঠাইছিলোঁ। প্ৰবন্ধবোৰ যে সকলোৱে একে standard অৰে হ'ব তাৰ কোনো মানে নাই। তবে তেওঁলোকে কাগজখন ভাল কৰিবলৈ যষ্টে চেষ্টা কৰিছে। ভাৰতৰ আন আন প্ৰদেশৰ সাহিত্য, সংস্কৃতি ইত্যাদিৰ পৰিচয় পাবলৈ এটা সুযোগ দিছে। 'ভাৰতীয় সংস্কৃতি' খন পঢ়ি ভাল লগাত ৰং পালোঁ — চোৱাছোন আমি নিজেই ভাৰতীয় অথচ ভাৰতৰ সম্পৰ্কে কিমান কম জানে। তোমাৰ যে মন এইফালে অলপ ঢাল খুৱাব পাৰিছোঁ তাতেই মোৰ আনন্দ। আজি পঠিৱা কিতাপখনতো কিছুমান নতুন কথা পাবা। এনেকুৱা ৫/৬ খনমান কিতাপলৈয়ে মই মোৰ বকলা মেলিব খুজিছিলোঁ — যাক drawing room chat বুলিবও পাৰা। এতিয়া সেইবোৰ থকছোন বাৰু। এইখনকে পঢ়া। মোৰো গা-মন ভাল নহয় — একো কাম কৰিবৰ মন নেযায়। এই বন্ধ গোটেইটো মোৰ অসুখতে গৈছে । কি কৰিবা শৰীৰ লগত মনৰ অবিচ্ছেদ্য সম্পৰ্ক। সম্প্ৰতি ২ সপ্তাহমান হ'ল। অৰুণ (Dr. Bhubaneswar Bruah) ইয়াতেই আছে। তেৱেঁই সাতদিন মানৰ আগতে মোক thoroughly examine কৰি এটা course of treatment আৰম্ভ কৰিছে। ২০ দিন মান লাগিব। অৰুণৰ ওপৰত মোৰ অগাধ বিশ্বাস। আশাকৰো ভাল হ'ব লাগে। ক'ব নোৱাৰো ঈশ্বৰে কি কৰে। মই সকলোলৈকেই সাজু আছো। আমনি লাগিছে আৰু। মনত বৰ অৱসাদ আৰু লগে লগে এটা ধিক্কাৰ আহিছে। ভূমিকম্পৰ খবৰ পাইছোঁ। ঘৰৰ সকলোৰে পৰা আৰু Badulipar অত কাম কৰা ভতিজা ল'ৰা বসন্তৰ পৰা দুখন express চিঠি পাইছিলোঁ। ভাল লাগিল — যে মোৰো খবৰ কৰোঁতা আছে!! মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। তোমাৰ পুতুকো মোৰ মৰমৰ — দিবা। আশাকৰোঁ তেওঁৰ গা ভাল। মোৰ practical

difficulties বিলাক তেওঁ হয়তো বুজা নাই। কাৰণ কল্পনাৰ ৰাজ্যত বাস্তৱৰ প্ৰৱেশ নিষেধ। ঈশ্বৰে যেন তোমালোক দুয়োৰো মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

আৰু লেখিবৰ মন যোৱা নাই নেলেখোঁ দেই। যতিক অভিমান কৰিবলৈ মানা কৰিবা J. D. শ্ৰীযুত ফুকন থকা ঘৰতো damaged হৈছে বুলি শুনিছো। তেখেত কেনে আছে জনাবা। তেখেতৰ লগত দেখা কৰি মই সুধিছোঁ বুলি কবা আৰু লগে লগে মোৰ শ্ৰদ্ধাও জনাবা। প্ৰেমৰ খবৰ কি? আশাকৰোঁ তেওঁ ভালে আছে। তেওঁকো মোৰ মৰম আৰু আশীৰ্বাদ দিবা। বহুত কামৰ ভাৰ দিলোঁ — বেয়া পোৱা নাইটো? মোৰ সমুখতো আন্ধাৰ পিছতো আন্ধাৰ কি কৰিবা। উপায় নাই। J. D.

Suite No 20

123/1/1 Upper Circular Road

Calcutta, 23.11.43

৯৭

মৰমৰ অমূল্য,

যতিৰ চিঠিৰ পৰাই বুজিব পাৰিছা যে মোৰ তোমালৈ চিঠিৰ উত্তৰ দিয়াত কিয় পলম হ'ল। অকন ইয়াৰ পৰা ৪/৫ দিন মানৰ আগতে গ'ল। মোৰ এটা course of treatment শেষ হ'ল আৰু এটা গুৱাহাটীৰ পৰা prescription দিব। আগতকৈ অলপ গা ভাল পাইছোঁ। মনটো ভালে থাকিলে মোৰ গা আপোনা আপুনি ভালহৈ যাব। যাওক বাৰু সেইবোৰ কথা। War economy-ৰ কাৰণে যতিৰ চিঠিৰ মাজতে তোমালৈকো চিঠিখন ভৰাই দিলোঁ। বেয়া যেন নোপোৱা। War economy! কি কৰিবা। উপায় নাই। আশাকৰোঁ তোমাৰ পঢ়া-শুনা ভালেই চলিছে। অ' অকণে মোৰ পৰা কি fees ললে ক'ব পাৰা? সেই ৰাজহাঁজলৈ লেখা কবিতাটো। যিদিনাখন মই দিলোঁগে তেতিয়াই সৰু ল'ৰাৰ দৰে চিঞৰি চিঞৰি পঢ়িছে আৰু লগতে মোক যিহকে পাই তাকে কৈছে। বেচেৰাৰ সময় অকনো নাছিল। মোৰ ইয়ালৈ কবিতা পঢ়িম বুলি কৈ আহিবলৈকে সময় নেপালে। আৰুণো খবৰ কি লেখিম? স্কুলৰ Annual পৰীক্ষা আৰম্ভ হৈছে। ব্যস্ত আছোঁ। দেউতি মাহেকে পৰেকে কেতিয়াবা এবাৰ আহে। অ' তেওঁ প্ৰফুল্লক Triveni খন এতিয়াও দিয়া নাই। মই দিবলৈ কৈছিলোঁ। প্ৰফুল্ল কালি মোৰ

ইয়ালৈ এজন নতুন ল'ৰা লৈ আহিছিল। ল'ৰাজনৰ হেনো সৰুৰে পৰা মোক চাবৰ হেপাঁহ আছিল। প্ৰফুল্লক সোধাত নাই পোৱা বুলি কৈছে। এইবাৰ দেউতি আহিলে দিবলই কম। তোমাৰ প্ৰমোদ বৰদলৈৰ খবৰ কি? ভদ্ৰতাৰ খাতিৰতো Manuscript খন পোৱাৰ কথাও নেলেখিলে। তোমালৈ কিবা লেখিছে নেকি? শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাই দিব খোজা Note বোৰ নকল কৰা নাই হ'ব পায়। মই পোৱাহেতেন মোৰ বৰ সুবিধা হ'লহেঁতেন। অৰ্থাৎ খাটনি কম হ'লহেঁতেন। যাওক বাৰু বৰ সুবিধা হ'লে চেষ্টা কৰি চাবা। যতিৰ পঢ়া-শুনা ভালেই হৈছে বুলি আশা কৰিছোঁ। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 15.5.43

৯৮

মৰমৰ অমূল্য,

তোমাৰ মৰম সনা চিঠিখন কালি আবেলি পাইযে কিমান ভাল পালোঁ তাক কি ক'ম। মই তোমাৰ পৰা দুখন Post Card কেতিয়াও পোৱা নাছিলোঁ। মাথোন এখনহে পাইছিলোঁ আৰু তুমি সেইখনক আগজাননী বুলি জনাই পিছত বহলাই লেখিম বুলি কৈছিলা। ময়ো তাৰ আশাতে বহি আছিলোঁ। তোমাৰ চিঠি নোপোৱাত মই সঁচাকৈয়ে বৰ বেজাৰ পাইছিলোঁ আৰু কিবাকিবি বিলাক ভাবি লৈ ভাবিছিলোঁ যে বোধহয় তুমিও মোক ভুল বুজিলা। এতিয়া চিঠি নেলেখাৰ কাৰণটো বুজিলাতো? তোমাৰ অসুখ হোৱা শুনি বেজাৰ পালোঁ আশাকৰোঁ এতিয়া সম্পূৰ্ণৰূপে ভাল হৈছা। মই আগেয়ে নিজকে খোৰোঙৰ ভিতৰত সুমুৱাই থৈ পৃথিৱীখন ধুঁৱলি-কুঁৱলী দেখিছিলোঁ। তাৰ পাছত আজি তিনি বছৰমান হ'ল এজন দুজনৰ চেষ্টাত খোৰোঙৰ পৰা ওলাই পৃথিৱীখন ৰঙা হালধীয়া সেইজীয়া দেখিছিলোঁ আৰু সঁচাকৈয়ে ভালো লাগিছিল। পিছত দেখিলোঁ ই মাথোন দুদিনীয়া মায়াৰ আবৰণ। চিৰকলীয়া নহয়। আগৰ ধোঁৱাৰ ঢাকোনেই সঁচা যেন লাগে। সেইদেখি আকৌ খোৰোঙত সোমাবলৈ যো-যা কৰিছোঁ আৰু লাহে লাহে সোমাইছোঁ। মোৰ পক্ষে সেয়ে ভাল। বহল পৃথিৱীখন চকু ফুৰাই চাবলৈ সময়ো নাই আৰু মনো নাই। "তুমি যে তিমিৰে তিমিৰে।" আজি এই চিঠিখন

লেখোঁতে এটা কথা বৰ বেছিকৈ মনত পৰিছে "দুখে যাদের জীবন গড়া তাদের আবার দুখ কি রে"!

যাওক বাৰু সেইবোৰ কথা — এতিয়া তুমি লিখা কথাখিনিলৈ আহোঁ। তুমি কিয় বেজাৰ কৰিছা। কথা সঁচাই কাৰণ আম পকিলেও বহু দিয়াৰ পাছতহে হেনো খাবলৈ ভাল। তেন্তে কাম কাজ কৰি retire কৰাৰ পাছত যদি কোনোবাই 'সাহিত্য কাৰিবলৈ' বিচাৰে তেন্তে তাত তোমাৰ আপত্তি কি? মানুহটো এনেই বহি থাকিব নোবাৰে — কিবা এটা কৰিবই লাগিব কাৰণ Nature abhors vacuum বা বেচি খাপ খোৱাকৈ ক'বলৈ গ'লে "Empty mind is a devil's workshop" সেইটো হোৱা জানো ভাল? তুমি জনা বুজা ল'ৰা তুমিয়েই ভাবি পেলাই কোৱাছোন। "সাহিত্য কৰাৰ সমান উজু কাম জানো পৃথিৱীত আছে? তাৰ পাছত টকা থকা সকলৰ "সাহিত্য কৰাৰ' ধাউতি-আৰু সাহিত্যৰ মজিয়াৰ ওপৰত মেৰ ঢৰা পাৰি বৰ গাৰুত আউজি বহি থকা দেখি তোমাৰ মনত বেজাৰ ভূমুকি মাৰিছে। কিন্তু তুমি এটা কথা পাহৰি গৈছা যে পৃথিৱীত টকাৰ সমান ডাঙৰ বস্তু নাই। টকাই মান আনে, সম্ভ্ৰম আনে গুণ আনে আনকি জগতত সকলোখিনিকে আনে। তেওঁলোকেই জগতত ধনী মানী জ্ঞানী আৰু গুণী। কোনো এটা কাম কৰিবলৈ গ'লে তুমি জানো তেওঁলোকৰ ওচৰত হাত পাতিব নেলাগে? তেন্তে তুমি মিছাকৈয়ে শোক কৰিছা। সেই কাৰণে হে কুমলীয়া অমূল্য বোপাতি তুমি বেজাৰ নকৰিবা। সংস্কৃত লেখিব খুজিছিলোঁ। হাঁহি উঠিলে নেলেখিলোঁ। হেৰা এটা কথা মোক কবানে? টকাই ধৰম কিনাৰ দৰে মৰম কিনিব পাৰেনে?

তুমি বিচৰা বহুত কিতাপ মোৰ হাতত আছে মানে Sailesh অৰ তাত আছে — তাৰ পৰা অনা কিমান অসুবিধা জানাইছোন। কি কৰিম ভাবি একো উপায় উলিয়াব পৰা নাই। তোমাৰ সামান্য উপকাৰত আহিব পাৰিলেও নিজক ধন্য মানিম বুলি যেন বিশ্বাস কৰিবা। কিবা কিবি বহুত লেখিম বুলি ভাবিছিলোঁ — পাহৰি গলোঁ।

যতিক মোৰ মৰম আৰু আশীৰ্বাদ দিবা। আশাকৰোঁ তেওঁ ভালে আছে। মই তোমাক custodian কৰিছোঁ। চাবা যেন তোমাৰ হাতৰ পৰা হেৰাই নেযায়। হেৰালে মই তোমাকহে দুষিম। আৰু এটা কথা হৈ যোৱা কথাবিলাকত যেন তেওঁ এটা Dignified indifference দেখুৱায় যেন একো কথাৰ কথাই নহয় — লগে লগে যেন dignity-ও ৰখা হয়। তেওঁ হেনো কবিতা নেপালে মোৰ নাকটো ফুটাই দিম বুলি কৈ গৈছে৷ মই কি কৰিম উপায় এটা দিবা। তুমি মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। তুমি ইয়ালৈ আহিব পৰাহেঁতেন — এতিয়া আকৌ অহাও বৰ টান। দেখা যাওক কি কৰিব পাৰোঁ। একো ঠিক কৰি ক'ব নোৱাৰোঁ। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। চিঠি

লেখিবলৈ হেলা নকৰিবা। যতিলৈ সদায় মনত পৰি থাকে আৰু বুকুত সুমুৰাই থবৰ মন যায়। কি কৰোঁ কোৰাছোন। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা

N.B. দেউতিৰ মুখে সকলো কথা শুনিবা। চিঠিখন ৰাতি লেখিছোঁ। ৰাতি মই কোনো কামকে নকৰোঁ। সেই দেখি চিঠিখন লেতেৰা হ'ল। বেয়া নোপোৱা যেন J. D.

N.B. অ' তোমাৰ ছোলাৰ ৰাঙলী দাগ কেইটা গ'লনে?

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 6.8.43

৯৯

মৰমৰ অমূল্য,

তোমাৰ মৰম সনা চিঠিখন পাই যে মই কিমান ৰং পালো তাক মই কৈ বুজাব নোৱাৰো। মাজে সময়ে এনে চিঠি পাই থাকিলে বৰ ভাল লাগে আৰু লগে লগে মনটোৱে অলপ জীপ খাব খোজে। এই সময়ত মই বহুত চিঠি পাঁও যিবোৰ লাহে লাহে শেষ হৈ আহিবলৈ ধৰিছে — এজন ল'ৰাই অলপতে আন এজনক কোৱাৰ দৰে "এই সময়ত দুৱৰাক বহুতে চিনি পাবলৈ ধৰে তাৰ পাছত মাহুৰ শেষত আকৌ নিচিনাৰ দৰে হৈ পৰিব" কথাষাৰে মোৰ অন্তৰৰ ভাব প্ৰকাশ কৰি পেলাইছে। তোমাৰ ভনীয়েৰ পাচ হোৱা শুনি ৰং পালো। তুমিতো জানাই মোৰ পক্ষে মানুহৰ হেঁচাৰ মাজত গৈ পৰীক্ষাৰ ফলাফল চোৱা অসম্ভৱ। সেইদেখি বেছিভাগ জনাশুনা ল'ৰাকে দিওঁ। যতীনে এইবাৰ মোৰ বহুত result পঠাইছে। মই 'বাঁহী'ত ওলোৱা কথা কেইষাৰৰ সম্পৰ্কে তোমাৰ কেনে লাগিছে বুলি সোধাৰ মানে হৈছে যে মই সেই খিনি লেখি দিয়া বা মুখস্থ কৰি যোৱা নাছিলোঁ — ক্ষণিক উত্তেজনাতহে আৰু জনদিয়েকৰ বিশেষ অনুৰোধতহে ক'বলৈ বাধ্য হৈছিলোঁ। মই মাথোঁ "উদ্বোধনী ভাষণ"ৰ কথা কেইষাৰ হে লেখি নিছিলো। সেই দেখিহে জানিবৰ মন গৈছিল। তাৰ পিছত তুমি লেখিছা যে 'আপোনাক আহ্বাৰৰ পৰা টানিবৰ অধিকাৰ (?) আমাৰ আছে।" কুটচিনটোৰ আৱশ্যক কি? অধিকাৰ আছে - মইটো নাই বোলা নাই। কথা হৈছে পাৰিবা জানো? আন্ধাৰ বৰ বেছি হৈ আহিছে আহুক। আন্ধাৰৰ সঁচাকৈয়ে এটা নিজ গৌৰৱ আছে।

সেইটো অতি মৃদু আৰু স্থায়ী। মাত্ৰ পোহৰৰ দৰে খন্তেক উজলাই চকুত চমক লগাই দুগুনে আন্ধাৰ কৰি নোতোলে। মোৰ 'বলিয়ালি' তোমাৰ ভাল লাগে তাৰ কাৰণে মই কৃতজ্ঞ — অৱশ্যে হাঁহি উঠে যে পৃথিবীত এনেকুৱা মানুহো আছে যি বলিয়াৰ 'বলিয়ালি' ভাল পাই। সময়ে বলিয়ালিৰো ওৰ পেলাবলৈ ধৰিছে।

পৃথিবীত কেবা ৰকমৰো মানুহ আছে যেনে কিছুমানে জগতক নিজৰ কৰি নিজৰ কামৰ গৌৰবতে নিজেই উদ্ভাষিত হৈ উঠে। আৰু কিছুমান আছে তেওঁলোকে পিছত থাকি আনক সকলো ৰকমে সহায় কৰি তেওঁলোকৰ কামৰ সফলতা আহিলেই তেওঁলোক আন্ধাৰলৈ আঁতৰি যায়। এওঁলোক জগতৰ আঁতৰতে থাকে — বাহিৰলৈ ওলাবলৈ মন নকৰে — কাৰণ এওঁলোক born to flush unseen. আৰু কিছুমান আছে তেওঁলোক নিজে এলেহুৱা হৈ বহি থাকি মাজে মাজে মাথোন আনৰ কামৰ ওপৰত ওফাইদং মাৰি কথা কৈ ফুৰে। এই ধৰণৰ মানুহ যিমান সোনকালে আঁতৰি যায় সিমান জগতৰ কাম হয় and the world of men and women soon get rid of these people. তাৰ পাছত আৰু এবিধ আছে — তেওঁলোকৰ সংখ্যা খুব কম একেবাৰে নাই বুলিলেই হয় — তেওঁলোকে জগতৰ বিশেষ কোনো খবৰ নেৰাখি কল্পনা ৰাজ্যত থাকি নিজে বোৱা সুৰৰ জালেৰে নিজকে আবৰি থয় — তেওঁলোক থকাও যি নথকাও সি — এওঁলোক থকা নথকাত জগতৰ কুঁহিপাতেও গা কাটি নেষায়। এই স্বভাববিলাক তেওঁলোকৰ জন্মগত আৰু তাক তেওঁলোকে সলাব নোৱাৰে। মিছাকৈয়ে তেওঁলোকক বাক্‌চাতুৰীৰে টানি আনি সকলোৰে আগত অপদস্থ কৰাটো শোভনীয় নহয় বুলিয়েই মই ভাবোঁ। তেওঁলোকক নিজৰ স্বভাব এৰিবলৈ কোৱাৰ মানে বাঘক নিৰামুহি খাবলৈ কোৱাৰ সমান। তেওঁলোক জালৰ পৰা নোলায় — তাতেই থাকিব আৰু তাতেই জাহ যাব। কাযে কাযে তেওঁলোকক তেনেকৈয়ে থোৱা বা থাকিবলৈ দিয়া উচিত নহয় জানো? পানীৰ পৰা মাছক বামত তুলিলে কিমান সময়লৈকেনো জীয়াই থাকে? তেহেলে তুমি তাৰ কাণৰ ওচৰত ভোৰতাল কোবাই বৰসবাহকে পাতা বা পৰে পৰে পাল নামকে ডাকা।

মইনো তোমাক কি ক'ব লাগে? আজিকালি কথা ক'বলই ভয় লগা হৈছে — কাৰণ আজিকালি মোৰ আচল কামৰ ওপৰত নানা ৰহনৰ পাখি লাগে। কবলই হয়তো একোৱেই নাই — সঁচাকৈয়ে মোৰনো আকৌ কি ক'বলগীয়া থাকিব পাৰে? যদি কেতিয়াবা লগ পাওঁ তেতিয়া এই বিষয়ে বুজাই কম — চিঠিত লেখিবলৈ ভাল নেপাওঁ। মই মাথোন "আহিল কণা, গ'ল কণা, খাগৰি কাটিল তিনি কণা"ৰ বিধৰে। কাযে কাযে মোৰ কথাৰ কোনো মূল্য নাই — তুমি হয়তো ক'বা কিয় নাই? তাৰ উত্তৰত মাথোন কওঁ যে মানুহে নিজক নিজেই বেছিকৈ বুজে। ক'ব নোৱাৰোঁ তোমাক

লগ পাওঁনে নেপাওঁ — কাৰণ মোৰ অসমলৈ যোৱা সুদূৰ পৰাহত আৰু যাবৰো মন নাই। Well, if we meet again we shall lough and talk, if not then ..... বাকীদিখৰ নকওঁ। পাৰিলে Shakespeare অৰ Julius Caeser অৰ পৰা কাটি উলিয়াই মিলাই ল'বা।

শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা যোৰহাটৰ পৰা যোৱাত তেওঁৰ নিজৰ উন্নতি যদিও হ'ল, তোমালোকৰ আৰু লাগে লাগে যোৰহাট College অৰ বহুত হানি হ'ল বুলি ভাবো। সঁচাকৈয়ে he is a man of varied knowledge and of vast information. Professor হিচাপেও তেওঁৰ খুব নাম আছে। মোৰ আটাইতকৈ ভাল লাগে এই কাৰণেই যে একো একোটি সহজ চমু কথাৰেই বহুত ভাব বুজাই দিব পাৰে। তেওঁৰ ছাত্ৰ অৱস্থাৰ পৰা মোৰ মতে বিশেষ অভিজ্ঞতা আছে।

তাৰ পাছত তোমাৰ খবৰ কি? অ' কথা কবিতাৰ গল্পবোৰ মোৰ যেতিয়া যিদৰে মনত ভাবে খেলাইছে ঠিক তেনেদৰেই লেখিছিলোঁ — কোনো বিশেষ ঘটনা লই লেখা নাছিলোঁ। যজ্ঞেশ্বৰৰ হাতত মোৰ কথা কবিতা সম্পৰ্কে এটা সুন্দৰ Note আছে। Aspects of life as viewed by different poets. লেখিবৰ মন যোৱা ভূতটো মাজতে কান্ধত উঠিছিল — বেচেৰাই দুই চাৰিটামান আঁচ টানিয়েই আকৌ নামি গ'ল। মোৰ স্নেহাশীষ ল'বা। ঈশ্বৰে যেন তোমাৰ মঙ্গল কৰে। সোনকালে উত্তৰ দিলে ভাল পাম। ইতি —

তোমাৰ মৰমৰ
শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 10.9.1943

১০০

মৰমৰ অমূল্য,

বহুত দিনৰ আগতে তোমালৈ এখন চিঠি দিছিলো। বোধহয় সেইখন পাব পোৱা। মাজতে আৰু এখন চিঠি লগতে তোমাৰ এটি মৰমৰ উপহাৰে সৈতে মোৰ হাতত পৰিলহি। তুমি পঠিওৱা মৰমৰ বস্তু মই মৰমেৰে সৈতে ললোঁ আৰু মনে মনে তোমাৰ শলাগ ললোঁ। 'পাপৰি'খন মই কেবা বছৰৰো আগতে পঢ়িছিলো। অন্তৰ ভেদ কৰা নিজৰাৰ বুকুৰ পৰা বই অহা জুৰ বতাহে পাৰত বহি থকা সকলৰো মন প্ৰাণ জুৰ কৰে। তোমালৈ বহুত আগতে হয়তো মোৰ লেখা উচিত আছিল। এবাৰ ভাবিছিলোঁ

যে লৰালৰিকৈয়ে এটা Post Card লেখি দিওঁ, — কিন্তু পিছত ভাবিলোঁ একন দীঘল চিঠিকে লেখি সেই পঠোৱা ল'ৰাজনৰ হাততে দিম। যদিও মই ল'ৰাজনৰ হাতৰ পৰা পোনে পোনে কিতাপখন পোৱা নাছিলোঁ, তেওঁ ভাবিছিলোঁ যে পৰীক্ষাৰ পাছত যাওঁতে নিশ্চয় দেখা কৰিব। তেওঁৰ দেখা নেপালোঁ, — বোধহয় সময় উলিয়াব নোৱাৰিলে। লগতে আৰু এটা কথা কওঁ যে সাধাৰণতে মই দেওবাৰ বা স্কুল বন্ধ থাকিলেহে চিঠি লেখোঁ, — সপ্তাহৰ আন কেইদিন বৰ ব্যস্ত হৈ থাকিব লাগে। ৰাতি কোনো কামকে নকৰোঁ। তাৰ উপৰি মঙ্গল, বৃহস্পতিবাৰে University class আছে, — ৬ বজাত class শেষ হয়, — উভতি আহি লালকাল হৈ পৰোঁহি। কোনো কামকে কৰিবৰ মন নেযায়। সাতে সোতৰে এইবোৰৰ কাৰণে চিঠিৰ উত্তৰ দিয়াত পলম হ'ল, দায়-দোষ নধৰিবা। আৰু যেন বেয়া নোপোৱা ইয়াকে আশা কৰিলোঁ।

তাৰ পাছত তুমি কোৱা কিতাপৰ সম্বন্ধে সঁচা কথা (পাঠোদ্ধাৰ অসম্ভৱ) তাৰ কিতাপেই আছে — কিন্তু মই তাৰ আশা এৰি দিলোঁ, ... সেইবোৰ "সলিল সমাধিত"। তাহানিখন এটা বনিয়া মগনীয়াৰে কোৱাৰ দৰে "মোৰ বহুত টকা আছে, সকলোখিনি গংগাৰ বুকুত পেলাই থৈ নিজে মাগি মাগি খাই ফুৰিছোঁ" বুলি ক'বৰ মন যায়। মই কেবাবাৰো সাধনকো পঠিয়াছিলোঁ। কিন্তু আজি এটা কাইলৈ এটা নানা ওজৰ আপত্তিৰে ওলোটাই পঠাই, — তাতে আকৌ, সম্প্ৰতি বিয়া কৰিছে। সেই দেখিহে সিবাৰ তোমাক ইয়ালে মতাৰ মোৰ আন এটা উদ্দেশ্য কিতাপবোৰ উলিয়াও আছিল। আজি Tram আৰু Bus অত ইমান মানুহৰ হেঁচা যে মোৰ নিছিনা হাত ভৰি ভগা মানুহে তাত উঠিবলৈ যোৱাৰ মানে জীৱটো হাতত লৈ বা যম ৰজাৰ হাতত গটাই দি যোৱাই উচিত। কি কৰিম নিৰুপায়। নিদিয়াৰ অভিপ্ৰায় নিশ্চয় নাই, কিন্তু এলাহ কোনে কৰে। তাৰ পাছত তোমাৰ খবৰ কি? কেনে আছা? পঢ়া-শুনা কেনে কৰিছা? এইবিলাক মাজে সময়ে জনালে ভাল পাম। অৱশ্যে তুমি আজি কালি নানান কামত ব্যস্ত থাকা আৰু সোনকালে চিঠিৰ উত্তৰ দিবলৈ বোধহয় সময় নোপোৱা। যাওক। ঈশ্বৰে তোমাক ভালে কুশলে ৰাখক। সম্প্ৰতি সাহিত্য সভা লৈ খুব ব্যস্ত আছা নহয় জানো? তোমাৰ সদায় উন্নতি কামনা কৰোঁ। ১৬ তাৰিখৰ পৰা আমাৰ স্কুল বন্ধ হ'ব। হয়তো অলপ আজৰি পাম। কলৈকো যাবৰ মন নাই। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। উত্তৰ পালে ভাল পাম। আশাকৰোঁ ভালে আছা। ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 19.10.43

১০১

মৰমৰ অমূল্য,

পৰশু দিনা জেঠিৰ নেজৰ দৰে তোমাৰ অকণ মানি চিঠি খন পাই বৰ ৰং পালোঁ। সোমবাৰে স্কুল খুবিব আৰু মোৰ গা ভাল নহয় সেইদেখি তেতিয়া নানা কামত লাগি থাকোতে তোমাৰ চিঠিৰ উত্তৰ পলম হ'বৰ খুব সম্ভৱ — সেইদেখিয়েই আজিয়েই কোনোমতে তাৰ উত্তৰ দিওঁ। যোৱা বিজয়া দশমীৰ দিনা দুপৰীয়াৰ পৰা মোৰ হঠাতে বৰ গা বেয়া হ'ল আৰু সেই বেমাৰতে ৪/৫ দিনমান লালাকালহে প্ৰায় একোকে ক'ব নোৱাৰাৰ দৰে হৈ আছিলোঁ। তাৰ পৰা লাহে লাহে ভাল হ'বলৈ ধৰিছোঁ, কিন্তু এতিয়ালৈকে গাত ভালকৈ বল পোৱা নাই। তাৰ উপৰি ৪ দিনৰ আগতে আকৌ এবাৰ চুচুকচামাককৈ দেখা দি গৈ আকৌ অলপ দুৰ্বল কৰি দি গ'ল। দৰব পাতি চলিছে। এইবাৰ সাধনৰ বিজয়া দশমী মোৰ লগতে লাগি থাকোঁতেই গ'ল। সঁচাকৈয়ে অমূল্য, মোক এইবাৰ বৰ জোকাৰণি দিলে, আৰু এবাৰ এনে এটা দিলে হয়তো একেবাৰে ঠেলিয়ে দিব। হওঁতে ভালেই হ'ব। শূন্য ঠাই দখৰ ভালৰ দ্বাৰাই পূৰণ হ'ব।

যদিও এজন মানক লগ পাইছোঁ কিন্তু সাহিত্য সভা সম্পৰ্কে মোক কোনেও কোৱা নাই। সাহিত্যিকৰ মেলত হয়তো অ-সাহিত্যিকৰ প্ৰৱেশ নাই দেখিয়েই বিশেষ একো শুনিবলৈ পোৱা নাই। আনকি তুমিও থোৰতে থুপ .. থাপ.. কৰি থৈছিলা, — যদিও মই তোমাৰ পৰা এই বিষয়ে একন দীঘল চিঠি আশা কৰিছিলোঁ, — কিন্তু পূৰণ নহ'ল। যাওক বাৰু পৃথিৱীত জানো আশাকৰা বস্তুবোৰ মানুহে পায়? মোৰ নিচিনা আদাবেপাৰীকনো জাহাজৰ খবৰ কেলৈ লাগিছে? জীৱনত টুলুঙা নাও এখনকে বিচাৰি নেপালোঁ।

তুমি হয়তো ভাবিছা যে মই আজিকালি বেচ কবিতা ইত্যাদি চলাই আছোঁ — কিন্তু তোমাৰ সেইটো একেবাৰে ভুল। প্ৰথমতে নানা কাৰণত মন একেবাৰে বেয়া, কোনো কামতেই হাত দিবৰ মন নেযায় — স্কুল আৰু University-ৰ ক্লাচ কৰি আহি অলপমান ফুৰা-চকা কৰি (easy chair) আৰামী চকিখনত অকলে অকলে বহি থাকোঁ, — আনৰ লগত সম্পৰ্ক বিশেষ খুব কম। ২/৪ জনমান আহিলে মাথোন কথা পাতোঁ, — তাৰ উপৰি মোৰ পৰা কবিতা উলিয়াব পৰা কাষত এনে কোনোৱেই নাই, — শ্ৰীমান তীৰ্থও মাদ্ৰাজত। কাযে কাযে মোৰ কবিতা ৰাজ্যত স্বৰাজ চলিছে, — মন গ'লে অকলে অকলে বহি দুই/চাৰি আযাৰ গুণ গুণাই থাকোঁ। সিদিনাখন বাটত গেৰুৱা

কাপোৰ পিন্ধি হৰি গুণ গাই বৰাগী এটাই মাগি ফুৰিছে। হৰি নামতকৈ তাৰ জোলোঙাটো পূৰাবলৈহে বৰ বেছি ধাউতি, — কথাষাৰ দেখি মোৰ মনত খেলালে "মন নোবোলাই কাপোৰ বোলালা, দেৱতা পাবলৈ বুলি, হে মোৰ বৰাগী কি ভুল কৰিলা, ভুলৰ নিচান তুলি ....' " ইত্যাদি প্ৰায় ৫/৬ টামান Stanza মনতে গাইছিলোঁ। কিন্তু কাগজত তোলা নহ'ল যদিও মনতেই আছে, — আৰু তুলিবৰ মনো নাই, লাহে লাহে, পাহৰি যাম। হাতে কামে লেখাৰ পৰা আৰু আঁতৰিয়েই আছিছোঁ। সেই দেখিয়েই তুমি হয়তো সাহিত্য সভাৰ কথা একোকে নেলেখিলা। কবিতা লেখি মই তোমালোকৰ পৰা আঁৰ কৰি থোৱা নাই। মাজতে Mr. J. Baruah-ৰ পৰা ২খনমান বৰ মৰমৰ চিঠি পাইছিলোঁ। শেহৰ খনৰ এতিয়াও উত্তৰ দিয়া নাই। তেখেতৰ চিঠিবোৰে মোক অতীতৰ ৺বেজবৰুৱা, ৺আগৰৱালাৰ মৰমৰ ৰাজ্যলৈ লৈ যায়। এই বিষয়ে তেখেতে এবাৰ লেখিছে "Yes, Jadu, there has passed away a glory from the earth." মোক যদু বুলি চিঠি লেখা বৰ্তমানত তেখেতেই বাকী আছে। চিঠিখন বৰ দীঘল হ'ল — তোমাৰ চাগে পঢ়ি আমনি লাগিব। অলপ পঢ়িয়েই ফালি পেলাবা, — তুমিতো দীঘল চিঠি আৰু নেলেখাই হ'লা, — Yes, such things do pass away the present lapses into the past and soon becomes a twice told tale আৰু লেখিবৰ মন আছিল আৰু লেখিবলৈকো বহুত কথা আছে। কিন্তু বৰ ভাগৰ লাগিছে কাৰণ ধীৰে সুস্থে বহি চিঠি লেখিবৰ অৱস্থা এতিয়াও পোৱা নাই। মোৰ মৰম আৰু আশীৰ্বাদ ল'বা। ঈশ্বৰে যেন তোমাৰ মংগল কৰে। বেজাৰ মাথোন ইয়াতে যে তোমাৰ কোনো উপকাৰতেই নাহিলোঁ। দীঘল চিঠি লেখিবানে? আৰু তাকো সোনকালে? ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

সাধনে কৈছে যে "মিঠাই আৰু বায়স্কোপ' শূন্য মৰমতকৈ মিঠাই আৰু বায়স্কোপ' পূৰ্ণ মৰম বেছি উপভোগ্য" সি আজি কালি সাধুভাষাত কথা কয় — তাৰ মুৰত সাহিত্য সভা সোমাইছে। J. D.

"জীৱনৰ চাৰিকাষে অকলে আপুনি ফুৰি
জীৱনৰ নেপালোঁ সন্ধান।
সৰগৰ পোহৰেৰে দশোদিশ পোহৰাই
সৰগী সুৰৰ সতে নামা ভগবান।"

এই কথাকেইশাৰীকে শেহত তোমালৈ লেখিলোঁ। J. D.

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 20.11.44

১০২

মৰমৰ অমূল্য,

কালি সন্ধিয়া তোমাৰ চিঠিখন পালোঁ। ইয়াৰ আগৰখনো চিঠি ঢাবি পাটীত থকা অৱস্থাতে পাইছিলোঁ। কালিৰ খনে প্ৰায় তেনে অৱস্থাতেই মোৰ সেই বিজয়া দশমীৰ দিনাখনৰ বেমাৰৰ পৰাই গা প্ৰায়েই ভালেই নেথাকে। স্কুলৰ পৰা প্ৰায় ছুটী লই থকা অৱস্থাতে আছোঁ। যোৱা সপ্তাহৰ আগৰ সপ্তাহত এবাৰ জ্বৰ হ'ল, — তিনিদিন ছুটী। যোৱা সপ্তাহৰ বৃহস্পতিবাৰৰ দিনাখন আকৌ গা বেয়া আৰু ছুটী। কালি পুৱাৰ পৰাই গা বেয়া আছিল যদিও ফুৰিবলৈ ওলাইছিলোঁ। কামত ব্যস্ত নহয় নিজৰ শৰীৰ লৈহে ব্যস্ত। বৰ দুৰ্বল হৈ পৰিছোঁ — Brain work কৰিবৰ মন নোযোৱা হৈছেগৈ। খুব লাহে লাহেহে ভাল হ'বলৈ ধৰিছোঁ। ঢাবিপাটীত পৰি থাকিবৰ মন নেযায় দেখিয়েই ফুৰিবলৈ ওলাই যাওঁ। সিদিনা খন ফুৰিবলৈ গৈ Marowari Hospital অৰ ওচৰতে বৰ দুৰ্বল লাগি পৰি যাব খুজিছিলো। কোনো মতেহে গছ এজোপাত ধৰি ঠিয় হৈ থাকিলোঁ — পিছত Rickshaw এখনত উঠি ঘৰ পালোহি। এয়ে মোৰ শৰীৰৰ বৰ্তমান অৱস্থা। অসুখৰ বিষয়ে কাকো একো নকওঁ — কলেওতো লাভ নাই। আজিৰ পৰা বছৰেকীয়া পৰীক্ষা আৰম্ভ হৈছে। ইয়াতো খাটিব লাগিব। ক'ব নোৱাৰোঁ কিমান দূৰ টানিব পাৰোঁ? কোনোবা এজন 1st year বা 3rd year অৰ ল'ৰা হোৱাহেঁতেন আৰু তেওঁ যদি মোৰ কাষলৈ আহে, তেন্তে মই জনাই নজনাই যিমান পাৰোঁ দুই চাৰি আষাৰমান কৈ যাব পাৰিম। মোৰ গাত আগৰ দৰে শকতি থকাহেঁতেন মই নিজেই লেখি পঠালোঁহেঁতেন। এতিয়ানো এনে অৱস্থাত কেনেকৈ সাহ কৰোঁ কোৱাছোন? ল'ৰা ঠিক কৰি দিয়া, মই যিমান দূৰ পাৰোঁ সহায় কৰি দিম। মোৰ লগততো কাৰো চিনাকি নাই। মই ইয়াত Under graduate student অক নপঢ়াও, মাথোঁ তীৰ্থই ছুটী লোৱাতহে 2nd & 4th year student কেইটা লৈছিলোঁ। মোৰ বৰ্তমান অৱস্থাতো বুজি চিঠিৰ উত্তৰ পলম হোৱাত যেন বেয়া নোপোৱা।

'বৰাগী' কবিতাটো পঠালোঁ যদিও সেইটো প্ৰথমে কাগজে কলমে লেখা নাছিলোঁ। তোমাৰ চিঠি পাইহে লেখিলো। ভাল বেয়া ক'ব নোৱাৰোঁ। জনাবাছোন। ইটো পিছত। কথাটো খোলোচা কৰি নেলেখিলে তুমি বুজিব নোৱাৰিবা। পূৰ্ববঙ্গ কলেজৰ ল'ৰা বিলাকে ঘৰলৈ যাবলই আৰম্ভ কৰিছিল। কিছুমান যোৱাৰ আগতে আৰু লগত দেখা কৰি গৈছিলহি। সেই দিনাখন সাধন আৰু মই অকলই, — কোনো নাছিল। আবেলি ফুৰি

আহি পাওঁতে সি কি'লে যে " ....... আহি পৰ্শুলৈ যাব বুলি কৈছে। ঘৰলই যদি কিবা পঠাই, আজিয়েই আনকগৈ, — কাৰণ তেওঁ গধুলিকে আহিব।" সিয়ে ময়ে কিনো পঠাম বুলি কথা বাৰ্ত্তা পাতি সাধাৰণ এটা দুটাকৈ পঠাবলৈ ঠিক কৰি আনিবলৈ ওলাই গলোঁ। এনেয়ে মনতো বৰ ভাল নাছিল। বাটেদি যাওঁতে যাওঁতে জীৱনৰ অতীত বৰ্তমান সকলোবোৰ কথা মনলৈ আহিছিল। ভৱিষ্যত নাই দেখিয়েই ভবা নাছিলোঁ। ব্যৰ্থ জীৱনৰ কথাবোৰ ভাবি বৰ বেয়া লাগিল। suddenly the appaling wretchedness of life is borne in upon me — my isolotion — hollowness of everything — the sad loneliness of heart, which is lulled and deceived by its own imaginings to the brink of the grave তেনে অবস্থাত তোমালৈ লেখা শাৰী কেইটা আপোনাআপুনি মনৰ পৰা ওলাল। — বৰ ভাল লাগিলত তাকে শেহৰ stanza কৰি প্ৰায় আঠোটা মান stanza অকলে অকলে বাটে দি গাই গৈছিলোঁ। অলপোঁ বোৰা নাছিলোঁ। Imagery এটাও আপোনা আপুনি আহিছিল। মোৰ মন আছিল ঘৰলৈ আহি লেখি থোৱা। তাকে নকৰি কথা পাতিবলৈ ধৰিলো। পিছ দিনাখন পুৱা তোমালৈ লেখা শাৰী কেইটাৰ বাহিৰে বাকী একো মনত নপৰিল, — আনকি imageryটোও। ইয়াৰ কাৰণে মই কি মান বেজাৰ পাইছোঁ তোমাক কি ক'ম। ইমান spontaneous কবিতা মোৰ খুব কমেইহে আছে, — কি যে ভাবিছিলো, তাকো মনত নাই। তীৰ্থই কৈছে আকৌ চেষ্টা কৰক। চেষ্টা কৰিলে জানো আগৰ দৰে হ'ব, তুমিয়েই কোৱাছোন? মোক বিশ্বাস কৰা, মই লুকোৱা নাই। সঁচাকৈয়ে কবিতাটোলৈ পাহৰাৰ কাৰণে বৰ বেজাৰ লাগে। তোমালোকৰ কলেজৰ অবস্থা শুনি ভাল পাইছোঁ। প্ৰফুল্লই second class পাইছে। তেওঁ গলেটো ভালেই হয়। কি কৰিবা নিজেই যিমান পাৰা টানি চোৱা। ঈশ্বৰে তোমাৰ মঙ্গল কৰিব। Heaven helps them who help themselves-মৰম আৰু আশীৰ্বাদ ল'বা। গা বৰ ভাল নহয় তোমাৰ আগৰ চিঠিখনৰ কথা বিলাকৰ উত্তৰ পিছত লেখিম। উত্তৰ দিবা। আশাকৰোঁ ভালে আছা।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

Suite No 20
123/1/1 Upper Circular Road
Calcutta, 18.5.45

১০৩

মৰমৰ অমূল্য,

তোমাৰ চিঠি পাবৰ আজি বহুত দিন হ'ল কিন্তু উত্তৰ দিয়াত পলম হোৱাতহে বেয়া পাইছো, — আশাকৰোঁ দায় দোষ নধৰিবা। তোমাৰ শেষৰ Post Card খনত তোমাৰ ভায়েৰাৰ অসুখ হোৱা শুনি বেজাৰ পাইছোঁ। আশাকৰোঁ এতিয়ামানে ভাললৈ আহিছে। আজি কালি দেখোন জ্বৰ হ'লেই 'টাইফয়েদ' হয় — আচৰিত। যাহওক সাৱধানে থাকিবা। তাৰ সংবাদ দিবলৈ যেন নেপাহৰা। অ' মই ইয়াত কোৱা মতে তুমি নিশ্চয় তোমাৰ কলেজৰ কাষৰ কোনো Hostel অৰ Seat অৰ কাৰণে দৰ্খাস্ত কৰিছা। যদি ঘৰৰ বেমাৰ আজাৰৰ কাৰণে এতিয়াও কৰা নাই তেন্তে খুব সোনকালেই কৰিবা যাতে আনৰ দৰ্খাস্তৰ হেঁচাত তোমাৰখন তলপৰি নেযায়। যোৱা বছৰ তুমি যেনে কৰা উচিত আছিল তেনে কৰিবা নোৱাৰিলা, — সেই দেখি তোমাৰ পৰীক্ষাৰ ফলাফল এই বছৰৰ কামৰ ওপৰতে নিৰ্ভৰ কৰিছে। তুমি জনা বুজা ল'ৰা আৰু নো কি কম। মাথোন কলেজৰ কাষৰ Hostel অৰ Seat অৰ কাৰণে বন্দবস্ত কৰা আৰু Unv.ৰ Libraryৰ সদ্ব্যৱসাৰ কৰিব পৰা তাৰ চেষ্টা নকৰিবা। নাই, মই এতিয়াও টকা পোৱা নাই আৰু পাবৰ আশাও নেৰাখোঁ (পাঠোদ্ধাৰ সম্ভৱ নহ'ল ঃ সম্পা.) ইয়াতে পাই গৈছোঁ। ..... পাইছোঁ যে তোমালৈ (পাঠোদ্ধাৰ সম্ভৱ নহ'ল ঃ সম্পা.) কেনেকৈ আদায় কৰে কৰক" ইত্যাদি। মই যে কেনে অৱস্থাত পৰিছোঁ তাক নক'লেও হ'ব। মোৰ সহায় সাৰথিও কোনো নাই। তাৰ উপৰি তুমিতো নিজেই জানা যে মইহে যত অন্যায় কৰোঁ। আনেতো নকৰে। কি কৰিবা তোমালোকে বিশ্বাস নকৰা জনকেই সাক্ষী থৈছোঁ। তেখেতেই বহুত ডাঙৰ ডাঙৰ বিপদতো ৰক্ষা কৰি আহিছে, — এতিয়াও যি কৰে কৰিব। ঘটনাৰ পাক ঘূৰণিত বহুত কথা জানিব পাৰি, অমঠ্ঠ ক'লা পৰি গৈছে। আৰু পানী ঘোদালিবৰ মন নাই। যাবলৈ দিয়া। ভালেই হ'ল সদায় অকলই আছিলোঁ, বেচ আছিলোঁ। মাজতে দুদিনলৈ ছট্‌ফটাই ওলোৱাৰ ফল পালোঁ। আমনি লাগিল। আকৌ আগৰ দৰেই অকলই থাকিম, কোনো লগ সঙ্গ নেপালেও নিবিচাৰোঁ। খাঁও-নেখাঁও, মৰো-জীওঁ সকলো নিজৰ ভিতৰতে থাকিব। In fact I always like being alone to myself and it suits me best. Henceforth, I am going to lead the longly life again. মাজতে ছট্‌ফটাই হয়তো তোমাক বহুত দায়-দোষ লগালোঁ ক্ষমা কৰিবা। মই মানুহ, দেৱতা নহওঁ। মোৰ অস্তিত্ব অনুভৱ নকৰিলেই হ'ল। পলুৱে আকৌ আগৰ

দৰেই লেতা বান্ধিলে। তোমাৰ দেউতাৰক আৰু মাক মোৰ শ্ৰাদ্ধা জনাবা। লবুহঁতক মোৰ স্নেহাশীষ দিবা। নিজেও সাৱধানে যেন থাকা। তুমি মোৰ স্নেহাশীষ ল'বা। আশা কৰোঁ ভালে আছাঁ। ৰং ধেমালি আৰু বন্ধু-বান্ধৱৰ মধুৰ হাঁহিৰে যেন তোমাৰ জীৱন পৰিপূৰ্ণ হয়, ইয়াকেই আশা কৰিলোঁ। অ' এটা কথা — মোৰ সীমাবদ্ধ শক্তিৰে যদি তুমি তোমাক অলপ-অচৰপ সহায় কৰিব পাৰোঁ বুলি ভাবা, আশাকৰোঁ যেন ক'বলই সংকোচ নকৰিবা। শক্তি অনুযায়ী ভক্তি কৰিবলৈ চেষ্টা কৰিম।

ইতি

তোমাৰ মৰমৰ

শ্ৰীযতীন্দ্ৰনাথ দুৱৰা।

# লেছেৰি বোটলা

(১)

## অনন্ত জীৱনৰ হেপাহ

দিনে দিনে দিনগনি অকলে আপুনি মাথোঁ
আগুৱাও জীৱন পথত,
হোৱা নাই সমাপন প্ৰেমৰ কবিতা মোৰ
উৰি ফুৰা কল্পনা ৰথত।
আকাশ কুসুম দৰে মানস প্ৰতিমাখনি
এতিয়াও সপোন সাজত,
অকনি আভাষ তাৰ, নতু এটি জিলিঙ্গনি
পৰা নাই হৃদয় পটত।
তাৰ কাৰণেই মই কত কাম-কাজ এৰি
ঢালি দিলো গোটেই জীৱন
কত যুগ-যুগান্তৰ বিচাৰি ফুৰিছো সেই
যুগমীয়া মধুৰ সপোন।
কত দিন কত ৰাতি, কতনো কবিতা ৰচি
তোলো এটি সকৰুণ তান
উঠিলে আকুল সুৰ ভাবো নিজে নিজে মই
এটিবাৰ ভেদিব পৰাণ।
উঠিল পৰিল কত শতেক যৌৱন মোৰ
ফুলিলে শুকান কত ফুল
অনন্ত যৌৱন লই ফুৰিছো ধাৰাত মই
বিৰহত পৰাণ আকুল।।
এইদৰে নিতে নিতে কতনো নতুন সুৰ
অনন্তৰ উদ্দেশ্য পঠাওঁ
ক'ত সি ৰহস্যপুৰী পৰ্ব্বত কন্দৰ ভেদি
উঠে য'ত তোমাৰ বন্দনা
বীনখনি তুলি য'ত মধুৰ সুৰেৰে তুমি

জগতৰ জগোৱা চেতনা
আজীৱন ধৰি মই বিচাৰি ফুৰিছোঁ সেই
সৌন্দৰ্যৰ অনন্ত নিজৰা,
এটি বুৰ মাৰি তাতে হওঁ চিৰ কাললই
তোমাতে ই আপোন পাহৰা।
গানে গানে ছন্দে ছন্দে যিদিনা সুৰত বান্ধি
কৰি গ'ল তোমাক আপোন,
প্ৰতি অনু পৰামাণু, খিলিব তোমাৰ স'তে
জীৱনত ফালিব সপোন
সংসাৰৰ লীলা খেলা সামৰি সুতৰি মই
হাঁহি মুখে কৰিম প্ৰয়াণ
অত দিনে বই অহা প্ৰেমৰ কবিতা ধাৰা
সেই দিনা হ'ব অৱসান।

*(কবিয়ে নামাকৰণ নকৰা কবিতা। কাঠ পেঞ্চিলেৰে এধানমান কাগজৰ টুকুৰা এটাত লেখা কবিতাটোৰ ওপৰত সোঁফালে 'দেৱবালা দেৱী লই'' বুলি লেখা আছে। ঃ সম্পাদক)*

(২)

## সপোন আৱাহনী

বুকুৰ তেজৰ শেতেলিখনিত
উজাগৰে ৰাতি কটাম মই,
পৰাণৰ মোৰ বিৰহৰ বেথা
কিজানি যদিবা পাতল হয়।
নেযাচিবা তুমি হিয়াৰ চেনেহ
মিছা আশাতেই জীৱন গ'ল,
মাধবী কুঞ্জৰ মধুৰ সপোন
জোনৰ পোহৰ বিফল হ'ল।
তুমি দিয়া মোৰ ব্যথাৰ আঘাত
তুলিব সিয়েই প্ৰেমৰ তান

বুকুৰ মাজেদি নিজৰি নিজৰি
জীৱন মৰুত বোৱাব বান
সপোনতে আজি আহাঁ সখা মোৰ
বিৰহী পৰাণ শীতল কৰে
মিলনৰ চুমা দিবা সপোনতে
হিয়াৰে হিয়াক সাবটি ধৰে।

(৩)

## বিদায়

লাহে লাহে আঁতৰিল আশাৰ পোহৰ,
নিৰাশাই ঢাকিছে হৃদয়।
সুখ শান্তি সকলোটি কেনিবা লুকাল,
দশোদিশ দেখোঁ শূন্যময়।।

ইপাৰত বহি যেবে বেজাৰ মনেৰে -
সিপাৰৰ জেউতি বিচাৰোঁ;
দেখা পাওঁ সমুখত ছয়ামায়া ছবি -
দেখি হায় বুজিব নোৱাৰোঁ।।

খন্তেক জ্বলেহি আহি চকুৰ আগত -
বিজুলীৰ চকা-মকা দৰে -
হেঁপাহেৰে কাষ চাপি আগবাঢ়ি যাওঁ
ছবি মোৰ কেনিবা আঁতৰে।।

আমন জিমন মনে উভতি আহিলে
শুনো যেন মধুৰ মাতেৰে,
দুখীয়াৰ দুখতেই সমদুখী হই
কোনোবাই মাতিছে সাদৰে।।

পুনু যদি আওৰাই দুৰ্ব্বল হৃদয়
সুৰটিও ক্ষীণ হই যায়।
বহুত দূৰত শুনো ৰিনিকি ৰিনিকি
লাহে লাহে তাতে মাৰ যায়।।

নিতে নিতে এনেদৰে আশাৰ ছলনা
সহি সহি লাগিছে আমনি।
যক উটি যেনি যায় কাল-সাগৰত
আজি মোৰ জীৱন তৰণী।।

কোনেনো শুনিব হায়, কোনেনো বুজিব
হৃদয়ৰ গভীৰ বেদনা?
কাকনো চকুলো টুকি বেজাৰেৰে কম
জীৱনৰ অশেষ যাতনা।।

নেলাগে বন্ধুৰ স্নেহ নকৰো কামনা
যত দিন আঁছো সংসাৰত;
নিজৰ মৰম মই নিজকে বিলাম
ল'ম সুখ প্ৰকৃতি কোলাত।।

জোনাক ৰাতিত বহি তটিনী তীৰত
সুমধুৰ শৰৎ কালত।
সৰগ জেউতি চাই আপোন মনেৰে
উটি যাম নিজৰ ভাৱত।।

নতুন সাজেৰে সাজি বসন্ত কালত
উলাহত নাচিব ধৰণী।
ফুল কলি কুঁহি পাত নতুন গন্ধৰ
চাই চাই লভিম জিৰণি।।

সকলো সমান আহা প্ৰকৃতি বুকুত
কিন্তু হায় নৱ সমাজত
খিয়লা খিয়লি কৰি ইটোৱে সিটিয়ে
অনৰ্থক পৰে বিপদত।।

শান্তিময় মৰমৰ বিমল কিৰণ
য'ত মই নেপাওঁ বিচাৰি,
অশেষ সুখেৰে পূৰ্ণ যদিও সিঠাই
কেতিয়াও নধৰে আবৰি।।

মিছামিছি মৰমৰ মোহিনী মুখাত
আৰু মোৰ নাই পতিয়ন।
সঁচা বুলি ভাবি সেই ধুনীয়া ছবিটি
নকৰোঁও দুখৰ জীৱন।।

নিৰাশ পৰাণ লৈ নীৰৱে থাকিম
নবজাওঁ ক্ষুদ্ৰ বীণাধ্বনি
ভাবৰ উদয় নাই মনৰ মাজত
শূন্য য'ত অতীত কাহিনী।।

উলাহৰ উপবন বিদায় বিদায়
আঁহা আঁহা বিষাদ বিননি
কুহকী কল্পনা পুনু নিদিবাহি দেখা
আজি মই মাগিছো মেলানি।।

সংসাৰৰ সুখ-শান্তি সকলো এৰিলোঁ
আৰু মোৰ একোৱেই নাই
শেষ খিনি হৃদয়ৰ আদৰৰ ধন
কবিতাও বিদায় বিদায়।।

(৪)

# তেওঁ কিয় উলটি নেচায়

অকলে অকলে আপোনমনে চকুলো দুধাৰি লই
কেনি মোৰ বাটকৰা যায়

আকাশে বতাহে আজি দুখৰ সপোন উৰে
তেওঁ কিয় উলটি নেচায়?

নতুন গছৰ পাত নতুন চৰাইৰ মাত
নতুন বেশেৰে আজি প্ৰাকৃতি ধুনীয়া

ফুলিছে নতুন ফুল গোন্ধতে আমোল মোল
গুৱলা ফুলনিখনি উলাহে বলিয়া।

ফটিকৰ ধাৰ যেন বুকুত পানীৰ সোঁতা
নৈয়ে লৈ বাতৰি বিলায়

সাগৰে সাবটি তাকে উলাহতে ঢউ তোলে
তেওঁ কিয় উলটি নেচায়
হায় অভিমানি মোৰ
কোনে তোৰ ভাঙে অভিমান?
চেনেহৰ ধৰিব যোগান?
মিছাকৈয়ে কিয় গাব গান
পাষানৰ নগলে পৰাণ

(৫)

# শান্তি আবাহন

(দৌঃশান্তি ৰন্তৰীক্ষং শান্তি ঃ পৃথিবী শান্তি ঃ)

শান্তি সমীৰ
বই আকাশত
সৰগ মৰত বিয়পি যক,
সাগৰ বুকুৰ সলিল লহৰী
সেই পৰশতে শান্ত হক।
গছ গছনিৰ ওপৰেদি ধীৰে
শান্তিৰ মধুৰ মলয়া বই
চকুৰ আগৰ ধৰণী খনিকো
তোলক শান্তিৰে উজ্বল কই।
ব্ৰহ্ম শান্তি নিখিল শান্তি
ক্ষুব্ধ দেৱতা শান্ত হক।
শান্তি-পূত স্নিগ্ধ ধাৰটি
এই অন্তৰো মাজে দি বক।।
তোমাৰ চকুৰ চেনেহী চাৱনে পাতে
পৰাণত মায়াৰ জাল,
প্ৰেমৰ পৰশে কঁপাই হিয়াক আবৰি ধৰে
যেন অনন্ত কাল।
খন্তেক উজলি বিজুলিৰ হাঁহি নিমিষতে
যেন নোহোৱা হয়।
জীৱন পুৱাতে সন্ধিয়া নমাই তোমাৰ
হাঁহিটি দূৰতে লয়
হিয়াভৰা প্ৰেম যাচি যেতিয়াও
নোপালো তোমাৰ হিয়াৰ দান
মিছাকেয়ে কিয় মৰমৰ ফাঁকি নেলাগে
মাৰিব মোহিনী বাণ।
নিঠুৰ আঘাত সহিব নোৱাৰি চকুৰ

পানীৰে আঁতৰি গলোঁ,
অকলশৰীয়া জীৱনৰ বাট নিজে আহি
মই বিচাৰি ললোঁ।

(কবিতাটি ৰচনা তাৰিখ ১৭/৫/৪৩। কবিতাটোৰ শেষত 'Not to be published' বুলি লেখা আছে : *সম্পাদক*)

বিচ্ছিন্ন কাগজৰ টুকুৰাত কাঠপেঞ্চিলেৰে লেখা অৱস্থাত পোৱা কিন্তু নামাকৰণ নকৰা কবিতাখিনিক ক্ৰমিক নম্বৰ দি প্ৰকাশ কৰা হ'ল -*সম্পাদক* ।

(৬)
সুদূৰৰ বাহীৰ সুৰত
ভাহি আহে সুমধুৰ তান,
আমাৰ ই মধু মিলনত
উঠে আজি উলাহৰ গান।

শৰগৰ দেৱ দেৱী যত
নামি আহাঁ আজি ধৰালই,
আশীষেৰে পূণ্য মিলনক
পূত কৰা শান্তি কৰিলই
উৰি যোৱা পখিটিয়ে আহি
কাণে কাণে বাতৰিটি কয়
এইবাৰ চেনেহে সাৰটি হিয়া
বাধা যেন চিৰ কাললই।
চেনেহৰ বাহু মোকোলাই
আৰু কত পলাবা লাহৰী
ওৰে ৰাতি চেনেহী চুমাবে

(স্তৱকটো অসম্পূৰ্ণ । কবিতাটোৰ নামাকৰণ কৰা নাছিল।)

(৭)

জলি জলি মোৰ হিয়াৰ চাকিটি
আপোনা আপুনি নুমাই গ'ল
জীৱনৰ শেষ শিখাটি লগত ব'ল
চকুলো দুধাৰি আঁতৰ হ'ল।
শতেক ধাৰাৰে আহিছে নিজৰি
শতেক ফুল বিষাদ পৰি,
তাৰেই যতনে গাথোঁ মালাধাৰি
বিৰহ বেথাৰ কুসুম পাৰি।
মোৰ জীৱনত এয়ে অতি সঁচা
চেনেহ মাথোন মায়াৰ ফুল
মিছা আশা মোৰ মিছা ভালপোৱা
প্ৰেমৰ সপোন সমূলি ভুল।
আশা সনা মোৰ বেদনাৰ বীণ
তোলা আজি তাত করুণ তান,
সৰগ মৰত উঠক বিয়পি
বুকুৰ তেজৰ বাগুলী বান।
বুজিলোঁ তেতিয়া অকলে আপুনি নামিব
বিষাদ আন্ধাৰ মোৰ
চেনেহৰ শেষ কণাটিকো হৰি
জীৱনক মৰু কৰিব মোৰ।
ভাবো বহি বহি সেই দিনলই
আছিলো যেতিয়া সুখতে ভোল,
পাষান বিধিৰ কোন বিধানত
কোনে চিঙি দিলে মিলন দোল?

(৮)

সাগৰ বুকুত —

কান্দি কান্দি অকলে বিনায়

জীৱনৰ নাওখনি অকলেই বাম,

চকুৰ পানীৰে নিজ অন্তৰ ধুৱাম

হেঁপাহে তোমাক পুনু এটি বাৰ চাম।

চেনেহৰ বন্ধু মোৰ নেলাগে আহিব

মালতী ফুলৰ মালা নেলাগে যাচিব

দুধাৰি চকুলো কেও নেলাগে পেলাব

নাৱৰীয়া! সমুখত গৰজিছে অনন্ত বাৰিধি

হ'ব আজি তাতে মোৰ জীৱন সমাধি

০০০

পুনৰ জনম লভি আহিম যেতিয়া

হ'ব পাৰে এই ধৰণীত

পাতিম প্ৰেমৰ খেলা দুয়ো এনেদৰে

নিতে নিতে এই ফুলনিত।

০০০

সাদৰে মেলানি মাগিম যেতিয়া দুয়ো ঘৰমুৱা হই,

নতুন পুৱাত মিলিম আকৌ নতুন ভাবটি লই।

পূৰ্ণিমাৰ জোনাক বাতিয়ে

ধৰণীত সুষমা ঢালক

জীৱনৰ তোমাৰ বাটত

সৰগৰ পোহৰ পৰক

০০০

জ্ঞানৰ ফুলনি আছে ঘৰৰ কাষতে

মিছাতে বিচাৰি ফুল ফুৰা য'তে ত'তে।

০০০

ডাৱৰৰ সুৰঙাই সুনীল আকাশে

সুন্দৰৰ সৌন্দৰ্যক দুগুনে বিকাশে

০০০

ধন্য হক মানুহৰ মানৱ জীৱন
ধন্য হ'ক দুদিনীয়া সুখৰ সপোন
প্ৰেমৰ পোহৰ হক যাউতি যুগীয়া
চেনেহৰ স্মৃতি মোৰ হক যুগমীয়া।

০০০

পুবেৰুণ

পুবাৰ অৰুণে দিয়া উলাহ্ বাতৰি
পশে যেন তোমাৰ হিয়াত
সেউজীয়া পৰাণৰ কোমল অন্তৰ
নাচে যেন নতুন আশাত

(৯)

ধুনীয়া তোমাৰ মুখৰ জেউতি জগতত আজি উজলি পৰে,
তোমাৰ কোমল চৰণ পৰশে বাটৰ ধুলিকো উজ্জ্বল কৰে।
যোৱাৰ বাটেদি মালতীৰ মালা আনি কোনোৱেও ধৰাহি নাই,
তেওঁ কিয় সখা তোমাৰ চৌপাশে মধুৰ সুবাস বিয়পি যায়?
কাৰ আশাতনো আজি যুৱতেই ক'লা চুলিতাৰ মেলাতে ৰ'ল,
কাৰ কাৰণেনো চকুৰ চাৱনি সপোনৰ মেলা পাতি দি গ'ল?
টোপনীত এই অসাৰ জগত আছো উজাগৰে অকলে ৰই,
সোণ-ৰূপৰ চুমাৰ কাঠিৰে মায়াজাল কোনে ভাঙিব অই?
কিহৰ সপোনে গোটেই জীৱন এনুৱা বিফল কৰিলে মোৰ;
কুঁহিফুল পাত কেনি আঁতৰিল বসন্তৰ দেখো পৰিলে ওৰ।
ফুলৰ মালাৰে জেউতি চৰাই আজি তেওঁলোক কেনিনো গ'ল,
পাহিসৰি যোৱা ফুলেৰে হিয়াৰ শূন্য ফুলনি পূৰ্ণ হ'ল।
মুখৰ কথাৰ মোহত কোনোৱে হিয়াৰে সাৰটি নধৰে আহি,
যিটি ফুলে আজি সুবাস বিলালে কালিলই যে নেমেলে পাহি।
এই কথাটিকে সাৰোগত কৰি দুখত ভাগৰা জীৱন লই,
নিজান বনৰ এচুকে নিৰলে নিজৰ সংসাৰ পাতিছোঁ মই।

বাহিৰত যত মিছা কোলাহল নিৰল চুকৰ শান্তিৰ বানী।
জীৱনত পোৱা সুখৰ দুখৰ মিঠাৰ তিতাৰ সোৱাদ আনি,
সামৰি সকলো এদালি সুতাৰে গাঁথিছো এধাৰি অপূৰ্ব হাৰ,
নিতে নিতে এটি পাহি সৰি যায় লগতে আয়ুস ঢুকাই তাৰ।
ধূলিৰ দেহাটি ধূলিৰ মাজতে আপোনা আপুনি মিহলি হ'ব,
শত বছৰৰ বতাহৰ পাকে জগতত মোৰ কি চিন ৰ'ব?
কিন্তু যিদিনাই সেই বতাহেই তোমাৰ সুবাস বিলাব আহি,
শত বছৰৰ ধূলিত হেৰোৱা জীৱন কুসুমে মেলিব পাহি।
কোন সুদূৰৰ অচিন আলহী কেতিয়া আহিবা নেজানো মই,
অজান দেশৰ নজনা বাটেদি নিবা কেতিয়ানো লগত লই।
ভগ্ন পজাটিত বিষাদ আঁধাৰে ঢাকিলে গোটেই আন্ধাৰ ৰাতি
তোমাৰ হিয়াৰ চেনেহী পৰশে উজলাব মোৰ নুমুৱা বাতি।
শোকৰ শিকলি দিলো আঁতৰাই জীৱন মৰুত বোৱালা বান,
সকলোটি কাঢ়ি দিলা সকলোটি তোলালা হিয়াত মধুৰ তান।
কৰিলো নতুন পথৰ পথিক নতুন পোহৰ আগত ধৰি
আকাশী অমিয়া নমাই আনিলো মৰু জীৱনক অমৰ কৰি।
"যতি"

(কবিতাটোৰ আৰম্ভনিতে 'No Name' আৰু একেবাৰে শেষত 'Not to be published' বুলি লেখা আছে। কবিতাটো কবি দুৱৰাৰ হাতৰ আখৰৰ। পৰিশেষত উৰ্ধকমাৰ ভিতৰত যতি বুলি লেখাটো বোধকৰো যতি নাৰায়ণ শৰ্মাৰ নামত কবিতা লেখাৰ এবিধ আবেগিক খেয়াল : *সম্পাদক*)

(১০)

আপোন পাহৰা অলকা পুৰীত গানেও আকুল
প্ৰেমৰ গান,
দুখৰ ছবিটি উঠি লগে লগে তোলাই হিয়াত
কৰুণ তান
জীৱন বীণত যাৰ কাৰণেই ধৰোঁ যিটি সুৰ
বিফল হয়,
সুদুৰ আশাৰ ছয়াময়া ছবি নিৰাশা আন্ধাৰে
আবৰি লয়।
পুৱতি নিশাত মিছাকৈয়ে মোৰ কৰিলা পৰাণ
চেনেহে পুৰ,
সুৰদি বাঁহিটি তুলি দি মুখত
আতৰি যোগালা দুখৰ সুৰ।
লগৰী হেৰাই চকুৰ পানীৰে বহি নিৰলাত
কটাম কাল,
মোৰ কান্দোনত কোন বিৰহীয়ে চকুলো সৰাই
তিয়াব গাল।

(কবিতাটোৰ ৰচনা তাৰিখ ১৮/৫/৪৩)

# সংযোজন

## লণ্ডনৰ ৰয়েল এচিয়াটিক চচাইটিয়ে দুৱৰাক সদস্যভুক্ত কৰাৰ প্ৰমাণ পত্ৰ

### Royal Asiatic Society.

74, Grosvenor Street, W.1.
London Nov 11th 1925

I have the pleasure to inform you that, at a Meeting of the Society held November, 1925, you were elected a Non-Resident Member of the Royal Asiatic Society of Great Britain and Ireland.

I shall be obliged if you will sign and return the accompanying Obligation Form As Required by the Statues. A money order for the payment of your subscription can be obtained at any Post Office should you find that course convenient.

I have the honour to be,

Your obedient Servant,

(Ella C. Sykes.)
Secretary.

J.N. Dowara Esq. B.A.

# নকুলচন্দ্ৰ ভূঞাই দুৱৰা সম্পৰ্কে মহেশ্বৰ নেওগলৈ লেখা চিঠি

Kharikatia
4-12-46

প্ৰিয় নেওগদেও,

আপোনাৰ কাৰ্ডটি পাই বৰ ভাল পালো। শ্ৰীযুত বৰদলৈ ডাঙৰীয়া আজি দিল্লীলৈ যাত্ৰা কৰিলে নেকি? শ্ৰীযুত দুৱৰাৰ বিষয়ে আৰু কথা পাতিব পাৰিনে নে?

শ্ৰীযুত দুৱৰাৰ আজীৱন অসমীয়া সাহিত্যৰ সেৱা কৰাৰ পুৰস্কাৰ স্বৰূপে অসমীয়া জাতিয়ে তাঁক অসম চৰকাৰে তেখেতক এই বয়সত প্ৰবাসৰ পৰা অসমলৈ আনিলে মোৰ বিশ্বাস অসমীয়া সাহিত্য সেৱীসকলে নিশ্চয় ভাল পাব। আৰু আমি আমাৰ নিজৰ সাহিত্যক আৰু সাহিত্যিকক যে সম্মান দেখুৱাব পাৰিছো, ই আমাৰ গৌৰৱৰ কথাহে হ'ব।

শ্ৰীযুত দুৱৰা অসম চৰকাৰৰ অনুগ্ৰহতে বোধকৰো University-ৰ Honorary Lecturer. । এতিয়া কেৱল তেখেতৰ আৰ্থিক অৱস্থালৈ চাই, অসম চৰকাৰে তেখেতক চলিব পৰাকৈ Honorarium এটা দি University-ৰ পৰা Cotton College-লৈ আনিবলৈ বিশেষ অসুবিধা নহ'ব হ'বলা। কেৱল আমাৰ চৰকাৰৰ মনোভাব অসমীয়া সাহিত্যলৈ ভত হ'লেই হয়। আৰু এটা কথা Literary Pension of Honorarium দিয়া হয় ব্যক্তিগত যোগ্যতা চাই। গতিকে কোনো আত্মসন্মান জ্ঞান থকা লোকে চাকৰিৰ দৰে এই দুটা কথালৈ দৰ্খাস্ত নকৰে। বাহিৰে বা চৰকাৰে যোগ্যজনলৈ আগবঢ়াব লাগিব। মই এনেকৈয়েই ভাবো। যাক, আপোনাৰ ভাব কোনে? — শ্ৰীযুত বৰদলৈ ডাঙৰীয়াৰ আগৰ আমাৰ মনোভাব এইদৰেই আপুনি প্ৰকাশ কৰিব। আমাৰ বিশ্বাস, শ্ৰীযুত বৰদলৈ ডাঙৰীয়াই কথাটো নিশ্চয় ভাবি চাব। উত্তৰ দিব। মোৰ সাদৰ ল'ব।

ইতি
শ্ৰীনকুলচন্দ্ৰ ভূঞা

* চিঠিখনত প্ৰকাশ পোৱা সামাজিক কৃতজ্ঞতাবোধ বৰ্তমান সমাজত ইতিহাসত পৰিণত হৈ গ'ল। সেই কৃতজ্ঞতাবোধৰ এটি সাক্ষ্য হিচাপে চিঠিখন সংকলনটোত সন্নিৱিষ্ট কৰি দিয়া হ'ল। উল্লেখযোগ্য যে ভূঞাদেৱৰ সেই প্ৰত্যাশা পূৰণ নহ'ল। ১৯৪৮ চনৰ ১৫ অক্টোবৰ তাৰিখে তাৰিখে দুৱৰাদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত লেকচাৰৰ পদৰী এটাৰ বাবে এখন আবেদন কৰিছিল।

— সম্পাদক।

## ডিব্ৰুগড় কলেজত কবি দুৱৰাদেৱক দিয়া নিযুক্তিপত্ৰ

J. R. Basu,
M.A (Triple)
Principal, Dibrugarh College

Dibrugarh
Assam
Dated, 29.6.1948

To
Sjt. Jatindra Nath Dowerah,
Lecturer, Calcutta University
Dibrugarh

Dear Sir,

Ref. your application addressed to the President, Governing Body, Dibrugarh College, I am directed by him to inform you that you have been appointed professor of Assamese in Dibrugarh College from 8th July, 1948 on a Salary of Rs. 140/- per month Subject to the Sanction of the Governing body. You will be a wholetime employee of the College incapable of following any trade or profession or undertaking any service except that of private tuition. Kindly intimate your approval at an early date and Oblige.

Yours faithfully
J. R. Basu
Secretary
Governing Body
Dibrugarh College.

J.R. Basu.
M. A (Triple)
Principal Dibrugarh College

Dibrugarh
Assam
Dated, 30-6-1948

To. Sjt. Jatindranath Dowerah, B.A.
Lecturer, Calcutta University,
Dibrugarh.

Dear Sir.

Ref my letter dated 29.6.48. Please read the joining date as 1st July '48 instead of 8th July '48

Yours Faithfully
J.R. Basu.

# যোৰহাট সাহিত্য সভাই সম্বৰ্ধনা জনাই দিয়া মানপত্ৰ

## সু-কবি

## শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা দেৱলৈ

স্নেহ-শ্ৰদ্ধাৰ অঞ্জলি

হে কবি,

আপোনাৰ করুণ-কোমল কাব্যৰ জেউতিয়ে কেতিয়াবাই আমাৰ হিয়াত পৰশ বুলাই থৈছে। প্ৰবাসী জীৱনৰ এই সুকণ্ঠাটিয়েদি আজি আমাৰ মাজত আপোনাক পাই আপোনাৰেই স্নেহেৰে বোলোৱা হিয়াৰ সৰল সম্বৰ্ধনা জনাইছোঁ।

হে সুধী,

অসম-মাতৃৰ যিসকল মহানুভৱ সন্তানে আমাৰ সাহিত্য-ভঁৰাললৈ বহুমূলীয়া দান যাচিছে, সেইসকলৰ ভিতৰত আপোনাৰ অৱদানো যুগমীয়াকৈ জিলিকি ৰব বুলি আমাৰ বিশ্বাস হৈছে। আপোনাৰ ঐকান্তিক সাহিত্য-সেৱাৰ দৃষ্টান্ত দেখি আপ্যায়িত হৈ কৃতজ্ঞতাৰ শৰাই আগ বঢ়াইছোঁ।

হে সাহিত্য-সেৱী,

অসমীয়া সাহিত্যৰ জোনাকী যুগৰে লক্ষ্মীনাথ, চন্দ্ৰকুমাৰ, হেমচন্দ্ৰৰ কাব্যৰ মাজেদি যোৱা শতিকাৰ পছিমীয়া নৱন্যাস-ভাৱৰ জিলিঙনিয়ে আমাৰ সাহিত্যৰ জোনাক ঢালিলে। তাৰ লগে লগেই আধুনিক অসমীয়া কাব্যৰ উৰাৰ ললিত ৰাগিণীও কঁপি উঠিল। তাৰ ধ্বনি-প্ৰতিধ্বনিৰে ক্ষীণ সুৰবোৰ আজিও বৈ বৈ বাজিবই লাগিছে। এই নৱন্যাস-ভাৱ-ধাৰাক প্ৰসাৰ দিয়া আৰু পাশ্চাত্যৰ প্ৰাণৰ পাতল স্পন্দনবোৰৰ নতুন সোঁত বোৱাই অনাই অসমীয়া বাহকৰনীয়া কাব্যৰ-কীৰ্তি। আধুনিক ভাব আৰু ৰচনা-চতুৰ্য্যৰ পৰশ এটিও আপুনি আমাৰ কাব্যক দিছে।

সুকুমাৰ অনুভূতিৰ সহজ ভঙ্গিমাৰে ছন্দৰ ললিত লায়লাস আপোনাৰ বিশিষ্ট সম্পদ; সেই সম্পদেৰে চহকী আপোনাৰ কাব্যই অনেকৰ হিয়াত নিশ্চয় পাহৰিব নোৱাৰা ৰসৰ লহৰীৰ সৃষ্টি কৰিছে।

হে ৰসজ্ঞ,

পাৰস্যৰ কবি-ঋষি ওমৰ খায়ামৰ আকাশী 'চাকি'ৰ অতীত-ভৱিষ্য পাহৰণিয়ে বুজোৱা দৰ্শন আনন্দ-পিয়লাটি আমাৰ মুখৰ আগত দাঙি ধৰিছে আপুনিয়ে। বহু সাহিত্যৰ টুৰ্গেনিভ্ আদিৰ অভিনৱ সাহিত্য-শাখা কথা-কবিতাৰো আমাক প্ৰকৃত স্বৰূপ দেখুৱাইছে আপোনাৰ কোমল লিখনিয়েইহে।

হে আপোন অতিথি,

বিশ্বৰ কাব্য-বুৰঞ্জীৰ আজি এটি তেজগোৰা দিন — আষাঢ়ৰ প্ৰথম দিৱস। এই গৰিমা ভৰা উপলক্ষ্যৰ মাজতো ভক্তি আৰু কৃতজ্ঞতা সনা এষাৰি চেনেহৰ মাতৰ বাহিৰে আপোনাক যাচিবৰ সভাৰ এই নিঃকিনহঁতৰ একোৱেই নাই। আশাকৰোঁ সেই আষাৰিয়েই আপোনাৰ কোমল হিয়াত এবাৰ খুন্দিয়াবগৈ। ভগৱন্তৰ কাষত আমাৰ সৰল মিনতি — আপোনাক দীৰ্ঘজীৱী কৰি আমাৰ কাব্যক আৰু মধুৰভাৱে সমৃদ্ধ কৰিবলৈ মঙ্গল-নিৰ্ম্মালি ৰৰষক। ইতি — 'আষাঢ়স্য প্ৰথম দিৱস।' ৪৯২ শঙ্কৰাব্দ।

বিনীত —

আপোনাৰ গুণ-মুগ্ধ,

যোৰহাট সাহিত্য-সভাৰ সভ্যসকলৰ হৈ

কমলেশ্বৰ চলিহা,

— সম্পাদক

## Assam Pradesh Congress Committee

Congress Bhawan
Guwahati
Date 24.7.58

সবিনয় নিবেদন,

অহা ১৫ আগষ্টত অসম প্ৰদেশ কংগ্ৰেছৰ তৰফৰ পৰা আপোনাক সম্বৰ্দ্ধনা জনাবলৈ যি আনুষ্ঠানিক আয়োজন কৰা হৈছে সেই উপলক্ষে এখনি সৰু স্মৃতি পত্ৰ প্ৰকাশ কৰাৰ যোজা কৰা হৈছে। তাত আপোনাৰ পৰা এটি বাণী আৰু আপোনাৰ ছবি এখন প্ৰকাশ কৰা হ'ব। অনুগ্ৰহ কৰি ৪ আগষ্টৰ আগতে (i) আপোনাৰ নিজ হাতেৰে লিখা অসমীয়া ভাষাত চমু বাণী এটি (এইটো ব্লক কৰা হ'ব, সেই কাৰণে ব্লকৰ উপযোগী ৬" × ৪" মাপৰ ভাল কাকতত চিয়াঁহীৰে বাণীটো পঠায় যেন) আৰু (ii) আপোনাৰ নতুন ছবি এখন আমালৈ পঠাবলৈ নিবেদন কৰা হ'ল।

পুনঃ অসম সাহিত্য সভাৰ ভাষণাৱলীত প্ৰকাশিত আপোনাৰ জীৱনীখিনি চমুকৈ স্মৃতি পত্ৰত প্ৰকাশ কৰা হ'ব। আশাকৰোঁ, তাত আপুনি সন্মতি দি আমাক উৎসাহিত কৰিব।

আপোনাৰ

শ্ৰীসতীশ চন্দ্ৰ কাকতী

[প্ৰকাশন কমিটিৰ হৈ]

অঃ প্ৰঃ কঃ কঃ

# THE ASSAM SAHITYA SABHA

(Regd. 1917)

President - Dr. S. K. Bhuyan M.A, B.L, Ph.D., D.LT
General Secretary - Prof. Atulchandra Hazarika, M.A, B.L, B.T
Editor, Patrika - Prof. Rajnikanta Deva Sarma, M.A
Office Secy., Jorhat - Shri Jatindranath Goswami, M.A, B.T

Ref. No- ৭২১

Head Office :
Chandrakanta Handuque Bhawan, Jorhat
Office of the General Secy. & the Editor :
Uzan Bazar, Guwahati
Date ১/১১/৫৮

শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা ডাঙৰীয়াৰ সমীপেষু

সবিনয় নিবেদন,

অসম সাহিত্য সভাৰ ২৩ শ অধিবেশনৰ সভাপতি স্বৰূপে বিপুল ভোটাধিক্যত আপুনি নিৰ্বাচিত হোৱাত আমি সকলোৱে আনন্দ পাইছো। শুনি সন্তোষ পাব যে আমাৰ বেছি ভাগ শাখা সভাই আপোনাৰ নাম প্ৰথম বা দ্বিতীয় স্থানত দি আপোনাৰ প্ৰতি বিশেষ অনুৰাগৰ চিনাকি দিছে। আপোনাৰ শাৰীৰিক অসুস্থতাৰ কথা শ্ৰীযুত যোগীৰাজ বসুৰ মুখত শুনিছো আৰু এই বিষয়ে তেখেতৰ লগত মই ব্যক্তিগত ভাবে কথা বতৰাও হৈছো। আপুনি অৱশ্যে গোটেই বছৰটো সভাপতি স্বৰূপে সাহিত্য সভাত সক্ৰিয় অংশ গ্ৰহণ কৰিব নোৱাৰিব। তাৰ বাবেও আৱশ্যক হ'লে কিবা এটা ব্যৱস্থা কৰিব লাগিব। মূল অধিবেশনৰ সময়তো আপোনাৰ যাতে বিশেষ খাটনি নহয় সেই বিষয়েও আমি লক্ষ্য ৰাখিম। মুঠতে আমি সকলোৱে অতি আগ্ৰহেৰে সম্মতিসূচক সম্বিধানৰ বাবে বাট চাই আছো। তাহানি বেজবৰুৱাৰ দিনৰে পৰা আজিলৈকে অসমীয়া সাহিত্যৰ লগত ওতপ্ৰোতভাৱে আপোনাৰ জীৱন জড়িত হৈ আছে। সেইবাবে আপোনাৰ মুখেদি এই সুদীৰ্ঘ কালছোৱাৰ নানা উত্থান পতনৰ বিষয়ে আৰু অসমীয়া সাহিত্যত ভৱিষ্যতৰ দিক নিৰ্ণয়ৰ বাবে আপোনাৰ পৰা বহু কথা জানিবলৈ আমি উদগ্ৰীৱ হৈ আছো।

ইমানকে লিখি সাহিত্য সভাৰ অহা অধিৱেশনত সভাপতি স্বৰূপে আপোনাক মই সম্বৰ্ধনা জনাইছো। ইতি

বিনীত
অতুল চন্দ্ৰ হাজৰিকা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

Phone : GAUHATI —74 Tel : Congress — Gauhati

**Assam Pradesh Congress Committee**

Congress Bhawan,
Gauhati.

Ref. 0/JD/4345-55 Date ..................

সবিনয় নিবেদন,

জাতিৰ জীৱন গঠনত সাহিত্যিকৰ অৱদান অপৰিসীম। নানা বাধা-বিপৰ্যয় আৰু জীৱন যুঁজৰ হেঁচা সত্বেও আমাৰ সাহিত্যিক সকলে তেওঁলোকৰ সাহিত্য সাধনাত ব্ৰতী থকাৰ ফল স্বৰূপেই আজিৰ অসমীয়া সাহিত্যৰ কাৰেং গঢ়ি উঠিছে আৰু সেয়ে ভাৰতৰ অন্যতম শ্ৰেষ্ঠ সাহিত্য বুলি ই সমাদৰ লাভ কৰিব পাৰিছে।

অসম প্ৰদেশ কংগ্ৰেছে এই কথা সাৰোগত কৰি অসমৰ চিৰ চেনেহী ভাষা জননীৰ লব্ধ-প্ৰতিষ্ঠ সেৱক কেইগৰাকীমানক বাইজৰ তৰফৰ পৰা ১৫ আগষ্ট স্বাধীনতা উৎসৱৰ দিনা অভিনন্দন জনাবলৈ আয়োজন কৰিছে। অসমীয়া সাহিত্যৰ অন্যতম সাধক হিচাপে এই উপলক্ষে নিৰ্বাচিতসকলৰ ভিতৰত আপুনিও এজন।

প্ৰদেশ কংগ্ৰেছে এই উপলক্ষে আপোনাক অহা ১৫ আগষ্টৰ দিনা গুৱাহাটীত উপস্থিত হ'বলৈ ইয়াৰ দ্বাৰাই সনুনয়ে অনুৰোধ জনায়। সেইদিনা গুৱাহাটীত আয়োজন কৰা জাতীয় সমাৰোহত আপুনি উপস্থিত থাকি জাতিৰ হকে প্ৰদেশ কংগ্ৰেছক আপোনাক অভিনন্দন জনোৱাৰ সুযোগ দিব বুলি পৰম আশা কৰা হ'ল।